# দখিণ কোল






সোণালী জয়ন্তী উৎসৱ

## পলাশবাৰী সাহিত্য সভা

সম্পাদক ঃ সুৰেশ কলিতা

# দখিণ কোল সম্পাদনা সমিতি ঃ ২০০৯-২০১০ ইং বৰ্ষ

## পলাশবাৰী সাহিত্য সভা

### সোণালী জয়ন্তী বৰ্ষ


শ্ৰীধৰ্মেশ্বৰ বড়া
সভাপতি


শ্ৰীসুৰেশ কলিতা
সম্পাদক


ড° নাৰায়ণ দাস
সদস্য


ড° ৰমেশ চন্দ্ৰ কলিতা
সদস্য


ড° ফনীন্দ্ৰ চন্দ্ৰ ঠাকুৰীয়া
সদস্য


শ্ৰীগজেন দাস
সদস্য


ড° জগন্নাথ বৰ্মন
সদস্য


শ্ৰীনৰেন দাস
সদস্য


এডৱাৰ্ড ষ্টেডী এন. চাংমা
সদস্য


শ্ৰীডিম্বেশ্বৰ মালী
সদস্য


শ্ৰীকুশল কুমাৰ
সদস্য

# দখিণ কোল

পলাশবাৰী সাহিত্য সভাৰ মুখপত্ৰ আৰু বাৰ্ষিক প্ৰকাশন




ঊনত্ৰিংশৎ সংখ্যা ঃ ১৪১৭ ভাস্কৰাব্দ, ২০১০ খ্ৰীষ্টাব্দ
[ সভাৰ সোণালী জয়ন্তী উৎসৱ (২৩, ২৪ আৰু ২৫ বহাগ
ইং ৭, ৮ আৰু ৯ মে'/২০১০)ৰ বিশেষ সংখ্যা ]

সম্পাদক ঃ সুৰেশ কলিতা

প্ৰতি,

শ্ৰদ্ধা আৰু প্ৰীতিৰে

অসম সাহিত্য সভা পুথিভঁৰাল
ভগৱতী প্ৰসাদ বৰুৱা ভৱন, গুৱাহাটী




**DAKSHIN KOL**

An Annual Publication of Palasbari Sahitya Sabvan, Sahitya Bhavan, Mirza-781125, 29th issue, edited by Sri Suresh Kalita, Published on 9th May, 2010 by Naren Das, Secretary, Palasbari Sahitya Sabha.
Price : Rs.150/- only

প্ৰকাশ ঃ ৯ মে', ২০১০ চন

প্ৰকাশক ঃ শ্ৰীনৰেন দাস
সম্পাদক, পলাশবাৰী সাহিত্য সভা
সাহিত্য ভৱন, মিৰ্জা-৭৮১১২৫

**দখিণ কোল সম্পাদনা সমিতি**

সভাপতি ঃ শ্ৰীধৰ্মেশ্বৰ বড়া

সম্পাদক ঃ শ্ৰীসুৰেশ কলিতা

সদস্য ঃ ড° নাৰায়ণ দাস, ড° ৰমেশ চন্দ্ৰ কলিতা, ড° ফণীন্দ্ৰ চন্দ্ৰ ঠাকুৰীয়া, শ্ৰীগজেন দাস, শ্ৰীনৰেন দাস, ড° জগন্নাথ বৰ্মন, এড্ৱাৰ্ড ষ্টেডী এন্ চাংমা, শ্ৰীডিম্বেশ্বৰ মালী, শ্ৰীকুশল কুমাৰ

**বেটুপাত ঃ যশস্বী শিল্পী শোভা ব্ৰহ্ম**

স্কেচ ঃ শ্ৰীঅনিল চন্দ্ৰ কলিতা

মূল্য ঃ ১৫০.০০ (এশ পঞ্চাশ) টকা

ছপা ঃ শ্ৰীবিষ্ণু অফছেট প্ৰেছ, মিৰ্জা

# ঋণ স্বীকাৰ আৰু সোঁৰৰণ

দক্ষিণ কামৰূপৰ অনগ্ৰসৰ অঞ্চলটোত সাহিত্য-সংস্কৃতিৰ বাতাৱৰণ এটি গঢ়িবলৈ অহোপুৰুষাৰ্থ কৰা আমাৰ অগ্ৰজ প্ৰয়াতসকলৰ ঋণ আমি বিনয়েৰে স্বীকাৰ কৰিছোঁ আৰু আমালৈ এৰি যোৱা পথৰ বাবে পৰম কৃতজ্ঞতাৰে সোঁৰৰণ কৰিলোঁ—

প্ৰতিষ্ঠাকালৰ প্ৰয়াত শুকদেৱ ভাগৱতী, হেৰম্ব প্ৰসাদ দাস, খৰ্গেশ্বৰ কলিতা, দেবেন দাস, বাণেশ্বৰ দাস, ভবানীকান্ত চৌধুৰী আৰু বিষ্ণু কুমাৰ দাস।

অসম সাহিত্য সভাৰ অষ্টবিংশ পলাশবাৰী অধিবেশনক সাকাৰ ৰূপ দিয়া প্ৰয়াত ৰাধিকাৰাম দাস, অবলাকান্ত গোস্বামী, নৰেন্দ্ৰনাথ বৰুৱা, তৰুণ কুমাৰ আগৰৱালা, ৰাধাগোবিন্দ বৰুৱা, বদৰুজ্জামান, ভবানীকান্ত চৌধুৰী, দেবেন্দ্ৰ চন্দ্ৰ চৌধুৰী, গঙ্গাৰাম কলিতা, যোগেশ চন্দ্ৰ ভড়ালী, বংশীধৰ তালুকদাৰ, বেণুধৰ দাস, মেদিনীকান্ত ঠাকুৰীয়া, শশধৰ দাস, সূৰ্য মজুমদাৰ, ধনেশ্বৰ কলিতা, সৰ্বেশ্বৰ মজুমদাৰ, ধৰ্মেশ্বৰ দাস, প্ৰাণেশ্বৰ দাস, চুলেইমান আলী, হৰিশ্চন্দ্ৰ দাস, থানেশ্বৰ কলিতা, সাধন চন্দ্ৰ দাস, নন্দিৰাম মহাজন, মহেন্দ্ৰ দাস, পূৰণমল জৈন, অনিল চন্দ্ৰ দাস আৰু বহুতো।

—সম্পাদনা সমিতি

# কৃতজ্ঞতা স্বীকাৰ

দখিণ কোলৰ ঊনত্ৰিংশৎ সংখ্যা প্ৰস্তুতিত বিভিন্ন পৰামৰ্শ আৰু সহায়েৰে আমাক যিসকলে উৎসাহ-উদ্দীপনা আৰু বৰঙণি যোগালে, তেওঁলোকলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ—

বেটুপাত অভিব্যঞ্জিত কৰা আন্তঃৰাষ্ট্ৰীয় শিল্পী শোভা ব্ৰহ্ম, এই সংখ্যাৰ সমুদায় ধন ব্যয় কৰা বদান্য শ্ৰীঅনিল দাস, দিহা-পৰামৰ্শ দিওঁতা ধৰ্মেশ্বৰ বড়া, অমৰেন্দ্ৰ নাথ বৰুৱা, ধনেশ্বৰ কলিতা, পৰেশ কলিতা, বলেন কলিতা, মইনা গোস্বামী, ড° ফণীন্দ্ৰ চন্দ্ৰ ঠাকুৰীয়া, গজেন চন্দ্ৰ দাস, অনুপ কুমাৰ মেধি, ডাঃ ৰাজেন চন্দ্ৰ কলিতা, অনিল চন্দ্ৰ কলিতা, ড° জগন্নাথ বৰ্মন, অনিল কলিতা, ভুবন কলিতা, ডিম্বেশ্বৰ মালী, হীৰেণ চন্দ্ৰ বড়া, জীৱেশ্বৰ কলিতা, নৰ কুমাৰ দাস, সম্পাদনা সমিতিৰ সদস্যবৃন্দ, মাননীয় লেখক-লেখিকাসকল আৰু দিনে-নিশাই পৰিশ্ৰম কৰি সংখ্যাৰ সাকাৰ ৰূপ দিয়া শ্ৰীবিষ্ণু অফছেট প্ৰেছৰ স্বত্বাধিকাৰী কুশল কুমাৰ আৰু সুদক্ষ কৰ্মচাৰীবৃন্দ।

—সম্পাদক, দখিণ কোল

# উচৰ্গা

পলাশবাৰী সাহিত্য সভাৰ জন্মলগ্নৰেপৰা
সোণালী জয়ন্তী উৎসৱৰ সুদীৰ্ঘ পৰিক্ৰমাত
যিসকল সাহিত্যসেৱীৰ অক্লান্ত শ্ৰম আৰু সেৱাই
আমাক গৌৰৱোজ্জ্বল ক্ষণত উপনীত কৰাইছে
প্ৰয়াত সেই মহানসকলৰ পৱিত্ৰ স্মৃতিত
দখিণ কোলৰ এই সংখ্যা
উচৰ্গা কৰা হ'ল—
লগতে

সদ্যপ্ৰয়াত বৈষ্ণৱ সংস্কৃতিৰ সাধক, সাংবাদিক, লেখক
থানেশ্বৰ কুমাৰৰ অম্লান নামত।



জন্ম ঃ ১৯৫০ চন মৃত্যু ঃ ২০০৯ চন

কাৰ্যনিৰ্বাহক সমিতি
পলাশবাৰী সাহিত্য সভা

# সম্পাদকীয়

**অসম ঃ অসমীয়া**

অসম ভূ-খণ্ড, অসমীয়া জাতি, ভাষা-সাহিত্য-সংস্কৃতিৰ সংকট আজি আৰু গভীৰভাৱে প্ৰকটিত হৈছে। ওপৰে ওপৰে চালে সকলো ঠিকে-ঠাকে থকা যেন লাগিলেও সি যে ভয়াৱহ অৱস্থালৈ গতি কৰিছে সহজেই অনুমেয়। অৱশ্যে জীয়া শৰীৰ একোটাত যেনেকৈ ৰোগ-ব্যাধিয়ে মাজে-মধ্যে আক্ৰান্ত কৰি তোলে, জীয়া জাতিৰ, ভাষাৰ ক্ষেত্ৰতো তেনে হোৱাটো অৱধাৰিত। শৰীৰত উৎপন্ন হোৱা ৰোগক উপেক্ষা কৰিলে যিদৰে তাৰ মাৰাত্মক ফল অৱশ্যম্ভাৱী, জাতি-ভাষাৰ ক্ষেত্ৰতো তদনুৰূপ।

আমাৰ নিৰ্লিপ্ত চেতনা আৰু ৰাজনৈতিক ষড়যন্ত্ৰৰ ফলত বৰ অসমৰ ভেটি এদিন খহি গৈছিল। সংকুচিত অসমৰ যি অৱশিষ্ট ভূমি আছে, সেই মানচিত্ৰও আজি থৰক-বৰক। আন্তঃৰাষ্ট্ৰীয় আগ্ৰাসন আৰু দেশীয়, দাঁতি-কাষৰীয়া ৰাজ্যসমূহৰ বিস্তৃতি লাভৰ দুৰাকাংক্ষা আদিয়ে আমাৰ ভূমিভাগক আজি অস্থিৰ কৰি তুলিছে। তাতে আকৌ উন্নাসিক মধ্যবিত্তীয় অসমীয়া এচামৰ বাবে আমাৰেই জনজাতীয় সহোদৰসকলৰ অতিকেন্দ্ৰিক আত্মপৰিচয়ৰ তাড়না! ই আমাৰ মাজত যাউতিযুগীয়া হৈ থকা এনাজৰীক দুৰ্বল কৰিছে। আত্মপৰিচয়ৰ তাড়না স্বভাৱসিদ্ধ পৰিঘটনা। জন্মজ তেনে চেতনাই আমাক গঢ়ি তোলে একো একোগৰাকী প্ৰকৃত জনজাতীয়, প্ৰকৃত অসমীয়া-ভাৰতীয় আৰু বিশ্ব নাগৰিকৰূপে। আমাৰ স্বকীয় পৰিচয়ৰ মৰ্যাদা আৰু আত্মোন্নতি বিচাৰিও আমি হ'ব পাৰোঁ বহল ভূমিৰ লোক। পিছে বিপদ হৈছে আমাৰ মাজত থকা জাতিগত সৰলতা আৰু ছেগ বুজি ৰাজনৈতিক মুনাফালোভীয়ে ৰচনা কৰা ষড়যন্ত্ৰ। ক্ষুদ্ৰ জাতি, জনগোষ্ঠীসমূহৰ ৰাজনৈতিক দালাল বৃত্তিত জড়িতসকলে ৰাতিটোৰ ভিতৰতে পুঁজিপতি হোৱাৰ বাসনাত আৱেগিক শ্লোগানেৰে উত্তাল কৰি তুলিছে অসমৰ ভূমি। চাৰিওফালে আজি আমাৰ মাজত বিষবাষ্প, সন্দেহ, অবিশ্বাস। অৱশ্যে ৰাজনৈতিক অদূৰদৰ্শিতা আৰু এচাম উগ্ৰ জাতীয়তাবাদীয়ে তেনে বাতাৱৰণ গঢ়াত ইন্ধন যোগাইছে. অসমৰ বিদেশী খেদা আন্দোলনেও অৱদমিত জাতিসত্তাক আৱেগিক সিদ্ধান্ত লোৱাৰ পটভূমি ৰচনা কৰিছিল। সেইদৰে অসম আজি আন্তঃৰাষ্ট্ৰীয় মৌলবাদীৰ কবলত পৰা অতি স্পৰ্শকাতৰ এখন ৰাজ্য। আজান ফকীৰ, শংকৰ-মাধৱৰ দিনৰেপৰা অসমভূমি হিন্দু-মুছলমানৰ সম্প্ৰীতিৰ থলী। ধৰ্মীয় মৌলবাদ এনেধৰণে সম্প্ৰসাৰণ ঘটোৱা হৈছে যে, অসম ভূমি আকৌ ৰক্তাক্ত হোৱাৰ পৰিকল্পনা যুগুতাই থকা যেন লাগে। আনহাতে নাগালিমকে ধৰি চুবুৰীয়া ৰাজ্যৰ অসমৰ ভূমি আগ্ৰাসন, উন্মুক্ত সীমান্তৰে বিদেশীৰ নিৰন্তৰ আহ-যাহ, সন্ত্ৰাসবাদীৰ ঘাটি আদি পৰিঘটনাই অস্থিৰ-অথিৰ কৰি তুলিছে আমাৰ মাটি।

অসমীয়া ভাষা-সাহিত্যৰ ক্ষেত্ৰও আজি গভীৰ সমস্যাত পতিত হৈছে। সাতভনীৰ বিচ্ছেদৰ পিচত অৱধাৰিতভাৱে অসমীয়া ভাষাৰ ক্ষেত্ৰ তীব্ৰ হাৰত সংকুচিত হৈছিল। বৰ্তমানেও এই সংকোচন চলি আহিছে। জনজাতীয় বন্ধুসকলে নিজ ভাষাৰ বিকাশ বিচাৰিছে, চৰৰ অসমীয়াখিনিক সময়ে সময়ে চক্ৰান্তকাৰীসকলে অসমীয়া মাতৃভাষা নহয় বুলি ক'বলৈ ষড়যন্ত্ৰ ৰচি আহিছে। বঙালীভাষী জনসংখ্যা অস্বাভাৱিক গতিত বৃদ্ধি পাইছে। তদুপৰি অতি ভয়াৱহ কথা হ'ল— উচ্চবিত্ত, মধ্যবিত্তৰ বেছিভাগ অসমীয়াই নিজ পা-পোক মাতৃভাষা অসমীয়াৰ পৰিৱৰ্তে ইংৰাজী মাধ্যমত পঢ়া-শুনা কৰাবলৈ লৈছে। সেয়ে আমাৰ ভাষা-সাহিত্যৰ বিস্তৃতি লাভৰ যি শ্ৰীচেহেৰা, সি জয় পৰি যোৱাৰ উপক্ৰম হৈছে।

অসমৰ মাটিত কাঠফুলাৰ দৰে গজি উঠা ইংৰাজী মাধ্যমৰ বিদ্যালয় আমাৰ ভাষা-সাহিত্যৰ বাবে ডাঙৰ প্ৰত্যাহ্বান। অসম চৰকাৰ, অসম সাহিত্য সভাৰ লেখীয়া জাতীয় অনুষ্ঠানে ইংৰাজী মাধ্যমৰ বিদ্যালয়ত অসমীয়া ভাষা বিষয় বাধ্যতামূলক নকৰিলে ই আমাৰ ভাষা-সাহিত্যৰ প্ৰতি যি ভাবুকি আনিছে, তাক প্ৰতিৰোধ কৰা টান হৈ পৰিব। আমি সচেতন নোহোৱাৰ ফলত নতুন প্ৰজন্মৰ একাংশই অসমীয়া ভাষাৰ শব্দ, ভাষা-সাহিত্য ক'লা নে বগা নজনাকৈ উচ্চ ডিগ্ৰীধাৰী হ'ল। সেই চাম আৰু তেওঁলোকৰ আগত সন্তানে অসমীয়া ভাষা-সাহিত্যৰপৰা বিচ্ছিন্ন হোৱাটোৱে

আমাৰ অভিভাৱক আৰু জাতিটোক নেতৃত্ব দিয়াসকলৰ জাতীয় দায়িত্ব কি পৰ্যায়ত আছে তাক সূচায়। বৌদ্ধিকভাৱে আগবঢ়া নতুন প্ৰজন্মৰ এই চামতো আমাৰ ভাষা-সাহিত্য ক্ষেত্ৰৰপৰা বিচ্ছিন্ন হোৱাৰ ফলত নেতৃত্ব দিব পৰা লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ বৰুৱা, ড° বাণীকান্ত কাকতি, ড° বিৰিঞ্চি কুমাৰ বৰুৱা, ড° মহেশ্বৰ নেওগ, ড° সত্যেন্দ্ৰনাথ শৰ্মা, ড° হীৰেন গোহাঁই আদিৰ দৰে বিৰল প্ৰতিভাশালীৰ যে বহুদিনলৈ অভাৱ ঘটিব, সি ধ্ৰুৱপ। আমাৰ চৰম লজ্জাৰ বিষয় যে, অসমতে আজি মাতৃভাষাত কথা পতাৰ অপৰাধত অপমানিত হৈ, শাস্তিৰ ভয়ত অসমীয়া ছাত্ৰীয়ে আত্মহত্যাৰ লেখীয়া পথ বাছি ল'বলগীয়া পৰিস্থিতি হৈছে। ই বিক্ষিপ্ত বা সামান্য ঘটনা নহয়; আমাৰ জাতীয় জীৱনৰ মহা বিপৰ্যয়ৰ মাথোঁ আগজাননী। চৰকাৰ আৰু জাতীয় অনুষ্ঠানসমূহে এই ঘটনাত যিদৰে গৰ্জি উঠিব লাগিছিল বা ক্ষিপ্ৰভাৱে যি ব্যৱস্থা হাতত ল'ব লাগিছিল— সেয়া আমাৰ দৃষ্টিগোচৰ হোৱা নাই। কাৰণ অসম চৰকাৰৰ প্ৰতিনিধি, উচ্চ বৃত্তিধাৰী প্ৰায়বোৰৰে পুত্ৰ-কন্যা, নাতি-নাতিনীয়ে আজি অসমীয়া ভাষা নাজানে। আনহাতে অসমীয়া পাঠ্যপুথিৰপৰা বুৰঞ্জী আৰু ভূগোল বিষয় দুটাও অতি ষড়যন্ত্ৰমূলকভাৱে এদিন বহিষ্কৃত হৈছিল। ইও আমাৰ জাতীয় চেতনাৰ মান নিৰ্ধাৰণ কৰে। গুৱাহাটী চহৰত আজি যিটো খিচিৰি ভাষাৰ উদ্ভৱ হৈছে, সি আমাৰ ভাষাৰ স্বকীয়তা যে নাশিব সহজে অনুমেয়। ৰাস্তা-ঘাট, বজাৰ-সমাৰ, বাছ আস্থান, ৰে'ল ষ্টেচন মূৰ তুলি চাব নোৱাৰি— সকলোতে প্ৰত্যক্ষ কৰা যায় অসমীয়া ভাষাৰ দৈন্য অৱস্থা। ৰাজনীতি আৰু ক'লা ধনৰ ক্ষেত্ৰ হৈ পৰিছে— আমাৰ একাংশ বাতৰি কাকত। যাৰ অদক্ষ সম্পাদনাই মাতি আনিছে আমাৰ ভাষা-সাহিত্যৰ দুৰ্যোগ। পাঠ্যপুথিৰ বানান, বাক্য-গাঁথনি, শব্দ-অৰ্থ বিভ্ৰাট আদিয়ে ন-প্ৰজন্মক দিশহাৰা কৰিছে। বানান, বাক্য-গাঁথনি নতুবা ভাষাৰ ক্ষেত্ৰত উদ্ভৱ হৈ থকা সমস্যাসমূহ চিনাক্ত কৰা আৰু সমাধানৰ কাৰ্যপন্থা গ্ৰহণৰ ক্ষেত্ৰত নানা মুনিৰ নানা মতেও আমাৰ ভাষাগত সমস্যাক জটিল কৰি তুলিছে। যাৰ ফলত ন-প্ৰজন্মক আমি সঠিক দিশ দেখুৱাব পৰা নাই।

চাহ শিল্প, কয়লা, খাৰুৱা তৈলখণ্ড, বনজ সম্পদৰ সিংহভাগ আজি হয় বিদেশী নতুবা দেশীয় বহুজাতিক কোম্পানীৰ হাতত। লুণ্ঠনকাৰীৰ এতিয়া আমাৰ পানীটুপিৰ ওপৰতো চকু। ব্ৰহ্মপুত্ৰৰ বিশাল জলাধাৰ কেনেকৈ উলিয়াই নিব পাৰি— তাৰেই দেশীয়-আন্তঃৰাষ্ট্ৰীয় ষড়যন্ত্ৰ ৰচিত হৈছে। কাৰণ আমাৰ জনসাধাৰণ, প্ৰশাসক আৰু অসম চৰকাৰৰ জলসম্পদৰ গুৰুত্ব, ল'বলগীয়া বহুমুখী আঁচনি আদিৰ সন্দৰ্ভত থমাচ ফুলাৰে ক'বৰ দৰে— "We never know the worth of water till the well is dry" পৰ্যায়তে আছে। এৰা-পৰলীয়া গৰু আৰু বেৰ-জপনাহীন ভূমিৰ প্ৰতি যিদৰে সকলোৰে শেন চকু, আমাৰ ব্ৰহ্মপুত্ৰৰ পানীভাগক লৈও টনা-আঁজোৰা চলিছে। আমাৰ দেশীয় চৰকাৰে ব্ৰহ্মপুত্ৰত জৰীপ চলাবলৈ বহুজাতিক কোম্পানীক খটুৱাইছে, প্ৰতিবেশী দেশ চীনে ব্ৰহ্মপুত্ৰৰ উৎপত্তিস্থলতে পাঁচোটাকৈ বৃহত বান্ধ নিৰ্মাণৰ আঁচনি লৈছে। সচেতনখিনিয়ে আমাৰ চৰকাৰক সজাগ কৰি দিয়ো পতিয়ন নিয়াব পৰা নাছিল। সৌ সিদিনা চীনা চৰকাৰে ব্ৰহ্মপুত্ৰৰ উৎপত্তিস্থলত বান্ধ নিৰ্মাণৰ যি আঁচনি লৈছে— তাক স্বীকাৰ কৰিছে। ইতিমধ্যে তাত এটি বৃহৎ বান্ধৰ কাম প্ৰায় সম্পূৰ্ণ হৈছে। ব্ৰহ্মপুত্ৰই অসমৰ কৃষি, অৰ্থনীতি আদি নিয়ন্ত্ৰণ কৰি আহিছে। বৃহৎ বান্ধে নিশ্চয় বিস্তৃত জলভাগৰ ডাঙৰ ক্ষতি কৰিব। অসমৰ দেউলীয়া অৰ্থনীতিৰ ওপৰত, অসমীয়া জাতিৰ ওপৰত ই কেনে প্ৰভাৱ পেলাব ভাবিবলৈও ভয় লাগে।

বঞ্চনা-প্ৰবঞ্চনা আৰু অৱদমন সহ্য কৰিব নোৱাৰি অসমৰ যুৱপ্ৰজন্মই এদিন হাতত অস্ত্ৰ তুলিবলৈ বাধ্য হৈছিল। সীমা-সংখ্যাহীনকৈ অসমৰ বঞ্চিত ৰাইজে অসম আন্দোলনৰ দৰে তেওঁলোকৰপৰাও বহুত আশা কৰিছিল। একাংশক বাদ দি বেছিসংখ্যকৰ মাতৃভূমিৰ প্ৰতি যি অহৈতুকী প্ৰেম, নিজ জীৱন পাত কৰাৰ যি অতুলনীয় নিদৰ্শন, অফুৰন্ত যৌৱনক সমাধি দিয়াৰ যি ভীষ্ম সদৃশ প্ৰতিজ্ঞা, হাবিয়ে-বননিয়ে, মহে-ডাঁহে, ভোকে-পিয়াহে ঘূৰি যি নিদাৰুণ যন্ত্ৰণা সহাৰ মানসিকতা অৰ্জন কৰিছে— তাক ভাষাৰে বৰ্ণনা কৰিব নোৱাৰি; কিন্তু পৰিতাপৰ কথা, তিনি দশকজুৰি অসমৰ মাটি উত্তাল কৰি তোলা সংযুক্ত মুক্তি বাহিনী, অসম যেন নিজেই এটা অসমৰ সমস্যালৈ গতি কৰিছে। ই ৰাষ্ট্ৰযন্ত্ৰৰ ষড়যন্ত্ৰ আৰু গণবিচ্ছিন্ন ভুল সিদ্ধান্তৰ বাবে হোৱা বুলি আমাৰ ধাৰণা। সুদীৰ্ঘ ত্ৰিশ বছৰৰ কাৰ্যক্ৰমণিকাই আমাক আজি বিশ্লেষণ কৰিবলৈ বাধ্য কৰাইছে— এই সময়ছোৱাত অসমৰ যুৱ প্ৰতিভাৰ যিদৰে অপচয় হ'ল, অসমৰ দুৰ্দশাগ্ৰস্ত অৰ্থনীতিৰ ওপৰত যিদৰে মাধমাৰ পৰিল, শান্তি-সৰলতাৰ অভিধা বহা অসমীয়া সমাজত হিংসাৰ যি দাবানল জ্বলিল— সি সৰ্বকালৰ ইতিহাসক চেৰ পেলাইছে। অসমৰ এই ভয়াবহ পৰিৱেশৰ বাবে আমাৰ শাসক-শোষক সিংহভাগ জগৰীয়া। তেওঁলোকে যেন এই সমস্যা জীয়াই ৰাখিব বিচাৰে। ভাৰত চৰকাৰক অচিৰে কোনো আগতীয়াকৈ সীমা নিৰ্ধাৰণ নকৰি আলোচনাত বহি সমস্যা সমাধানৰ ব্যৱস্থা গ্ৰহণ কৰিবলৈ অসমীয়া ৰাইজে দাবী জনাইছে। লক্ষ্য কৰিবলগীয়া যে, আলোচনাৰ বাবেও যাতে এদিন আন্দোলন, ধৰ্মঘট, আদিৰ লেখীয়া কাৰ্যব্যৱস্থা হাতত ল'বলগা নহয়।

**দক্ষিণ কামৰূপ ঃ**

অসমৰ জ্বলন্ত সমস্যাৰাজি থকাৰ উপৰিও আমাৰ এই অঞ্চলৰ কেইবাটাও সমস্যাই ইয়াৰ জনসাধাৰণক জুৰুলা কৰি আহিছে। নৈপৰীয়া এই অঞ্চলতো প্ৰতি বছৰে ভয়াবহ বানপানী হয়; গৰাখহনীয়াই ঐতিহ্যমণ্ডিত পলাশবাৰী চহৰ খহাই খহাই প্ৰায় শেষেই কৰিলে, চিমিনা-ফুটুৰী আদি অঞ্চলৰ জনসাধাৰণক সৰ্বস্বান্ত কৰিছে। ঔদ্যোগিক বিকাশো এই অঞ্চলত মন্থৰ। ধাৰাপুৰৰপৰা নগৰবেৰালৈ বিস্তৃত এই ভূমিত লেখ দিব পৰা মাত্ৰ দুই/তিনিটা উদ্যোগহে আছে। বহু দাবী-পত্ৰৰ মূৰকত পলাশবাৰী অঞ্চল Major Industrial Area বুলি ঘোষিত হৈছে যদিও কেইটামান প্লাইউড ফে ৰীৰ বাদে অইন উদ্যোগ গঢ়ি উঠা নাই। বাহিৰৰ উদ্যোগপতিয়ে এই ব্যৱসায়ত জড়িত বাবে সাধাৰণ লেবাৰ শ্ৰেণীৰ বাহিৰে অইন পদত স্থানীয় যুৱক-যুৱতীক নিয়োগ কৰা নাই। এই অঞ্চলৰ মাটি, বায়ু, পানী আদি প্ৰদূষিত কৰি গঢ়ি উঠা অনুষ্ঠানসমূহ ইয়াৰ জনসাধাৰণৰ সুখ-দুখৰ নিশ্চয় সমভাগী হ'ব লাগিব।

আমাৰ এই অঞ্চলৰ কৃষকসকলৰ অৱস্থা একেবাৰে ভয়াবহ। অতি আওপুৰণি পদ্ধতিৰে এতিয়াও আমাৰ কৃষকে খেতি কৰি থাকিবলগীয়া হৈছে। পাৱাৰ টিলাৰ, ট্ৰে ৰ আদিৰ যোগান আজি পৰ্যন্ত নহ'ল। খেতিপথাৰত আজিও জলসিঞ্চনৰ ব্যৱস্থা নাই। যাৰ ফলত খৰাং, বানপানী আদিয়ে কৃষকক জীয়াতু ভোগাই আহিছে।

আমাৰ অঞ্চলৰ লোহাৰঘাট, বাগান, কুলচী, ৰাজাপাৰা আৰু নগৰবেৰাত বসবাস কৰা অতি সহজ-সৰল পাতিবাভা জনগোষ্ঠীৰ লোকসকল উত্তাল হৈ আছে— তেওঁলোকৰ অৱদমনৰ বিৰুদ্ধে। আমি তেওঁলোকৰ ক্ষোভ, বঞ্চনা আদিৰ প্ৰতি মনোযোগী হৈ সমস্যা সমাধানৰ বাবে সহায় আগবঢ়াব লাগে। জনগোষ্ঠীটোৰ নেতৃত্ব লোৱাখিনিৰ প্ৰতি আমাৰ কাতৰ আহ্বান— কোনো ধৰণৰ আৱেগিক কাৰ্যসূচীয়ে যাতে আমাৰ মাজত থকা সদ্‌ভাব, বুজা-বুজি আৰু বৃহত্তৰ অসমীয়া জাতিৰ একতাত বাধা আহি নপৰে, তাৰ প্ৰতি নজৰ দিয়া।

অতি পৰিতাপৰ কথা, আমাৰ এই অঞ্চলত কোনোদিনেই সংঘটিত নোহোৱা ডাইনী হত্যাৰ লেখীয়া হৃদয় বিদাৰক ঘটনাও কিছুদিন আগতে হৈ গৈছে। এই কু-প্ৰথাৰ বিৰুদ্ধে সভ্য সমাজ গৰ্জি উঠিব লাগে আৰু আমাৰ মনোজগতত শুই থকা অন্ধবিশ্বাস, কু-প্ৰথা কিদৰে আঁতৰাব পাৰি, তাৰ পৰিৱেশ ৰচনা কৰিব লাগে।

ৰাস্তা-ঘাটৰ কিছু উন্নয়ন হৈছে যদিও বহুবোৰ গাঁৱৰ ৰাস্তা এতিয়াও মান্ধাতা যুগতে আছে। ধাৰাপুৰৰপৰা পলাশবাৰী হৈ মিৰ্জা (বিজয়নগৰলৈ) যিটো পথ আহিছে, সদাব্যস্ত পথছোৱাৰ অৱস্থা আজি কেইবা দশকজুৰি যি পৰ্যায়ত আছে, ভাবিবই নোৱাৰি। পলাশবাৰী দক্ষিণ কামৰূপৰ একমাত্ৰ নগৰ। তাৰ আলি-পদূলিৰ জৰাজীৰ্ণ ৰূপে আমাক অবাক কৰি তোলে। মিৰ্জা, বিজয়নগৰ, ছয়গাঁও আদি ঠাইৰ সম্প্ৰসাৰণ, গুৰুত্ব, ব্যৱসায়, শিক্ষা আদিৰ প্ৰতি যদি নজৰ দিয়া যায়— অপৰিকল্পিত, অবৈজ্ঞানিক পদ্ধতিয়ে আহিব ধৰা দিনত যে ভয়াবহ সমস্যাৰ সৃষ্টি কৰিব সি ধ্ৰুৱপ।

অসমৰ বননি ধ্বংসৰ লেখীয়া দক্ষিণ কামৰূপৰো বননি প্ৰায় শেষেই। উদক মাছৰখীয়া পতাৰ দৰে এই বিভাগৰ কৰ্মীসকলেই বননি ধ্বংসযজ্ঞৰ মুখ্য কাৰক। বিজুলীৰ ভয়াবহ নাটনিয়েও আমাৰ অঞ্চলৰ শিল্প-উদ্যোগ আৰু শিক্ষা-দীক্ষাত ডাঙৰ প্ৰভাৱ পেলাইছে। ভিতৰুৱা অঞ্চলৰ জনসাধাৰণে যাতায়াত-পৰিবহণ ব্যৱস্থাৰ বাবে আজি এঁকেশ শতিকাতো ক'ৰবাতে ৰৈ আছে।

এই আটাইবোৰ অনগ্ৰসৰতাৰ মূল কাৰক হ'ল— আমাৰ অঞ্চলৰ ৰাজনৈতিক নেতৃত্ব সবল নহয়। ৰাজনৈতিক নেতৃত্বই টানি-আঁজুৰি যিদৰে অইন অঞ্চলবোৰৰ উন্নয়ন সাধন কৰে, আমাৰ তেনে সুদক্ষ, বলিষ্ঠ নেতৃত্ব আজিলৈ নোলাল।

**পলাশবাৰী সাহিত্য সভা ঃ**

১৯৫৮ চনত স্থাপিত সমগ্ৰ দক্ষিণ কামৰূপৰে বৌদ্ধিক, সাংস্কৃতিক, সাহিত্যিক নেতৃত্ব প্ৰদান কৰা অনুষ্ঠান হ'ল— পলাশবাৰী সাহিত্য সভা। আজি এই জাতীয় অনুষ্ঠানৰ সোণালী জয়ন্তী বৰ্ষ। এই সুদীৰ্ঘ পৰিক্ৰমাত যিসকল জনসাধাৰণৰ অসীম ত্যাগ আৰু কষ্টৰ বিনিময়ত এই অনুষ্ঠানে বিস্তৃতি লাভ কৰিছে, তেওঁলোকক আমি শ্ৰদ্ধাৰে স্মৰণ কৰিছোঁ। সোণালী জয়ন্তী বৰ্ষক সাৰ্থক কৰি বিভিন্ন দায়িত্বত নিয়োজিত ব্যক্তি, অনুষ্ঠানসমূহলৈ আমাৰ তৰফৰপৰা ওলগ, কৃতজ্ঞতা জনাইছোঁ।

পলাশবাৰী সাহিত্য সভা এক জাতীয় অনুষ্ঠান। ইয়াৰ পৰিসৰ মুষ্টিমেয় কেইজনমান ব্যক্তিৰ মাজতে সীমাবদ্ধ নহয়; সাহিত্যক ভালপোৱা প্ৰতিগৰাকী লোকৰে এই অনুষ্ঠান। এই অনুষ্ঠানৰ প্ৰতি ভাবুকিৰ সৃষ্টি কৰা অপশক্তিক সকলো সময়তে প্ৰতিহত কৰিব লাগিবই। এই ক্ষেত্ৰত এই অনুষ্ঠানৰ প্ৰতিগৰাকী সভ্যই সদাজাগ্ৰত প্ৰহৰীৰ দৰে সকলো সময়তে প্ৰস্তুত থাকিব লাগিব। সভ্যসকলে জ্ঞাত-অজ্ঞাতভাৱে কৰি অহা যিকোনো কামৰ আত্মসমালোচনাই অনুষ্ঠানক নিকা আৰু স্বচ্ছ কৰে। তেনে সমালোচনাক সকলো সময়তে ইতিবাচক দিশেৰে অগ্ৰাধিকাৰ দিয়াটো উচিত হ'ব। ইয়ে ৰাইজ আৰু অনুষ্ঠানৰ মাজত গঢ়ি উঠা ব্যৱধানক হ্ৰাস কৰাত সহায় কৰিব। এনেধৰণৰ গঠনমূলক সমালোচনাই অনুষ্ঠানক উত্তৰণৰ দিশত অগ্ৰগতি লাভ কৰাত সহায় কৰিব বুলি আশা কৰিব পাৰি।

যাহওক, পলাশবাৰী সাহিত্য সভাৰ সোণালী জয়ন্তী বৰ্ষই কঢ়িয়াই আনক আমাৰ মাজলৈ আৰু বিস্তৃতি, দায়বদ্ধ কৰি তোলক জনসাধাৰণৰ প্ৰতি, ভাষা-সাহিত্য-সংস্কৃতিৰ প্ৰতি।

**এই সংখ্যাৰ পৰিকল্পনা ঃ**

পলাশবাৰী সাহিত্য সভাৰ হাতে লিখা 'বলকা' নামৰ মুখপত্ৰ এখনি ১৯৫৯ চনতে ওলাইছিল। তাৰ পিছত ১৯৬০ চনত 'দখিণ কোল' নামকৰণেৰে অসম সাহিত্য সভাৰ অষ্টবিংশ অধিবেশনত প্ৰথম ছপা আকাৰে ওলাই আমাৰ অঞ্চলৰ সাহিত্য-সংস্কৃতিলৈ অতুলনীয় বৰঙণি দি গৈছে। ১৯৭৭-৭৮ চনৰপৰা 'দখিণ কোল' আজিলৈ ধাৰাবাহিকভাৱে প্ৰকাশ পাই আহিছে। এই সংখ্যা ঊনত্ৰিংশৎ প্ৰকাশ। সোণালী জয়ন্তী বৰ্ষক মূৰ্তমান কৰাৰ মানসেৰে বিস্তৃত আকাৰত পৰিকল্পনা যুগুতাই আগবঢ়া হৈছিল। গুৰুত্বপূৰ্ণ বুলি বিবেচিত কেইটিমান প্ৰবন্ধৰ বাহিৰে আঁচনিমতে কাম কৰিবলৈ পাই আমি সন্তোষিত হৈছোঁ। খৰখেদাকৈ প্ৰেছৰ কাম কৰিবলগীয়া হোৱাত ভুল-ভ্ৰান্তি কিছু ৰৈ যোৱাটো স্বাভাৱিক। তেনে বিস্তৃত, গুৰুত্বপূৰ্ণ কামৰ সম্পাদন সমূহীয়া শ্ৰমৰ ফল হ'ব লাগে; কিন্তু পৰিতাপৰ কথা, মুষ্টিমেয় কেইজনমানৰ বাহিৰে সহযোগ খুব কম। হয়তো সি মোৰ দুৰ্বলতাৰ বাবেও হ'ব পাৰে।

এই সংখ্যা ছপাৰ সমস্ত ধন শ্ৰীঅনিল দাসদেৱে বহন কৰাত তেখেতৰ প্ৰতি আমি কৃতজ্ঞ।

সকলো ভুলৰ দায়িত্ব মূৰ পাতি লৈ পলাশবাৰী সাহিত্য সভাৰ সোণালী জয়ন্তীৰ সাৰ্থক কামনাৰে সামৰিছোঁ।

চিৰ চেনেহী মোৰ ভাষা জননী

(সুৰেশ কলিতা)
পত্ৰিকা সম্পাদক
দখিণ কোল
সোণালী জয়ন্তী বৰ্ষ
পলাশবাৰী সাহিত্য সভা।

# সূচীপত্ৰ

## এই শিতানটি সজাইছে—





# স্মৃতিৰ পৰশ ঃ সাহিত্য সভা ঃ ইত্যাদি


**অমৰেন্দ্ৰ নাথ বৰুৱা**
(প্ৰতিষ্ঠাপক সম্পাদক)


বসন্ত সমাগত। জীৱনৰ দুৰাৰডলিত যৌৱনে কিৰিলি পাৰিছে। কিবা এটা কৰাৰ দুৰ্বাৰ বাসনা মনত। কটন কলেজ, আই. এ. পঢ়ি আছোঁ। চাৰিওপিনে উৎসাহ, উদ্দীপনা— ৰঙীণ সপোন। অনিল বৰুৱা, বলেন মেধি আৰু মোৰ স্বপ্নৰ 'বিয়েট্ৰিছ' .... নাই থওক সেইবোৰ এতিয়া। 'দক্ষিণ কোল'ৰ সম্পাদকে মোক বিষয়বস্তু বান্ধি দিছে। গতিকে—

তথাপিও তাৰ ফাঁকে ফাঁকে দুই-এটা কথা কোৱা যাব পাৰে।

'পলাশবাৰী সাহিত্য সভাৰ জন্মলগ্ন'ৰ বিষয়ে প্ৰথমে লিখিব ওলাইছোঁ।

**প্ৰথমেই কৈফিয়ৎ ঃ** পলাশবাৰী সাহিত্য সভাৰ জন্মলগ্নৰেপৰা মই যিহেতু এই পবিত্ৰ অনুষ্ঠানটিৰ লগত নিবিড়ভাৱে জড়িত আছোঁ, গতিকে এই বিষয়ে লিখোঁতে নিজৰ কথাও নিশ্চয় কিছু সোমাই পৰাটো স্বাভাৱিক। তাতে যদি কোনোবাই কিবা অহমিকাৰ গোন্ধ পায়, তেন্তে ক্ষমিব।

ইং ১৯৫৮ চন। তেতিয়ালৈকে আমি জনাত 'মাজিৰগাঁও সাহিত্য সভা'ৰ বাহিৰে দক্ষিণ কামৰূপ অঞ্চলত (গুৱাহাটীক বাদে) অসম সাহিত্য সভাৰ কোনো শাখা সভা গঠন হোৱা নাছিল। এদিন বাতৰি কাকতত পালোঁ— অসম সাহিত্য সভাই **'সাহিত্য সপ্তাহ'** পালন কৰিবলৈ ৰাইজলৈ আহ্বান জনাইছে। যদিও তেতিয়ালৈকে পলাশবাৰীত অসম সাহিত্য সভাৰ শাখা সভা গঠন হোৱা নাছিল, তথাপি আমি কেইজনমান ডেকাই পলাশবাৰীত এদিনীয়াকৈ হ'লেও **'সাহিত্য সপ্তাহ'** পালন কৰিবলৈ স্থিৰ কৰিলোঁ। আমাৰ এই উদ্দেশ্যত বিশেষভাৱে সঁহাৰি জনাই আগভাগ লৈছিল— সুৰেন্দ্ৰ নাথ শৰ্মা, হেৰম্ব প্ৰসাদ দাস, খৰ্গেশ্বৰ কলিতা, বানেশ্বৰ বাস, শুকদেৱ ভাগৱতী, দেবেন দাস আদি মোৰ বন্ধুবৰ্গই।

অতি উলহ-মালহেৰে আমি পলাশবাৰীৰ সাতোপাৰা **'জ্ঞানদা পুথিভঁৰাল'** প্ৰাংগণত বাঁহ আৰু কলপাতেৰে ৰভা সাজি **'সাহিত্য সপ্তাহ'** পালনৰ প্ৰস্তুতি চলালোঁ। সাতোপাৰাৰ ৰাইজেও আমাৰ লগত পূৰ্ণ সহযোগিতা আগবঢ়ালে।

যথাসময়ত **'সাহিত্য সপ্তাহ'** পালন কৰিবলৈ সভা আহ্বান কৰা হ'ল। সেই সভাত সভাপতিত্ব কৰিছিল আমাৰ আটাইৰে শ্ৰদ্ধাৰ শিক্ষাগুৰু ভৱানীকান্ত চৌধুৰীদেৱে। নিৰ্দিষ্ট বক্তা আছিল আমাৰ অন্য এজন শিক্ষাগুৰু নীৰৱ শিল্পী বিষ্ণু কুমাৰ দাসদেৱ আৰু মুখ্য অতিথি আছিল— সেই সময়ত পলাশবাৰী অঞ্চলৰ মঞ্চ জগতৰ **'প্ৰেমাৰ'** গন্ধোৰাম কলিতাদেৱ। সভাৰ উদ্দেশ্য ব্যাখ্যা কৰিছিলোঁ মই। সভা সুন্দৰভাৱে সম্পন্ন হ'ল।

উৎসাহিত হ'লোঁ। প্ৰেৰণা পালোঁ। সামাজিক জীৱনত প্ৰথম খোজতে কৃতকাৰ্য হোৱা যেন লাগিল।

ইয়াৰ পিচত, আগতে উল্লেখ কৰা মোৰ বন্ধুবৰ্গৰ সৈতে আলোচনা কৰি পলাশবাৰীত **অসম সাহিত্য সভাৰ** এটি শাখা স্থাপন কৰিবলৈ স্থিৰ কৰোঁ আৰু এই বিষয়ে যথাবিহিত ব্যৱস্থা ল'বলৈ তেওঁলোকে মোৰ ওপৰতে ভাৰ দিয়ে।

এই বিষয়ে মই পোনপ্ৰথমে দিহা-পৰামৰ্শ লওঁ, **'মাজিৰগাঁও সাহিত্য সভা'**ৰ তেতিয়াৰ সভাপতি মেদিনীকান্ত ঠাকুৰীয়াদেৱৰপৰা। ইয়াৰ পিচত সেই সময়ৰ **অসম সাহিত্য সভাৰ** সভাপতি শ্ৰদ্ধেয় পদ্মধৰ চলিহাদেৱলৈ মই চিঠি লিখোঁ। তেখেতে সেই চিঠিৰ উত্তৰত মোলৈ এনেদৰে লিখে—

*"আপোনাৰ ১২/৯ তাৰিখৰ চিঠি পাই সুখী*



*হ'লোঁ। পলাশবাৰীত অসম সাহিত্য সভাৰ শাখা আজিলৈকে নোহোৱাটো অতি পৰিতাপৰ বিষয়। আশাকৰোঁ আপোনাৰ নিচিনা দেশহিতৈষী আৰু সাহিত্যানুৰাগী লোকৰ যত্নত অনতিপলমে এটি শাখা স্থাপিত হ'ব।*

*অন্ততঃ ২০ জন সভ্যভুক্ত কৰি তেওঁলোকৰপৰা ২ টকাকৈ ভৰ্তি মাচুল আৰু এটকা বছৰেকীয়া বৰঙণি আদায় কৰিলেই অসম সাহিত্য সভাৰ শাখা গঠন কৰিব পৰা হ'ব।*

*... সম্ভাষণ ল'বা।*

*শুভাকাংক্ষী*
*শ্ৰীপদ্মধৰ চলিহা*
*সভাপতি, অসম সাহিত্য সভা"*

এই চিঠিখন মই আজিও সযতনে ৰাখিছোঁ।

ইয়াৰ পিচত পলাশবাৰীৰ (সাতোপাৰা) 'জ্ঞানদা পুথিভঁৰাল' প্ৰাংগণত ইং ১৯৫৮ চনৰ ৩৭ চেপ্তেম্বৰৰ দিনা এই লেখকৰ সভাপতিত্বত বহা এখন ৰাজহুৱা সভাতে 'পলাশবাৰী সাহিত্য সভা'ৰ জন্ম হয়। দুখৰ বিষয় 'জ্ঞানদা পুথিভঁৰাল'টো বৰ্তমান নাই।

সেই সভাতে তলত উল্লেখ কৰা ব্যক্তিসকল 'পলাশবাৰী সাহিত্য সভা'ৰ বিষয়ববীয়া নিৰ্বাচিত হয়—

সভাপতি ঃ ভৱানীকান্ত চৌধুৰী
উপসভাপতি ঃ বিষ্ণু কুমাৰ দাস
প্ৰধান সম্পাদক ঃ অমৰেন্দ্ৰ নাথ বৰুৱা
সহঃ সম্পাদক ঃ শুকদেৱ ভাগৱতী
ধনভঁৰালী ঃ সুৰেন্দ্ৰ নাথ শৰ্মা
পুথিভঁৰালী ঃ হেৰম্ব প্ৰসাদ দাস

এইখনেই আছিল 'পলাশবাৰী সাহিত্য সভা'ৰ প্ৰথম 'কাৰ্যনিৰ্বাহক সমিতি'।

এই 'কাৰ্যনিৰ্বাহক সমিতি'ৰ বৰ্তমান মাথোন ২ জন সদস্যহে জীয়াই আছে— এজন এই লিখক আৰু আনজন হ'ল সুৰেন্দ্ৰ নাথ শৰ্মা।

'পলাশবাৰী সাহিত্য সভা'ৰ নিবেদনক্ৰমে অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ ১১/১/৫৯ তাৰিখে যোৰহাটত বহা বৈঠকে 'পলাশবাৰী সাহিত্য সভা'ক শাখা সভাস্বৰূপে স্বীকৃতি দিয়ে।

এইখিনিতে এটা মজাৰ কথা উল্লেখ নকৰাকৈ থাকিব নোৱাৰিলোঁ। কথাটো হ'ল— যিখন সভাত 'পলাশবাৰী সাহিত্য সভা'ৰ জন্ম হৈছিল, সেইখন সভাত কিন্তু আমাৰ চৌধুৰী ছাৰ আৰু দাস ছাৰ উপস্থিত নাছিল। আমি যে 'পলাশবাৰী সাহিত্য সভা' গঠনৰ যো-জা কৰিছিলোঁ, তেতিয়ালৈকে তেখেতসকল এই বিষয়ে জ্ঞাতও নাছিল। সভাৰ সিদ্ধান্তৰ কথা মই গৈ তেখেতসকলক কৈছিলোঁ। তেখেতসকলে অৱশ্যে সভাৰ সিদ্ধান্ত মানি লৈছিল।

'পলাশবাৰী সাহিত্য সভা'ৰ প্ৰথম সদস্যসকল হ'ল— অমৰেন্দ্ৰ নাথ বৰুৱা, সুৰেন্দ্ৰ নাথ শৰ্মা, শুকদেৱ ভাগৱতী, হেৰম্ব প্ৰসাদ দাস, ভৱানীকান্ত চৌধুৰী, বিষ্ণু কুমাৰ দাস, বানেশ্বৰ দাস, গন্ধোৰাম কলিতা, ভাৰত চন্দ্ৰ কলিতা, দুৰ্গাকান্ত গোস্বামী, কৰুণাময় কৰ, ডাঃ কিৰণময় মজুমদাৰ, অমৃত দাস, কৃষ্ণকান্ত শৰ্মা, মামুদ আলি, চিদানন্দ শৰ্মা, মনীন্দ্ৰ চৰকাৰ, অভয় দাস, ৰমেশ দাস, অমৃত কলিতা, শুধাংসু ৰঞ্জন দে, সুৰেণ দাস, ৰবীন মেধি, ভূপেন্দ্ৰ মোহন গোস্বামী আৰু শিৱৰাম কলিতা।

ইয়াৰ পিচত হোৱা সদস্যসকলৰ ভিতৰত— সুবোধ গোস্বামী, থানেশ্বৰ কলিতা, সূৰ্য্য কুমাৰ মজুমদাৰ আদি অন্যতম আছিল।

আলোচনা চক্ৰ ঃ

সাহিত্য সভা গঠন হোৱাৰ পিচত বাতৰি কাকতত পাই থকা গুৱাহাটীৰ আলোচনা চক্ৰৰ বাতৰিৰপৰা অনুপ্ৰাণিত হৈ ময়ে প্ৰথম আগভাগ লৈ **'পলাশবাৰী সাহিত্য সভা'ৰ 'আলোচনা চক্ৰ'** গঠন কৰোঁ। এই কামত মোক বিশেষভাৱে উৎসাহ যোগাইছিল ভৱানীকান্ত চৌধুৰী ছাৰে আৰু সাহিত্য-সংস্কৃতি প্ৰেমী গন্ধোৰাম কলিতাদেৱে। (কলিতাদেৱ ইতিমধ্যে কলেজীয়া জীৱনত কলিকতাত পঢ়ি থাকোঁতে কথাছবিৰ প্ৰখ্যাত শিল্পী প্ৰমথেশ বৰুৱা আৰু সেই সময়ত কলিকতাত পঢ়ি থকা অসমীয়া ছাত্ৰসকলৰদ্বাৰা অনুষ্ঠিত সাহিত্য-সংস্কৃতি বিষয়ক আলোচনা চক্ৰ সমূহৰ সোৱাদ পোৱা ব্যক্তি আছিল।) আমাৰ এই 'আলোচনা চক্ৰ'ৰ বৈঠক প্ৰত্যেক ইংৰাজী মাহৰ প্ৰথম সপ্তাহৰ দেওবাৰে অনুষ্ঠিত কৰাৰ নিয়ম কৰিছিলোঁ। এই বৈঠকত সাহিত্য সম্পৰ্কীয় বিভিন্ন বিষয় আৰু নানান সাময়িক বিষয়ৰ আলোচনা কৰাৰ





উপৰিও স্বৰচিত গল্প, কবিতা, প্ৰবন্ধ আদি পাঠ কৰা হয় আৰু পঠিত সেইবোৰৰ আলোচনা কৰা হৈছিল।

আমাৰ আলোচনা চক্ৰৰ প্ৰথম বৈঠক মুকলি কৰিছিল বিশিষ্ট সাহিত্যিক ড° প্ৰফুল্ল দত্ত গোস্বামীদেৱে। অসমৰ অন্যান্য যিসকল বিশিষ্ট সাহিত্যিকে আমাৰ এই আলোচনা চক্ৰত অংশগ্ৰহণ কৰিছিল সেইসকলৰ ভিতৰত অন্যতম আছিল— নৱকান্ত বৰুৱা, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, যতীন গোস্বামী আদিয়ে প্ৰধান। তেখেতসকলক গুৱাহাটীৰপৰা অনা-নিয়াৰ দায়িত্ব বহন কৰিছিল মোৰ সহপাঠী তথা বাল্যবন্ধু ভাৰত চন্দ্ৰ কলিতাই।

এই চক্ৰ পৰিচালনাৰ বাবে আমি আমাৰ সদস্যসকলৰপৰা সুকীয়াকৈ মাহে মাহে পুঁজি সংগ্ৰহ কৰিছিলোঁ।

আলোচনা চক্ৰৰ প্ৰথম আহ্বায়ক আছিল মোৰ বন্ধু সুবোধ গোস্বামী (ইং ১১/১/৫৯)।

'আলোচনা চক্ৰ'সমূহ অনুষ্ঠিত হৈছিল **'পলাশবাৰী আৰ. বি. হাইস্কুল'ৰ** হলত। পিচত যেতিয়া এই স্কুলঘৰ ব্ৰহ্মপুত্ৰই গ্ৰাস কৰে, তেতিয়া 'পলাশবাৰী আৰ. বি. হাইস্কুল'ৰ হিন্দু হোষ্টেলত 'আলোচনা চক্ৰ' অনুষ্ঠিত হৈছিল।

'আলোচনা চক্ৰ'ৰ সমূহ সদস্যসকলৰ উপৰিও সততে উপস্থিত আছিল— শ্ৰদ্ধেয় অৱলাকান্ত গোস্বামী, গন্ধোৰাম কলিতা, ধৰ্মেশ্বৰ দাস আৰু তেতিয়ালৈকে 'পলাশবাৰী সাহিত্য সভাৰ' সদস্য নোহোৱা ব্যক্তিসকলৰ ভিতৰত প্ৰায়ে উপস্থিত আছিল সৰপাৰাৰ ৰজত চন্দ্ৰ দাস, সূৰ্য্য কুমাৰ মজুমদাৰ আৰু পলাশবাৰীৰ বলোৰাম দাস (মহাজন)।

সাহিত্য প্ৰতিযোগিতা ঃ

'পলাশবাৰী সাহিত্য সভা'ৰ অন্যতম উদ্যোগী সদস্য, সাহিত্য-সংস্কৃতি আৰু খেলা-ধূলাৰ প্ৰতি প্ৰবল অনুৰাগী, বিভিন্ন ভাষাৰ বাতৰি কাকত, আলোচনীৰ এজেণ্ট আৰু ফাৰ্মাচিষ্ট গোপাল চক্ৰৱৰ্তীৰ ইচ্ছাতে 'পলাশবাৰী সাহিত্য সভা'ৰ উদ্যোগত পোন প্ৰথমে সাহিত্য প্ৰতিযোগিতা (গল্প আৰু কবিতাৰ) অনুষ্ঠিত হয় ৭/৬/৫৯ তাৰিখে। প্ৰতিযোগিতাৰ বঁটাসমূহ (কিতাপ) চক্ৰৱৰ্তী ডাঙৰীয়াই আগবঢ়াইছিল। এইখিনিতে এটা কথা উল্লেখ কৰিলে নিশ্চয় ভুল নহ'ব যে, এই সাহিত্য প্ৰতিযোগিতাৰ গল্পত প্ৰথম পুৰস্কাৰ মই পাইছিলোঁ (গল্পটোৰ নাম আছিল 'পৰাজয়') আৰু কবিতাত প্ৰথম পুৰস্কাৰ পাইছিল অম্বু নামৰ দশম শ্ৰেণীৰ ছাত্ৰ এজনে। দুখৰ বিষয়, অম্বুৰ উপাধি এতিয়া পাহৰিলোঁ আৰু তেওঁৰ বৰ্তমান অৱস্থিতিৰ বিষয়েও মই একো নাজানো। সময়ৰ সোঁতত কোন যে কেতিয়া ক'ত লুকাই পৰে— ভাবিলে মন বিষাদেৰে ভৰি পৰে। হায়! সময়!! সোঁৱৰণী কেতিয়াবা হয় মধুৰ, কেতিয়াবা হয় বেদনা গধুৰ।

**অসম সাহিত্য সভাৰ অধিৱেশনলৈ প্ৰতিনিধি ঃ**

ইং ১৯৫৯ চনৰ ১৯ এপ্ৰিল তাৰিখৰপৰা অধ্যাপক অতুলচন্দ্ৰ হাজৰিকাদেৱৰ সভাপতিত্বত নগাঁৱত অনুষ্ঠিত **'অসম সাহিত্য সভা'ৰ** সপ্তবিংশতি অধিৱেশনলৈ পলাশবাৰী সাহিত্য সভাৰ পৰা পোনপ্ৰথমবাৰলৈ এটি প্ৰতিনিধি দল যায়। এই প্ৰতিনিধি দলৰ নেতৃত্ব মই বহন কৰিছিলোঁ। মোৰ লগত যোৱা অন্যান্য প্ৰতিনিধিকেইজন হ'ল— সুৰেণ শৰ্মা, শুকদেৱ ভাগৱতী আৰু ৰবীন মেধি। আমাৰ লগত সহযাত্ৰী আছিল **'মাজিৰগাঁও সাহিত্য সভা'ৰ** প্ৰতিনিধি দুৰ্গেশ্বৰ ঠাকুৰীয়া, আদ্যনাথ গোস্বামী আৰু দুজনমান।

**'অসম সাহিত্য সভা'ৰ** অষ্টবিংশ পলাশবাৰী অধিৱেশনতো মই প্ৰতিনিধিত্ব কৰিছিলোঁ।

**সাংস্কৃতিক অনুষ্ঠান ঃ বিষ্ণুপ্ৰসাদ ৰাভা ...**

ইংৰাজী ১৯৬০ চনৰ ২৭, ২৮ আৰু ২৯ অক্টোবৰৰপৰা **'অসম সাহিত্য সভা'ৰ** অষ্টবিংশ যি পলাশবাৰী অধিৱেশন অনুষ্ঠিত হৈছিল, সেই সভাৰ আদৰণী সমিতিৰ সাংস্কৃতিক উপসভাপতিৰ ময়ো এজন সক্ৰিয় সভ্য আছিলোঁ। এই ক্ষেত্ৰত সাংস্কৃতিক বিভাগৰ সম্পাদক যোগেশ চন্দ্ৰ ভৰালীদেৱক মই, মোৰ বন্ধু যাদৱ কুমাৰ দাস (আৰ. বি. হাইস্কুলৰ শিক্ষক), ভৱেন চন্দ্ৰ কলিতা আৰু আদৰণী সমিতিৰ যুটীয়া সম্পাদক ভাৰত চন্দ্ৰ কলিতাই যথেষ্ট সহায় কৰিছিলোঁ।

মই বিশেষকৈ সাংস্কৃতিক সন্ধিয়াৰ সভাপতি, মুখ্য অতিথি আৰু সাংস্কৃতিক সন্ধিয়াত অংশগ্ৰহণ কৰিবলগীয়া শিল্পীবৃন্দৰ লগত যোগাযোগ, থকা-মেলাৰ ব্যৱস্থা আদিৰ দায়িত্ব বহন কৰিছিলোঁ। ইয়াৰ মাজতে সাংস্কৃতিক সন্ধিয়াৰ দ্বিতীয়দিনা নাট্যকাৰ আনন্দ কুমাৰৰ ৰচিত আৰু

পৰিচালিত 'সতিনীৰ পো' নামৰ এখন নাটকত আমি অংশগ্ৰহণ কৰিছিলোঁ। মোৰ লগতে অভিনয় কৰা অন্যান্য শিল্পীসকলৰ ভিতৰত আছিল— বীণা দাস মান্না, যাদৱ কুমাৰ দাস, ভৱেন চন্দ্ৰ কলিতা, ৰামেশ্বৰ দাস, নাৰায়ণ দাস আদিয়ে প্ৰধান। অভিনয় কৰাৰ বাবদ বীণা দাস মান্নাক ত্ৰিশ টকা মাননি দিয়া হৈছিল। সেই টকা মই নিজে গুৱাহাটীলৈ গৈ তেওঁৰ হাতত দিছিলোঁ।

সাংস্কৃতিক অনুষ্ঠানৰ অন্যতম প্ৰধান আকৰ্ষণ আছিল— মুখ্য অতিথি, সৈনিক শিল্পী বিষ্ণুপ্ৰসাদ ৰাভাদেৱৰ উপস্থিতি আৰু তেওঁৰ তত্ত্বগধুৰ ভাষণ। পলাশবাৰীৰ লগত ৰাভাদেৱৰ এক মধুৰ সম্পৰ্ক আছিল। সেই কথা তেখেতে নিজে, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যদেৱৰ সম্পাদিত ১৩শ বছৰ ১০ম সংখ্যা (মাঘ) ৰামধেনু আলোচনীৰ ৯৫৬ পৃষ্ঠাত লেখিছে— "*পলাশবাৰীৰ পলাশবনৰ মৌ-চোহা সোৱাদ*'ৰ কথা। সাংস্কৃতিক অনুষ্ঠানৰ মুখ্য অতিথিৰ ভাষণত ৰাভাদেৱে বিভিন্ন কথাৰ লগতে পলাশবাৰীৰ কথা এনেদৰে উল্লেখ কৰিছিল— "*পলাশবাৰীৰ পলাশবনৰ পলাশ ফুলৰ মধু পান কৰিবলৈ এই ভ্ৰমৰে আজিৰপৰা পোন্ধৰ বছৰ আগতে এবাৰ ইয়ালৈ লৰি আহিছিল আৰু সেই মধুৰ ৰাগিত মতলীয়া হৈ আজিও পুনৰ এই পলাশবাৰীলৈ বাউলী হৈ লৰি আহিছোঁ।*'

দীননাথ শৰ্মাৰ সম্পাদিত **'আৱাহন'** আলোচনীত (৩১শ বছৰ, কাতি সংখ্যা, ১৮৮২ শক) বিশেষ প্ৰতিনিধিয়ে সাংস্কৃতিক অনুষ্ঠানৰ বিষয়ে লিখা দুশাৰীমান কথাৰ উল্লেখ কৰাৰ লোভ সামৰিব নোৱাৰিলোঁ। যথা—

**শ্ৰীমমত দাস (পাল্লী)**

'প্ৰথম সন্ধিয়াৰ অনুষ্ঠানৰ আটাইতকৈ আকৰ্ষণীয় সূচী আছিল পলাশবাৰীৰ ওচৰৰ পাল্লীগাঁৱৰ শ্ৰীমমত দাস আৰু তেওঁৰ দলৰ চৈতালী নাম। .....

সেই নাচ, সেই অংগি-ভংগি কি মনোমুগ্ধকৰ। কি মধুৰ! তাক দেখোতাইহে অনুভৱ কৰিব পাৰে।'

উল্লেখ্য যে, এই চৈতালী নামে পিচত ড° ভূপেন হাজৰিকাৰ কথাছবি **'প্ৰতিধ্বনি'**ত স্থান পাইছিল।

**শ্ৰীপ্ৰভাত শৰ্মা (বৰপেটা)**

বৰপেটা সত্ৰৰ নৰহৰি বুঢ়া ভকতৰ দলত এজন আশ্চৰ্য শিল্পী আৱিষ্কাৰ কৰিব পাৰি অনুষ্ঠানৰ শেষ সন্ধিয়া আনন্দত গদ্‌গদ্ হৈ পৰিছিলোঁ। ...

... শিল্পীজনৰ বহুমুখী প্ৰতিভাৰ কাৰণে অনুষ্ঠানৰ শেষত তেওঁক লগ নধৰাকৈ থাকিব নোৱাৰিলোঁ। লগ ধৰি তেওঁৰপৰা নামটো জানি ল'লোঁ— নাম শ্ৰীপ্ৰভাত শৰ্মা। বয়স উনৈশ বছৰ। ... শিল্পীজনাৰ উন্নতি কামনা কৰিলোঁ।'

সেইজন প্ৰভাত শৰ্মা আজি এজন সফল শিল্পী হিচাপে সুপৰিচিত।

**সাংস্কৃতিক অনুষ্ঠানৰ কাৰ্যক্ৰমণিকা ঃ**

১৯৬০ চনত হোৱা 'অসম সাহিত্য সভা'ৰ অষ্টবিংশ পলাশবাৰী অধিৱেশনৰ সাংস্কৃতিক অনুষ্ঠানৰ কাৰ্যক্ৰমণিকাখন আমি ছপা কৰিছিলোঁ। তাৰে এটা কপি মই আজিও সযতনে ৰাখিছোঁ। সেইখন যদি সেই অধিৱেশনৰ স্মৃতিৰ পৰশ হিচাপে 'দখিণ কোল'ৰ সুযোগ্য সম্পাদক ডাঙৰীয়াই 'দখিণ কোল'ত স্থান দিয়ে; তেন্তে বৰ কৃতাৰ্থ হ'লোঁহেঁতেন— ইমানেই আশা। ■





# অসম সাহিত্য সভা অষ্টবিংশ অধিৱেশন

## নতুন পলাশবাৰী (মিৰ্জ্জা)

সাংস্কৃতিক অনুষ্ঠানৰ কাৰ্য্য-ক্ৰমণিকা

১৯৬০ চন

সভাপতি শ্ৰীমান গোবিন্দ চক্ৰৱৰ্ত্তী। (ধুবুৰী)

**২৭/১০/৬০ ইং বৃহস্পতিবাৰ। সন্ধিয়া ৬।। বজাৰ পৰা**

১। সূত্ৰধাৰ নৃত্য .. শ্ৰীনৰহৰি বুঢ়া ভকত (বৰপেটা)
২। সভাপতি বৰণ।
৩। সাংস্কৃতিক সম্পাদকৰ আদৰণি ভাষণ।
৪। সভাপতিৰ ভাষণ।
৫। মুখ্য অতিথিৰ ভাষণ।
৬। ওজাপালি... শ্ৰীকালিকা ওজা (ওটমাৰা)।
৭। চৈতালি নাচ .. শ্ৰীমমত দাস আৰু তেওঁৰ দল (পাল্লি)
৮। বহুৱী নাচ .. শ্ৰীউপেন কলিতা আৰু আমৰী কলিতাৰ দল (মদিনাপুৰ, বাজিবগাওঁ)।
৯। আই নাম .. শ্ৰীহৰিনী কলিতা আৰু তেওঁৰ দল (ব্ৰহ্মপুৰ)।
১০। আয়তি নাম .. শ্ৰীৰত্নেশ্বৰী দেৱান আৰু তেওঁৰ দল। (সৰপাৰা)
১১। জিকিৰ... মঃ হৰিষ আলি (শান্তু)।
১২। বাদ্য প্ৰধান... শ্ৰীহৰেশ্বৰ কলিতা (বাজিবগাওঁ)
১৩। বৰগীত .. শ্ৰীভগবান দাস।
১৪। চেতাৰ বাদন .. শ্ৰীসুন্দৰ বৰদলৈ (গুৱাহাটী)।
১৫। আধুনিক গীত .. শ্ৰীকৰ্ণেশ্বৰ দাস।
১৬। আধুনিক গীত .. শ্ৰীকমলা দাস (আভাৰা)।
১৭। ভজন... শ্ৰীদেবেন দাস (আভাৰা)।
১৮। লোক গীত... শ্ৰীৰবী কলিতা।
১৯। বন গীত... শ্ৰীসুৰেশ কাকতি (বাজিবগাওঁ)।
২০। আধুনিক গীত... শ্ৰীকৰুণা দাস (আভাৰা)।
২১। দেহেলীয়া ওজাপালি.. শ্ৰীদীনেশ দাসৰ পৰিচালনাত।
২২। আধুনিক নৃত্য .. শ্ৰীনৰেশ কুমাৰ আৰু লীলা দাস।
২৩। একাংকিকা নাট... (বাঘা জাল) শ্ৰীধানেশ্বৰ কলিতাৰ পৰিচালনাত (আগদিয়া)।

**২৮/১০/৬০ ইং শুক্ৰবাৰ। সন্ধিয়া ৬।। বজাৰ পৰা**

১। সমবেত গীত... শ্ৰীকৰ্ণেশ্বৰ দাসৰ পৰিচালনাত। (সেউজীয়া পথাৰৰ বহল বুকুত)
২। দশাৱতাৰ নৃত্য .. শ্ৰীনৰহৰি বুঢ়াভকত (বৰপেটা)।
৩। টোকাৰী গীত .. শ্ৰীনবীন আচুলী (উঃ গুৱাহাটী)।
৪। বৰগীত... শ্ৰীআনন্দৰাম শৰ্মাৰ পৰিচালনাত (নলবাৰী)।
৫। বন গীত . শ্ৰীকৰুণা দাস (আভাৰা)।
৬। নৃত্য নাটিকা .. পলাশবাৰী ছোৱালী হাইস্কুল। পৰিচালনা — শ্ৰীযমুনা বৰা।
৭। আধুনিক গীত .. শ্ৰীসুৰেশ কাকতি (বাজিব গাওঁ)।
৮। বন গীত... শ্ৰীকেশৱ তালুকদাৰ (উঃ গুৱাহাটী)
৯। ভোৰতাল নৃত্য... শ্ৰীনৰহৰি বুঢ়াভকত (বৰপেটা)।
১০। ভজন.. শ্ৰীদেবেন দাস (আভাৰা)।
১১। দেৱদাসী নৃত্য... শ্ৰীমুনীন্দ্ৰ শৰ্মাৰ পৰিচালনাত (পাঠশালা)
১২। সুগম সংগীত .. শ্ৰীআনন্দ শৰ্মাৰ পৰিচালনাত (নলবাৰী)
১৩। আধুনিক গীত... শ্ৰীকৰ্ণেশ্বৰ দাস।
১৪। বেহেলা বাদন ... শ্ৰীগংগা মিশ্ৰ (বৰপেটা)।
১৫। লোক গীত .. শ্ৰীদীলিপ শৰ্মা (গুৱাহাটী)।
১৬। দ্বৈত সংগীত... শ্ৰীদীলিপ শৰ্মা আৰু সুৰভিনা শৰ্মা (গুৱাহাটী)।
১৭। দেহবিচাৰ .. শ্ৰীআদ্যা শৰ্মাৰ দল (নলবাৰী)।
১৮। মাছমৰীয়া নৃত্য—শ্ৰীমুলধন দাস আৰু তেওঁৰ দল [গুৱাহাটী]
১৯। আধুনীক গীত .. শ্ৰীধীৰেন দত্ত (গুৱাহাটী)।
২০। [illegible] নৃত্য .. শ্ৰীমুনীন্দ্ৰ শৰ্মাৰ দল (পাঠশালা)
২১। নাটিকা (সতিনীৰ পো) ৰচনা আৰু পৰিচালনাত—শ্ৰীআনন্দ কুমাৰ, ৺নিজু সোঁৱৰণী শিল্পী সংঘৰ প্ৰথম নিবেদন।

**২৯/১০/৬০ ইং শনিবাৰ। সন্ধিয়া ৬।। বজাৰ পৰা**

১। সমবেত গীত .. শ্ৰীসুৰেশ কাকতিৰ পৰিচালনাত। (সুন্দৰ সনাতন)
২। দশাৱতাৰ নৃত্য . শ্ৰীআদ্যা শৰ্মাৰ দল (নলবাৰী)।
৩। দেৱদাসী নৃত্য .. শ্ৰীমুনীন্দ্ৰ শৰ্মাৰ দল (পাঠশালা)।
৪। লোক গীত শ্ৰীঅপূৰ্ব্ব কুমাৰ দাস (গুৱাহাটী)।
৫। কৃষক নৃত্য .. শ্ৰীকৰুণা দাস [ডিমং]।
৬। আদিম বাসী নৃত্য . শ্ৰীঅক্ষয় কুমাৰ বাঞ্চাৰ দল। [ভুতুনীৰাপাৰা]
৭। দেহেলীয়া গীত . শ্ৰীধীৰেশ্বৰ শৰ্মা আৰু তেওঁৰ সঙ্গী [বাজিব গাওঁ]।
৮। ভজন .. শ্ৰীযমুনা বৰা [আগদিয়া]।
৯। সমবেত গীত... শ্ৰীঅপূৰ্ব্ব দাসৰ পৰিচালনাত [গুৱাহাটী]
১০। পুতলা নৃত্য... শ্ৰীধৰ্মেন কলিতাৰ দল [গুৱাগুড়ি]
১১। আধুনিক গীত . শ্ৰীকৰ্ণেশ্বৰ দাস।
১২। বন নৃত্য .. শ্ৰীঅক্ষয় কুমাৰ বাঞ্চাৰ দল [ভুতুনীৰাপাৰা]
১৩। কালীয়দমন নৃত্য...শ্ৰীমুনীন্দ্ৰ শৰ্মাৰ দল [পাঠশালা]।
১৪। বৰগীত... শ্ৰীনৰহৰি বুঢ়া ভকতৰ দল (বৰপেটা)
১৫। জল তৰঙ্গ .. শ্ৰীগংগা মিশ্ৰ [বৰপেটা]।
১৬। আধুনিক গীত ..শ্ৰীধীৰেন দত্ত [গুৱাহাটী]।
১৭। তাণ্ডৱ নৃত্য...শ্ৰীমুনীন্দ্ৰ শৰ্মাৰ দল [পাঠশালা]।
১৮। নৃত্য নাটিকা... (বিৰহিণী) পলাশবাৰী বকুৱা ছোৱালী হাইস্কুল [গুৱাহাটী।

শ্ৰীযোগেশ চন্দ্ৰ ডেকা

সম্পাদক, সাংস্কৃতিক বিভাগ, আদৰণি সমিতি

পলাশবাৰী (মিৰ্জ্জা) ২৭।১০।৬০ ইং

জনতা প্ৰেছ, পলাশবাৰী

(ঐতিহাসিক এই দলিলখন প্ৰকাশ কৰা হ'ল— সম্পাদক)



# পলাশবাৰী সাহিত্য সভাৰ গৌৰৱ-গাঁথা
# অসম সাহিত্য সভাৰ অষ্টবিংশ অধিৱেশনৰ ৰেঙণি

## (এজন প্ৰত্যক্ষ কৰ্মীৰ কলমেৰে)

**ড° ভাৰত কলিতা**

(অসম সাহিত্য সভাৰ অষ্টবিংশ পলাশবাৰী অধিবেশনৰ স্মৃতি সংকলন সমিতিৰ সম্পাদক)

১৯৬০ চনত পলাশবাৰীত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ অষ্টবিংশ অধিৱেশনখন অসম সাহিত্য সভাৰ ইতিহাসত কেবাটাও দিশৰপৰা বিশেষভাৱে স্মৰণীয় আৰু পলাশবাৰী তথা দক্ষিণ কামৰূপৰ ৰাইজৰ কাৰণে এটা নতুন গতিৰ পদক্ষেপ। ১৯৬০ চনৰ দক্ষিণ কামৰূপৰ পৰিস্থিতি পৰ্যালোচনা কৰি চালে দেখা যায় এই বৃহৎ অঞ্চলটোত মাথোন কেইখনমান হাইস্কুল, শিক্ষিত মানুহৰ সংখ্যা শতকৰা ৩০ ভাগৰো কম। কোনো কলেজ নাই। স্থায়ী কিতাপ বেচোঁতা বুলিলে কেৱল পলাশবাৰীত মমতৰ কিতাপ দোকান। পৰীক্ষাৰ ৰিজাল্ট ওলোৱাৰ লগে লগে পলাশবাৰী, ছয়গাঁও, বকো, ৰাণী, লোহাৰঘাট, বৰদুৱাৰৰ সাপ্তাহিক বজাৰত স্কুলৰ বাবে অস্থায়ী কিতাপৰ দোকান। সেই সময়ত স্কুলৰ ছাত্ৰ হৈয়ো আমি নিজেও কেবাজন দুখীয়া বন্ধুৰ লগত এইবোৰ বজাৰলৈ গৈ কিতাপ বিক্ৰী কৰি ফুৰিছিলোঁ। গুৱাহাটীৰ লয়াৰ্ছ বুক ষ্টলৰ মালিক বিচিত্ৰ নাৰায়ণ দত্তবৰুৱা আমাৰ চিনাকী। পলাশবাৰীত অধিবেশন হ'ব বুলি শুনি তেওঁ এদিন মোক ক'লে— 'হেৰা পলাশবৰীয়া ডেকা ল'ৰা, তোমালোকে ডাঙৰ কাম হাতত লৈছা। পাৰিবা জানো চম্ভালিব? তোমাৰ নামো কমিটিৰ যুটীয়া সম্পাদক আৰু আলোচনীৰ সম্পাদকৰ দায়িত্বত থকা বুলি কাগজত পাইছোঁ। সেইজন ভাৰত তুমি নে অন্য কোনোবা? আজিলৈ উন্নত চহৰত বাহিৰে আন ঠাইত এই অধিৱেশন হোৱা নাই। তোমালোকৰ পলাশবাৰীত নদী খহনীয়া হৈ ঠাইখনকে শেষ কৰিছে। আপোনাৰ কি ধাৰণা? অৱলাও (মানে অৱলাকান্ত গোস্বামী, বিচিত্ৰ নাৰায়ণ দত্তবৰুৱাৰ বোধহয় সহপাঠী) বৰ সহজ হ'ব পৰা নাই। তেওঁক তোমালোকে আদৰণী সমিতিৰ সভাপতি পাতিছা। তেওঁ কৈছে, তোমাৰ দৰে কুৰিজনমান পৰিশ্ৰমী ডেকা ল'ৰাই দিনে-ৰাতি পৰিশ্ৰম কৰিলে সভাখন অনুষ্ঠুপীয়াভাৱে হ'ব।' মই একো নক'লোঁ। মনতে ভাবিলোঁ যে, এই অধিবেশনৰ লগত আমাৰ দক্ষিণ কামৰূপৰ মান-সন্মান জড়িত হৈ আছে।

১৯৬০ চনৰ আগতে দক্ষিণ কামৰূপ তথা বৃহৎ পলাশবাৰী অঞ্চলৰ সাহিত্যিকৰ সংখ্যা, মানে যিসকলৰ কিতাপ প্ৰকাশ পাইছিল, সীমিত আছিল। তাৰে ভিতৰত বেছিসংখ্যকৰে সাহিত্যচৰ্চাৰ মূল ভেটি আছিল পলাশবাৰী চহৰ আৰু ইয়াৰ দাঁতিকাষৰীয়া অঞ্চল। নাম মনত পৰা হিচাপে স্বৰ্গীয় ভাৰত দাস, স্বৰ্গীয় হলিৰাম হাজৰিকা, স্বৰ্গীয় শান্তিৰাম দাস, স্বৰ্গীয় নৰেশ্বৰ শৰ্মা, স্বৰ্গীয় কামাখ্যা চৰণ ভট্টাচাৰ্য, স্বৰ্গীয় বেলিৰাম দাস, স্বৰ্গীয় ছগনলাল জৈন, স্বৰ্গীয় মেদিনীকান্ত ঠাকুৰীয়া, স্বৰ্গীয় মহেন্দ্ৰ দাস, স্বৰ্গীয় কৃষ্ণ ভৰালী, শ্ৰীখৰ্গধৰ কলিতা, স্বৰ্গীয় কামিনী দাস ভুএগ্ৰা, স্বৰ্গীয় প্ৰফুল্ল দাস, স্বৰ্গীয় কামেশ্বৰ দাস, শ্ৰীআনন্দ কুমাৰ, স্বৰ্গীয় সুৰুযমল কাছলিৱাল, স্বৰ্গীয় সৰ্বেশ্বৰ মজুমদাৰ। প্ৰখ্যাত পলাশবাৰী আৰ. বি. হাইস্কুলত ১৯২৮ চনৰপৰা হাতেলিখা হিচাপে ছাত্ৰ আলোচনী 'উষা' প্ৰকাশ পাই আহিছে। ১৯৫৩ চনত ছাত্ৰ একতা সভাৰ সম্পাদক ভাৰত কলিতাৰ আশাশুধীয়া প্ৰচেষ্টাত আৰু স্বৰ্গীয় হৰকান্ত দাস আৰু শ্ৰীঅমৃত কলিতাৰ যুটীয়া সম্পাদনাত 'উষা'খন মুদ্ৰিত হয়। মাত্ৰ কেইমানমান আগতে আৰম্ভ কৰা পলাশবাৰীৰ জনতা প্ৰেছৰ স্বত্বাধিকাৰী উমেশ পালৰ অনুগ্ৰহ এই ক্ষেত্ৰত বিশেষভাৱে উল্লেখনীয়। 'উষা'খনেই দক্ষিণ কামৰূপত প্ৰকাশ পোৱা প্ৰথম ছাত্ৰ আলোচনী। পলাশবাৰী সাহিত্য সভাই এবাৰ এইখন পুনৰ মুদ্ৰণ কৰি প্ৰচাৰ কৰিলে এই অঞ্চলৰ সাহিত্য সেৱাৰ কিছু ইতিহাস পোৱা যায়। ১৯৫১ চনত কটন কলেজত পঢ়া কেইজনমান ছাত্ৰই দক্ষিণ কামৰূপ ছাত্ৰ সন্থা গঠন কৰি 'আগলি' নামৰ আলোচনী এখন ছপাই আমাৰ স্কুললৈ আহি সাংগঠনিক সভা পাতিছিল। মনত পৰা হিচাপে আমৰাংগা বৰিহাটৰ স্বৰ্গীয় গজেন্দ্ৰ ঠাকুৰীয়া, শ্ৰীলক্ষ্মী দাস, স্বৰ্গীয় ৰাজেন দাস আৰু গদেবড়ীৰ স্বৰ্গীয় ঘনকান্ত শৰ্মা এই দলত আছিল। এওঁলোকে দি যোৱা মন্ত্ৰত অনুপ্ৰাণিত হৈ ১৯৬৮ চনত দক্ষিণ কামৰূপ কলেজৰ ছাত্ৰসকলক লৈ আমি দক্ষিণ কামৰূপ ছাত্ৰ সন্থা গঠন কৰিছিলোঁ। তাতো কুৰি পৃষ্ঠামানৰ সৰু আলোচনী এখন প্ৰকাশ কৰা হৈছিল। দুৰ্ভাগ্যৱশতঃ তাৰ কপি এটা বিচাৰি উলিয়াব পৰা নগ'ল।

১৯৫৮ চনৰ ১০ ছেপ্তেম্বৰত জন্ম হোৱা পলাশবাৰী সাহিত্য সভাই ১১/১/৫৯ তাৰিখে অসম সাহিত্য সভাৰপৰা স্বীকৃতি পায়। অসমীয়া ভাষা জগতৰ এটা সন্ধিক্ষণত তেজপুৰকে ধৰি যেতিয়া আন কোনো চহৰে এই অধিবেশন পাতিবলৈ অক্ষমতা প্ৰকাশ কৰিলে, তেতিয়া পলাশবাৰী সাহিত্য সভাই এই দায়িত্ব ল'বলৈ আগবাঢ়িল। মাত্ৰ চাৰিমাহ সময়ৰ ভিতৰত নদী খহনীয়াত জৰ্জৰিত হৈ থকা পলাশবাৰীত অসম সাহিত্য সভাৰ অষ্টবিংশ অধিবেশন (১৯৬০ চন) খন অনুষ্ঠিত কৰিবলৈ পলাশবাৰী সাহিত্য সভাৰ তেতিয়াৰ সম্পাদক শ্ৰীঅমৰেন্দ্ৰ বৰুৱাক কৃতজ্ঞতাৰে সুঁৱৰিব পাৰোঁ। লগতে সুঁৱৰিছোঁ স্বৰ্গীয় সূৰ্য্য মজুমদাৰক, যিজনাই পলাশবাবী সাহিত্য সভাৰ হৈ এই সম্পৰ্কে যোৰহাটৰ কেন্দ্ৰীয় কমিটিৰ লগত যোগাযোগ কৰিছিল।

**সভাৰ প্ৰস্তাৱনা ঃ** দক্ষিণ কামৰূপৰ সকলো প্ৰমুখ ব্যক্তিক নিমন্ত্ৰণ কৰি এই সম্পৰ্কে বিশদ আলোচনা কৰিবলৈ আৰু আদৰণী সমিতি গঠন কৰিবলৈ আৰ. বি. স্কুলৰ হিন্দু হোষ্টেলত (নদী খহনীয়াৰ বাবে হাইস্কুলৰ শ্ৰেণী তাত বহিছিল) এখন সভা আহ্বান কৰা হ'ল। আমি তেতিয়া গুৱাহাটীৰ মেচত থাকি চাকৰি কৰোঁ আৰু ৰাতি পঢ়োঁ। তিনিদিন আগতে অমৰে গৈ সকলোকেইটা প্ৰস্তুতিৰ যোজনা আমাক শুনালে আৰু ক'লে যে, এই আগন্তুক সভাখনত পলাশবাৰী সাহিত্য সভাৰ ফালৰপৰা আমি আগভাগ ল'ব লাগিব আৰু মুখ্য বক্তা হ'ব লাগিব। বাকী ডেকা সদস্যসকলে প্ৰয়োজন অনুসাৰে হাত তালি বজাই সমৰ্থন দিব। যথাসময়ত স্বৰ্গীয় অৱলাকান্ত গোস্বামীৰ সভাপতিত্বত সভাৰ কাম আৰম্ভ হ'ল। পলাশবাৰী, উপৰহালী, ৰামপুৰ, আমৰাংগা, বৰিহাট, তিনিআলি আদি বিভিন্ন ঠাইৰপৰা নিমন্ত্ৰিত ব্যক্তিসকল উপস্থিত হৈছিল। সভা আৰম্ভ হোৱাৰ পিচতে পলাশবাৰীৰ স্বৰ্গীয় ভোগেশ্বৰ দাস আৰু তিনিআলিৰ স্বৰ্গীয় হৰিশ্চন্দ্ৰ দাসে কিমান খৰচ হ'ব জানিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। বাজেট কৰা অনুসাৰে ২৫/৩০ হাজাৰমান টকা লাগিব বুলি কোৱাত কেইজনমানে জাঁপ মাৰি উঠিল আৰু এটা অসম্ভৱ কাম বুলি সভাঘৰ এৰিবলৈ থিয় দিলে। স্বৰ্গীয় প্ৰাণেশ্বৰ দাস আৰু স্বৰ্গীয় সত্যৰাম কুমাৰে ২৫/৩০ হাজাৰ টকা সংগ্ৰহ কৰাটো একো ডাঙৰ কাম নহয় বুলি মানুহক জনালে। স্বৰ্গীয় সত্য কুমাৰে তেতিয়া এটা কথা কৈছিল যে, আমাক দিয়া এই সুযোগ গ্ৰহণ নকৰিলে ভৱিষ্যতে যে ইয়াত এনে সভা অনুষ্ঠিত হ'ব আশা কম। আজি সুঁৱৰিছোঁ সত্য কুমাৰৰ অনুমান সঁচা আছিল, ন'হ'লেনো আজি ৪৫ বছৰৰ পিচতো পলাশবাৰীত আৰু এখন সাহিত্য সভাৰ অধিবেশন অনুষ্ঠিত নহয়নে? আলোচনাৰ পিচত আমি যেতিয়া প্ৰস্তাৱ আকাৰে দাঙি ধৰিলোঁ, অষ্টবিংশ অধিবেশন পলাশবাৰীত অনুষ্ঠিত কৰিবলৈ সৰ্বসন্মতিক্ৰমে গৃহীত হ'ল। পিচৰপৰা জোৰদাৰ হাত তালি পৰিল। ইয়াৰ পিচত কাম আগবঢ়াই নিবলৈ এখন তদৰ্থ কাৰ্যকৰী সমিতি গঠন কৰা হ'ল। স্বৰ্গীয় অৱলাকান্ত গোস্বামী সভাপতি, স্বৰ্গীয় ভৱানীকান্ত চৌধুৰী সম্পাদক, পলাশবাৰী সাহিত্য সভাৰ সম্পাদক স্বৰ্গীয় সূৰ্য্য কুমাৰ মজুমদাৰ, যুটীয়া সম্পাদক শ্ৰীভাৰত কলিতা আৰু স্মৃতিগ্ৰন্থৰ মূল সম্পাদক। ইয়াৰ ২০ দিন পিচত আন এখন সভা পাতি স্থায়ী আদৰণী সমিতি গঠন কৰা হ'ল।

মূল অধিবেশনৰ সভাপতি স্বৰ্গীয় ত্ৰৈলোক্য গোস্বামীয়ে অৱলাকান্ত গোস্বামীৰ লগত মাজে মাজে যোগাযোগ কৰি প্ৰস্তুতি সম্পৰ্কে খবৰ কৰিছিল; কিন্তু সম্পূৰ্ণ আন্তৰিকতা আৰু উৎসাহেৰে এই আগন্তুক সভাখনৰ প্ৰস্তুতি সম্পৰ্কে খবৰ কৰিছিল স্বৰ্গীয় অতুল চন্দ্ৰ হাজৰিকা, স্বৰ্গীয় বেণুধৰ শৰ্মা, স্বৰ্গীয় মহেশ্বৰ নেওগ, স্বৰ্গীয় হৰিপ্ৰসাদ নেওগ আৰু স্বৰ্গীয় প্ৰফুল্ল দত্ত গোস্বামীদেৱে। তেতিয়া টেলিফোন আদিৰ ব্যৱস্থা নাছিল, গতিকে যোগাযোগ সহজ নাছিল। বোধহয় স্বৰ্গীয় বেণুধৰ শৰ্মাৰ পৰামৰ্শমতে স্বৰ্গীয় অৱলাকান্ত ছাৰে গুৱাহাটীৰ ৰিজাৰ্ভ বেংকৰ ট্ৰেজাৰক চিঠি এখন দি মোক বেংক







চাকৰিৰপৰা এমাহৰ ছুটী লোৱাৰ ব্যৱস্থা কৰিছিল। ছুটী মঞ্জুৰ হোৱাৰ দিনা স্বৰ্গীয় উমাকান্ত শৰ্মাই নতুন এটকীয়া নোটৰ এশ টকাৰ পেকেট এটা দি কৈছিল— তুমি এমাহ পলাশবাৰীতে থাকা আৰু প্ৰস্তুতিৰ কাম আগবঢ়োৱা; স্বৰ্গীয় বেণুধৰ শৰ্মাৰ লগত পাৰিলে দুদিনৰ মূৰে মূৰে লগালগি হ'বা। স্বৰ্গীয় উমাকান্ত শৰ্মা মাজকুছিৰ মানুহ, ৰিজাৰ্ভ বেংকত এশৰো অধিক আমাৰ ফালৰ ল'ৰাক চাকৰি পোৱাত সহায় কৰিছিল। এইজন গুণী-জ্ঞানী আৰু পৰোপকাৰী মানুহক আমি স্মৰণ কৰিবলৈ পাহৰিছোঁ।

স্বৰ্গীয় শশধৰ দাস (পাণ্ডু সদিলাপুৰ) বিত্ত বিভাগৰ আহ্বায়ক, লগত আছিল স্বৰ্গীয় গোন্ধোৰাম কলিতা, স্বৰ্গীয় দেবেন চৌধুৰী, স্বৰ্গীয় ধৰ্মেশ্বৰ দাস, স্বৰ্গীয় ৰাধিকাৰাম দাস, চুলেইনমান আলী। মালিগাঁও ৰে'ল অফিচত, ডি. চি. অফিচত আৰু অন্যান্য কাৰ্যালয়ত ধন সংগ্ৰহৰ বাবে বহী বিতৰণৰ দায়িত্ব দিছিল আমাক। সকলোকেইটা কাৰ্যালয়তে অসমীয়া মানুহখিনিৰ সঁহাৰিত অভিভূত হৈছিলোঁ। পোষ্টেল বিভাগৰ কৰ্মচাৰী সন্থাৰ সম্পাদক স্বৰ্গীয় ফটিক কলিতাই কিন্তু অসম সাহিত্য সভাৰ সম্পূৰ্ণ বিপৰীতে বক্তব্য দিছিল। পিচত তেৰোঁ অৱশ্যে টকা সংগ্ৰহ কৰি দিছিল। স্বৰ্গীয় অতুল চন্দ্ৰ হাজৰিকা আৰু স্বৰ্গীয় বেণুধৰ শৰ্মাই এটা উপদেশ দিছিল— বৌ-বৰালি ধৰাৰ লগে লগে পুঠি-খলিহনাও ধৰিবা। গাঁৱলৈ ধন সংগ্ৰহৰ বাবে মানুহ পঠিয়াই সিকিটো আৰু আধলিটোও সংগ্ৰহ কৰা। ইয়াৰপৰা প্ৰচাৰ ভাল হ'ব। কথাটো সঁচা, গাঁৱৰ মানুহে হেনো সুধিছিল— কিনো সাহিত্য সভা? সানপাৰাৰ সভা, পাৰাকুছিৰ দেউলৰ সভাৰ কথা জানো; কিন্তু সাহিত্য সভানো কি বস্তু? মূল অধিবেশনৰ দিনা সভা আৰম্ভ হোৱাৰ আগতে হাজাৰ হাজাৰ মানুহ আহি সভাস্থলীত ঠাহ খাইছিলহি। অতি গৌৰৱৰ কথা যে, পোন প্ৰথমবাৰৰ বাবে গাঁৱলীয়া পৰিৱেশত অনুষ্ঠিত হোৱা পলাশবাৰী অধিবেশনৰ প্ৰস্তুতি, জনসমাৱেশ, নিয়মানুৱৰ্তিতা, আহাৰ-আপ্যায়ন আদি অত্যন্ত উচ্চ পৰ্যায়ৰ আছিল। যিজনা স্বৰ্গীয় অম্বিকাগিৰী ৰায়চৌধুৰীয়ে স্মৃতিগ্ৰন্থৰ কাৰণে প্ৰবন্ধ বিচাৰি যাওঁতে পলাশবাৰী অঞ্চলক হীনমন্য কৰিছিল, সেইজনা পুৰুষ সাহিত্য সভাত উপস্থিত থাকি আহাৰ গ্ৰহণ কৰি আমাক কৈছিল— 'হেৰা বাপা পলাশবাৰীত যে তোমালোকে ইমান কৰিব পাৰিবা মই ভাবিবই পৰা নাছিলোঁ। এনেকি পেটৰ বেমাৰীৰ কাৰণে তোমালোকে মানমুনিৰ পাতৰ জোল বনাইছা। হেৰা, তোমালোকৰ ভৱিষ্যৎ ভাল। প্ৰবন্ধ নিদিয়া কাৰণে এতিয়া মইহে বেয়া পাইছোঁ'। উল্লেখযোগ্য যে, এই অধিবেশনৰ খাদ্য বিভাগৰ দায়িত্বত আছিল বংশী তালুকদাৰ আৰু দুৰ্গাকান্ত গোস্বামী। ৰায়চৌধুৰীয়ে সভাৰ কাৰণে আমাৰ হাতত পঞ্চাশ টকাৰ বৰঙণি দিলে।

**স্মৃতিগ্ৰন্থ ঃ** আদৰণী সমিতিৰ সভাত সকলোৱে একমত যে, এই অধিবেশনখন চিৰস্মৰণীয় কৰিব লাগিলে আঞ্চলিক আৰু প্ৰাদেশিক শিতানৰ ভেটিত ভাল প্ৰবন্ধ-পাতি যুগুতাই এখন স্মৃতিগ্ৰন্থ উলিয়াব লাগিব। এই গ্ৰন্থখনৰ আকাৰ কিতাপৰ দৰে হ'ব, যাতে পুথিভঁৰালৰ আলমাৰিত ইয়াক কিতাপৰ থাকত থ'ব পৰা যায়। স্মৃতি সংকলন সমিতি গঠন হ'ল; কিন্তু স্বৰ্গীয় মেদিনী ঠাকুৰীয়া আৰু স্বৰ্গীয় প্ৰাণেশ্বৰ দাসে স্মৃতিগ্ৰন্থৰ মুখ্য দায়িত্ব আমাক দিয়াৰ প্ৰস্তাৱ দিলে আৰু পিচৰপৰা হাত চাপৰি পৰিল। ভাল লিখকৰপৰা প্ৰবন্ধ সংগ্ৰহ কৰাটো বৰ টান কাম। প্ৰতিজন লিখকৰ ঘৰত বাৰে বাৰে গৈ আমনি কৰিবলগীয়া হয়। তথাপিও ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰপৰা প্ৰবন্ধ নাপালোঁ। অম্বিকাগিৰী ৰায়চৌধুৰীয়ে অমৰেন্দ্ৰ আৰু মোক কন্দুৱাই পঠিয়াইছিল— কাঠ বেপাৰী আৰু ধান বেপাৰীয়ে কি সাহিত্য কৰিবহে! মাৰোৱাৰীৰদ্বাৰা আৰ্থিকভাৱে পৰিচালিত মানুহখিনিয়ে সাহিত্যৰ কি মূল্য জানে? সব পয়মাল হ'ব। মোৰ ইয়ালৈ আৰু এই সম্পৰ্কে আহিব নালাগে। প্ৰবন্ধ-পাতি সংগ্ৰহ কৰি মাত্ৰ কুৰিদিন হাতত আছে। কেবাটাও প্ৰেছত গ'লো— ইমান সোনকালে ছপাব নোৱাৰে বুলি ক'লে। ভৰলুমুখৰ গুৱাহাটী প্ৰেছে ছপোৱাৰ দায়িত্ব ল'লে। এটা প্ৰতিশ্ৰুতিত, যে গধূলি ৬-৭ বজাত প্ৰুফ চাই দিব লাগিব। গুৱাহাটী প্ৰেছে ছপাই দিলে। শিল্পী পদুম গোহাঁইৰপৰা বেটুপাতৰ ছবিখন পোৱা হ'ল; কিন্তু সময়ৰ অভাৱত ভালেকেইটা প্ৰবন্ধ প্ৰকাশ কৰিব পৰা নগ'ল। তাৰে ভিতৰত মোৰ নিজৰ প্ৰবন্ধও থাকি গ'ল। সমগ্ৰ দক্ষিণ কামৰূপ সামৰি এই স্মৃতিগ্ৰন্থৰ নামকৰণ কৰিব লাগে বুলি ড° প্ৰফুল্ল দত্ত গোস্বামীয়ে আমাক পৰামৰ্শ দিলে। দখিণ কোল আৰু দখিণ কূল— মুছলমান লিখকৰ লিখনিত পোৱা যায়। মই বাছি উলিয়ালোঁ। ছাৰে দখিণ কোলেই ভাল হ'ব বুলি ক'লে। পিচত মহেশ্বৰ নেওগেও তাকেই সমৰ্থন কৰিলে।





**যাতায়াত ব্যৱস্থা আৰু পলাশবাৰীৰ টেক্সিচালক ঃ** সভালৈ অহা প্ৰতিনিধি আৰু অন্যান্য যাত্ৰীক অনা-নিয়াৰ বাবে অসম চৰকাৰৰ চৰকাৰী বাছৰ ব্যৱস্থা কৰা হৈছিল। গুৱাহাটী তথা গোৱালপাৰাৰপৰা প্ৰতিনিধি আনি মিৰ্জাৰ সভাস্থলীত নমাই দিব আৰু যোৱাৰ ব্যৱস্থাও তেনেকৈয়ে হ'ব। পলাশবাৰীত তেতিয়া টেক্সিৰ সংখ্যা কম। এদিন সন্ধিয়া টেক্সিচালক স্বৰ্গীয় ৰজত দাস, স্বৰ্গীয় ৰমেশ দাস আৰু স্বৰ্গীয় মানিক দাসে আমাক লগ ধৰি ক'লে যে, সাহিত্য সভাৰ সেৱাৰ কাৰণে তেওঁলোকৰ গাড়ী ২৪ ঘণ্টাই মজুত থাকিব। ভাড়াৰ হাৰ ৰাতি চলালেও বেছিকৈ দিব নালাগে। তেওঁলোকৰ এই উদাৰ আৰু সু-আগ্ৰহী ব্যৱহাৰে আমাৰ সকলোকে কৃতজ্ঞ কৰিছিল। সভা সমাপ্ত হোৱাৰ কেইদিনমান পিচত যেতিয়া খবৰ কাগজৰ সম্পাদকলৈ চিঠিত অন্যান্যৰ লগতে পলাশবাৰীৰ টেক্সিচালকৰ সততা আৰু সদ্ব্যৱহাৰক প্ৰশংসা কৰি লিখিছিল, আমি আটায়ে গৌৰৱবোধ কৰিছিলোঁ।

সভাপতিৰ ভাষণৰ পিচত আলোচনা চক্ৰৰ আয়োজন কৰা হৈছিল। তাত ৰামপুৰৰ অধ্যাপক স্বৰ্গীয় পূৰ্ণ চন্দ্ৰ মজুমদাৰে কোনো কাগজতে নিলিখাকৈয়ে গোটেই সভাখনৰ এটা আকৰ্ষণীয় বিৱৰণ কাব্যিক স্বৰেৰে আবৃত্তি কৰিছিল। মজুমদাৰক আটায়ে ভূয়সী প্ৰশংসা কৰিছিল। মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহা আহিব নোৱাৰাত বাগ্মীবৰ নীলমণি ফুকনে এটা অতি সাৰুৱা ভাষণেৰে প্ৰদৰ্শনী মুকলি কৰিছিল।

সাংস্কৃতিক সন্ধিয়া উদ্বোধনীৰ কাৰণে তেজপুৰৰ ঘৰলৈ সাংস্কৃতিক বিভাগৰ আহ্বায়ক স্বৰ্গীয় যোগেশ ভৰালী গৈ স্বৰ্গীয় বিষ্ণুপ্ৰসাদ ৰাভাক নিমন্ত্ৰণ কৰিছিল। যাতায়াতৰ বাবে গাড়ীৰ ভাড়াও দি আহিছিল; কিন্তু সময়ত তেওঁ আহি নাপালে। সাংস্কৃতিক সন্ধিয়া সময়তকৈ এঘণ্টা পিচত আৰম্ভ কৰা হ'ল। ৰাতি ১০ বজাত আহি স্বৰ্গীয় যাদৱ দাসে আমাক জনালে যে, বিষ্ণু ৰাভা আহি একেবাৰে পিচৰ বেঞ্চ এখনত বহি আছে। আমি গৈ তেওঁক আগৰ ফালে নিমন্ত্ৰণ কৰিলোঁ। তেওঁলৈ অপেক্ষা নকৰি সাংস্কৃতিক সন্ধিয়া আৰম্ভ কৰা কাৰণে তেওঁ আনন্দ প্ৰকাশ কৰিলে।

**বিদায় বেলা ঃ** পিচদিনা ৰাতিপুৱাৰ চাহ-জলপানৰ পিচত প্ৰতিনিধিসকলক বিদায় দিয়া হ'ল। গুৱাহাটীৰপৰা আহিবলগা বাছ এতিয়াও আহি পোৱা নাই। টালি-টোপোলা লৈ প্ৰতিনিধি যাত্ৰীসকল এছ. ডি. চি. অফিচলৈ ওলাই আহিছে। বিদায় দিবলৈ আমি আৰু স্বৰ্গীয় দ্বিজেন কলিতাক বাহিৰে পলাশবাৰী সাহিত্য সভাৰ কোনো উপস্থিত নাছিল। প্ৰতিনিধি, প্ৰখ্যাত কবি স্বৰ্গীয় বিনন্দ চন্দ্ৰ বৰুৱাই আমাৰ মুখলৈ চালে— গাড়ী আহিব, তুমি চিন্তা কৰিব নালাগে। তেওঁ এছ. ডি. চি অফিচৰ গেটৰ ওখখিনিত থিয় হৈ খুহুতীয়া কথাৰে, বিষয় বাছনি সভাত প্ৰতিনিধিৰ প্ৰতিক্ৰিয়া, স্বৰচিত কবিতাৰ অসাবৃত্তি কৰি এনে ধৰণৰ ৰসাল মৌখিক সাহিত্যৰ পৰিৱেশ সৃষ্টি কৰিলে যে, গাড়ী আহি ৰৈ থকা কথাটোও যাত্ৰীসকলে গম নাপালে। তেওঁৰ শেষ কথাখিনি আমাৰ মনত সোমাই থাকিব—

সন্মুখত আমাৰ কাৰণে চৰকাৰী বাহন/পেটত আমাৰ ভোকৰ আহাৰ/কান্ধত আমাৰ বিছনাৰ বোজা বিদায় পলাশবাৰী সভা/ধন্যবাদ সকলোবোৰ ভাৰত বোপাৰ।

আমিও আজি তেসত্তৰ বছৰত সোমাইছোঁহি। এইখন অধিবেশনৰ লগত বিশেষ দায়িত্ব পালন কৰাকেইজনৰ ভিতৰত আমি আৰু অমৰেন্দ্ৰ বৰুৱা জীয়াই আছোঁ। পলাশবাৰী সাহিত্য সভাৰ মূল সদস্য সুবোধ গোস্বামী আৰু সুৰেণ শৰ্মাও জীয়াই আছে, আৰু জীয়াই আছে সাহিত্য সভাৰ সকলোবোৰ পৰ্যায় আমাৰ মনত। মৰাৰ আগতে মিৰ্জাত আন এখন অধিবেশন চাই যাবৰ ইচ্ছা এটা থাকিয়েই যাব নেকি?

এই অধিবেশনৰপৰা আমাৰ অঞ্চলত ভালেমান সাহিত্যসেৱী, লেখক-লেখিকা হিচাপে প্ৰস্ফুটিত হ'ল। সাংবাদিকতাৰ প্ৰতি আকৰ্ষিত হৈ ভালেমান সাংবাদিকৰ জন্ম হ'ল। অধিবেশনৰ থলীখন মিৰ্জাৰ আৰ. বি. হাইস্কুলখনত হোৱা বাবে মিৰ্জা নামটোৰ বহুল প্ৰচাৰ হ'ল। অধিবেশনত ৰাহি হোৱা তিনি হাজাৰ টকাৰে মিৰ্জাত কলেজ এখন পাতিবলৈ আমি ডেকাসকলে বয়োজ্যেষ্ঠসকলক আগত ৰাখি কামত আগবাঢ়িলোঁ।

কুকুৰীয়াৰ সৰবৰহী আইতা প্ৰয়াত হৰিমতী কলিতাই পলাশবাৰী অধিবেশনথলীত মানুহৰ সমাগম দেখি মন্তব্য কৰা কথাকেইযাৰি আজিও যেন কৰ্ণকুহৰত অনুৰণিত হয়— "বাপা, এই জাগাই হাজাৰ-বিজাৰ মানুহৰ পদধূলি পালে। সময়ত এই জাগা বিখ্যাত হ'বই।" ■



# পলাশবাৰী সাহিত্য সভাৰ ইতিকথা আৰু প্ৰগতি ঃ অসম সাহিত্য সভাৰ পৰিক্ৰমাত স্থান


**ধৰ্মেশ্বৰ বড়া**

(সভাপতি)


০০.০ আজিৰপৰা পঞ্চাশ বছৰ আগৰ কথা। তেতিয়ালৈ মাজিৰগাঁও সাহিত্য সভাৰ বাহিৰে বৃহত্তৰ দক্ষিণ কামৰূপত অসম সাহিত্য সভাৰ কোনো শাখা সভাৰ জন্ম হোৱা নাছিল। অসম সাহিত্য সভাই বাতৰিযোগে বছৰটো সভাই পালন কৰিবলগীয়া কাৰ্যসূচীসমূহ পালন কৰাৰ বাবে শাখা সভাসমূহলৈ আহ্বান জনালে। অসম সাহিত্য সভাই 'সাহিত্য সভা সপ্তাহ' পালনৰ কাৰণে ৰাইজলৈ বাতৰিযোগে জনোৱা আহ্বানৰ প্ৰতি পলাশবাৰীৰ ডেকা কবি অমৰেন্দ্ৰ নাথ বৰুৱাৰ দৃষ্টি আকৰ্ষিত হ'ল। পলাশবাৰীত তেতিয়ালৈ অসম সাহিত্য সভাৰ শাখা নাছিল যদিও অমৰেন্দ্ৰ নাথ বৰুৱাৰ উদ্যোগত ডেকাসকলৰ মাজতে পলাশবাৰীৰ সাতোপাৰাৰ 'জ্ঞানদা' পুথিভঁৰাল প্ৰাংগণত এদিনীয়া কাৰ্যসূচীৰে সাহিত্য সভা সপ্তাহ পালনৰ সিদ্ধান্ত লোৱা হ'ল। সাহিত্য সভা সপ্তাহৰো অন্যতম হোতা আছিল অমৰেন্দ্ৰ নাথ বৰুৱা।

০১.০ সাহিত্য সপ্তাহৰ এদিনীয়া কাৰ্যসূচীৰ আলোচনা চক্ৰৰ সভাপতি প্ৰয়াত শিক্ষাবিদ ভবানীকান্ত চৌধুৰীদেৱ নিৰ্দিষ্ট বক্তা নীৰৱ শিল্পী, শিক্ষাবিদ প্ৰয়াত বিষ্ণু কুমাৰ দাস, মুখ্য অতিথি আছিল পলাশবাৰী পৌৰ সভাৰ তেতিয়াৰ পৌৰপতি প্ৰয়াত গঙ্গাৰাম কলিতা। সভাৰ আৰম্ভণিতে অমৰেন্দ্ৰ নাথ বৰুৱাই সাহিত্য সভাৰ পালনীয় কাৰ্যাৱলীৰ বিৱৰণ দি সাহিত্য সভা সপ্তাহ পালন কৰা তাৎপৰ্যৰ ওপৰত গুৰুত্ব আৰোপ কৰে। নিৰ্দিষ্ট বক্তাৰ আসনৰপৰা নীৰৱ শিল্পী প্ৰয়াত বিষ্ণু কুমাৰ দাসে প্ৰদান কৰা ভাষণে সভাত উপস্থিত থকা ব্যক্তি তথা ৰাইজক সাহিত্য সভাৰ উদ্দেশ্য আৰু লক্ষ্যৰ প্ৰতি আকৰ্ষণ কৰিলে। এয়া আছিল পলাশবাৰীত সাহিত্য সভাৰ শাখা সৃষ্টিৰ নতুন পটভূমি।

০১.১ সাহিত্য সভা সপ্তাহৰ পিচত অঞ্চলটোৰ সাহিত্যানুৰাগী ডেকা অমৰেন্দ্ৰ নাথ বৰুৱাই পলাশবাৰীত অসম সাহিত্য সভাৰ এখন শাখা স্থাপনৰ আৱশ্যকতাৰ ওপৰত গুৰুত্ব আৰোপ কৰি এখন ৰাজহুৱা সভাত প্ৰস্তাৱ উত্থাপন কৰে। বৰুৱাৰ প্ৰস্তাৱ আৰু আগ্ৰহৰ প্ৰতি সঁহাৰি জনালে সভাত উপস্থিত সৰ্বশ্ৰী সুৰেন্দ্ৰ নাথ শৰ্মা, হেৰম্ব প্ৰসাদ দাস, খৰ্গেশ্বৰ কলিতা, শুকদেৱ ভাগৱতী, বাণেশ্বৰ দাস, দেবেন দাস আদি যুৱকসকলে।

০১.২ এইসকল ব্যক্তিয়ে পলাশবাৰীত শাখা সাহিত্য সভা স্থাপন কৰাৰ সিদ্ধান্ত লৈ ইয়াৰ প্ৰাৰম্ভিক প্ৰস্তুতিৰ কাৰণে অমৰেন্দ্ৰ নাথ বৰুৱাক অসম সাহিত্য সভাৰ লগত যোগাযোগ কৰিবৰ কাৰণে দায়িত্ব দিয়ে। বৰুৱাই প্ৰথমে মাজিৰগাঁৱৰ সাহিত্য সভাৰ তেতিয়াৰ সভাপতি যশস্বী নাট্যকাৰ, ঔপন্যাসিক মেদিনীকান্ত ঠাকুৰীয়াৰ লগত আলোচনা কৰে। মেদিনীকান্ত ঠাকুৰীয়াৰ পৰামৰ্শানুযায়ী শেষত অসম সাহিত্য সভাৰ তেতিয়াৰ সভাপতি পদ্মধৰ চলিহাদেৱৰপৰা দিহা-পৰামৰ্শ আৰু অনুমতি পোৱাৰ পিচত বৰুৱাই আন এখন ৰাজহুৱা সভা আহ্বান কৰে।

০১.৩ ২৩ ছেপ্তেম্বৰ, ১৯৫৮ চন। সেই দিনটোৰ কোনো এক শুভ মুহূৰ্তত পলাশবাৰীৰ জনসাধাৰণৰ মাজলৈ কঢ়িয়াই অনা হ'ল এক প্ৰজ্ঞাৰ সন্ধান দিব পৰা প্ৰতীকৰ ই যেন পলাশবৰীয়া ৰাইজৰ বাবে নতুন অথচ চিৰ উজ্জ্বল জ্যোতি। জ্ঞানদা পুথিভঁৰাল প্ৰাংগণত অমৰেন্দ্ৰ নাথ বৰুৱাৰ সভাপতিত্বত বহা ৰাজহুৱা সভাই আনুষ্ঠানিকভাৱে পলাশবাৰীত অসম সাহিত্য সভাৰ এটি শাখা স্থাপন কৰা হওক বুলি হৰ্ষধ্বনিৰে এক প্ৰস্তাৱ গ্ৰহণ কৰে। পলাশবাৰী তথা সমগ্ৰ দক্ষিণ কামৰূপত ভাষা-সাহিত্য-সংস্কৃতি চৰ্চাৰ নতুন পথ এটি ওলাল। জন্ম হ'ল পলাশবাৰী সাহিত্য সভাৰ।





০১.৪ পলাশবাৰী সাহিত্য সভাৰ জন্মলগ্নৰ জড়িত ব্যক্তিসকলৰ ভিতৰত সৰ্বপ্ৰথমে নাম ল'ব লাগিব অমৰেন্দ্ৰ নাথ বৰুৱাৰ। আমি জনাত বৰুৱাই দক্ষিণ কামৰূপৰপৰা হোৱা অসম সাহিত্য সভাৰ প্ৰথমগৰাকী সাহিত্য সভাৰ আজীৱন সভ্য। এতিয়া পলাশবাৰী সাহিত্য সভাৰ জৰিয়তে হোৱা অসম সাহিত্য সভাৰ আজীৱন সভ্যৰ সংখ্যা ২০০ গৰাকী আৰু কামৰূপ জিলা সাহিত্য সভাৰ আজীৱন সভ্যৰ সংখ্যা ৪০ গৰাকী। অসম সাহিত্য সভাৰ মঞ্চখন শক্তিশালী কৰি সভাক অধিক গতিশীল কৰাৰ উদ্দেশ্য আগত ৰাখি আমি আজীৱন সভ্যৰ সংখ্যা বৃদ্ধিৰ পৰিকল্পনা হাতত লৈছোঁ। ইয়াৰ উপৰি সাধাৰণ সভ্যৰ সংখ্যাও অধিক বৃদ্ধি কৰাৰ পৰিকল্পনা কৰা হৈছে। সোণালী জয়ন্তী উৎসৱৰ লগত সংগতি ৰাখি আন কেইজনমান নতুন আজীৱন সভ্য ভৰ্তি কৰাৰ কাম হাতত লোৱা হৈছে। পলাশবাৰী সাহিত্য সভাৰ জন্মলগ্নৰ লগত জড়িত আন আন ব্যক্তিসকল হ'ল— আগতে উল্লেখ কৰাসকলৰ উপৰিও সৰ্বশ্ৰী ভবানীকান্ত চৌধুৰী, বিষ্ণু কুমাৰ দাস, ভাৰত চন্দ্ৰ কলিতা, সুবোধ চন্দ্ৰ গোস্বামী, অমৃত চন্দ্ৰ দাস আৰু সূৰ্য কুমাৰ মজুমদাৰ আদি অন্যতম। উল্লেখযোগ্য প্ৰথম বছৰত সভাৰ সভ্যৰ সংখ্যা আছিল ২৫ জন, দ্বিতীয় বছৰত ৩১ জনলৈ বৃদ্ধি হয়। বৰ্তমান সভ্যৰ সংখ্যা ৪২৫ জন।

০.০২ 'লক্ষ্মী-সৰস্বতী একেলগে নাথাকে' বুলি পৰম্পৰাগতভাৱে চলি অহা প্ৰবাদটো বহুতে বিশ্বাস কৰে যদিও পলাশবাৰীৰ ক্ষেত্ৰত ই ব্যতিক্ৰম ৰূপে দেখা দিলে। কিয়নো পলাশবাৰী অঞ্চলৰ মানুহৰ সাহিত্য-সংস্কৃতি চৰ্চাৰ বহল মন এটা আছিল, যিটো সাহিত্য সভা গঠনৰ পিচত আৰৌ প্ৰসাৰিত হ'ল। ১৯২০ চনতে স্থাপন হোৱা উচ্চ শিক্ষাৰ অনুষ্ঠান পলাশবাৰী আৰ. বি. হাইস্কুলে (এতিয়া উচ্চতৰ মাধ্যমিক আৰু বহুমুখী স্কুল) আৰু ১৯৩৮ চনত স্থাপিত হোৱা পলাশবাৰী ক্লাবঘৰে (প্ৰথমে পলাশবাৰী লিটেৰেৰী ক্লাব নামে জন্ম) পলাশবাৰী তথা সমগ্ৰ দক্ষিণ কামৰূপত সাহিত্য-সংস্কৃতি চৰ্চাৰ এটি সুন্দৰ বাতাৱৰণ সৃষ্টি কৰিছিল বুলি দৃঢ় মত পোষণ কৰিব পৰা যায়। পলাশবাৰী ক্লাবঘৰৰ আৰ্হি আৰু নক্সা আৰু ইয়াক সাজি উলিয়াওঁতে কায়িক আৰু মানসিক শ্ৰমেৰে বৰঙণি যোগোৱাৰ উপৰিও নাট প্ৰদৰ্শন আদি সময়ত কৰা নিৰ্দেশকৰ প্ৰধান ভূমিকা লোৱা পদ্মৰাম দাস (পদ্ম মাষ্টৰ)ৰ নাম এই প্ৰসংগত শ্ৰদ্ধাৰে স্মৰণ কৰিব লাগিব। পদ্ম মাষ্টৰৰ কলা-কুশলী মন আৰু আদৰ্শই নাট্য কলাৰ প্ৰতি মানুহক আকৰ্ষণ কৰাত যথেষ্ট সহায় কৰিছিল।

০২.১ চল্লিশৰ দশকত পলাশবাৰী অঞ্চলত কমকৈ হ'লেও নাট্য সাহিত্য আৰু গীতি সাহিত্যৰ চৰ্চা আৰু ৰচনা হৈছিল। অৱশ্যে সাহিত্য সভাৰ জন্মই সময়ত এই বাতাৱৰণৰ পৰিৱৰ্তন কৰি এটা নতুন ৰূপ দিয়াত যথেষ্ট পৰিমাণে সহায় কৰিলে। ইয়াৰ অন্যতম কাৰণ পলাশবাৰী সাহিত্য সভাৰ জনমৰ পিচৰপৰাই অসমৰ প্ৰথিতযশা সাহিত্যিকসকলৰ পলাশবাৰীলৈ শুভাগমন ঘটে। এই সাহিত্যিকসকলে অঞ্চলটোত নতুন সাহিত্য ৰচনাত উৎসাহ আৰু অনুপ্ৰেৰণা দিলে।

১৯৫৯ চনৰ ১১ জানুৱাৰী তাৰিখে অসম সাহিত্য সভাই পলাশবাৰী সাহিত্য সভাক আনুষ্ঠানিক স্বীকৃতি দিয়ে। তেতিয়া অসম সাহিত্য সভাৰ শাখাৰ সংখ্যা এশৰো কম। এতিয়া ৯৫০ ৰ ওপৰত।

০৩.০ আমাৰ সভাৰ তিনি মাহৰ পিচতে অৰ্থাৎ



১১/১/৫৯ তাৰিখ দেওবাৰে পলাশবাৰী আৰ. বি. হাইস্কুলত পলাশবাৰীৰ গন্ধোৰাম কলিতাৰ পৌৰহিত্যত অনুষ্ঠিত সভাত শ্ৰীসুবোধ চন্দ্ৰ গোস্বামীক আহ্বায়ক হিচাপে লৈ সভাৰ অন্যতম অংগ আলোচনা চক্ৰ এখন গঠন কৰা হয়। এই আলোচনা চক্ৰই ডেকাচাম সাহিত্যিকক বিশেষভাৱে অনুপ্ৰাণিত কৰিলে।

সভাই আৰম্ভণিৰেপৰা প্ৰত্যেক মাহৰ দেওবাৰে নিয়মীয়াকৈ আলোচনা চক্ৰ পাতিছিল। আলোচনা চক্ৰসমূহত সাহিত্য-সংস্কৃতি সম্পৰ্কীয় বিষয়ৰ কবিতা, গল্প, প্ৰবন্ধ আৰু স্বৰচিত ৰচনা পাঠ আৰু গঠনমূলক আলোচনা আগবঢ়োৱা হৈছিল। নতুন চাম লেখকক অনুপ্ৰেৰণা দিয়াৰ বাবে মাজে মাজে সাহিত্য প্ৰতিযোগিতাৰ আয়োজন কৰি বঁটা দিয়াৰ ব্যৱস্থা কৰা হৈছিল। সভাৰ অন্যতম সদস্য গোপাল চক্ৰৱৰ্তী ডাঙৰীয়াই আগবঢ়োৱা বঁটা দুটাৰে সাহিত্য সভাৰ এই প্ৰতিযোগিতাৰ শুভাৰম্ভ কৰা হয়। ইয়াৰ পিচত মাজে মাজে পলাশবাৰী তথা দক্ষিণ কামৰূপৰ নতুন চাম সাহিত্যিকৰ মাজত প্ৰতিযোগিতা পতাৰ উপৰিও ওঠৰ বছৰ তলৰ ল'ৰা-ছোৱালীৰ মাজত বক্তৃতা প্ৰতিযোগিতাৰ আয়োজন কৰি পুৰস্কাৰ দিয়া হৈছিল।

০৩.১ সাহিত্য আলোচনালৈ অসমৰ বৰেণ্য সাহিত্যিকসকলৰ আগমন আৰু অংশগ্ৰহণ আছিল পলাশবাৰী নতুন পৰিৱেশ আৰু সাহিত্য সৃষ্টিৰ নতুন পৰম্পৰা। এই ব্যৱস্থাই সাহিত্য সৃষ্টিৰ লগতে ভাষা জননীৰ সেৱাত ব্ৰতী হ'বলৈ অঞ্চলবাসীক বেছি আগ্ৰহী আৰু উৎসাহী কৰি তুলিছিল। সভাৰ প্ৰথমখন আলোচনাচক্ৰ ১/২/৫৯ তাৰিখে পলাশবাৰী আৰ. বি. হাইস্কুলত অনুষ্ঠিত হৈছিল। সেই আলোচনা চক্ৰৰ সভাপতি আছিল অসমৰ স্বনামধন্য সাহিত্যিক তথা লোক-সংস্কৃতিৰ পণ্ডিত প্ৰফুল্ল দত্ত গোস্বামী (আমাৰে নহিৰা গাঁৱৰ সন্তান) সেই আলোচনা চক্ৰৰ সভাপতিৰ আসনৰপৰা দিয়া গোস্বামীৰ ভাষণ আৰু দিহা-পৰামৰ্শই সাহিত্যপ্ৰেমীসকলক দুগুণ উৎসাহ আৰু প্ৰেৰণা দিলে।

০৩.২ ইয়াৰ পিচৰপৰা আলোচনা চক্ৰৰ উপৰিও অসম সাহিত্য সভাই পালন কৰিবলৈ আহ্বান জনোৱা বিভিন্ন উৎসৱ, স্মৃতি দিৱস, ভাষা দিৱস, সাহিত্য সভা সপ্তাহ আদি সভাই নিষ্ঠাৰে পালন কৰি আহিছে। সভাৰ বাৰ্ষিক অধিবেশন উপলক্ষে অসমৰ বিশিষ্ট সাহিত্যিকসকলক নিমন্ত্ৰণ কৰি আনি গাম্ভীৰ্যপূৰ্ণ পৰিৱেশত পালন কৰি আহিছে। আজিলৈ পলাশবাৰী সাহিত্য সভাই পালন কৰা বিভিন্ন অনুষ্ঠানলৈ আহি অংশগ্ৰহণ কৰা অসমৰ প্ৰথিতযশা সাহিত্যিকসকলৰ ভিতৰত ড° প্ৰফুল্ল দত্ত গোস্বামী, বেণুধৰ শৰ্মা, তীৰ্থনাথ শৰ্মা, অতুল চন্দ্ৰ হাজৰিকা, পদ্মশ্ৰী নলিনীবালা দেৱী, ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, নৱকান্ত বৰুৱা, ড° উপেন্দ্ৰ নাথ গোস্বামী, ড° নিৰ্মলপ্ৰভা বৰদলৈ, ড° সতেন্দ্ৰনাথ শৰ্মা, ড° হীৰেন গোঁহাই, যতীন গোস্বামী, যোগেশ দাস, হিতেশ ডেকা, নীলমণি ফুকন, অৰুনী চক্ৰৱৰ্তী, ড° হেমন্ত কুমাৰ শৰ্মা, প্ৰবীণা শইকীয়া, ৰবীন্দ্ৰ চৰকাৰ, ৰবীন্দ্ৰ বৰা, ড° প্ৰবীণ শৰ্মা, দুৰ্গেশ্বৰ শৰ্মা, ড°. নগেন শইকীয়া, গগন অধিকাৰী, নাৰায়ণ দাস আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। ইয়াৰ উপৰিও ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী, ড° শৈলেন ভৰালী আদি কেবাবাৰো আমাৰ সভাৰ অধিবেশনলৈ আহি আমাক উৎসাহিত কৰিছে। আমাৰ অঞ্চলৰ গৌৰৱ ড° মামণি ৰয়ছম গোস্বামীক আমাৰ ৰূপালী জয়ন্তী উৎসৱত আনুষ্ঠানিকভাৱে সভাৰ ফালৰপৰা সম্বৰ্ধনা জনোৱা হৈছে। তেখেতে কেবাবাৰো আমাৰ কাৰ্যসূচীত অংশগ্ৰহণ কৰি আমাক বিশেষভাৱে উৎসাহ আৰু অনুপ্ৰেৰণা দি আহিছে।

০৩.৩ বিগত পঞ্চাশটা বছৰত পলাশবাৰী সাহিত্য সভা এলেকাত শতাধিক আগশাৰীৰ কবি, সাহিত্যিক নাট্যকাৰ, ঔপন্যাসিক, গল্পকাৰ তথা অনুবাদকৰ সৃষ্টি হৈছে। ইয়াৰ মূলতে আছে অসমৰ বৰেণ্য সাহিত্যিকসকলৰপৰা পোৱা উৎসাহ-অনুপ্ৰেৰণা। ইয়াৰ উপৰিও সভাৰ আলোচনাচক্ৰসমূহৰ মাধ্যমেদি





পলাশবাৰী তথা দক্ষিণ কামৰূপৰ কলা-সংস্কৃতি, স্থাপত্য আৰু ভাস্কৰ্যৰ লগতে অঞ্চলটোৰ কথিত ভাষা, গীত, পদ, ফঁকৰা-যোজনা, পটন্তৰ আদি উদ্ধাৰ কৰি ইয়াৰ মূল্যায়ন কৰি 'দখিণ কোল'ৰ মাধ্যমেদি প্ৰকাশ কৰি অহা হৈছে। সভাৰ মুখপত্ৰ 'দখিণ কোল'ৰ ইতিমধ্যে ত্ৰিশটা সংখ্যা প্ৰকাশ পাইছে। সভাই ইতিমধ্যে গৱেষণামূলক প্ৰবন্ধৰে দক্ষিণ কামৰূপৰ লোক-সংস্কৃতিৰ প্ৰথম খণ্ডটি প্ৰকাশ কৰি উলিয়াইছে। এইবেলি সোণালী জয়ন্তী উৎসৱৰ লগত সংগতি ৰাখি দক্ষিণ কামৰূপৰ লোক-সংস্কৃতিৰ দ্বিতীয় খণ্ডটি প্ৰকাশৰ দিহা কৰিছে।

০৪.০ অসম সাহিত্য সভাৰ আঁচনিসমূহৰ অন্যতম অসমীয়া ভাষাক ৰাজ্যিক ভাষাৰূপে ঘোষণা কৰিবলৈ চৰকাৰৰ ওচৰত দাবী জনোৱা, নেফাত অসমীয়া ভাষা প্ৰচলনৰ দাবী জনোৱাৰ উপৰিও অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ উন্নতি তথা আৰ্থ-সামাজিক উন্নতি আদি সকলো পৰ্যায়ৰ হক দাবী উত্থাপন কৰাত সভাই জন্মলগ্নৰপৰাই বলিষ্ঠ ভূমিকা লৈ আহিছে। অসম সাহিত্য সভাৰ পৰিক্ৰমাত আমাৰ সভাৰ ই এক তাৎপৰ্যপূৰ্ণ ভূমিকা।

৯/৬/৫৯ তাৰিখে ৰাতিপুৱা আঠ বজাত 'নেফাত অসমীয়া ভাষা দিৱস' এই শীৰ্ষক ধ্বনিৰে এমাইল দীঘলীয়া সমদল যাত্ৰা আৰম্ভ কৰি পোন প্ৰথমবাৰৰ কাৰণে পলাশবাৰী সাহিত্য সভাই এক নতুন অভিলেখ স্থাপন কৰে। ই পলাশবাৰী ৰাইজৰ অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি থকা আন্তৰিকতাৰ কথাকে সূচায়। অসম সাহিত্য সভাৰ পৰিক্ৰমাত ই এক অভিলেখ সৃষ্টিকাৰী পদক্ষেপ।

**০৪.১ অসম সাহিত্য সভাৰ ঐতিহাসিক অষ্টাবিংশতম পলাশবাৰী অধিবেশন ঃ**

১৯৬০ চন। সমগ্ৰ অসম জুৰি মাধ্যম আন্দোলনৰ জোৱাৰ উঠিছে। মাধ্যম আন্দোলনত অগ্ৰণী ভূমিকা লোৱা পলাশবাৰী তথা দক্ষিণ কামৰূপ অঞ্চলৰ ৰাইজৰ ওপৰত এফালে পুলিচী নিৰ্যাতন চলি ৰাইজক জুৰুলা কৰিছে, আনহাতে আকৌ ব্ৰহ্মপুত্ৰৰ প্ৰবল গৰাখহনীয়াই অঞ্চলটোত ত্ৰাসৰ সৃষ্টি কৰিছে, সেই সময়ত এই লেখক স্কুলীয়া ছাত্ৰ। আৰ. বি. হাইস্কুল ব্ৰহ্মপুত্ৰৰ বুকুত জাহ গ'ল আমি ছাত্ৰাবাসৰ চালিত ক্লাছ কৰিব লাগে। আৰ. বি. হাইস্কুল ইতিমধ্যে মিৰ্জালৈ স্থানান্তৰ কৰাৰ ব্যৱস্থা হাতত লৈছে। তেতিয়া আমাৰ সভাৰ বয়স দুবছৰ মাথোন। বয়সৰ লেখত সভা তেনেই চালুকীয়া যদিও ইয়াৰ কাৰ্যাৱলী আৰু বিভিন্ন দিশত লোৱা ভূমিকা আছিল বহু ওপৰত। সেয়েহে সভাৰ ওপৰত অসম সাহিত্য সভাৰ কৰ্মকৰ্তাসকলৰ আস্থা আছিল বৰ বেছি।

তেতিয়া অসম সাহিত্য সভাৰ অষ্টাবিংশতিতম অধিবেশনখন দুবাৰকৈ সিদ্ধান্ত লোৱাৰ পিচতো মূৰকত যেতিয়া তেজপুৰে চহৰত অনুষ্ঠিত হোৱাৰ কথা। তেজপুৰ অধিবেশনখন তেজপুৰত অনুষ্ঠিত কৰিবলৈ অসমৰ্থতা প্ৰকাশ কৰি গা এৰা দিলে, তেতিয়া দুবছৰ বয়সৰ কেঁচুৱাস্বৰূপ পলাশবাৰী সাহিত্য সভাৰ ওপৰত গুৰুদায়িত্ব অৰ্পণ কৰাৰ কাৰণে অসম সাহিত্য সভাৰ কাৰ্য পালিকাই ইচ্ছা কৰি পলাশবাৰী সাহিত্য সভাক এই দায়িত্ব পালন কৰাৰ কাৰণে আহ্বান জনালে।

এফালে ব্ৰহ্মপুত্ৰৰ আক্ৰমণ, আনপিনে মাধ্যম আন্দোলনৰ অজুহাতত সেই সময়ৰ পলাশবাৰী থানাৰ ভাৰপ্ৰাপ্ত পুলিচ বিষয়াৰ পলাশবাৰী অঞ্চলৰ মানুহৰ ওপৰত চলোৱা আক্ৰোশমূলক অত্যাচাৰে পলাশবাৰী মানুহক জুৰুলা কৰি পেলাইছে এথোন, তেনে এক সন্ধিক্ষণত ভাষা জননীৰ পবিত্ৰ পূজাৰ আহ্বান। প্ৰথম অৱস্থাত অলপ হতাশাৰ ভাব আহিছিল যদিও শেষত এক প্ৰকাৰ মৰসাহ কৰিয়ে সভাই পলাশবাৰীৰ স্থানীয় ৰাইজ তথা দক্ষিণ কামৰূপৰ ৰাইজৰ সহায়-সহযোগিতাক মূলধন হিচাপে লৈ অধিবেশন পতাৰ গুৰু দায়িত্ব পালন কৰিবলৈ সন্মতি প্ৰদান কৰিলে। প্ৰথমে যোৰহাটৰ কেন্দ্ৰীয় কাৰ্যালয়ৰপৰা অক্টোবৰ মাহৰ প্ৰথম সপ্তাহত অধিবেশন পাতিব পাৰিব নে নোৱাৰে প্ৰশ্ন কৰি পলাশবাৰী সাহিত্য সভাৰ তেতিয়াৰ



প্ৰধান সম্পাদক (এতিয়া সম্পাদক) সূৰ্য কুমাৰ মজুমদাৰলৈ তাৰ বাৰ্তা আহিল। অকল ইমানেই নহয়, তেতিয়াৰ অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক যতীন গোস্বামীয়ে আৰু লিখিছে— "আমি অক্টোবৰ মাহৰ প্ৰথম সপ্তাহত পতাৰ বিষয়ে সিদ্ধান্ত কৰিছোঁ। সেই সিদ্ধান্ত কাৰ্যকৰী কৰিব লাগিব....।"

০৪.২ প্ৰধান সম্পাদকৰ তাঁৰ বাৰ্তা আৰু চিঠিৰ গুৰুত্ব উপলব্ধি কৰি ১৫/৬/৬০ ইং তাৰিখে ৰাষ্ট্ৰপতি পুৰস্কাৰপ্ৰাপ্ত আদৰ্শ প্ৰধান শিক্ষক অৱলাকান্ত গোস্বামীদেৱৰ সভাপতিত্বত বহা ৰাজহুৱা সভাত অধিবেশন নিমন্ত্ৰণ জনাবলৈ পলাশবাৰী সাহিত্য সভাৰ সম্পাদকক দায়িত্ব দিয়া হ'ল। সভাৰ সিদ্ধান্ত কেন্দ্ৰীয় সমিতিক জনোৱাৰ পিচত আকৌ ১৯/৬/৬০ তাৰিখে অভ্যৰ্থনা সমিতি গঠনৰ পৰামৰ্শ দি কেন্দ্ৰীয় কাৰ্যালয়ে তাঁৰ বাৰ্তা পঠালে। সেই মৰ্মে ৩/৭/৬০ তাৰিখে অৱলাকান্ত গোস্বামীক সভাপতি, দেবেন চন্দ্ৰ চৌধুৰী, সূৰ্য কুমাৰ মজুমদাৰ আৰু ভাৰত কলিতাক যুটীয়া সম্পাদক, যোগেশ চন্দ্ৰ ভৰালীক সাংস্কৃতিক সম্পাদকৰূপে লৈ এখন তদৰ্থ অভ্যৰ্থনা সমিতি গঠন কৰা হয়।

৯/১০/৬০ তাৰিখৰ সভাত আদৰণী সমিতিখনৰ পূৰ্ণাংগ ৰূপ দিয়া হয় আৰু সকলো বিভাগৰ উপ-সমিতিসমূহো গঠন কৰা হয়। সেই সভাতে আগৰ দুজনৰ লগত ধনেশ্বৰ কলিতা আৰু সৰ্বেশ্বৰ মজুমদাৰক যুটীয়া সম্পাদকৰূপে লোৱা হয়।

০৪.৩ মাত্ৰ তিনিমাহ সময় হাতত থকাত অভ্যৰ্থনা সমিতি একপ্ৰকাৰ নিৰাশ হৈ অধিবেশনৰ দিন অন্ততঃ এমাহ পিছুৱাবৰ কাৰণে অসম সাহিত্য সভাক অনুৰোধ জনালে। নানা সমস্যাৰ সন্মুখীন হোৱা আদৰণী সমিতিৰ অনুৰোধৰ প্ৰতি সঁহাৰি জনাই অক্টোবৰ মাহৰ প্ৰথম সপ্তাহৰ পৰিৱৰ্তে ২৭, ২৮ আৰু ২৯ অক্টোবৰলৈ অধিবেশনৰ দিন পিচুৱাই দিয়া হ'ল। এই কুৰিদিনৰ সময় পোৱা আদৰণী সমিতিয়ে প্ৰস্তুতিৰ বাবে শেষ চেষ্টা দিবলৈ সকাহ পায়। পলাশবাৰী অঞ্চলৰ মানুহে দিন-ৰাতিৰ চিন নোহোৱাকৈ যুদ্ধকালীন প্ৰস্তুতিৰে কাম আৰম্ভ কৰিলে। আমি ছাত্ৰসকলে নিজৰ নিজৰ গাঁৱৰপৰা চানখেৰ আৰু বাঁহ সংগ্ৰহৰ দায়িত্ব পালন কৰিবলগা দায়িত্ব পালোঁ। এইবোৰ স্মৃতি আজিও পাহৰিব পৰা নাই। ডেকা-বুঢ়া সকলো ভাষা জননীৰ পূজাৰ কাৰণে সাজু। এনে দৃশ্যই আমাক আনন্দ দিছিল এনেবোৰ দৃশ্যই আমাক মনত পেলাই দিছিল। লাচিতে ৰাতিটোৰ ভিতৰতে মোমাই কটা গড় বন্ধা কাহিনীটোলৈ। দলে দলে মানুহ লগ লাগি তোৰণ নিৰ্মাণ কৰা, ৰভা সজা, ৰাস্তা-ঘাট পৰিষ্কাৰ কৰা আদি দৃশ্য দেখি বাস্তৱ জীৱনত এক সুন্দৰ অভিজ্ঞতা অৰ্জন কৰিছিলোঁ। তাৰ সজীৱ স্মৃতি আজিও মানসপটত জিলিকি আছে। তেতিয়াই আমাৰ অভিজ্ঞতা হৈছিল পলাশবাৰী তথা দক্ষিণ কামৰূপৰ মানুহৰ কৰ্মদক্ষতা, সাহস, মনোবল, ঐক্য-সংহতি আৰু ভাষা জননীৰ প্ৰতি থকা আন্তৰিকতা কিমান।

০৪.৪ অসম সাহিত্য সভাৰ অষ্টাবিংশতিতম পলাশবাৰী অধিবেশনৰ কেইটামান উল্লেখযোগ্য দিশ আজিও মোৰ মনৰ স্মৃতিকোঠাত সজীৱ হৈ আছে। তাৰ ভিতৰত মুকলি অধিবেশনৰ দিনা সভাপতিক লৈ কৰা মাইল জোৰা ঐতিহ্যপূৰ্ণ সাংস্কৃতিক শোভাযাত্ৰাৰ দৃশ্যটো। সেই শোভাযাত্ৰাৰ এটা ঐতিহাসিক আৰু সাংস্কৃতিক বৈশিষ্ট্য পৰিলক্ষিত হৈছিল। ঢোল, খোল, ওজাপালি, বিহাৰী, মাৰোৱাৰী সকলো সম্প্ৰদায়ৰ শোভাযাত্ৰাত অংশগ্ৰহণ আছিল অধিবেশনৰ তাৎপৰ্যপূৰ্ণ দিশ। শোভাযাত্ৰাত 'আঠাইশ' সংখ্যাটোৰ প্ৰাধান্যই দক্ষিণ কামৰূপৰ সাংস্কৃতিক আৰু ঐতিহাসিক বৈশিষ্ট্য ফুটাই তোলাত সহায় কৰিছিল। আনৰ মুখে শুনাৰ উপৰিও অসম সাহিত্য সভাৰ ইতিহাসত তেনে শোভাযাত্ৰা পলাশবাৰী অধিবেশনৰ শোভাযাত্ৰাই প্ৰথম হৈছিল বুলি আমাৰ ধাৰণা। প্ৰদৰ্শনী বিনামূলীয়াকৈ চোৱাৰ সুবিধালৈ চাই দৰ্শকৰ ভিৰ আছিল কল্পনাতীত।

দুবছৰ বয়সৰ শাখা সভা এখনে অসম সাহিত্য সভাৰ নিচিনা সৰ্ববৃহৎ অধিবেশন এখন মাত্ৰ তিনি মাহৰ ভিতৰত অনুষ্ঠিত কৰি পলাশবাৰী সাহিত্য



সভাই অসম সাহিত্য সভাৰ ইতিহাসত সোণালী যুগ ৰচনা কৰি অসম সাহিত্য সভাৰ ভেটি সুদৃঢ় কৰাত বিশেষ গুৰুত্বপূৰ্ণ ভূমিকা সাধন কৰা বুলি সকলোৱে ইতিমধ্যে স্বীকাৰ কৰিছে। তেতিয়ালৈ অসম সাহিত্য সভাৰ কোনো শাখাই এনেদৰে চালুকীয়া অৱস্থাত অধিবেশন অনুষ্ঠিত কৰিব পৰা নাই। পলাশবাৰী সাহিত্য সভাৰ এই কাৰ্যই অসমীয়া ভাষা জননীৰ প্ৰতি থকা পলাশবাৰী তথা দক্ষিণ কামৰূপৰ ৰাইজৰ আন্তৰিকতা তথা সাহসৰ কথাকেই সূচায়।

০৪.৫ ১৯৬০ চনৰ অধিবেশন কেবাটাও কাৰণত গুৰুত্বপূৰ্ণ আছিল। প্ৰথমতে অসম সাহিত্য সভাৰ ৪৩ বছৰীয়া ইতিহাসত পোন প্ৰথমবাৰৰ বাবে গাঁৱলীয়া পৰিৱেশৰ মাজত সভাৰ অধিবেশন অনুষ্ঠিত কৰা, দ্বিতীয়তে অধিবেশনৰ সভাপতি প্ৰথিতযশা সমালোচক, গল্পকাৰ, যশস্বী শিক্ষাবিদ পণ্ডিত ত্ৰৈলোক্য নাথ গোস্বামীৰ প্ৰাক্তন সভাপতিসকলৰ তুলনাত আপেক্ষিকভাৱে বয়স কম, তৃতীয়তে অসমীয়া ভাষাক ৰাজ্যিক ভাষা হিচাপে দাবী কৰাৰ পটভূমি আৰু অসম বিধান সভাৰ চৰকাৰী ভাষা বিল গ্ৰহণৰ পিচতেই অধিবেশন বহিছিল। তদুপৰি পোন প্ৰথমবাৰৰ কাৰণে গাঁৱলীয়া ঠাইত অনুষ্ঠিত অধিবেশনত সমৱেত হোৱা ত্ৰিশ হাজাৰ মানুহ ইয়াৰ আগতে কোনো ঠাইৰ অধিবেশনত হোৱা নাই। অধিবেশনত হোৱা জনসমুদ্ৰৰ সোঁত দেখি আশ্চৰ্য প্ৰকাশ কৰি উৰিষ্যাৰ বিশিষ্ট কবি-সাহিত্যিক কিষাণ পাটনায়কে কৰা মন্তব্যই এই কথাৰ সত্যতাৰ প্ৰমাণ কৰে। তেখেতৰ মতে— *"মই ভাৰতবৰ্ষৰ বহুঠাইত সাহিত্য সভাৰ অধিবেশন দেখিছিলোঁ; কিন্তু এই পলাশবাৰী অধিবেশনত গোট খোৱাৰ নিচিনা বিৰাট জনসমাগম ক'তো দেখা নাই।"* আনকি প্ৰদৰ্শনীত জনতাৰ ভিৰ দেখি বহুতে ১৯৫৮ চনত জালুকবাৰীত বহা কংগ্ৰেছ মহাসভাৰ লগত পতা প্ৰদৰ্শনীৰ ভিৰকো চেৰ পেলোৱা বুলি মন্তব্য প্ৰকাশ কৰিছিল। তেতিয়া আৰ. বি. হাইস্কুলখন নতুনকৈ মিৰ্জাত নিৰ্মাণ কৰে হৈছিল আৰু তেতিয়াই স্কুলখন উচ্চতৰ মাধ্যমিক আৰু বহুমুখী স্কুললৈ উন্নীত হৈছিল। অধিবেশনৰ প্ৰতিনিধিসকলৰ থকা-মেলাৰ সু-ব্যৱস্থা আৰ. বি. উচ্চতৰ মাধ্যমিক আৰু বহুমুখী স্কুল আৰু মিৰ্জাৰ বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰত কৰা হৈছিল। খাদ্য বিভাগৰ দায়িত্বত থকা বংশী মৌজাদাৰৰ সুদক্ষ পৰিচালনাৰ কাৰণে প্ৰতিনিধি অতিথিসকলে হেঁপাহ পলুৱাই মাছ-মাংস খোৱাৰ সুবিধা পাইছিল। আমি এন. চি. চি.ৰ স্বেচ্ছাসেৱকসকলে প্ৰতিনিধিসকলৰ বেডিং-পত্ৰ শিবিৰলৈ কান্ধত কঢ়িয়াই নিয়া আৰু যাবৰ সময়ত গাড়ীত উঠাই দিয়াত প্ৰশংসা আৰু মৰম-স্নেহেৰে আমাক বিদায় মুহূৰ্তত আৱেগিক কৰি তুলিছিল। 'এনে সুন্দৰ থকা-মিলাৰ ব্যৱস্থা আৰু খাদ্যৰ উভৈনদী অৱস্থা আমি এতিয়ালৈ কোনো অধিবেশনত পোৱা নাই। পলাশবাৰীৰ ৰাইজে আমাক জনোৱা এনে আন্তৰিকতাপূৰ্ণ অভ্যৰ্থনা আমি সদায় মনত ৰাখিম, বোপাহঁত ভালে-কুশলে থাকিবদেই" আদি প্ৰতিনিধিবোৰক মন্তব্যবোৰৰ বাবে আমি গৌৰৱ অনুভৱ কৰিছিলোঁ। এইবোৰ স্মৃতি আজিও স্মৃতিৰ মণিকোঠাত সজীৱ হৈ আছে। এটা কথা ঠিক যে, পোন প্ৰথমবাৰৰ কাৰণে গাঁৱলীয়া ঠাইত অনুষ্ঠিত অসম সাহিত্য সভাৰ বৰ্তমানৰ অধিবেশনত হোৱা জনসমুদ্ৰ পলাশবাৰী অধিবেশনৰপৰা আৰম্ভ হোৱা বুলি ক'ব লাগিব। অসম সাহিত্য সভাৰ পৰিক্ৰমাত এয়া পলাশবাৰী সাহিত্য সভাৰ এক অনবদ্য অৱদান।

০৫.০ পলাশবাৰী সাহিত্য সভাই দক্ষিণ কামৰূপত উচ্চ শিক্ষাৰ অনুষ্ঠান মহাবিদ্যালয় এখনৰ অভাৱ বহুদিনৰপৰাই অনুভৱ কৰি আছিল। অসম সাহিত্য সভাৰ অষ্টাবিংশতিতম পলাশবাৰী অধিবেশন সকলো দিশতে সফল পৰিসমাপ্তিৰ পিচতেই পলাশবাৰী সাহিত্য সভাৰ কৰ্ম-কৰ্তাসকলে দক্ষিণ কামৰূপত মহাবিদ্যালয় এখন স্থাপনৰ বাবে আলোচনা কৰিবলৈ এখন ৰাজহুৱা সভা আহ্বান কৰে আৰু সেই সভাতেই মহাবিদ্যালয় স্থাপনৰ সিদ্ধান্ত গ্ৰহণ কৰে। লগে লগে এই সন্দৰ্ভত তদৰ্থ



পৰিচালনা সমিতিও গঠন কৰে। ফলত ১৯৬১ চনত মিৰ্জাত দক্ষিণ কামৰূপ মহাবিদ্যালয় স্থাপন হয়। উল্লেখযোগ্য যে, অসম সাহিত্য সভাৰ অষ্টাবিংশতিতম পলাশবাৰী অধিবেশনৰ ৰাহি হোৱা ৪,৪০০.০০ (চাৰি হাজাৰ চাৰিশ) টকাৰ ২,১২৫.০০ (দুহাজাৰ এশ পঁচিশ) টকা পলাশবাৰী সাহিত্য সভাই মহাবিদ্যালয়লৈ অনুদান দিয়ে। আদৰণী সমিতিৰ ১৫/৪/৬২ তাৰিখৰ সভাৰ তৃতীয় প্ৰস্তাৱ মৰ্মে আৰু ২/১২/৬২ তাৰিখৰ সভাৰ সপ্তম প্ৰস্তাৱমৰ্মে এই দান দিয়া হয়। মহাবিদ্যালয়ৰ তদৰ্থ সমিতিত পলাশবাৰী সাহিত্য সভাৰ ফালৰপৰা প্ৰয়াত হৰকান্ত দাস, শ শ্ৰীভাৰত কলিতা আৰু প্ৰয়াত সূৰ্ব কুমাৰ মজুমদাৰক সদস্য কৰি লোৱা হৈছিল। মহাবিদ্যালয়ৰ জন্ম লগ্নত জড়িত পলাশবাৰী সাহিত্য সভাই কলেজৰ ক্ৰমোন্নোতিত যথেষ্ট বৰঙণি যোগাই আহিছে। মহাবিদ্যালয়খনে ৰূপ ধৰাৰ পিচতে ষাঠীৰ দশকৰপৰা স্নাতক মহলা কৰা সত্তৰৰ দশকত বিজ্ঞান শাখা প্ৰৱৰ্তন কৰা আদি ক্ষেত্ৰতো সভাই চৰকাৰৰ তথা বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষৰ তৰফৰপৰা লাভ কৰা সহায়ৰ কথা কোনেও অস্বীকাৰ কৰিব নোৱাৰে। (তেতিয়া কলেজৰ অধ্যক্ষ প্ৰয়াত গজেন্দ্ৰ ঠাকুৰীয়াও সাহিত্য সভাৰ লগত জড়িত আছিল।) সাহিত্য সভাৰ অৱদান অবিহনে মহাবিদ্যালয়ৰ জন্মলগ্ন যে কিমান বছৰ পিচুৱাই গ'লহেঁতেন তাক কোৱা টান।

০৬.০ সাহিত্য সভাই জন্মৰ সময়ৰপৰা অৰ্থাৎ ১৯৫৮ ৰপৰাই স্থায়ী ভৱন নিৰ্মাণৰ কাৰণে মাটিৰ সন্ধান কৰিছিল যদিও সেই সময়ত ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াত আক্ৰান্ত পলাশবাৰীৰ মানুহখিনিক মিৰ্জাত পুনৰ সংস্থাপনৰ অজুহাতত চৰকাৰে সভাৰ নামত মাটি অৱণ্টিত দিব পৰা নাছিল। শেষত চৰকাৰে ৩৭ নং ঘাইপথৰ দাঁতিত প্ৰায় এক বিঘা ১' লেচা মাটি অৱণ্টিন দিয়ে। ১৯৬৪ চনত সভাৰ নিজা মাটিত সাহিত্য ভৱনৰ ভেটি স্থাপন কৰা হয়। এই ক্ষেত্ৰত পলাশবাৰী আৰ. বি. উচ্চতৰ মাধ্যমিক আৰু বহুমুখী বিদ্যালয়ৰ তেতিয়াৰ প্ৰয়াত থানেশ্বৰ কলিতাই গৃহ নিৰ্মাণ আৰু মাটিৰ কাৰণে আগভাগ লৈছিল। কিন্তু আৰ্থিক অভাৱ আৰু নানান সমস্যাৰ কাৰণে দহ বথৰ পিচত ১৯৭৪ চনতহে ই সম্পূৰ্ণ হৈ উঠে। ভৱনৰ বাকী থকা কামখিনি এই লেখকৰ কালত অৰ্থাৎ (১৯৮৩-৮৪) সম্পাদকৰ কাৰ্যকালত সম্পূৰ্ণ হয়। অৱশ্যে ভৱনৰ চৌদহৰ মাটিত কৰিবলগীয়া বহু কাম এতিয়াও বাকী আছে। অসম চৰকাৰৰ বন বিভাগৰ ওচৰত আৱেদন কৰি পোৱা কাটা তাঁৰ আৰু পলাশবাৰী চ' মিলৰপৰা সংগ্ৰহ কৰা কাঠেৰে চৌদহত বেৰ দি বৃক্ষৰোপণ কৰা হৈছিল যদিও দুৰ্বৃত্তৰ উৎপাতত দহ বছৰমানৰ ভিতৰতে কাঁইটৰ বেৰ নোহোৱা হয়। ২০০১-২০০২ চনত সভাৰ নামত থকা দীৰ্ঘম্যাদী আঁচনিৰপৰা ধন উলিয়াই পৰেশ কলিতা সভাপতি আৰু গজেন দাস সম্পাদক হৈ থকা কালত পকী দেৱালৰ কামখিনি সমাপ্ত হয়। ইতিমধ্যে প্ৰাক্তন সভাপতি সূৰ্য কুমাৰ মজুমদাৰৰ স্মৃতিত আৰু সভাৰ আজীৱন সভ্য প্ৰয়াত ডাঃ দীনেশ কলিতাৰ স্মৃতিত তোৰণ দুটা কিৰণময়ী মজুমদাৰ আৰু উষা কলিতাই নিজৰ ধনেৰে নিৰ্মাণ কৰি দিয়ে। এইবেলি আমি কেইগৰাকীমান দাতাৰ সাহায্যত ভৱনৰ চিলিংখন, নতুন ভৱনৰ বাৰাণ্ডাখন, দুখন পাইনেল দৰ্জা নিৰ্মাণ কৰি ঘৰটোৰ কামখিনি প্ৰায় সমাপ্ত কৰা হৈছে। অৱশ্যে নতুন ভৱনৰ উত্তৰ-দক্ষিণ আৰু পশ্চিমৰ বেৰকেইখন চিমেণ্টৰে মিহি প্লাষ্টাৰ কৰাৰ চিন্তা কৰা হৈছিল; কিন্তু আৰ্থিক সমস্যাৰ কাৰণে কৰিব পৰা নগ'ল। ঘৰটোৰ বিভিন্ন কামত সহায় কৰা ব্যক্তিসকল হ'ল ক্ৰমে— অনিল দাস, নাৰায়ণ চৌধুৰী, দয়া ইঞ্জিনিয়াৰ, ডাঃ ৰাজেন কলিতাই ৩০,০০০ টকা ব্যয়েৰে ভৱনৰ চিলিংখন সুন্দৰভাৱে নিৰ্মাণ কৰি দিয়ে। শ্ৰীযুত ভূৱন কলিতাই দেউতাক নন্দীৰাম কলিতাৰ স্মৃতিত, শ্ৰীযুত নৰেন চন্দ্ৰ কলিতাই তেখেতৰ পত্নী নিৰোদা কলিতাৰ স্মৃতিত, দুয়োজনে দুখন সম্পূৰ্ণ পাইনেল দৰ্জাৰ নিৰ্মাণৰ কাম সম্পূৰ্ণ কৰি দিয়ে। সেইদৰে অশোক সেৰাউগীৰপৰা ৫০০ টকা, শ্ৰীযুত বিনয় কলিতাৰপৰা ২০,০০০ টকা দান দি বাৰাণ্ডাখন সম্পূৰ্ণ কৰাত আমাক সহায় কৰিছে। তেখেতসকললৈ সভাৰ ফালৰপৰা আন্তৰিক কৃতজ্ঞতা আৰু ধন্যবাদ জ্ঞাপন কৰিছোঁ।

০৭.০ সভাৰ নিজস্ব মুখপত্ৰ এখন প্ৰকাশ কৰাৰ ইচ্ছাৰে প্ৰতিষ্ঠা বছৰতে সম্পাদক নিযুক্ত কৰা হৈছিল। ব্ৰহ্মপুত্ৰৰ প্ৰবল গৰাখহনীয়াকে আদি কৰি এশএবুৰি সমস্যাই সেই কাম সমাধা কৰাত বাধা দিয়ে। তথাপি ১৯৫৮ চনত হাতেলিখা পুথি এখন 'বলাকা' নাম দি প্ৰকাশ কৰা হৈছিল। তেতিয়াৰপৰা উনৈশ বছৰ পিচত ১৯৭৮ চনত পোন প্ৰথমবাৰৰ কাৰণে 'পলাশবাৰী সাহিত্য সভাৰ মুখপত্ৰ' নামেৰে ছপাই উলিওৱা হয়। প্ৰথম সংখ্যাৰ যুটীয়া সম্পাদক আছিল অধ্যাপক ধনেশ্বৰ কলিতা আৰু অমৃত চন্দ্ৰ দাস। দুটা সংখ্যা মুখপত্ৰখনৰ নামকৰণ কৰা হয় 'দখিণ কোল' আৰু ইয়াৰ পৰৱৰ্তী সংখ্যাসমূহ ধাৰাবাহিকভাৱে বাৰ্ষিক অধিবেশনৰ সময়ত প্ৰকাশ পাই আহিছে। এই বছৰ সোণালী জয়ন্তী উৎসৱৰ লগত সংগতি ৰাখি এখন মুখপত্ৰ প্ৰকাশৰ দিহা কৰা হৈছে। এই মুখপত্ৰখনৰ উত্তৰসুৰীসকলৰ জীৱন দৰ্শন পোহৰলৈ আনি নতুন অৰ্থাৎ উত্তৰ সুৰীসকলক আগত দাঙি ধৰা যাতে পূৰ্বসুৰীসকলে কৰি থৈ যোৱা কৰ্মৰাজিৰ সম্যক ধাৰণা এটি ল'ব পাৰে। অষ্টাবিংশতিতম পলাশবাৰী অধিবেশন উপলক্ষে দখিণ কোল নামেৰে এখন স্মৃতিগ্ৰন্থ প্ৰকাশ কৰি উলিয়াই অঞ্চলটোৰ সাংস্কৃতিক বৈশিষ্ট্য আভাস দিয়াৰ যত্ন কৰা হৈছে। লগতে পলাশবাৰী অঞ্চলৰ প্ৰাচীন বুৰঞ্জী, গীত-পদ, মাত-কথা, সাহিত্য-সংস্কৃতি আদিৰ আভাস দিয়া হৈছিল। এইখন সৰ্বভাৰতীয় গৱেষণা কাকতৰ তালিকাভুক্ত হোৱাত পলাশবাৰী সাহিত্য সভাই লাভ কৰিছে পৰম আনন্দ আৰু অনুভৱ কৰিছে গৌৰৱ। সভাৰ নিয়মীয়া মুখপত্ৰখনেও গৱেষকসকলক চাহিদা পূৰণত সহায় কৰি আহিছে।

০৮.০ সভাই সাহিত্য সৃষ্টিৰ পৰিৱেশ এটি গঢ়াৰ মানসেৰে সভাৰ নিজা গ্ৰন্থাগাৰ এটি আৱশ্যকতাৰ কথা বহুদিনৰপৰা অনুভৱ কৰি আছিল। আৰম্ভণিৰপৰাই এগৰাকী গ্ৰন্থাগাৰিক নিযুক্তি দি কাম চলাই আছিল। মূল সভাৰপৰা পোৱা আলোচনী, বাতৰি কাকত আদিও সম্বল হিচাপে লৈ চলাই আছিল যদিও নানা সমস্যাৰ কাৰণে কিতাপ সংগ্ৰহ আৰু পূৰ্ণাংগ ৰূপৰ পুথিভঁৰাল এটি স্থাপন কৰিব পৰা নগ'ল। ৪০ বছৰ বিৰতিৰ পিচত ১৯৮২ চনত সভাৰ পুথিভঁৰালটো স্থায়ীভাৱে গঢ় দিয়াৰ কাৰণে চেষ্টা কৰা হয়। এই সম্পৰ্কে অভিযান চলাই পলাশবাৰী অঞ্চলৰ প্ৰয়াত গজেন্দ্ৰ চন্দ্ৰ কলিতাৰপৰা এটা ডাঙৰ আলমিৰা আৰু প্ৰয়াত অপূৰ্ব কুমাৰ চৌধুৰীৰ স্মৃতিত তেওঁৰ জ্যেষ্ঠ ভাতৃ শ্ৰীযতীন্দ্ৰ কুমাৰ চৌধুৰীৰ পৰা পোৱা ৬,০০১ টকা দানৰপৰা 'অপূৰ্ব কুমাৰ চৌধুৰী স্মৃতি গ্ৰন্থাগাৰ' নাম দি সভাৰ শাখা গ্ৰন্থাগাৰৰ নামত ১৫০০ টকাৰ মূল্যৰ কিতাপ ক্ৰয় কৰি তাত সংৰক্ষা কৰা হয়। বিগত ২২/৫/৮৩ তাৰিখে সভাৰ মুকলি অধিবেশনৰ সময়ত পুথিভঁৰালটো আনুষ্ঠানিকভাৱে উদ্বোধন কৰা হয়। তেতিয়া এই লেখক সভাৰ সম্পাদক আছিল। সভাৰ পুথিভঁৰালত বহুতো মূল্যৱান গ্ৰন্থ সংগ্ৰহ কৰা হৈছে; কিন্তু পঢুৱৈৰ অভাৱে আমাক হতাশ কৰিছে। এটা সময়ত সভাৰ ভৱনত ফেন্‌, লাইট আৰু দুটাকৈ নলী-নাদ বহুৱাই সকলোৰে কাৰণে সুবিধা কৰি দিয়া হৈছিল যদিও দুৰ্বৃত্তই নদী-নাদ, ফেন, লাইট, মূল্যৱান গ্ৰন্থও চুৰ কৰি নিয়ে। আৰু স্থানীয় আৰক্ষী থানাত ইয়াৰ গোচৰ তৰা হৈছিল যদিও এতিয়ালৈ একো কাম হোৱা নাই।

০৯.০ অসম সাহিত্য সভাৰ জাতীয় ন্যাসৰ প্ৰতিষ্ঠা বৰ্ষৰপৰাই পলাশবাৰী সাহিত্য সভাই বলিষ্ঠ ভূমিকা পালন কৰি আহিছে। যিটো সময়ত অসম সাহিত্য সভাৰ জাতীয় ন্যাস পুঁজিত মাত্ৰ ৮০,০০০ হাজাৰ টকা সংগ্ৰহ কৰা হয়, সেই বছৰতে আমাৰ সভাই অঞ্চলটোৰ ৰাইজৰপৰা ১৮৯৫ টকা সংগ্ৰহ কৰি সভাৰ পুঁজিত জমা দিয়ে। সভাই আজিলৈ বছৰত ৫০০ টকাৰো অধিক জাতীয় ন্যাস পুঁজিত জমা দি অসম সাহিত্য সভাক শক্তিশালী কৰিছে।

১০.০ অসম সাহিত্য সভাৰ ডিফু অধিবেশনৰ অভ্যৰ্থনাৰ সমিতিৰ অনুৰোধ মৰ্মে আমি অভ্যৰ্থনা সমিতিৰ কুপন বিক্ৰী কৰি সেই অধিবেশনত ৭৫০০ টকা দিবলৈ সক্ষম হৈছিলোঁ। সেইদৰে বিশ্বনাথ চাৰিআলিৰ অধিবেশনতো ৫৭৫০ টকা বৰঙণি আগবঢ়াইছিলোঁ। কিন্তু নিশা দেৰ বজাত উপস্থিত হৈ বৰঙণি খিনি দিয়াৰ পিচতো তেওঁলোকৰ পৰা কোনো থকা-খোৱাৰ ব্যৱস্থা কৰি দিব নোৱাৰিলে। এনে অশুভ ঘটনা যাতে পুনৰাবৃত্তি নঘটে তাৰবাবে মূল সভাৰ জৰিয়তে সজাগ কৰি দিব লাগে বুলি আমি অনুভৱ কৰোঁ। বিহপুৰীয়া অধিবেশনতো আমি ভালেখিনি টকা সংগ্ৰহ কৰি দিছোঁ। সেই অধিবেশনত চৰকাৰে ভোজনালয়ৰপৰা টিনপাত পৰ্যন্ত খুলি আনিছিল যদিও অভ্যৰ্থনা সমিতিৰ সাহস আৰু মনোবল ইমান বেছি আছিল যে, সভাৰ কোনো হীন-দেৰি হ'ব নিদিলে। প্ৰতিনিধিসকলৰ প্ৰতি দেখুওৱা আতিথ্য আছিল শলাগিবলগীয়া।

১১.০ আমাৰ সভাৰ আঁচনি অনুযায়ী বছৰ বছৰ শিল্পী সাহিত্যিক, শিক্ষাবিদ, আদৰ্শ কৃষকসকলক প্ৰতি বছৰে মুকলি সভাত আনুষ্ঠানিকভাৱে ৰাজহুৱা সন্মান দি অহা হৈছে। এতিয়ালৈ দেৰশতাধিক ব্যক্তিক সম্বৰ্ধনা জনোৱা হৈছে। আৰু এই কাৰ্য অব্যাহত আছে। আমাৰ সভাৰ ৰূপালী জয়ন্তী পলাশবাৰী অধিবেশনত ১৯৮৩-৮৪ অঞ্চলটোৰ গৌৰৱ ড° মামণি ৰয়ছম গোস্বামীক সম্বৰ্ধনা জনোৱা হয়।

১২.০ ১৯৭৫ চন। তেতিয়া দেশৰ অৱস্থা বৰ বেয়া। অসমৰো। দেশত জৰুৰীকালীন সময়ৰ অৱস্থাতে আমাৰ সভাই কামৰূপ জিলা সাহিত্য সভাৰ তেতিয়াৰ নাম কামৰূপ সাহিত্য পৰিষদ সপ্তম বাৰ্ষিক অধিবেশন তিনিদিনীয়া বিস্তৃত কাৰ্যসূচীৰে বৰ্ণাঢ্য ৰূপত সফলতাৰে পাতি অসম সাহিত্য সভাৰ ইতিহাসত নতুন যুগ ৰচনা কৰে। সভাপতি হিতেশ ডেকাক লৈ কৰা সাংস্কৃতিক শোভাযাত্ৰা একক আৰু অনন্য। সেই অধিবেশনৰ অন্যতম আকৰ্ষণীয় দিশ আছিল ড° উপেন্দ্ৰনাথ গোস্বামীৰ সঞ্চালনাত অনুষ্ঠিত হোৱা 'কামৰূপী উপ-ভাষাৰ আঞ্চলিক বৈশিষ্ট্য' শীৰ্ষক আলোচনা চক্ৰখন। আলোচনা চক্ৰত অসমৰ কেবাজনো ভাষাতত্ত্ববিদে অংশগ্ৰহণ কৰিছিল আৰু শ্ৰোতাৰ উপস্থিতি আছিল অভিলেখ সংখ্যক। যিটো আজিৰ কোনো অলোচনাচক্ৰত নহয়। অসম তথা কামৰূপ জিলা সাহিত্য সভাৰ পৰিক্ৰমাত পলাশবাৰী সাহিত্য সভাৰ ইয়ো এক গুৰুত্বপূৰ্ণ পদক্ষেপ। উল্লেখযোগ্য যে সেই অধিবেশনৰ স্মৃতিগ্ৰন্থখনে অসমৰ গৱেষক পণ্ডিতসকলক আকৰ্ষণ কৰিব পাৰিছিল।

১৩.০ অসম সাহিত্য সভাৰ পৰিক্ৰমাত আমাৰ সাহিত্য সভাৰ আনকেইটামান পদক্ষেপ হ'ল দুবাৰকৈ অসম সাহিত্য সভাৰ কেন্দ্ৰীয় শিল্পী দিৱস দিনজোৱা কাৰ্যসূচীৰে এবাৰ প্ৰয়াত প্ৰধান সম্পাদক শৈলেন দাস আৰু দ্বিতীয়বাৰ জগন্নাথ পাটগিৰিৰ দিনত। পালন কৰা। সেই সময়ত সভাপতি আছিল ড° বীৰেন্দ্ৰ নাথ দত্ত। তেতিয়া এই লেখক আছিল পলাশবাৰী সাহিত্য সভাৰ সভাপতি আৰু সম্পাদক আছিল পৰেশ কলিতা। প্ৰথমবাৰৰ শিল্পী দিৱসত বিভিন্ন কাৰ্যসূচীৰ লগতে নাট্যকাৰ, সমালোচক সত্য প্ৰসাদ বৰুৱা আৰু অন্যান্য আলোচকসকলে জ্যোতিপ্ৰসাদৰ জীৱন দৰ্শন আৰু নাট্য সাহিত্যৰ ওপৰত আলোকপাত কৰি সুন্দৰ বক্তৃতা প্ৰদান কৰে। দক্ষিণ কামৰূপ মহাবিদ্যালয়ৰ প্ৰেক্ষাগৃহত অনুষ্ঠিত এই শিল্পী দিৱসৰ বক্তৃতা অনুষ্ঠানে উপস্থিত অংশগ্ৰহণকাৰীসকলৰ লগতে শ্ৰোতামণ্ডলীক বিশেষভাৱে উপকৃত কৰিছে।

দ্বিতীয় বাৰৰ শিল্পী দিৱসত ড° বীৰেন্দ্ৰনাথ দত্তৰ সভপতিত্বত অনুষ্ঠিত বক্তৃতা অনুষ্ঠানৰ মুখ্য বক্তা আছিল চিন্তানায়ক যতীন্দ্ৰ বুঢ়াগোহাঞি। প্ৰায় দেৰ ঘণ্টাজোৰা বক্ততানুষ্ঠানত শ্ৰীযুত গোহাঞিদেৱে দৰ্শৰ শ্ৰোতাক বিশেষভাৱে আকৰ্ষণ কৰিছিল। ড° বীৰেন্দ্ৰনাথ দত্তই জ্যোতিপ্ৰসাদৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰাৰ লগতে শিল্পীগৰাকীৰ জীৱন দৰ্শনৰ ওপৰত সাৰুৱা বক্তৃতা প্ৰদান কৰে আৰু জ্যোতিপ্ৰসাদৰ আদৰ্শৰাজি বাস্তৱত ৰূপায়িত কৰাৰ কাৰণে ৰাইজলৈ আহ্বান জনায়। প্ৰধান



সম্পাদক পাটগিৰিয়ে দীঘলীয়া কবিতা পাঠেৰে জ্যোতিপ্ৰসাদৰ তাৎপৰ্য ব্যাখ্যা কৰে আৰু অসম সাহিত্য সভাৰ কেন্দ্ৰীয় শিল্পী দিৱসৰ আয়োজন কৰি সুন্দৰভাৱে পৰিচালিত কৰা আদৰ্শ অসম শাখা সাহিত্য সভাসমূহেও যাতে লয় তাৰ বাবে সকলোলৈকে আহ্বান জনায়। এই সৰ্বাংগসুন্দৰ আৰু সফল কেন্দ্ৰীয় শিল্পী দিৱস দুটা অনুষ্ঠিত কৰি পলাশবাৰী সাহিত্য সভাই অসম সাহিত্য সভাৰ পৰিক্ৰমাত বিশেষ অৱদান আগবঢ়াইছে বুলি ক'ব পৰা যায়।

১৯৯৬ চনত সভাই অনুবাদ সাহিত্যৰ ওপৰত এখন কৰ্মশালা অনুষ্ঠিত কৰে। অসমৰ তিনিগৰাকী বিশেষজ্ঞই ইয়াত অংশগ্ৰহণ কৰি অনুবাদ সাহিত্যৰ বিভিন্ন দিশৰ ওপৰত আলোচনা কৰে। প্ৰায় পঞ্চাশ গৰাকী শিক্ষাৰ্থীয়ে কৰ্মশালাত অংশগ্ৰহণ কৰা এগৰাকী বিশেষজ্ঞ যতীন গোস্বামীয়ে অনুবাদৰ ক্ষেত্ৰত দুয়োটা ভাষাৰ লগত অনুবাদকৰ পৰিচয় থকাৰ ওপৰত গুৰুত্ব আৰোপ কৰে। শব্দ চয়ন আৰু ভাষা প্ৰয়োগৰ সম্যক জ্ঞানে প্ৰকৃত অনুবাদ কাৰ্যত সহায় কৰে বুলি তেখেতে অনুবাদকসকলৰ প্ৰতি পৰমৰ্শ আগবঢ়ায়।

অনুবাদ কৰ্মশালাৰ সঞ্চালক আসনৰপৰা প্ৰয়াত ভৱানীকান্ত চৌধুৰীয়ে অনুবাদৰ কলা-কৌশল ভাষাৰ প্ৰয়োগ সম্পৰ্কে আলোচনা আগবঢ়াই কয় যে, অনুবাদৰ ক্ষেত্ৰত আক্ষৰিক অনুবাদৰ পৰিৱৰ্তে বিষয়বস্তু ঠিক ৰাখি নিজৰ ষ্টাইলো ব্যৱহাৰ কৰিব পৰা যায়। এতিয়া আমাৰ অঞ্চলত অনুবাদ সাহিত্যৰ যথেষ্ট উন্নতি হোৱা বুলি ইতিমধ্যে স্বীকৃতি পাইছে।

কামৰূপ জিলা সাহিত্য সভাৰ উদ্যোগত আৰু পলাশবাৰী সাহিত্য সভাৰ সহযোগত ২২/১/৯৮ ইং তাৰিখে 'অসমীয়া গল্প সাহিত্য' শীৰ্ষক লেখক শিবিৰ এটি অনুষ্ঠিত কৰি সভাই বিশেষ সফলতা লাভ কৰিছে। ড° পৰাগ কুমাৰ ভট্টাচাৰ্যৰ সঞ্চালনাত অনুষ্ঠিত এই শিবিৰত প্ৰায় পঞ্চাশ গৰাকী অংশগ্ৰহণকাৰীয়ে আধুনিক চুটি গল্পৰ আংগিক কলা-কৌশল, বিষয় আৰু ৰূপৰ সম্যক জ্ঞান লাভ কৰে। এই শিবিৰত অসম সাহিত্য সভাৰ তেতিয়াৰ প্ৰধান সম্পাদক প্ৰয়াত শৈলেন দাসে মুখ্য অতিথিৰ আসনৰ পৰা দিয়া ভাষণত পলাশবাৰী সাহিত্য সভাই গ্ৰহণ কৰা এনে পদক্ষেপৰদ্বাৰা নতুন চাম সাহিত্যিকে যথেষ্ট অনুপ্ৰেৰণা আৰু উৎসাহ পাব বুলি মত পোষণ কৰে। কৰ্মশালাত ২৫ গৰাকী গল্পকাৰে স্বৰচিত গল্প পাঠ কৰে। সঞ্চালক ভট্টাচাৰ্যই পঠিত গল্পসমূহৰ মানদণ্ড উন্নত হোৱা বুলি মত পোষণ কৰে আৰু গল্পকাৰসকলক সাহিত্য চৰ্চা অব্যাহত ৰাখিবলৈ পৰমৰ্শ দিয়ে।

১৪.০ অসমৰ ৬ বছৰীয়া অস্তিত্ব ৰক্ষাৰ আন্দোলনত অসম সাহিত্য সভা গণ আন্দোলনৰ মুখ্য অংশীদাৰ আছিল। শাখাবিলাকো আঞ্চলিক ভিত্তিত গণ সংগ্ৰাম পৰিষদ অন্যতম অংশীদাৰ। সেই আপাহতে সদৌ অসম ছাত্ৰ সন্থাৰ সকলো ধৰণৰ কাৰ্যসূচীত পলাশবাৰী সাহিত্য সভাই সক্ৰিয় ভূমিকা পালন কৰিছিল। এনে ভূমিকাই অসম সাহিত্য সভাৰ সাংগঠনিক দিশত শক্তিশালী কৰিছে।

১৫.০ অসম সাহিত্য সভাৰ লক্ষ্য আৰু আদৰ্শৰ ওপৰত গুৰুত্ব আৰোপ কৰি আন্দোলনৰ সময়ত আহত, মৃত ব্যক্তিসকললৈ সাহায্য আগবঢ়োৱা, চিকিৎসা সেৱা আগবঢ়োৱা কামত আমাৰ সভাই আগভাগ লৈছিল। ইয়াৰ উপৰি ১৯৮৩ ৰ অবৈধ নিৰ্বাচনত ক্ষতিগ্ৰস্তসকলক সাহায্য দিয়াৰ বাবে মৃত শ্বহীদ ৰাজেন কুমাৰৰ শিশু পুত্ৰৰ নামত দীৰ্ঘম্যাদী আঁচনিৰ অধীনত বেংকত টকা জমা, শ্বহীদ চন্দ্ৰধৰ কলিতা ভাতৃৰ নামত দীৰ্ঘম্যাদী আঁচনিত ধন জমা ৰখা, শ্বহীদ পত্নী কাঞ্চন কুমাৰীক কলেজত চাকৰি দিয়া আদি কামত পলাশবাৰী সাহিত্য সভাই আগভাগ লৈ সফলো হৈছে। উল্লেখযোগ্য যে, দক্ষিণ কামৰূপৰ মিৰ্জাৰ শ্বহীদ ৰাজেন কুমাৰ আৰু শ্বহীদ চন্দ্ৰধৰ কলিতা পলাশবাৰী সাহিত্য সভাৰ লগত জড়িত সদস্য আছিল।

১৬.০ অসম সাহিত্য সভাই লোৱা ভাষা আন্দোলনৰ কাৰ্যসূচী, নামফলিত অসমীয়া ভাষা প্ৰয়োগ,



ইংৰাজী মাধ্যমৰ বিদ্যালয়সমূহত অসমীয়া বিষয়টোক বাধ্যতামুলক ভাষা হিচাপে স্থান দি সকলো ছাত্ৰ-ছাত্ৰীক অসমীয়া পাঠ্যক্ৰমৰ সমান বোজা দি সকলোৰে কাৰণে সমঅধিকাৰ আদি অসম সাহিত্য সভাই জনোৱা দাবী বা আন্দোলনৰ কাৰ্যসূচীত সভাই সক্ৰিয় ভূমিকা পালন কৰি আহিছে।

১৭.০ অসম সাহিত্য সভাৰ সাংগঠনিক ভেটি সুদৃঢ় কৰাত অসমৰ শাখাসমূহৰ ভূমিকা সবাতোকৈ বেছি। তাৰ পিচত জিলাসমূহৰ। সাহিত্য সভাৰ সাংগঠনিক শক্তি বঢ়াই অসমীয়া ভাষাক সকলো স্তৰতে সুকীয়া মৰ্যাদা দিয়াৰ স্বাৰ্থ আগত ৰাখি পলাশবাৰী সাহিত্য সভাই দক্ষিণ কামৰূপত অসম সাহিত্য সভাৰ শাখা বৃদ্ধি কৰি আহিছে। তাৰ ভিতৰত ৰাণী সাহিত্য সভা, লোহাৰঘাটত বৰদুৱাৰ সাহিত্য সভা, বাগানত বৰদুৱাৰ সাহিত্য সভা, সানপাৰা-হাৰোপাৰা সাহিত্য সভা, ৰামপুৰত ৰামপুৰ সাহিত্য সভা, নৱাৰুণ সাহিত্য সভাক সক্ৰিয় কাৰণ, কুকুৰমাৰা সাহিত্য সভা, ৰঙামাটি সাহিত্য সভা আদি। এই শাখাসমূহৰ মাজত ঐক্য-সংহতি স্থাপন কৰি সমগ্ৰ দক্ষিণ কামৰূপৰ ভাষা-সাহিত্য, জাতি-জনজাতিৰ বহুৰঙী সংস্কৃতি উদ্ধাৰ, প্ৰচাৰ প্ৰসাৰ আৰু সংৰক্ষণ কৰি সকলো জাতি-উপজাতিৰ নিজৰ নিজৰ ভাষা-সংস্কৃতি প্ৰচাৰ আৰু প্ৰসাৰৰ সমঅধিকাৰ দিয়া, জাতি-জনজাতিৰ মাজৰ ঐক্য-সংহতি সুদৃঢ় কৰা আদিৰ ওপৰত সভাই জন্মলগ্নৰ পৰা আন্তৰিক প্ৰচেষ্টা চলাই ইতিমধ্যে সফল কাম হৈছে। সেয়ে আজি দক্ষিণ কামৰূপ বিভিন্ন জাতি-জনজাতিৰ মানুহখিনি অসমীয়া সমাজৰ লগত মিলি গৈ একতাৰ ডোলেৰে বান্ধ খাইছে। সেই কাৰণে দক্ষিণ কামৰূপ সংস্কৃতি আজি মিশ্ৰ সংস্কৃতি আৰু সমন্বয়ৰ সংস্কৃতিলৈ পৰিৱৰ্তন হৈছে। সকলো ধৰণৰ উৎসৱ-পৰ্বত আজি সকলো জাতি-জনজাতিৰ সমানে অংশগ্ৰহণে অঞ্চলটোৰ সুকীয়া তাৎপৰ্য বহন কৰিছে। বৰদুৱাৰ মৌজাৰ মাটিফুটা সত্ৰৰ ফাকুৱা, দৌল আৰু সুঁৱৰিথলীত এবাৰ উপস্থিত থাকি পৰ্যৱেক্ষণ কৰিলেই এই কথাৰ সম্যক ধাৰণা কৰিব পৰা যায়। মৌজাখন ১০১ খন গাঁৱৰ জনতাই নিজৰ নিজৰ গাঁৱৰ বিগ্ৰহ আনি 'মদন মোহনৰ' চাৰিওফালে অস্থায়ী বেদীত স্থাপন কৰা, একে সময়তে উপস্থিত জনসমুদ্ৰই মুৰুলি মোহন ওচৰত আঠু কাঢ়ি প্ৰাৰ্থনা কৰা দৃশ্য মনোৰম, নেদেখিলে কল্পনা কৰিব নোৱাৰি। জাতি-উপজাতিৰ 'সমন্বয়' মঞ্চৰ বাবে সাহিত্য সভাই গ্ৰহণ কৰা আঁচনি আৰু কাৰ্যসূচীৰ অংশ হিচাপে ইতিমধ্যে পলাশবাৰী সাহিত্য সভাৰ অধিবেশন বৰদুৱাৰ মৌজাত অনুষ্ঠিত কৰি এনে কাৰ্যসূচীৰ আদৰ্শ প্ৰতিষ্ঠা কৰিছে।

অসম সাহিত্য সভাৰ সংবিধানে গ্ৰহণ কৰা সকলো উদ্দেশ্য, লক্ষ্য আৰু আঁচনি ৰূপায়ণত এইদৰে আৰম্ভণিৰপৰা বৰ্তমানলৈ ৰূপায়ণ কৰি অসম সাহিত্য সভাৰ পৰিক্ৰমাত এক বাস্তৱসন্মত ভূমিকা পালন কৰি আহিছে আৰু আগলৈও এনে ভূমিকা অব্যাহত থাকিব বুলি আমাৰ সভাৰ দৃঢ় বিশ্বাস। ■

এই প্ৰবন্ধটো যুগুতাওঁতে পলাশবাৰী সাহিত্য সভাৰ প্ৰতিষ্ঠা বছৰৰপৰা এতিয়ালৈ পোৱা সভাৰ কাৰ্যবিৱৰণী, অষ্টাবিংশতিতম পলাশবাৰী অধিবেশনৰ আদৰণী সমিতিৰ কাৰ্যবিৱৰণী, কামৰূপ সাহিত্য পৰিষদৰ সপ্তম বাৰ্ষিক পলাশবাৰী অধিবেশনৰ স্মৃতিগ্ৰন্থ আৰু আমাৰ সভাৰ মুখপত্ৰ 'দখিণ কোল'ৰপৰা তথ্য সংগ্ৰহ কৰা হৈছে। —লেখক





# পলাশবাৰী সাহিত্য সভাৰ গতি-প্ৰকৃতি

**ধনেশ্বৰ কলিতা**
(প্ৰাক্তন সভাপতি)

এটি অনুষ্ঠানৰ জন্মৰপৰা বিকাশৰ গতিধাৰালৈ চালে ইয়াৰ পূৰ্ণৰূপ পোৱাৰ পৰ্যায়ক এটি সুন্দৰ সাধুকথাৰ লগত তুলনা কৰা হয়। সাধুটোৰ মূল কথা এনে ধৰণৰ—ফাগুনৰ পছোৱা বতাহত পৃথিৱী ফাটি যোৱাৰ অৱস্থাত ধূলিৰে ধূসৰিত পৰিমণ্ডলত এজাক চকোৱা চৰায়ে (Wren) জংগলৰ মাজত এডোখৰ ঠাইত সদায় ধূলিত ওমলি থাকোঁতে এটি গাঁতত পৰিণত হৈছিল। এজাক বৰষুণত সেই গাঁতটোত কিছু পানী জমা হৈছিল। খৰালিৰ শুকান বতৰত জংগলৰ জন্তুবোৰে পিয়াহত পানী বিচাৰি আহি সেই গাঁতটোত পানী পাই তাকেই খাওঁতে খাওঁতে ক্ৰমাৎ গাঁতটো বহল হ'বলৈ ধৰে আৰু শেষত সেইটো এটা ডাঙৰ খালত পৰিণত হৈছিল। এসময়ত এজনৰজাই চিকাৰলৈ আহি পানীৰ পিয়াহ লগাত জংগলত পানী বিচাৰি বিচাৰি সেই গাঁতটোত পানী পাই তাকেই খাই পিয়াহ পলোৱাত ৰজাই ভাবিবলৈ ধৰিলে— মোৰ দৰে বহুতে হয়তো ইয়াত পানী বিচাৰি হাবাথুৰি খাব পাৰে। সেয়ে ৰজাই সেই গাঁতটোকে খান্দি-কুৰি ডাঙৰকৈ সজালে আৰু জীৱ-জন্তুকে আদি কৰি বহুতো জীৱই মুক্তি পালে।

সাধুকথাবোৰ যদিও অসাধাৰণ কাহিনী বুলি ধৰা হয়, এইবোৰৰ মাজেৰে কিন্তু শিকিবলগীয়া আৰু গভীৰ তত্ত্বমূলক কথা জানিব পাৰি। উপৰোল্লিখিত সাধুকথাটোৰে ইয়াকে বুজিব পাৰি যে, কোনো এটা অনুষ্ঠান গঢ়োঁতে প্ৰথমে টিপটী চৰাইৰ গাঁত খন্দা হয়; কিন্তু সময়ত গৈ সিয়েই মহীৰূহত পৰিণত হয়।

১৯৫৮ চনৰ কোনো এটা দিনত পলাশবাৰীৰ সাহিত্যানুৰাগী কেইজনমান বিদ্যৎমণ্ডলীয়ে পলাশবাৰী সাহিত্য সভাৰ জন্ম দিছিল। তথ্যানুসাৰে স্বৰ্গীয় ভৱানীকান্ত চৌধুৰী সভাপতি আৰু শ্ৰীযুত অমৰেন্দ্ৰ নাথ বৰুৱাক লৈ গঠিত পলাশবাৰী শাখা সাহিত্য সভাই গজালি মেলিছিল। এইখিনিতে এটা কথা উল্লেখ কৰিব পাৰি যে, পলাশবাৰী ব্যৱসায়িক কেন্দ্ৰ হিচাপে অকল অসমতে নহয়, কলিকতা (বৰ্তমান কলকাতা), কোঁচবেহাৰ, জলপাইগুৰি আদি ঠাইৰ লগত পলাশবেৰীয়া লোকৰ ব্যৱসায়ৰ সম্পৰ্ক আছিল। সাধাৰণতে ধাৰণা হয় যে, ব্যৱসায়ীসকলৰ সাহিত্য, কলা, সংস্কৃতিৰ প্ৰতি ধাউতি কম; কিন্তু পলাশবাৰী এই ক্ষেত্ৰত ব্যতিক্ৰম আছিল। দক্ষিণ কামৰূপ অঞ্চলত (গুৱাহাটীক বাদ দি) যাত্ৰাভিনয়, থিয়েটাৰ, দুৰ্গা পূজা, ৰাস পূজা (বৰ্তমান ৰাস মহোৎসৱ) সকলো দিশতে পলাশবাৰী আছিল আগৰণুৱা। সেই সময়তে পলাশবাৰীত হোৱা থিয়েটাৰবোৰত স্বৰ্গীয় পদ্মৰাম দাসে যিবোৰ দৃশ্যপট (Scene) অংকন কৰিছিল, সেইবোৰে চিত্ৰকলা নিপুণতাৰ স্বাক্ষৰ বহন কৰিছিল। ১৯৫৮ চনত স্থাপিত হোৱা পলাশবাৰী সাহিত্য সভাই ১৯৬০ চনত আকস্মিকভাৱে অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশন আমন্ত্ৰণ কৰি ছমাহৰ ভিতৰতে সকলো প্ৰস্তুতি সম্পূৰ্ণ কৰি সাহিত্য সভাৰ অষ্টাবিংশ অধিবেশন সাফল্যমণ্ডিত কৰিছিল। তাৰ নজিৰ সাহিত্য সভাৰ অধিবেশনৰ অতি বিৰল ৰূপ। সেই অষ্টাবিংশ অধিবেশনেই অসম সাহিত্য সভাৰ বুৰঞ্জীত ইতিহাসৰ সৃষ্টি কৰিছিল। নগৰকেন্দ্ৰিকতাৰ বাহিৰত অনুষ্ঠিত মিৰ্জা অধিবেশনেই গাঁৱলীয়া বাধাৰ হেঙাৰ অতিক্ৰম কৰি সাহিত্য সভাৰ অধিবেশন যি কোনো ঠাইতে যে অনুষ্ঠিত কৰিব পাৰি, তাৰেই পথ নিৰ্দেশক হৈ পৰিছিল। অধিবেশন অনুষ্ঠিত কৰি পলাশবাৰী সাহিত্য সভাই অসম সাহিত্য সভাৰ শাখাসমূহৰ মাজত গজগজীয়া আসন অধিকাৰ কৰিলেও

সাহিত্য সভাৰ কোনো নিজা ভৱন বা স্থায়ী কাৰ্যালয় নথকাত অস্থায়ীভাৱে অ'ত-ত'ত সভা-সমিতি পাতি কাম চলাই আছিল। সৌভাগ্যক্ৰমে ১৯৬৪ চনত মিৰ্জাত চৰকাৰৰপৰা পোৱা মাটিখিনি স্থায়ী কাৰ্যালয় স্থাপনৰ বাবে আধাৰশিলা স্থাপন কৰে যদিও প্ৰায় ১০ বছৰৰ মূৰত মূল ঘৰটি সাজি উলিওৱা হয় যদিও বৰ্তমান পৰ্যন্ত ই সম্পূৰ্ণ হৈ উঠা নাই। পৰিতাপৰ বিষয় যে, আজি সোণালী জয়ন্তী বৰ্ষ পালনৰ সময়তো সাহিত্য ভৱনটিৰ বহু কাম আধৰুৱা হৈ আছে। ৰাষ্ট্ৰীয় ঘাইপথলৈ চাই ভৱনটিয়ে এতিয়াও হুমুনিয়াহ কাঢ়ি আছে। সেইটোৰ প্ৰতি যেন কাৰোৱেই মন-কাণ নাই, আগৰ ফুলনিখনে জেউতি চৰোৱাৰ কথা দূৰতেই থাকক। কতজন মন্ত্ৰী, বিধায়ক নাইবা সাংসদে কিমানটা জাকজমকীয়া অনুষ্ঠান গঢ়ি তুলিলে; কিন্তু সাহিত্য ভৱনটিলৈ কাৰো চকু নাযায়। ধৰ্মানুষ্ঠান হ'লে লগে লগেই লাখ লাখ টকা আহি পৰে; কিন্তু ভাষা-সাহিত্যৰ বেলিকা সকলোৰে উদাসীন দৃষ্টি। ইয়ে সূচায় অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি আমাৰ আগ্ৰহ কিমান?

সাহিত্য সভাৰ গঠনৰপৰা পলাশবাৰী সাহিত্য সভাই আলোচনা চক্ৰ, বিশেষ বক্তৃতা আদিৰ উপৰিও বিভিন্ন সাহিত্যিকৰ জন্ম নাইবা মৃত্যু তিথি নিয়মীয়াভাৱে পালন কৰি আহিছে যদিও ভাষা, সাহিত্য, সংস্কৃতি আদি চৰ্চাৰ বাবে এখন মুখপত্ৰৰ অভাৱ আছিল। সৌভাগ্যক্ৰমে বহু পলমকৈ হ'লেও ১৯৭৮ চনত 'পলাশবাৰী সাহিত্য সভাৰ মুখপত্ৰ' নামেৰে বাৰ্ষিক আলোচনী এখন প্ৰকাশ কৰি উলিওৱা হয়। ইয়াৰ দুবছৰ পিচতে ১৯৭৯-৮০ ইং বৰ্ষত 'দখিণ কোল' নামেৰে নামকৰণ কৰি বাৰ্ষিক মুখপত্ৰ প্ৰকাশ হ'বলৈ ধৰে। তেতিয়াৰপৰা এই বাৰ্ষিক মুখপত্ৰখনি অবিচ্ছিন্নভাৱে প্ৰকাশ হৈ আহিছে। স্মৰ্তব্য যে, দখিণ কোল শব্দটি 'কথাগুৰু চৰিত'ত প্ৰথম লিখিত হয় আৰু তাৰেই গইনা লৈ ১৯৬০ চনৰ মিৰ্জা অধিবেশনত প্ৰকাশিত স্মৃতিগ্ৰন্থখনি 'দখিণ কোল' নামেৰে নামাংকিত কৰা হৈছিল। তাৰেই আলমত মুখপত্ৰখনিৰ এই নামটো ৰখা হৈছিল। মুখপত্ৰখনিয়ে ২০০৫ চনত ৰূপালী জয়ন্তী সংখ্যাৰূপে প্ৰকাশ কৰি দক্ষিণ কামৰূপৰ সামাজিক, সাংস্কৃতিক আৰু সাহিত্য আদি দিশৰ ৰচনা সংকলন কৰি এখন আকৰ্ষণীয় আৰু তথ্যপূৰ্ণ গ্ৰন্থ প্ৰস্তুত কৰি উলিয়ায়। ইয়াৰ আগৰ চতুৰ্বিংশতি সংখ্যাটি প্ৰকাশিত দখিণ কোলৰ সম্যক বিচাৰধাৰা বিশ্লেষণ কৰি উলিয়াই এটি মহৎ কাম হিচাপে বৰ্ণিত হৈছে। এই দুয়োটা সংখ্যাকেই সম্পাদক ড° গজেন্দ্ৰ অধিকাৰীয়ে ভালেখিনিও কষ্ট স্বীকাৰ কৰি সৰ্বাংগ সুন্দৰৰূপে উলিয়াই দিয়া বাবে তেওঁ প্ৰশংসাৰ পাত্ৰ হৈ পৰিছে। এইখিনিতে কাৰো মনত আঘাত নিদিয়াকৈ উল্লেখ কৰিব বিচাৰিছোঁ যে, আলোচনী এখনি সম্পাদনা কৰোঁতে সম্পাদনা সমিতি তথা সম্পাদকে যিয়ে যেনে ধৰণে লিখি দিয়ে, তেনে ধৰণেই ছপাশালত দি প্ৰকাশ কৰিলে তথ্যৰ বিভ্ৰান্তিয়ে পিচৰ চাম পঢ়ুৱৈক বিপথে পৰিচালনা কৰাৰ সম্ভাৱনা থাকে। উদাহৰণস্বৰূপে ২৪ তম আৰু ২৫ তম দখিণ কোলৰ প্ৰকাশ দুয়োখনতে ৩ জুলাই, ২০০৫ দেখুওৱা হৈছে। তেনেদৰে চতুৰ্বিংশতিতম সংখ্যাটিত এটা প্ৰবন্ধৰ নামকৰণ লিখকে 'মিৰ্জাত অসম সাহিত্য সভাৰ অষ্টাদশ অধিবেশন' নামেৰে সূচীপত্ৰ আৰু মূল প্ৰবন্ধত দুয়ো ঠাইতেই একে নামকৰণেৰে ছপা হৈ ওলাইছে।

পলাশবাৰী সাহিত্য সভাৰ মুখপত্ৰ দখিণ কোলে দক্ষিণ কামৰূপ অঞ্চলত নিজস্ব সংস্কৃতিৰ ওপৰত বেছিকৈ গুৰুত্ব আৰোপ কৰি প্ৰবন্ধ-পাতি প্ৰকাশৰ ওপৰত অধিক মৰ্যাদা দি আহিছে। অসমৰ সমাজ জীৱনত প্ৰতিটো অঞ্চলৰ আঞ্চলিক উপভাষা আৰু সংস্কৃতিৰ নিজস্ব কিছুমান বৈশিষ্ট্য আছে। ইয়াৰ ভিতৰত লোক-সংস্কৃতিয়েই অধিক। এইবোৰ বৰ্তমানলৈ অনুদ্‌ঘাটিত (unexployed) অৱস্থাতেই আছে। যি কিছু বিচাৰি-খোঁচাৰি উলিওৱা হৈছে, সেইখিনিও সম্পূৰ্ণ প্ৰণালীবদ্ধভাৱে হোৱা দেখা নাযায়। ১৯৮৮ চনত পোন প্ৰথমবাৰৰ বাবে পলাশবাৰী সাহিত্য সভাই 'দখিণ কোল'ত প্ৰকাশিত লোক-সংস্কৃতিমূলক প্ৰবন্ধৰপৰা বাছনি কৰি 'দক্ষিণ কামৰূপৰ লোক-সংস্কৃতি' (১ম খণ্ড) ছপা কৰি উলিয়ায়। ২য় খণ্ড প্ৰকাশৰ বাবে এইবাৰ এটা প্ৰচেষ্টা লোৱা হৈছে। এই খণ্ড দুটিও প্ৰণালীবদ্ধ গতিত কৰা হোৱা নাই। দক্ষিণ কামৰূপৰ কৃষ্টি-সংস্কৃতি, আচাৰ-নীতি, উৎসৱ-পৰ্ব আদিৰ বৈশিষ্ট্যবোৰ দেখি লোক-সংস্কৃতিৰ গৱেষক-পণ্ডিতসকলে বৰ আক্ষেপেৰে এইবোৰৰ উদ্ধাৰ আৰু সংৰক্ষণৰ প্ৰতি



সকীয়নি দি থাকে। পৰৱৰ্তী কালত অঞ্চলটোৰ সাহিত্যসেৱীসকলে প্ৰণালীবদ্ধভাৱে অঞ্চলটোৰ জনগাঁথনি, সমাজ, ধৰ্ম, আচাৰ, ৰীতি-নীতি, উৎসৱ-পাৰ্বণ আৰু ইয়াৰ লগত জড়িত পৰিৱেশ্য কলা-ৰীতি, মৌখিক গীত-মাত, সাধুকথা আদিৰ প্ৰণালীবদ্ধ আলোচনাৰ দৰকাৰ।

প্ৰথম ৩০জন সভ্যৰে গঠিত পলাশবাৰী সাহিত্য সভাৰ বৰ্তমান আজীৱন সদস্যৰ সংখ্যা ১৩৯ আৰু সাধাৰণ সদস্যৰ সংখ্যা হেনো প্ৰায় ৮০০ৰ ওপৰ। পলাশবাৰী সাহিত্য সভাই মাতৃ শাখাৰূপে হাত ধৰি ইয়াৰ ওচৰে-পাঁজৰে ৰঙামাটি, ৰাণী, বৰদুৱাৰ আদি অঞ্চলটোৰ কেইবাঠাইতো শাখা খুলি দি পলাশবাৰী সাহিত্য সভাই কৃতিত্বৰ গৌৰৱ অৰ্জন কৰিছে। পিচে বৰ্তমানে শিক্ষাৰ পৰিসৰ বৃদ্ধি আৰু বিভিন্ন প্ৰচাৰ মাধ্যমৰ জৰিয়তে সম্প্ৰসাৰিত হোৱা সাহিত্যসেৱীৰ সংখ্যা ইমান বাঢ়িছে যে, তাৰ তুলনাত বৰ্তমানৰ সদস্য সংখ্যা ৩/৪ গুণ বৃদ্ধি পাব লাগিছিল। কোনো এঠাইত হয়তো কেৰোণ আছে। এই কেৰোণসমূহ বিচাৰি উলিয়াই সেইবোৰ সংশোধন কৰি পলাশবাৰী সাহিত্য সভাৰ মান উন্নত কৰাত মনোযোগ দিয়া দৰকাৰ। আগতে যি ধৰণে সঘনাই সভা-সমিতি পাতি, আলোচনা চক্ৰ আদি পাতি ইয়াক সজীৱ কৰি ৰখা হৈছিল, বৰ্তমান এনেবোৰ দিশৰ প্ৰতি আগ্ৰহ কমা যেন ধাৰণা হয়। এনেবোৰ কাৰণৰ বাবেই নেকি অঞ্চলটোত সাহিত্য-সংস্কৃতিমূলক সমান্তৰালভাৱে কেবাটাও অনুষ্ঠানৰ জন্ম হৈছে আৰু তেনেবোৰ অনুষ্ঠানে লাহে লাহে উন্নতিৰ পথত আগবাঢ়ি আছে। তৃতীয়তে যুৱ সমাজৰ ভিতৰতো বৰ কমসংখ্যক লোকৰহে অনুষ্ঠানটোৰ প্ৰতি আগ্ৰহ দেখা যায়। ইয়াৰ মাজত নিশ্চয় ক'ৰবাত কিবা কেৰোণ আছে। সেইবোৰৰ মূল কাৰণবোৰ বিচাৰি উলিয়াই অনুষ্ঠানটি অধিক গতিশীল কৰাৰ চেষ্টা কৰিব লাগে।

অসম সাহিত্য সভাৰ মূল সুঁতিৰ উপসুঁতিবোৰ হ'ল এই শাখা সভাসমূহ। এইবোৰ যিমানেই শক্তিশালী হ'ব, সিমানেই মূল সুঁতিৰ প্ৰবহমান গতি শক্তিশালী হ'ব। অসমৰ বৰ্তমান জ্বলন্ত সমস্যা বহুতো। ইয়াৰ ভিতৰত অসমীয়া জাতিৰ অস্তিত্বৰ সংকটো অন্যতম। অসমীয়া ভাষা জীয়াই থাকিলেহে অসমীয়া জাতিও জীয়াই থাকিব; কিন্তু পৰিতাপৰ বিষয় যে, অসমীয়া ভাষাৰ ওপৰত কেবাপ্ৰকাৰেও আগুৰি ধৰা বিষবৃক্ষই চেপি আনিছে। অসমৰ জাতীয় চৰকাৰে যিমানেই জয়ঢোল নবজাওক কিয়, তেওঁলোকে অসমীয়া ভাষাৰ প্ৰতি সম্পূৰ্ণ অনীহা দেখুৱায়। সৰ্বোপৰি ক'বলগীয়া কথাটো হৈছে— অসম সাহিত্য সভাৰ হকে জয়ঢোল বজোৱা একাংশ সদস্যই নিজৰ ল'ৰা-ছোৱালীক অসমীয়া মাধ্যমৰ স্কুলত পঢ়োৱাৰ বিপৰীতে ইংৰাজী মাধ্যমৰ স্কুল পতাৰপৰা ল'ৰা-ছোৱালীক সেই ইংৰাজী মাধ্যমৰ স্কুলত পঢ়োৱাৰ ওপৰতহে অধিক গুৰুত্ব দিয়ে। আনকি তেনে লোকৰ ল'ৰা-ছোৱালীবোৰে ঘৰতো অসমীয়া কোৱাটোও অপৰাধস্বৰূপ। ইয়াৰ বাবে শাখা সভাবোৰৰ কৰণীয় জানো একো নাই? ইয়াৰ বাবে শাখা সভাসমূহে সজাগতা সভা পাতি জনসাধাৰণৰ মাজত সজাগতা সৃষ্টি কৰাটো অসমীয়া ভাষা-সাহিত্যৰ মহৎ কাম হ'ব।■





# পলাশবাৰী সাহিত্য সভাৰ প্ৰকাশন সম্ভাৰ সন্দৰ্ভত দুষাৰ

মায়াৰাম দাস
(প্ৰাক্তন সভাপতি)

প্ৰাক স্বাধীনতা কালৰে দক্ষিণ কামৰূপৰ একমাত্ৰ নগৰ পলাশবাৰী বেহা-বেপাৰৰ কেন্দ্ৰস্থল আছিল। স্বাভাৱিকতে, পলাশবৰীয়া অধিকসংখ্যক লোকেই বেপাৰ-বাণিজ্যত সদা ব্যস্ত হৈ আছিল; আন কথা চিন্তা কৰাৰ যেন তেওঁলোকৰ অৱকাশেই নাছিল। এনে এক পৰিৱেশৰ মাজত কিন্তু মুষ্টিমেয় কেইজনমান সাহিত্যানুৰাগী লোকে ১৯৫৮ চন ৩০ ছেপ্তেম্বৰত পলাশবাৰী সাহিত্য সভাৰ জন্ম দিলে। লক্ষ্মীৰ গৃহত যেন সৰস্বতীৰ আৱিৰ্ভাৱ। পলমকৈ হ'লেও পলাশবাৰীত ভাষা-সাহিত্যৰ বীজ ৰোপিত হ'ল। ইয়াৰ মুষ্টিমেয় সদস্যকেইজনে জন্মলগ্নৰেপৰা অঞ্চলটিত এক সাহিত্য চৰ্চাৰ পৰিৱেশ সৃষ্টি কৰাৰ বাবে অহৰহ চেষ্টা চলাইছিল। আনকি 'বলাকা' নামেৰে এখনি হাতেলিখা আলোচনীও উলিয়াইছিল।

এই শাখা সভাখনিয়ে জন্মৰ দুবছৰ নৌহওঁতেই, ব্ৰহ্মপুত্ৰৰ সৰ্বগ্ৰাসী গৰাখহনীয়াত সৰ্বস্বান্ত হৈয়ো, ভাষা আন্দোলনৰ দৰে সমস্যাৰ মাজতো অসম সাহিত্য সভাৰ ২৮ তম বাৰ্ষিক অধিবেশনখনি অনুষ্ঠিত কৰাৰ যি গুৰু দায়িত্ব বহন কৰিছিল সেয়া এক মৰসাহেই আছিল।

মিৰ্জাত অনুষ্ঠিত এই অধিবেশনখনি কেইবাটাও কাৰণত অসম সাহিত্যৰ বুৰঞ্জীত চিৰস্মৰণীয় হৈ যে থাকিব সেয়া নিশ্চিত।

কোনো শাখা সভাই জন্মৰ দুবছৰৰ ভিতৰতে সাহিত্য সভাৰ অধিবেশন অনুষ্ঠিত কৰাৰ নজিৰ নাই। ষাঠি চনৰ ভাষা আন্দোলন, খহনীয়াৰ তাণ্ডৱ আদি দুৰ্যোগকো নেওচি অতি কম সময়ৰ ভিতৰতে প্ৰস্তুতি চলাই যেনে ধৰণে এই অধিবেশনখনি সুকলমে অনুষ্ঠিত কৰিলে সেয়া অনন্য। এই অধিবেশনখনিয়েই পোন প্ৰথমবাৰৰ বাবে গাঁৱত কৰা প্ৰথম অধিবেশন।

সাহিত্য সভাৰ অধিবেশন মেলামুখী হোৱা তথা জনসাধাৰণ জড়িত তথা সমগ্ৰ দক্ষিণ কামৰূপ অঞ্চলত সাহিত্য চৰ্চাৰ এক পৰিৱেশ সৃষ্টি।

এই অধিবেশনৰ আগতে আমাৰ অঞ্চলত লেখা-মেলা কৰা লোকৰ সংখ্যা বৰ কম আছিল। প্ৰকাশিত গ্ৰন্থৰ সংখ্যাও তেনেই নগণ্য আছিল। অধিবেশনৰ পিছৰপৰা যেন সাহিত্য চৰ্চা কৰা লোকৰ সংখ্যা দ্ৰুতগতিত বাঢ়িব ধৰিলে। বৰ্তমান আমাৰ অঞ্চলত ভালেসংখ্যক লেখকৰ সৃষ্টি হৈছে আৰু যথেষ্টসংখ্যক বিভিন্ন বিষয়ৰ গ্ৰন্থত প্ৰকাশিত হৈছে। পলাশবাৰী সাহিত্য সভাৰ এক বুজনসংখ্যক সদস্যই গল্প, কবিতা, প্ৰবন্ধ, উপন্যাস আদি বিভিন্ন বিষয়ৰ গ্ৰন্থ প্ৰকাশ কৰিছে। এই ক্ষেত্ৰত পলাশবাৰী সাহিত্য সভাৰ বৰঙণি যথেষ্ট।

পলাশবাৰী সাহিত্য সভাও এই ক্ষেত্ৰত পিচ পৰি থকা নাই বুলিব পাৰি। ১৯৭৮ চনত সভাই পোন প্ৰথম সভাৰ মুখপত্ৰ 'পলাশবাৰী সাহিত্য সভাৰ মুখপত্ৰ' প্ৰকাশ কৰে। দ্বিতীয় সংখ্যাটিও একে নামেৰে প্ৰকাশ কৰে। তৃতীয় সংখ্যাৰপৰা মুখপত্ৰৰ নাম হয় 'দখিণ কোল'। প্ৰত্যেক বছৰে বাৰ্ষিক অধিবেশনত 'দখিণ কোল' সাহিত্য সভাৰ মেটমৰা বোজা কঢ়িয়াই প্ৰকাশ হৈ আছে। বৰ্তমানলৈ ২৮ টা সংখ্যা প্ৰকাশ হৈছে। 'দখিণ কোল'ৰ জৰিয়তে সাহিত্য চৰ্চা কৰি অঞ্চলৰ যথেষ্টসংখ্যক লেখকে প্ৰতিষ্ঠা লাভ কৰিবলৈ সক্ষম হৈছে। 'দখিণ কোল'ত সমগ্ৰ দক্ষিণ কামৰূপৰ বুৰঞ্জী, লোক-কৃষ্টি-সংস্কৃতিৰ নানাৰঙী সমল, থলুৱা ভাষা, গীত-মাত, খেল-ধেমালি, লোকাচাৰ, পৰিৱেশ্য কলা, মঠ-মন্দিৰ আদি বিভিন্ন বিষয়ৰ ওপৰত আলোকপাত কৰি লেখা প্ৰবন্ধ-পাতি প্ৰকাশ কৰি আহিছে। 'দখিণ কোল'ৰ এই লেখনীসমূহে জ্ঞানী-গুণীজনৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সমৰ্থ হৈছে। গৱেষণাৰ লগত জড়িত ছাত্ৰ-ছাত্ৰীয়ে ইয়াৰপৰা তথ্যপাতি সংগ্ৰহ কৰি উপকৃত হৈছে। ইয়াৰ উপৰিও কবিতা, গল্প আৰু অঞ্চলটিৰ শিক্ষাবিদ, সাহিত্যিক, শিল্পী আদিৰ জীৱনীও প্ৰকাশ কৰি আহিছে। আমাৰ দৃঢ় বিশ্বাস, আন আন শাখাৰ মুখপত্ৰৰ তুলনাত যেন 'দখিণ কোল' অনন্য।

আমাৰ সভাৰ যিসকল বৰেণ্য সদস্যলেখকে দক্ষিণ কামৰূপৰ লোক-সংস্কৃতিৰ পথাৰত বিচৰণ কৰি যি অমূল্য মণি-মুকুতা বুটলি আনি 'দখিণ কোল'ত মালা গাঁথিলে, সিয়ে 'দখিণ লোক'ক চিৰ মহীয়ান কৰি ৰাখিব। সেই মালীসকলৰ ভিতৰত ভবানীকান্ত চৌধুৰী, সূৰ্য কুমাৰ মজুমদাৰ, ধনেশ্বৰ কলিতা, ধৰ্মেশ্বৰ বড়া, ড° নাৰায়ণ দাস, ড° ফণীন্দ্ৰ চন্দ্ৰ ঠাকুৰীয়া, ড° গজেন অধিকাৰী, ড° লীলাৱতী চৌধুৰী, সূৰ্য দাস, আনন্দ কুমাৰ, মহেন্দ্ৰ দাস আদিৰ নাম উল্লেখযোগ্য। ইয়াৰ উপৰিও আন আন লেখকেও মণি-মুকুতা সংগ্ৰহ কৰি 'দখিণ কোল'ক মহিমামণ্ডিত কৰি তোলাত অৰিহণা যোগাইছে। (বাহুল্যৰ ভয়ত, প্ৰবন্ধপাতিৰ নাম উল্লেখ কৰা নহ'ল।

পলাশবাৰী সাহিত্য সভাই 'দখিণ কোল'ৰ প্ৰতিটো সংখ্যাই তথ্যগধুৰ প্ৰবন্ধপাতি আৰু আন আন লেখনীৰে আটকধুনীয়াকৈ প্ৰকাশ কৰি পঢ়ুৱৈ সমাজৰপৰা প্ৰশংসা পাবলৈ সক্ষম হৈছে যদিও গ্ৰন্থ প্ৰকাশৰ ক্ষেত্ৰত কিন্তু পিচ পৰি আছে। ১৯৮৮ চনতে প্ৰকাশ কৰা 'দক্ষিণ কামৰূপৰ লোক-সংস্কৃতিত (১ম খণ্ড) খনেই হ'ল সভাৰ প্ৰথম আৰু একমাত্ৰ প্ৰকাশিত গ্ৰন্থ। সম্পাদনা সমিতিৰ সহায়-সহযোগত এই লেখকে সাতটা লোক-সংস্কৃতিমূলক প্ৰবন্ধ সন্নিবিষ্ট কৰি এই গ্ৰন্থখনি যুগুতোৱা হৈছিল। এই গ্ৰন্থখনিৰ লেখক আৰু প্ৰবন্ধৰ নাম তলত উল্লেখ কৰা হ'ল—

১। ড° নবীন চন্দ্ৰ শৰ্মা— লোক-সংস্কৃতি ঃ প্ৰকৃতি অধ্যয়নৰ প্ৰয়োজনীয়তা।
২। ভবানীকান্ত চৌধুৰী— দক্ষিণ কামৰূপৰ লোক-কলা।
৩। ড° নাৰায়ন দাস— দক্ষিণ কামৰূপৰ লোক-বিশ্বাস আৰু জনসংস্কাৰ।
৪। সূৰ্য্য কুমাৰ মজুমদাৰ— দক্ষিণ কামৰূপৰ লোক-উৎসৱ।
৫। ধনেশ্বৰ কলিতা— দক্ষিণ কামৰূপৰ লোকাচাৰ আৰু লোক-বিশ্বাস।
৬। নৰেন তালুকদাৰ— দক্ষিণ কামৰূপৰ ওজাপালি।
৭। ভুবিন ৰাভা— দক্ষিণ কামৰূপৰ জনজাতিৰ সমাজ-জীৱনত এভুমুকি।

গ্ৰন্থখনিৰ উক্ত প্ৰবন্ধকেইটা লোক-সংস্কৃতিৰ বহল পথাৰখনৰপৰা বুটলি অনা মাত্ৰ কেইটিমান সম্পদহে। লোক-সংস্কৃতিৰ বহু কথাই পৰৱৰ্তী গ্ৰন্থত প্ৰকাশৰ আঁচনিও সভাৰ আছিল; কিন্তু অৰ্থাভাৱ আৰু আন আন কিছু অসুবিধাৰ বাবে সেয়া বাস্তৱত ৰূপায়িত কৰা সম্ভৱ হৈ নুঠিল। তথাপি উক্ত খণ্ডটিত সন্নিৱিষ্ট কৰা প্ৰবন্ধকেইটিয়ে এই বিষয়ত চিন্তা-চৰ্চা কৰা লোকক কিছু পৰিমাণে হ'লেও সহায় কৰিব বুলি আমাৰ বিশ্বাস। এয়া আৰম্ভণিহে; হাতীৰ দাঁত এবাৰ ওলালে ই কেতিয়াও সোমাই নাযায়, দিনে দিনে বাঢ়িহে যায়। পলাশবৰীয়া লোকৰ সাহ-পিত আছে, কিবা এটা কৰিব খুজিলে কৰেই। অৰ্থ ডাঙৰ কথা হৈ নাথাকে। সুখৰ কথা যে, সাহিত্য সভাৰ সোণালী জয়ন্তী উৎসৱত দেশ, জাতি, সাহিত্য-সংস্কৃতিৰ সেৱা কৰাৰ মনোভাৱেৰে উদ্বুদ্ধ হৈ দক্ষিণ কামৰূপৰ লোক-সংস্কৃতিৰ দ্বিতীয় খণ্ড প্ৰকাশ কৰাৰ যো-জা কৰিছে। আশাকৰোঁ ইয়াৰ পৰাই পলাশবাৰী সাহিত্য সভাৰ গ্ৰন্থ প্ৰকাশৰ ক্ষেত্ৰত সোণালী যুগৰ আৰম্ভণি হ'ব। সমগ্ৰ দক্ষিণ কামৰূপৰ আৰ্থ-সামাজিক, সাহিত্য-সংস্কৃতি আদি সকলো দিশৰ উন্নয়নৰ কামত পলাশবাৰী সাহিত্য সভা আগৰণুৱা হওক— তাকেই কামনা কৰিছোঁ। ■



# অসম সাহিত্য সভাৰ অষ্টাবিংশ অধিবেশনৰ সভাপতি ত্ৰৈলোক্য নাথ গোস্বামী আৰু ভাষণৰ অংশবিশেষ

**পৰেশ কলিতা**
(প্ৰাক্তন সভাপতি)

এইবেলি পলাশবাৰী সাহিত্য সভাই মে' মাহৰ ৭, ৮, ৯ তাৰিখে সভাৰ ৫০ বছৰ পূৰ্তি উপলক্ষে সভাৰ সোণালী জয়ন্তী পালনৰ দিহা কৰি ব্যাপক প্ৰস্তুতি আৰম্ভ কৰিছে। এই সোণালী জয়ন্তীৰ শুভক্ষণত পলাশবাৰী সাহিত্য সভাৰ সৰ্বশ্ৰেষ্ঠ কৃতি হ'ল সভাই জন্মলগ্নৰ দুবছৰ পিচতে পলাশবাৰীৰ অতি দুৰ্যোগপূৰ্ণ সময়ত, বৰ লুইতৰ গৰাখহনীয়াই সৰ্বস্বান্ত কৰা মুহূৰ্ততো অসম সাহিত্য সভাৰ অষ্টাবিংশতিতম অধিবেশনখন ১৯৬০ চনৰ অক্টোবৰ মাহৰ ২৭, ২৮, ২৯ তাৰিখত সফলতাৰে অনুষ্ঠিত কৰা।

এই সভাৰ মুকলি অধিবেশনৰ সভাপতি আছিল নলবাৰী কলেজৰ অধ্যক্ষ তথা অসমৰ কথা সাহিত্যিক, সমালোচক, গল্পকাৰ ত্ৰৈলোক্য নাথ গোস্বামী। পলাশবাৰী সাহিত্য সভাৰ অষ্টাবিংশতিতম অধিবেশনৰ কালছোৱা সমগ্ৰ অসম তথা অসমীয়া ভাষাৰো এক দুৰ্যোগপূৰ্ণ কাল আছিল। এই সময়ছোৱাতে অসমৰ ভাষা আন্দোলনে গা কৰি উঠিছিল। গতিকে অষ্টাবিংশ অসম সাহিত্য সভাৰ এই অধিবেশনখন আছিল অসমীয়া ভাষা আৰু অসমীয়া জাতিৰ এখন বিশেষ গুৰুত্বপূৰ্ণ অধিবেশন। তাতোকৈ গুৰুত্বপূৰ্ণ আছিল সভাৰ সভাপতিৰ ভাষণাৱলীৰ কথালিপি। কিয়নো— 'একোখন দেশৰ চিন্তানায়কসকলৰ বক্তব্যৰ মাজেৰেই দেশৰ মানসিক আৰু বৌদ্ধিক জীৱনৰ আভাস বিৰিঙি ওলায়। অসমৰ যোৱা এশ বছৰৰ বৌদ্ধিক জীৱনৰ দ্বন্দ্ব আৰু বিকাশৰ ইতিহাস বিচাৰ কৰোঁতে অসম সহিত্য সভাৰ সভাপতিসকলৰ ভাষণাৱলীয়ে নিঃসন্দেহে কিছু মূল্যৱান আৰু প্ৰামণ্য তথ্য-পাতিৰ যোগান ধৰে। ইবিলাকৰ মাজত আমাৰ জাতীয় জীৱনৰ বিগত দিনবিলাকৰ নিশ্বাস-প্ৰশ্বাস স্পষ্টভাৱে অনুভৱ কৰা যায়। কাৰণ আধুনিক কালৰ অসমীয়া ভাষা-সাহিত্যৰ অগ্ৰণী আৰু বৰেণ্য লিখকসকলৰ মাজৰপৰাই অসম সাহিত্য সভাৰ সভাপতিৰ পদৰ বাবে একোগৰাকী লেখকক সভাই বৰণ কৰি আহিছে। গতিকে স্বাভাৱিকভাৱেই আমাৰ এই চিন্তানায়কসকলৰ বক্তব্যসমূহ একো একোটি গুৰুত্বপূৰ্ণ আৰু ঐতিহাসিক দলিলত পৰিণত হৈছে।'

অসম সাহিত্য সভাৰ পলাশবাৰী অধিবেশনত ত্ৰৈলোক্য নাথ গোস্বামী ডাঙৰীয়াৰ অভিভাষণখনত অতীতৰ বুকুৰপৰা অনুপ্ৰেৰণা লাভ কৰি বৰ্তমানৰ প্ৰতি সচেতন হৈ যুগৰ প্ৰত্যাহ্বান কেনেকৈ গ্ৰহণ কৰিব লাগে, এই কথা যিদৰে সূক্ষ্মভাৱে বিশ্লেষণ কৰিছে আমাৰ ডেকাচাম সাহিত্য অনুৰাগীয়ে জনাৰ প্ৰয়োজন আছে। তেওঁ সাহিত্য সভাৰ সভাপতিৰ আসন অলংকৃত কৰা সময়ত দহখন মূল্যৱান কিতাপ ৰচনা কৰিছিল। তেওঁৰ প্ৰত্যেকখন কিতাপ আৰু প্ৰত্যেকটো ৰচনাই অসমীয়া সাহিত্যৰ মূল্যৱান সম্পদ।

পলাশবাৰী সাহিত্য সভাই ৫২ বছৰত ভৰি দি এইবেলি সোণালী জয়ন্তী পালন কৰিব ওলাইছে যদিও গোস্বামীৰ বিষয়ে পলাশবাৰী সাহিত্য সভাই আজি পৰ্যন্ত তেনে চিন্তা-চৰ্চা কৰা নাই। সেয়েহে পলাশবাৰী সাহিত্য সভাৰ এই সোণালী জয়ন্তী উৎসৱতে ত্ৰৈলোক্য নাথ গোস্বামীক সোঁৱৰণ কৰি তেওঁৰ মূল্যৱান ভাষণখনৰ অংশবিশেষ উল্লেখ কৰিলে পলাশবাৰী সাহিত্য সভাৰ উদীয়মান লেখক-লেখিকাসকলে যথেষ্ট প্ৰেৰণা পাব বুলি আশা কৰিব পাৰি। সেয়েহে তেওঁৰ ভাষণৰ অংশবিশেষ ইয়াত তুলি দিয়া হ'ল।

ত্ৰৈলোক্য নাথ গোস্বামী এজন সৰ্বভাৰতীয় পৰ্যায়ৰ



লেখক আছিল যদিও আৰু ইংৰাজী ভাষাত সৰ্বভাৰতীয় পৰ্যায়ত বিশ্ববিদ্যালয়ৰ অনুদান আয়োগৰদ্বাৰা আগবঢ়োৱা গৱেষণা বৃত্তি উপভোগ কৰি তেওঁ প্ৰাচ্য-পাশ্চাত্য নন্দনতত্ত্বৰ বিষয়ে ইংৰাজী ভাষাতে এখন বৃহৎ কলেৱৰৰ গ্ৰন্থ প্ৰণয়ন কৰিছিল যদিও তেওঁৰ ভাষণখনত অসমীয়া ভাষাপ্ৰেম, জাতীয়তাবাদী মনোভাব আৰু অতি সাহসেৰে সমস্যাৰ সন্মুখীন হ'ব পৰাটো আজিৰ ডেকাচামৰ বাবে উৎসাহজনক। এই সম্পৰ্কে তেওঁৰ ভাষণৰ তলৰ অংশটো পঢ়িলেই বুজিব পাৰিব—

"এই কাৰণেই ইংৰাজ শাসনৰ আৰম্ভৰ প্ৰথমছোৱাতে অসমৰ ভাষা সমস্যাই প্ৰথমতে দেখা দিয়ে। এই সমস্যা অসমীয়া জাতিয়ে নিজে সৃষ্টি কৰা নাছিল। বিদেশী আহোম ৰজাসকলে যেতিয়া অসমদেশ জয় কৰি ৰজা হয় আৰু যেতিয়া অসমীয়া ভাষা তেনেই চালুকীয়া অৱস্থাত থাকে, তেতিয়াও অসমত ভাষাৰ সমস্যা উঠা নাছিল; কিন্তু ঊনবিংশ শতিকাত যেতিয়া অসমীয়া ভাষা সুপ্ৰতিষ্ঠিত আৰু সুসমৃদ্ধ হৈ উঠিল, সেই সময়তে অন্যায়ভাৱে শাসক আৰু বঙালী কৰ্মচাৰীসকলে অসমত এটা নতুন সমস্যাৰ সৃষ্টি কৰিলে— সেয়ে হ'ল ভাষা সমস্যা। অসমীয়া ভাষাক নিজ বৰঘৰৰপৰা উলিয়াই দি তাত বঙালী ভাষা প্ৰতিষ্ঠা কৰাৰ চেষ্টাত সহায় কৰিলে উৎকট বংগ ভাষাপ্ৰেমী কিছুমান বুদ্ধিজীৱী লোকে। অসমীয়া ভাষাৰ নিজস্ব সত্তা অস্বীকাৰ কৰি, কিতাপ-পত্ৰ লিখি আৰু সুপৰিকল্পিতভাৱে চেষ্টা চলাই এওঁলোকে বঙালী লোকসকলক ভালকৈ বুজাই দিলে যে অসমীয়া এটা সুকীয়া ভাষা নহয়। অসমীয়া সাহিত্যৰ ভালেমান লেখকক বঙালী লেখক বুলি কৈ তেওঁলোকে গৰ্ব অনুভৱ কৰিব ধৰিলে; কিন্তু আমাৰ ভাষাপ্ৰেমী, সাহিত্যসেৱী আৰু খ্ৰীষ্টীয়ান মিছনেৰীসকলৰ যত্নত পৰিকল্পিত অভিসন্ধি ব্যৰ্থ হ'ল। শাসকসকলে ভাষা সমস্যাৰ সমাধান কৰিবলৈ বাধ্য হ'ল। ইং ১৮৭৩ চনৰপৰা অসমৰ পঢ়াশালি আৰু আদালতত পুনৰ অসমীয়া ভাষাৰ প্ৰচলন হ'বলৈ ধৰিলে। ইংৰাজ শাসকসকলে আৰু বঙালী কৰ্মচাৰীবৃন্দই দুৰভিসন্ধি কৰি আমাৰ ভাষা আৰু সাহিত্যৰ অগ্ৰগতিত যি বাধাৰ সৃষ্টি কৰিলে, তাক বহলাই আলোচনা কৰিবলৈ গ'লে আমাৰ জাতীয় সংস্কৃতি নিৰ্মূল কৰাৰ যি অপচেষ্টা চলিছিল, তাৰ নগ্নতা ভালকৈ ওলাই পৰে। শেহত জানিবা সুপৰিকল্পিত চেষ্টা ব্যৰ্থ হৈ পৰিল আৰু সাময়িক বাধাৰ সৃষ্টি হ'লেও অসমীয়া ভাষাৰ সুকীয়া সত্তা আৰু নিজস্ব মৰ্যাদা স্বীকৃত হ'ল। অসমীয়া ভাষাৰ পুনৰ প্ৰতিষ্ঠা কৰিবলৈ আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা, পদ্মনাথ গোহাঞি বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা প্ৰভৃতি ব্যক্তিসকলে যি যত্ন-চেষ্টা কৰিলে, তাৰ পিচত ভাষা সমস্যাই নতুন ৰূপত আমাৰ মাজত দেখা দিয়াৰ বিশেষ একো কাৰণ নাছিল। কিছুমান বঙালী লোক তলে তলে অসমীয়া ভাষাৰ বিপক্ষে থকা ষড়যন্ত্ৰত লিপ্ত থাকিলেও অসমত বাস কৰা অনেক আৰু বংগদেশৰো চিন্তাশীল পণ্ডিত লোকসকলে অসমীয়া ভাষাৰ প্ৰাচীনত্ব স্বীকাৰ কৰিছে আৰু তাৰ সুকীয়া সত্তা মানি লৈছে।"

ত্ৰৈলোক্য নাথ গোস্বামীয়ে তেওঁৰ ভাষণত শাসনৰ গাদীত দীৰ্ঘদিন ধৰি থকা কংগ্ৰেছ চৰকাৰখনে অসমীয়া ভাষাক যে সাংবিধানিক মৰ্যাদা দিব বিচৰা নাছিল, তাকো সাহসেৰে চৰকাৰখনক সমালোচনা কৰিছিল। শাসকসকলৰ কাৰণে যে অসমীয়া ভাষাই সময়ে সময়ে লাঞ্ছিত হ'ব লাগিছিল, সেই কথা উল্লেখ কৰি লিখিছে—

"সংবিধানৰ ৩৪৫ ছেদে বিধান সভাৰ সভ্যসকলক কোনো এটা ভাষাক ৰাজ্যিক ভাষাৰ স্বীকৃতি দিয়াৰ ক্ষমতা দিছে। ৰাজ্যিক ভাষাৰ প্ৰসংগত কিবা গোলমাল, তৰ্কাতৰ্কি আনকি ঠেলা-হেঁচা হ'ব লাগিলেও সি হ'ব লাগিছিল বিধান সভাৰ মজিয়াতহে। ইয়াত জনসাধাৰণৰ পোনপটীয়া হস্তক্ষেপৰ থল মুঠেই নাছিল। ১৯৪৭ চনৰ পিচত গঠিত অসম চৰকাৰ বা অসম বিধান সভাৰ সদস্যসকলে যদি ৰাজ্যিক ভাষাৰ প্ৰশ্নত এটা মীমাংসাত উপনীত হ'বলৈ যত্ন কৰিলেহেঁতেন, ঢেকিয়াল ফুকনৰ দিনতে সমাধান হৈ যোৱা ভাষা সমস্যা জনসাধাৰণৰ মনত নতুনকৈ জাগি উঠাৰ কাৰণ নাথাকিলহেঁতেন; কিন্তু ৰাজ্যিক ভাষাৰ প্ৰশ্ন বিধান সভাত নুঠিল আৰু বিধান সভাৰ সভ্যসকলেও এই বিষয়ে চিন্তা কৰাৰ অৱসৰ নাপালে। দহ বছৰ আগতে ১৯৫০ চনত অসম সাহিত্য সভাৰ তৰফৰপৰা এটা প্ৰস্তাৱ গ্ৰহণ কৰি অস... চৰকাৰক সোঁৱৰাই দিয়া হ'ল যে, অসমীয়া ভাষা

ৰাজ্যিক ভাষা হিচাপে সোনকালে গৃহীত হ'ব লাগে। সেই প্ৰস্তাৱৰ পিচতো চৰকাৰে বিশেষ তৎপৰতা দেখুৱাৰ চিন পোৱা নগ'ল।

সাহস আৰু দৃঢ়তাৰে সমাধানৰ চেষ্টা কৰাটো দূৰদৰ্শিতাৰ পৰিচয়; কিন্তু তাকে নকৰি মুখ্যমন্ত্ৰীয়ে এনে এটা কথা কৈ পেলালে, যাৰ ফলত সমস্যা জটিলতৰ হৈ উঠিল আৰু বিভেদকামী দলক সক্ৰিয় কৰি তুলিলে। ভালেমান অসমীয়া লোকে মুখ্যমন্ত্ৰীৰ উক্তিৰ তাৎপৰ্য বুজিবলৈ চেষ্টা নকৰিলে; কিন্তু কাছাৰ জিলাৰ এটি চুকত আৰু শ্বিলং নগৰত বসতি কৰা বঙালী লোকসকলে এই উক্তিৰদ্বাৰা উৎসাহিত হৈ অসমীয়া ভাষাক যাতে ৰাজ্যিক ভাষা হিচাপে গ্ৰহণ কৰা নহয় তাৰ কাৰণে উঠি-পৰি লাগিল, আন্দোলন আৰম্ভ কৰিলে। পৰ্বতীয়া ভাইসকলৰ, যিসকলৰ লগত অসমীয়া লোকৰ অতীজৰেপৰা ঘনিষ্ঠ সম্বন্ধ সেইসকলকো অপপ্ৰচাৰৰদ্বাৰা আৰু মিছা ভীতি প্ৰদৰ্শনৰ সহায়ত অসমীয়া লোকৰপৰা ক্ৰমাৎ আঁতৰাই দিবলৈ চেষ্টা কৰা হ'ল। অসমৰ ৰাজধানী শ্বিলঙৰ বুকুতে অসমীয়া জাতিক আৰু ভাষাক অকথ্য ভাষাৰে তিৰস্কাৰ কৰি শোভাযাত্ৰা কৰা হ'ল। কোনো কোনো অসমীয়া লোকৰ গাত ছুৰীৰ আঘাত লাগিল। মৰিয়নী, লামডিং আদি ঠাইত লোকৰ ওপৰত উৎপীড়ন আৰম্ভ হ'ল। লগে লগে তাৰ প্ৰতিক্ৰিয়াও দেখা দিলে।

শান্তিপূৰ্ণ অসমৰ বুকুত অশান্তিৰ উত্তপ্ত বতাহ ব'বলৈ আৰম্ভ কৰিলে কোনো কোনো অনা-অসমীয়া উচ্চপদস্থ কৰ্মচাৰীৰ পক্ষপাতিতাপূৰ্ণ সক্ৰিয়তাৰ কাৰণে আৰু আন কিছুমান তলতীয়া কৰ্মচাৰীৰ কিংকৰ্তব্যবিমূঢ় নিষ্ক্ৰিয়তাৰ হেতুকে। কলিকতাৰপৰা প্ৰকাশিত দৈনিক বাতৰি কাকত কেইখনমানে মিছা আৰু অতিৰঞ্জিত বাতৰি পৰিবেশন কৰি মানুহক আতংকিত, উন্মত্ত কৰি তুলিলে। কটন কলেজৰ ছাত্ৰাবাসৰ ওপৰত গুলীচালনা কৰা হ'ল— ফলত নিৰপৰাধী ৰণজিত বৰপূজাৰীৰ বাৰাণ্ডাত মৃত্যু ঘটিল আৰু ছজন গুৰুতৰৰূপে আহত হ'ল। গোলমাল বাঢ়ি উঠিল— সুযোগ ল'লে সমাজবিৰোধী লোকসকলে। ৰাজ্যভাষাৰ প্ৰশ্ন তল পৰি গ'ল, সভা-সমিতিৰ যোগেদি জনমত প্ৰকাশৰ সুবিধা নাইকিয়া হৈ পৰিল। আগৰেপৰা উন্মত্ত হৈ পৰা দুয়ো পক্ষৰে সমাজবিৰোধী কিছুমান লোক হঠাৎ সক্ৰিয় হৈ উঠিল। অনেক লোক গৃহহীন হৈ পৰিল। অসমৰপৰা বংগদেশলৈ বঙালী ভগনীয়াৰ সোঁত ব'বলৈ ধৰিলে আৰু শ্বিলং, লামডিং, কোচবিহাৰ, আলিপুৰ-দুৱাৰ, শিলচৰ আদিৰপৰাও অসমীয়া ভগনীয়াৰ সোঁত আৰম্ভ হ'ল। শিলিগুৰিত উদীয়মান লেখক সূৰ্য বৰাক নৃশংসভাৱে হত্যা কৰা হ'ল। বিৰোধী দলপতি হৰেশ্বৰ গোস্বামীৰ জীৱন ৰক্ষা কৰিবলৈ শিলিগুৰিত বিৰাট সৈন্য-সমাৱেশৰ প্ৰয়োজন হ'ল, চাৰিজন লোকক গুলী কৰি মাৰিবলগাও হ'ল।"

ত্ৰৈলোক্য নাথ গোস্বামীয়ে সাহসেৰে অসমীয়া ভাষা অসমত ৰাজ্যিক ভাষা হ'বই লাগিব বুলি দৃঢ় মত ভাষণত দাঙি ধৰিছিল। তেওঁ ভাষণত উল্লেখ কৰিছে—

"ভাৰতৰ সংবিধানত স্বীকৃত ১৪টা ভাষাৰ ভিতৰত অসমীয়া এটা মুখ্য ভাষা। সংবিধানত স্বীকৃত এই ভাষাৰ কাৰণেও এটা সুকীয়া এলেকা থাকিব লাগিব। সেই এলেকা বোম্বাই, উত্তৰপ্ৰদেশ, বিহাৰ বা বংগদেশৰ ভিতৰত হ'ব নোৱাৰে; কিয়নো এইবোৰ ঠাইত অসমীয়া ভাষা-ভাষীৰ সংখ্যা তেনেই নগণ্য। যি অসম প্ৰদেশৰ শতকৰা ৬০জন লোকেই অসমীয়া কথা কয়, অসমীয়া পঢ়ে আৰু যি ভাষাৰ এটা গৌৰৱময় অতীত আৰু উজ্জ্বলতৰ ভৱিষ্যৎ আছে, সেই ভাষাই অসমৰ একমাত্ৰ ৰাজ্যিক ভাষা ঘোষিত হোৱাৰ যুক্তিৰ বাহিৰে আন দ্বিতীয় যুক্তি নাই। আমাৰ বিধান সভাৰ সভ্য আৰু মন্ত্ৰীমণ্ডলীয়ে এই যুক্তি নুবুজা নহয়, বুজে; কিন্তু ৰাজনৈতিক কাৰণত তেওঁলোকে কেতিয়াবা কেতিয়াবা বুজিও নুবুজাৰ ভাও ধৰে।"

অসমৰ ৰাজ্যিক ভাষা অসমীয়া হ'ব লাগে বুলি প্ৰথম বিধান সভাত দাঙি ধৰা বিধায়কজন পলাশবাৰী সমষ্টিৰে আছিল, সেই কথাও তেওঁৰ ভাষণৰপৰা বুজিব পৰা যায়। অসম বিধান সভাত তেতিয়াৰ বিৰোধী দলৰ নেতা হৰেশ্বৰ গোস্বামী। হৰেশ্বৰ গোস্বামী আছিল পলাশবাৰী সমষ্টিৰ নহিৰা গাঁৱৰ লোক। গোস্বামীয়ে তেওঁৰ ভাষণত উল্লেখ কৰিছে—

"যি কি নহওক, বিধান সভাত ৰাজ্যিক ভাষাৰ প্ৰশ্ন তুলিলে বিৰোধী দলপতি শ্ৰীহৰেশ্বৰ গোস্বামীয়ে। বিৰোধী দলৰ আন আন সদস্যসকলে এই দাবীৰ যৌক্তিকতা দেখুৱাই যথাশক্তি দীঘল-চুটি বক্তৃতা দিলে। মুখ্যমন্ত্ৰী এইবাৰ সজাগ হ'ল আৰু যোৱা ৩ মাৰ্চ তাৰিখে বিধান সভাৰ মজিয়াত তেওঁ এটা বক্তৃতা দি চৰকাৰৰ মতামত জনালে। বক্তৃতাটোত তেওঁ ভালেমান ভাল কথাকে কৈছিল আৰু এটা উদাৰ মনৰ পৰিচয়ো দিছিল।"

আমাৰ ভাষা-সাহিত্যৰ ক্ৰম উন্নতি সম্পৰ্কে তেওঁৰ ভাষণাৱলীত উল্লেখ কৰি কয় যে, আমাৰ ভক্তিৰসৰ ব্যক্তি নিৰপেক্ষ দৃষ্টিভংগীৰ সহায়ত যি সাহিত্যৰ সৃষ্টি হৈছিল, সময়ৰ পৰিবৰ্তনৰ লগে লগে পশ্চিমীয়া ভাবধাৰাৰ সৃষ্টি হৈ আধুনিক অসমীয়া সাহিত্যত ৰচিত হ'ব ধৰে। এই সম্পৰ্কে গোস্বামীয়ে ভাষণত লিখিছে—

"উনবিংশ শতিকাৰ শেষ দশকত সমাজ-গাঁথনিৰ কিছু সালসলনি হয়। আগৰ ডা-ডাঙৰীয়াৰ ঠাই বৰমুৰীয়া ৰাজ-কৰ্মচাৰীয়ে অধিকাৰ কৰে। লগে লগে পশ্চিমীয়া ভাবধাৰাৰ সোঁতো আমাৰ দেশৰ বুকুৰ ওপৰেদি ব'বলৈ আৰম্ভ কৰে। এনে পৰিৱৰ্তনৰ হেতুকে সাহিত্যৰ ৰূপো সলনি হোৱাৰ আৱশ্যক হৈ পৰে। বিৰাট পুৰুষৰ সাৰ্বভৌম সত্তাক কেন্দ্ৰ কৰি ভক্তিৰসৰ ব্যক্তি নিৰপেক্ষ দৃষ্টিভংগীৰ সহায়ত যি ধৰণৰ সাহিত্য সৃষ্টি উনবিংশ শতিকাৰ আগতে হৈছিল, তাৰ ঠাই লাহে লাহে ব্যক্তিকেন্দ্ৰিক, সমাজকেন্দ্ৰিক ভাবধাৰাৰে পৰিপুষ্ট সাহিত্যই পূৰাবলৈ ধৰে।"

আধুনিক অসমীয়া সাহিত্যৰ কাব্য সম্পৰ্কে গোস্বামীয়ে তেওঁৰ ভাষণত উল্লেখ কৰিছে—

"আধুনিক যুগৰ কাব্য সাহিত্যত ৰোমাণ্টিক প্ৰভাৱ সুস্পষ্ট। এই প্ৰভাৱ পশ্চিমীয়া ভাবধাৰাৰ মাজেদি অসমীয়া আৰু অন্যান্য ভাৰতীয় প্ৰাদেশিক ভাষাৰ মাজত সোমাই পৰে। বৃটিছ আমোলাত স্থাপিত শিক্ষা অনুষ্ঠানত শিক্ষা লাভ কৰা লেখকসকলৰ ইংৰাজী সাহিত্যৰ প্ৰতি অনুৰাগ জন্মে। ইয়াৰ ফলত সেই যুগত ইংৰাজী সাহিত্যত প্ৰচলিত বস্তু নিৰ্বাচন আৰু ৰচনা-ৰীতিৰ প্ৰভাৱ আমাৰ দেশৰ সাহিত্যিকসকলৰ ওপৰতো পৰে। লগে লগে বৈষয়িক সমস্যাবোৰৰ প্ৰতি সাহিত্যিকসকল সজাগ হৈ উঠে। প্ৰকৃতিৰ সৌন্দৰ্যৰাশিৰ প্ৰতি আকৃষ্ট হৈ বিলাসী কল্পনাক তেওঁলোকে অবাধে উৰিবলৈ এৰি দিয়ে। জৈৱিক আশা-আকাংক্ষাক নেওচি, জীৱনৰ ঘাত-প্ৰতিঘাতৰ তাৰণা পাহৰি তেওঁলোকে কল্পলোকত সুখ-শান্তিৰ অফুৰন্ত নিজৰা বিচাৰে। তেওঁলোকৰ লেখাত প্ৰকৃতি সঞ্জীৱিত হয়, কুলি-কেতেকীৰ মাতত সংগীতৰ ধ্বনি বাগৰে, নিজৰাৰ কুলু কুলু ৰৱত কবি বিভোৰ হয়; কিন্তু ইংৰাজ কবি ৱৰ্ডছৱৰ্থৰ দৰে ব্যক্তি আৰু প্ৰকৃতিৰ মাজত একত্বৰ যোগসূত্ৰ স্থাপিত নহয়। জীৱ, জগত আৰু ঈশ্বৰ সম্বন্ধে ভাৰতীয় দাৰ্শনিক চিন্তাধাৰাৰ প্ৰভাৱ এইসকল লেখকে এৰিব নোৱাৰে। প্ৰাচীন ছন্দ প্ৰয়োগৰ ক্ষেত্ৰতো এওঁলোক কিছু পৰিমাণে ৰক্ষণশীল হৈয়েই থাকে। শেহলৈ অৱশ্যে ছন্দ প্ৰয়োগত কিছু স্বতন্ত্ৰতা আহি পৰিছে; কিন্তু সৰহভাগ ক্ষেত্ৰতেই কিছুমান ছন্দ অলপ বেলেগ বেলেগ যেন দেখিলেও প্ৰকৃততে এইবোৰ পদ, দুলৰী নাইবা ছবি আদিৰ প্ৰকাৰহে মাথোন।"

ত্ৰৈলোক্য নাথ গোস্বামীয়ে তেওঁৰ ভাষণত কুৰি শতিকাৰ চল্লিশৰপৰা ষাঠিৰ দশকলৈ অসমৰ কাব্য জগতত আধুনিক কবিতা নামৰ এক শ্ৰেণীৰ কবিতাই কাব্য জগতত অসমীয়া সাহিত্যত এক আলোড়নৰ সৃষ্টি কৰে। সেই সময়ত এই কবিতা কাৰো বাবে নিষিদ্ধ, কাৰো বাবে কবিতা নহয়, আকৌ কাৰো বাবে অসমীয়া সাহিত্যৰ যুগোপযোগী সাহিত্য বুলি মত দাঙি ধৰিছিল। গোস্বামীয়ে এই সম্পৰ্কে তেওঁৰ ভাষণ দাঙি ধৰিছিল—

"যোৱা দ্বিতীয় মহাসমৰৰ ভিতৰতে অসমীয়া কাব্যসাহিত্যত এটা নতুন জোৱাৰ উঠে। কাৰ্লমাৰ্ক্সৰ শ্ৰেণী সংগ্ৰামৰ তত্ত্বপূৰ্ণ আলোচনাসমূহ যুদ্ধকালীন সময়ৰ অলপ আগৰপৰাহে আমাৰ সমাজত কিছু প্ৰচাৰ লাভ কৰে। মাৰ্ক্সীয় প্ৰভাৱেৰে পুষ্ট আৰু ছন্দ-বন্ধনৰ শিথিল গাঁথনিযুক্ত কেইটামান কবিতা আলোচনীৰ পাতত প্ৰকাশিত হয়। কবিতাবোৰত প্ৰচলিত কাব্যৰীতি অনুসৰণ নকৰি নিজস্ব ব্যক্তিকেন্দ্ৰিক দৃষ্টিভংগীৰে অৱহেলিত জনগণৰ মূক বেদনা নগ্নৰূপত প্ৰকাশ কৰিবলৈ যত্ন কৰা হয়। মাৰ্ক্সীয় প্ৰভাৱপুষ্ট কবিতাৰ ধাৰা দুই-এবছৰৰ ভিতৰতে ৰুদ্ধ হৈ আহিল আৰু ইলিয়টী কবিতাৰ ধাৰা আলোচনীৰ পাতত বেগেৰে ব'বলৈ ধৰিলে। দুই-চাৰিখন পুথিও প্ৰকাশিত হ'ল। টি. এছ. ইলিয়টে বিজ্ঞানৰ অৱদানৰ বুকুত মুগ্ধ মানৱৰ প্ৰণয়-প্ৰীতি, বিশ্বাস-অবিশ্বাস, নীতি-অনীতি আৰু সামাজিক,



ৰাজনৈতিক নানান অনুষ্ঠানৰ অসংলগ্ন প্ৰভাৱ সকলোকে কাব্যৰ মাধ্যমেৰে সমালোচনাৰ চোকা অসিধাৰৰ ওপৰত তুলি ধৰিছে। বিংশ শতিকাৰ নানান বিশ্বাসৰ মাজত অবিশ্বাসী হৈ পৰা মানৱৰ অন্তঃসাৰশূন্যতা, নীচতা, ভণ্ডামি আদি সকলোকে উজাৰি উলিয়াই অনুৰূপ অসংলগ্ন কিন্তু সাংগীতিক সন্মোহিনী টান থকা কাব্যৰীতিৰে তেওঁ ব্যংগ কৰিছে। বিজ্ঞানৰ বুকুত ইংলেণ্ডৰ সমাজ যেনেকৈ লালিত-পালিত হৈছে, আমাৰ সমাজ তেনেকৈ হোৱা নাই। তথাপি এই কবিতাবোৰৰ মাজেদি উচ্ছ্বাসৰ পৰিৱৰ্তে জীৱনৰ পৰ্যালোচনা ফুটি উঠিছে আৰু আংশিকৰূপে ভাব-গধুৰ হৈ পৰিছে। কোনোৱে কোনোৱে ঠায়ে ঠায়ে সুন্দৰ ৰচনাশৈলীৰো পৰিচয় দিছে।"

ত্ৰৈলোক্য নাথ গোস্বামীয়ে বৰ্তমান যুগত অসমীয়া সাহিত্যিকসকলৰ দায়িত্ববোধ সম্পৰ্কে এই ভাষণত উনুকিয়াই লিখিছিল যে, অসমীয়া সাহিত্যিকসকলে মধ্যযুগীয়া মনোবৃত্তি লৈ সাহিত্য সৃষ্টি কৰিলে নহ'ব, সেই সম্পৰ্কত লিখিছে—

আজিৰ বৈজ্ঞানিক উন্নতিৰ যুগত এখন দেশে কেৱল মধ্যযুগীয় মনোবৃত্তি লৈ ভালকৈ জীয়াই থাকিব নোৱাৰে। যিবোৰ নতুন চিন্তাধাৰাই জগতবাসীক মুগ্ধ আৰু স্তম্ভিত কৰিছে, সেইবোৰৰ প্ৰতি কোনো উন্নত জাতিয়ে উদাসীন হৈ তেওঁলোকৰ কৃষ্টি-সভ্যতাৰ জড়তা অনাত সহায় নকৰে। আমাৰ অসমীয়া জাতিৰ বুকুতো স্বাধীনতা লাভৰ পাচৰপৰা এটা উৎসাহ-উদ্দীপনা জাগি উঠিছে। উৎসাহ-উদ্দীপনা এটা সক্ৰিয় শক্তি। এই শক্তিৰ প্ৰয়োগ হ'ব লাগে দেশৰ গঠনমূলক কামত আৰু ভাষা-সাহিত্যৰ উন্নতিৰ চেষ্টাত। অকল প্ৰতিভাৰ বলতে ভাল সাহিত্য সৃষ্টি সম্ভৱ নহয়। দেশ-বিদেশৰ লেখকসকলৰ চিন্তাধাৰাৰ লগত সাহিত্যিকসকল পৰিচিত হ'ব লাগে আৰু তাৰ বাবে লাগে অধ্যয়ন, ভ্ৰমণ, শ্ৰৱণ, আলোচনা সকলোকে। খোলা মন, উদাৰ দৃষ্টিভংগী আৰু বৃহৎ কল্পনা নহ'লে উৎকৃষ্ট সাহিত্য সৃষ্টি নহয়। জাতীয় এক সন্ধিক্ষণত আমাৰ নতুন নতুন লেখকসকলৰ ওপৰত গধুৰ দায়িত্বৰ বোজা আহি পৰিছে। সাহস আৰু দৃঢ়তাৰে এই বোজা বহন কৰিবলৈ আগবাঢ়ি নাহিলে যুদ্ধোত্তৰ যুগত জাগি উঠা নৱ চেতনা বিপথগামী হ'ব, নষ্ট পাব। আলস্য-পৰবশ, ব্যক্তিকেন্দ্ৰিক আৰু আত্মতুষ্টিত ভোল যোৱা লোকে ভৱিষ্যতৰ অলীক সপোন কাব্যত ৰূপ দি নিজৰ ভাবোচ্ছ্বাসৰহে পৰিচয় দিছে। দক্ষ আৰু কৰ্মী লোকে সপোনত আপোনপাহৰা নহৈ বহল জীৱনৰপৰা এটা এটাকৈ মাণিক বুটলি আনি সাহিত্যৰ ভঁৰাল সমৃদ্ধ কৰে। অতীত আৰু ভৱিষ্যতৰ মাধুৰ্যৰ কল্পনাত অভিভূত, পক্ষাঘাতগ্ৰস্ত হোৱাটো টান কথা নহয়; কিন্তু টান কথা বৰ্তমানৰ লগত নিবিড় সম্বন্ধ স্থাপন কৰি তাৰ সোঁতৰ লগত সমানে আগুৱাই যোৱাটো। সক্ৰিয়, শক্তিমন্ত জাতি সজাগ হয় কেৱল বৰ্তমানৰ প্ৰতি, অনুপ্ৰেৰণা লাভ কৰে অতীতৰ বুকুৰপৰা আৰু অনাগত ভৱিষ্যতৰ অলীক কল্পনাৰপৰা দূৰত থাকে। মনগঢ়া ভৱিষ্যৎ ৰামৰাজ্যৰ কল্পনা সাহিত্যিকৰ চকুত এক প্ৰকাৰ পলায়নবাদ। আজিৰ যুগত পলায়নী মনোবৃত্তিৰ প্ৰয়োজন নাই। সমস্যাবোৰৰ আগত মুখামুখিকৈ থিয় দি সেইবোৰ বুজিবলৈ, সমাধান কৰিবলৈ সাহিত্যিকসকল যত্নপৰ হোৱা উচিত।

ত্ৰৈলোক্য নাথ গোস্বামীয়ে তেওঁ দীঘলীয়া ভাষণখনৰ এটা অংশত ভাষাৰ উন্নতি সম্পৰ্কত কৈছে— অসমীয়া ভাষাই এদিন স্বীকৃতি পাবই; কিন্তু ভাষা এটাই ৰাজ্যিক স্বীকৃতি পালেই নহ'ব, ইয়াক উন্নত কৰাৰ কাৰণে সাহিত্যিকসকলে অহৰহ চেষ্টা কৰিব লাগিব। এই সম্পৰ্কত তেওঁৰ ভাষণৰ অংশ এটি পঢ়োঁ—

"এটা ভাষাক অকল ৰাজ্যভাষাৰ স্বীকৃতি দিয়াটোৱেই জাতিৰ চৰম আদৰ্শ নহয়। আধুনিক যুগৰ চিন্তাধাৰাৰ বাহক হিচাপে ভাষা সমৃদ্ধ হ'ব নোৱাৰিলে আন চহকী ভাষাৰ প্ৰভাৱ তাৰ ওপৰত যেনে-তেনে পৰিব। এনে এটি প্ৰভাৱৰদ্বাৰা দুৰ্বল ভাষাটো সমৃদ্ধিশালী হোৱাৰ বাটত আগবাঢ়ি গ'লে ক্ষতি একো নহয়; কিন্তু দুৰ্বল ভাষাটো গতিশীল হৈ নাথাকিলে অনেক সময়ত এই প্ৰভাৱে তাৰ নিজস্ব বৈশিষ্ট্য নষ্ট কৰে। ভাষাৰ মৰ্যাদা অটুত ৰাখিবলৈ হ'লে সেই ভাষা সৰ্বতোভাৱে উন্নত হৈ থাকিব লাগিব। স্বাভাৱিক গতিত অৱশ্যে ভাষা আৰু সাহিত্যৰ উন্নতি হয়। কিন্তু বৰ্তমান যুগত পৰিকল্পনাৰ সহায়ত আৰু দৃঢ়তাৰ বলত কম সময়তে এটা ভাষাক আগুৱাই নিব পৰা যায়। ৰাজনীতি, অৰ্থনীতি, বিজ্ঞান, দৰ্শন আদি ভিন্ ভিন্ বিষয়ৰ গ্ৰন্থৰ





অভাৱ আমাৰ ভাষাত আছে। সাহিত্যৰ ক্ষেত্ৰত অৱশ্যে আমি বহুখিনি আগুৱাই আছোঁ। অধিক ভাব প্ৰৱণতাৰ ফলত আমাৰ দৈন্যৰ বিষয়ে সচেতন নহৈ আত্মশ্লাঘাৰ মাদকতাত ভোল গৈ থাকিলে ভাষা-সাহিত্যৰ সেৱা কৰা নহয়। ভাষা-সাহিত্যৰ সেৱাক জীৱনৰ সাধনা হিচাপে গ্ৰহণ কৰা এদল উৎসাহী নতুন লেখক আমাক লাগে। সাহস আৰু দৃঢ়তাৰে এওঁলোকে কামত আগবাঢ়িলে কম সময়ৰ ভিতৰতে আশানুৰূপ উন্নতিৰ সম্ভাৱনা আছে। সমাজৰ প্ৰয়োজন আৰু সাহিত্যিকৰ মৌলিকতাৰ পাম্পৰিক সংযোগৰ ফলত উচ্চ সাহিত্যৰ সৃষ্টি হয়। আজিৰ যুগত আমাৰ সমাজখন ভালেমান আগুৱাই আহিছে আৰু চিন্তাশীল লোকো আমাৰ মাজত নোহোৱা নহয়। গতিকে আমাৰ সাহিত্যৰ ভৱিষ্যৎ উজ্জ্বল এই মত নিঃসংকোচে প্ৰকাশ কৰিব পাৰি।"

ত্ৰৈলোক্য নাথ গোস্বামীয়ে তেওঁৰ ভাষণত অসমীয়া সাহিত্যত যুগোপযোগী সাহিত্য সৃষ্টি কৰি অসমীয়া সাহিত্যক বিশ্বৰ দৰবাৰত দাঙি ধৰিবলৈ সাহিত্যিকসকলক আহ্বান কৰি কৈছিল—

"আমাৰ সমাজত নতুন যুগোপযোগী সাহিত্য সৃষ্টিৰ প্ৰয়োজন হৈ পৰিছে। সাহিত্যিকসকল সামাজিক চিন্তাধাৰাৰে প্ৰভাৱান্বিত হ'লেও সেই ধাৰা পৰিৱৰ্তনৰ ক্ষমতা তেওঁলোকৰ হাততে আছে। জীৱনৰ উন্নত মানদণ্ড চকুৰ আগত ৰাখি সমাজৰ কুসংস্কাৰ, ব্যভিচাৰ, নীচতা, ভণ্ডামি আঁতৰাই এখন সুস্থ, সবল সমাজ গঠনৰ আদৰ্শ দাঙি ধৰিবলৈ হ'লে সাহিত্যিকসকলেই তাক দাঙি ধৰিব লাগিব। ব্যাধিগ্ৰস্ত সমাজক ৰোগ মুক্তিৰ শান্তিপানী সাহিত্যিকৰ লেখনীয়েহে ছটিয়াব পাৰিব। অকল এখন দেশৰে কথা নহয়, গোটেই পৃথিৱীখনেই যেন আজি এক অচিন ব্যাধিৰ আক্ৰমণত সন্তপ্ত হৈ পৰিছে। সন্দেহ, অবিশ্বাস আৰু মৰণৰ বিভীষিকা ভিন্ ভিন্ জাতিৰ জীৱনত মূৰ্ত হৈ উঠিছে। সাহিত্যিকৰ প্ৰাণস্পৰ্শী লেখাৰদ্বাৰা এই অবিশ্বাস আৰু বিভীষিকা দূৰ কৰি হতাশ প্ৰাণত আশাৰ সঞ্চাৰ কৰিব লাগিব। কাব্য, নাটক, উপন্যাস, চুটিগল্পৰ মাজেদি সাম্য, মৈত্ৰী আৰু শান্তিৰ শংখধ্বনি বাজি উঠিব লাগিব নহ'লে বৈজ্ঞানিকৰ হাতেগঢ়া আটমবোমাৰ গৰ্জনত মানৱ জাতিৰ কৃষ্টি-সভ্যতা হয়তো এদিন কঁপি উঠিব, খহি পৰিব।"

ত্ৰৈলোক্য নাথ গোস্বামীয়ে ভাষণৰ সামৰণিত সাহিত্যৰ উন্নতিত এক শ্ৰেণীৰ উন্নতমানৰ পাঠকৰ যে প্ৰয়োজন আছে আৰু পাঠক অবিহনে সাহিত্যৰ উন্নতি কঠিন, এই সম্পৰ্কত লিখিছে—

"সাহিত্যিকৰ অৱদানৰ উপলব্ধি কৰিবলৈ উন্নত শ্ৰেণীৰ পাঠকসমাজৰ প্ৰয়োজন। সাহিত্যৰ ৰুচিবোধ জন্মগত স্বত্ব নহয়। নিজে শ্ৰম কৰি পাঠকে এই ৰুচি গঠন কৰি ল'ব লাগে। কোনো এজন সাহিত্যিকৰ লেখা ভালকৈ বুজিবলৈ আৰু হৃদয়ংগম কৰিবলৈ হ'লে পাঠকে আন আন সাহিত্যিকৰ লেখাৰ লগতো পৰিচিত হ'ব লাগে আৰু তেওঁৰ মনত ভিন্ ভিন্ লেখাৰ তুলনামূলক আলোচনাৰ ক্ষমতা কিছু পৰিমাণে থাকিব লাগে। হৃদয়সংবাদী পাঠকো সমালোচকৰ শাৰীৰে এজন। উন্নত ৰুচিৰ পাঠক সমাজ গঢ়ি উঠিলে সৃষ্টিধৰ্মী লেখকসকলৰ ওপৰত তেওঁলোকৰ প্ৰভাৱ পোনপটীয়াকৈ পৰে আৰু উচ্চাংগৰ সাহিত্য সৃষ্টিৰ অনুকুল পৰিৱেশ সৃষ্টি কৰে। অসম সাহিত্য সভাৰ তলত ভালেমান শাখা আৰু স্বীকৃত সভা আছে। এই শাখা আৰু স্বীকৃত সভাবোৰ জীৱন্ত কৰি তোলাৰ চেষ্টা চলিব লাগে। এইবোৰৰ যোগেদি ভাষা-সাহিত্যৰ প্ৰচাৰৰ লগে লগে ভাল পাঠক সমাজ গঢ়ি তোলাৰ চেষ্টা চলোৱাৰ সময় কেতিয়াবাই আহি পৰিছে।"

সামৰণিত এই কথাই আমি ক'ব পাৰোঁ যে, গোস্বামীৰ ভাষণখন এখন উন্নত মানদণ্ডৰ ভাষণাৱলী আছিল; য'ত গোস্বামীয়ে অসমীয়া ভাষা, সাহিত্য আৰু অসমীয়া জাতিৰ প্ৰাণৰ লগত ওতপ্ৰোতভাৱে জড়িত আছিল। তেওঁ ভাষণখনৰ মূলমন্ত্ৰ আছিল অসমীয়া ভাষাক বিশ্ব দৰবাৰত প্ৰতিষ্ঠা কৰি অসমীয়া সমাজখনৰ, অসমীয়া জাতীয় জীৱনৰ উন্নতি সাধন কৰা। ■

# সাহিত্য-সংস্কৃতিৰ পৰিৱেশ গঢ়াত দখিণ কোলৰ ভূমিকা

ড° নাৰায়ণ দাস
(বিশিষ্ট লেখক)

বাৰেবৰণীয়া লোক-সংস্কৃতিৰ সম্পদ আৰু লোকগীতেৰে দক্ষিণ কামৰূপ খুন্দখোৱা যদিও লিখিত সাহিত্যৰ সৃষ্টিৰ ক্ষেত্ৰতহে এই অঞ্চলটো অতি আগবঢ়া বুলিব নোৱাৰি। সন্দেহ নাই, বজ্ৰাচাৰ্য সিদ্ধসকলৰ ভিতৰত একাধিকজনৰ নাম দক্ষিণ কামৰূপৰ সৈতে বিজড়িত। তিব্বতত পোৱা *Pag San Jon Zan* গ্ৰন্থৰ মতে সৰহপা বা ৰাহুলভদ্ৰ প্ৰাচ্য দেশৰ ৰাজ্ঞী (আধুনিক ৰাণী) নামৰ ঠাই এখনত এজন ব্ৰাহ্মণ আৰু এজনী ডাকিনীৰপৰা জন্মগ্ৰহণ কৰা লোক। *চৰ্যাগীতিকোষত* এইজনা সিদ্ধৰ চাৰিটা গীত সংকলিত হৈছে। গীতৰ উপৰি *ডাকিনী বজ্ৰগীতি, দোহাকোষ চৰ্যাগীতি* প্ৰভৃতি সংস্কৃত-অপভ্ৰংশ ভাষাত ৰচিত কেবাখনো গ্ৰন্থৰ ৰচয়িতা হ'ল— আলোচিত বজ্ৰাচাৰ্যজনেই। সৰহপাৰ পূৰ্ণ শিষ্য নাগাৰ্জুনে একজটা সাধন উদ্ধাৰ কৰাৰ পিচত দক্ষিণ কামৰূপৰ গাতে লগা উগ্ৰতাৰাৰ পীঠ প্ৰতিষ্ঠা কৰাৰ কথা কনকলাল বৰুৱা ডাঙৰীয়াই অনুমান কৰিছে। ৰাহুল সাংকৃত্যায়নে তিব্বতী আৰু জাৰ্মান ভাষাত ৰচিত গ্ৰন্থৰ আলমত উল্লেখ কৰিছে যে, নাগাৰ্জুনৰ বত্ৰিশখনি বজ্ৰযানী গ্ৰন্থৰ ভাঙনি উদ্ধাৰ হৈছে। তিব্বতী গ্ৰন্থ আৰু তাৰানাথৰ আলোচনাৰ আধাৰত জোচেফ্ তুচ্ছি ছাহাবে সিদ্ধ মীননাথক কামৰূপৰ কৈৱৰ্তৰূপে পৰিচয় দিছে। তিব্বতী ঐতিহ্য অনুযায়ী মীননাথৰ আন নাম লুইপা। তেওঁৰ নামত চৰ্যাগীত পোৱাৰ উপৰি চৰ্যাৰ টীকাত ভুসুকপাদৰ চৰ্যাৰ ব্যাখ্যাৰ মাজত মীননাথৰ গীতকেইশাৰীমান তুলি দিয়া দেখা যায়। গতিকে অনুমান কৰিব পাৰি যে, ব্ৰহ্মপাল বংশী ৰত্নপাল ৰজাৰ সময়ত দক্ষিণ কামৰূপত বজ্ৰযানী দৰ্শনৰ গীতি-সাহিত্য ৰচনাৰ এটি পৰিৱেশ আছিল।

বৈষ্ণৱ যুগত কেবাজনো ৰজাৰ পৃষ্ঠপোষকতা লাভ কৰা অসমৰ ব্যাসৰূপে জনাজাত ৰাম সৰস্বতীৰ জন্মস্থান নহ'লেও কিছুদিনৰ বাসস্থান আছিল ছমৰীয়া। কবিৰ কালত হয়তো ভাগৱত চৰ্চাৰ কেন্দ্ৰ হিচাপে উক্ত ঠাইখনে প্ৰসিদ্ধি লাভ কৰিছিল (ব্ৰাহ্মণসকলে নিত ভাগৱত অবিশ্ৰাম চৰ্চা কৰে পাতিয়া সভাক— *মহাভাৰত*, বিৰাট পৰ্ব), য'ত থাকি কবিজনাই *ভীষ্ম পৰ্বৰ* ভাঙনি কৰ্ম সম্পাদন কৰিছিল। দখিণ কোলৰ ৰাণী ৰজাই ধৰ্ম আৰু সাহিত্য ৰচনাৰ এটি ভাল পৰিৱেশ সৃষ্টি কৰা যেন লাগে। তাৰ ৰজা উপেন্দ্ৰ সিংহই *দৰংগ ৰাজবংশাৱলীৰ* আৰ্হিত *ৰাণী ৰাজবংশাৱলীৰ* একাংশ আৰু ৰজা খড়্গ সিংহৰ আদেশত মাধৱ দ্বিজে উক্ত বংশাৱলীৰ অৱশিষ্ট অংশ (৩৪০ সংখ্যক পদৰ পৰা) ৰচনা কৰাৰ কথা এইখিনিতে উনুকিয়াব পাৰি। *পদ্মপুৰাণ*, চতুৰ্থ আৰু অষ্টম স্কন্ধ *ভাগৱতৰ* উপৰি *মণিচন্দ্ৰ ঘোষ পৰ্বৰ* পৰা বিষয়বস্তু লৈ ৰজা ললিতৰাম সিংহই ১২৬৫ ভাস্কৰাব্দত ৰচনা কৰা *হৰি-ভক্তি-বিলাস* খনিৰ নামো এইখিনিতে উল্লেখযোগ্য।

ছয়গাঁৱৰ বালাসিদ্ধি গাঁৱৰ শিৱনাথ দ্বিজে ১৭৪৫ খ্ৰীষ্টাব্দত পাঁচ শতাধিক পদত ছন্দোবদ্ধ কৰিছিল *চণ্ডীৰ পয়াৰ* শীৰ্ষক শাক্ত-শৈৱ গ্ৰন্থখনি। নহিৰা সত্ৰত দীৰ্ঘদিন জুৰি সংৰক্ষিত স্তুতি গোবিন্দ পুথিখনিৰ নামটোৱে বিষয়বস্তুৰ এটি আভাস দিয়ে। ফাৰ্চী ভাষাৰপৰা অনুবাদ কৰা *আয়ুৰ্বেদ নিদান* নামৰ সাঁচিপতীয়া পুথিখনে বিদ্যা চৰ্চাৰ বিস্তৃতিত এচেৰেঙা পোহৰ পেলায়। পুথিখন উদ্ধাৰ হৈছে— দক্ষিণ কামৰূপৰ কাঁহিকুচি-ব্ৰাহ্মণপাৰাত। উত্তৰ বৈষ্ণৱ যুগত সত্ৰৰ চাৰিবেৰৰ ভিতৰত মহাপুৰুষ আৰু আতাসকলৰ জীৱন চৰিত চৰ্চাৰ যি পৰম্পৰাৰ সৃষ্টি হৈছিল, সেই পৰম্পৰাটিয়ে দখিণ কোলকো পৰশি গৈছিল। ছমৰীয়া সত্ৰৰ বৰবিষ্ণু আতাৰ চৰিত কথা কথন-মথনৰ ফলস্বৰূপে ৰচিত হৈছিল— পদছন্দত বৰবিষ্ণু আতাৰ চৰিতখনি। আলোচিত ভূ-খণ্ডত নৱবৈষ্ণৱ ধৰ্মৰ ধাৰা তৰান্বিত কৰা আতাসকলৰ ভিতৰত পঢ়িয়া মাধৱ আতাৰ নাম বৰবিষ্ণু আতাৰ লগতে ল'বলগীয়া। পিচৰজনা আতাৰ জীৱন চৰিত কথাবন্ধত *পঢ়িয়া মাধৱ আতাৰ চৰিত* শিৰোনামাৰে পোৱা গৈছে।

ব্ৰিটিছ শাসনৰ প্ৰথমছোৱাত সাহিত্য-সংস্কৃতি চৰ্চাৰ ধাৰাটি স্থবিৰ হৈ পৰাটোত আচৰিত হ'বলগীয়া একো নাই; কিয়নো পাশ্চাত্য শিক্ষা ব্যৱস্থাই এই ভূখণ্ডত খোপনি পুতিবলৈ দীঘলীয়া সময়ৰ প্ৰয়োজন হৈছিল। যি কোনো অঞ্চলৰপৰা প্ৰকাশিত গ্ৰন্থ আৰু সাময়িকীয়ে বহুতক লেখা-মেলা কৰিবলৈ উৎসাহিত কৰাটো সকলোৰে জনা কথা। দক্ষিণ কামৰূপত পিচে বিংশ শতাব্দীৰপৰাহে এনে পৰিৱেশৰ শুভাৰম্ভ হোৱা বুলিব পাৰি। ধাৰাপুৰৰ *সুতিকা পটল* গ্ৰন্থৰ ৰচয়িতা গোবিন্দৰাম চৌধুৰীৰ পুত্ৰ তহচিলদাৰ শ্যামলাল চৌধুৰীয়ে ইং ১৯০০ চনত অশ্বকৰ্ণ যুদ্ধ, কুৰ্মাৱলী যুদ্ধ, খটাসুৰ বধ আৰু জংঘাসুৰ বধ— এই চাৰিখন বধকাব্য একত্ৰিত কৰি প্ৰকাশ কৰাটো এইখিনিতে উল্লেখযোগ্য। নহিৰাৰ সিংহদত্ত অধিকাৰীয়ে ডেকাকালতে *বাঁহী* আৰু *আলোচনী* সাময়িকীৰ যোগেদি গীত, কবিতা আৰু প্ৰবন্ধ প্ৰকাশ কৰি নিজৰ প্ৰতিভা দেখুৱাবলৈ সমৰ্থ হয়। তেওঁৰ প্ৰবন্ধ চয়ন *সাধুচৰিত* ইং ১৯১৫ চনত আৰু *গীতি-মালিকা* ১৯১৯ চনত ছপা হৈ ওলায়। তাৰ দুই-এক বছৰ পিচত প্ৰকাশ পায়— *ৰেণু* নামৰ কবিতা সংকলনখনি। ইংৰাজী ১৯২৩ চনত অধিকাৰীয়ে গুৱাহাটীত অৰুণা প্ৰেছ প্ৰতিষ্ঠা কৰি *অৰ্ঘ্য* নামেৰে পষেকীয়া আলোচনী এখনি উলিয়ায় আৰু সেইদিনতে বিহুৰ বিশেষ সংখ্যা এটি উলিয়াই বহুতৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সমৰ্থ হয়।

নহিৰাৰ আনজন স্বনামধন্য ব্যক্তি হাকিম ভাৰত চন্দ্ৰ দাসে অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ মনসা শাখাৰ বিষয়ে খৰচি মাৰি আলোচনা কৰাৰ উপৰি কামৰূপী গীত, অসমীয়া সাধুকথা, অভিমন্যু বধ প্ৰভৃতি গ্ৰন্থ প্ৰণয়ন কৰি দখিণ কামৰূপৰ নাম উজলায়। পাল্লীৰ সুসন্তান শান্তিৰাম দাস একেধাৰে গণিতজ্ঞ আৰু সু-সাহিত্যিক। তেওঁ প্ৰায় এডজন ভিন্ন বিষয়ক গ্ৰন্থ ৰচনাৰে অসমীয়া সাহিত্যৰ বুৰঞ্জীত এডুখৰি স্থান ল'বলৈ সমৰ্থ হৈছে। ইংৰাজী ১৯২০ চনত পলাশবাৰী আৰ. বি. হাইস্কুল প্ৰতিষ্ঠা হোৱাত সেইখনিৰ প্ৰধান শিক্ষকৰ গুৰুভাৰ বহন কৰিবলগীয়া হয়। লোক-গীতিৰ সংগ্ৰাহক যোগেশ চন্দ্ৰ তামুলীদেৱে। তামুলীয়ে শিক্ষকতাৰ লগে লগে দক্ষিণ কামৰূপৰ বকো, ছয়গাঁও আৰু ছমৰীয়া অঞ্চলৰপৰা ভালেসংখ্যক গীত-পদ সংগ্ৰহ কৰি বহুতক এটা আদৰ্শ দেখুৱায়। হলিৰাম হাজৰিকা, নৰেশ্বৰ শৰ্মা, কামাখ্যাচৰণ ভট্টাচাৰ্য, বেলিৰাম দাস, ছগনলাল জৈন, মেদিনী ঠাকুৰীয়া আদি বিভিন্ন ধৰণৰ পুথি ৰচনা কৰি দক্ষিণ কামৰূপত লেখা-মেলাৰ এটি পৰিৱেষ গঢ়িবলৈ যত্ন কৰে। ইং ১৯৫৩০৫৪ চনত পলাশবাৰী আৰ. বি. হাইস্কুলৰ মুখপত্ৰ *উষা*'ই ছপাৰ মুখ দেখাৰ লগে লগে এই পৰিৱেশ অধিক গাঢ় হয়।

ইংৰাজী ১৯৬০ চনত মিৰ্জাত (নতুন পলাশবাৰী) উলহ-মালহৰ মাজেদি অসম সাহিত্য সভাৰ অষ্টবিংশ অধিবেশন সম্পন্ন হয়। উক্ত অধিবেশনতে প্ৰকাশ পায়— ভাৰত কলিতা আৰু মহেন্দ্ৰ দাসৰ যুগ্ম সম্পাদনাত *দখিণ কোল* শীৰ্ষক প্ৰখ্যাত স্মৃতি সংকলনখনি। দক্ষিণ কূলৰ অন্ধকাৰাচ্ছন্ন ইতিহাসৰ প্ৰতি 'সুধী মাজৰ দৃষ্টি আকৰ্ষণ' কৰিবলৈকে সংকলন কৰা স্মৃতিগ্ৰন্থখনিৰ প্ৰথমতে স্থান দিয়া হৈছে বুৰঞ্জীবিদৰ বেণুধৰ শৰ্মাৰ 'পলাশবাৰীৰ দাঁতিয়ে কাষৰে' শীৰ্ষক তথ্যসমৃদ্ধ লেখাটি। আঞ্চলিক পৰিচয় শিতানৰ পাঁচোটি নিবন্ধৰ প্ৰত্যেকটোৱে দক্ষিণ কামৰূপৰ একো একোটি দিশত পোহৰ পেলাবলৈ সমৰ্থ হৈছে। সাহিত্য সভাৰ অভূতপূৰ্ব সাফল্যই পলাশবাৰী অঞ্চলত লেখা-মেলাৰ এটি পৰিৱেশৰ সৃষ্টি কৰে। সাহিত্য চৰ্চা কৰিবলৈ বহুকেইজন লেখক আগবাঢ়ি আহে, কেবাখনো সাময়িকীয়ে সৃষ্টিকৰ্মত ইন্ধন যোগায়। ইং ১৯৬১ চনত প্ৰকাশিত *বিদ্বান*, ইং ১৯৬৯ ত প্ৰকাশ পোৱা *স্বাধীনতা*, ইং ১৯৭০ চনত ওলোৱা দুমহীয়া *পলাশী*, ইং ১৯৭০ চনত প্ৰকাশ পোৱা উচ্চ মানবিশিষ্ট *জাগৃতি*, ইং ১৯৭২ চনত প্ৰকাশিত *ন-জোৱান*, ইং ১৯৭৩ চনৰপৰা এযুগতকৈ অধিক কাল প্ৰকাশ পোৱা *পাপৰি*, ভিন্নকালত প্ৰকাশিত *আৱাজ, কবচ* প্ৰভৃতিৰ নাম একে উশাহতে ল'ব পাৰি।



পলাশবাৰী সাহিত্য সভা প্ৰতিষ্ঠাৰ বছৰতে সভাৰ নিজা মুখপত্ৰ এখনি প্ৰকাশ কৰাৰ সিদ্ধান্ত লোৱাৰ মৰ্মে ইং ১৯৫৯ চনত হাতেলিখা *বলাকা* মুখপত্ৰখনি প্ৰস্তুত কৰা হৈছিল। তাৰ পিচত ইং ১৯৭৮ চনত *পলাশবাৰী সাহিত্য সভাৰ মুখপত্ৰ*ই ছপা ৰূপ পায়। মুখপত্ৰখনিৰ সম্পাদকদ্বয় আছিল— সৰ্বশ্ৰী ধনেশ্বৰ কলিতা আৰু অমৃত কলিতা। অধিক আপোন আৰু ব্যঞ্জনাঘন কৰিবলৈকে তৃতীয় সংখ্যাৰেপৰা মুখপত্ৰখনিৰ নামকৰণ কৰা হয় *দখিণ কোল* ৰূপে। আৰম্ভণিৰেপৰা মুখপত্ৰখনিৰ ছপা-বন্ধা, অলংকৰণ আৰু প্ৰকাশিত ৰচনা সম্ভাৰৰ বৈচিত্ৰ্যৰ ওপৰত গুৰুত্ব প্ৰদান কৰাটো উল্লেখযোগ্য। নবীন-প্ৰবীণ উভয়ৰে বাবে ই হৈ পৰে সাহিত্যচৰ্চাৰ উৰ্বৰথলী। কবিতা, গল্প, ৰম্য ৰচনা, জীৱন বৃত্ত আৰু বাৰেবৰণীয়া নিবন্ধৰে পৰিপুষ্ট হৈ প্ৰকাশ পোৱা বাৰ্ষিক মুখপত্ৰখনি আজি বহুতৰ বাবে এখনি আদৰ্শ সাহিত্য সংকলনত পৰিণত হৈছে। পলাশবাৰী সাহিত্য সভাৰ আদৰ্শত গঢ় লোৱা দক্ষিণ কামৰূপৰ বহুকেইখন শাখা সাহিত্য মুখপত্ৰ প্ৰকাশৰ কথা ভাবিলেই *দখিণ কোললৈ* মনত পেলায়। আলোচিত মুখপত্ৰখনিত প্ৰকাশিত কবিতাৰ বিষয়ে আলোচনা কৰি কবি নৰেন মজুমদাৰে চতুৰ্বিংশতিতম সংখ্যা *দখিণ কোলত* উল্লেখ কৰিছে যে, বৰ্তমানলৈকে আলোচিত মুখপত্ৰখনিত শতাধিক কবিয়ে 'প্ৰায় পোন্ধৰ কুৰি কবিতা লিখি আলোচনীখন চহকী কৰাৰ লগতে কবিতা চৰ্চাৰ ধাৰাবাহিকতা বজাই ৰাখিবলৈ চেষ্টাও কৰিছে।' মুখপত্ৰখনিত লিখা বহু কবি আজি সু-প্ৰতিষ্ঠিত। বহুতে এক বা একাধিক কবিতা সংকলন প্ৰকাশ কৰি অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰাটো গৌৰৱৰ কথা। মুখপত্ৰখনিৰ সৈতে সম্পৰ্ক থকা আৰু কবিতা সংকলন প্ৰকাশ কৰা কেইজনমান কবি হ'ল— অনিল কলিতা, কনক চন্দ্ৰ মজুমদাৰ, গজেন দাস, জগন্নাথ বৰ্মন, থানেশ্বৰ কুমাৰ, দীপক কুমাৰ দাস, নৰেন তালুকদাৰ, নৰেন মজুমদাৰ, পৰেশ কলিতা, প্ৰমোদ চন্দ্ৰ কলিতা, বসন্ত কুমাৰ কলিতা, মইনা গোস্বামী, ৰমা শৰ্মা, যোগেশ দাস, ৰোহিনী কুমাৰ, ৰণজিৎ চৌধুৰী, শশীপ্ৰভা দাস, সৰোজিনী দাস, সুৰেশ কলিতা আদি।

চুটিগল্প ৰচনাৰ পৰিৱেশ সৃষ্টিতো *দখিণ কোলৰ* ভূমিকা নগণ্য নহয়। আলোচিত মুখপত্ৰখনিৰ জৰিয়তে অচ্যুৎ কুমাৰ চৌধুৰী, অমৰেন্দ্ৰ নাথ বৰুৱা, অলকা দাস ঠাকুৰীয়া, আনন্দ কুমাৰ, ইৰা দাস, কুমুদ গোস্বামী, কল্যাণী কলিতা, খগেন্দ্ৰ নাথ বড়া, জগন্নাথ বৰ্মন, ধীৰু কুমাৰ, নগেন ভূঞা, নৃপেন্দ্ৰ নাৰায়ণ শৰ্মা, নয়নমণি বৈশ্য, প্ৰণামিকা দাস, ডাঃ প্ৰমোদ চন্দ্ৰ কলিতা, পংকজ কুমাৰ দাস, বিমল কিশোৰ শৰ্মা, ভৱানীকান্ত চৌধুৰী, মইনা গোস্বামী, মালবিকা দেৱী, মোহিনী দেৱী, মায়াৰাম দাস, ৰীতা মালী, ৰীণা কলিতা আদিয়ে গল্প প্ৰকাশৰ সুযোগ পায়।

আলোচিত মুখপত্ৰখনিয়ে দক্ষিণ কামৰূপৰ বৰেণ্য শিল্পী-সাহিত্যিকসকলৰ জীৱনবৃত্ত প্ৰকাশ কৰাটো উল্লেখযোগ্য দিশ। স্থানীয় বিজ্ঞসকলেই সেই জীৱনবৃত্ত ৰচনা কৰি নতুন পুৰুষলৈ এটি আদৰ্শ দেখুৱাই গৈছে। ড° ফণীন্দ্ৰ চন্দ্ৰ ঠাকুৰীয়াই ২৪ সংখ্যা *দখিণ কোল*ত প্ৰকাশ কৰা 'শিল্পী-সাহিত্যিকৰ জীৱন পৰিচিতি'ত ইয়াৰ সবিশেষ আছে।

দক্ষিণ কামৰূপৰ লোক-সংস্কৃতি চৰ্চাৰ সাৰুৱা ক্ষেত্ৰ হ'ল *দখিণ কোল*। আলোচিত অঞ্চলটোৰ লোক-সংস্কৃতি চৰ্চাৰ প্ৰথম উন্মেষ ঘটে অসম সাহিত্য সভাৰ পলাশবাৰী অধিবেশনৰ স্মৃতিগ্ৰন্থ *দখিণ কোলৰ* জৰিয়তে। মহেন্দ্ৰ দাসৰদ্বাৰা লিখিত আঞ্চলিক জনগীতিয়ে তাৰ প্ৰমাণ। মুখপত্ৰখনি নিয়মীয়াকৈ প্ৰকাশ পোৱাৰ লগে লগে দক্ষিণ কামৰূপৰ লোক-সাহিত্য আৰু সংস্কৃতিৰ ভিন্ন দিশত পোহৰ পেলাই বহুজনে তথ্যসমৃদ্ধ লেখা প্ৰকাশ কৰাৰ সুযোগ পায়। দৃষ্টান্তস্বৰূপে ধৰ্মেশ্বৰ বড়াৰ 'দক্ষিণ কামৰূপৰ পৰম্পৰাগত বিয়াগীত' (১১ সংখ্যা) আৰু 'দক্ষিণ কামৰূপৰ লোক-সংস্কৃতিৰ বিস্তৃত. পথাৰ' (২৭শ), মহেন্দ্ৰ দাসৰ 'জনগীতি আৰু আমাৰ সমাজ' (৪ৰ্থ), 'মায়াৰাম দাসৰ 'কাতি মাহৰ তুলসীৰ আগতে চাতিহে' (১৪শ), নৰেন দাসৰ 'অসমৰ নামনি অঞ্চলৰ জনজীৱনৰ গীত' (৭ম), ভৱানীকান্ত চৌধুৰীৰ 'চিমিনা' মুছলমান সম্প্ৰদায়ৰ নাৰী সমাজত প্ৰচলিত কেইটামান গীতৰ আলোচনা' (৫ম), মমতা গোস্বামীৰ 'অসমীয়া লোকগীতত নাৰী' (১২শ), লেখাত দক্ষিণ কামৰূপৰ লোকগীতসমূহৰ সুন্দৰ পৰ্যালোচনা পোৱা যায়। আলোচিত ভূখণ্ডত প্ৰচলিত লোক-উৎসৱৰ সন্দৰ্ভত শ্ৰীগগন চন্দ্ৰ অধিকাৰী (লোক-সংস্কৃতিৰ পটভূমিত দক্ষিণ কামৰূপৰ লোক-উৎসৱ— ৫ম), শ্ৰীধনেশ্বৰ কলিতা (দক্ষিণ কামৰূপৰ এবিধ লোক-উৎসৱ ঃ মহো-হো— ৯ম), শ্ৰীধৰ্মেশ্বৰ বড়া (শ্ৰীশ্ৰীমদনমোহন মাটিফুটা দেৱালয়ৰ সুঁৱৰী উৎসৱ— ২৪ষ), শ্ৰীধীৰেন শৰ্মা (পঁচতি বা পাঁচতি ঃ দক্ষিণ কামৰূপত ইয়াৰ পৰম্পৰা—১১শ), শ্ৰীনৰেন কলিতা (পাল্লীৰ সুঁৱৰি উৎসৱ ঃ গতি আৰু প্ৰগতি-২১শ), ডাঃ প্ৰমোদ চন্দ্ৰ কলিতা (তোলনি-৯ম, আঘোণৰ পূৰ্ণিমাৰ মহো-হো খেদা উৎসৱ-২৪শ), ড° লীলাৱতী চৌধুৰী (ৰাজাপুখুৰী সত্ৰৰ পিঁয়াক নাম বা নন্দোৎসৱ-১৯শ, দক্ষিণ কামৰূপৰ তোলনি বিয়া-২৩শ) আৰু সূৰ্য কুমাৰ মজুমদাৰে (তোলনি আৰু তোলনি গীত-১৪শ) মনোজ্ঞ আলোচনা আগবঢ়াইছে। দখিণ কোলৰ বিভিন্ন পূজা-সেৱাৰ তথ্য সমৃদ্ধ আলোচনাও মুখপত্ৰখনিত ভালেখিনি হোৱাটো উল্লেখযোগ্যে। উদাহৰণ হিচাপে— 'দক্ষিণ কামৰূপত পূৰ্ণখেলীয়া সেৱা কাৰ্য'-৯ম (আনন্দ কুমাৰ), 'পলাশবাৰী তথা দক্ষিণ কামৰূপৰ নমঃহৰি নামধৰ্ম'-১০ম (অনন্দ কুমাৰ), 'তিয়াঁমাৰী পূজা'— ১০ম (শ্ৰীধমেশ্বৰ কলিতা), 'ৰাতিসেৱা ধৰ্ম'— ১০ম (সূৰ্য দাস), (দখিণ কূলীয়া নমঃহৰি ধৰ্ম-১২শ (সূৰ্য দাস), 'দক্ষিণ কামৰূপৰ পূজা-উৎসৱ সংস্কৃতি ঃ এটি আলোচনা'-৪ৰ্থ (সূৰ্য কুমাৰ মজুমদাৰ), 'একপৰীয়া মাৰৈ বা ফুল পূজা'-১২শ আৰু 'মনসা আৰু মনসা পূজাৰ বৈশিষ্ট্য'-১৩শ (সূৰ্য কুমাৰ মজুমদাৰ)ৰ নামোল্লেখ কৰিব পাৰি। দক্ষিণ কামৰূপৰ বিভিন্ন পৰিৱেশ্য কলা চৰ্চৰো পৰিৱেশ গঢ়ি তুলিছে মুখপত্ৰখনিয়ে। এই ক্ষেত্ৰত 'জেজেৰা দল ঃ দক্ষিণ কামৰূপৰ এটি পৰিৱেশ্য কলা'-১১ শ (শ্ৰীধনেশ্বৰ কলিতা), 'দক্ষিণ কামৰূপৰ ঢুলীয়া অনুষ্ঠান আৰু নাট সম্পৰ্কে কিছু কথা'-১৮শ (শ্ৰীধনেশ্বৰ কলিতা), 'মনসা পূজাৰ লগত সম্পৰ্কান্বিত নৃত্যানুষ্ঠান'-৮ম (ড° নবীন চন্দ্ৰ শৰ্মা), 'অভিনয় ঃ লোক-নাট, লোক-নৃত্য, পৰিচয়মূলক টোকা'-২১শ (ড° নবীন চন্দ্ৰ শৰ্মা), 'দক্ষিণ কামৰূপৰ পৰিৱেশ্য কলা-দাণ্ডা নৃত্য'-২০শ (ড° লীলাৱতী চৌধুৰী), 'মাদল নাচ'-২১শ (ড° লীলাৱতী চৌধুৰী) আদিৰ নামোল্লেখ কৰিব পাৰি।



দক্ষিণ কামৰূপৰ খেল-ধেমালিতো বৈশিষ্ট্য বিৰাজমান। *দখিণ কোলে* এই দিশটিও অৱহেলা কৰা নাই। নিৰ্দেশনাৰূপে 'দৰ্শকৰ দৃষ্টিক কুকুৰমাৰাৰ নাওখেল'-১২শ (জ্যোতিষ কুমাৰ কলিতা), 'দক্ষিণ কামৰূপৰ নাওখেল'-১৬শ (ড° ফণীন্দ্ৰ চন্দ্ৰ ঠাকুৰীয়া), 'নাওখেল আৰু দক্ষিণ কামৰূপ'-২৩শ (শ্ৰীমালব্য মালী), 'আমাৰ পুৰণি গ্ৰামীণ খেল-ধেমালি'-১০ম (সূৰ্য কুমাৰ মজুমদাৰ), 'অতীতৰ কেইবিধমান খেলৰ চমু বিৱৰণ'-১১শ (সৰোজিনী দাস)লৈ আঙুলিয়াব পাৰি। তন্ত্ৰ-মন্ত্ৰ, ভূত-প্ৰেত প্ৰভৃতিৰ আলোচনা সংস্কৃতিৰ অন্তৰ্ভুক্ত। এনে আলোচনাৰ বাটো কাটি দিছে আলোচিত সাহিত্য সভাৰ মুখপত্ৰখনে। শ্ৰীতাৰিণীকান্ত বৈশ্যৰ 'লোক-কৃষ্টি আৰু অন্ধবিশ্বাস'-১৮শ, ড° দিলীপ কুমাৰ কলিতাৰ 'বাণ ঃ যাদুবিদ্যাৰ এক সৰ্বভাৰতীয় ধাৰণা'-১৬শ, শ্ৰীধৰ্মেশ্বৰ বড়াৰ 'লোক-বিশ্বাসত ভূত-প্ৰেত'-৮ম, মীৰাৰাণী কলিতাৰ 'অসমীয়া জনবিশ্বাসত তন্ত্ৰ-মন্ত্ৰ আৰু বেজ-বেজালি'-৫ম প্ৰভৃতিৰ নাম এইখিনিতে উল্লেখযোগ্য।

দক্ষিশ কামৰূপ ভিন্ন জাতি আৰু জনজাতিৰ সমন্বয়থলী। এই দিশৰ আলোচনাত *দখিণ কোল* নিঃসন্দেহে বাটকটীয়া। দৃষ্টান্তৰূপে— 'দক্ষিণ কামৰূপৰ খিলঞ্জীয়া মুছলমান জনবসতিৰ ইতিহাস'— ১৮শ (ইছাহক আলী), 'জনবিশ্বাস মতে বড়ো-কছাৰীসকলৰ উৎপত্তি'-২৫শ (ভাৰত চন্দ্ৰ বড়ো), 'বড়ো সাহিত্য সভাৰ আঁতি-গুৰি'-২৫শ (ড° ভূপেন নাৰ্জাৰী), 'বড়ো-কছাৰীৰ সমাজত ফকৰা-যোজনা'-২৫শ (ড° লীলাৱতী চৌধুৰী), 'দক্ষিণ কামৰূপৰ ৰাভাসকলৰ আৰ্থ সামাজিক আৰু লোক-সংস্কৃতিৰ সৰু সৰু বিষয় আলোচনাৰ পৰিৱেশো গঢ়ি উঠিছে *দখিণ কোলৰ* গইনা লৈয়ে। ড° অমৃত শৰ্মাৰ 'পলাশবাৰী অঞ্চলৰ আৰ্থ-সামাজিক পৰিস্থিতি'-৭ম, অমৃত চন্দ্ৰ শৰ্মাৰ 'দক্ষিণ কামৰূপৰ অঞ্চলৰ আৰ্থিক উন্নয়নত সত্ৰ-নামঘৰৰ ভূমিকা'-৮৭, জিতেন চন্দ্ৰ কলিতাৰ 'দক্ষিণ কামৰূপৰ নিবনুৱা সমস্যা আৰু উদ্যোগীকৰণ'-২০শ, শ্ৰীধনেশ্বৰ কলিতাৰ 'ভৌগোলিক পৰিৱেশ আৰু অসমৰ সংস্কৃতি'-১৬শ, শ্ৰীধৰ্মেশ্বৰ বড়াৰ 'শংকৰদেৱৰ সময়ৰ অসমীয়া সমাজ'-৯ম আৰু 'শংকৰদেৱ শ্ৰদ্ধাৰ্ঘ ঃ শংকৰদেৱৰ ৰচনাত সমাজ চিত্ৰ'-১৯শ, ড° প্ৰদীপ জ্যোতি মহন্তৰ 'শ্ৰীমন্ত শংকৰ আৰু



অসমীয়া সমাজ'-৫ম, শ্ৰীনিৰল শৰ্মাৰ 'মাঘ বিহুৰ শলীয়া খেদা প্ৰথা'-২৪শ প্ৰভৃতিৰ কথা এইখিনিতে উল্লেখ কৰিব পাৰি।

দখিণ কোলৰ সামাজিক-সাংস্কৃতিক-ৰাজনৈতিক আৰু ভৌগোলিক ইতিহাস চৰ্চাৰ বাটো কাটিছিল— স্মৃতিগ্ৰন্থ আৰু মুখপত্ৰখনিয়ে। স্মৃতিগ্ৰন্থত প্ৰকাশিত সূৰ্যকুমাৰ মজুমদাৰৰ 'পবিত্ৰ দখিণ কুল'ৰ গুৰুত্ব আজিও কমা নাই। ড° গজেন্দ্ৰ অধিকাৰীয়ে মুখপত্ৰখনিৰ ১৭শ সংখ্যাৰপৰা ২৮শ সংখ্যালৈকে খণ্ড খণ্ডকৈ নিজস্ব শৈলীৰে লিখি প্ৰকাশ কৰা 'দক্ষিণ কামৰূপৰ ইতিহাসে' আলোচিত অঞ্চলৰ অনেক 'নিহিত গুহায়াং' তথ্য পঢুৱৈ সমাজৰ আগত দাঙি ধৰাত কৃতকাৰ্য হৈছে। 'খটিয়ামাৰী সত্ৰৰ ধৰ্মোত্তৰ নথি'-১৫শ, ড° অধিকাৰীৰ আন এটি উল্লেখযোগ্য ঐতিহাসিক অধ্যয়ন। উমেশ পালৰ 'পলাশবাৰীত বঙালী ভাষা'-২য়, ড° জাহ্নৱী দেৱী অনূদিত (মূল ড° গজেন্দ্ৰ অধিকাৰী); 'উত্তৰ-পূব ভাৰতৰ ইতিহাস পুনৰুদ্ধাৰৰ সমল হিচাপে দানলিপিসমূহৰ গুৰুত্ব'-১৩শ, 'আহোম ৰাজত্বকালৰ ৰজাঘৰ আৰু মন্দিৰৰ মাজত সম্পৰ্ক'-১৪শ, ড° জিতেন দাসৰ 'বৈষ্ণৱ ধৰ্মৰ প্ৰাৰম্ভণ.... দক্ষিণ কামৰূপত ইয়াৰ বিৱৰ্তন'-২১শ, ড° নাৰায়ণ দাসৰ 'মধ্যযুগত দক্ষিণ-পশ্চিম কামৰূপ'-৫ম, 'মধ্যযুগীয়া' অসমৰ কেইখনমান শাসন'-৭ম আৰু 'মাইলাটা পাহাৰৰ পুৰাকীৰ্তি'-১৩শ, বংশীধৰ দাসৰ 'দক্ষিণ কামৰূপৰ কেইখনমান মহাপুৰুষীয়া সত্ৰৰ চমু পৰিচয়'-৩য়, ভৱানীকান্ত চৌধুৰীৰ 'দক্ষিণ কামৰূপৰ ৰাণী দুৱাৰ ৰাজ্যত এভুমুকি'-১৩শ, ড° ভাৰত কলিতাৰ 'ৰণ কৌশল আৰু ৰাণী ৰজা'-৬ষ্ঠ, শ্ৰীমধুৰাম দাসৰ 'জ্যোতিষ চৰ্চাত দখিণ কোলৰ অতীত আৰু বৰ্তমান'-১৩শ, শশীপ্ৰভা দাসৰ 'অন্য এক দৃষ্টিৰে পিতা-মাতা গোসাঁই থান'-১০ম, সূৰ্য কুমাৰ মজুমদাৰৰ 'শ্ৰীশ্ৰীকৃষ্ণপুৰী সত্ৰ....'-২০শ, ইছাহক আলীৰ 'দক্ষিণ কামৰূপৰ ঐতিহাসিক ভূগোলত এভুমুকি'-১৭শ প্ৰভৃতি নিবন্ধৰ নাম এইখিনিতে উল্লেখযোগ্য।

চিকিৎসা বিদ্যা আৰু আয়ুৰ্বেদৰ চিন্তা-চৰ্চৰো সুযোগ দিছিল *দখিণ কোলে*। ড° ৰাজেন কলিতাৰ 'সৰ্প দংশন আৰু আধুনিক চিকিৎসা বিজ্ঞান'-১৯শ, 'ইলেক্ট্ৰিক শ্বক আৰু বজ্ৰপাত এন থ্ৰাক্স'-২২শ, 'মানৱ শৰীৰত হৰমনৰ প্ৰভাৱ'-২৩শ, 'হৃৎপিণ্ডৰ বৈদ্যুতিক কাৰ্যক্ৰম আৰু ফাইলেৰীয়া ৰোগ'-২৪শ, হৰেন্দ্ৰ দেৱ শৰ্মাৰ 'আয়ুৰ্বেদৰ মতে বায়ু, পিত্ত আৰু কফ'-৫ম আদিৰ নামোল্লেখ কৰিব পাৰি।

দক্ষিণ কামৰূপৰ ভাষা, উপভাষা আদিৰ উপৰি জ্যোতিপ্ৰসাদ আৰু বিষ্ণু ৰাভাৰ চিন্তাধাৰাৰো সাৰ্থক প্ৰকাশ ঘটিছে মুখপত্ৰখনিৰ জৰিয়তে। গতিকে দ্বিধাহীনভাৱে ক'ব পাৰি যে, দক্ষিণ কামৰূপৰ সাহিত্য আৰু সংস্কৃতিৰ ভিন্ন দিশ অধ্যয়নৰ এক দীৰ্ঘম্যাদী পৰিৱেশৰ সৃষ্টি কৰিছে পলাশবাৰী সাহিত্য সভাৰ মুখপত্ৰ *দখিণ কোলে*। ■

(উৎস ঃ দখিণ কোলৰ বিভিন্ন সংখ্যা)







এই শিতানটি সজাইছে—



# দক্ষিণ কামৰূপৰ সময় বালিত ঃ
# শ্যামলাল চৌধুৰীৰ স্মৰণীয় সাহিত্যিক প্ৰতিভা

(জন্ম ঃ ১৮৫৯ চন)

জগন্নাথ বৰ্মন.

সমগ্ৰ দক্ষিণ কামৰূপ অঞ্চলৰ ভিতৰত, অতীতৰেপৰা পলাশবাৰী অঞ্চল বেহা-বেপাৰ আৰু বাণিজ্যৰ কেন্দ্ৰস্বৰূপ আছিল। সেই সূত্ৰে সুখ্যাত আধুনিক নগৰ হিচাপে গঢ়ি উঠিছিল। এই অঞ্চললৈ বিশেষতঃ বাণিজ্য আৰু চাকৰি তথা জীৱিকাৰ সন্ধানত অসমৰ বাহিৰৰপৰা লগতে দক্ষিণ কামৰূপ ভিন্ন অন্য অঞ্চলৰপৰা অনেক লোক ইয়ালৈ আহে। এই লোকসকলৰ অধিকাংশই এই অঞ্চলটিৰ বিপদৰ সময়ত ধনৰ টোপোলা লৈ এই অঞ্চল এৰি স্ব-স্থানলৈ যোৱা নাছিল। বৰং এই অঞ্চলৰ স্বকীয় ভাষা, সংস্কৃতি, আচাৰ-ব্যৱহাৰ আয়ত্ত কৰি তাৰ লগত মিলি গৈ বৃহত্তৰ দক্ষিণ কামৰূপ অঞ্চলৰ জনজীৱনৰ লগত মিলি গৈছিল। এতিয়াও এই প্ৰৱাহ অঞ্চলটিত অব্যাহত আছে। ব্ৰহ্মপুত্ৰৰ বিধ্বংসী বানপানীত বিপৰ্যস্ত হোৱা মাৰোৱাৰী সম্প্ৰদায়ৰ লোকসকলে এই অঞ্চলৰপৰা নাতিদূৰৰ বিজয়নগৰত নকৈ সংস্থাপিত হৈছে। থলুৱা ভাষা-কৃষ্টি আয়ত্ত কৰি অঞ্চলটিৰ সামগ্ৰিক বিকাশ উন্নয়নত যথাসাধ্য সহায় সহযোগ আগবঢ়োৱাৰ অনেক উদাহৰণ দক্ষিণ কামৰূপ অঞ্চলটিৰ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানে দাঙি ধৰে। আৰ, বি, হাইস্কুল ইয়াৰ জ্বলন্ত উদাহৰণ। থলুৱা ভাষা-কৃষ্টি আয়ত্তৰ অন্তৰালত ব্যৱসায় স্বাৰ্থ থাকিলেও অথবা নিজ ধৰ্ম-সংস্কৃতিক নিজৰ মাজত পালন কৰি থাকিলেও এওঁলোকৰ মাজত দক্ষিণ কামৰূপী চেতনা এটি আছে। সেই চেতনাৰ প্ৰবাহ নিশ্চয় এতিয়াও সজীৱ ৰূপত জীয়াই আছে। ইয়াৰ বাহিৰেও বঙালী, বিহাৰী, মণিপুৰী, পাঞ্জাৱী সম্প্ৰদায়ৰো তেনে লোক আছে। তেনেদৰে, দক্ষিণ কামৰূপ ভিন্ন অসমৰ বিভিন্ন অঞ্চলৰ লোক বৃটিছৰ অসম অধিকাৰ আৰু প্ৰশাসনীয় সংস্কাৰৰ ফলস্বৰূপে নানা পদত অধিষ্ঠিত হোৱা লোক চাকৰি সূত্ৰে পলাশবাৰী অঞ্চললৈ আহিছিল। বৃটিছ শাসনৰ সমাপ্তি আৰু স্বাধীন ভাৰতৰ প্ৰশাসনীয় ব্যৱস্থাৰ ফলস্বৰূপে আজিও গুৱাহাটী মহানগৰীৰ উপকণ্ঠ হোৱা বাবে পলাশবাৰীৰপৰা দক্ষিণে অৱস্থিত মিৰ্জালৈ নতুনকৈ লোক আহি আছে। ইয়াৰ বাহিৰে কাঠ, এৰী তথা অন্যান্য ব্যৱসায় আৰু জীৱিকাৰ সন্ধানত পলাশবাৰী অঞ্চললৈ অতীতৰপৰা অনেক লোক আহিছিল। গুৱাহাটীৰ দাঁতি-কাষৰতে এখন আধুনিক চহৰৰ জন্ম দিছিল। দক্ষিণ কামৰূপ ভিন্ন অসমৰ বিভিন্ন লোকৰ ভিতৰত বৃটিছৰ প্ৰশাসনীয় সংস্কাৰৰ ফলস্বৰূপে এই অঞ্চললৈ অহা বৰপেটা অঞ্চলৰ গোবিন্দৰাম চৌধুৰী পৰিয়ালৰ এক ভূমিকা যে আছিল তাক এই অঞ্চলৰ ইতিহাসে প্ৰমাণ কৰে। গোবিন্দৰাম চৌধুৰীৰ সুযোগ্য সন্তান শ্যামলাল চৌধুৰী। এখেতেও পলাশবাৰী অঞ্চলৰ সামগ্ৰিক বিকাশ আৰু উন্নয়ণেৰে এই অঞ্চলৰ ইতিহাসৰ 'সময় বালি'ত স্মৰণীয় খোজ ৰাখি থৈ গৈছে। এই অঞ্চলৰ অনেক লেখা-মেলাত নানা লোকৰ জীৱন আৰু কীৰ্তি আলোচিত হৈছে। কিন্তু এইগৰাকী লোকৰ বিষয়ে তেনে আলোচনা হোৱা নাই। এইগৰাকী ব্যক্তিক লৈ আমি অঞ্চলবাসীয়ে গৌৰৱ কৰাৰ থল আছে।

সকলো ব্যক্তিৰে ব্যক্তিত্ব আৰু প্ৰভাৱ সৃষ্টিকাৰী শক্তিৰ অন্তৰালত একোটা পশ্চাৎপট থাকে। শ্যামলাল চৌধুৰীৰো আছিল। এওঁৰ পূৰ্বপুৰুষৰপৰা পিতৃলৈ মূল স্থান আছিল বৰপেটা। কোচৰাজ্যৰ ৰজা মহাৰাজ নৰনাৰায়ণৰ দিনত তেওঁৰ ৰাজ্যলৈ চৰ্দাৰ হিচাপে অহা

ৰাজস্থানী বিজয় সিঙে অসমীয়া ছোৱালী বিয়া কৰাই শংকৰদেৱত শৰণ লৈ মৰল উপাধি গ্ৰহণ কৰে। এওঁৰ নাতি খীৰা মৰলৰ পুত্ৰ মাধৱ মৰলৰ ঘৰত মাধৱদেৱে 'গুৰুবাক্যৰে ৰত্নাৱলী শ্লোক ভাঙ্গি পদ' কৰাৰ কথা 'কথাগুৰু চৰিত'ত উল্লেখ আছে।[১] মাধৱ মৰলৰ পুত্ৰৰ পিছৰপৰা এওঁলোকে 'চৌধুৰী' উপাধি নামৰ লগত লিখিবলৈ লয়। চৌধাৰী, চৌধুৰী এটা খিতাপ, কামৰূপৰ ভদ্ৰলোকৰ এটা উপাধি।[২] এই বংশৰ একাদশ পুৰুষ গোবিন্দৰাম চৌধুৰীয়ে প্ৰথমে ৰাণী অঞ্চলত তহচীলদাৰৰ বাব লৈ ধাৰাপুৰত থাকিবলৈ লয়, তাতেই ১৮৫৯ চনত শ্যামলাল চৌধুৰীৰ জন্ম হয়। পিতৃয়ে ১৮৭১ চনত পলাশবাৰীৰ চহচীলদাৰ হয়। গোবিন্দৰাম চৌধুৰী শিক্ষিত, পঢ়াশুনা কৰা লোক আছিল, তৎকালীন সময়ৰ বঙালী, অসমীয়া আলোচনী বাতৰিৰ নিয়মীয়া গ্ৰাহক আছিল। আনন্দৰাম ঢেকিয়াল ফুকনৰ 'আইন ও ব্যৱস্থা সংগ্ৰহ' নামৰ পুথিখনিৰ লগত কিদৰে জড়িত আছিল সেই কথা গুণাভিৰাম বৰুৱাই লিখা প্ৰথম অসমীয়া আধুনিক জীৱনী 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত'ত ইয়াৰ উল্লেখ পোৱা যায়।[৩] লক্ষ্মীনাথ বেজবৰুৱাই 'মোৰ জীৱন সোঁৱৰণ'ত উল্লেখ কৰা মতে, গোবিন্দৰাম চৌধুৰী 'হেজাৰৰ ভিতৰত চকুত পৰা চেহেৰাৰ লোক আছিল।'[৪] বেজবৰুৱাই সেই পুথিতে উল্লেখ কৰা তিথিৰাম বায়নৰ যাত্ৰাদলৰ বাবে গোবিন্দৰাম চৌধুৰীয়ে বাংলা ভাষাত দুখন নাট ৰচনা কৰিছিল, ইয়াৰ বাহিৰেও বাংলা ভাষাৰ পৰা স্ত্ৰীৰোগ সম্পৰ্কীয় পুথি 'সুতিকা পতল' অসমীয়ালৈ অনুবাদ কৰিছিল। এনে এক বিদ্বান, সংস্কৃতিসম্পন্ন পৰিয়ালত জন্মগ্ৰহণ কৰা হেতুকে শ্যামলাল চৌধুৰীৰো কৰ্মময় জীৱন বৰ্ণময় আৰু বৈচিত্ৰ্যৰে পৰিপূৰ্ণ হোৱাত সহায় কৰিছিল বুলি অনুমান কৰিব পাৰি। বৰং কোনো কোনো ক্ষেত্ৰত সফল নহ'লেও চিন্তাধাৰা যথেষ্ট আধুনিক আৰু আগবঢ়া আছিল। মুঠতে তৎকালীন সময়ৰ সামাজিক, অৰ্থনৈতিক, সাংস্কৃতিক, ৰাজনৈতিক, সাহিত্য ক্ষেত্ৰত, শৈক্ষিক দিশত, পুৰণি পুথিৰ উদ্ধাৰ আৰু সংগ্ৰহ, সম্পাদনা আদিৰ উপৰি শ্যামলাল চৌধুৰীৰ চিকাৰপ্ৰীতি, প্ৰকৃতিপ্ৰীতি তথা এই অঞ্চলৰ জালুকবাৰীত চাহবাগিছা প্ৰতিষ্ঠা আদিয়ে তেখেতৰ ব্যক্তিত্বৰ অন্তৰালত থকা চিন্তাধাৰা আৰু প্ৰতিভাৰ উমান দিয়ে। এনে এক ব্যক্তিত্বৰ চিন্তাধাৰা আৰু প্ৰতিভাই এই অঞ্চলৰ বিকাশ আৰু উন্নয়নত কেনেদৰে সহায় কৰিছিল তথা অসমৰ জাতীয় জীৱনলৈ এই অঞ্চলৰপৰা কেনে অৱদান আগবঢ়াইছিল তাক দাঙি ধৰাৰ বিনম্ৰ প্ৰয়াসেই এই লিখনীৰ ঘাই উদ্দেশ্য।

বৃটিছৰ নতুন ভূমি বন্দোৱস্তি ব্যৱস্থাত খাজনা আদায় কৰাৰ সুবিধাৰ কাৰণে প্ৰতিখন জিলাক কিছুমান মৌজা বা পৰগণাত ভাগ কৰি একো একোজন ব্যক্তিৰ দায়িত্বত দিয়া হৈছিল। কামৰূপ, গোৱালপাৰা আদি জিলাৰ পৰগণাৰ দায়িত্বত থকা জনক চৌধুৰী বুলিছিল।[৫] পিছত সমগ্ৰ অসম উপত্যকাত একোটা ব্যৱস্থা প্ৰৱৰ্তন কৰি খাজনা আদায়ৰ দায়িত্বত থকাজনক মৌজাদাৰ উপাধিৰে জনাজাত হৈছিল।[৬] তাৰ আগত কিন্তু তহচীলদাৰ খিতাপহে আছিল। হেমকোষ অভিধানত এই শব্দৰ অৰ্থ এনেদৰে দিয়া হৈছে— 'তহচীলৰ পৰা খাজানা তোলা বিষয়া; A collection of revenues.।' A. J. Moffat Mills-ৰ "Report of the Province of Assam" পুথিত ১৮৪৭ চনৰপৰা ১৮৫৩ চনলৈ দিয়া বিৱৰণ মতে ছয়ানী, দক্ষিণ সৰুবংশৰ, পূব পশ্চিম ছমৰীয়া, বেকেলি, ৰাণী, ৰাজাখাট বৰদুৱাৰ, মাটিয়াখাৰ, ময়ুৰপুৰ (Moyrapur), ভোলাগাঁও, পাণ্টান, ছয়গাঁও, বনগাঁও, বকো, লুকি, ৰামছা (ৰামচাৰাণী) আদি পৰগণা তথা তহচীলদাৰসকলৰ নাম সবিস্তৰে উল্লেখ থকাৰ উপৰিও প্ৰতিখন পৰগণাৰ অন্তৰ্গত গাঁৱৰ সংখ্যা আদিৰ বিৱৰণ পোৱা যায়।[৭] ১৮৭১ চনত গোবিন্দৰাম চৌধাৰী ছয়ানী পৰগণাৰ তহচিলদাৰ হৈ থকাৰ সময়ত শ্যামলাল চৌধুৰীয়ে প্ৰাথমিক শিক্ষা শেষ কৰি গুৱাহাটীৰ ইংলিচ চেমিনাৰী স্কুলত অৰ্থাৎ এতিয়াৰ কটন কলেজিয়েট হাইস্কুলত পঢ়িবলৈ লৈছিল। প্ৰবল মঞ্চ অভিনয়ৰ নিচাৰ বাবে মূৰকত এট্ৰেন্স পৰীক্ষা দিয়া নহ'ল।[৮] দেউতাকে পুত্ৰৰ পঢ়াৰ মতি-গতিয়ে আনফালে ঢাল খোৱাত কামত লগাই দিয়াৰ সিদ্ধান্ত কৰাত শ্যামলাল চৌধুৰীৰ শিক্ষা জীৱনৰ ইয়াতে অন্ত পৰে। তৎকালীন সময়ত অৱশ্যে এই শিক্ষাৰে শিক্ষিত এগৰাকী ব্যক্তিক শিক্ষিত লোক হিচাপেই অভিহিত কৰা হৈছিল আৰু উচ্চ পদত চৰকাৰী চাকৰি কৰাৰ বাবে যোগ্য হিচাপে বিবেচিত হৈছিল।

আনুমানিক ১৮৮০ চন মানত শ্যামলাল চৌধুৰীয়ে



বিজনিৰ ৰজাৰ নায়েবৰ চাকৰিত যোগদান কৰে। সেই মতে দলগোমাত কাৰ্যালয় পাতি থাকিবলৈ লয়। কিন্তু ৰাজ অন্তৰ্কন্দলত জড়িত হৈ শ্যামলাল চৌধুৰী নৰহত্যাৰ অপৰাধত অভিযুক্ত হয়। এই কথা চৌধুৰীৰ পুত্ৰ প্ৰসন্নলাল চৌধুৰীয়ে নিৰ্ভীকভাৱে উল্লেখ কৰিছে।[৯] গোবিন্দৰাম চৌধুৰী সু পৰামৰ্শ আৰু ইংৰাজ জুৰিৰ বিচাৰত শ্যামলাল মুক্ত হয়। পুত্ৰক পুনৰ দক্ষিণ কামৰূপ অঞ্চললৈ লৈ আহে। এইবাৰ অসমীয়া সদাগৰ ভোলানাথ বৰুৱাৰ সান্নিধ্যলৈ আহে। সেই সময়ত ভোলানাথ বৰুৱাই কাঠৰ ব্যৱসায় সংক্ৰান্তত দক্ষিণ কামৰূপ অঞ্চলৰ বিভিন্ন ঠাইত ঘূৰাপকা কৰিছিল। অৱশেষত ভোলাৰাম বৰুৱাৰ ভাগিন মহিধৰ বৰাৰ লগত বিশেষকৈ সৰিয়হ কিনা-বেচা কাৰবাৰত লাগে। তাতো শ্যামলাল চৌধুৰী সফল নহ'ল। শ্যামলালৰ মানসিক সত্তাত এক স্বাধীন মনোভাৱ তথা জাতিৰ হকে জাতীয় দায়িত্ব পালন কৰা কামৰ প্ৰতি থকা প্ৰবল হাবিয়াসে, এনেবোৰ সীমাবদ্ধ কামত বিফল হোৱাৰ সম্ভৱতঃ মূল কাৰণ আছিল। দ্বিতীয়তে এটা কামতে মনপুতি লাগি থকা স্বভাৱৰ মানুহ শ্যামলাল নাছিল। জালুকবাৰীৰ পাহাৰত চাহ বাগিছা পতাৰ সিদ্ধান্ত লৈ বাগিছাৰ কামত কিছুদিন মন দিয়াৰ পিছত তাক আধাতে এৰি হাতীৰ মহল লৈ হাতী ধৰা, হাতী কিনা-বেচা কাৰবাৰত লগাত বাগিছাৰ বাবে টকা নোহোৱা হৈ সকলোফালে লোকচান হয়।[১০] শ্যামলাল চৌধুৰীয়ে অৱশেষত পিতৃৰ আদেশ মতে 'ৰামছা' পৰগণাৰ তহচীলদাৰ হয়। ১৮৯৬ চনত পিতৃৰ মৃত্যুৰ পিছত ছয়ানীৰ তহচীলদাৰ হয়। বৃটিছৰ নতুন প্ৰশাসনীয় সংস্কাৰৰ ফলস্বৰূপে তহচীলবোৰ উঠি যোৱাত ছয়গাঁৱত মাটিৰ হাকিম হিচাপে কাৰ্যনিৰ্বাহ কৰে। পলাশবাৰীৰ তহচিলদাৰ হৈ থকা সময়তে পলাশবাৰীত মাটি-বাৰী কিনি স্থায়ীভাৱে থাকিবলৈ লয়। প্ৰসন্নলাল চৌধুৰীৰ তেতিয়া চতুৰ্থ সন্তান হিচাপে পলাশবাৰী জন্মগ্ৰহণ[১১] কৰালৈ চালে তেখেতৰ বিবাহ ১৮৮০ চনৰপৰা ১৮৮৫ চনত হোৱা বুলি অনুমান কৰিব পাৰি। প্ৰমিলাৰাণী চৌধুৰী তেখেতৰ পত্নীৰ নাম আছিল। সেই সময়তে উজনিৰ ভাষাৰ দৰে সহজবোধ্য ভাষা ক'ব পৰা[১২] ক্ষমতা আছিল বুলি বোৱাৰী পুণ্যপ্ৰভা চৌধুৰীয়ে উল্লেখ কৰা কথাৰপৰা অনুমান কৰিব পাৰি তেখেত শিক্ষিত আৰু সম্ভ্ৰান্ত ঘৰৰ ছোৱালী আছিল।

পলাশবাৰী অঞ্চলত থাকিবলৈ লোৱা সময়ৰপৰা অঞ্চলটিৰ বিভিন্ন দিশত উন্নতিৰ বাবে আত্মনিয়োগ কৰিছিল। ১৮৯৬ চনৰ আগলৈ অঞ্চলটিত একমাত্ৰ সদিলাপুৰতহে এখন প্ৰাথমিক বিদ্যালয় আছিল। শ্যামলাল চৌধুৰীৰ যত্নত পলাশবাৰীত এখন উচ্চ প্ৰাথমিক বিদ্যালয় হয়, কালক্ৰমত সেই স্কুলখনেই মাইনৰ স্কুললৈ উন্নীত হয়, গোলাঘাটৰ জগৎ গোস্বামী, তাৰ পিছত প্ৰদীপ চলিহাৰ পিতৃ টংকেশ্বৰ চলিহাই এই স্কুলৰ প্ৰধান শিক্ষকৰ পদ অলংকৃত কৰে। স্কুলখনৰ উন্নতিৰ বাবে ১৯০৫ চনৰ আগষ্ট মাহৰ ১৩ তাৰিখে শ্যামলাল চৌধুৰীলৈ সেই সময়ৰ শ্বিলঙৰ D.P.I. অফিচৰপৰা জগত চন্দ্ৰ গোস্বামীয়ে লিখা ব্যক্তিগত পত্ৰত ইয়াৰ উল্লেখ এনেদৰে আছে— 'পলাশবাড়ি স্কুলখন লোকেল বোৰ্ড কৰি কালি ইয়াৰ D.P.I. অফিচৰপৰা কাগজ-পত্ৰ তাৰ চেয়াৰমেন চাহাবলৈ গৈছে— নতুন নিয়মমতে F.A. 'পাচ হেডমাষ্টৰ আৰু Entrance পাঁচ চেকেণ্ড মাষ্টৰ ৰাখিবৰ হুকুম। বুথ চাহাবে সেই স্কুল চাই শ্ৰীমান টংকেশ্বৰ চলিহাক তাতে ৰাখিম বুলি কৈছিল, কিন্তু সেই বিষয়ে অফিছত একো লেখি থৈ নগ'ল— এতিয়া বৰ্তমান অস্থায়ীৰূপে থকা D.P.I.য়ে অন্য স্কুলৰ দৰে সেই স্কুলৰ মাষ্টৰ ৰাখিবলৈ কাগজ পত্ৰ পঠিয়াইছে। মই ইয়াৰ অফিছত চলিহাক ৰাখিবৰ কাৰণে যত্ন কৰিছিলোঁ পিছে D.P.I. য়ে একো নেলেখিলে। চেয়াৰমেনে উপযুক্তভাৱে যদি ৰখাব পাৰে বুলি ক'লে। এতিয়া আপুনি পাৰে যদি তেওঁক ৰখাবলৈ চেষ্টা কৰিব। F.A. পাছ কৰা নতুন মানুহ এজন আহি তেওঁৰ দৰে কাম চলাব নোৱাৰিব। চেষ্টা কৰি দেখিব নহ'লে কি কৰিব। আৰু এই বিষয়ে কি কৰিব পাৰে মোক জানিবলৈ দিলে বৰ ভাল পাম।'[১৩] 'শ্ৰদ্ধাষ্পদেষু'ৰে' আৰম্ভ হোৱা চিঠিখনি 'মৰমৰ' শ্ৰীজগত চন্দ্ৰ গোস্বামীৰে শেষ হৈছে। চিঠিখনিৰ এইটো দ্বিতীয় দফা, প্ৰথম দফাত তহচীল সম্পৰ্কীয় তথা ঘৰুৱা খা-খবৰ আছে। এই চিঠিখনি ইতিপূৰ্বে শ্যামলাল চৌধুৰীয়ে প্ৰেৰণ কৰা দুখন চিঠিৰ পিছত দিয়া উত্তৰ আছিল। স্কুলখনিৰ কাৰণে শ্যামলাল চৌধুৰীয়ে কৰা যত্নৰ এয়া অন্যতম নিদৰ্শন।

পলাশবাৰী অঞ্চলত কলা সংস্কৃতিৰ জগতখনিৰ



লগত শ্যামলালৰ সু-সম্পৰ্ক আছিল। বিশেষকৈ নাটক অভিনয়ৰ প্ৰবল নিচাৰ বাবে এন্ট্ৰেন্স পৰীক্ষা দিয়া নহ'ল যে সেই কথা ইতিপূৰ্বে উল্লেখ কৰা হৈছে। কিন্তু শ্যামলাল চৌধুৰীৰ বিষয়ে অসম সাহিত্য সভাৰ অষ্টবিংশ অধিবেশনৰ স্মৃতিগ্ৰন্থ, অতুল চন্দ্ৰ হাজৰিকাৰ 'মঞ্চলেখা' আদি পুথিত শ্যামলাল চৌধুৰীৰ নাম অথবা অৱদানৰ বিষয়ে উল্লেখ নাই,[১৪] পৰৱৰ্তী কালত প্ৰকাশিত 'দখিণকোল'ত এখেতৰ নাম চকুত পৰা নাই। প্ৰথমতে অঞ্চলটিত অস্থায়ী মঞ্চ সাজি বঙলা নাটৰ অভিনয়হে চলিছিল। পৰৱৰ্তী কালত 'বঙলাৰ পৰা অসমীয়ালৈ অনুবাদ কৰা নাটক অভিনীত হৈছিল। ইয়াৰ পিছত অসমীয়া নাট 'সাবিত্ৰী সত্যবান', 'অভিমন্যু বধ', 'মেঘনাদ বধ', 'দুৰ্যোধনৰ উৰুভংগ' আদি নাটৰ অভিনয় চলিছিল। অভিনেতাসকলৰ ভিতৰত বঙালী আৰু অসমীয়া ভদ্ৰলোক আছিল। শ্যামলাল চৌধুৰীয়ে অঞ্চলটিত বিশেষকৈ নাটকৰ ক্ষেত্ৰত কেনে উদ্যোগ লৈছিল, তাৰ বিষয়ে প্ৰসন্নলাল চৌধুৰীয়ে কেনে বৰ্ণনা দিছে তাৰপৰা সহজে অনুমান কৰিব পাৰি— 'থিয়েটাৰৰ সুবিধাৰ কাৰণে শ্যামলালে অভিনয়প্ৰেমী বিভিন্ন লোকক চাকৰিয়াল হ'লে বদলি কৰি পলাশবাৰীলৈ অনাইছিল পৰিকল্পিতভাৱে। এই উদ্দেশ্যে সোণাপুৰৰপৰা মাজিৰগাঁৱৰ নৰনাথ শৰ্মা ঠাকুৰক পলাশবাৰীলৈ বদলি কৰি আনিছিল।... 'দুৰ্যোধনৰ উৰুভংগ'ত তেওঁ ভীমৰ ভাও আৰু ভোলানাথ দাসে দুৰ্যোধনৰ ভাও লৈছিল। শ্যামলালে এই অভিনয়বোৰত তেওঁৰ নিজা অৰগেণ বা কণচাৰ্ট বজাই সংগীত সেৱা কৰিছিল।... গুৱাহাটীলৈ গৈ 'প্ৰকাশ' নামে চিলঠীয়া নাপিতৰ পৰা এছৰাজ এটা লৈ ঘৰ পালেহি, লগতে এছৰাজ শিক্ষা নামৰ কিতাপ এখন লৈ এছৰাজ চৰ্চাৰ আখৰা চলাইছিল।'[১৫] ইয়াৰ বাহিৰেও অশ্ৰুমতী নাটকত প্ৰতাপ সিংহৰ ভূমিকাত অৱতীৰ্ণ হৈছিল মানসিংহৰ ভূমিকাত জানকীনাথ ফয়চলা নবীশ, অশ্ৰুমতীৰ ভাওত পলাশবাৰীৰ কালাৰাম, চেলিমৰ ভাওত মাইনৰ স্কুলৰ প্ৰধান শিক্ষক টংকেশ্বৰ চলিহাই অভিনয় কৰিছিল।[১৬] শ্যামলাল চৌধুৰী মুখ্যত উৎসাহী উদ্যোক্তা, সংগীত ব্যৱস্থাপক আৰু সময়ত অভিনেতা হিচাপে অভিনয় কৰিছিল।

সাধাৰণ লোকৰ বিশেষকৈ দোকানী-পোহাৰীৰ আশ্ৰয়ৰ বাবে শ্যামলাল চৌধুৰীয়ে লোকেল বোৰ্ডৰ সৈতে আলোচনা কৰি পলাশবাৰীৰ হাটখোলাখনৰ মাজৰে বাট এটি কৰি দুকাষে দুশাৰী সৰু সৰু টিনৰ ঘৰ সজাই দিছিল।[১৭.ক] ফলত বতাহ-বৰষুণৰপৰা দোকানী-পোহাৰীবোৰে ৰক্ষা পাইছিল। দক্ষিণ কামৰূপ অঞ্চলৰ এৰী মুগা কাপোৰৰ ঐতিহ্যক শ্যামলাল চৌধুৰীয়ে সদায় গুৰুত্ব আৰোপ কৰিছিল। আনকি ইংৰাজ চাহাবলৈ দিয়া উপহাৰৰ মাজেৰে তাৰ গুৰুত্ব আৰু সাংস্কৃতিক ঐতিহ্যৰ দৃষ্টি আকৰ্ষণ কৰিছিল। এই প্ৰসংগত অসমহিতৈষী বিদেশী চাহাব, অসমৰ এচিষ্টেণ্ট কমিচনাৰ, কমিচনাৰ চিফ কমিচনাৰ, পি, টি, আৰ্ গৰ্ডনে শ্যামলাল চৌধুৰীলৈ লিখা পত্ৰত এই বিষয়ে উল্লেখ পোৱা যায়, লগতে শ্যামলাল চৌধুৰীৰ লগত কেনেধৰণৰ ঘনিষ্ঠ সম্পৰ্ক আছিল তাৰ আভাসো পোৱা যায়। চিলঙৰ পৰা ১৯০৩ চনৰ ২৪ আগষ্টত শ্যামলাললৈ প্ৰেৰণ কৰা চিঠিৰ কিয়দংশ উল্লেখ কৰিলেই এই কথা স্পষ্ট হৈ পৰিব— "captain Rathson wishes to send some good Assam Eri Kapur to a friend of his in the Punjab. Will you please get two good pieces for captain Rathson and send them by value payable post to capt. Cold stream, Assistant Comissioner, Rawalpindi punjab.[১৭.খ] 'Dear Shyam Babu' ৰে আৰম্ভ হোৱা চিঠিখন 'Yours truly, S/d P.R. Gurdon'ৰে শেষ হোৱা চিঠিখনিত কেপ্টেইন ৰাথচনে তেওঁৰ বন্ধু পঞ্জাবৰ এচিষ্টেণ্ট কমিচনাৰ কোল্ড ষ্ট্ৰিমক দুখন এৰী কাপোৰ দিবলৈ ইচ্ছা কৰি পি, আৰ্, গৰ্ডনক জনাইছে। গৰ্ডনে দক্ষিণ কামৰূপ অঞ্চলৰ শ্যামবাবুক এই কামটি কৰি দিয়াৰ বাবে দায়িত্ব দিছে। এনে এক অনুৰোধ কৰাৰ অন্তৰালত পি, আৰ, গৰ্ডনক ইতিপূৰ্বে শ্যামবাবুৱে এনে বস্ত্ৰ দিছিল বুলি অনুমান কৰিব পাৰি, লগতে সেই কাপোৰৰ অসমত কেনে গুৰুত্ব, তাৎপৰ্য ভালদৰে শ্যামলালৰ পৰা জানিব পাৰিছিল। দক্ষিণ কামৰূপ অঞ্চলৰ এৰী চাদৰৰ ইতিহাসত এই কথা নিঃসন্দেহে তাৎপৰ্যপূৰ্ণ কথা হিচাপে বিবেচিত হোৱাৰ যোগ্য। চিঠিখনিৰ শেষভাগত শ্ৰীমতী গৰ্ডন আৰু তেখেতৰ ভাল সৰু ল'ৰাটি এমাহে অসুখত ভূগি থকাৰ ব্যক্তিগত খবৰ জনাইছে।





শ্যামলাল চৌধুৰী এগৰাকী প্ৰখ্যাত চিকাৰী আছিল, আনফালে প্ৰকৃতিপ্ৰিয় লোক আছিল। গুৱাহাটীৰ বিখ্যাত বন্দুক ব্যৱসায়ী খলিলুৰ ৰহমানৰ লগত ঘনিষ্ঠ বন্ধুত্ব আছিল। গুৱাহাটীৰ ডি, এল, আৰ, শুভেন্দু গোস্বামী, শৰৎ বসু দাৰোগাই ৰাণী পাহাৰলৈ চিকাৰৰ উদ্দেশ্যে অহাত শ্যামলালক সংগী হিচাপে লৈ গৈছিল। চিকাৰত বাঘে হাতীৰ কপালত কামোৰ মাৰি মাউতক আক্ৰমণ কৰা অৱস্থাত, গোস্বামীৰ বন্দুক হাতৰপৰা ভয়ত পিছলি পৰিল, দাৰোগা ভয়ত কিংকৰ্তব্য বিমোৰ অৱস্থাত পৰাত শ্যামলালে বাঘটোক মুহূৰ্ততে মাৰি পেলাইছিল।[১৮.ক] তেনেদৰে শুৱালকুছি অঞ্চলতো এটা হাতীয়ে বলিয়ালী কৰাত তেওঁ গৈ হাতীটোক গুলিয়াই মাৰিছিল আৰু ৰাইজক ত্ৰাসৰপৰা মুক্ত কৰে। কিন্তু পলাশবাৰীৰ ঘৰৰ চোতালৰ কাষত থকা বৃহৎ গছজোপাত বাঁহ লোৱা কোনো এটা চৰাইলৈ তেওঁ কোনোদিনে বন্দুক চলোৱা নাছিল, নাইবা কাকো চলাবলৈ নিদিছিল। প্ৰসন্নলাল চৌধুৰীয়ে দিয়া বিৱৰণ মতে সিহঁত শ্যামলালৰ মতে 'আত্মৰক্ষা কৰিব নোৱাৰা অসহায় প্ৰাণী'[১৮.খ] আছিল।

অসমীয়া ভাষা সাহিত্যৰ চৰ্চাৰ ক্ষেত্ৰত শ্যামলালৰ উৎসাহ, একাগ্ৰতা, সাধনা আন সকলো দিশতকৈ অধিক উজ্জ্বল আছিল। ওপৰত উল্লেখ কৰা বাকী দিশবোৰ বাদ দিলেও একমাত্ৰ তেখেতৰ অসমীয়া ভাষা সাহিত্যৰ প্ৰতি যি প্ৰীতি, যত্ন, অধ্যৱসায় আছিল সেয়াই ব্যক্তিত্বক মহান কৰাৰ বাবে যথেষ্ট হ'লেহেঁতেন। কিন্তু তেখেতৰ স্বনামধন্য পুত্ৰ প্ৰসন্নলাল চৌধুৰীৰ বাহিৰে কোনো এখন সাহিত্যৰ বুৰঞ্জীত তেখেতৰ বিষয়ে আলোচিত হোৱা নাই। একমাত্ৰ হেমচন্দ্ৰ গোস্বামীদেৱে "Descriptive cataloguke of Assamese manuscripts" পুথিত শ্যামলাল চৌধুৰীয়ে সংগ্ৰহ কৰি দিয়া পুথিৰ অসমীয়া তালিকাত নাম আছে। মুঠ ১৫৬ খন কিতাপৰ ভিতৰত শ্যামলাল চৌধুৰীয়ে যথাক্ৰমে ৮৫, ৮৭, ৮৮, ৮৩, ৮৪, ৯৭, ১০০, ১২১, ১২২, ১৩২ নম্বৰ সংখ্যক পুথিকেইখন সংগ্ৰহ কৰি দিয়া বুলি হেমচন্দ্ৰ গোস্বামীয়ে উল্লেখ কৰিছে।[১৯] এই কাৰ্যত চৌধুৰীৰ সহধৰ্মিণী প্ৰমিলাৰাণী চৌধুৰীয়ে সহায় কৰাৰ কথাৰ উল্লেখ আছে।[২০] বিশেষকৈ গোবিন্দ মিশ্ৰৰ শ্ৰীকৃষ্ণ গীতা, মহাভাৰতৰ ভীষ্মপৰ্ব, বিৰাটপৰ্ব, শৈলপৰ্ব, স্বৰ্গাৰোহণপৰ্ব, মণিচন্দ্ৰ ঘোষৰ বৰ্ণপৰ্ব, ৰামায়ণৰ অৰণ্যকাণ্ড, কিষ্কিন্ধাকাণ্ড, শংকৰচৰিত আদি উল্লেখযোগ্য সাঁচিপতীয়া পুথিসমূহ শ্যামলাল চৌধুৰীয়ে হেমচন্দ্ৰ গোস্বামীক সংগ্ৰহ কৰি দিয়ে। ইয়াৰ ভিতৰত দক্ষিণ কামৰূপ অঞ্চলৰ গোসাঁইসকলৰ ঘৰৰপৰা পুৰণি পুথি কেবাখনো সংগ্ৰহ কৰিছিল।[২১]

ৰাম সৰস্বতীয়ে মহাভাৰতৰ বনপৰ্বৰ আধাৰত ৰচনা কৰা অনুপম সাহিত্য বধকাব্য কেইখনমান শ্যামলালে সংগ্ৰহ কৰি আনি ১৯০০ চনতেই নিজে সম্পাদনা কৰি প্ৰকাশ কৰাৰ লগতে পাতনি এখনো লিখে। 'খটাসুৰ বধ', 'কুৰ্মৱলীৰ যুদ্ধ', 'অশ্বকৰ্ণ বধ' আৰু 'জংঘাসুৰৰ যুদ্ধ' প্ৰকাশ কৰিছিল। কিতাপখনিৰ পাতনিস্বৰূপ 'আভাস'ত অসমীয়া ভাষা-সাহিত্য সম্পৰ্কে তেখেতৰ মত আৰু অভিমত পোৱা যায়। এই প্ৰসংগত 'আভাস'ত লিখা নিম্নলিখিত কথাখিনি উল্লেখযোগ্য— 'কামৰূপী ভাষাৰ ৰামায়ণ প্ৰকাশক শ্ৰীযুত ৰায় বাহাদুৰ মাধবচন্দ্ৰ বড়দলৈ বাহাদুৰৰ প্ৰকাশিত ৰামায়ণখন অসমীয়া ভাষাৰ ৰামায়ণ বুলি পাতনিত প্ৰকাশ কৰিছে। বাস্তৱিকেই ক'ব গ'লে ৰামায়ণখন অসমীয়া ভাষাৰ নহয়। কামৰূপী ভাষাৰ ৰামায়ণৰ পদকৰ্তাসকল কামৰূপীয় এই কথা ৰায়বাহাদুৰে স্বীকাৰ কৰিছে। তথাপি অসমীয়া ভাষাৰ ৰামায়ণ বুলি কিয় উল্লেখ কৰিছে আমি বুজিব নোৱাৰিলোঁ।... আজিকালি যাক অসমীয়া ভাষা বুলে ই প্ৰাচীন কামৰূপী ভাষাৰ নামান্তৰ মাত্ৰ।..."[২২]

—উল্লেখিত কথাংশত এক খেদ, আৰু এটি কামৰূপী ভাষিক চেতনা সুস্পষ্ট ৰূপত প্ৰকাশ পাইছে। অসমীয়া ভাষাৰ ইতিহাসত পুৰণি অসমীয়া সাহিত্যৰ ভাষা কামৰূপী আছিল; কামৰূপী উপভাষাই মান্য ভাষা আছিল। ১৮৪৬ চনৰপৰা 'অৰুণোদয়' প্ৰকাশৰ লগে লগে শিৱসাগৰ অঞ্চলৰ ভাষাই মান্য ভাষাৰ স্থান ক্ৰমান্বয়ে লাভ কৰে। বৰ্তমান আমি যি ভাষাত লিখিছোঁ, যি আধুনিক অসমীয়া ভাষা সেয়া শিৱসাগৰ অঞ্চলৰ উপভাষাৰ ওপৰত ভিত্তি কৰি গঢ় লৈ উঠা। এই খেদ আৰু একালৰ মান্য কামৰূপী উপভাষাৰ 'অচল্‌তি' দেখি ১৮৮৫ চনৰপৰা একাংশ কামৰূপী লোকে চিঠি-পত্ৰদ্বাৰা প্ৰতিবাদ কৰাও দেখা গৈছিল। ১৮৮৫ চনৰ আসামবন্ধু কাকতৰ ১০ম সংখ্যাত 'গ.চ' নে 'গ.ঢ' সংক্ষিপ্ত নামত প্ৰকাশিত

কামৰূপী পত্ৰত এনে এক ভাৱধাৰাই প্ৰকাশ পাইছে—"হওঁতে আমাৰ কামৰূপ একছনি সকলোদিকি ডাঙ্গৰ আছিল। এখান যেনবা আমাৰ নাও নুন্বা ধৰ্ছি।...। আমি কামৰূপী। আমাক তুহনা ঢেকেৰী বুলি হাঁহাঁহ। ...কাকা এই দেশত যিগুলা কাকাত আছেই আৰু আছিল সকলো তুহনা অসমীয়া কেইটাৰহে। আসাম নিউস, আসাম বন্ধু, আসাম বিলাসিনী, আসাম দৰ্পণ, আসাম মিহিৰ সকলোতে আসাম আসাম আমাৰ কামৰূপৰ নামে নাই।"[২৩] 'আসাম বন্ধু' কাকতৰ একত্ৰ সংকলক ড° নগেন শইকীয়াই স্থানীয় কথিত ৰূপৰ লিখিত নিদৰ্শন হিচাপে এই সৰু লেখাটিৰ বিশেষ মূল্য আছে বুলি কৈছে।[২৪] ড° শইকীয়াই নাম উদ্ধাৰ কৰিব নোৱাৰা গ.ঢ. (গ.চ?) সংক্ষিপ্ত নামক গুণাভিৰাম বৰুৱাৰ গৱেষক, ঊনবিংশ শতিকাৰ বিশিষ্ট আলোচক যোগেন্দ্ৰ নাৰায়ণ ভূঞাই 'গুণাভিৰাম ৰাম' বুলি অভিহিত কৰিছে। ঘাইকৈ গুৱাহাটীবাসী, আৰু ৰামনৱমী' নাটকৰ এটা দৃশ্যৰ সংলাপত কামৰূপী ভাষা ব্যৱহাৰ কৰাৰ ওপৰত ভিত্তি কৰি 'গুণাভিৰাম ঢেকেৰী' বুলি অভিহিত কৰিছে।[২৫] আমাৰ ধাৰণা ঊনবিংশ শতিকাৰ বিশিষ্ট লেখক, ব্যক্তিত্ব গোবিন্দ ৰায়চৌধুৰী হ'ব পাৰে, কাৰণ গ.চ নে গ.ঢ সেয়া একেবাৰে অস্পষ্ট। দ্বিতীয়তে পিতৃৰ এনে চেতনাৰদ্বাৰা প্ৰভাৱিত হৈ শ্যামলালে বধকাব্যৰ 'আভাস'ত একে আক্ষেপ প্ৰকাশ কৰিছে। সেই আক্ষেপ 'কামৰূপী পত্ৰ'ৰ প্ৰতিধ্বনি মাথোঁ। অসমীয়া ভাষাৰ বিকাশৰ ধাৰাৰ অধ্যয়নত কামৰূপী উপভাষাৰ অধ্যয়ন কিমান প্ৰয়োজন সেই সত্য বাণীকান্ত কাকতিৰ অসমীয়া ভাষাৰ গৱেষণা গ্ৰন্থই প্ৰমাণ কৰিছে। আনকি আধুনিক ভাষা বিজ্ঞানৰ মতে, কোনো এটা ভাষাৰ উপভাষাসমূহৰ অধ্যয়ন অবিহনে সেই ভাষাটো সম্পূৰ্ণ অধ্যয়ন নহয়।

কামৰূপী ভাষা-চেতনা তথা কামৰূপী জাতীয় চেতনাৰে প্ৰভাৱিত আৰু উৎসাহিত হৈ কামৰূপ অঞ্চলৰ হৰদত্ত, বীৰদত্তৰ জীৱন আৰু বিদ্ৰোহৰ পটভূমিত মৃত্যুৰ আগমুহূৰ্তত ঐতিহাসিক উপন্যাস ৰচনাৰ কাম হাতত লৈছিল। কিন্তু সেয়া সম্পূৰ্ণ হৈ নুঠিল।[২৬] অন্ততঃ বেজবৰুৱাৰ 'পদুমকুঁৱৰী' উপন্যাসৰ লগত এক তুলনামূলক আলোচনা হ'লহেঁতেন। বেজবৰুৱাৰ উপন্যাস প্ৰকাশৰ পিছৰ প্ৰতিক্ৰিয়া হিচাপে ইয়াক অভিহিত কৰিবপৰা গ'লহেঁতেন। ইয়াৰ বাহিৰে ১৮৯৭ চনৰ বৰভুইকঁপে বৰপেটা অঞ্চলত কি প্ৰলয় ঘটাইছিল তাৰ ওপৰত ভিত্তি কৰি পুৰণি পদছন্দত সৰু পুথি ৰচনা কৰিছিল। "পদপুথিখনিৰ সাহিত্যিক মূল্য নাথাকিলেও বৰ ভুইকঁপে সৃষ্টি কৰা দুৰ্ঘটনাসমূহৰ সৰস বৰ্ণনাই গোটেই পদখিনিকেই সুন্দৰ কৰি থৈছে।"[২৭] অপ্ৰকাশিত পুথিখনিৰ এফাকি উদ্ধৃত কৰি দিলে শ্যামলালৰ 'সৰসবৰ্ণনা' দক্ষতাৰ উমান পোৱা যায়—

"বৃদ্ধগণে বোলে বাপা কিবা ছোৱা আৰ।
আমাৰ দিনত এনে ঘটা নাই আৰ।।
ইটাৰ নিৰ্মিত বাটঘৰ ফাটি আছে।
উপৰৰ চুৰা ভাঙি ফাটি আছে।।
শিল গছ মাৰে যেন লঙ্কাত বানৰে।
সেই ৰূপে ইটাৰ স্তম্ভ সবে লৰে।।
মঠ, মণ্ডপ কীৰ্ত্তন ঘৰ মানে যত।
হালিছে ফাটিছে আৰু পৰি আছে কোত।।"

মৃত্যুৰ পূৰ্বে স্ত্ৰী চিকিৎসা বিষয়ক 'সুতিকা পতল'ক অনুসৰণ কৰি স্ত্ৰীশিক্ষা বিষয়ক পুথি এখনি আৰম্ভ শ্যামলাল চৌধুৰীয়ে কৰিছিল, কিন্তু সি অৰ্ধ অৱস্থাতে হেৰাই যায়।

তৎকালীন সময়ৰ আলোচনী বাতৰি কাকতৰ লগত শ্যামলাল চৌধুৰীৰ সু সম্পৰ্ক আছিল। তেখেত নিয়মীয়া পাঠক, কাকতৰ বাবে গ্ৰাহক সংগ্ৰাহক, কাকতৰ পত্ৰলেখক, প্ৰবন্ধ লেখক আছিল। এই কথা ২৮/১০/১৮৯৯ চনত কালিৰাম শৰ্মাই (বৰুৱা) শ্যামলাল চৌধুৰীলৈ প্ৰেৰণ কৰা ব্যক্তিগত পত্ৰ এখনিত পোৱা গৈছে। কালিৰাম বৰুৱা ১৮৯৪ চনৰপৰা ১৯০১ চনলৈ প্ৰকাশিত ইংৰাজী অসমীয়া সাপ্তাহিক কাকত 'আসাম'ৰ সম্পাদক আছিল। 'পৰম কল্যাণ বৰেষু'ৰে আৰম্ভ হোৱা আৰু 'তোমাৰ শুভ পাৰ্থী শ্ৰীকালিৰাম শৰ্ম্মা' নামেৰে সমাপ্ত হোৱা পত্ৰখনিত ওপৰত উল্লেখিত কথাসমূহৰ বিৱৰণ পোৱা যায়। সেই চিঠিখনিৰ কিয়দংশ উদ্ধৃত কৰিলে স্পষ্ট হৈ উঠিব— 'পদ্যখন ভাল হৈছে। শ্ৰীমান নবীন বাপাইও চাই ভাল বুলিছে। অহা 'আসাম'ত ই প্ৰকাশ পাব।... তুমি অলপ অনুগ্ৰহ কৰি কিছু পয়চা 'আসাম'ৰ নিমিত্তে তুলি নিদিলে নহয়। তোমাৰ ৰাজ্যৰ মঙ্গল ভাল মানুহক দেশৰ বাতৰি কাকত পঢ়া কৰিব লাগে।... কাৰো বিৰুদ্ধে নহ'লে আমি সকলো পত্ৰকে 'আসাম'ত ঠাই দিউ তুমি যে ঠাই নিদিয়া কথা শুনিছা সি মিছা।... তুমি এইদৰে প্ৰবন্ধ পঠাই থাকিলে আমি তাক হৰ্ষমনে ঠাই দি আছোঁ। আৰু দিম।"[২৯] ঊনবিংশ শতিকাৰ শেহাৰ্ধৰ এই কাকতখনিত শ্যামলাল চৌধুৰীৰ কি লিখনি প্ৰকাশ পাইছিল আমাৰ কষ্ট আৰু শ্ৰম সীমিত হোৱা হেতু উল্লেখ কৰিব পৰা নগ'ল। নন্দ তালুকদাৰৰ 'সংবাদ পত্ৰৰ ৰ'দ-কাঁচলিত অসমীয়া সাহিত্য' অথবা অসমৰ বাতৰি কাকত আলোচনীৰ ডেৰশ বছৰীয়া ইতিহাসত কালিৰাম বৰুৱা সম্পাদিত 'আসাম'ৰ বিষয়ে আনবোৰ কাকতৰ দৰে বিশেষ আলোচনা হোৱা নাই।[৩০] এই ফালৰপৰা কাকতখনি দুষ্প্ৰাপ্য। কেৱল প্ৰফুল্ল চন্দ্ৰ বৰুৱাই তীৰ্থনাথ শৰ্মাৰ উদ্ধৃতিৰে কৈছে যে, 'কাকতখনিত অসমীয়া জাতীয়ত্ববোধৰ তীব্ৰতাৰ প্ৰমাণ পোৱা যায়।"[৩১] এই কাকতত শ্যামলাল চৌধুৰীৰ পত্ৰ আৰু প্ৰবন্ধ প্ৰকাশ এক উল্লেখযোগ্য কথা। কাৰণ ১৮৮৫ চনত আসাম নিউচ, বন্ধ হোৱাৰ পিছত ১৮৯৪ চনত প্ৰকাশিত 'আসাম' দ্বিতীয় সাপ্তাহিক তথা মানবিশিষ্ট কাকত আছিল।

পিন্ধন উৰণত অতি সাধাৰণ, শ্যামলাল চৌধুৰীয়ে চৰকাৰী কামৰ মাজত থাকিও নিষ্ঠা, সততাৰে ৰাজহুৱা, সাংস্কৃতিক, সাহিত্যিক তথা বিভিন্ন দিশৰ বহুমুখী প্ৰতিভাৰ ব্যক্তি আছিল। ১৯০৮ চনত এইগৰাকী ব্যক্তি দুৰ্গাপূজাৰ বেলবৰণৰ দিনা হঠাৎ তীব্ৰকঁপে জ্বৰ উঠি পলাশবাৰীৰ নিজঘৰত মৃত্যুমুখত পৰে। স্থানীয় স্কুলৰ শিক্ষক হৰিচন্দ্ৰ গোস্বামীয়ে শ্যামলাল চৌধুৰীৰ মৃত্যুত 'আজি দখিণপাৰখন পাতল হৈ একহাত ওপৰত উঠিল"[৩২] বুলি মন্তব্য কৰিছিল। শ্যামলাল চৌধুৰীৰ মৃত্যুৰ বাতৰি পাই পি, আৰ, গৰ্ডনে ১৯০৮, ৩ অক্টোবৰ তাৰিখে চিদানন্দ চৌধুৰীলৈ পত্ৰ লিখি এনেদৰে শোক প্ৰকাশ কৰি আৰু সমবেদনা প্ৰেৰণ কৰাৰ বাবে অনুৰোধ কৰিছিল—

"Late last night I received the terribly sad news of poor shyams sudden death, I deeply grice for his loss and Govt., has lost a true and loyal servent and we a staunch and warm hearted friend. Will you pleased convey our sympathy to his sorrowing family."[৩৩]

১৮৫৯ চনত ধাৰাপুৰত জন্মগ্ৰহণ কৰা আৰু ১৯০৮ চনত পলাশবাৰীত মৃত্যুবৰণ কৰা শ্যামলাল চৌধুৰীৰ জীৱনকাল মাত্ৰ ৪৭ বছৰ আছিল। মানুহৰ জীৱনৰ লেখ বয়সেৰে নহয়, কামেৰেহে এই দৃষ্টান্ত শ্যামলাল চৌধুৰীয়ে দাঙি কৰিছিল। পৰিয়ালৰ মুৰব্বীৰ মৃত্যুত সেয়েহে পৰিয়ালটো মূল ঠাই বৰপেটালৈ গুচি গৈছিল। দক্ষিণ কামৰূপ অঞ্চলৰ বিশিষ্ট ব্যক্তিৰ জীৱন আলেখ্যত শ্যামলাল চৌধুৰী এক স্মৰণীয়, প্ৰাতস্মৰণীয় ব্যক্তিত্ব। তেখেতৰ চিন্তা, ধ্যানধাৰণা এই অঞ্চলক কেন্দ্ৰ কৰি গঢ়ি উঠাৰ লগতে অসমৰ জাতীয় জীৱনৰ লগত এই অঞ্চলক গৌৰৱেৰে প্ৰতিষ্ঠা কৰাৰ প্ৰয়াস আমাৰ বাবে আদৰ্শনীয় হৈ ৰ'ব। ■

প্ৰসংগ টোকা ঃ

১। ড° মহেশ্বৰ নেওগ সম্পাদিত 'গুৰুচৰিত কথা' ১৯৮৭ পৃঃ ১৯৫ 'প্ৰথমে খীৰা মৰল বাৰি ঃ ....'
২। হেমচন্দ্ৰ বৰুৱা, হেমকোষ।
৩। গুণাভিৰাম বৰুৱা, আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ'। দ্বিতীয় প্ৰকাশ, ১৯৯২ পৃষ্ঠাঃ 'হৰিপ্ৰসাদ চৌধুৰীৰ পুতেক গোবিন্দ ৰামৰ হস্তাক্ষৰ ভাল আছিল। সেই অনুবাদ ৰচনা গোবিন্দৰামে নকল কৰিবলৈ ধৰিলে।'
৪। লক্ষ্মীনাথ বেজবৰুৱা, 'মোৰ জীৱন সোঁৱৰণ' (প্ৰথম খণ্ড) বেজবৰুৱা ৰচনাৱলী, পৃঃ ১৫।
৫। প্ৰফুল্ল মহন্ত 'মধ্যবিত্ত শ্ৰেণীৰ ইতিহাস প্ৰসংগ' পৃষ্ঠা ৪৮, ১৯৯১ চন।
৬। প্ৰাগুক্ত।
৭। A.J. Moffat Mill, "A Report on the Province of Assam. দ্বিতীয় প্ৰকাশ, ১৯৮৪। পৃষ্ঠা Appendix.Aৰ Statment showing the numbers of chowdrees and... with their circle, their extent as to area, population..." শীৰ্ষক তালিকা চাওক।
৮। নৱকান্ত বৰুৱা সম্পাদিত, 'সীৱলু' প্ৰথম বছৰ দ্বাদশ সংখ্যা, ১৯৮৪ পৃষ্ঠা ৫, প্ৰসন্নলাল চৌধুৰীয়ে লিখা 'বধকাব্যৰ সম্পাদক সংগ্ৰাহক শ্যামলাল চৌধুৰী চাওক।




৯। প্রাগুক্ত পৃষ্ঠা ৬
১০। প্রাগুক্ত পৃষ্ঠা ৬
১১। শিৱনাথ বৰ্মন সম্পাদিত, প্রসন্নলাল চৌধুৰী ৰচনাৱলী 'ভূমিকা', পৃঃ ৩৩।
১২। চন্দ্রপ্রসাদ শইকীয়া সম্পাদিত 'গৰীয়সী', পঞ্চম বছৰ, ষষ্ঠ সংখ্যা ১৯৯৮, পৃষ্ঠা ৩৩।
১৩। নৱকান্ত বৰুৱা সম্পাদিত 'সীৰলু' পৃষ্ঠা ৫২।
১৪। অতুল চন্দ্র হাজৰিকা, 'মঞ্চলেখা' পৃষ্ঠা ৫১৩-৫১৪।
১৫। নৱকান্ত বৰুৱা সম্পাদিত 'সীৰলু' পৃষ্ঠা ৭।
১৬। প্রাগুক্ত পৃষ্ঠা ৭
১৭.ক।প্রাগুক্ত পৃষ্ঠা ৭
১৭.খ।প্রাগুক্ত পৃষ্ঠা ৫৩
১৮.ক।প্রাগুক্ত পৃষ্ঠা ৫১
১৮.খ।প্রাগুক্ত পৃষ্ঠা ৫১
১৯। সূর্যকুমাৰ ভূঞা সম্পাদিত হেমচন্দ্র গোস্বামীৰ 'Descriptive catalogue of Assamese manuscripts' গ্রন্থৰ পাতনি ১৯৩০।
২০। প্রাগুক্ত পৃষ্ঠা পাতনি
২১। নৱকান্ত বৰুৱা সম্পাদিত 'সীৰলু' পৃষ্ঠা ৭।
২২। প্রাগুক্ত পৃষ্ঠা ৮
২৩। নগেন শইকীয়া সম্পাদিত 'আসাম বন্ধু' (একত্র সংকলন) পৃষ্ঠা ৩০৩, ১৯৮৪ চন।
২৪। প্রাগুক্ত ভূমিকা, .৪৩ (পৃঃ)
২৫। যোগেন্দ্র নাৰায়ণ ভূঞা, 'গুণাভিৰাম বৰুৱা' পৃষ্ঠা ১৩৯।
২৬। নৱকান্ত বৰুৱা সম্পাদিত 'সীৰলু' পৃষ্ঠা ৭।
২৭। প্রাগুক্ত পৃষ্ঠা ৮
২৮। প্রাগুক্ত পৃষ্ঠা ৮
২৯। প্রাগুক্ত পৃষ্ঠা ৫৪
৩০। চন্দ্রপ্রসাদ শইকীয়া সম্পাদিত 'অসমৰ বাতৰি কাকত আলোচনীৰ ডেৰশ বছৰীয়া ইতিহাস' ১৯৯৮, পৃষ্ঠা ২৩৫-২৬১
৩১। প্রাগুক্ত পৃষ্ঠা ২৪৩
৩২। নৱকান্ত বৰুৱা সম্পাদিত 'সীৰলু' পৃষ্ঠা ৫২।
৩১। প্রাগুক্ত পৃষ্ঠা ৫৪।








# পলাশবাৰী আৰ, বি, হাইস্কুলৰ প্ৰথম প্ৰধান শিক্ষক স্বৰ্গীয় যোগেশ চন্দ্ৰ তামুলী

**(১৮৯০-১৯৬৬)**


**মহেশ্বৰ মালাকৰ**


'ভাঙি গ'ল বীণখনি চিঙি গ'ল তাৰ
ৰৈ গ'ল অৱশেষ অমিয় ঝঙ্কাৰ।'

বীণখনি ভাঙি গ'লেও তাৰ অমিয় ঝংকাৰ বা ধ্বনি অন্তৰৰপৰা মাৰ নাযায়। সময়ে সময়ে সি অন্তৰত ঝংকাৰিত হৈ থাকে। ঠিক একেদৰে সমাজৰপৰা গুণী লোকসকল আঁতৰি গ'লেও তেওঁলোকৰ গুণৰাশিয়ে সমাজখনক দি থাকে উৎসাহ-উৎপ্ৰেৰণা। তেনে এজন ব্যক্তি স্বৰ্গীয় যোগেশ চন্দ্ৰ তামুলীয়ে পলাশবাৰী আৰ, বি, হাইস্কুলত (বৰ্তমান হায়াৰ চেকেণ্ডাৰী) প্ৰথম প্ৰধান শিক্ষক হিচাপে সুখ্যাতিৰে কাম কৰি গৈছিল।

তামুলীদেৱৰ জন্ম হৈছিল ১৮৯০ চনত নগাঁও জিলাৰ চহৰী মৌজাৰ বগৰীগুৰিত। দেউতাক আছিল চৰকাৰী বিষয়া পুলিচ ইন্সপেক্টৰ স্বৰ্গীয় ৰাতিৰাম তামুলী। সৰু কালৰপৰা তামুলীদেৱ বৰ মেধাৱী ছাত্ৰ আছিল। শিৱসাগৰ হাইস্কুলৰপৰা প্ৰথম বিভাগত 'এন্ট্ৰেঞ্চ' পৰীক্ষাত উত্তীৰ্ণ হৈ গুৱাহাটীত আই, এ, পঢ়ে। ১৯১৪ চনত কলিকতাৰ চিটি কলেজৰপৰা ইংৰাজীত প্ৰথম শ্ৰেণীৰ অনাৰ্চসহ বি, এ, উপাধি লাভ কৰে। চৰকাৰী চাকৰি কৰিবলৈ তেখেতে ইচ্ছা নকৰিলে। সেই সময়ত প্ৰথম মহাসমৰৰ বা-মাৰলিয়ে বিশ্বত তোলপাৰ লগাইছিল। তেখেতৰ সহপাঠী বন্ধু সুভাষ বসুৰ আই, ডি, এফ, পাৰ্টিত ভৰ্তি হৈ দেশসেৱাৰ কামত অগ্ৰসৰ হয়। ১৯১৯ চনলৈকে মেচোপটেনিয়া, ইৰাক, আফগানিস্তান প্ৰভৃতি ঠাইত যুদ্ধ সংক্ৰান্তত থাকিবলগীয়া হয়। সেই কালছোৱাত তেখেতে বৃটিছ চৰকাৰৰ পৰা 'কম্পেনচৈ' উপাধি পাইছিল।

এনেকৈ অনাই-বনাই ঘূৰি ফুৰাৰ পাচত বৃদ্ধ দেউতাকৰ আক্ৰোশ এৰিব নোৱাৰি ঘৰলৈ ঘূৰি আহে। ঘৰলৈ ঘূৰি আহি গুৱাহাটী ল কলেজত ভৰ্তি হয়। সেই সময়তে তেখেতে গুৱাহাটীৰ এচ, চি, এম, ই, স্কুলৰ প্ৰধান শিক্ষক পদত কৰ্মজীৱন আৰম্ভ কৰে। তেখেতে গুৱাহাটীৰ নানা সামাজিক অনুষ্ঠানত জড়িত হৈ কিছুমান উন্নয়নমূলক কামত আত্মনিয়োগ কৰিছিল। গুৱাহাটীৰ নাট্যমন্দিৰ তেখেতৰ যত্নতে গঢ় লৈ উঠিছিল।

তামুলীদেৱে সাহিত্যচৰ্চাতো মনোনিৱেশ কৰিছিল। কলেজীয়া ছাত্ৰাৱস্থাত 'নিচুকণি' নামৰ এখন কিতাপ প্ৰকাশ কৰিছিল। ইংৰাজ আমোলত বিলাতত এই পুথিখন আই, চি, এচ, মহলাৰ পাঠ্যপুথি আছিল বুলি জনা যায়। শিল্পকলাৰ প্ৰতি তামুলীদেৱৰ আছিল অদম্য আগ্ৰহ। নিজে গীত ৰচনা কৰি মানুহক গাই শুনাইছিল। বিশেষকৈ লোকগীতত তেওঁৰ দখল শলাগিবলগীয়া। তেখেতৰ সংগৃহীত গীত-মাতৰ সমষ্টিক অসম সাহিত্য সভাই 'অসমীয়া লোকগীত সংগ্ৰহ' নামে পুথি এখন প্ৰকাশ কৰিছে।

তামুলীদেৱৰ সেই সময়ৰ বহুতো গণ্যমান্য লোকৰ লগত পৰিচয় আছিল। তেতিয়াৰ কামৰূপৰ উপায়ুক্ত মিঃ বেণ্টিংকৰ লগত তেখেতৰ বেচ বন্ধুত্ব আছিল। তেখেতে কেইবাবাৰো চৰকাৰী চাকৰি যচা স্বত্বেও অসন্মত হৈ অৱশেষত তেখেতৰ পৃষ্ঠপোষকতাত প্ৰতিষ্ঠিত আৰ, বি, হাইস্কুলত ১৯২০ চনত হেডমাষ্টৰ নিযুক্ত হয়। নেতৃস্থানীয় লোকৰ সহযোগিতাত তামুলীদেৱৰ হাতত আৰ, বি, হাইস্কুলৰ সৌষ্ঠৱ বঢ়াইছিল।



তেখেতে স্কুলৰ সৰ্বাংগীণ উন্নতিৰ বাবে আপ্ৰাণ চেষ্টা কৰিছিল। তামুলীদেৱ শাসনত কঠোৰ আৰু সকলো বিষয়ত বেচ নিয়মানুৱৰ্তী আছিল। স্কুলত থকা সময়ৰ বাহিৰেও তেখেতে সকলো ঠাইতে ছাত্ৰৰ প্ৰতি চোকা দৃষ্টি ৰাখিছিল। তেখেতে ছাত্ৰ-শিক্ষক উভয়ৰেই মাজত ধুমপান নিষেধ কৰিবলৈ চেষ্টা কৰিছিল। খেল-ধেমালিৰ উন্নতিৰ কাৰণে যত্ন কৰিছিল। ছাত্ৰসকলত লগত একেলগে ফুটবল খেলিছিল। ফুটবল আৰু টেনিছত তেখেত পাকৈত খেলুৱৈ আছিল। মুঠতে পলাশবাৰীৰ সমসাময়িক জনজীৱনত তামুলীদেৱে যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিছিল। ৰাইজৰ জনপ্ৰিয়তাই তেখেতক যথেষ্ট উৎসাহ-উৎপ্ৰেৰণা যোগাইছিল।

এইদৰে ৰাইজৰ মাজত থাকি স্কুলৰ দায়িত্ব বহন কৰি প্ৰায় আঠ বছৰকাল কটোৱাৰ পিছত তামুলীদেৱৰ ভাগ্য বিপৰ্যয় ঘটিল। খুব কম দিনৰ ভিতৰতে তেওঁৰ ভাৰ্যা আৰু একমাত্ৰ সন্তানৰ মৃত্যু হ'ল আৰু তেৱোঁ স্কুলৰপৰা আঁতৰি গ'ল।

এনে এজন শিক্ষাবিদ পলাশবাৰীলৈ আহি স্কুলখনলৈ যি বৰঙণি আগবঢ়াই গ'ল তাক এই অঞ্চলৰ ৰাইজে সহজে পাহৰিব নোৱাৰে। যি সময়ত দক্ষিণ কামৰূপ তথা উত্তৰপাৰৰ গুৱালকুছি, ৰামদিয়া, হাজো আদিত উচ্চ শিক্ষাৰ অনুষ্ঠান নাছিল তেনে সময়ত এই মহান শিক্ষাবিদজনে আৰ, বি, হাইস্কুল প্ৰতিষ্ঠাৰ কামত আগবঢ়োৱা অৱদান সদায় স্মৰণীয় হৈ থাকিব।

তামুলীদেৱ আছিল বহুমুখী প্ৰতিভাৰ লোক। সাহিত্য, সংস্কৃতি, খেল-ধেমালি সকলোতে আছিল তেখেত আগৰণুৱা। সেই সময়ত শিক্ষা-দীক্ষাত পিছপৰি থকা অসমীয়া মানুহৰ বাবে তামুলীদেৱ আছিল এটা আদৰ্শৰ প্ৰতীক। মাত্ৰ কেইবছৰমান ইয়াত কৰ্ম জীৱনৰ আৰম্ভ কৰি মানুহক যি দি গ'ল তাৰবাবে তেখেত আজিও সমাজত সজীৱ হৈ আছে আৰু ভৱিষ্যতেও থাকিব। অক্লান্ত পৰিশ্ৰমী আৰু আদৰ্শৰ পুৰুষজনৰ ১৯৬৬ চনত পৰলোকপ্ৰাপ্তি ঘটে। ■





# মহাপুৰুষ শ্ৰীশ্ৰীমৎ স্বামী কৃষ্ণপুৰীৰ সম্যক জীৱনালেখ্য

**(১৮৯২)**

**নৰেন তালুকদাৰ**

অতি সাম্প্ৰতিক কালৰ মানৱ সমাজত সংঘটিত হৈ থকা পাৰস্পৰিক হত্যা, হিংসা, অন্যায়, দুৰ্নীতি অনৈক্য আদি আঁতৰাবলৈ জগত গুৰু শংকৰদেৱৰ নাম ধৰ্মীয় দৰ্শন আৰু আদৰ্শৰ ভেটিত 'মানৱ ধৰ্ম' প্ৰচাৰ কৰিবলৈ লোৱা অসমৰ পঞ্চম গুৰু পৰিব্ৰাজক শ্ৰীশ্ৰীমৎ স্বামী কৃষ্ণপুৰীৰ অধ্যাত্মিকতাবাদৰ একান্ত অনুশীলন আৰু প্ৰচাৰ আজিও অসমবাসীৰ বাবে অতিকৈ প্ৰয়োজন। মহাকাব্যিক জ্ঞান আৰু ধ্যান-ধাৰণাৰ পৰা আমি এই গূঢ় সত্যই উপলব্ধি কৰি আহিছোঁ যে, আধ্যাত্মিক শিক্ষা আৰু জ্ঞানপুষ্ট ধৰ্মাচৰণ অবিহনে বিষম দুৰ্ভোগ ভুগিবলগীয়া হৈছে মানুহে যুগে যুগে। আধ্যাত্মিক শিক্ষাৰে ধৰ্ম আচৰণ কৰিহে মানুহ প্ৰকৃত মানুহ হ'ব পাৰে আৰু এই জ্ঞানাদৰ্শৰ বশৱৰ্তী হৈ মানুহে মানুহক সেৱা কৰাই হৈছে প্ৰকৃত 'মানৱ ধৰ্ম'।

'মানৱ ধৰ্ম' প্ৰচাৰক মহাপুৰুষ শ্ৰীশ্ৰীমৎস্বামী কৃষ্ণপুৰী গুৰুজনে সেয়ে ঘোষা এফাকিত গাইছে—

*"নৰে নৰে যদি মিল হৈবে নপাৰয়।*
*অদৃশ্য ঈশ্বৰে মিলা সম্ভৱ নহয়।।'*

জগতৰ মানুহৰ বাবে ইয়াতকৈ দুৰ্লভ আৰু অনুপম উপমা কি হ'ব পাৰে। শংকৰগুৰুৰ 'মানুহেই দেৱ, মানুহেই সেৱ, মানুহবিনে নাহি কেৱ'ৰ দৰে। এই দুয়োটা উক্তিত দুয়োজনৰা কনিষ্ঠ আৰু জ্যেষ্ঠ মহাপুৰুষে পৰম ঈশ্বৰত্ব লাভ কৰা অতি প্ৰাকৃতিক মানৱ শ্ৰীকৃষ্ণকেই 'অদৃশ্য ঈশ্বৰ'ৰ অস্তিত্ব প্ৰতিপন্ন কৰি দেখুৱাইছে।

*"প্ৰাণ শঙ্কৰ মোৰে গুৰু তুমি দৈৱকী নন্দন দেউ।*
*তোমাৰ চৰণে পশিয়া শৰণে কৰো লক্ষ্য কৌটি সেউ।।* বুলি পদ ৰচি সুৰ তলি গায়ে ক্ষান্ত নাথাকি—
*জয় গুৰু শঙ্কৰ মাধৱ হৰি দেৱ দামোদৰ।*
*চাবোজনা গুৰু আমাৰ প্ৰেমৰ সাগৰ।।* বুলি গোৱা পৰম বৈষ্ণৱ শ্ৰীশ্ৰীমৎ স্বামী কৃষ্ণপুৰী গুৰুৰ জীৱনৰ আধ্যাত্মিকতা আৰু মানৱতাবাদৰ আদৰ্শৰ প্ৰতি আকৃষ্ট হৈ পূৰ্বভাৰতৰ অনেক উচ্চ শিক্ষিত জ্ঞানী মহাজন আৰু সাধাৰণ লোক-সমাজে 'মানৱ ধৰ্ম' প্ৰচাৰৰ জয়যাত্ৰাত অংশীদাৰ হিচাপে শিষ্যত্ব লাভ কৰিবলৈ পোৱাটো অসমবাসীৰ বাবে কেৱল সৌভাগ্যই নহয়, গৌৰৱৰো কথা।

শ্ৰীশ্ৰীমৎ স্বামী কৃষ্ণপুৰী, শ্ৰীমৎ স্বামী কৃষ্ণপুৰী আছিল এগৰাকী অতি প্ৰাকৃতিক লোক। তেৱা আছিল অতি মেধাৱী, আজীৱন ব্ৰহ্মচাৰী, মানৱ ধৰ্ম প্ৰৱৰ্তক আৰু প্ৰচাৰক বৈষ্ণৱাচাৰ্য আৰু ধৰ্ম গুৰু। শ্ৰীমন্ত শংকৰগুৰুৰ আছিল একান্ত অনুগামী আৰু পৰম কৃষ্ণভক্ত। মানৱ ধৰ্ম প্ৰচাৰৰ অৰ্থে অসমৰ গ্ৰাম্যাঞ্চলত প্ৰতিষ্ঠা কৰিছিল ঊনত্ৰিশখন বৈষ্ণৱ সত্ৰ। ৰচনা কৰি থৈ গৈছে আধ্যাত্মিক মানৱতাবাদ আৰু দেহতত্ব বিষয়ক, সমাজ সংস্কাৰমূলক ভগৱান গীতা, কৌৰৱ গীতাকে আদি কৰি আঠচল্লিশখনি ধৰ্মগ্ৰন্থ আৰু পঁয়ত্ৰিশোধিক শিল-কাঠ খোদিত বিষ্ণু পদ শিলা, বিষ্ণু মূৰ্তি, ভগৱত চিত্ৰকলা। তেৱা আছিল বেদজ্ঞ, সমাজ সংস্কাৰক, সৰ্পদংশনৰ চিকিৎসক, নাট্যকাৰ, গীতিকাৰ, সুৰকাৰ, বাকসিদ্ধ কবি, কৃষ্ণ সংস্কৃতিৰ পূজাৰী উত্তম পুৰুষ।

সৰ্বকালৰ সৰ্বলোকৰ মানসত ভগৱান শ্ৰীকৃষ্ণই ঈশ্বৰত্ব লাভ কৰিব বুলি গৰ্গমুনিৰ গণনাবাণীৰ দৰে বৈষ্ণৱ পিতৃ 'বগাৰাম (কাশীৰাম), সাদৰী মাতৃ বসুন্ধৰীৰ গৰ্ভত ১৮৯২ ইং, ১৮২১ শকাব্দ, ১৩০৬ চনৰ ২৫

পুহ মংগলবাৰৰ ৰাতিপুৱা ১০-৩০ বজাত (কাৰো কাৰো মতে পুহৰ পূৰ্ণিমা তিথি) অসম তথা বেদৰ দেশ ভাৰতবৰ্ষৰ শিল্পনগৰী পুতভূমি শুৱালকুছি গ্ৰামত আবিৰ্ভাৱ হোৱা আদিত্য মোহন (শ্ৰীশ্ৰীমৎ স্বামী কৃষ্ণপুৰী)ক এগৰাকী ৰূপৱান, ধীৰ-স্থিৰ, কবি, ত্যাগী, ধাৰ্মিক, সৰ্বজন প্ৰিয় আৰু সৰ্বলোকমান্য উত্তম পুৰুষ হ'ব বুলি গণনা আখৰাত উল্লেখ আছিল।

পিতৃ বগাৰাম আৰু মাতৃ বসুন্ধৰী আছিল সনাতন সত্যান্বেষী। বগাৰামৰ ঘৰ দক্ষিণ কামৰূপৰ 'হেৰামদো সত্ৰ'ত হোৱা বাবেই নেকি তেওঁ আছিল অতিকৈ ভকতীয়া স্বভাৱৰ। তিনিমহীয়া কেঁচুৱা আদিত্য মোহন আৰু পত্নী বসুন্ধৰীক এৰি থৈ বগাৰামে সুদীৰ্ঘ ৩০ বছৰ কাল কাশীধামত সাধু সন্ন্যাসীৰে অতিবাহিত কৰা কাৰণত তেওঁৰ নাম হয় কাশীৰাম। বাপেক কাশীৰামৰ এই ৩০ বছৰীয়া গৃহত্যাগৰ কালছোৱাৰ ভিতৰত আদিত্য মোহনৰ শিশুকাল, শিক্ষাকাল, সংযম শিক্ষা, বাল্য বিবাহ তথা বিবাহৰ পৰিঘটনা, দীক্ষা গ্ৰহণ আদি জীৱনৰ অলেখ বৈচিত্ৰময় ঘাত-প্ৰতিঘাতে শ্ৰীশ্ৰীমৎ স্বামী কৃষ্ণপুৰী এগৰাকী মহাপুৰুষৰ পৰ্যায়ত পৰ্যবসিত হ'বলৈ প্ৰেৰিত কৰে।

সত্ৰ-নামঘৰলৈ গৈ পুৱা-গধূলি মাকৰ লগত চাপৰি বজাই নাম-কীৰ্তনত মজি থকা শিশু আদিত্য মোহনে গাঁৱৰ পাঠশালাৰপৰা বৃত্তি লাভ কৰি পলাশবাৰী মাইনৰ স্কুল আৰু গুৱাহাটীৰ কলেজিয়েটৰপৰা এন্ট্ৰেন্স পৰীক্ষাত অসমৰ ভিতৰত প্ৰথম হৈ পাছ কৰি এদিন কটন কলেজত নাম ভৰ্তি কৰে। কলেজৰ দেওনা চুবলৈ লোৱাৰ আগতে মানে স্কুলীয়া অৱস্থাতে চাৰি বছৰৰ ঠাইত কেৱল মাথোন আঠমাহতে 'ৰত্নমালা ব্যাকৰণ' সুখ্যাতিৰে অন্ত পেলোৱা, সৰু ল'ৰা-ছোৱালীয়ে দৰ্শন শিক্ষা লাভ কৰিবপৰাকৈ 'আদিত-শিক্ষা' কবিতা পুথি, 'ব্ৰহ্মচৰ্যবোধ', সংস্কৃত গীতা ৰচনা কৰি সেই সময়ৰ মানুহৰ সমাজক চমক খুৱাব পৰাটো আদিত্য মোহনৰ বাবে এক বিৰল ঘটনা। 'কেৱল পাঠ্যক্ৰম শিক্ষাৰে জীৱনৰ মহত্ত্ব আৰু আদৰ্শ শিক্ষা লাভ কৰিব পৰাটো সম্ভৱ নহয়।' সেই বাবে হাইস্কুলীয়া জীৱনৰপৰাই দেহ আৰু মনৰ ৰিপু শক্তিক দমন কৰিবলৈ মাছ-মাংস পৰিত্যাগ কৰি ব্ৰহ্মচৰ্য, প্ৰাণায়াম, শাস্ত্ৰ অধ্যয়ন আৰু যোগ সাধনত তেৰা নিবিৰভাৱে সোমাই পৰে। এই তত্ত্ব তাৎপৰ্যৰ মূৰ্ত প্ৰকাশ ঘটে মাইনৰ স্কুলত পঢ়া কালতে নিজে ৰচি নিজে ভাওনা কৰা 'সংযম' নাটত। গুৰুৰ অন্বেষণত ব্যাকুল হৈ পৰা আদিত্য মোহনে তীৰ্থ ভ্ৰমণাৰ্থে হৰিদ্বাৰৰপৰা অসম অভিমুখে ৰাওনা হোৱা সুন্দৰ সুঠাম যোগী, বৈষ্ণৱ ব্ৰাহ্মণ শ্ৰীশ্ৰীমৎ স্বামী ভোলাপুৰীক তেৰাই জীৱনৰ প্ৰকৃত গুৰুৰূপে গ্ৰহণ কৰে। শ্ৰীশ্ৰীমৎ স্বামী ভোলাপুৰী গুৰুৱে তেৰাৰ একান্ত প্ৰিয়তম ভক্ত শিষ্য আদিত্য মোহনক নিজ হাতেৰে মালা তিলক পৰিধান কৰাই, গুৰু মন্ত্ৰ, শালগ্ৰাম দান কৰি শ্ৰীশ্ৰীমৎ স্বামী কৃষ্ণপুৰী নাম প্ৰদান কৰে আৰু তেতিয়াৰপৰাই আদিত্য মোহন গুৰুৰ আশীৰ্বাদেৰে শ্ৰীশ্ৰীমৎ স্বামী কৃষ্ণপুৰী হয়।

বাপেকৰ দৰে পুতেকৰো ঈশ্বৰ ভক্তি আৰু বৈৰাগ্য ভাবৰ গঢ়-গতি বাঢ়ি অহাত ভয় পাই স্বামী পৰিত্যক্ত মাক বসুন্ধৰীয়ে আদিত্য মোহনক সংসাৰ বান্ধোনত মেৰিয়াই ৰাখিবৰ কাৰণে গাঁৱৰ মমত সাউদৰ অতিকৈ দেখনিয়াৰ কন্যা উৰ্বশীৰ লগত ৰাশিযোৰ মিলাই জোৰ-জুলুমকৈ বাল্য-বিবাহ সম্পন্ন কৰি দিয়ে। তেতিয়া আদিত্য মোহন ১৯ বছৰীয়া ছাত্ৰ দুখনীয়া কাপোৰ গাত আহি নপৰা উৰ্বশী ১১ বছৰীয়া বালিকা। বিয়াৰ ৰাতি আয়তীয়ে জাত লগাই গোৱা গীতবোৰ শুনি আদিত্য মোহনে ৰচনা কৰে তাৰ বিৱৰণ আৰু পৰিণামবিষয়ক এখনি পুথি 'বিয়াগীত'।

*"প্ৰাণ নাথ এ উল্টা কাণ্ড তোমাৰ।*
*খোজো যিটো নেদা সিটো জাপা কেলেঙ্কাৰ।।"*

উৰ্বশীৰ শান্তি বিয়া হোৱাৰ পিচত পূৰ্ণ বিবাহৰ ধুম-ধাম চলাত উক্ত ঘোষা ফাকিৰে কৃষ্ণ প্ৰেমিক আদিত্য মোহনে এই বিবাহ বিড়ম্বনাত অতিষ্ঠ হৈ আক্ষেপ কৰি মাকক কৈছে— "মোৰ জন্ম, দৰা-কইনা খেল খেলি এসোপামান ল'ৰা-ছোৱালী জন্ম দিবৰ কাৰণে হোৱা নাই। গুৰুৰ গুৰুমন্ত্ৰ আৰু উপদেশ মানি ভাৰতত নাম-ভক্তি প্ৰচাৰ কৰাতহে মোৰ জন্মৰ সাৰ্থকতা। এজনী সাধাৰণ নাৰীৰ বাবে মই মোৰ জীৱনৰ সাধনাক জলাঞ্জলি দিব নোৱাৰোঁ।"....

পুতেকক বৰাব নোৱাৰি মাকে আৰম্ভ কৰা অনশন ব্ৰত, স্বামী অবিহনে আজীৱন সধৱা হৈ বিধৱাৰ দৰে জীৱন যাপন কৰিম বোলা উৰ্বশীৰ দৃঢ় প্ৰতিজ্ঞা, ভাগী-



জ্ঞাতিৰ কাবৌ-কাকুতি এৰাব নোৱাৰি কেইটামান চুক্তিৰ সাপেক্ষে বিয়া কৰাবলৈ সন্মতি দি সমজুৱাক সাক্ষী কৰি তেৰাই কৈছে— "মই বিয়া কৰাম আৰু ব্ৰহ্মচৰ্য ব্ৰতো পালন কৰিম। কইনাক কাশীধামত বৈষ্ণৱীৰ দলত ভুক্ত কৰি সাধনাৰ আৰু সমুদ্ৰত মুক্তিৰ ডিঙা বাম।.... গুৰুৰ দীক্ষা মন্ত্ৰক শপত খাই পুনৰ কৈছোঁ— ব্ৰহ্মচাৰী হৈ ভাৰতত ভ্ৰমণ কৰি মানৱ সমাজত এক ঈশ্বৰ নাম-ধৰ্ম প্ৰচাৰ কৰিম। আপোনালোকে মোৰ জীৱনক পথভ্ৰষ্ট আৰু ধৰ্মভ্ৰষ্ট কৰিব বিচাৰিছে।... বাৰে বাৰে মোৰ ধৰ্ম ৰক্ষা কৰিবলৈ কৰা অনুৰোধ, কাকুতি-মিনতিৰ প্ৰতি আপোনালোকে তিলমানো ভ্ৰূক্ষেপ কৰা নাই। যি হওক, আপোনালোকে মোৰ কথা ৰাখিবলৈ মোক সুবিধা দিব লাগিব— যেনে কইনা সৰ্বোতভাৱে সংযমী হ'ব লাগিব, নিৰামিষ ভোজন কৰি ব্ৰহ্মচৰ্য পালিব লাগিব। সকলো প্ৰকাৰৰ বিলাসিতা পৰিত্যাগ কৰি সন্ন্যাসিনী সাজি যদি সহধৰ্মিণী হয়, তেতিয়াহ'লে মোৰ যাত্ৰাপথৰ পথিক কৰি লোৱাত আপত্তি নাই।"

যি কোনো প্ৰকাৰে বিয়াখন হৈ গ'ল কন্যাপক্ষ মাক বসুন্ধৰী আৰু কইনা উৰ্বশী ৰক্ষা পৰে। সেয়ে তেৰাৰ মতে চলিবলৈ প্ৰতিজ্ঞা কৰাত বিয়া হৈ গ'ল; কিন্তু বিয়াৰ পিচ ৰাতি কামিনী উৰ্বশীৰ কাম, আচৰণত বিৰক্ত হৈ চলনাময়ী নাৰী, তোমাৰ বিলাসী বিচনাখনকে তোমাৰ স্বামী বুলি তাতেই শুই থাকা' বুলি তিৰস্কাৰ কৰি সেই ৰাতিয়ে যি গৃহত্যাগ কৰিলে, দুনাই আৰু তেৰাই ঘৰ আৰু গাঁও নেচাপিল। এই ঘটনা প্ৰবাহৰ লগতে আৰু বিচিত্ৰ মন কষ্টকৰ ঘাত-প্ৰতিঘাত; যেনে— তেৰাৰ গৃহত্যাগৰ শোকত মাতৃৰ বিলাপ, কন্যাপক্ষৰ বৈষ্ণৱ ধৰা ফান্দ আদি জ্বালা-যন্ত্ৰণাক 'কেলেংকাৰ বুলি পুনৰ গাইছে—

*'নাশি মোহ মায়াজাল প্ৰাণ গোপাল কৃপা কৰা কৃপাময়।*
*নভজি তোমাক জপি বিষয়ক নষ্ট গৈলো দুৰাশয়।।'*
*'কৃপা কৰিয়ো, কৰিয়ো, কৰিয়ো উপকাৰী।*
*মায়া জালে বন্দী ভৈলো নিয়োক উদ্ধাৰী।।'*

দুখুনী মাতৃ, গৃহৰ গৃহিনী পৰিত্যাগ কৰি নিজ অভিষ্ট পূৰণৰ বাবে পৰিব্ৰাজক ৰূপে সুন্দৰ ভুবন ভ্ৰমি ফুৰাৰ অভিপ্ৰায়ত তেৰাই গাইছে—

*'হায়ৰে হায় কোন দিনা আমাৰ হেন ভাগ্য হবো।*
*প্ৰাণ প্ৰভু পীতাম্বৰ বুলিবোহো নিৰন্তৰ বোলোতে নয়নে লোহ ৰ'ব।।'*
*'এৰি পুত্ৰ পত্নী সংগ, মনে কৰি মহাৰংগ, একান্ত সন্তৰ থানে যাবো।*
*হৈয়া তান অনুচৰ, ভ্ৰমি গ্ৰাম নিৰন্তৰ, ভিক্ষা মাগি দিন অন্তে খাইবো।।*
*পিন্ধিবো তুলসী মালা, কান্ধে লৈবো ভিক্ষা ঝোলা, চিৰা কঠাই গাব আচা দিবো।*
*আমাক দেখিয়া পন্থে, বালকে বেঢ়িয়া ৰংগে, পগলা বুলিয়া ধুলা দিবো।।'*

শ্ৰীশ্ৰীমৎ স্বামী কৃষ্ণপুৰীৰ জীৱন মহীয়ান হৈ উঠাৰ গুৰিতে ক'ব লাগিব নিজ গাঁৱৰ অতি উদাৰ মনৰ মহানুভৱ ব্যক্তি বণিজা ডাক্তৰ। জীৱনৰ সেই অপায়-অমংগলময় গৃহত্যাগৰ দুৰ্বিসহ মাজ ৰাতি তেৰাৰ একমাত্ৰ আশ্ৰয় আছিল বণিজা ডাক্তৰ। আৰু কেৱল আশ্ৰয়েই নহয় তেওঁ আছিল শ্ৰীশ্ৰীমৎ স্বামী কৃষ্ণপুৰীৰ জীৱনৰ অভিলাস পূৰোৱা এগৰাকী নায়ক।

শ্ৰীশ্ৰীমৎ স্বামী কৃষ্ণপুৰীৰ প্ৰথম শিষ্য আছিল ৰামদিয়া গাঁৱৰ 'ভুহুৰা' আৰু হীৰা গোৱাল। হীৰা গোৱাল আৰু ধৰ্মপ্ৰাণ এই গাঁৱৰ লোকৰ সহায়ত, অনেক অভিজাত আৰু অভক্ত শ্ৰেণীৰ মানুহৰ দুৰ্ব্যৱহাৰ আৰু অত্যাচাৰক নেউচা দি কৃষ্ণপুৰী গুৰুজনে নিজহাতে শিলত খোদিত অস্ত্ৰধাৰী ভগৱান ৰাম, কাষত পৰমভক্ত হনুমান আৰু বিষ্ণু পাদশিলা মূৰ্তিৰে প্ৰথম সত্ৰ 'বংশীবদন সত্ৰ' প্ৰতিষ্ঠা কৰে ১৯১০ চনত।

১৯১৬ চনৰ পৰা শ্ৰীশ্ৰীমৎ স্বামী কৃষ্ণপুৰীয়ে 'বৈষ্ণৱ' তথা 'মানৱ ধৰ্ম' প্ৰচাৰত আত্মনিয়োগ কৰি পিচত তেৰাৰ একান্ত শিষ্য হৰিমল ব্ৰহ্মৰ নিয়ন্ত্ৰণক্ৰমে নলবাৰীৰ 'কালাগা'ত নিজহাতে শিলত খোদিত কৰা বিষ্ণু পদশিলা আৰু হয়গ্ৰীৱ মূৰ্তি প্ৰতিষ্ঠাৰে 'মাধৱ আশ্ৰম' নাম দি ১৯১৯ চনত পাতে দ্বিতীয়খন সত্ৰ। বৰভাগ মৌজাৰ ৪৮ খন গাঁৱৰ হিন্দু-মুছলমান লোক সমাজৰ মাজত প্ৰচলিত 'দেলা মাৰা' প্ৰথা নুই কৰি মানুহৰ মাজৰ উচ্চ-নীচৰ বৈষম্যমূলক ধ্যান-ধাৰণা আঁতৰাই সমভাৱ মানসিকতাৰ সৃষ্টি কৰে। নামঘৰত হৰি নাম-কীৰ্তন আৰু ধৰ্মালোচনাৰ পৰিৱৰ্তে বছৰৰ বিহু, তিথি-পাৰ্বণ আদিত নদী-বিল, খাল-

দোঙত জাল মাৰি মাছ মৰা উৎসৱক উৎঘাত কৰাৰ মানসেৰে তেৰাই 'জালপোৰা' আন্দোলন গঢ়ি তোলে আৰু এই আন্দোলনত গাঁওবোৰৰ ডেকা-বুঢ়াই আগভাগ লৈ ইয়াক সফল কৰি তোলে। তেতিয়াৰপৰাই মানুহে নামঘৰত মাছমৰা উৎসৱৰ সলনি হৰি নাম-কীৰ্তন উৎসৱ পালন কৰিবলৈ লয়। সমাজ সংস্কাৰক হিচাপে তেৰাৰ ই এক অভূতপূৰ্ব অৱদান। একান্ত শিষ্য আৰু ভক্ত আৰু ভক্তপ্ৰাণ লোকৰ নিমন্ত্ৰণ বা সূত্ৰ ধৰি তেৰাই যি গাঁও অঞ্চললৈ গৈ যিমান সত্ৰ সংস্কাৰধৰ্মী কাৰ্যত মনোনিৱেশ কৰিছিল তাত অসংখ্য ভাস্কৰ্য, চিত্ৰকলা, শৈল বিষ্ণুমূৰ্তি, বিষ্ণু পদ শিলা কাঠ আৰু শিলত খোদিত কৰি সত্ৰ স্থাপন কৰিছিল আৰু গ্ৰন্থসমূহ ৰচনা কৰি মানুহৰ মাজত ধৰ্মৰ বিষয় মানৱ ধৰ্মৰ ব্যাখ্যা দাঙি ধৰি লোকৰ প্ৰিয় গুৰু, জনমান্যৰ খ্যাতি লাভ কৰিছিল। ৰামদিয়া কালাগকে আদি কৰি 'সৰ্থেবাৰী সত্ৰ' শিয়ালমাৰী সত্ৰ ননৈ সত্ৰ (১৯২৪), উদয়পুৰ সত্ৰ স্থাপনৰ পিচত যোগানন্দ স্বামীৰ সৈতে ভিক্ষুক বেশ ধাৰণ কৰি তেৰাই হৰিদ্বাৰলৈ গমন কৰে। হচং সত্ৰ প্ৰতিষ্ঠাৰ পিচত ভোটান অভিমুখে ৰাওনা, নগাঁও জিলাত চাপৰমুখ সত্ৰ, উত্তৰ গুৱাহাটী সত্ৰ, ১৯২৬ চনত দক্ষিণ কামৰূপৰ সৰপাৰা সত্ৰক কেন্দ্ৰ কৰি ক্ষেত্ৰী সত্ৰ, ৰামপুৰ সত্ৰ, বালাসিদ্ধি সত্ৰ (ছয়গাঁও), মাণিকপুৰ সত্ৰ (মৈৰাপুৰ), শিঙিমাৰী সত্ৰ আদি প্ৰতিষ্ঠা হয়। শ্ৰীশ্ৰীমৎ স্বামী কৃষ্ণপুৰী গুৰুজনে এই সৰপাৰা সত্ৰক প্ৰধান সত্ৰৰ মান দি ইয়াতেই তেৰাৰ জীৱনৰ সমস্ত আধৰুৱা ধৰ্ম, কৰ্ম, গ্ৰন্থ ৰচনা প্ৰকাশ আৰু প্ৰচাৰৰ সুবিধাকণ লাভ কৰে আৰু শৈল-কাষ্ঠৰ চিত্ৰ-ভাস্কৰ্যৰ নিৰ্মাণ কাৰ্য চলাবলৈ লয় (১৯২৬-১৯৬১)।

ধৰ্মগুৰু বা ধৰ্মযাজকসকল অভক্ত, জুৱাচোৰ, মদাহী, ভাঙৰী আদি অসৎ লোকৰপৰা পোৱা বদ আচৰণ-অত্যাচাৰৰ বলি হোৱাৰ দৰে শ্ৰীশ্ৰীমৎ স্বামী কৃষ্ণপুৰীয়েও বিভিন্ন গাঁও অঞ্চলৰ লেখীয়া সৰপাৰা, উপৰহালীক কেন্দ্ৰ কৰি দক্ষিণ কামৰূপৰ সৰহসংখ্যক মহানুভৱ আৰু উদাৰ লোকৰ ছত্ৰছায়াত তেৰাই মানৱ ধৰ্ম প্ৰচাৰৰ ক্ষেত্ৰত এক বিশেষ উদ্‌গনি পাইছিল। সৰপাৰা সত্ৰত অধিককাল নিগাজি কৈ থাকি তেৰাই কৌৰৱগীতা, ভগৱান গীতা, কৃষ্ণ শংকৰৰ অষ্টোত্তৰ শতনাম আদি ধৰ্মগ্ৰন্থ ৰচনা কৰি প্ৰকাশৰ পথ প্ৰশস্ত কৰে। এই বৃহৎ লোক-সমাজৰ পূজনীয় গুৰু হিচাপে তেৰা প্ৰখ্যাত হয় আৰু বহুত কু-সংস্কাৰ প্ৰথাৰ সংস্কাৰ সাধন কৰে। উদাহৰণস্বৰূপে দক্ষিণ কামৰূপৰ প্ৰাচীন বাৎসৰিক নাট-ভাওনা উৎসৱ 'দধি মন্থন নাট'ৰ সংশোধন, মৃতকৰ এমহীয়া অশৌচৰ সলনি দহদিনীয়া হিচাপে প্ৰযোজ্য হোৱাৰ এগৰাকী হোতা ইত্যাদি। মুঠ ৪৮ খনৰ ৩৩ খন শাস্ত্ৰ পুথিৰ ৰচনা (প্ৰকাশিত, অপ্ৰকাশিত) ৩৫ খন কাঠত খোদিত ভাস্কৰ্য সমলে তেৰাই সৰপাৰা সত্ৰক ধন্য কৰি থৈ গৈছে। এই সত্ৰৰপৰাই 'নখতি সত্ৰ' প্ৰতিষ্ঠা কৰে ১৯৩৩ চনত। ইয়াৰ উপৰিও টিহু, কৈঠালকুছি, ভয়ৰাগাঁও, নমাটি উল্লেখযোগ্য।

মহাপুৰুষ শ্ৰীশ্ৰীমৎ স্বামী কৃষ্ণপুৰী গুৰুৰ দেহাৱসান ঘটে ১৯৬১ চনৰ ২ জানুৱাৰী, সোমবাৰে দক্ষিণ কামৰূপৰ প্ৰধান সত্ৰ সৰপাৰাত। তেৰাক চিৰযুগমীয়া কৰি ৰখাৰ মানসেৰে বছৰৰ এটা নিৰ্দিষ্ট দিনত সমস্ত শিষ্যই সমূহ সত্ৰত তেৰাৰ জন্মোৎসৱ, 'সাগৰ মন্থন' নাট-ভাওনা উৎসৱ পালন কৰি আহিছে।

আমি 'উপৰহালী কলা-সংস্কৃতি প্ৰকাশনে ৪ নৱেম্বৰ ১৯৯০ চনত অসমৰ বিশিষ্ট কবি-সাহিত্যিক আৰু জ্ঞানী, বুদ্ধিজীৱী লোকৰ উপস্থিতিত সৰপাৰা সত্ৰত 'শ্ৰীশ্ৰীমৎ স্বামী কৃষ্ণপুৰী সাহিত্য কৰ্মশালা' অনুষ্ঠিত কৰোঁ। শতাধিক লোকৰ উপস্থিতিত অনুষ্ঠিত হোৱা এই কৰ্মশালাৰ বিষয়সূচী আছিল কৃষ্ণপুৰীৰ মানৱ ধৰ্ম প্ৰচাৰ আৰু প্ৰকাশিত-অপ্ৰকাশিত গ্ৰন্থসমূহৰ পৰ্যালোচনা, প্ৰকাশিত গ্ৰন্থসমূহৰ সমীক্ষাত্মক পৰ্যালোচনা, নাট্য সাহিত্যৰ দিশত শ্ৰীশ্ৰীমৎ স্বামী কৃষ্ণপুৰীৰ অৱদান গীতিকাৰ শ্ৰীশ্ৰীমৎ স্বামী কৃষ্ণপুৰী, শাস্ত্ৰকাৰক কবি কৃষ্ণপুৰী, ভাস্কৰ্য শিল্পী কৃষ্ণপুৰী, কৃষ্ণপুৰীৰ জীৱন বৃত্তান্ত, সমাজ সংস্কাৰক ৰূপে শ্ৰীশ্ৰীমৎ স্বামী কৃষ্ণপুৰী, মই কৃষ্ণপুৰীক জানিছিলোঁ ইত্যাদি। ৰাতিপুৱাৰপৰা চাকি-বন্তি জ্বলোৱা পৰলৈ অনুষ্ঠিত এই বৰ্ণাঢ্য কৰ্মশালাত বিষয়সমূহৰ ওপৰত স্বৰচিত প্ৰবন্ধ পাঠ আৰু ব্যাখ্যাৰে আগভাগ লয় ক্ৰমে— সৰপাৰা সত্ৰৰ আচাৰ্য নৰেন্দ্ৰ নাথ চৌধুৰী, ভৱানীকান্ত চৌধুৰী, অধ্যাপক ধনেশ্বৰ কলিতা, আদ্যনাথ গোস্বামী, অধ্যাপক যোগেশ কলিতা, আমি নিজে, মায়াৰাম দাস, মহেন্দ্ৰ চন্দ্ৰ দাস, ধীৰেণ শৰ্মা, সুৰেণ ঠাকুৰীয়া, বংশীধৰ দাস, থানেশ্বৰ কুমাৰ, ধীৰেন দাস, শিল্পী মুনীন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্য, অমৃত ঠাকুৰীয়া, সৰ্বেশ্বৰ মজুমদাৰ, উপেন চন্দ্ৰ তালুকদাৰ, সূৰ্য কুমাৰ মজুমদাৰ, তপন কলিতা, শিৱচৰণ কলিতা, ভুবন কলিতা আদিয়ে। এই কৰ্মশালাৰ যোগেদি জননী জন্মভূমিক স্বৰ্গতকৈও অধিক শ্ৰেষ্ঠ কৰি তোলাৰ মানসেৰে কৃষ্টি, শিল্প, বাণিজ্য, ধন-ধান, সুখ-সমৃদ্ধিৰে এখনি নতুন মৰ্ত্যলোক সৃষ্টিৰ সাধনাত ব্ৰতী হোৱা পঞ্চম গুৰু মহাপুৰুষ শ্ৰীশ্ৰীমৎ স্বামী কৃষ্ণপুৰীৰ জীৱন দৰ্শনৰ আলোকে সকলোকে আলোকিত আৰু আলোড়িত কৰি তোলে।

শ্ৰীশ্ৰীমৎ স্বামী কৃষ্ণপুৰী গুৰুজনাৰ জীৱনীকাৰক আচাৰ্য নৰেন্দ্ৰনাথ চৌধুৰীৰ প্ৰতি আমি চিৰকৃতজ্ঞ। তেখেতে গুৰুৰ শিশুকাল, শিক্ষা কালৰ বিচিত্ৰতা আৰু দক্ষতাৰ বিষয়ে লেখা লেখনীৰ জৰিয়তে অনাখৰি লোকৰপৰা জ্ঞানীজনলৈ কৃষ্ণপুৰী গুৰুজনাৰ প্ৰতি কৌতুহল, আকৰ্ষণ আৰু স্পৃহাৰ খোৰাক দিব পাৰিছে।

এদিন হঠাৎ শ্ৰীশ্ৰীমৎ স্বামী কৃষ্ণপুৰীৰ পৰম শিষ্য অমৃত ঠাকুৰীয়াই (মোৰ কাকা) গুৰু কৃষ্ণপুৰীৰ ওপৰত 'ভুৰুকাত হাতী ভৰোৱা'ৰ দৰে থুপতে কবিতা এটি লিখি দিব লাগে বুলি টানি ধৰিলে। কিয়নো তাৰ পিচদিনাখনেই (১৯৮২ চনৰ মাঘ মাহৰ এটা দিনত) গুৰুৰ তিথিত পাঠ কৰি ভকতসকলক শুনাব লাগিব। কথাটো শুনাৰ পিচত মোৰ টোপনি-ঘুমটি নহা অৱস্থা— ৰাতি এটা বজাত কলম তুলি লৈ আৰম্ভ কৰিলোঁ—

শ্ৰীশ্ৰীমৎ স্বামী কৃষ্ণপুৰী গুৰু সমীপেষু—

*নৰৰূপী দেহ তুমি অৱতৰি কৃষ্ণপুৰী খেলি আছা*
*য'ত জীৱজগতৰ লীলা।*
*মাধৱ ধৰণ সেৱী সেৱকৰ হৃদে স্থিতি গীতাৰ*
*সুকৰ্তাৰূপে ভগৱন্তক ভৈলা।।*

*শঙ্কৰ-মাধৱ হৰিদেৱ-দামোদৰ বাণী অমৃত সাগৰ*
*মথি বিলালা ভাৰন্তে।*
*ভজি গুৰু ভোলাপুৰী মায়াজাল ফালি-ছিৰি জীৱৰ*
*জনম তত্ত্ব শিকাইলা সততে।।*

*মহাযোগী ব্ৰহ্মচাৰী ভাস্কৰ্যৰ শৈল্যৰূপে ৰসে-*
*গানে-গন্ধে শাস্ত্ৰৰ কাৰক।*
*সত্য মহা-সংস্কৃতি কু-সমাজ সংস্কাৰি সুখী-দুখী*
*মহাজন সবাৰে সাধক।।*

*সু-পুৰুষ পিতৃকাশী বসুন্ধৰী সু-জননী পূৰ্ব ভাৰতৰ*
*ই শুৱালকুছি গ্ৰাম।*
*তদ্ৰূপ ভূ-ভাৰতত স-সহস্ৰ প্ৰকাশন্ত তোমা নাম*
*ধৰ্ম-কৰ্ম সত্ৰ অনুপাম।।*

*মানৱ জগত জ্যোতি কি ৰূপে প্ৰকাশি পাৰি*
*সেহিসে দৰ্শন শ্ৰেষ্ঠ কৃষ্ণ সংস্কৃতি।*
*মহা আত্মা জ্ঞান লভি বিজ্ঞান সাহিত্য সেৱী ৰাখি*
*হৈছা নীতি তন্ত্ৰবাক সিদ্ধি কীৰ্তি।।*

*সাগৰ মন্থন নাট, সৰ্পৰ দশন মন্ত্ৰ, টকাৰৰ*
*ইতিবৃত্তি, দুৰ্গা, লক্ষ্মী কাহিনী।*
*আইনাম, শঙ্কৰৰ স্তোত্ৰ ৰত্নাৱলী, সৰু গীত,*
*মাধুৰী, বসুন্ধৰী গীত মন বোধনী।।*

*বালি নাম নন্দোৎসৱ, শ্ৰীকৃষ্ণৰ, শংকৰৰ এশ আঠ*
*নাম, অসমীয়া কীৰ্তন।*
*ভগৱান গীতা, কৌৰৱ গীতা, ব্ৰহ্মচৰ্য, গুৰু*
*ভতিমা, গুৰু কৃষ্ণ, গুণমালা, মহাভাৰত, ৰামায়ণ।।*

*মুঠা গীতা, ভক্তি বাৰ্তা, প্ৰাৰ্থনা, প্ৰেম, মণিমালা,*
*কৃষ্ণ সেৱা, পাঠসেৱা, কৃষ্ণ জন্মোষ্টমী।*
*নৱ যামল, ঘোষা অমৃত, শ্ৰাদ্ধ, নাম-কীৰ্তন,*
*দধিমন্থন, নিস্পত্তি, ব্ৰহ্মবাণী, পুৰাণ- দুষ্টামী।।*

*অভেদ কবচ, পদশিলাত কৰা তৰ্পণ, বাৰ গোপাল*
*ওলোৱো গীত, বেদবাণী, সৰস্বতী কাহিনী।*
*শ্ৰাদ্ধাদিৰ মুঠা, বিবেক কীৰ্তন, দৌলযাত্ৰা ইত্যাদি*
*কাহিনী ইসৱ তোমাৰে সৃষ্টি।।*

*অথিৰ সংসাৰ জানি লোভ মোহ কাটি কৰি*
*খ্যাতিমন্ত পৰিব্ৰাজক ৰূপে পাইলো আমি।*
*জাতি স্বদেশৰ লোকে যতু চৰণৰ পাশে পশিলেক*
*পৰাণৰ গুৰু নাথ স্বামী।।*
*তিনি কুৰি তিনি বৰ্ষ মানৱ সমাজ মাজে গীতা*
*ভগৱত জ্ঞান সিঞ্চিয়া ফুৰিলা।*
*বৈকুণ্ঠ প্ৰমাণ দিয়া ভাঙৰী-সৰপাৰা সত্ৰে দহোণ*

*কুৰি ভকতে তোমাক হেৰুৱাইলা।।*

*সেহি খানি দিন ধৰি তোমাৰ পৰম শিষ্য বটি*
*আছে ধৰ্ম জৰী নৰেন্দ্ৰ চৌধুৰী।*
*গুৰুৰ আদৰ্শ মানি সাহিত্য কৃষ্টিত ব্ৰতী তোমাৰ*
*আশীষে তেৱা উদিছে প্ৰচাৰি।।*

*গুৰু পিতৃ-সৰ্বে কুলে গুৰু মাতৃ পুষ্পে কোলে*
*জনমিলো নৰেনে চিৰ সাধনাৰ ফলে।*
*শত ভকতৰ মধ্যে গুৰু ভজিবাৰ ইচ্ছা দিয়োঁ ঠাই*
*স্বামী মোকে তোমাৰ চৰণ তলে।।*
*ওঁম পিতৃগুৰু মাতৃগুৰু ধৰ্মগুৰু শ্ৰীশ্ৰীমৎ স্বামী*
*কৃষ্ণপুৰী গুৰু সমীপেষু।।*

কবিতাটো ৰাতিতেই লেখা আৰু কায়ঠেলী আখৰেৰে কপি কৰা কাম সাং কৰি ভাবৰ এই মহাভাৰখন থৈ সকাহ লওঁ। কবিতাটো লেখাৰ পিচত শ্ৰীশ্ৰীমৎ স্বামী কৃষ্ণপুৰীৰ প্ৰতি আমাৰ এক অহৈতুকী গুৰুপ্ৰেম জাগৰিত হয় আৰু মনে তেৰাক গুৰুৰ আসন দিয়ে।

কবিতাটোত গুৰুজনাৰ সমস্ত দাৰ্শনিক সত্ত্বাৰ চানেকি হিচাপে লাভ কৰা ধৰ্মগ্ৰন্থ আৰু শাস্ত্ৰসমূহ সন্নিৱিষ্ট কৰিবলৈ লোৱা হৈছে আৰু প্ৰকাশ কৰিব বিচৰা হৈছে আমাৰ একনিষ্ট গুৰু সেৱা-ভক্তি।

এগৰাকী ধৰ্মগুৰুৰ জীৱনালেখ্য ইমানকণ পৰিসৰত দাঙি ধৰিবলৈ যিহেতু সম্ভৱ নহয়, সেয়ে নিমিত্ত মাত্ৰ লেখনীৰে শ্ৰীশ্ৰীমৎ স্বামী কৃষ্ণপুৰী গুৰুক সোঁৱৰণ কৰিবলৈ পাই আমি ধন্য হৈছোঁ। শেষত আমি অন্তঃকৰণেৰে আশা কৰিব পাৰোঁ যে, সাম্প্ৰতিক কালৰ মানৱ সমাজে কিম্বা বিশ্ববাসীয়ে শ্ৰীশ্ৰীমৎ স্বামী কৃষ্ণপুৰী গুৰুজনাৰ ধৰ্মীয় দৰ্শন, মানৱতা আৰু আধ্যাত্মিকতাবাদ আয়ত্ত-অনুশীলন কৰিবলৈ ল'লে বিশ্বমানৱৰ কল্যাণ অৱশ্যম্ভাৱী। ■





# 'বেলি'ৰ বেলিমাৰ



## (১৯১৬-১৯৬৯)

**প্ৰফুল্ল দাস**

এসময়ত এখন আন্ধাৰ পৃথিৱীত এমুঠি মানুহ নামৰ জীৱধাৰীয়ে বাস কৰিছিল। মানুহচামে জনজীৱনৰ মাজত থাকিও জনঅৰণ্যত নিৰ্বাসিত হৈ আছিল। শতাব্দীৰ আন্ধাৰে গ্ৰাস কৰা পৃথিৱীখনিত পোহৰ বিচাৰি আলোক সন্ধানী মনৰ আকুলতা আৰু জনজীৱনৰ লগত মিলি যোৱাৰ মানৱতা প্ৰয়াসী প্ৰাণৰ ব্যাকুলতা, এয়ে আছিল মানুহচামৰ আজন্ম স্পৃহা।

বিচিত্ৰ মানৱ জীৱন! মানুহে মৰি মৰিও জীয়াই থাকিব বিচাৰে সুন্দৰ পৃথিৱীৰ বহল বুকুত। ই মানুহৰ মনৰ মাজত লুকাই থকা চিৰন্তনীয় এটা বাসনা।

আৰু এধানি গ'লে
পাম গৈ পোহৰ দেখা
সিপাৰৰ সমুদ্ৰৰ
প্ৰদীপ্ত জ্যোতিৰেখা...

এদিন সঁচাকৈয়ে পোহৰ আহিল। কাল আন্ধাৰে আৱৰা ক্ষুদ্ৰ পৃথিৱীখনিৰ পুবাকাশত পোহৰৰ উক্‌মুকনি উদ্ভাসিত হ'ল। যুগ যুগ ধৰি অৱজ্ঞা, অৱহেলা, ঘৃণা-বিদ্বেষ, নিপীড়ন, নিৰ্যাতন আদিৰে জৰ্জৰিত হোৱা নিঃস্ব মানুহচামৰ ওঁঠত অস্ফুট হাঁহি, মুখত চেপা কণ্ঠৰ অস্পষ্ট মাত, মনত ধূসৰ আশা আৰু প্ৰাণত জীয়াই থকাৰ দুৰ্বাৰ বাসনা জাগৰিত হ'ল। ক্ষন্তেক পিচতে অপেক্ষাকৃত পৃথিৱীত ৰক্তিম বেলি উদিত হ'ল।

এই ৰক্তিম বেলিটিয়ে আছিল আমাৰ বেলিবাবু— মানে বেলিৰাম দাস; যিজনাক সবাই বেলি উকীল বুলি অভিহিত কৰিছিল আৰু সেই আন্ধাৰে আৱৰা পৃথিৱীখনি আছিল একালত আধিপত্যবাদী, জাত্যাভিমানী এচাম মানুহে জাত-পাত সৃষ্টিৰ মাজেৰে অস্পৃশ্য জাতি নামেৰে কলংকিত কৰা নমঃশূদ্ৰ সমাজ।

লুইতপৰীয়া পলাশবাৰী নগৰীৰ ১নং ৱাৰ্ডত মাছমৰীয়া নমঃশূদ্ৰ মানুহৰ বসবাস আছিল। এই মাছমৰীয়া সমাজৰে এটি সৰু পৰিয়ালৰ 'গৰীয়া' দাসৰ ঔৰসত আৰু দাসী নামৰ মহিলাৰ গৰ্ভত বেলিবাবুৰ জন্ম হৈছিল ১৯১৬ চনত।

বেলিবাবু, পিতৃ-মাতৃৰ তৃতীয় সন্তান আৰু অলিৰাম বেঠাৰামৰ কনিষ্ঠ ভাতৃ। এই বেঠাৰামৰে সুযোগ্য সন্তান আছিল সাহিত্যিক, সাংবাদিক প্ৰয়াত সূৰ্য দাস।

ইংৰাজীত এষাৰ কথা আছে— 'Morning shows the day'. আমাৰ অসমীয়াতো ইয়াৰ প্ৰতিৰূপ বাক্য আছে— 'যি মূলা বাঢ়ে তাৰ দুপাততে চিন।' কথাষাৰ সত্য। আমাৰ বেলিবাবুৰ শিশুকালতে ভৱিষ্যৎ জীৱনৰ উমান পোৱা গৈছিল।

সাধাৰণতে শিশু ভূমিষ্ঠ হ'লে কান্দি উঠে। জানিবলৈ পোৱামতে শিশু বেলিৰামে মাতৃগৰ্ভৰপৰা ভূমিষ্ঠ হৈয়ে হেনো মুখৰ হাঁহি বিৰিঙাইছিল। আমাৰ মানুহৰ মাজত এটা নিয়ম আছিল যে— শিশু ভূমিষ্ঠ হোৱাৰ পিচত বেৰ আদিত কোবাই শব্দ কৰে, যাতে ভূত-প্ৰেত আঁতৰি যায়। বেৰত কোবাওঁতে হেনো শিশুটিয়ে কান্দি উঠিছিল।

অকল এয়ে নহয়, বেলিবাবু জন্মৰ কিছুদিন আগৰেপৰা হেনো বতাহ-বৰষুণত আকাশ ডাৱৰীয়া হৈ আছিল। কেইবাদিন ধৰি মানুহবোৰে নদীত জাল-জৰী মাৰিব পৰা নাছিল। শিশুটি জন্মৰ দিনাই হেনো সূৰ্য ওলায় আৰু বতৰ ফৰকাল হৈ পৰে। সেই কাৰণে শিশুটিৰ নাম বেলি ৰাখিছিল।

ই যিয়েই নহওক, বেলিবাবু আছিল সুশ্ৰী দেহৰ; সুন্দৰ মুখাবয়ৱ, অমায়িক ব্যৱহাৰ আৰু মেধাৱী— জ্ঞানপিপাসু মনৰ সুন্দৰ এযুৰি উজ্জ্বল চকু।

তেওঁৰ প্ৰাথমিক শিক্ষা আৰম্ভ হয় নিচেই কম



বয়সত। ১৪ বছৰ বয়সতে পলাশবাৰী আৰ. বি. হাইস্কুলৰপৰা প্ৰবেশিকা পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হৈ গুৱাহাটীৰ কটন কলেজত পঢ়ে। তেওঁ তাৰপৰা সংস্কৃতত অনাৰ্চ লৈ সুখ্যাতিৰে বি. এ. পাছ কৰে। ইয়াৰ পিচত এম. এ. পঢ়িবলৈ বেনাৰসলৈ যায়। তাত তিনিমাহ থকাৰ পিচত অসুখত ভুগী ভগ্নস্বাস্থ্য লৈ ঘূৰি আহে আৰু সিমানতে এম. এ. পঢ়া শেষ কৰে।

সেই সময়ত কানিংহাম চাহাবৰ এখন চাৰ্কুলাৰ বাহিৰ হৈছিল। এই চাৰ্কুলাৰ মতে ছাত্ৰ-ছাত্ৰীয়ে কোনো জাতীয় আন্দোলনত যোগদান নকৰাৰ প্ৰতিশ্ৰুতি লিখিতভাৱে কলেজ নাইবা স্কুল কৰ্তৃপক্ষক দিব লাগিছিল।

কানিংহাম চাহাবৰ উক্ত চাৰ্কুলাৰৰ প্ৰতিবাদ কৰিলে বেলিৰাম দাস, বিজয় চন্দ্ৰ ভাগৱতী, ৰবীন কাকতি, তীৰ্থনাথ শৰ্মা, দেবেন্দ্ৰ চৌধুৰী, গিৰিজা হাজৰিকা আদিৰ নেতৃত্বত ছাত্ৰ-ছাত্ৰীয়ে কলেজ ত্যাগ কৰি জুবিলী গাৰ্ডেনলৈ ওলায় আৰু তাত প্ৰতিবাদ সাব্যস্ত কৰি ধৰ্মঘট পালন কৰিছিল।

চাৰ্কুলাৰৰ প্ৰতিক্ৰিয়া মাৰ নৌযাওঁতেই বেলিৰাম বাবুই আইন পঢ়িবলৈ কটনৰ আৰ্লৰ্ল কলেজলৈ গৈছিল। তেতিয়া কলেজ কৰ্তৃপক্ষই তেওঁৰপৰা স্বদেশী আন্দোলনত যোগ নিদিয়াৰ প্ৰতিশ্ৰুতি বিচাৰিছিল; কিন্তু আমাৰ দাসদেৱে লিখিত প্ৰতিশ্ৰুতি দিবলৈ অসন্মত হয় আৰু তেতিয়া ইংৰাজ বিদ্বেষ ভাব লৈ গোৱালপাৰা জিলাৰ মৰনৈৰ ডাঃ জ্যোতিষ চন্দ্ৰ দাসদেৱৰপৰা টকা ধাৰ লৈ কলিকতাত আইন পঢ়িবলৈ যায়। তাৰপৰা সুখ্যাতিৰে ল. পাছ কৰি গুৱাহাটীত ওকালতি আৰম্ভ কৰে। শেষত ডাঃ জ্যোতি চন্দ্ৰ দাসৰ দুহিতা দময়ন্তী দেৱীক বিয়া কৰাই গুৱাহাটীতে থাকিবলৈ লয়।

শুনিবলৈ আশ্চৰ্য যেন লাগিলেও এই সমস্ত শিক্ষাজীৱন বেলি বাবুৱে কুৰি বছৰ বয়সৰ ভিতৰতে সমাপ্ত কৰিছিল। বয়সৰ সীমাৰেখাৰে তেওঁৰ শিক্ষা জীৱন জুখি চাবলৈ গ'লে অবিশ্বাস্য যেন লাগিলেও এইটোও সত্য যে, বেলিৰামে পলাশবাৰী মাছমৰীয়া সমাজৰ অপত্য মৰম-স্নেহ আৰু আশীৰ্বাদপুষ্ট হৈ তেওঁ দুগুণ উৎসাহেৰে পঢ়া-শুনা কৰাৰ প্ৰেৰণা পাইছিল আৰু মাছমৰীয়া মানুহখিনিৰ দুৰ্দশাগ্ৰস্ত জীৱনশৈলীৰ মৰ্মবেদনা সৰুৰেপৰা উপলব্ধি কৰাৰ সুযোগ পাইছিল। এই ক্ষুদ্ৰ জাতীয় চেতনাই তেওঁৰ ভৱিষ্যৎ জীৱন দৰ্শনৰ ইংগিত বহন কৰিছিল আৰু সিয়ে হয়তো শেষত গৈ সৰ্বভাৰতীয় জাতীয় চেতনাৰে উদ্বুদ্ধ হৈ মুক্তি সংগ্ৰামৰ অংশৰূপে জাতীয় আন্দোলনত জঁপিয়াই পৰিছিল। কাৰণ এইটো সহজে অনুমেয় যে, যি নমঃশূদ্ৰ সমাজে নাও, জাল, জৰীৰে পানীত মাছ মাৰি দুবেলা-দুমুঠি খাই জীয়াই থকাৰ বাহিৰে বৰ্তমান ভূত-ভৱিষ্যৎ একো নাজানিছিল; ৰাজনীতি, শাসন-শোষণ, স্বৰাজ-স্বাধীনতা, সত্যাগ্ৰহ আদি একো নুবুজিছিল, সেই অজ্ঞান আন্ধাৰ পৃথিৱীখনৰ জনগোষ্ঠীৰ মাজৰপৰাই 'বেলি' ওলাই আহিছিল অন্ধকাৰৰ ভেটা ভাঙি ৰক্তিম বেলি হৈ— ৰাজনীতি, সমাজনীতি আৰু সাহিত্য-সংস্কৃতিৰ সীমাৰেখাৰ পৰিধি লৈ।



Freedom Fighter, Beliram Das, B.L. Born in 1916 at Palasbari, in Kamrup District, Imprisoned for 6 months in 1942 for resorting to Civil Disobedience Activities and 4 months for offering Satyagraha, called by Mahatma Gandhi. He was M.L.C. (MLA) in Assam Assembly for the period 1937-1946 and upto 1952.
He was elected M.P. from Mangaldai in the First Free India Prliament (1952-1957)
Expired on 13th January 1969 at Lamb Road, Ambari, Uzanbazar, Guwahati-1.

প্ৰকৃততে ক'বলৈ গ'লে সমাজ, ৰাজনীতি আৰু সাহিত্য সৃষ্টি হয় সূক্ষ্ম জাতীয়তাবোধ, গভীৰ মানৱীয় চেতনা আৰু এই দুয়োটাৰ সমন্বয়ত সৃষ্টি হোৱা জীৱন জিজ্ঞাসাৰ যি চিৰন্তন ভাবনা, তাৰ ভাষিক প্ৰকাশেই সাহিত্য। আমাৰ বেলিবাবুৰ জীৱন দৰ্শনৰ প্ৰাৰম্ভিক



কালতে ইয়াৰ উমান পোৱা গৈছিল।

তেওঁ প্ৰথমে সামাজিক চেতনাৰে প্ৰবুদ্ধ হৈ মদ-ভাং আৰু কানিৰ অপকাৰিতা উপলব্ধি কৰিছিল। সেই সময়ত গাঁৱে-ভূঞে কানিৰ প্ৰচলন আছিল। আমাৰ ক্ষুদ্ৰ নমঃশূদ্ৰ জাতিৰ মাজতো ই বাৰুকৈয়ে বিয়পি পৰিছিল আৰু লুকাই-চুৰাই ইয়াক সেৱন কৰিছিল।

এদিন ল'ৰালিতে শ্ৰেণীত শিক্ষকে কানিৰ বিষয়ে কৈ থাকোঁতে পাবাৰ সেই কানি খোৱা মানুহৰ কথা মনত পৰিল। অকল এয়ে নহয়, তেওঁ সিদিনা সন্ধিয়া দুজন লগৰীয়া লৈ ওচৰৰ কানি সেৱন কৰা খলি এটাত আহি উপস্থিত হয়। বেৰৰ জোলোঙাৰে চাই দেখিলে যে, তিনিজন মানুহে জুই একুৰা আগত লৈ কানি খোৱাত ব্যস্ত। এজনে সৰু নলী এটা মুখত লৈ থাকে, দ্বিতীয়জনে মাহৰ সমান ক'লা গুটি এটা নলীৰ আগত থকা ক্ষুদ্ৰ বাটি এটাত ৰাখে আৰু তৃতীয়জনে জুইৰ শিখা এটা লৈ জ্বলাই দিয়ে। নলীডাল হুপা মৰাৰ লগে লগে গুটিটো ৰঙা হৈ জ্বলি উঠে আৰু ক্ষন্তেক পিচতে ফু এটা মাৰি সেইটো আঁতৰাই দিয়ে। এনেকৈ কেইবাৰমান খোৱাৰ পিচত আন এজনক দিয়ে। এইদৰে তিনিওজনে খায়, এটাই চালিখনৰ বেৰত চুঙাটো গুজি থৈ ঘৰা-ঘৰি গুছি যায়।

তেতিয়া শিশু বেলিৰামে তাত সাৱধানে সোমাই চুঙাটো ভাগি-ছিগি হাবিত দলিয়াই দিয়ে। এয়া আছিল প্ৰাইমাৰী স্কুলত পঢ়ি থকা দিনৰ কথা। বেলিবাবুৰ এই গল্পটো এদিন সৰুতে পিতাই কৈছিল।

হাইস্কুলৰ ষষ্ঠ শ্ৰেণীত পঢ়ি থাকোঁতে তেওঁ কিছু ডাঙৰ হয়। তেতিয়া তেওঁ দেবেন্দ্ৰ মোহন গোস্বামী, দেবেন্দ্ৰ চন্দ্ৰ চৌধুৰী (ৰামপুৰ), ৰাধিকাৰাম দাস, আনন্দ ৰাম কলিতা (মেনেজাৰ) আদি ছাত্ৰৰ লগ লাগি মদ, ভাং আৰু কানি বৰ্জনৰ অভিযান আৰম্ভ কৰে। চতুৰ ইংৰাজে যে এইবোৰ মানুহৰ মাজত বিয়পাই দি অসমীয়া জাতিক কানীয়া, সোৰোপা আৰু এলেহুৱা কৰিছে, এই কথা বুজাই দিয়ে। অকল এয়েই নহয়— কোনো দোকানীয়ে যাতে এইবোৰ বিক্ৰী কৰিব নোৱাৰে, তাৰ বাবে পিকেটিং কাৰ্যসূচীৰ অংশ হিচাপে ছয়গাঁৰৰ দোকানৰ আগত ধৰ্ণা দিয়ে। তেতিয়া বেলিবাবু গ্ৰেপ্তাৰ হয়; কিন্তু সৰু ল'ৰা কাৰণে এৰাতি লকাপত ৰাখি এৰি দিয়ে। এয়ে আছিল বেলিবাবুৰ প্ৰথম লকাপৰ অভিজ্ঞতা।

ইমানতো ক্ষান্ত নাথাকি তেওঁ পুনৰ আন্দোলনত জঁপিয়াই পৰে। তেতিয়া তেওঁ কলেজত পঢ়িছেহে মাথোঁ। পলাশবাৰীৰ আশে-পাশে স্কুলীয়া ছাত্ৰক লৈ হাটে-বজাৰে প্ৰতিবাদ, পিকেটিং কৰিবলৈ ল'লে। এই কাৰ্যত তেওঁলৈ পুলিচৰ গ্ৰেপ্তাৰী পৰোৱানা বাহিৰ হ'ল। তেতিয়া তেওঁ কিছুদিন আত্মগোপন কৰে যদিও পলাশবাৰীৰ দুৰ্গা পূজাৰ নৱমীৰ দিনা (২/১০/৩০) পূজা মণ্ডপত বক্তৃতা দি থাকোঁতে বেলিবাবু আৰু ৰাধিকাৰাম দাসক গ্ৰেপ্তাৰ কৰে।

গ্ৰেপ্তাৰৰ ২২ দিন পিচত 'প্ৰিচাৰ্ড' চাহাবে দুয়োকো বিচাৰৰ কাৰণে হাজিৰ কৰায়। ৰাধিকাৰাম দাসক চাৰিমাহ কাৰাদণ্ড বিহে; কিন্তু বেলিবাবুৰ বিচাৰ নকৰি প্ৰিচাৰ্ড চাহাবে ক'লে— 'তুমি অনুন্নত সম্প্ৰদায়ৰ এজন শিক্ষিত ডেকা। তোমাৰ ভৱিষ্যৎ উজ্জ্বল। তোমাক মই হাকিম চাকৰি দিম। তুমি আন্দোলন ত্যাগ কৰা। তোমাক ভাবিবলৈ তিনিদিন সময় দিলোঁ।'

কিন্তু আমাৰ বেলিৰামে টপৰাই উত্তৰ দিলে— 'মই এজন পূৰ্ণবয়স্ক শিক্ষিত ডেকা। মই যেতিয়া আন্দোলনত যোগ দিছোঁ, মই মোৰ ভৱিষ্যতৰ কথা চিন্তা কৰিহে দিছোঁ ...।'

বাহ! কি বীৰোচিত উত্তৰ। দেশৰ প্ৰতি কি গভীৰ আস্থা, স্বাধীনতাৰ প্ৰতিকি দুৰ্বাৰ স্পৃহা। তাত উপস্থিত থকা কংগ্ৰেছ কৰ্মীসকলে হাত চাপৰি বজাই ধন্যবাদ জনালে। তেতিয়া বেলিবাবুক প্ৰিচাৰ্ড চাহাবে ছয়মাহ কাৰাদণ্ড বিহে For civil disobedience activitiem. উক্ত চনতে মহাত্মা গান্ধীৰ নেতৃত্বত আইন অমান্য আন্দোলন গোটেই ভাৰতবৰ্ষতে বিয়পি পৰে। আমাৰ অসমো পিচপৰি থকা নাছিল। It was Beli Ram Das who led a group of College Students to the Jubilee Garden for taking part in the Republic day pledge and hoisting free Indian Flag on 26th January in 1930.

জুবিলী গাৰ্ডেনৰ কাৰ্যসূচী 'বন্দে মাতৰম' ধ্বনিৰে সমাপ্ত কৰি সমদল আগবাঢ়ে। এই সমদলৰ আগত আন দুজনমানৰ লগতে আমাৰ বেলিবাবুই এটা গান্ধী টুপী পিন্ধি আগবাঢ়ে। এনেতে অধ্যাপক টমচন্ চাহাবক লগ

পাই বেলিৰামে Good Morning বুলি অভিবাদন জনালে। টম্‌চম্‌ চাহাবেও Good Morning Beliram বুলি স্বাভাৱিক কণ্ঠেৰে কোৱাত আন ছাত্ৰবোৰ আচৰিত হয়। ইয়াৰপৰাই অনুমান কৰিব পাৰি যে, সেই সময়ত শাসক গোষ্ঠীও বেলিবাবুক ভালদৰে জানিছিল আৰু চিনি পাইছিল— এই বুলিয়েই যে, তেওঁ এজন গান্ধীবাদী স্বাধীনতা প্ৰয়াসী যুৱনেতা আছিল।

এয়া আছিল ১৯৩৪ চনৰ কথা। গান্ধীজী 'হৰিজন চফৰ' কৰিবলৈ আহোঁতে গুৱাহাটীৰ ডাঃ হৰেকৃষ্ণ দাসদেৱৰ ঘৰত আশ্ৰয় লৈছিল। তেতিয়া বেলিবাবু ১৮ বছৰীয়া কলেজৰ ছাত্ৰ। তেওঁ গান্ধীজীক সাক্ষাৎ কৰি হাজোৰ মাধৱ মন্দিৰত নমঃশূদ্ৰ মানুহৰ প্ৰৱেশাধিকাৰ লৈ যি মোকৰ্দমা কলিকতা হাইকোৰ্টত বিচাৰাধীন হৈ আছিল, তাৰ পৰিপ্ৰেক্ষিতত আশু সমাধান বিচাৰি এখন স্মাৰকপত্ৰ প্ৰদান কৰিছিল।

সেয়া আছিল ১৯২২ চনৰ কথা। হাজোৰ মাধৱ মন্দিৰৰ পুৰোহিত আৰু মন্দিৰ পৰিচালনা সমিতিয়ে নমঃশূদ্ৰ মানুহক অস্পৃশ্য জাতি গণ্য কৰি মন্দিৰ দৰ্শনত বাধা আৰোপ কৰিছিল। দেৱমন্দিৰ শান্তিৰ প্ৰতীক, সম্প্ৰীতিৰ প্ৰতীক আৰু সমন্বয়ৰ প্ৰতীক। গতিকে দেৱপীঠ বা দেৱমন্দিৰ সকলোৰে পৱিত্ৰস্থান মানৱতাৰ মিলনভূমি, জাত-পাত উচ্চ-নীচৰ ঊৰ্ধ্বত।

সেয়ে হাজোৰ নমঃশূদ্ৰ মানুহচামে শৰাই আগত লৈ ঢোল-দগৰ, ওজাপালি সমন্বিতে, শুদ্ধচিত্ত মনে নাম-কীৰ্তন কৰি, ন-বস্ত্ৰ পৰিহিত হৈ মাধৱ মন্দিৰ দৰ্শন কৰিবলৈ ওলাল।

নমঃশূদ্ৰ মানুহৰ মন্দিৰ দৰ্শনৰ এই পদযাত্ৰাত পুৰোহিত আৰু মন্দিৰ কৰ্তৃপক্ষই বাধাদান কৰে। অকল এয়েই নহয়. তেওঁলোকে উত্তেজিত হৈ ঢোল-দগৰ ভাঙি দিয়াত দুয়ো পক্ষৰ মাজত হতাহতি আৰম্ভ হয়। পৰিস্থিতিয়ে সাম্প্ৰদায়িক ৰূপ লোৱাৰ আগতে এচাম দূৰদৰ্শী মানুহে দুয়ো পক্ষক বুজাই-বঢ়াই শান্ত কৰে যদিও মন্দিৰত পুৰোহিতে 'মাধৱ মন্দিৰত নমঃশূদ্ৰ মানুহৰ অনাধিকাৰ প্ৰৱেশক লৈ গুৱাহাটীৰ District Courtত এক মোকৰ্দমা ৰুজু কৰে।

১৯২৭ চনত এই মোকৰ্দমা পুৰোহিতৰ পক্ষত যোৱাত ১৯৩৩ চনত প্ৰয়াত তৰুণৰাম ফুকনদেৱৰ পৰামৰ্শত প্ৰয়াত কমলা নমঃশূদ্ৰই কলিকতা হাইকোৰ্টত আপীল কৰে। তেতিয়ালৈকে এই মোকৰ্দমা কলিকতা হাইকোৰ্টত বিচাৰাধীন হৈ আছিল। (অৱশ্যে ১৯৩৬ চনত District Court ৰ অৰ্ডাৰ ৰদ কৰি কলিকতা হাইকোৰ্টে মাধৱ মন্দিৰত প্ৰৱেশাধিকাৰ সাব্যস্ত কৰে।)

ডেকা বেলিবাবুই এই আটাইবোৰ কথা গান্ধীজীক সুন্দৰভাৱে বুজোৱাত যি ভাষা-জ্ঞানৰ দক্ষতা অৰ্জন কৰিছিল, সেয়া প্ৰশংসনীয় আৰু গান্ধীজীয়েও বেলিৰামৰ কথা বৰ আগ্ৰহেৰে শুনিছিল।

অকল এয়েই নহয়, গান্ধীজী গুৱাহাটীত থকা সময়ছোৱাত এইজনা বেলিৰামৰ নেতৃত্বত ৰাধিকাৰাম দাস আৰু লক্ষীধৰ বৰাদেৱে গান্ধীজীৰ সেৱা-শুশ্ৰূষা কৰিবলৈ অনুমতি লাভ কৰিছিল।

আমি এই কথা এই কাৰণেই উল্লেখ কৰিছোঁ যে, বেলিবাবু সৰুৰেপৰা গান্ধীবাদী আদৰ্শেৰে অনুপ্ৰাণিত



হৈছিল। ১৯২৬ চনত পাণ্ডুত বহা কংগ্ৰেছ মহাসভাৰ সময়ত তেওঁৰ বয়স মাত্ৰ ১০ বছৰ। সেই মহাসভালৈ গান্ধী অহাৰ কথা জানিব পাৰি তেওঁক চাবলৈ পিতাকক খাটনি ধৰিছিল। সৰু এটা ল'ৰা লৈ পাণ্ডুলৈ খোজকাঢ়ি যোৱা সাধাৰণ কথা নহয়। তেতিয়া আজিৰ দৰে গাড়ী-মটৰ নাছিল। সেয়ে পিতাকে উপায় নাপাই আন মানুহৰ লগত নাৱেৰে পাণ্ডুলৈ যাত্ৰা আৰম্ভ কৰিছিল। তেওঁ তাত গান্ধীজীক দূৰৈৰপৰাই দৰ্শন কৰি সেৱা এটা জনাই মনৰ আশা পূৰণ কৰিলে।

বেলিৰামৰ সৰুৰেপৰা গান্ধীজীৰ প্ৰতি থকা আস্থা, গভীৰ বিশ্বাস আৰু কংগ্ৰেছৰ প্ৰতি থকা আনুগত্যৰ বাবে মহাত্মা গান্ধীৰ দৰে এজন প্ৰবাদ প্ৰতীম পুৰুষৰ সান্নিধ্যৰ লাভ কৰিবলৈ সমৰ্থৱান হৈছিল।

মহাত্মাৰ আদৰ্শ আগত ৰাখি ১৯৪০ চনৰ ২০ ডিচেম্বৰত ৰামপুৰত বিৰাট জনসমাগমৰ সন্মুখত 'সত্যাগ্ৰহ' পালন কৰিছিল। তাত পুলিচৰ হাতত গ্ৰেপ্তাৰবৰণ কৰিছিল। অকল সেয়াই নহয়, He was imprisoned for four months for offering Satyagrah in 1942 for pressing British rullers to quit India.

'ভাৰত ত্যাগ' আন্দোলনতো তেজপুৰত যোগ দিবলৈ গৈ তাত A division জেলত আবদ্ধ হৈছিল।

১৯৪৬ চনত ৰাজনৈতিক নেতাবোৰে গুৱাহাটী ত্যাগ কৰি বকোত আত্মগোপন কৰিছিল। ৰাজনৈতিক কামবোৰ চলাই নিয়াৰ কাৰণে আৰু কংগ্ৰেছৰ যোগাযোগ ৰক্ষা কৰিবলৈ বেলিৰামে মাছমৰীয়াৰ বেশত পলাশবাৰীৰ সিপাৰে বালিচৰত আত্মগোপন কৰিছিল। তেওঁ গুৱাহাটীৰ খবৰ সংগ্ৰহ কৰি বকো'ত আত্মগোপন কৰি থকা বিজয় চন্দ্ৰ ভাগৱতী, সিদ্ধিনাথ শৰ্মা, মহেন্দ্ৰ মোহন চৌধুৰী, লক্ষীধৰ বৰা, ৰাধাচৰণ চৌধুৰী আদিলৈ স্কুলীয়া ছাত্ৰ প্ৰয়াত ৰমেশ দাসৰ হতুৱাই ডাঁৱৰ খবৰ ডাঁৰে পঠিয়াইছিল।

এয়াই আছিল বেলিবাবুৰ মুক্তি সংগ্ৰামৰ দৃশ্যপট। ইয়াৰ মাজতে আৰম্ভ হৈছিল ৰাজনৈতিক জীৱনৰ পৰিক্ৰমা।

১৯৩৭ চনৰপৰা ১৯৫২ চনলৈ তেওঁ ছাদুল্লা মন্ত্ৰীসভাৰ M. C. (Member of Council) নিৰ্বাচিত হৈ কাৰ্যনিৰ্বাহ কৰিছিল। ১৯৫২ চনত গণতান্ত্ৰিক দেশৰ সাংসদ (M.P.) ৰূপে (Member of Parliament) মঙ্গলৈ গৈ সংসদীয় সমষ্টিৰপৰা নিৰ্বাচিত হৈ দিল্লীৰ সংসদ পাইছিলগৈ।

বেলিবাবু কেৱল আন্দোলনকাৰী ছাত্ৰ, মুক্তি যুঁজাৰু কিম্বা ৰাজনৈতিক নেতাই নাছিল, তেওঁ এজন সু-সাহিত্যিকো আছিল।

ৰাজনীতি আৰু সাহিত্য দুখন সুকীয়া জগত যদিও দুয়োৰে মাজত এটি অন্তৰ্নিহিত যোগসূত্ৰ থকা যেন অনুমিত হয়। ৰাজনীতি আৰু সাহিত্য এটি গ্ৰহৰ যেন দুটি মেৰু। এটি নৱৰসৰ সৰস নিজৰা আৰু আনটি নীৰস বাস্তৱৰ কঠিন প্ৰত্যাহ্বান; কিন্তু দুয়োটিয়ে মানুহক লৈয়ে আৰোপিত। অৰ্থাৎ মানৱ সমাজক বাদ দি যেনেকৈ প্ৰকৃত সাহিত্য সৃষ্টি হ'ব নোৱাৰে, ঠিক সেইদৰে ৰাজনীতিও মানুহৰ জনকল্যাণৰ দিক্‌ দৰ্শন। এই পৰিপ্ৰেক্ষিতত আমি ক'ব পাৰোঁ যে, সাহিত্য আৰু ৰাজনীতি দুয়োটাই মানুহৰ সুখ-দুখ, আশা-ভৰষা প্ৰতিকাৰৰ জীৱন্ত প্ৰতীক।

ৰাজনীতিকে নীৰস জগতত বিচৰণ কৰিলেও বাস্তৱ জগতৰ অভিজ্ঞতাই মনৰ মাজত লুকাই থকা সুকুমাৰ কলা প্ৰতিভা ভাষাৰ ৰূপত নিগৰি নিগৰি নৱৰসৰ ব্যঞ্জনাৰে বাগৰি আহে আৰু তাৰ আত্মপ্ৰকাশেই সাহিত্য। ইয়াৰ উদাহৰণ বিশ্ব ইতিহাসত বহুতো ৰাজনীতিকৰ জীৱনচৰ্যাত পোৱা যায়। পণ্ডিত জৱাহৰলাল নেহৰু, আমাৰ হেম বৰুৱা, দেৱকান্ত বৰুৱা আৰু তৰুণৰাম ফুকনদেৱৰ 'মোৰ চিকাৰ কাহিনী' সাহিত্য সঁফুৰাৰ জীৱন্ত চানেকী।

আমাৰ আলোচ্যৰ বেলিৰাম দাসদেৱ ৰাজনৈতিক নেতা হ'লেও সাহিত্য সেৱাত যে ব্ৰতী হৈছিল, সেয়া সত্য। তেওঁ কোনো কালজয়ী সাহিত্য সৃষ্টি কৰিব পৰা নাছিল যদিও দেশৰ পৰিৱৰ্তিত পৰিস্থিতিত সামাজিক আৰু ৰাজনৈতিক চাহিদা পূৰণৰ কাৰণে সাহিত্যকৰ্ম কৰিছিল।

সেই সময়ৰ সু-সাহিত্যিক মহাদেৱ শৰ্মা ডাঙৰীয়াৰ পাতনি সম্বলিত তেখেতৰ 'নমঃশূদ্ৰ সম্প্ৰদায়' নামৰ সৰু পুস্তিকাখনি নমঃশূদ্ৰ জনগোষ্ঠীৰ উৎসাহ-উদ্দীপনা উদ্ৰেককাৰী ৰচনা। ইয়াৰ মাজত নমঃশূদ্ৰ মানুহৰ জাতীয় জীৱনৰ 'জীৱন পঞ্জী' নাই যদিও নমঃশূদ্ৰ জনগোষ্ঠীৰ



ওপৰত কটাক্ষ দৃষ্টিৰে আৰোপ কৰি অহা 'চৰাল' বা 'চণ্ডাল' যে নহয়, সেই কথা শাস্ত্ৰীয় যুক্তি-যুক্ততাৰে প্ৰমাণ কৰি দেখুৱাইছে। তাৰোপৰি নমঃশূদ্ৰ জাতি যে, ব্ৰাহ্মণ বংশোদ্ভৱ এই কথাৰো ঐতিহাসিক সত্যৰ ইংগিত দিছে।

ই যিয়েই নহওক, তেখেতৰ স্বৰচিত কিতাপৰ তালিকা দিবলৈ হ'লে প্ৰথমেই নাম ল'ব লাগিব—

(১) নমঃশূদ্ৰ সম্প্ৰদায়

(২) অস্পৃশ্যতা বৰ্জন

(৩) ভাৰতীয় শাসন তন্ত্ৰৰ ইংৰাজী শব্দাৱলীৰ পৰিভাষা

(৪) East Pakisthan and Assam.

ইয়াৰ উপৰিও 'স্বাধীনতা সংগ্ৰামত অসম' নামৰ আন এখন কিতাপ হাতে লিখা অৱস্থাতে ফাইলৰ মাজত আবদ্ধ হৈ আছে। এইখন প্ৰকাশ হৈ ওলালে নিশ্চয় স্বাধীনতা আন্দোলনৰ এখন জীৱন্ত ইতিহাস আজিৰ ন পুৰুষে পালেহেঁতেন।

বেলিৰাম বাবু কেৱল পলাশবাৰী-গুৱাহাটী কিম্বা অসমৰে স্বাধীনতা সংগ্ৰামৰ মুক্তি যুঁজাৰুৱেই নাছিল, তেওঁ আছিল এজন সৰ্বভাৰতীয় মুক্তি যুঁজাৰুৰ অগ্ৰণী ৰণুৱা। সেয়ে ১৯৪২ চনৰ 'ভাৰত চ'ৰো' আন্দোলনৰ স্বৰ্ণজয়ন্তী উৎসৱত প্ৰয়াত বেলিৰাম দাসদেৱলৈ Chairman of National Committee ৰপৰা পি. ভি. নৰসিংহ ৰাৱে অভিনন্দন পত্ৰ প্ৰেৰণ কৰিছিল। পাঠকৰ জ্ঞাতাৰ্থে প্ৰতিলিপি সন্নিৱিষ্ট কৰিলোঁ।

বেলিৰাম দাস ৰাষ্ট্ৰীয় সন্মানেৰে অভিনন্দিত হ'লেও, পলাশবাৰীৰ মাছমৰীয়া ৰাইজৰ আশীৰ্বাদেৰে পৰিপুষ্ট হ'লেও কিন্তু মৃত্যুৰ অভিনন্দন অতি বেদনাদায়ক, মৰ্মান্তিক। সেই মৰ্মবেদনা আৰম্ভ হৈছিল সম্ভৱ ১৯৫৪ চনৰপৰাই। তেওঁ তেতিয়াৰেপৰা পক্ষাঘাত (Paralysis) ৰোগত আক্ৰান্ত হৈ গুৱাহাটীৰ নিজা বাসভৱনত শয্যাশায়ী হৈ আছিল আৰু ১৯৬৯ চনৰ ১৩ জানুৱাৰীত জননেতা বেলিৰাম বাবুৰ 'জীৱনবেলি' অৰ্ধ আকাশত মাৰ গ'ল। পৰি ৰ'ল মাথোঁ পৰিয়াল-পৰিজন আৰু শুভাকাংক্ষীৰ চকুলো। ■

বিঃ দ্ৰঃ - বেলিবাবুৰ সংগ্ৰামী জীৱনৰ এইবোৰ তথ্য তেখেতৰ অতি মৰমৰ বৰজোঁৱাই মাননীয় শ্ৰীযুত গোবিন্দ মেধি (Retired Magistrate) আৰু তেখেতৰ পৰিবাৰ (বেলিবাবুৰ দুহিতা) শ্ৰীমতী কনক বাইদেউৰপৰা সংগৃহীত। বেলিবাবুক পোহৰলৈ উলিয়াই অনাৰ বাবে তেখেতসকলে আমাক যি সহায়-সহানুভূতি আৰু গভীৰ বিশ্বাস ন্যস্ত কৰিলে, তাৰ বাবে সদায় কৃতজ্ঞ হৈ ৰ'ম।

— লিখক







# শিক্ষাবিদ তথা সমাজ সংগঠক স্বৰ্গীয় সৰ্বেশ্বৰ মজুমদাৰ

## (১৯২১-১৯৯৬)

**নৰেন দাস**

কেতিয়াবা কেতিয়াবা কিছুমান ক্ষণজন্মালোকে সমাজ, জাতি তথা দেশলৈ অভূতপূৰ্ব বৰঙণি আগবঢ়াই নিজকে ধন্য কৰাৰ লগতে দহৰো উপকাৰ সাধন কৰে। নিজৰ সাধনালব্ধ গুণেৰে জন জীৱনৰ কল্যাণ সাধন আৰু কলা-সংস্কৃতিৰ পথাৰত কৰা ফচল ব্যক্তিত্বৰ চানেকি হিচাপে চিৰদিনলৈ বোৱতী নদীৰদৰে প্ৰবহমান হৈ থাকি ইতিহাসৰো স্বাক্ষৰ বহন কৰে। দক্ষিণ কামৰূপৰ দুজন ব্যতিক্ৰমধৰ্মী লোক— এজন শিক্ষাবিদ তথা সমাজ সংগঠক উপৰহালীৰ প্ৰবাদ পুৰুষ স্বৰ্গীয় সৰ্বেশ্বৰ মজুমদাৰ আৰু আনজন মিৰ্জা কোঁচপাৰা নিবাসী, কলাসাধক বিভিন্ন দেৱ-দেৱীৰ মূৰ্তি আৰু ধৰ্মানুষ্ঠান, ৰাজহুৱা ঠাইৰ তোৰণ আদি নিৰ্মাতা ভাস্কৰ্য শিল্পী শ্ৰীগমলু দাস পলাশবাৰী সাহিত্য সভা এলেকাৰ বিৰল প্ৰতিভাৰ লোক।

**সৰ্বেশ্বৰ মজুমদাৰ ঃ** অৰ্থ সংকটে জুৰুলা কৰা কৃষিজীৱী এটি পৰিয়াল। উপৰহালী (পুৰণি নাম ভাঙুৰীপাৰা, মৌজা-ৰামপুৰ) গাঁৱৰ স্বৰ্গীয় বিজয় মজুমদাৰ আৰু স্বৰ্গীয়া বাণেশ্বৰী মজুমদাৰৰ সুসন্তান সৰ্বেশ্বৰ মজুমদাৰৰ জন্ম হয় ১৯২১ চনৰ জুন তাৰিখ শনিবাৰে। তেওঁ মহাত্মা গান্ধীৰ একনিষ্ঠ সেৱক। ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিৰ পিচত স্থাপিত হোৱা অসমৰ কেৱল ১১ খন প্ৰাথমিক বিদ্যালয়ৰ ভিতৰত অন্যতম উপৰহালী প্ৰাথমিক বিদ্যালয়ৰপৰা ১৯৩৬ চনত ছাত্ৰবৃত্তিৰ জলপানী লৈ প্ৰাথমিক শিক্ষাৰ দেওনা পাৰ হয় মজুমদাৰে। ১৯৩৭ চনত পলাশবাৰীৰ ৰিদ্‌কৰণ বালচান্দ উচ্চতৰ আৰু বহুমুখী বিদ্যালয়ৰ চতুৰ্থ শ্ৰেণীত নামভৰ্তিৰে হাইস্কুলীয়া জীৱনৰ পাতনি মেলে। পঢ়াশলীয়া শিক্ষাক মুখ্য কৰি সৰ্বেশ্বৰ মজুমদাৰে লাগি পৰে কৃষিকৰ্ম, ঘৰুৱা কুটীৰ শিল্প, বোৱা-কটা, বাঁহ-বেতৰ কাম আৰু খেল-ধেমালিত। শিক্ষাক বিশেষভাৱে প্ৰাধান্য দিয়া মজুমদাৰৰ সৎস্বভাৱ-চৰিত্ৰ সৰুকালৰপৰাই আছিল কৃতিত্বসুলভ। একান্ত সাধনাৰে জনজীৱনৰ কল্যাণ— উন্নতি আদিত সদা অগ্ৰসৰ মজুমদাৰ আছিল পৰম সত্য পথৰ ৰণুৱা স্বৰূপ।

**শিক্ষা-দীক্ষা ঃ** সমাজৰ কল্যাণমুখী ব্যস্ততাৰ মাজতো মজুমদাৰে উচ্চ শিক্ষাৰ আকাংক্ষা পূৰণ কৰিবলৈ সক্ষম হৈছিল বি. এ., বি. টি., বি. লিব. এছচি.ৰ দৰে উচ্চ ডিগ্ৰীৰ শিক্ষা উপাধি লৈ। আনকি ১৯৭২ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ আইন মহাবিদ্যালয়তো নামভৰ্তি কৰিছিল; কিন্তু পাঠ্যক্ৰম শেষ নকৰিলে একমাত্ৰ চাকৰিৰ তাগিদাত।

**কাৰিকৰী শিক্ষা ঃ** সৰ্বেশ্বৰ মজুমদাৰ আছিল গান্ধীবাদী আদৰ্শৰ। ঘৰতেই বিজয় ঔদ্যোগিক ফাৰ্ম খুলি 'গান্ধী টুপী' চিলোৱা, নিজে পিন্ধা এৰী-মুগাৰ সূতা কটা, যঁতৰ চলোৱা আদি তেওঁৰ নিত্যনৈমিত্তিক কাম আছিল। ঘৰতেই কুটীৰ শিল্পী হিচাপে প্ৰস্তুত কৰিছিল বাঁহ-বেতৰ পাচি, খৰাহি, বিচনী, খেতিৰ যাৱতীয় সা-সঁজুলি আৰু মাছ মৰা জাকৈ-খালৈ আদি। বাঁহৰ তমালেৰে বিচনীত তেখেতে অংকণ কৰিছিল ভাৰতৰ মেপ, অসমৰ মেপ, মহাত্মা গান্ধী আৰু জৱাহৰলাল নেহৰু আদি নেতাৰ প্ৰতিচ্ছবি।

**সামাজিক অৱদান ঃ** দক্ষিণ কামৰূপৰ সিংহ পুৰুষ উপৰহালী নিবাসী বংশীধৰ তালুকদাৰৰ সহযোগত বহুতো সামাজিক কাম-কাজত লিপ্ত থাকি অঞ্চলটো সামাজিকভাৱে তথা অৰ্থনৈতিকভাৱে আগুৱাই নিছিল সৰ্বেশ্বৰ মজুমদাৰে। বংশীধৰ তালুকদাৰে উপৰহালী



চ'কত স্থাপন কৰা 'দি কিৰণ প্ৰিণ্টিং ওৱাৰ্কছ'ৰ মালিক হৈ ছপা কামত নিজকে আত্মনিয়োগ কৰিও শিক্ষকতা চাকৰি অব্যাহত ৰাখিছিল আৰু উপৰহালী ৰাইজ গয়ৰহৰ উন্নয়নমূলক কামত ব্ৰতী হৈছিল। অসমৰ প্ৰাক্তন শিক্ষামন্ত্ৰী প্ৰয়াত হৰেন্দ্ৰ নাথ তালুকদাৰক প্ৰাথমিক সদস্যৰে প্ৰথমে ভাৰতীয় জাতীয় কংগ্ৰেছলৈ অনা ব্যক্তিজন আছিল সৰ্বেশ্বৰ মজুমদাৰ। ১৯৫০ চনত টংলা হাইস্কুললৈ গণিত আৰু বিজ্ঞানৰ শিক্ষক হিচাপে যায় যদিও টংলাত আদৰ্শৱান শিক্ষকৰূপে থাকি ১৯৫৩ চনত বংশীধৰ তালুকদাৰৰ পৰামৰ্শমতে পুনৰ উপৰহালীলৈ আহি উপৰহালী হাইস্কুল প্ৰতিষ্ঠা কৰি প্ৰতিষ্ঠাপক প্ৰধান শিক্ষকৰ দায়িত্ব পালন কৰে। সময়ৰ সোঁতত দিন বাগৰাৰ অন্তত শিক্ষামন্ত্ৰী হৰেন্দ্ৰ নাথ তালুকদাৰৰ সহযোগত অসমী পুথিভঁৰাল আৰু সমূহীয়া কেন্দ্ৰ স্থাপন, ১৯৭১ চনত উপৰহালী ছোৱালী হাইস্কুল স্থাপন, লোকবন্ধু ডাঃ ভূৱনেশ্বৰ বৰুৱাৰ সহযোগ আৰু সিংহপুৰুষ বংশীধৰ তালুকদাৰৰ পৃষ্ঠপোষকতাত ১৯৫৩ চনত উপৰহালী মেনাবাৰীত 'বাপুজী দাতব্য চিকিৎসালয়ত স্থাপন, ৰাষ্টা-ঘাট, বাট-পদূলিৰ উন্নতি সাধন, জনস্বাস্থ্য কেন্দ্ৰ হিচাপে চিকিৎসালয় স্থাপন, উপৰহালী এম. ই. স্কুল স্থাপন, দুৰ্গা পূজাস্থলীৰ উন্নতি— উপৰহালী ৰাইজ গয়ৰহৰ সুঁৱৰী আৰু ভাঙৰা গোপাল গোসাঁইঘৰৰ উন্নতি, সম্প্ৰসাৰণ, উপৰহালী নৱ প্ৰাইমাৰী স্কুল স্থাপন, দখলা পাহাৰৰ নামনিত ছাত্ৰ-ছাত্ৰীৰ বাবে খেলপথাৰ নিৰ্মাণ, বিজয়নগৰ ব্যৱসায়ীথলী নিৰ্মাণ, পলাশবাৰীৰ বানখহনীয়াত মাৰোৱাৰী সম্প্ৰদায়ক বিজয়নগৰত পুনৰ সংস্থাপন, উপৰহালী গোপাল লাইব্ৰেৰী, উপৰহালী প্ৰগতি সাহিত্য সভাৰ জৰিয়তে কামৰূপ জিলা সাহিত্য সভা আৰু অসম সাহিত্য সভালৈ সাহিত্য-সংস্কৃতিমূলক অৱদান চিৰ উল্লেখনীয়। চিলাৰায় সংঘৰ জৰিয়তে মহেন্দ্ৰ তালুকদাৰ (গফিয়া) আদিৰ সহযোগত স্বেচ্ছাসেৱী সমাজ সেৱা, অৰ্থনৈতিক স্বাৱলম্বিতা, দক্ষিণ কামৰূপ সমগ্ৰ বিকাশ পৰিষদৰ জৰিয়তে নিজে আৰু শিক্ষিত যুৱক-যুৱতীৰ আত্মনিয়োগৰ ক্ষেত্ৰত লোৱা ভূমিকা আদিবোৰ সমাজক বিকশাই তোলাৰ অন্যতম স্বাক্ষৰ বুলি আজিও দক্ষিণ কামৰূপবাসীয়ে গৌৰৱ কৰে। কোঁচ জাতিক জনজাতিকৰণ কৰা সমিতিৰো তেখেত আছিল এজন কৰ্ণধাৰ সমিতিৰ বিষয়ববীয়া।

**সাহিত্য কৃতি ঃ** সৰ্বেশ্বৰ মজুমদাৰ অসম সাহিত্য সভাৰ এজন হিতাকাংক্ষী আজীৱন সদস্য আছিল। ১৯৬০ ইং চনত পলাশবাৰী সাহিত্য সভাৰ উদ্যোগত মিৰ্জা আৰ. বি. উচ্চতৰ মাধ্যমিক বিদ্যালয়ত সাহিত্যিক ত্ৰৈলোক্যনাথ গোস্বামীদেৱৰ সভাপতিত্বত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ অধিবেশনত উন্মোচিত হোৱা আদৰণি সমিতিৰ মুখপত্ৰ-আলোচনীৰ সম্পাদনা সমিতিৰো সদস্য আছিল মজুমদাৰ। সৰ্বেশ্বৰ মজুমদাৰৰ ৰচনাসম্ভাৰ হ'ল ক্ৰমে—

১। কবিতা সংকলন 'দখলা পাহাৰী', ২। বিপদ উদ্ধাৰ স্তোত্ৰমৰ অসমীয়া অনুবাদ, ৩। তৃতীয় বিশ্বৰ মহাবীৰ চিলাৰায়, ৪। কৃষ্ণৰ সহস্ৰ নাম (অনুবাদ)। বিভিন্ন আলোচনীত প্ৰকাশিত গল্প, কবিতা, প্ৰবন্ধ আৰু অপ্ৰকাশিত গ্ৰন্থ— স্বাধীনতা আন্দোলন, শ্ৰীশ্ৰীব্ৰহ্মায়ে নমঃও শ্ৰীশ্ৰীপ্ৰজাপতয়ে নমঃ, দেৱী ও দেৱী পূজা, স্বৰ্গৰ অপ্সৰামণ্ডলী, দখলা পাহাৰৰ সাধু, ব্ৰহ্ম সংস্কৃতি (সাতখণ্ড) আদি উল্লেখনীয় অৱদান। মজুমদাৰৰ সাহিত্য সৃষ্টিয়ে অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰিছে আৰু পাছত সমাজকো উপকৃত কৰিছে। লেখকৰ নিজ ঘৰতেই থকা পিতৃৰ নামৰ 'বিজয় ঔদ্যোগিক নিগম' নামেৰে আৰু আধুনিক ছপাশাল 'পপুলাৰ প্ৰিণ্টিং প্ৰেছ' প্ৰতিষ্ঠা কৰি গ্ৰন্থসমূহ নিজেই ছপা কৰিছিল।

ইং ১৯৯০ চনত দক্ষিণ কামৰূপৰপৰা মজুমদাৰে সৰ্বপ্ৰথম গ্ৰামীন সংবাদপত্ৰ 'দক্ষিণ পাৰ' সম্পাদনা কৰি প্ৰচাৰ কৰিছিল। এই ক্ষেত্ৰত অধিবক্তা হৰেশ্বৰ দাসৰ অৰিহণা আছিল উল্লেখযোগ্য। মজুমদাৰৰ সাহিত্য কৃতি আলোচনীৰ পৃষ্ঠাত সমৃদ্ধ কৰিছে উপৰহালী ৰাইজ গয়ৰহ, উপৰহালী প্ৰগতি সাহিত্য সভা, কোঁচ সাহিত্য সভা, উপৰহালী হাইস্কুল, উপৰহালী ছোৱালী হাইস্কুল, উপৰহালী বাণিজ্য মহাবিদ্যালয়, বিজয়নগৰ বজাৰ সমিতি, উপৰহালী চিলাৰায় বাছ সন্থা, পূৰ্বাঞ্চলীয় কবি কণ্ঠ, উপৰহালী শ্ৰীশ্ৰীহৰিহৰ শ্ৰমিক বাহিনী আদিয়ে।

**ৰাগিয়াল বস্তু বৰ্জন ঃ** সৰ্বেশ্বৰ মজুমদাৰ গান্ধীবাদী আদৰ্শত অটলভাৱে থকা বাবে বিড়ী, চিগাৰেট, চাদা, মদ, ভাং, কানি আদি বৰ্জন কৰি সমাজত নীতি-আদৰ্শ





ৰাখি গৈছিল। মহাত্মা গান্ধীৰ স্বৰাজ আন্দোলনত দক্ষিণ কামৰূপৰ এজন আগশাৰীৰ স্বেচ্ছাসেৱক আছিল সৰ্বেশ্বৰ মজুমদাৰ। নিজহাতে এৰী-মুগা কাটি ফটুৱৈ চোলা তৈয়াৰ কৰি পিন্ধি স্ব-নিয়োজনৰ আদৰ্শ ৰাখিছিল মজুমদাৰদেৱে। ১৯৪৪ চনত ৫৩ গৰাকী মেট্ৰিক পৰীক্ষাৰ্থীৰ ভিতৰতে ১৭ জনৰ অন্যতম এজন হিচাপে সুখ্যাতিৰে মেট্ৰিক পাছ কৰি কলেজত নাম লিখিয়েই ৰাগীয়াল দ্ৰব্য বৰ্জনৰ বাবে অহোপুৰুষাৰ্থ কৰিছিল।

**বুদ্ধিদীপ্ত মজুমদাৰ ঃ** সৰ্বেশ্বৰ মজুমদাৰ বুদ্ধিত সদায়ে বৃহস্পতি স্বৰূপ আছিল। সেই সময়ত আমাৰ ৰাজধানী শ্বিলঙত থকাত শিক্ষামন্ত্ৰী ৰোহিনী চৌধুৰীয়ে কিবা ৰাজনৈতিক আলোচনা আৰু সমাধানৰ বাবে বুধিয়ক হিচাপে মজুমদাৰক চৰকাৰী খৰচত শ্বিলঙলৈ অনা-নিয়া কৰিছিল। দ্বিতীয় মহাযুদ্ধৰ সময়ত আৰ. আৰ. থমাছ চাহাবৰ অধ্যক্ষকালত গুৱাহাটী কটন কলেজৰ পৰা আই. এছ. চি. পৰীক্ষা পাছ কৰি ৰে'ল বিভাগৰ চাকৰিত সোমায়ো ইচ্ছা আৰু বুদ্ধিৰ বলতেই পুনৰ উচ্চ শিক্ষা গ্ৰহণ কৰি শিক্ষাজগতলৈ ঘূৰি অহাটো এক উল্লেখযোগ্য দিশ। লগতে শিক্ষকতাৰূপেও কঠোৰ সমস্যাৰ সন্মুখীন হৈ আন আন বহুতো শিক্ষানুষ্ঠান গঢ়াটোও বুধিয়কৰেই পৰিচয় আছিল মদুমদাৰৰ জীৱনত।

জীৱনৰ বিয়লিবেলাত সৰ্বেশ্বৰ মজুমদাৰে অঞ্চলবাসীক এটা কথাই শিকাই থৈ গৈছিল যে, মানুহে কেৱল এটা সত্যই সদায় উপলব্ধি কৰিব লাগে, যাৰদ্বাৰা মানুহৰ আৰু সমাজৰ কল্যাণ সাধন হয় আৰু অসূয়া শক্তিৰো পৰাজয় হয় প্ৰতি পলে পলে।

**ইহলীলা সম্বৰণ ঃ** সাহিত্যিক নৰেন তালুকদাৰে ১৯৯৬ চনত 'বৈদ্যগিৰি' স্মৃতিগ্ৰন্থৰ দ্বিতীয় সংখ্যাত লিখা 'আধুনিক গাঁও উপৰহালীৰ স্ৰষ্টা সৰ্বেশ্বৰ মজুমদাৰ' শীৰ্ষক প্ৰবন্ধৰ তথ্য অনুসৰি আৰু মজুমদাৰৰ প্ৰথম পুত্ৰ শ্ৰীহিৰণ্য মজুমদাৰ (বৈদ্যগিৰি সাহিত্য সভাৰ সভাপতি)ৰ পৰা পোৱা তথ্য অনুসৰি সৰ্বেশ্বৰ মজুমদাৰে 'মনোমত গৃহিণীৰ শোক পায় তেখেতৰ পত্নীৰ বিয়োগত। তাৰ পিচত কালৰ গতিত ১৪০২ ভাস্কৰাব্দৰ ১৯৯৬ চনৰ এক ফাগুন,১৪ ফেব্ৰুৱাৰী বুধবাৰে সৰ্বেশ্বৰ মজুমদাৰে ইহলীলা সম্বৰণ কৰে। মজুমদাৰে সুদীৰ্ঘ ৭৪ বছৰ সাতমাহ ২৮ দিনীয়া জীৱনকালত অভিনয় কৰা জীৱন নাটখনি সঁচাকৈয়ে অঞ্চলবাসীৰ বাবে এক আদৰ্শ গ্ৰহণৰ পূৰ্ণাংগ নাট।

পলাশবাৰী সাহিত্য সভাৰ লগত সৰ্বেশ্বৰ মজুমদাৰৰ থকা নিবিড় সম্বন্ধ আজীৱন অটুট থাকিব। ১৯৫৮ ইং চনতে স্থাপিত হোৱা পলাশবাৰী সাহিত্য সভাৰ আজি সোণালী জয়ন্তী উৎসৱ উদ্‌যাপনৰ শুভ মুহূৰ্তত শিক্ষা বিদ, সাহিত্যিক তথা গ্ৰন্থ প্ৰণেতা, সমাজ সংগঠক সৰ্বেশ্বৰ মজুমদাৰৰ স্মৃতিত একলম লিখি স্মৰণ কৰাৰ বাবে পোৱা সুবিধাকণো পৰম পিতা পৰমেশ্বৰৰেই কৃপা বুলি অনুভৱ কৰি দোষ-ত্ৰুটিৰ মাৰ্জনা বিচাৰি এহিমানৰ কথাখিনি এহিমানেই সামৰা হ'ল।❑





# গীতিকাৰ খৰ্গধৰ কলিতাৰ স্মৃতিত

(১৯২৮)

**সুৰেণ কাকতি**

১৯২৮ খ্ৰীষ্টাব্দত এগৰাকী শিল্পীৰ মাজিৰগাঁৱৰ বাজাপাৰাত জন্ম হৈছিল। তেখেত আছিল খৰ্গধৰ কলিতা। আজীৱন সংগীত সাধনাত ব্ৰতী হৈ যি অৱিহণা দি গৈছে, তেনেকুৱা পটন্তৰ পাবলৈ নাই। পিতৃৰ নাম স্বৰ্গীয় থানেশ্বৰ কলিতা, মাতৃ স্বৰ্গীয়া জনেশ্বৰী কলিতা, পত্নী শ্ৰীমালতী কলিতা। ইয়াৰ উপৰিও ৰমেন, বিপুল দুই পুত্ৰ আৰু মিনু মেধি একমাত্ৰ জীয়ৰী আছিল। হাইস্কুলত থকাৰপৰাই তেওঁ সংগীত চৰ্চা কৰিছিল।

কৈশোৰৰপৰা সংগীতত তেওঁৰ দখল আছিল বাবেই শিক্ষামন্ত্ৰী ৰাধিকাৰাম দাসৰ দৃষ্টিত পৰে আৰু তাৰেই ফলশ্ৰুতিত তেওঁক সংগীত শিক্ষক হিচাপে নিয়োগ কৰে। পিছলৈ স্থায়ী শিক্ষক হিচাপে (সংগীত) স্থানীয় এল, পি, স্কুলত নিযুক্তি লাভ কৰে। তেওঁ মাজিৰগাঁও সাহিত্য সভা, মাজিৰগাঁও প্ৰাথমিক বিদ্যালয়, পলাশবাৰী আঞ্চলিক হাইস্কুল, মাজিৰগাঁও সেৱা সংঘ পুথিভঁৰাল, ৰামছাৰাণী হাইস্কুল আৰু মাজিৰগাঁও উদীয়মান সাংস্কৃতিক গোষ্ঠী আদিৰ সৃজনীমূলক কামত অগ্ৰণী ভূমিকা লৈছিল। ইয়াৰ উপৰিও বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত প্ৰত্যক্ষভাৱে জড়িত হোৱাৰ লগতে মৃত্যুৰ আগমুহূৰ্তলৈ মাজিৰগাঁও সাহিত্য সভাৰ সভাপতিৰ দায়িত্বত আছিল। তেওঁ একেধাৰে গীতিকাৰ, সুৰকাৰ, গায়ক তথা অভিনেতা আছিল।

শ্ৰদ্ধাস্পদ খৰ্গধৰ কলিতাদেৱৰ সুৰ-সংগীতেৰে ভৰা এখন ঘৰত জন্ম লৈছিল। তেওঁ মোৰ ককাইদেউ আছিল। মই তেওঁৰপৰাই প্ৰথমে সংগীতশিক্ষা লাভ কৰোঁ। এই অঞ্চলত তেওঁৱেঁই প্ৰথমে বনগীত লিখিছিল। 'ভৰ দুপৰত লাহৰীঘাটলৈ যায়, লুইতৰ নাৱৰীয়া ঐ নাও মেলি দিলি কʼলৈ, ধৰণী কঁপালে ভূইকঁপে কঁপালে, শাওণৰ শান্তি দিনত' আদি বহু বনগীত লেখি বিভিন্ন অনুষ্ঠানত গাইছিল। ককাইদেৱে মোক বিভিন্ন অনুষ্ঠানত বনগীত গোৱাইছিল। ইয়াৰ পিছত তেওঁ বহুতো আধুনিক গীত ৰচনা কৰিছিল। এই গীতবোৰো বিভিন্ন অনুষ্ঠানত তেওঁ নিজেই পৰিৱেশন কৰিছিল আৰু আনকো পৰিৱেশন কৰাইছিল। মই হাইস্কুলত পঢ়ি থকা অৱস্থাত তেওঁ সদৌ অসম সংগীত সন্মিলনত যোগ দি বঁটা লাভ কৰিছিল।

তেওঁৰ গীতৰ সংকলন দুখন ছপা হৈ ওলাইছে। প্ৰথমখন মই হাইস্কুলত পঢ়ি থকা অৱস্থাতেই ওলাইছিল। নাম আছিল 'সংগীত পোৱাল' (১৯৫৪) আৰু দ্বিতীয়খন 'সুৰৰ ঝংকাৰ' (২০০২)। তেওঁৰ অপ্ৰকাশিত পুথিসমূহ হʼল 'মৌ নিজৰা', 'হেৰোৱা ফুলৰ সুবাস', 'মিঠা উগাৰ', 'অচিন ৰাগিনী', 'মিঠা সংগীত', 'পোৱালমণি'। ইয়াৰ উপৰিও বিভিন্ন আলোচনীত তেওঁৰ লেখা প্ৰকাশিত হৈছিল। শিক্ষাক্ষেত্ৰত ছাত্ৰ-ছাত্ৰীৰ প্ৰিয়ভাজন হোৱা প্ৰয়াত ককাইদেৱে মৃত্যুৰ সময়লৈকে ছাত্ৰ-ছাত্ৰীৰ সান্নিধ্য পোৱাটো মোৰ চকুত পৰে। তেওঁ লিখা 'সংগীত পোৱাল আৰু 'সুৰৰ ঝংকাৰ'ত সহজ-সৰল ভাষা, সাৱলীল শব্দ ভাণ্ডাৰেৰে তেওঁৰ ভাবৰ গভীৰতা দেখা যায়।

খৰ্গধৰ কলিতা মানুহজন কৰ্মী আছিল। ডেকা বয়সত তেওঁ হেনো খেতিত আত্মনিয়োগ কৰিছিল। এইটো মই বাৰুকৈয়ে জানিছিলোঁ যে, এটা সময়ত নিজৰ জীৱন বিপন্ন কৰিও দেশবাসীৰ উন্নতি সাধনৰ বাবে চৰকাৰৰ বিপক্ষে থিয় দিবলৈকো কুণ্ঠাবোধ কৰা নাছিল। যাৰ বাবে তেওঁ প্ৰাক্তন বিধায়কক শ্ৰীযুত গোবিন্দ কলিতা, দুৰ্গা কলিতা আৰু সন্মানিত প্ৰাণেশ্বৰ কুমাৰদেৱ, শৰৎ চন্দ্ৰ ৰাভাৰ (প্ৰাক্তন বিধায়ক) আদিৰ লগত কমিউনিষ্ট পাৰ্টিত যোগ দি আন্দোলনত জঁপিয়াই পৰিছিল।

এইখিনিতে তেখেতৰ ককাইদেউ স্বৰ্গীয় হৰেশ্বৰ কলিতাদেৱৰ বিষয়ে উল্লেখ নকৰিলে ভুল হʼব। হৰেশ্বৰ কলিতাদেৱ আছিল উচ্ছাংগ সংগীতৰ সাধক। লোকে তেওঁক হৰা ওস্তাদ বুলিয়েই জানিছিল। সেই সময়ত যাত্ৰাপাৰ্টি আদিত সংগীত পৰিচালনাৰ উপৰিও নাট পৰিচালক হিচাপে খ্যাতি অৰ্জন কৰিছিল। এই দুই সংগীতজ্ঞৰ মাজত পৰি মই যৎসামান্য হʼলেও সংগীত শিক্ষা লাভ কৰিবলৈ সুযোগ পাইছিলোঁ। ■





# প্ৰবীণ সাহিত্যিক থানেশ্বৰ কলিতাৰ জীৱন আৰু কৃতি



(১৯৩০-১৯৮৯)

**ভবেশ কলিতা**

*"The action of men are like the index to a book; they point out what is most remarkable in them."*

***–Thomas***

'মানুহ' জীৱজগতৰ এক অনন্য সত্তা। ভগৱানৰ এক শ্বাসত ৰূপ। মানুহৰ কৰ্মৰ মাজত লুকাই থাকে মানুহৰ অতীতৰ ৰূপ, বৰ্তমানৰ স্বৰূপ আৰু ভৱিষ্যতৰ দিশ নিৰ্ণায়ক এক দীঘলীয়া পথ-পৰিক্ৰমা। পৃথিৱীত জন্মলাভ কৰা প্ৰতিজন মানুহৰ এক গঠনমূলক, এক সৃষ্টিসুলভ দিশ থাকে বুলি আমি অন্তৰেৰে অনুভৱ কৰোঁ; কিন্তু সময়ৰ আঁচোৰত, পৰিৱেশৰ কালগ্ৰাসত পৰি পৃথিৱীত জন্মলাভ কৰা প্ৰতিটো দেৱশিশু, দেৱশিশু হৈ থাকিব নোৱাৰে। নোৱাৰে তেওঁলোকে সমাজৰ বাবে, দেশৰ বাবে বা জাতিৰ বাবে কিবা অৱদান দি থৈ যাব। তেওঁলোকৰ কৰ্ম হৈ পৰে স্বাৰ্থৰ গোন্ধেৰে স্বাৰ্থবাদী। ব্যক্তিগত স্বাৰ্থকে একমাত্ৰ স্থান দি সমাজ তথা দেশক পাহৰি যায়। কিন্তু তাৰ মাজতো আমি এচাম মানুহ লাভ কৰোঁ, যি সমাজৰ বাবে, দেশৰ বাবে, জাতিৰ বাবে নিজৰ ক্ষুদ্ৰ স্বাৰ্থক পিচ পেলাই আগুৱাই যায়, কৰ্ম কৰি যায়। সমাজৰ এচাম মানুহৰপৰা তিৰস্কাৰ বা দেশ শাসকৰ পৰা নানা ঘাত-প্ৰতিঘাত পালেও সৰ্বসাধাৰণ জনৰ বাবে তেওঁ কৰ্ম কৰি যায়, লিখি যায়, চিন্তাক গতি দি যায়। তেনে কৰ্মবীৰসকলৰ বাবে সমাজ বতী আছে অতীতৰপৰা বৰ্তমানলৈ আৰু বৰ্তমানৰপৰা অনাগত ভৱিষ্যতলৈ সমাজ বতী থাকিব বুলি আমি আন্তৰিকভাৱে বিশ্বাস কৰোঁ। তেনে ব্যক্তিসৱৰ মাজৰ এজন আছিল আমাৰ থানেশ্বৰ কলিতা ছাৰ। যিজন ব্যক্তিৰ ব্যক্তিত্ব, কৰ্ম, সাহিত্যকৃতি আজিও আমাৰ মাজত, সচেতন সমাজৰ মাজত বতী আছে। জীয়াই আছে আৰু জীয়াই থাকিব।

১৯৩০ চন। ভাৰতবৰ্ষ ইংৰাজৰ তলতীয়া। পৰাধীন ভাৰতত ইংৰাজৰ শাসনকালত আগছিয়া গাঁৱৰ স্বৰ্গীয় নামান্তিৰাম মেধিৰ ঔৰসত আৰু স্বৰ্গীয়া কুন্দাপ্ৰিয়া মেধিৰ গৰ্ভত স্বৰ্গীয় থানেশ্বৰ কলিতা ছাৰৰ জন্ম হৈছিল ১০ ফেব্ৰুৱাৰী তাৰিখে। তেখেত পৰিয়ালৰ দ্বিতীয় সন্তান আছিল। নামান্তিৰাম মেধি এজন খেতিয়ক আছিল। তেখেতে তেখেতৰ প্ৰথম পুত্ৰ স্বৰ্গীয় ধনেশ্বৰ কলিতাক পঢ়োৱাৰ ঠিক কৰি স্বৰ্গীয় থানেশ্বৰ কলিতা ছাৰক খেতিৰ কামত নিয়োগ কৰিব বিচাৰিছিল; কিন্তু কলিতা ছাৰ সৰুৰেপৰা পঢ়া-শুনাৰ প্ৰতি প্ৰবল ধাউতি থকা বিধৰ এজন লʼৰা আছিল। তেওঁ পিতাকৰপৰা বিদ্যালয়ৰ ফিজখিনি সংগ্ৰহ কৰিব নোৱাৰি, মাকে জমা কৰা বাঁহৰ খুঁটাৰ 'খুলুম'ৰপৰা পইচা চুৰ কৰি হʼলেও বিদ্যালয়ৰ ফিজখিনি দি তেওঁৰ পঢ়া কাৰ্য চলাই নিছিল। পিচত তেখেতৰ পঢ়াৰ প্ৰতি থকা আগ্ৰহৰ বাবে আগছিয়া বালক প্ৰাইমাৰী বিদ্যালয়ৰ প্ৰধান শিক্ষকজনে নিজে ঘৰলৈ আহি স্বৰ্গীয় নামান্তিৰাম মেধিক আমাৰ কলিতা ছাৰক পঢ়োৱাৰ পৰামৰ্শ দিছিল। পিচত অৱশ্যে ছাৰে পঢ়া জীৱনত ঘৰখনৰপৰা কোনো বাধা পোৱা নাছিল।

তেওঁ আগছিয়া বালক প্ৰাইমাৰী বিদ্যালয়ৰপৰা শিক্ষা জীৱন আৰম্ভ কৰি পলাশবাৰী দিগম্বৰ জৈন এম. ই. স্কুলত নামভৰ্তি কৰি মজলীয়া শিক্ষা গ্ৰহণ কৰে। তাৰ পিচত হাইস্কুলীয়া শিক্ষা গ্ৰহণ কৰিবলৈ সেই সময়ৰ দক্ষিণ কামৰূপৰ একমাত্ৰ হাইস্কুল পলাশবাৰী আৰ. বি.



হাইস্কুলত নামভৰ্তি কৰে। এই বিদ্যালয়ৰপৰা তেখেতে ১৯৫১ চনৰ মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হয়। উচ্চ শিক্ষা আৰম্ভ কৰে অসমৰ শিক্ষাৰ ঘাই কঠীয়াতলী 'কটন কলেজত'। এই শিক্ষানুষ্ঠানৰ পৰাই তেখেতে I. A. পৰীক্ষাত উত্তীৰ্ণ হয় ১৯৫৩ ইং চনত। I. A. পাছ কৰি তেখেতে কিছুদিনৰ বাবে আগছিয়া বালক প্ৰাইমাৰী বিদ্যালয়ত শিক্ষকতা কৰিবলৈ লয়।

১৯৫৫ চনত বি. বৰুৱা মহাবিদ্যালয়ৰপৰা তেখেতে B.A. ডিগ্ৰী গ্ৰহণ কৰে। বি. বৰুৱা মহাবিদ্যলয়ত শিক্ষা গ্ৰহণ কৰি থকা সময়ত অসমৰত্ন ড° ভূপেন হাজৰিকাদেৱ, ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যদেৱক শিক্ষক হিচাপে লাভ কৰি কলিতা ছাৰ ধন্য হৈছিল। তেখেতে আদৰ্শত এজন সঁচা অৰ্থৰ মাৰ্ক্সবাদী ব্যক্তি আছিল। আদৰ্শৰ ক্ষেত্ৰত ক'তো, কেতিয়াও আপোচ নকৰিছিল। নিজৰ সুবিধাৰ কথা, নিজৰ লাভৰ কথা তেওঁ কাহানিও আগত ৰাখি কাম নকৰিছিল। নিজৰ বিপদ দেখিলেও সমাজৰ কামত বা বন্ধুবৰ্গৰ কামত পিচুৱাই নাহিছিল। এবাৰ এন. চি. চি.ৰ কেম্পত যোগ দিবলৈ বুলি ট্ৰেইনেৰে অসমৰ বাহিৰলৈ বন্ধুবৰ্গৰ সৈতে গৈছিল। সেই ট্ৰেইনৰ তেওঁলোকৰ দবাটোত এটা ডকাইতৰ দল উঠিছিল। ডকাইতৰ দলটোক তেওঁ আৰু তেওঁৰ বন্ধুবৰ্গই এন. চি. চি.ত ব্যৱহাৰ কৰা বাঁহৰ লাঠিৰে কোবাই কোবাই ট্ৰেইনৰপৰা বগৰাই দিছিল। এনে ধৰণৰ ঘটনাই আমাক কলিতা ছাৰৰ সাহসিকতাৰ পৰিচয় দিয়ে। ছাৰ এজন ফুটবল প্ৰেমী ব্যক্তি আছিল। তেখেতে ফুটবল ভাল পাইছিল, খেলিছিলোঁ ভাল। এবাৰ খেলি থাকোঁতে বাগৰি পৰি কান্ধৰ ওচৰত এডাল হাড় ভাগি যোৱাত ফুটবল চিৰদিনৰ বাবে এৰি দিছিল।

B. A. ডিগ্ৰী লৈ ছাৰে ১৯৫৫ চনৰ আগষ্ট মাহৰপৰা ৰামপুৰ হাইস্কুত (বৰ্তমান ৰামপুৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়) মাহে ৭০ টকা দৰমহাত শিক্ষক হিচাপে যোগ দিয়ে। পিচত তেওঁ ১৯৫৬ চনৰ এপ্ৰিল মাহত পলাশবাৰী আৰ. বি. হাইস্কুলত (বৰ্তমান পলাশবাৰী আৰ. বি. উচ্চতৰ মাধ্যমিক আৰু বহুমুখী বিদ্যালয়) সহকাৰী শিক্ষক হিচাপে যোগদান কৰে।

শিক্ষাৰ প্ৰতি প্ৰবল ধাউতি থকা কলিতা ছাৰে শিক্ষা জীৱনৰ আধৰুৱাখিনি সম্পূৰ্ণ কৰাৰ মানসেৰে গুৱাহাটী বিশ্ববিদ্যালয়ত M A. (Assamese) নামভৰ্তি কৰে। এই বিশ্ববিদ্যালয়ৰপৰাই তেখেতে ১৯৬১ চনত M.A. ডিগ্ৰী আৰু ১৯৭১ চনত B.T. ডিগ্ৰী লাভ কৰে। পৰিয়ালৰ মতে যদি ছাৰে খেতিপথাৰতে আবদ্ধ থাকিলহেঁতেন, তেনেহ'লে আমি কলিতাছাৰক কাহানিও আজিৰ ৰূপত নাজানিলোঁহেঁতেন। এইখিনি সম্ভৱ হৈছিল ছাৰৰ আশাসুধীয়া চেষ্টা আৰু পৰিশ্ৰমৰ ফলত।

১৯৬২ চনত কলিতা ছাৰে সংসাৰ জীৱন আৰম্ভ কৰে। তেখেতে ৰামপুৰ নিবাসী স্বৰ্গীয় ভোগেশ্বৰ চৌধুৰী আৰু স্বৰ্গীয়া ৰূপেশ্বৰী চৌধুৰীৰ কন্যা শ্ৰীমতী অনুসূয়া চৌধুৰীক বিবাহ কৰি সাংসাৰিক হয়। তেখেতৰ তিনিটি পুত্ৰ আৰু দুগৰাকী কন্যা। ছাৰে দক্ষিণ কামৰূপ মহবিদ্যলায়তো নৈশ বিভাগত প্ৰবক্তা হিচাপে কাম কৰিছিল ১৯৬৩ চনত। প্ৰবক্তা হিচাপে তেখেতে মহাবিদ্যালয়ত বেছি দিন নাথাকিল। ছাৰে শিক্ষকতা জীৱনত বিভিন্ন অনুষ্ঠানত কৰ্মৰ পৰিচয় দি থৈ যায়। এইখিনিতে ছাৰৰ শিক্ষকতা জীৱনৰ অনন্য ৰূপ আমাৰ চকুত ধৰা পৰে। আজীৱন শিক্ষকতাৰ সৈতে জড়িত হৈ তেখেতে জীৱনৰ এক প্ৰকৃত মূল্য দি থৈ যোৱা আমি আজি অন্তৰেৰে অনুভৱ কৰোঁ। ছাৰ শিক্ষক হিচাপে যিমান খ্যাতিমান আছিল অধ্যক্ষ, উপাধ্যক্ষ হিচাপেও কম নাছিল। আদৰ্শত তেওঁ সঁচা অৰ্থত এজন মহান ব্যক্তি আছিল। সততাৰে যিয়ে প্ৰতিটো অনুষ্ঠানৰ হৈ কাম কৰি গৈছিল।

শিক্ষক হিচাপে ছাৰৰ সততা, কৰ্মদক্ষতা, আন্তৰিকতাৰ যেনেকৈ কোনো দিনে অভাৱ ঘটা নাছিল সামাজিক ক্ষেত্ৰটো তেনেকৈ অভাৱ ঘটা নাছিল বুলি বোধ হয়। সমাজখনৰ প্ৰতি, মানুহৰ প্ৰতি বিশেষকৈ দুৰ্যোগত পৰি ককবকাই থকাজনৰ প্ৰতি, বা দেশৰ, ৰাজ্যৰ বা জাতিটোৰ সংকটৰ দিনত তেখেতে যি বলিষ্ঠ পদক্ষেপ হাতত তুলি লৈছিল তাক আজিও মানুহে অনুভৱ কৰে। (বিশেষকৈ যিসকল ব্যক্তিয়ে তেখেতৰ সান্নিধ্যত আহি তেখেতৰপৰা অনুপ্ৰেৰণা লাভ কৰিছিল)

অসহায়, দুখীয়া-নিচলা ভাই-বন্ধুৰ বাবে ছাৰ সদায় সহযোগী প্ৰেৰণাদাতা আছিল। তাৰ জলন্ত উদাহৰণ কেইটামান দাঙি ধৰিব ওলাইছোঁ— এবাৰ এটি ঘটনা পাল্লী গাঁও আৰু আগছিয়া গাঁৱৰ মাজত থকা পথাৰখনত





ঘটিছিল। এই পথাৰখনত চৰকাৰী মাটি প্ৰায় আঠ বিঘামানত সাধাৰণ খেতিয়ককেইজনমানে খেতি কৰি নিজৰ পেটৰ ভাতমুঠি উলিয়াইছিল। বহু বছৰ ধৰি সেই মাটিখিনিত সেইকেইজন খেতিয়কে খেতি কৰি আছিল। শত শগুন পৰাৰ দৰে সেই মাটিখিনিত এচাম ধনী অসাধু ব্যক্তিৰ চকু পৰিল। তেওঁলোকে সেই মাটিখিনিত বহু বছৰে খেতি কৰি কোনোৰকমে জীয়াই থকা খেতিয়ককেইজনক প্ৰাণে মৰাৰ ভাবুকি দি খেতি কৰা বন্ধ কৰি দিছিল। এই কথাটো খেতিয়ককেইজনে তেওঁলোকৰ পৰম হৈতিষী স্বৰ্গীয় কলিতা ছাৰক জনাইছিল। ছাৰে কথাটোৰ ওৰ বিচাৰি জানিব পাৰিছিল যে, এয়া এক ঘোৰ অন্যায়। এই অন্যায়ৰ প্ৰতিবাদ কৰাৰ মানসেৰে তেখেতে খেতিয়ককেইজনক লগত লৈ সেই সময়ৰ পলাশবাৰী ৰাজহ চক্ৰৰ এছ. ডি. চি. মহোদয়ক খেতিপথাৰলৈ মতাই আনি অন্যায়কাৰীসকলক সেই মাটিখিনিৰপৰা উচ্ছেদ কৰি পুনৰ খেতিয়ককেইজনক খেতি কৰাৰ সুবিধা কৰি দিছিল। এয়া কলিতা ছাৰৰ মহানুভৱতা, এয়া মানুহৰ কাৰণে কান্দিবজনা আমাৰ কলিতা ছাৰ। তেখেতে এই ঘটনাটোৰ পিচত ব্যক্তিগত জীৱনত নানা আহুকালৰ সন্মুখীন হ'বলগা হৈছিল; কিন্তু ছাৰে কাহানিও ক'তো মূৰ তল কৰা নাছিল।

আন এটি ঘটনা ঘটিছিল বৰঝাৰ এয়াৰপোৰ্ট অ'থৰিটিৰ সৈতে সাধাৰণ খেতিয়কৰ গৰুক কেন্দ্ৰ কৰি। অ'থৰিটিয়ে এৰালপৰা গৰু যদি তেওঁলোকৰ সীমাৰ ভিতৰত সোমাই, তেতিয়া গৰুবোৰক আবদ্ধ কৰি ৰাখি বহুদিনৰ মূৰত দূৰলৈ লৈ গৈ এৰি দি আহিছিল বা বিক্ৰী কৰি দিছিল। তেনেকৈ আবদ্ধ গৰুবোৰক কলিতাছাৰে তেওঁৰ সহযোগী বন্ধুবৰ্গৰ সৈতে লগতে অতি কৌশল কৰি এয়াৰপোৰ্ট অ'থৰিটিৰপৰা মোকোলাই আনি দিছিল। সেই ঘটনাটোৰ পৰাও খেতিয়ক ভাই-বন্ধুৱে উপকৃত হৈছিল ছাৰৰ মহানুভৱতাৰ বাবেই। এনে বহু ঘটনা আছিল যাৰ লগত ছাৰ জড়িত আছিল। দেখাত সৰু কাম কিন্তু কামবোৰৰ মাজত আছে এক সহায়ৰ হাত, মহোদয়ৰ ভাব— যাৰদ্বাৰা সমাজৰ সাধাৰণ জন উপকৃত হৈছিল।

মানুহৰ জীৱনত মানুহৰ বাবে মানুহৰ অৱদান থাকিবই লাগিব। তেতিয়াহে প্ৰকৃত সমাজ এখন বতী থাকিব। সুস্থ সমাজ এখনত মানুহ মানুহৰ পৰম হিতৈষী, দুখৰ দিনৰ বন্ধু, সুখৰ দিনৰ বন্ধু হৈ পৰে। ছাৰক আমি শ্ৰদ্ধাৰে মনত ৰাখিছোঁ আজন্ম তেখেতৰ মানুহৰ প্ৰতি থকা সহৃদয়তাৰ বাবে।

ছাৰ সমাজপ্ৰিয়, মানুহ প্ৰিয়, জাতি প্ৰিয় পুৰুষ আছিল বাবেই চৰকাৰী চাকৰি কৰি থকা অৱস্থাতো তেখেতে চৰকাৰে গ্ৰহণ কৰা কু-অভিসন্ধিৰ বিপৰীতে ওলাই আহিছিল প্ৰতিবাদ কৰাৰ বাবে। ১৯৭২ চন। অসমৰ আকাশ-বতাহত প্ৰতিবাদৰ বতাহ বলিছিল। চৰকাৰে গ্ৰহণ কৰা এক কু-অভিসন্ধিৰ প্ৰতিবাদ। সেই সময়ৰ অসমৰ মাননীয় মুখ্যমন্ত্ৰী আছিল স্বৰ্গীয় শৰৎ চন্দ্ৰ সিংহ। দল আছিল কংগ্ৰেছ। অসমৰ বিশ্ববিদ্যালয়কেইখনত অসমীয়াৰ লগতে বঙালীকো শিক্ষাৰ মাধ্যম কৰিবলৈ চৰকাৰে এক জাতি বিৰোধী, ভাষা বিৰোধী সিদ্ধান্ত গ্ৰহণ কৰিব বিচাৰিছিল। এই কু-অভিসন্ধিৰ প্ৰতিবাদ কৰি সদৌ অসম ছাত্ৰ সন্থাই চৰকাৰৰ বিপক্ষে আন্দোলন আৰম্ভ কৰি দিলে। চৰকাৰৰ বিৰুদ্ধে ছাত্ৰ সন্থাৰ লগতে অসমৰ ৰাইজে থিয় দিলে। ইতিহাস, অসমৰ ইতিহাস আকৌ এবাৰ কলংকিত কৰিলে কংগ্ৰেছী অসম চৰকাৰেখনে। নিজৰ জাতিটোৰ নিজৰ ভাষাটোৰ বিপক্ষে লোৱা অন্যায় অনিয়মৰ প্ৰতিবাদ কৰিবলৈ গৈ অসমৰ চিৰমনস্য মুখ্যমন্ত্ৰী স্বৰ্গীয় শৰৎ সিংহৰ কাৰ্যকালত আমি হেৰুৱালো পোন্ধৰ বছৰীয়া ফুলকুমলীয়া ছাত্ৰ মোজাম্মিল হকক। মাধ্যম আন্দোলনৰ প্ৰথম শ্বহীদ হ'ল তেওঁ। অসমৰ মানুহে অন্যায়ৰ প্ৰতিবাদ কৰিবলৈ গৈ এনেকৈয়ে বাৰে বাৰে হেৰুৱাবলগীয়া হয় নিৰপৰাধী যুৱক-যুৱতীসকলক। মাধ্যম আন্দোলনত আকৌ হেৰুৱালোঁ আমি— অনিল বড়া, প্ৰমোদ বড়া, বলীন ৰাজখোৱা ইত্যাদিক। জাতিৰ স্বাৰ্থত এইসকল ছাত্ৰই মৃত্যবৰণ কৰি দি থৈ গ'ল এক আত্মত্যাগৰ জলন্ত উদাহৰণ।

স্বৰ্গীয় কলিতা ছাৰে মাধ্যম আন্দোলনটো সফল কৰাৰ মানসেৰে দেহে-কেহে লগি পৰিছিল। 'অসম হিতাৰ্থী পৰিষদ' নামৰ সংগ্ৰামী সংগঠনটোৰ সাধাৰণ সম্পাদক হৈ চৰকাৰে গ্ৰহণ কৰা জাতি বিৰোধী কাৰ্যৰ বিপক্ষে কাম কৰি ফুৰিছিল অসমৰ বিভিন্ন প্ৰান্তত। ছাৰে চৰকাৰী চাকৰি কৰি থকা অৱস্থাতো চৰকাৰৰ বিৰুদ্ধে



এনে কঠোৰ মনোভাৱ লৈ ৰাজপথত ওলাই আহিব পাৰিছিল একমাত্ৰ ভাষাৰ স্বাৰ্থত, জাতিৰ স্বাৰ্থত। তেওঁ মাধ্যম আন্দোলনটোৰ শ্বহীদসকলৰ আত্মত্যাগক সজীৱ ৰূপত অসমৰ জনগণৰ আগত দাঙি ধৰাৰ মানসেৰে লিখি উলিয়াইছিল 'দেওঁ লগা তেইশ ছেপ্তেম্বৰ' গ্ৰন্থখন। গ্ৰন্থখন ৰচনা আৰু প্ৰকাশ কৰি ছাৰে ৰোষত পৰিছিল মাননীয় মুখ্যমন্ত্ৰী স্বৰ্গীয় শৰৎ সিংহ তথা মাননীয় শিক্ষাস্ত্ৰীজনৰ। কাল অমানিশা আহি পৰিছিল তেওঁৰ পাৰিবাৰিক ক্ষেত্ৰত, তেওঁৰ চাকৰিৰ ক্ষেত্ৰত। নানা ধৰণে তেওঁক লটি-ঘটি কৰিবলৈ চৰকাৰে উঠি-পৰি লাগিছিল। ছাৰে কলমৰ যুদ্ধ এখন চলাইছিল সমাজৰ বাবে। য'ত অন্যায় দেখিছিল, য'ত অবিচাৰ দেখিছিল তাতেই ছাৰে কমল হাতত তুলি লৈ লিখি গৈছিল। সমাজৰ এচাম মানুহৰ কু-কীৰ্তি দেখি কঠোৰ ভাষাৰে লিখি তাক ৰাইজৰ আগত দাঙি ধৰিছিল। তেওঁৰ লিখনিত সমাজৰ সেইচাম মানুহে অগ্নিশৰ্মা হৈ এখন ব্লু-প্ৰিন্ট তৈয়াৰ কৰিছিল কেনেকৈনো ছাৰক বন্দী কৰিব পাৰে। ছাৰৰ প্ৰতিটো কামৰ হিচাপ ৰাখি সুযোগ বিচাৰি আছিল তেখেতক পেটে-ভাটে মৰাৰ। শাসকগোষ্ঠীৰ ৰোষত পৰি এদিন ছাৰৰ জীৱনলৈ আহিছিল গ্ৰেপ্তাৰী পৰোৱানা।

পলাশবাৰী (মিৰ্জা) থানাৰ অ'. চি. দেৱক কংগ্ৰেছৰ দালাল, নেতা, পালিনেতাই তীব্ৰ হেঁচা প্ৰয়োগ কৰিছিল ছাৰক গ্ৰেপ্তাৰ কৰিবলৈ। স্থানীয় শিক্ষাস্ত্ৰীজনেও এই ক্ষেত্ৰত সেই সুযোগ সন্ধানী নেতাসকলৰ লগত লগ হৈ তেওঁক গ্ৰেপ্তাৰৰ বাবে বিভিন্ন উপায় লৈছিল। থানাৰ অ'. চি.জন সৎ আদৰ্শৱান ব্যক্তি আছিল। মন্ত্ৰীৰ হেঁচাত পৰিও তেওঁ ছাৰক বন্দী কৰা নাছিল। নানা যুক্তিৰে সেই হেঁচাক ওফোৰাই দি ছাৰক গ্ৰেপ্তাৰ কৰাৰপৰা বিৰত আছিল। কংগ্ৰেছীসকলৰ এই ষড়যন্ত্ৰৰ কথা সেই সময়ৰ থানাৰ অ'. চি.জনে গোপনে ছাৰলৈ জনাই ৰাতি ৰাতি ঘৰত নাথাকিবলৈ খবৰ পঠাইছিল। অ'. চি.জনৰ খবৰ পাই ছাৰে প্ৰায়ে ৰাতি ৰাতি তেওঁৰ পুত্ৰ-কন্যাক এৰি আনৰ ঘৰত আশ্ৰয় লৈ আছিল। কিন্তু সেই কু-চক্ৰন্তাৰ তেতিয়ালৈকে অন্ত পৰা নাছিল যেতিয়ালৈকে ছাৰক গ্ৰেপ্তাৰ কৰা নাছিল। ১৯৭৫ চনৰ ৭ জুলাই তাৰিখে ছাৰক বিদ্যালয়ৰপৰা আহি থকা অৱস্থাত থানাৰ অ'. চি. জনে মন্ত্ৰী আৰু কংগ্ৰেছী নেতা-পালিনেতাৰ ধমকনি খাই অনিচ্ছা সত্বেও গ্ৰেপ্তাৰ কৰিবলগীয়া হৈছিল। গ্ৰেপ্তাৰৰ বাতৰি পাই সেই চক্ৰান্তকাৰী দলটোৱে আনন্দত আত্মহাৰা হৈ পৰিছিল। তেওঁক শাৰীৰিক, মানসিক নিৰ্যাতন চলাই যাবলৈ কঠোৰ নিৰ্দেশ দিছিল। কিন্তু মাননীয় অ'. চি.জনে স্পষ্টকৈ জনাই দিছিল যে, এজন নিৰপৰাধী শিক্ষকক তেওঁ শাৰীৰিক অত্যাচাৰ কিম্বা মানসিক নিৰ্যাতন চলাব নোৱাৰে। পুনৰ থানাত অ'.চি.জনৰ ওচৰত কঠোৰ নিৰ্দেশ আহিল এই বুলি যে, থানেশ্বৰ কলিতাক লক্‌আপৰ ভিতৰত ভৰাই মাটিত শুব দিব লাগে। তেওঁক কোনো ধৰণৰ কাপোৰ কানি দিব নালাগে। এইখিনিতে চক্ৰান্তকাৰী দলটো ক্ষান্ত নাথাকি ৰাতি দুপৰলৈ থানাত ভিৰ কৰিছিল। অতি সৎ আদৰ্শৱান অ'.চি.জনে নিজৰ সততাৰ পৰিচয় দিছিল তেওঁৰ কৰ্মৰ মাজেৰে। দুপৰ ৰাতি তেওঁ নিজে আগবাঢ়ি আহি কলিতা ছাৰক সমস্ত লাগতিয়াল বস্তুৰ যোগান ধৰি ৰাতিটো পাৰ কৰি পুনৰ ৰাতিপুৱা কাপোৰ কানি আঁতৰাই এখন খবৰ কাগজ মাটিত পাৰি দি ছাৰক শুই থাকিব দিছিল। পিচদিনা ছাৰক ৰছীৰে বান্ধি খোলা জিপগাড়ীত উঠাই সাধাৰণ চুৰ-ডকাইতৰ দৰে আদালতৰ কাঠগড়াত থিয় কৰাব লাগে বুলি যেতিয়া নিৰ্দেশ আহিল, সেই বিষয়াজনে হুকহুকাই কান্দি অকথ্য ভাষাৰে ওপৰ মহলাক গালি পাৰি নিৰ্দেশ পালন কৰিছিল। আদালতৰ কাঠগড়াত ছাৰ যেতিয়া থিয় হ'ল, ছাৰৰ হৈ ওকালতি কৰিছিল অসমৰ আইনজীৱীসকলৰ অন্যতম এড্‌ভোকেট মাননীয় গোৰীশংকৰ ভট্টাচাৰ্যদেৱে। আদালতৰ মজিয়াত গৌৰীশংকৰ ভট্টাচাৰ্যদেৱৰ অকাট্য যুক্তিত তিষ্ঠিব নোৱাৰিলে। ছাৰক নোৱাৰিলে কংগ্ৰেছী নেতা, মন্ত্ৰীৰ ষড়যন্ত্ৰত আবদ্ধ কৰি ৰাখিব। কু-চক্ৰান্তকাৰীৰ মুখত টাঙোন মাৰি কলিতা ছাৰক জামিনত মুক্তি দিয়ে ৮ জুলাই ১৯৭৫ চনত।

ছাৰৰ জীৱনটো অন্তহীন যন্ত্ৰণাৰ মাজলৈ ঠেলি দিয়াৰ বাবে পেটে-ভাতে মৰাৰ ফান্দি পাতি এবছৰৰ বাবে অসম চৰকাৰে তেখেতক চাকৰিৰপৰা নিলম্বিত কৰে। ছাৰৰ নিলম্বিত অৰ্দাৰ তেওঁৰ হাতত পৰাৰ পিচত শিক্ষামন্ত্ৰীজনক লগ ধৰি তেওঁৰ সন্মুখত কৈছিল— "তই মোৰ সহপাঠী আছিলি, মই খেতিয়কৰ ল'ৰা। দৰকাৰ হ'লে হালৰ মুঠিত ধৰিম; কিন্তু তোৰ মন্ত্ৰীত্ব কিমান দিন থাকে তাকো চাই লম"। সঁচাকৈয়ে সেই





মহা প্ৰতাপী শিক্ষামন্ত্ৰীজনৰ মন্ত্ৰীত্ব অতি কম দিনৰ ভিতৰতে নাটকীয়ভাৱে অৱসান ঘটিছিল।

নানা প্ৰকাৰে ষড়যন্ত্ৰকাৰী দলটোৱে ছাৰক শাৰীৰিক মানসিক নিৰ্যাতন দিবলৈ উঠি-পৰি লাগিছিল; কিন্তু ছাৰক নিৰ্দোষী হিচাপে Enquery কমিটিয়ে কোৰ্টলৈ দাখিল কৰা ৰিপোৰ্টটোৱে ষড়যন্ত্ৰকাৰীসকলৰ সকলো ষড়যন্ত্ৰ অৱসান ঘটাইছিল।

ছাৰে চাকৰিৰপৰা নিলম্বিত হোৱাৰ পিচত তেখেতৰ পৰিয়ালটোক ভৰণ-পোষণ দিয়াৰ বাবে U.B.I. Palasbari Branchৰপৰা ১৫,০০০ টকাৰ এটি ঋণ লৈ এখন গেলামালৰ দোকান দিছিল। দোকানী হিচাপে ছাৰ সফল হ'ব পৰা নাছিল কাৰণে তেখেতে বহু মানুহক বাকী দি দি টকাৰ অভাৱত পৰিছিল। মানুহৰ দুখত দুখী ছাৰে দোকান এৰি দিবলৈ বাধ্য হৈ পৰিছিল। পিচত তেওঁ কোৰ্টত কেছ কৰি হেৰুওৱা চাকৰি উদ্ধাৰ কৰি কামত নিয়োগ হৈছিল। তেওঁৰ জীৱনৰ সংঘাতে তেওঁক কৰি তুলিছিল একো টুকুৰা তীক্ষ্ণাসদৃশ। তেওঁৰ মনোবল ক্ৰমে ক্ৰমে তীব্ৰতৰ হৈ পৰিছিল। স্পষ্টবাদী, সত্যৰ ওপৰত প্ৰতিষ্ঠিত ছাৰক এটা সময়ত তেওঁৰ বন্ধুবৰ্গয়ো এজন এজনকৈ এৰি আঁতৰি যাব ধৰিছিল, জানোচা তেওঁলোকো ছাৰৰ লগত থাকিলে চৰকাৰৰ ৰোষত পৰি লটি-ঘটি খাবলগীয়া হয়।

সামাজিক কাহিঁ ছাৰৰ ব্যক্তিগত জীৱনটো জটিলতাৰ ফালে লৈ গৈ গৈ বহু সমস্যাৰ মাজত বুৰাই পেলাইছিল। তাত ছাৰে কেতিয়াও থমকি ৰোৱা নাছিল। তেওঁ সমাজপ্ৰিয়, মানুহপ্ৰিয় মানুহ আছিল বাবে তেওঁৰ হাতত থকা কলমটোৱে লিখি গৈছিল মানুহৰ বাবে, মানুহক কেন্দ্ৰ কৰি সমাজৰ ছবিবোৰ ধৰি ৰাখিছিল তেওঁৰ লিখনিৰ মাজত। সাহিত্যৰ মঞ্চ হিচাপে পলাশবাৰী সাহিত্য সভাৰ মঞ্চখন আছিল সেই সময়ত এখন সুস্থ মঞ্চ। সভাৰ 'সভাপতি'ৰ আসনখন ছাৰে একেৰাহে বহুবছৰ ধৰি শুৱনি কৰিছিল। তেখেতৰ দিনতে মিৰ্জাত পলাশবাৰী সাহিত্য সভাৰ স্থায়ী ভৱন নিৰ্মাণৰ কাম আৰম্ভ হৈছিল।

ছাৰ সাহিত্যৰ লগত অতি সক্ৰিয়ৰপৰা জড়িত আছিল। ছাত্ৰ জীৱনতে গাঁৱত পুথিভঁৰাল নিৰ্মাণৰ কামত জড়িত হৈ পৰিছিল। তেখেতে লিখা-পঢ়াৰ এটা সুস্থ পৰিৱেশ ৰচনা কৰাৰ বাবে হাতেলিখা কেইবাখনো আলোচনীৰ লগত নিবিড়ভাৱে জড়িত হৈ পৰিছিল। তেখেতে জড়িত আলোচনীকেইখন হ'ল— **'বীণা', 'আৰতি', 'সৰস্বতী'** ইত্যাদি।

১৯৭০ চনত 'পাঞ্চজন্য' নামৰ এখন মাহেকীয়া আলোচনীৰ সম্পাদক হিচাপে কাৰ্যভাৰ লৈ তেখেতে সাহিত্যজগতত এখন বিশেষ আসন গ্ৰহণ কৰিছিল। সম্পাদকীয় লিখনিত আমি উমান পাওঁ ছাৰৰ প্ৰগতিশীল ভাবধাৰাটোৰ কথা। ছাৰৰ লিখনিত আছিল সমাজৰ অসূয়া-অশান্তিবোৰ, ধূৰন্ধৰ ৰাজনৈতিক নেতাৰ চাতুকাৰিতাবোৰ, কুটিল সমাজ নীতিৰে সাধাৰণ ৰাইজক আভুৱাভাৰী কেনেকৈ চৰকাৰৰ দালালসৱে দেশখন লুটি-পুটি খাইছিল তাৰ এক জলন্ত বাস্তৱ ৰূপ। সমাজখনৰ, দেশখনৰ, দেশৰ সাধাৰণ জনতাৰ উন্নতিয়েই আছিল ছাৰৰ লিখনিৰ প্ৰধান লক্ষ্য। 'পাঞ্চজন্য'ৰ এটা সম্পাদকীয়ত 'অভদ্ৰামি' নাম দি লিখিছিল— "...পঞ্চায়তত এদল জুৱাচোৰ, দগাবাইজ, চৰিত্ৰহীনলোকে নেতাগিৰি কৰি অসমৰ সনাতন সমাজ ব্যৱস্থা চেদেলি-ভেদেলি কৰি পেলাইছিল, কোনো প্ৰশ্ন কৰোতা নাই। অসমত ভদ্ৰলোক আৰু ভদ্ৰামিৰ মাত্ৰা বাঢ়ি গৈছে। সকলোৰে অতিমাত্ৰা বেয়া। ভদ্ৰামিয়ে সীমা চেৰাই গৈছে। গতিকে আজি অসমীয়া সমাজত প্ৰথমতে আৱশ্যক হৈছে স্পষ্টবাদী, অগ্ৰণী, প্ৰচণ্ড শক্তিশালী এদল অভদ্ৰলোকৰ; যিয়ে এই ভদ্ৰৰূপী ভণ্ড সুবিধাবাদী দলৰ মুখা খুলি দি দেশৰ বাবে, দহৰ বাবে অভদ্ৰভাৱে মাতিবলৈ শিকাব পাৰে।"

ছাৰৰ উক্ত লিখনিত দেখা পাওঁ, অনুভৱ কৰোঁ সেই ৭০ ৰ দশকতে প্ৰচণ্ড মনোবলেৰে সমাজখন আগুৱাই নিবলৈ কমলৰ শক্তিৰে কেনেকৈ চেষ্টা অহ্যাবত ৰাখিছিল। আন এটি সম্পাদকীয়ত পাওঁ এনেধৰণে— "মহাত্মা গান্ধীয়ে ভাৰতত দুখীয়া ৰাইজৰ জীৱনৰ লগত মিলাই যি গণৰাজ্য আৰু ৰামৰাজ্যৰ চিন্তা কৰিছিল, সি আজি ফলৱতী হৈছেনে? দুখীয়া ৰাইজ আৰু গাঁৱলীয়া ৰাইজৰ অভাৱ অভিযোগ, দুখ-দুৰ্দশাৰ মোচন হৈছেনে? গণতন্ত্ৰণৰ নামত এটা শ্ৰেণীয়ে দেশৰ শাসনভাৱ কৰায়ত্ত কৰা নাইনে? আমাৰ দেশৰ স্বাধীনতাৰ ২২ বছৰ পিচত কিবাকিবি উন্নয়নমূলক কাম হোৱাটো একো বিচিত্ৰকৰ নহয়; কিন্তু যিখিনি উন্নয়নমূলক

কাম হৈছে তাৰপৰা দেশখনৰ শতকৰা কিমান ভাগ মানুহ লাভৱান হৈছে সেইটোহে আচল কথা।"

ছাৰে নাটক লিখিছিল, নাটক কৰিছিল সমাজখনক কেন্দ্ৰ কৰি। সাধাৰণ সমাজখনৰ সৰু সৰু ঘটনাবোৰক কেন্দ্ৰ কৰি ছাৰে নাট্য সাহিত্যৰ লগত নিজে জড়িত হৈ জড়িত কৰিছিল সমাজক। নাট্য সাহিত্যৰ ভঁৰালটোত তেখেতে দি থৈ গৈছিল কেইবাখনো পূৰ্ণাংগ নাটক, একাংকিকা নাটক। এই নাটবোৰ ৰচনা কৰিয়েই তেওঁ থৈ দিয়া নাছিল, সেই নাটকবোৰ মানুহৰ মাজত মঞ্চস্থও কৰিছিল। তেওঁ লিখা পূৰ্ণাংগ নাটককেইখন হ'ল— **ঘৰখন (সামাজিক), কেঁচা তেজ (সামাজিক)।**

একাংকিকা নাটককেইখন হ'ল— ভূতৰ খেল, ৰাজ সভা, অষ্টপাগল, ভোলানাথৰ আচাৰ (বেংগ নাট), কলা ৰজা বেঙা মন্ত্ৰী (বেংগ নাট), আচামি, মুক্তি পথ, মায়াজাল।

নাট্য সাহিত্যৰ উপৰিও তেখেতে এখন শিশু পুথিও ৰচনা কৰিছিল। তেখেতে লিখা শিশু পুথিখন হ'ল— 'টিকনি আতাৰ সাধু'। কাব্য জগততো কলিতা ছাৰৰ এখন বিশেষ আসন আছিল।

বৈচিত্ৰপূৰ্ণ জীৱন, বৈচিত্ৰ্যপূৰ্ণ কৰ্ম হাতত লৈ নিকা সমাজ এখন গঢ়াৰ কথা বুকুত বান্ধি কাম কৰি গ'ল স্বৰ্গীয় থানেশ্বৰ কলিতা ছাৰে। তেখেতক সমাজখনে কি দিলে, সমাজৰপৰা কি পালে তাৰ হিচাপ তেওঁ কাহানিও কৰা নাছিল। মাত্ৰ সমাজৰ এটি সুস্থ মানুহ হিচাপে তেওঁ তেওঁৰ কৰ্মৰাজি কৰি গৈছিল আজীৱন। তেওঁৰ কৰ্মখিনিৰ বাবেই আজি তেখেতক আমি সুঁৱৰিছো শ্ৰদ্ধাৰে।

ছাৰে জীৱনৰ বাটত বাট বুলি বুলি ১৯৮৯ চনৰ ১১ নৱেম্বৰৰ দিনা কৰ্কটৰোগত আক্ৰান্ত হৈ ভেলোৰৰ জি. এম. চি হাস্পতালত মৃত্যুক সাৱটি ল'বলগা হয়। এটা মহৎ আত্মাৰ পৰিসমাপ্তি এনেধৰণে হয়। তেখেতৰ কৰ্মময় জীৱনৰপৰা সমাজখন, বিশেষকৈ দুৰ্যোগত পোত খাই থকা সাধাৰণজনে অনুপ্ৰেৰণা লাভ কৰক— তাৰেই কামনাৰে মোৰ এই লিখনিৰ পৰিসমাপ্তি ঘটালোঁ।

*তথ্যপাতিৰ সংগ্ৰত বৈ যোৱা ভুল-ক্ৰুতিৰ বাবে ৰাইজৰ ওচৰত ক্ষমা-ভিক্ষা মাগিছোঁ। — লিখক*







# বিষ্ণু ৰাভাৰ সতীৰ্থ কম্‌ৰেড যোগেন কলিতাৰ ডায়েৰীৰ পাতত লিপিবদ্ধ 'আত্মকথা'

**(১৯৩২-২০০৯)**



**'উদ্দীপন'ৰ সৌজন্যত**
**সম্পাদনা ঃ প্ৰফুল্ল চন্দ্ৰ বৰুৱা**

বিশাল ব্ৰহ্মপুত্ৰৰ পাৰত ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথৰ প্ৰায় কাষতে পলাশবাৰী টাউনৰ গাতে লাগি থকা মোৰ মৰমৰ গাঁওখনৰ নাম সদিলাপুৰ। ১৯৫০ চনৰ ভূমিকম্পৰ পিচত সেই গাঁওখন প্ৰায় নিঃচিহ্ন হয়। পিতা স্বৰ্গীয় আনন্দিৰাম কলিতাৰ ঔৰসত আৰু মাতৃ স্বৰ্গীয়া প্ৰভাৱতী কলিতাৰ গৰ্ভত ১৯৩২ চনত শাওণৰ ভৰ বাৰিষাৰ এটা সোমবাৰে হেনো মোৰ জন্ম হৈছিল।

মায়ে কোৱা মনত পৰে যে, গাঁৱৰ মাজেৰে ছৈ দিয়া বেপাৰী নাওবোৰ শুৱালকুছি আৰু অন্য ঠাইৰপৰা পলাশবাৰীলৈ বেপাৰৰ কাৰণে আহিছিল। জাহাজঘাটটোৰ নাম পলাশবাৰী আছিল যদিও আমাৰ তাতহে বেপাৰীসকল আছিল। জাহাজেৰে কলিকতাৰপৰা বেপাৰ-বণিজৰ মাল-বস্তুৰ অনা-নিয়া হৈছিল। আমাৰ দুখন গৰুগাড়ীও আছিল। সেই সময়ত গৰুগাড়ীৰে শ্বিলঙলৈ পলাশবাৰীৰপৰা মাল-বস্তু গৈছিল। আমাৰ গাঁৱত ৪৪ নং সদিলাপুৰ পাঠশালা (স্কুল) এখন আছিল। তাতেই মোৰ প্ৰথম পাঠ আৰম্ভ কৰোঁ। পঢ়া-শুনাত মজলীয়া আছিলোঁ যদিও খেলা-ধূলাত বেয়া নাছিলোঁ। দ্বিতীয় মহাসমৰৰ সময়ত প্ৰায় আমাৰ ঘৰৰ ওচৰতে মিলিটেৰী কেম্প এটা আছিল। আমাৰ লগত তেওঁলোকেও খেলিছিল। এবাৰ তেওঁলোকৰ লগত আমাৰ দলৰ কম্পিটিচন হৈছিল। খেলৰ কিছুসময় যোৱাত তেওঁলোকৰ এজন খেলুৱৈয়ে জোৰকৈ খুন্দা মাৰি দিয়াত মোৰ বাওঁহাতখন প্ৰায় ভাগিছিল। সেইদিনা খেল সিমানতে শেষ হৈছিল। গৰুগাড়ীত ভৰাই মোক ঘৰলৈ লৈ যোৱা হ'ল আৰু গাঁৱৰ ওচৰৰ বেজ আনি নানা ধৰণৰ ঔষধ আৰু বাঁহেৰে বান্ধি দিছিল। কিছুদিন পিচত ভাল পালোঁ যদিও হাতখন আজিও অলপ বেঁকা হৈ থাকিল। অৱশ্যে বৰ্তমান বিশেষ তেনে অসুবিধা নাই। অন্যান্য কামৰ লগতে সেই হাতেৰে হালবাবও পাৰোঁ। সৰুতে মই হোনো কিছু দুষ্টালিও কৰিছিলোঁ।

১৯৪৩-৪৪ চনত পলাশবাৰী ৰিড্‌কৰণ বালচান্দ হাইস্কুলত তৃতীয় শ্ৰেণীত নামভৰ্তি কৰিছিলোঁ। আমাৰ কি যে আনন্দ! তেতিয়া হাইস্কুলত পঢ়া ল'ৰা খুব কম। সৰুতে ৰবাৰ টেঙাৰ ফুটবল খেলিছিলোঁ, বাঁহৰ মূৰাৰ বল কাটি তাৰে ক্ৰিকেট খেলিছিলোঁ; কিন্তু খেলি উঠি গৰু-গাই আৰু ঘাঁহ আনিব লাগিব, নহ'লে পিচদিনা খেলা বন্ধ। ভটৰা (ভোট-এৰা)ৰ গুটি শলাত ভৰাই সেই গুটিৰে চাকিৰ কাম কৰিছিলোঁ। দ্বিতীয় মহাসমৰত কেৰাচিন আৰু নিমখ পোৱাটো বৰ কঠিন আছিল।

আমাৰ ঘৰৰ কিছু দূৰত দুখন বিল আছিল। 'ৰাজাই সিঁচা' আৰু 'চলচলি'। স্কুললৈ যোৱাৰ আগতে পল লৈ মাছ মাৰিছিলোঁ আৰু একো খালৈ মাছ পাইছিলোঁ। সেই মাছ নিজে ভাজি ঘৰৰ খাটি সৰিয়হৰ তেলেৰে আধা নিমখ মাছ-ভাত আৰু আধা গাখীৰেৰে খাইছিলোঁ। সেয়ে কিজানি আজিও গৰুৰ গাখীৰে মোক এৰা দিয়া নাই। নিজেও খাওঁ আৰু কিছু বিক্ৰীও কৰোঁ।

১৯৪৫ চনত ভাঙুৰীপাৰা (বাঘমাৰা)ৰ পঞ্চায়তৰ অধিবেশন বহিছিল। তালৈ সৌমেন বাবু, চৌকত ওচমানি, খগেন বৰবৰুৱা, বিষ্ণু ৰাভা, কেদাৰ গোস্বামীকে আদি কৰি ভালেমান নেতা আহিছিল। আমি স্কুলৰ ল'ৰাবোৰ সেই অধিবেশনলৈ গৈছিলোঁ। ১৯৪৬ চনত



গুৱাহাটীলৈ বকো, ছয়গাঁও, পলাশবাৰী, বেলতলা, ৰাণী, সোণাপুৰ আৰু উত্তৰ কামৰূপৰ কৃষকসকল আহিছিল। ময়ো আহিছিলোঁ জুবিলী গাৰ্ডেনলৈ বাটকুৰি বাই। এফালে কৃষকৰ মুখত 'নাঙল যাৰ মাটি তাৰ', 'ৰায়তী স্বত্ব দিবই লাগিব', 'পঞ্চায়ত আইন প্ৰতিষ্ঠা কৰক', 'আধিয়াৰ আইন প্ৰতিষ্ঠা কৰক' আদি শ্লোগান। আনপিনে ডি. চি. হাম্‌ফ্ৰে চাহাব। পুলিচে বাধা দিলে, ৰাইজে নামানিলে। তদুপৰি ১৯৪৬ চনত মহাত্মা গান্ধী গুৱালকুছিলৈ আহিছিল। তালৈয়ো গৈছিলোঁ। বহুলাখ মানুহৰ সমাগম। মই নেওঠনীৰে কঁপাহ নেঠা, ধেনুৰে ধুনি পাঁজি বাতি যঁতৰত সূতা কটা ভালকৈ মনত আছে। তাৰে হাফপেণ্ট আৰু কামিজ চিলাই পিন্ধাও মনত পৰে। গৰমৰ বন্ধত আমি বিচনী, ডলা-চালনী বোৱাও ভালকৈ মনত আছে।

আমি গাঁৱৰ ল'ৰাবোৰে পাঠশালা স্কুলৰ লগতে 'জ্ঞানদায়িনী' নামেৰে এটা পুথিভঁৰাল পাতিছিলোঁ। পুথিভঁৰালটোত ৰামায়ণ, মহাভাৰত আৰু জীৱনীমূলক কিতাপ আছিল। মেক্সিম গৰ্কী, হো-চি-মিনৰ জীৱনী, লেনিনৰ জীৱনী, কিছু আলোচনী (আৱাহন, ৰামধেনু, কৃষক পঞ্চায়ত বাতৰি কাকত) আছিল। 'পঞ্চায়ত' আমি তন্ন তন্নকৈ পঢ়িছিলোঁ। মেক্সিম গৰ্কীৰ 'মা', টলষ্টয়ৰ সাধু, লেনিনৰ জীৱনী পঢ়ি খুব আকৃষ্ট হৈছিলোঁ। লেনিনৰ এটা কথাই বেছি আকৰ্ষিত কৰিছিল। সেয়া হ'ল— **'মানুহৰ জীৱন কেৱল এবাৰৰ কাৰণেহে। যি সেই সম্পদৰ অধিকাৰী হয়, সি এনেভাৱে জীয়াই থাকিব লাগে যাতে উদ্দেশ্যহীন অতীত জীৱনৰ কথা স্মৰণ কৰি দুখ-কষ্ট নাপায়। সি যেন মৰণৰ সময়ত এই কথা ক'ব পাৰে যে, মই মোৰ শ্ৰম সমাজৰ কাৰণে নিয়োজিত কৰিছোঁ।'** উল্লেখ থাকে যে, সেই সময়ত পলাশবাৰীত থকা কাঠফলা ডিপোৰ পূৰ্ববংগৰ মালিক কেইজমানে পুথিভঁৰালটোৰ বাবে কাঠ আৰু কিছু কিতাপ দিছিল।

## স্মৃতিৰ ফাঁকেদি

(আত্মকথাৰ লেখক যোগেন কলিতাৰ জোঁৱাই মনু কলিতাই তেখেতৰ স্মৃতিত লিখা)

*বেদনাসিক্ত অথচ পবিত্ৰ তোমাৰ মৃত্যুৱে দি গ'ল*
*সংগ্ৰামী সত্তাৰ সু-উজ্জ্বল এটা নতুন পুৱা*
*মৰমেৰে ভৰা এখন সুগভীৰ নৈৰ*
*কুলু কুলু সুৰৰ মূৰ্ছনা*
*থৈ গ'ল সতীৰ্থৰ আলসুৱা হাতত*
*কপালৰ ঘামত জিলিকি উঠা*
*কৃষক-শ্ৰমিকৰ এক অলিখিত দলিল*
*আঁকি দি গ'ল আমাৰ মনৰ মানচিত্ৰত*
*মহানুভৱতা, সহনশীলতা, বিশাল দৃষ্টিভংগীৰ*
*সেউজীয়া এক সৃজনশীল অনুপম ছবি*
*তুমি সূৰ্য, ধ্ৰুৱ তুমি, জোনাকে ভৰা শৰতৰ আকাশ*
*তুমি ধুমুহা, এছাটি মলয়া, এক নিৰ্জন দ্বীপ*
*সুপ্ত এক বিশাল সত্তা।* ❑

হাইস্কুলত থকা সময়ত ভৱানীকান্ত চৌধুৰী ছাৰে আমাক ৰাজনীতিৰ ক্লাছ লৈছিল এটা কাঠৰ ডিপোৰ ঘৰত। তেখেতে আমাক বৰ মৰম কৰিছিল। খেলা-ধূলাৰ ছাৰ ৰেফাৰী আছিল। 'স্কুল ব্ৰাদাৰ' নামেৰে আমি এটা টিম খুলিছিলোঁ। বহুদূৰলৈ খেলিবও গৈছিলোঁ। আমি বেছিভাগ খেলুৱৈ ছাত্ৰ সংগঠনৰ লগত জড়িত আছিলোঁ; যেনে— 'প্ৰগতি ছাত্ৰ সংগঠন'ৰ বাণেশ্বৰ শইকীয়া, শৈলেন মেধি, লোহিত দাস, অম্বু বৰা, আব্দুল ৰহমান, কানু বণিয়া (নলবাৰী), প্ৰেম গোহাঁই, খৰ্গেশ্বৰ কলিতা (ঘগ্ৰাপাৰা), হৰিমোহন তালুকদাৰ আদি।

১৯৪৯ চনত এবাৰ জেলৰ কম্‌ৰেডসকলে ২১ দিন 'হাংগাৰ ষ্ট্ৰাইক' কৰিছিল। ডি. চি. হাম্‌ফ্ৰে চাহাবক আমি ঘেৰাও কৰিলোঁ। আমাক এৰেষ্ট কৰিলে; কিন্তু পিচত আমাৰ দাবী মানিবলৈ বাধ্য হৈছিল আৰু শেষত আমাক ৰাতিয়ে জেলৰপৰা এৰি দিলে। সেই চনতে এদিন স্কুলত আমি খবৰ পালোঁ— পলাশবাৰীৰ ওচৰৰ বজাৰাপাৰা গাঁৱলৈ আজি ৰাতি কম্‌ৰেড বিষ্ণুপ্ৰসাদ ৰাভা আহিব। স্কুলৰ যিসকল ল'ৰা ছাত্ৰ সংগঠনৰ আছিল, তেওঁলোকৰ কিছুসংখ্যকে গৈ তেওঁৰ কথা শুনিলে। ৰাতি বেছি হোৱাত বেছিভাগ ল'ৰাই ৰাতিটো সেই ঠাইতে থাকিলে। ৰাতি গাঁওখন ঘেৰাও কৰি পিচদিনা কম্‌ৰেড বুদ্ধ বৰুৱা, মোক আৰু ৰাজবংশীক যিখন জীপত ৰাভা আৰু অন্যান্য কম্‌ৰেডসকলক আনিছিল, সেইখন জীপতে কঁকালত ৰছীৰে বান্ধি আমাক আটাইকে গুৱাহাটীলৈ লৈ গৈ জেলত ৰাখিলে। তৰুণসেন ডেকা, শৈলেন মেধি, ৰাভাকে আদি কৰি বহুসংখ্যক কম্‌ৰেড ধৰা পৰাৰপৰা ৰক্ষা পৰিল। ছমাহমান পিচত আমাক খালাচ দিলে। জেলৰপৰা ওলাই আহি আৰু স্কুললৈ যোৱা নহ'ল। অষ্টম মানতে পাঠশালা এৰিলোঁ। পাৰ্টীৰ কামত কম্‌ৰেড জল্টি দাস আৰু মই মাটাইখাৰ, ঘোঁৰামাৰা, বালাহপুৰ, কুলশী, কমাৰগাঁও, বাকাৰাপাৰা, দীঘল লেথেৰী আদি পিচপৰা ঠাইবোৰত পঞ্চায়ত সংগঠনৰ কামত লাগি পৰিলোঁ। কিছুদিন পদ্ম কাকতিৰ লগতো সংগঠনৰ কামত আছিলোঁ। তেতিয়া পাৰ্টীৰ সংগঠনৰ শ্লোগান আছিল— 'নাঙল যাৰ মাটি তাৰ', 'ৰায়তী স্বত্ব দিবই লাগিব', 'পঞ্চায়ত আইন প্ৰতিষ্ঠা কৰক', 'আধিয়াৰ আইন প্ৰতিষ্ঠা কৰক'। এইবোৰ দাবীৰ ভিত্তিত কৃষক আন্দোলন হৈছিল। কৃষকৰ ঋণ নহ'লেও জমিদাৰ-মহাজনক ২০-২৫ পুৰা ধান দিব লাগিব। নহ'লে বলপূৰ্বকভাৱে গৰু-ছাগলী লৈ গৈছিল। চৰকাৰ কংগ্ৰেছী আছিল। আন্দোলন খুব জোৰদাৰ হৈছিল। বেলতলা, সোণাপুৰ, ৰাণী, বৰদুৱাৰ, ছয়গাঁও, দলগাঁও আদি ঠাইৰ ৰায়তে ধান দিয়া বন্ধ কৰি দিলে। বেলতলা, দীঘেলীত নাৰীমুক্তি বাহিনী গঠন হ'ল। পুলিচ প্ৰতিৰোধী আন্দোলন হ'ল। পুলিচে এৰেষ্ট কৰিব অহাত নাৰীসংগঠনবোৰে পুলিচক ঘেৰাও কৰি কম্‌ৰেডসকলক কাঢ়ি লৈ গৈছিল।

১৯৫০ চনত বৰ আকাল হৈছিল; কিন্তু মহাজনৰ ভঁৰালত ধান উভৈনদী। মহাজনক কোৱা হৈছিল— আমাক এইকেইদিনৰ বাবে কিছু ধান দিয়ক, আমি ফিৰাই দিম। মহাজনে নিদিলে। ৰাইজে লিষ্ট কৰি ধান ভগাই ল'লে আৰু মহাজনক নামবোৰ দিলে— শেষত হোৱা মহাজনৰ সন্মতিত; কিন্তু পিচমুহূৰ্ততে পুলিচৰ তালৈ গৈ মহাজনে 'ডাখেৰী গুণ্ডা' বুলি এজাহাৰ দিলে। খুব অত্যাচাৰ চলিল। জেলত ঠাই নোহোৱা হ'ল। স্কুলবোৰত এৰেষ্ট কৰি ৰাখিলে বেলতলা, পলাশবাৰী, নলবাৰী আদি ঠাইৰ হাজাৰ হাজাৰ মানুহ। বিপ্লৱী কমিউনিষ্ট পাৰ্টীয়ে সশস্ত্ৰ আন্দোলনৰ প্ৰস্তাৱ ল'লে। ভাৰত চৰকাৰে বিপ্লৱী কমিউনিষ্ট পাৰ্টীক বে-আইনী বুলি ঘোষণা কৰিলে।

বিপ্লৱী কমিউনিষ্ট পাৰ্টীয়ে গণবাহিনী, গেৰিলা বাহিনী গঠন কৰিলে আৰু পাহাৰবোৰত গেৰিলা ট্ৰেইনিং দিলে। সেই সময়ত মই বেলতলাত পাৰ্টীৰ সম্পাদক কম্‌ৰেড উপেন দাসৰ লগত। বেলতলা মৌজাৰ পূবে বীৰকুছিৰপৰা পশ্চিমে চকৰদৈ, জগতগাঁও পাহাৰবোৰত ৰাতি হ'লে কম্‌ৰেডসকল থাকে। আৰু দিনত গাঁৱে গাঁৱে সংগঠনৰ কামত লাগি থাকে। কম্‌ৰেডসকলৰ লগত টকা-পইচা নাছিল, কেৱল দুবিধমান ঔষধ আছিল— 'পেলোড্ৰিণ' আৰু 'থেলাজল'। খোৱা-বোৱাত বিচাৰ নাছিল। ৰাইজে যি দিছিল তাকে খাইছিল। বেলতলা মৌজাৰ দক্ষিণ গাঁৱৰ ডম্বৰুধৰ ইঞ্জাল আৰু কেঁৰাকুছিৰ বলো বসুমতাৰী দুজন ভাল কম্‌ৰেড আছিল। বহুকেইজন কম্‌ৰেডক মৃত বা জীৱিত অৱস্থাত ধৰি দিব পাৰিলে চৰকাৰে দহ হেজাৰ টকাৰ পুৰস্কাৰ দিয়াৰ কথা ঘোষণা কৰিলে। আনকি কম্‌ৰেডসকলৰ ফটো আৰু লিফ্‌লেট হেলিকপ্টাৰেৰে বিলাই দিছিল।

সেই সময়ত মই উজনি অসমৰ যোগাযোগ বিভাগত আছিলোঁ। উত্তৰ কামৰূপ, গোৱালপাৰা, মংগলদৈ, কলিকতা আদি ঠাইলৈ ভাগে ভাগে কম্‌ৰেডসকলক নিৰ্দেশ দিয়া হৈছিল। যোগাযোগ বিভাগটো খুব মজবুত আছিল। কোনো এজন যোগাযোগকাৰী ধৰা পৰা নাছিল। পাহাৰবোৰত বাঘ, হাতী, গাহৰি, বিধে বিধে পছু আৰু মেঠোনো আছিল। এবাৰ মই আৰু উপেন দাস চকৰদৈ পাহাৰলৈ গৈ আছিলোঁ। গৈ থাকোঁতে হাতীৰ জাকৰ মাজত পৰিলোঁ। চাৰিওফালে পাহাৰৰ ঘুলি। উপেন দাসৰ হাতত পিষ্টল। মই বাধা দিলোঁ। হাতচাপৰি মৰাৰ লগে লগে আটাইবোৰ হাতী হিল-দ'ল ভাঙি দৌৰ দিলে। দলত এটা ডাঙৰ হাতী থাকে আৰু তাৰ নিৰ্দেশত বাকীবোৰ চলে। ভীষণ শব্দেৰে ৰে'লৰ হুইচেলৰ দৰে প্ৰতিধ্বনি হোৱাত হাতীৰ জাকটো বৈ গ'ল আৰু আমি দুয়ো থিয় পাহাৰৰ ফালে উঠি গ'লোঁ। কিছু দূৰত বাঘৰ গোঁজৰণি। হাতীৰ লগে লগে মেঠোন আৰু সুগৰী পছু থাকে। ৰাতি হ'লে শালগছ জ্বলাই ৰাখোঁ। ভালুকবোৰ সু-সুকৈ শব্দ কৰি প্ৰায় কেম্পৰ ওচৰলৈ আহে। আমাৰ শব্দ শুনিলে পলাই যায়। কম্‌ৰেড ছত্ৰ সিং আৰু বেলতলাৰ নাজিৰ আলি ভাল

চিকাৰী আছিল। দুয়ো কেতিয়া জংঘলৰ কুকুৰা চিকাৰ কৰি আনে আমি গমকেই নাপাওঁ। আমাৰ খাদ্য হিচাপে কঁঠালৰ গুটি আৰু বেতৰ গাঁজ। কেতিয়াবা দাইল। চাউলমুঠি ৰাইজে দিছিল।

**কেম্প বিলৰ মাজত ঃ**

কেম্পবোৰ একে ঠাইতে নাছিল। এবাৰ দীপৰ বিলৰ মাজত চাফাই টিপবোৰৰ মাজত ৰাতি ৰাতি ধানখেৰ পৰি থকা দি পৰি আছিলোঁ। কোনো জন্তু-জানোৱাৰে অনিষ্ট কৰা নাছিল। দীপৰ বিলত এবাৰ অধিবেশন হৈছিল। তাত সেই বিলৰে মাছ খোৱা হৈছিল। কম্‌ৰেডসকল আহিছিল। কম্‌ৰেড নীৰেন লাহিড়ীয়ে নিজে মৰা মাছ খাইছিল। কেতিয়া যে কেনেকৈ পাহাৰত একত্ৰিত হৈ কম্‌ৰেডসকলে অধিবেশ অনুষ্ঠিত কৰিছিল চৰকাৰৰ পুলিচ বাহিনীয়ে গমকে নাপালে। আমাৰ কেম্পত লিখু আৰু ছপা কৰা হেণ্ড মেচিন আছিল। তাত লাল নিচান, হেণ্ড বিল, বুকলেট আদি ছপা হৈছিল। গুৱাহাটীৰ ৰুদ্ৰ প্ৰেছৰপৰা কাগজ আৰু টেনছিল চিয়াহী আমি কেইজনমানে আহি কিস্তিত লৈ যাওঁ আৰু প্ৰেছত ছপা কৰোঁ। লাল নিচান সংগঠনৰ ঠাইতে যোগান ধৰা হয়। এজন কম্‌ৰেডে সকলো কাম কৰিব পৰা হৈছিল। আমাৰ দৈনিক ৰাজনৈতিক ক্লাছ হৈছিল। ক্লাছত লিবাৰেট.চাইনা, লংমাৰ্চ আদি কিতাপবোৰৰ অধ্যয়ন হৈছিল আৰু হাতিয়াৰৰ ট্ৰেইনিং হৈছিল।

১৯৫০ চনত উজনিলৈ যাবলগা হ'ল। দুই-এবাৰ ঘূৰিও আহিলোঁ। খুব কষ্টৰ মাজেৰে নেতৃত্ব দিয়া কম্‌ৰেডসকলক লগ ধৰিব পৰা যায়। সেই সময়ত কম্‌ৰেড খগেন বৰবৰুৱা আৰু হৰেণ কলিতাৰ নেতৃত্বত উজনিত কামবোৰ হৈছিল। বগীদ'ল, মাহমৰা, খোৱাং, নিতাইপুখুৰী আদিলৈ যাবলগা হৈছিল। আমাৰ বাহন মাত্ৰ ভৰি দুখন। কিমান যে খোজকাঢ়িছোঁ তাৰ হিচাপ ৰখা নহ'ল। এদিন ৰাতি বৰাহিবাৰী গাঁৱৰপৰা কম্‌ৰেড (বৰবৰুৱা গাঁও) আমি তিনিজন মুহি গোহাঁই, নৰেন কলিতা আৰু মই মাহমৰালৈ যাব লাগে। নামতি হৈ মেজেঙাৰে গৈ নাজিৰাত ৰে'লৰ টিকট লৈ বৰহাট ষ্টেচনত আমি মাহমৰালৈ যাম। আমাৰ দুজনৰ বিৰুদ্ধে ৱাৰেণ্ট। টিকট লৈ ষ্টেচনত ৰৈ আছোঁ। ৰে'ল নাহেহে নাহে। শেষত আহি পালেহি। মই গৈ সাপেখাটিত নামিলোঁগৈ। গোটেই ৰাতিটো ষ্টেচনত কটাই পিচদিনা পুৱা বৰহাট ষ্টেচনলৈ আহিলোঁ। মাহমৰালৈ কোনফালে যাব লাগে এজন মানুহক সোধাত তেখেতে মোক লৈ মাহমৰাত থৈ আহিলগৈ। কি আচৰিত, মই যে সেই ঠাইলৈ আহিম সেই খবৰো আগতে পাইছিল। সেইজন এজন কম্‌ৰেড। সংগঠনৰ শিকলিডাল খুব মজবুত আছিল। মাহমৰাত দেখিলোঁ দুজন কম্‌ৰেড হাজিৰ। দুজনৰ সৈতে পুলিচৰ 'ধস্তাধস্তি'। মাহমৰাত ৰাতি ৰাতি মোৰ ভীষণ মেলেৰিয়া জ্বৰ। শেষ ৰাতি পুলিচ গৈ ঘেৰাও কৰিলে আৰু কম্‌ৰেড সাবিত্ৰী চেতিয়া, ধনদা গোহাঁই, বেজবৰুৱা, কণমাই কোঁৱৰ আৰু মোক বন্দী কৰি শিৱসাগৰ জেললৈ লৈ গ'ল।

**ভূমিকম্পৰ দিনা জেলত ঃ**

১৯৫০ চনৰ আগষ্ট মাহ। জেলত দুটা চেল। এফালে পগলা এজন আৰু আনফালে এটা চেলত মই। ১৫ আগষ্টৰ গধূলি ভূমিকম্প। মাজে মাজে ভূমিকম্পৰ গুম্‌গুমনি আৰু পগলাটোৱেও লোহাৰে বন্ধা দৰ্জা জোকাৰি দিছে হি হিকৈ। দেৱালবোৰ ভাঙি পৰিছে। কুমায়ুন ৰেজিমেণ্টে অপাৰেশ্যন চলাইছে। দেৱালৰ ভিতৰলৈ আহি ৰাইফলৰ ফাঁকা আৱাজ, কিজানি কোনোবা পলাই যায়। আহাৰ হিচাপে বৰধানৰ চাউল। বেছিভাগ ধানেঁই থাকে আৰু ক'লা ক'লা কচুৰ ঠাৰি তেঁতেলীৰ টেঙা দি সিজাই দিয়ে। দাইল বুলি ক'ব নোৱাৰি। ভাতৰ মাৰ দি সিজাই দিয়ে। আমি হাংগাৰ ষ্ট্ৰাইক কৰি দিলোঁ কিছু দাবীৰ ভিত্তিত। আমাক ৰখা সিটোফালে মহিলাসকলৰ জেল। তেওঁলোকেও হৰতাল কৰিলে। হৰতাল চলি থাকোঁতে আমাৰ কেইজনমানক নগাঁও চেণ্ট্ৰেল জেললৈ আৰু মহিলা কম্‌ৰেডকেইজনীক শ্বিলঙলৈ লৈ গ'ল। জেলৰ ভিতৰত বৰ মহ। কাপোৰ বুলি ক'ব নোৱাৰি, শতৰঞ্চি এখন দিয়ে, খালী পকাতে পৰি থাকিব লাগে।

নগাঁও জেলত ২৮ মাহ ৰাখিলে। সেই সময়ত আৰ. চি. পি. আই.ৰ কৰ্মী সংখ্যা বেছি। এটা বেৰেকত কেৱল আৰ. চি. পি. আই.। কম্‌ৰেডসকলৰ সদায় দুবাৰকৈ ক্লাছ হয়। ৰাজনৈতিক ক্লাছ। আমি কিছুমানে শৰীৰ চৰ্চা আৰু যোগাসনো কৰোঁ। মেট্ৰিক পৰীক্ষা দিম বুলি অধ্যয়নো কৰিছিলোঁ। সুবিধা পাইছিলোঁ; কিন্তু 'হেবিয়াছ কৰ্পাচ' কৰাত আমাক জেলত ৰাখিলে। তাৰ আগতে জেলৰপৰা কম্‌ৰেড হানু মেচ, চেনিৰাম ফুকন, প্ৰাণেশ্বৰ ৰাভা আৰু সৰোজ সেন দেৱাল বগাই কাঁটা তাঁৰৰ বেৰা কাটি পাৰ হৈ গ'ল। তেওঁলোক গৈ মিকিৰ পাহাৰ পালেগৈ।

খালাচ পাই আকৌ পাৰ্টীৰ কামত। ১৯৫৩ চনত গোৱালপাৰাৰ বাসুগাঁৱত সৰ্বভাৰতীয় অধিবেশন বহে। তেতিয়াও বে-আইনী উঠাই লোৱা হোৱা নাই। প্ৰস্তাৱ ল'লে সংসদীয় ৰাজনীতি কৰিব। বহুসংখ্যক কম্‌ৰেডে চি. পি. আই.ত যোগ দিলে। পাৰ্টীটো দুৰ্বল হ'ল। সৰ্বভাৰতীয় নেতা পান্নালাল দাসগুপ্তা আদি দম-দম বচিৰহাটৰ মামলাত বন্দী। অসমৰ হৰেণ কলিতাই খালাচ পালে। উপেন দাস, কামিনীমোহন শৰ্মা, ছত্ৰ সিং টেৰণ আদি নেতাসকলক ধৰিব নোৱাৰিলে। বৰবৰুৱা আৰু ৰাভাকো। শেষত চৰকাৰে বে-আইনী উঠাই ল'লে।

মোৰ ভীষণ বাতৰ বেমাৰ হ'ল। খোজ দিবই নোৱাৰোঁ। কম্‌ৰেড উপেন দাস আৰু হৰিদাস ডেকাই মোক আয়ুৰ্বেদিক চিকিৎসাত ভৰ্তি কৰালে। ১৯ দিনৰ মূৰত কিছু ভাল পালোঁ। খবৰ পালোঁ— আকৌ ডকাইতি কৰা বুলি ৱাৰেণ্ট জাৰি কৰিছে। তাৰপৰাও গুচি গ'লোঁ। উপেন দাসে ককায়েকৰ চাহপাতৰ দোকানত কিছুদিন ৰাখিলে। পাৰ্টীৰো কাম কৰোঁ আৰু দোকানতো থাকোঁ। চাহপাত সম্পৰ্কে বহু কথাই জানিলোঁ আৰু ভাল চেল্‌চমেন হ'লোঁ। দোকানত মোক কেৱল খোৱাহে দিছিল। ৰাতি হ'লে গুদামত থাকোঁ। আকৌ এৰেষ্ট কৰিলে। আৰু ছয়মাহ জেল হ'ল। আপীল কৰাত খালাচ পালোঁ। খোৱা-লোৱাত অসুবিধা হ'ল। চাহপাত ফেৰী কৰি কৰি পিচত মাৰোৱাৰীৰ বাৰাণ্ডা এখন ভাড়াত লৈ তিনিজন লগ লাগি দোকান আৰম্ভ কৰোঁ। তেনেকৈ তিনিবাৰ তিনি ঠাইত মাৰোৱাৰী, বিহাৰী আৰু মই ভঙা-পতা কৰি শেষত ১৯৭০ চনত অকলে নিজাকৈ এখন সৰু দোকান দিলোঁ। বন্ধু-বান্ধৱ আৰু আত্মীয়ৰ নেৰা-নেপেৰাত পৰি ১৯৭০ চনৰ বহাগ মাহত বিয়া পাতোঁ। তাৰ আগতে ১৯৬০ চনত ফটাশিল আমবাৰীত চেটেলমেণ্ট অফিচাৰ অতুল চন্দ্ৰ বৰুৱাৰ হুকুমত খাচ মাটি প্ৰিমিয়াম দি বসবাস কৰি থাকিলোঁ। ৰাইজে মোক ঘৰটো বান্ধি দিলে। সেই সময়ত কোনো প্ৰাণী মই থকা ঠাইত নাছিল। মাজে মাজে বাঘো আহিছিল। মই বাৰীত নানা ধৰণৰ ফল-মূলৰ গছ ৰুই এতিয়া ভাল খেতিয়কৰ বাগান যেন কৰিলোঁ। বৰ্তমান মই ৭১ বছৰত ভৰি দিছোঁ। মোৰ ল'ৰা দুজন আৰু ছোৱালী দুজনী। কম-বেছি পৰিমাণে শিক্ষা-দীক্ষা আটাইকেইজনকে দিব পাৰিছোঁ। ডাঙৰ ছোৱালী ৰঞ্জুক এজন হাইস্কুলৰ শিক্ষকলৈ বিয়া দিলোঁ। ডাঙৰ ল'ৰা শৈলেন, সৰু ল'ৰা প্ৰশান্ত, সৰু ছোৱালী শেৱালি আৰু পৰিবাৰ অতুলা— এয়ে মোৰ সংসাৰ। আমাৰ বংশত কোনো চাকৰিয়াল নাই; নিজে যি পায় তাকে কৰে। সীমিত ব্যৱসায় আৰু গৰু-গাই পুহি কোনোমতে সংসাৰখন চলি আছে।

কিন্তু এটাই মোৰ বিশ্বাস যে, ধনতান্ত্ৰিক সমাজ ব্যৱস্থাত মানুহ আৰু দুখীয়া হৈ গৈ থাকিব। ইয়াৰ আমূল পৰিৱৰ্তন যদি ৰাইজে নকৰে, তেন্তে মহা বিপ্লৱ হ'ব। অসমত নেতৃত্বৰ অভাৱ, বামপন্থীসকলো ভাহি ফুৰিছে। দৃঢ়তা নাই। ভোগ-বিলাসত ধনীৰ ঢঙত চলি আছে। সেই কাৰণে তেওঁলোকৰ পিচত ৰাইজ নাই। সকলোৱে কেৱল এম. এল. এ.-মন্ত্ৰী হোৱাৰ আশাৰে আশাপালি আছে। গাঁৱত মজবুত সংগঠন কৰিব লাগিব আৰু ৰাইজ লগত থাকিব লাগিব। তেতিয়াহে যদি ৰাইজ সচেতন হ'ব। নহ'লে অসম ৰসাতলে যাব।

এবাৰ কম্‌ৰেড তিথি আৰু মই বুঢ়াগোসাঁই পাহাৰলৈ ৰাতি যাবলগা হ'ল। বহু ভিতৰত কেম্প। কম্‌ৰেড দধি ৰংপেই ক'লে— "ৰাতি গাঁৱত নাথাকিবা। চি. আই. ডি. দিনতে পিয়াপি দি ঘূৰি ফুৰিছে।" পাহাৰৰ কিছু ভিতৰত হালৰ হালোৱা মাৰি থৈছে। আৰু সেইফালে নিজৰাৰ কাষে কাষে সুৰুসুৰীয়া ৰাস্তাৰে যাব লাগে। বেত আৰু তৰা। বাঘক আমি ভয় কৰোঁ; কিন্তু পুলিচক বাঘতকৈ বেছি...। তিথিয়ে ফিল'বাৰী, দিঘেলী অৰ্থাৎ উত্তৰ কামৰূপৰ ৰিপ'ৰ্ট আনিছে আৰু মই শিৱসাগৰৰ বগীদ'লৰপৰা আহিছোঁ। আমাৰ হাতত টৰ্চ লাইট নাই। দুজনে দুডাল লাঠি ল'লোঁ। কিছুদূৰ যোৱাত দেখিলোঁ বাঘে গৰু খাই আছে। জোনাক ৰাতি। মানুহৰ গোন্ধ পাই বাঘে সাউৎকৈ জংঘলৰ ফালে জাঁপ মাৰিলে। আমি আৰু নৰ'লোঁ। আগুৱাই গৈ আছোঁ। কেম্পত আমাক দেখি সেই সময়ত উপেন দাস কামিনী শৰ্মা, ছত্ৰ সিং টেৰণ আৰু শৈলেন মেধিয়ে



সুধিলে— "গৰু মৰা দেখা নাই?" আমি ক'লোঁ— "দেখিছোঁ।" তাৰ বাহিৰে একো কথা সোধা নাই। দীঘল দীঘল পাব কৰি, ফুটাই, কেঁকোৰা বাঁহৰ দীঘল দীঘল চুঙা। তাত ভৰাই ভৰাই নিজৰাৰপৰা বহু ওপৰলৈ পানী আনিব লাগে। দুজন কম্‌ৰেড ক'লা ৰাভা (ছয়গাঁৱৰ বাকাৰাপাৰাৰ) আৰু এজন কম্‌ৰেড গাজি ৰাভাই (ঘোঁৰামাৰাৰ) পানী আনিছে।

মই উজনিত এৰেষ্ট হোৱাত গাজি ৰাভা অৰ্থাৎ প্ৰতাপ ৰাভা যোগাযোগৰ কামত। পাহাৰৰপৰা কিছুদূৰ যোৱাত ৰে'লৰ ৰাস্তাত এৰেষ্ট কৰিলে। বহু নথি-পত্ৰ আছে কি কৰে এতিয়া? লগত ব্লেড আছিল। জিভাৰ আগত মাৰি দিলে। লগে লগে তেজেই তেজ। অত্যাচাৰৰপৰা ৰক্ষা পৰিল। কিছুদিন চিকিৎসা কৰাৰ পাচত জেলত। সেই সময়ত কিতাপ ওলাইছিল— জুলিয়াৰ্চ ফুচিকৰ ফাঁচিৰ মঞ্চে। ফ্ৰান্সৰ কমিউনিষ্ট পাৰ্টীৰ নেতা জুলিয়াৰ্চ ফুচিকৰ জেলত বহু টৰ্চাৰ হৈছিল। কিছুদিন সময় ল'লে, সকলো কথা কৈ দিম বুলি। সেইকেইদিনতে এখন কিতাপ লিখিলে। আৰু সদায় জেলৰ বাহিৰলৈ পঠাই থাকিল। শেষৰ দিনা জিভাখন বেছি উলিয়াই খুন্দা মাৰিলে। তেজ গৈ গৈ ৰাতিৰ ভিতৰতে ঢুকাল। পুলিচে ৰাতিপুৱা আহি দেখে যে, জেলত তেজৰ ডোঙা বান্ধি আছে আৰু আনফালে ফুচিক পৰি আছে। এই ধৰণৰ কিতাপবোৰ গুপ্ত বাহিনীৰ যিসকল যোগাযোগত আছিল, তেওঁলোকক অধ্যয়ন কৰাইছিল। খুব বাছি বাছি যোগাযোগ বিভাগটোত কম্‌ৰেড নিযুক্ত কৰিছিল। গাজি ৰাভাৰ এতিয়াও স্পষ্ট মাতবোল নাই। ক'লা ঢুকাল।

চকবৈৰ দক্ষিণত বহু দূৰত চাতাৰ গাঁও। হেলিকপ্টাৰেৰে লিফলেট বিলাইছে চৰকাৰে। বিদ্ৰোহীক ধৰি দিব লাগে। গাৰো মানুহ। কুমায়ুন বাহিনীয়ে অপাৰেশ্যন কৰিছে। গাঁৱৰ গাঁওবুঢ়াক কাঢ়া হুকুম— বিদ্ৰোহীক ধৰি দিব নোৱাৰিলে তেওঁলোককো এৰেষ্ট কৰিব। সেইফালে কম্‌ৰেড বলো বসুমতাৰী আৰু জল্টি কম্‌ৰেড গৈ আছিল চাউল বিচাৰি। লগত ২৮ ৰাউণ্ডৰ ষ্টেনগান। কিছু সময় মিলিটেৰীৰ লগত এক ৰকম যুদ্ধ। পাহাৰে পাহাৰে দৌৰ দিলে। চাতাৰ গাঁৱৰ মানুহে দুজন কম্‌ৰেডক ঘেৰাও কৰি বান্ধি ৰাখিলে। আৰু অন্য এজন কম্‌ৰেড বকোৰ। তেওঁৰ নামটো পাহৰিছোঁ। 'নিগো' বুলিয়ে মাতিছিল। তেওঁ কিবা এটা ছলনা কৰি তাৰপৰা পলাই কেম্পত হাজিৰ। কেম্পৰ বহু দূৰত কম্‌ৰেড বলো আৰু জল্টিক বাঁহেৰে পেলাই লৈ চেপিলে। কম্‌ৰেড বলো ঢুকাল আৰু জল্টিৰ আজিও হাতদুখন কোঙা হৈ থাকিল।

এবাৰ কেম্পৰপৰা এটা ষ্টেনগান বৰদুৱাৰলৈ নিব লাগে, বিকুছি পাহাৰৰপৰা। দায়িত্ব মোৰ ওপৰত পৰিল। পলাশবাৰীৰ কম্‌ৰেড নৰেণ কলিতা (শুদুমপুৰ), তেওঁ মোৰ লগত যাব নোৱাৰি গুৱাহাটীলৈ গ'ল আৰু পলাশবাৰীলৈ বাছত গ'ল। মই পোনাই দিলোঁ হেঙেৰাবাৰী হৈ জটিয়া কেম্পৰ মাজেৰে (দ্বিতীয় মহাযুদ্ধৰ সময়ৰ)। তাত তেতিয়া জংঘল, মানুহৰ বসতি কম। মাজে মাজে বাঘো ওলায়। গাহৰিবোৰে মানুহ দেখা পালে পলাই যায়। গৈ গৈ বৰাগাঁৱৰ পাহাৰত উঠিলোঁ। পাহাৰৰ লুংলুঙীয়া ৰাস্তাৰে গৈ দেখোঁ সিটোফালে মালিগাঁও মিলিটেৰী কেম্প। মই ভাবিবই পৰা নাই যে তাত কেম্প আছে। মৰসাহ তৰি পিঠিত গানটো বান্ধি আগবাঢ়িলোঁ। মোৰ লগত এখন এৰী চাদৰ আছিল। সেইখনেৰে ঢাকিলোঁ। এটা বেগ আছিল। তাত এখন আঁঠুৱা আৰু কম্বল। আলাই লৈ খাটি হালোৱাৰ নিচিনাকৈ বোকাত নামি গৈ থাকিলোঁ। কোনো সৈন্যই মোৰ ফালে নাচালে। আগুৱাই গ'লোঁ। ৰাতি পলাশবাৰী পালোঁগৈ। ৰাস্তাৰে আমি কেতিয়াও নাযাওঁ। পথাৰে-পাহাৰে বেছিভাগ পোনাই দিওঁ। গৈ গৈ পাচদিনা তকবাদিয়া গাঁৱৰ বৰদুৱাৰ মৌজা পালোঁগৈ। আকৌ দুদিনমানৰ পাচত আহিব লাগিব বেলতলা মৌজালৈ। কম্‌ৰেডসকলে ক'ত থাকে জনা নাযায়। ইখন গাঁৱৰ লগত সিখন গাঁৱৰ সম্বন্ধ আছিল। গাঁৱৰ সংগঠনৰ কমৰেডে কৈ দিয়ে কমৰেডসকল ক'ত আছে। আনকি লৈ যায়। পাচদিনা বঙৱা হৈ সজনপাৰাৰে চকবৈ পালোঁ। দীপৰ বিলত দিনতে হাতীৰ জাক। পগলা হাতী। বীৰেণ ফুকন আহিছে। দলটো গুচি গ'ল; কিন্তু পগলা হাতীটো প্ৰকাণ্ড। কেকোঁৰা ধান খাই আছে। হাতী পাহাৰৰ ফালে হিল-দ'ল ভাঙি আহি আছে। ফুকনে চোপ পিটি ৰাইফল লৈ বহি আছে। পাহাৰত খোজ দিয়াৰ লগে লগে ভুঁচুং চাই দিলে গুলী ফুটাই। গুৰুমকৈ পানীৰ





কিনাৰতে পৰি গ'ল। গেলি-পচি তাতেই নাইকিয়া হ'ল। ফুকনে কেতিয়াও পাৰ্টীৰ কম্‌ৰেডসকলৰ কথা চৰকাৰক কোৱা নাছিল। তেওঁ প্ৰায় চকবৈদে, পামহি, দেডচোতাল আদিলৈ আহি আছিল। জমিদাৰ হ'লেও এওঁলোক খাটি মানুহ।

খাদ্য আন্দোলনৰ সময়ত হৰতাল কৰিব আটাইবোৰ সংগঠনৰ দলে। চৰকাৰ মানে কংগ্ৰেছ। আজিৰ দৰে বাতৰি কাকতত বিবৃতি দিলে হৰতাল বন্ধ নহয়। পিকেটিং কৰিব লাগে। মানুহ কম। আৰ. চি. পি. আই.ৰ গুৱাহাটীৰ পল্টন বজাৰৰ টেলপোৰ্ট অফিচত কম্‌ৰেড অম্বু বৰা আৰু মোৰ ওপৰত দায়িত্ব পৰিল। ৰাইজে টিকট লোৱা নাই। শ্বিলং, ডিব্ৰুগড়, শিৱসাগৰ আদিলৈ গাড়ী বিধে বিধে। ৰাইজো বহুত। মেইন গেটত মই বহিছিলোঁ আৰু অম্বু বৰাই লেকচাৰ আৰম্ভ কৰি দিলে। গাড়ী মাজে মাজে হুৰ্হুৰাই মোৰ ওচৰলৈ লৈ আহে। মই উঠি যোৱা লোক নহয়। ৰাইজে হাত চাপৰি দিলে আৰু গাড়ী পিচুৱাই গৈ বন্ধ কৰি দিলে। ৰাইজ ঘৰা-ঘৰি গুচি গ'ল। তাৰ পিচত পল্টন বজাৰৰ পোষ্ট অফিচ। পোষ্ট অফিচটো চলি আছে। আমি দুজনে গৈ পোষ্টমাষ্টৰক অতি বিনয়ভাৱে অনুৰোধ কৰিলোঁ আৰু ৰাইজকো ক'লোঁ। বাধ্য হৈ অফিচ বন্ধ কৰি দিলে। সেই সময়ত বহু মানুহে আমাৰ সাহস দেখি প্ৰশংসা কৰিলে আৰু আজিলৈকে বহু মানুহ চিনাকি হৈ থাকিল। সেই সময়ত হেম বৰুৱা, বিশ্ব গোস্বামী, ফণী বৰা, হানচাৰিয়া...। ৰিফাইনেৰী আন্দোলনৰ সময়তো গোটেইবোৰ বিৰোধী দলে কনভেনচন কৰি আন্দোলন কৰিছিল আৰু সেইদৰে কৃতকাৰ্যও হৈছিল। দলত যিকেইজন কৰ্মী আছিল, তেওঁলোক বৰ নিষ্ঠাবান আছিল। বিৰোধী দলৰ কম্‌ৰেডসকলৰ প্ৰতি ভাল ভাব আছিল অন্য দলৰ বুলি ঘৃণা ভাব নাছিল। ভাল এটা সহানুভূতি আছিল। আজি কিন্তু সেই সহানুভূতি দেখা নাযায়।

ৰে'ল ষ্টেচনত কম্‌ৰেড অজিত সিং। হৰিজনসকলৰ মৰমৰ কম্‌ৰেড। পিকেটিঙত হৰিজনসকলে আমাক দালাল চাহ দিছিল, ঘৃণা কৰা নাই। হৰিজনসকলৰ কৰ্মীসকল বৰ সাহসী। সেইদৰে উজনিত যেতিয়া গাঁৱে গাঁৱে খোজকাঢ়ি আমি গৈ থাকোঁ, কম্‌ৰেড খগেন বৰবৰুৱা যোৱা দেখা পালে মানুহে তেখেতৰ ওচৰলৈ আহিবই। আৰু কোনোবাই যদি মাছ মাৰি থাকে, বৰবৰুৱাই ধুতীখন কোঁচাই লৈ পানীত নামি যায়। পানী সিঁচি থাকিলে দুই সিঁচামান মাৰি দিয়ে আৰু কৈ যায়— কম্‌ৰেড বৰবৰুৱা বকাসুৰ। বৰবৰুৱা গৈ থাকোঁতে যদি কোনোবাই বাঁহ কাটি আছে, কম্‌ৰেড বৰবৰুৱাই ভিতৰলৈ সোমাই যায় আৰু বাঁহটো টান মাৰে।

বৰবৰুৱাই কৈ যায়— 'কম্‌ৰেড হৈছোঁ', বৰবৰুৱাই কৈছে— "বল দিয়া হৈছোঁ।" উজনিৰ গাঁৱৰ মানুহে বৰবৰুৱা যি ঠাইত থাকে, প্ৰায়ঘৰ মানুহেই হাঁহ মাৰি ভাত খুৱায়। মানুহ যদি ১০-২০ জনো হয়, কোনোদিন নোখোৱাকৈ যাবলৈ নিদিছিল। কেতিয়াও খোৱাৰ কথা ক'ব নালাগিছিল। তিৰোতা মানুহে বৰবৰুৱাক ভাত দিয়াৰ আগতে সেৱা কৰিহে খোৱাৰ কথা কয়। আঁঠুকাঢ়িহে ঠাইখিনিত ভাত দিয়েহি। কি ভক্তি, কি মৰম! নেদেখিলে ভাবিবই নোৱাৰি। বেছিভাগ মানুহৰ ঘৰত লাল চাহ, অকণমান কলপাতত গুড় অলপ দিয়ে আৰু কয়— "মইনা খোৱা।" মাতোঁতে অমৃত যেন লাগে। এই ধৰণে ৰাইজৰ মাজত কম্‌ৰেড বৰবৰুৱা। বৰবৰুৱাক নজনা মানুহ নাই। সৰু ল'ৰা এটায়ো 'কম্‌ৰেড' বুলি মাতিছিল। বৰবৰুৱাই সেই ধৰণে শিকাই দিছিল। ■

বিঃ দ্ৰঃ- দক্ষিণ কামৰূপৰ সমাজ, ৰাজনৈতিক দৰ্শন আদিৰ বাবে গুৰুত্বপূৰ্ণ তথ্য সম্বলিত লেখাটো পুনৰ প্ৰকাশ কৰা হ'ল।

—সম্পাদক



# পলাশবাৰী সাহিত্য সভাৰ জন্মলগ্নৰ দুই সতীৰ্থ
# শ্ৰীযুত সুৰেণ শৰ্মা আৰু প্ৰয়াত হেৰম্ব প্ৰসাদ দাস

**যতীন্দ্ৰ নাথ কলিতা**



**শ্ৰীযুত সুৰেণ শৰ্মা (১৯৩৪) ঃ**

পলাশবাৰী সাহিত্য সভাৰ প্ৰতিষ্ঠাপক সম্পাদক তথা প্ৰাক্তন সভাপতি শ্ৰীঅমৰেন্দ্ৰ নাথ বৰুৱাই পলাশবাৰী সাহিত্য সভা গঠন কৰোঁতে তেখেতক যিকেইজন বন্ধুই অনুপ্ৰেৰণা যোগাইছিল, তাৰ ভিতৰত তেখেতৰ বাল্যবন্ধু, সহপাঠী আৰু পিচলৈ শ্ৰীযুত সুৰেণ শৰ্মা আছিল অন্যতম। শ্ৰীযুত শৰ্মা আছিল নিৰ্ভীক, কথা-চহকী, স্পষ্টবাদী আৰু মাৰ্ক্সবাদৰ প্ৰবল অনুৰাগী।

প্ৰয়াত গোবিন্দ শৰ্মা (গোবিন্দ কবিৰাজ) আৰু স্বৰ্গীয়া অম্বিকা দেৱীৰ পুত্ৰ শ্ৰীসুৰেণ শৰ্মাৰ জন্ম হৈছিল পলাশবাৰীত। তেখেতে এতিয়া ৭৬ বছৰ বয়সত ভৰি দিছে। প্ৰথমছোৱাত তেওঁলোকৰ আৰ্থিক অৱস্থা সচ্ছল আছিল যদিও পিচলৈ ই পৰি আহিছিল। উচ্চ আকাংক্ষী শৰ্মাই বাল্যকালত উৰি যোৱা আকাশী জাহাজ দেখিলেই নিজে এদিন পাইলট হোৱাৰ প্ৰবল ইচ্ছাৰ কথা লগৰীয়াবোৰক ব্যক্ত কৰি ঠাট্টা-মস্কৰা লাভ কৰিছিল আৰু 'ভেলৰ পাইলট' বুলি উপনাম পাইছিল। আৰু এইদৰেই শ্ৰীশৰ্মাৰ শৈশৱৰ সপোন অৰ্থনৈতিক অৱস্থাৰ বাবে সপোন হৈয়ে ৰৈছিল।

পঢ়া-শুনাত শ্ৰীশৰ্মা প্ৰথম অৱস্থাত চোকাই আছিল যদিও পিচৰ অৱস্থাত ইয়াত ভাটা পৰিছিল। ইয়াৰ প্ৰধান কাৰণ আছিল দেউতাক আৰু সুস্থ-সবল ডেকা ককায়েকৰ অকাল মৃত্যু আৰু দুৰ্বল আৰ্থিক অৱস্থা। তেখেতে ১৯৫৮ চনত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয় আৰু সেই বছৰতে পাৰ্শ্বী গাঁৱত এখন প্ৰাথমিক বিদ্যালয়ত চাকৰি জীৱনৰ পাতনি মেলে পিচত আগছিয়া, কামাখ্যা এম. ভি. স্কুল, জীয়াকুৰ প্ৰাথমিক বিদ্যালয় আৰু শেষত নিজে শিক্ষা লাভ কৰা পলাশবাৰী আৰ. কে. চৌধুৰী উচ্চ বুনিয়াদী বিদ্যালয়ত ১৯৬২ চনত যোগদান কৰি শেষত এই বিদ্যালয়ৰপৰাই ৩০/৩/৯৬ তাৰিখে অৱসৰ গ্ৰহণ কৰে। চাকৰি কালত উচ্চ শিক্ষা লাভৰ অৰ্থে দক্ষিণ কামৰূপ মহাবিদ্যালয়ত নৈশ শাখাত দুই বছৰ অধ্যয়ন কৰিছিল যদিও শিক্ষা শেষ নকৰাকৈয়ে কলেজীয়া জীৱনৰ সামৰণি মাৰিছিল।

অভিনয় কলাৰ প্ৰতি শ্ৰীশৰ্মাৰ বিশেষ ৰাপ আছিল। এবাৰ সাতোপাৱাত অস্থায়ী মঞ্চত অভয় ডেকাৰ ৰচিত 'সৱগৰ অভিশাপ' নামৰ নাটকত অভিনয় কৰিছিল। ডেকাকালত তেওঁ সমনীয়াৰ লগত খোজকাঢ়ি গৈ বঙৰাত যাত্ৰাপাৰ্টী চাই ৰাতি পোহৰ কৰিছিল। সাংস্কৃতিক মনৰ শৰ্মাই পলাশবাৰী ৰঙালী বিহু সন্মিলনৰ লগত জড়িত থকাৰ উপৰিও পলাশবাৰী টাউন বালিকা প্ৰাথমিক বিদ্যালয়ৰ পৰিচালনা সমিতিৰ সদস্য হিচাপে বৰ্তমান কাৰ্যনিৰ্বাহ কৰি আছে। বাওঁপন্থী চিন্তা-চৰ্চা আৰু আৰু সাম্যবাদৰ সমৰ্থক শৰ্মা কোনো ৰাজনৈতিক দলৰ সদস্য নাছিল। ছাত্ৰ জীৱন তথা পিচৰ জীৱনতো তেওঁৰ মুখত সঘনাই উচ্চাৰিত হোৱা ব্যক্তিসকল আছিল— কাৰ্লমাৰ্ক্স, হো-চি-মিন, চে-গুৱেভৰা, ফ্ৰয়ড, মাও-চে-তুং, বাৰ্ণাড শ্ব', বিষ্ণুপ্ৰসাদ ৰাভা, গোবিন্দ কলিতা, পান্নালাল দাসগুপ্তা, ড° ভূপেন হাজৰিকা আৰু হোমেন বৰগোহাঞি আদি। 'এৰা বাটৰ সুৰ' কথাছবিৰ 'হাৰাণ'ৰূপী ফণী শৰ্মাৰ— হা বুজ্‌বি বুজ্‌বি; লেকিন দেৰি হৈ যাব'— এই বচনফাকিৰ উদ্ধৃতি শৰ্মাই প্ৰায়ে কথা প্ৰসংগত ব্যক্ত কৰিছিল।

নৈষ্ঠিক ব্ৰাহ্মণ পৰিয়ালত জন্মগ্ৰহণ কৰা শৰ্মা আছিল এজন মনে-প্ৰাণে সংস্কাৰমুখী লোক।

তেখেতে পাঠশালাৰ জীয়ৰী শ্ৰীমতী তৰু দেৱীৰ লগত বিবাহপাশত আবদ্ধ হয়। বৰ্তমান এজন পুত্ৰ আৰু তিনিজনী জীয়ৰীৰে তেওঁৰ পৰিয়াল।

জীৱনযুদ্ধত নানা ঘাত-প্ৰতিঘাতৰ সন্মুখীন হোৱা শৰ্মাৰ দৃঢ়তা আজিও একেভাৱে আছে। যুদ্ধৰ কৌশল সলনি কৰি পৰিস্থিতি নিজৰ অনুকূলে আনিবলৈ মনৰ দৃঢ়তা, সাহস আৰু আদৰ্শ আজিও শৰ্মাৰ সহচৰ হৈ আছে।

উচ্চাকাংক্ষী এসময়ৰ নিৰ্ভীক তাৰ্কিক, কথা-চহকী, বিদ্ৰোহী সুৰেণ শৰ্মা, প্ৰেমিক সুৰেণ শৰ্মাৰ বিষয়ে এতিয়া জীৱনানন্দ দাশৰ ভাষাৰে ক'বৰ মন যায়—

'আমি ক্লান্ত প্ৰাণ এক,
চাৰিদিকে জীৱনে সমুদ্ৰ সফেন,
আমাৰে দুদণ্ড শান্তি দিয়েছিল
নাটোৰেৰ বনলতা সেন।'

* * *





**প্ৰয়াত হেৰম্ব প্ৰসাদ দাস (১৯৪০-১৯৯১)**

১৯৫৮ চন, ৩০ অক্টোবৰ। পলাশবাৰীৰ আৰ্থ-সামাজিক প্ৰেক্ষাপটত এই দিনটোৰ এক বিশেষ তাৎপৰ্য আছে। কিয়নো এই দিনটোতে আমাৰ জাতীয় অনুষ্ঠান 'অসম সাহিত্য সভা'ৰ শাখা 'পলাশবাৰী সাহিত্য সভা' স্থাপন হৈছিল। অসম সাহিত্য সভাৰ সক্ৰিয় শাখাসমূহৰ ভিতৰত পলাশবাৰী সাহিত্য সভা অন্যতম সক্ৰিয় শাখা বুলি পৰিচিত। শ্ৰীযুত অমৰেন্দ্ৰ নাথ বৰুৱাৰ উদ্যোগত যিকেইজন সাহিত্য-সংস্কৃতিৱান আৰু সামাজিক দায়বদ্ধ যুৱকে 'পলাশবাৰী সাহিত্য সভা' গঠন কৰাত বিশেষভাৱে আগভাগ লৈছিল, সেইকেইজনৰ ভিতৰত স্বৰ্গীয় হেৰম্ব প্ৰসাদ দাস আছিল অন্যতম। তেতিয়া তেওঁ আছিল সোতৰ-ওঠৰ বছৰীয়া দশমমানৰ ছাত্ৰ। স্বৰ্গীয় দাস পলাশবাৰী সাহিত্য সভাৰ ভূমিষ্ঠকালৰ বেদনা আৰু আনন্দৰ চাক্ষুষ সাক্ষীয়েই নাছিল, পৰৱৰ্তীকালত ইয়াৰ লালন-পালনৰ বিভিন্ন দায়িত্ব বহন কৰি ইয়াৰ উত্তৰণত বিশেষ বৰঙণি যোগাইছিল। তেখেতে আৰম্ভণিকালত আলোচনাচক্ৰৰ আহ্বায়কৰ দায়িত্ব পালন কৰিছিল। পলাশবাৰী সভাই প্ৰকাশ কৰা হাতেলিখা আলোচনী 'বলকা' প্ৰকাশ কৰাৰ ক্ষেত্ৰতো সহায় কৰিছিল। মাত্ৰ দুই বছৰ বয়সতে পলাশবাৰী সাহিত্য সভাই ১৯৬০ চনত ঐতিহাসিক ২৮ তম অধিবেশন অনুষ্ঠিত কৰি অসম সাহিত্য সভাক 'জনমুখী' (মেলামুখী ?) ৰূপ দিবলৈ সক্ষম হৈছিল। এই অধিবেশনৰ সাংস্কৃতিক শোভাযাত্ৰা সফল কৰি তুলিবলৈ স্বৰ্গীয় হেৰম্ব প্ৰসাদ দাসে আৰু স্বৰ্গীয় বাণেশ্বৰ দাসে দেহ-কেহে খাটিছিল। পৰৱৰ্তীকালত ভাৰতীয় সৈন্যবাহিনীৰ চাকৰিয়াল হিচাপে দিহিঙে-দিপাঙে ঘূৰি ফুৰিবলগীয়া হোৱা বাবে সভাৰ সৈতে প্ৰত্যক্ষ যোগাযোগ ৰাখিব পৰা নাছিল যদিও অৱসৰৰ পিচত আকৌ তেওঁ সক্ৰিয় হৈছিল আৰু সভাৰ পুথিভঁৰালীৰ দায়িত্ব গ্ৰহণ কৰিছিল।

ওখ-পাখ অনুসৰি ক্ষীণ, আটিল, খেলুৱৈসুলভ স্বাস্থ্য, মিঠা বৰণীয়া আৰু মুখত এটি ধুনীয়া হাঁহি ওলমি থকা, দুৰৰপৰা দহজনৰ মাজত সহজেই চিনি উলিয়াব পৰা স্বৰ্গীয় হেৰম্ব প্ৰসাদ দাসৰ জন্ম হৈছিল ১৯৪০ চনৰ আগষ্ট মাহৰ পহিলা তাৰিখত পলাশবাৰীত এটি মধ্যবিত্ত পৰিয়ালত। পিতৃ প্ৰয়াত মুক্তি যুঁজাৰু ভোগেশ্বৰ দাস আৰু মাতৃ স্বৰ্গীয়া প্ৰভাৱতী দাস। হেৰম্ব প্ৰসাদ দাস প্ৰয়াত ভোগেশ্বৰ দাসৰ পৰিয়ালৰ চতুৰ্থ সন্তান আছিল।

তেখেতে প্ৰাথমিক শিক্ষা লাভ কৰিছিল পলাশবাৰী টাউন বালক প্ৰাথমিক বিদ্যালয়ত আৰু হাইস্কুলীয়া শিক্ষা লাভ কৰিছিল তেতিয়াৰ আৰ. বি. হাইস্কুলত। এই স্কুলৰপৰাই ১৯৬১ চনত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ দক্ষিণ কামৰূপ মহাবিদ্যালয়ৰপৰা পি. ইউ. পৰীক্ষাত

উত্তীৰ্ণ হয়। ইমানতে তেওঁ শিক্ষা জীৱনৰ সামৰণি মাৰে।

১৯৬১ চনৰ ২৮ নৱেম্বৰ তাৰিখে ছয়গাঁও প্ৰাথমিক বালিকা স্কুলৰ প্ৰধান শিক্ষক নিযুক্ত হৈ তেখেতে চাকৰি জীৱনৰ পাতনি মেলে। ১৯৬১ চনৰ ২১ আগষ্ট তাৰিখে ভাৰতীয় সেনা বাহিনীত নিযুক্তি লাভ কৰি দক্ষতাৰে দেশৰ প্ৰতি সেৱা আগবঢ়াই ১৯৮৬ চনৰ পহিলা ছেপ্তেম্বৰ তাৰিখে অৱসৰ গ্ৰহণ কৰে।

সামাজিক দায়বদ্ধ ব্যক্তি হিচাপে স্বৰ্গীয় দাস অৱসৰৰ পিচত পুনৰ পলাশবাৰী সাহিত্য সভাৰ এজন সক্ৰিয় সদস্য হৈ পৰিছিল। ইয়াৰ উপৰিও 'বান্ধৱ সমবায়' আৰু 'মিৰ্জা ফাৰ্মাচী'ৰ সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। তেওঁ সেনাবাহিনীৰ প্ৰাক্তন চাকৰিয়ালসকলৰ সমবায় সমিতি আৰু পলাশবাৰী গ্ৰাহক সমবায় সমিতিৰ সদস্য আছিল। তেখেতে ভাৰতীয় জীৱন বীমা নিগমৰ এজেণ্ট নিযুক্ত হৈ বহু লোকক সঞ্চয় কৰাৰ ক্ষেত্ৰত নানা প্ৰকাৰে সহায় কৰিছিল।

তেখেতে বৈবাহিক জীৱনৰ পাতনি মেলিছিল ১৯৭৮ চনত খাৰাভাঙা (আমত'লা)ৰ জীয়াৰী শ্ৰীমতী পাৰ্বতী দাসৰ পাণি গ্ৰহণ কৰি। জীয়ৰী শ্ৰীচুইটি দাস, শ্ৰীকুইন দাস আৰু পুত্ৰ শ্ৰীৰাতুল প্ৰসাদ দাসেৰে গঢ়ি তুলিছিল এটি সুখী আৰু আদৰ্শ পৰিয়াল।

মৃত্যু শাশ্বত, ই অৱধাৰিত। স্বৰ্গীয় হেৰম্ব প্ৰসাদ দাসে এই পৰম সত্যৰ মুখামুখি হৈছিল ১৯৯১ চনৰ জানুৱাৰী মাহৰ ১৪ তাৰিখে। তেখেতৰ বিদেহী আত্মাৰ চিৰশান্তি কামনা কৰি পৰিয়ালটিৰ মংগলৰ বাবে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালোঁ। ■

*(কৃতজ্ঞতা প্ৰকাশ ঃ অমৰেন্দ্ৰ নাথ বৰুৱা)*





# স্বৰ্গীয় কামিনী প্ৰসাদ ভূঞাদেৱৰ সাহিত্য প্ৰতিভা

**(১৯৩৫-১৯৮০)**

**নৰেন চন্দ্ৰ বৈশ্য**

পঞ্চাশৰ দশকত পলাশবাৰী অঞ্চলত সাহিত্য সেৱা আগবঢ়োৱা ভাষা জননীৰ সেৱকসকলৰ ভিতৰত স্বৰ্গীয় কামিনী প্ৰসাদ ভূঞাৰ সাহিত্য প্ৰতিভা বৰ্তমান পাহৰণিৰ গৰ্ভত নিঃচিহ্ন হোৱাৰ পথত উপক্ৰম হৈছে। এনে এক সন্ধিক্ষণত পলাশবাৰী শাখা সাহিত্য সভাৰ নিৰ্দেশত স্বৰ্গীয় ভূঞাদেৱৰ জীৱনাদৰ্শ পুনৰুদ্ধাৰ কৰাৰ প্ৰয়াসেৰে এটি প্ৰবন্ধ যুগুতোৱাৰ চেষ্টা কৰা হৈছে।

১৯৩৫ চনৰ ৩১ মে' তাৰিখত পলাশবাৰী সদিলাপুৰত স্বৰ্গীয় কামিনী প্ৰসাদ ভূঞাদেৱৰ জন্ম হৈছিল। তনুৰাম পণ্ডিত তেখেতৰ পিতৃ আৰু স্বৰ্গীয়া বগীবালা ভূঞা আছিল তেখেতৰ মাতৃ। হাইস্কুলীয়া শিক্ষা শেষ নকৰাকৈয়ে তেখেতে গাড়ীগাঁও প্ৰাথমিক বিদ্যালয়ত অবৈতনিকভাৱে শিক্ষক জীৱনৰ পাতনি মেলে। তেখেত ভাৰতীয় বৈপ্লৱিক কমিউনিষ্ট পাৰ্টীৰ এগৰাকী সদস্য আছিল। এই দলত সদস্যভুক্তি হৈ জীৱনৰ বহু সময় পৰ্বতে-কন্দৰে যাযাবৰী জীৱন কটাবলগীয়াও হৈছিল। তাৰ পিচত তেখেতে স্বৰ্গীয় ধীৰেশ্বৰ কলিতাৰদ্বাৰা পৰিচালিত কমিউনিষ্টৰ আন্দোলনত যোগদান কৰে। শেষত যেনিবা চৰকাৰী পদ এটা লাভ কৰি পাল্লী প্ৰাথমিক বিদ্যালয়ত শিক্ষক হিচাপে কাম কৰিবলৈ লয়। চৰকাৰী ৰোষৰ বলি হৈ তেখেতে দূৰ-দূৰণিৰ লোহাৰঘাট-খোখাপাৰা প্ৰাথমিক বিদ্যালয় আৰু শিংৰা অঞ্চলতো শিক্ষক হিচাপে বদলি হ'বলগাত পৰিছিল। অৱশ্যে তেখেতে এই ক্ষেত্ৰত কোনো আপোচ নকৰি য'লৈকে বদলি কৰে তালৈকে যাবলৈ কুণ্ঠাবোধ কৰা নাছিল। তেখেতে কৈছিল— পখী য'লৈকে উৰে তালৈকে তেওঁক বদলি কৰিলেও হাৰ নেমানে। অৱশেষত হুদুমপুৰ প্ৰাথমিক বিদ্যালয় আৰু নিজ গাঁও বৰঝাৰত শিক্ষকতা কৰিছিল।

সদিলাপুৰ গাঁৱত থকা কালত তেখেতে পুথিভঁৰালৰ জৰিয়তে ছাত্ৰসকলৰ সৈতে বিভিন্ন সমাজ সেৱাৰ কামত ব্ৰতী হৈছিল। মিৰ্জাৰ শ্ৰীভোগেশ্বৰ কলিতাদেৱ তেখেতৰ বয়সতকৈ সৰু (কবিতা ষ্টুডিঅ'ৰ স্বত্বাধিকাৰী), তেখেতে এই সম্পৰ্কে আমাক অৱগত কৰে। সদায় আগৰণুৱা কামিনী প্ৰসাদ ভূঞাদেৱৰ পৰিচালনাত সদিলাপুৰ অঞ্চলৰ বাট-পথ, ৰাস্তা-ঘাট পুথিভঁৰালৰ সদস্যসকলক লগত লৈ পৰিষ্কাৰ কৰিছিল। এই কাম মাহত এবাৰকৈ কৰাৰ কাৰ্যসূচী হাতত লৈছিল। বছৰি একোখনকৈ নাট গাঁৱত মঞ্চ সাজি মঞ্চস্থ কৰাৰ প্ৰচেষ্টা কৰিছিল আৰু এই নাটসমূহত তেওঁ নিজে ৰচিত গীত-মাত সংযোজিত কৰি নাটৰ পূৰ্ণাংগ ৰূপ প্ৰদান কৰিছিল।

ব্ৰহ্মপুত্ৰৰ প্ৰবল গৰাখহনীয়াৰ কবলত পৰি স্বৰ্গীয় তনুৰাম পণ্ডিতে কৰি থৈ যোৱা নিজ জমি বৰঝাৰত চাৰিজন ভাই-ককাই স্বৰ্গীয় কামিনী প্ৰসাদ ভূঞা, স্বৰ্গীয় নাৰায়ণ ভূঞা, স্বৰ্গীয় সুৰেন্দ্ৰ প্ৰসাদ ভূঞা আৰু স্বৰ্গীয় উমেশ ভূঞা বসবাস কৰিবলৈ লৈছিল। বাকী দুজন একেবাৰে জ্যেষ্ঠ স্বৰ্গীয় গোবিন্দ প্ৰসাদ দাস আৰু একেবাৰে কনিষ্ঠ শ্ৰীমহেশ চন্দ্ৰ ভূঞাদেৱে মিৰ্জা শান্তিপুৰত বসবাস কৰিছে।

সুঠাম দেহৰ, আকৰ্ষণীয় চেহেৰাৰ ধুতী-পাঞ্জাৱী পৰিধান কৰা স্বৰ্গীয় কামিনী প্ৰসাদ ভূঞাদেৱৰ জীৱনৰ সাৰথি চাইকেলখনেৰে গাঁৱৰ বোকা-পানী গচকি ৰাস্তাত শিক্ষকতা কৰিছিল। তাৰ লগতে তেখেতে হোমিঅ'পেথিক চিকিৎসাও কৰিছিল। এই দিশত তেখেতে যথেষ্ট সফলতাও অৰ্জন কৰিছিল। ১৯৮০ চনৰ ১৭ মে' তাৰিখে তেখেতে মুধমেহ ৰোগত ৰোগাক্ৰান্ত হৈ চাকৰিৰপৰা অৱসৰ গ্ৰহণ নকৰাকৈয়ে নৰ নাট সামৰি ইহলীলা সম্বৰণ কৰে।



বৰ্তমান তেখেতৰ নিজ পৰিয়ালত পত্নী শ্ৰীমতী সত্যৱতী ভূঞাৰ লগত বৰপুত্ৰ শ্ৰীমান প্ৰণৱ ভূঞা, বোৱাৰী শ্ৰীমতী প্ৰণিতা ভূঞা, নাতি ডেৰ-দুই বছৰীয়া শ্ৰীমান ৰাহুল আৰু কনিষ্ঠ পুত্ৰ শ্ৰীমান মানৱেন্দ্ৰ ভূঞা বৰঝাৰ ঝাৰোপাৰা গাঁৱত নিগাজিকৈ বসবাস কৰি আছে।

'অপূৰ্ণা' কবিতা পুথি ভূঞাদেৱে ১৯৫৩ চনতে ৰচনা কৰে। বৰ্তমান এই পুথিখন বজাৰত দূৰৰ কথা, কোনো ধৰণে বিচাৰি নোপোৱা দষ্প্ৰাপ্য অৱস্থাপ্ৰাপ্ত হৈছে। পুথিখনি অনেক প্ৰতিভাৱে প্ৰতিভাত। কনিষ্ঠ পুত্ৰ মানৱেন্দ্ৰই বহু চেষ্টা কৰি ক'ৰবাৰপৰা এই পুথিখনি উঁয়ে খোৱা অৱস্থাত আমাৰ হাতত অৰ্পণ কৰে।




প্ৰকাশক ঃ তনুৰাম মেম'ৰিয়েল লাইব্ৰেৰীৰপৰা শ্ৰীসুৰেন্দ্ৰ প্ৰসাদ ভূঞা আৰু শ্ৰীগোবিন্দ প্ৰসাদ দাস, সদিলাপুৰ (পলাশবাৰী), কামৰূপ (অসম)।

পলাশবাৰীৰ জনতা প্ৰেছত মুদ্ৰিত।

মূল্য ঃ আঠ অনা মাত্ৰ।

'অপূৰ্ণা'ত ভূঞাদেৱৰ জীৱনাদৰ্শৰ কথা সুন্দৰভাৱে প্ৰতিফলিত হোৱা দেখা যায়। মাত্ৰ ১৫ (পোন্ধৰ)টা কবিতাৰে সন্নিবিষ্ট এই পুথি অনেক প্ৰতিভাৱে প্ৰতিভাত। ইয়াৰ জৰিয়তে সাহিত্যিক সৌন্দৰ্যবোধৰ এক আপুৰুগীয়া নিদৰ্শন দাঙি ধৰাত ভূঞাদেৱ সফল হৈছে।

'প্ৰতীক্ষাত' নামৰ কবিতাত তেখেতে এনেকৈ লিখিছে—

স'উ যে দেখিছ সোণ পকা ধানবোৰ
ধৰণীৰ বুকু ফালি ময়েই সৃজিলো,
চোৰা সোণ ময়ে আৰু আধাপেটি খাই
পৃথিৱীৰ মানুহক আহাৰ জগালো।

স'উ যে দেখিছা প্ৰিয়াক শুৱাই তোলা
প্ৰেমিকৰ দুচকুত চমক্ লগাই,
ময়ে কৰিছো সোণ পাটৰ চেলেং খনি
কলিজাৰ তেজ সানি কফিন মেৰাই।

উদাত্ত কণ্ঠে ভূঞাদেৱৰ কলমেৰে নিগৰি অহা 'অভিশপ্ত জীৱনত' এনেদৰে কৈছে—

.............. ক্ষুধাতুৰ মানুহৰ
তীব্ৰ হাহাকাৰ কৰে আস্ফালন,
প্ৰতিধ্বনি উঠে তাৰ বেৰবোৰত।
খেদি আহে লেলিহান জিহ্বা মেলি মেলি
বিকট হাঁহিৰে— মানুহৰ ৰক্তৰ লোভত।
উন্মত্ত মানুহে হানে শানিত কৃপাণ,
ছটিয়াই বিষবাস্প মৌন বসুধাত।
আকাশে-বতাহে জ্বলে বিদ্যুতৰ শিখা
বনৰ মায়াৰে গঢ়া নৰ দেৱতাৰ
কুটিল ভ্ৰুকুটি.......।

'অবিচাৰ' কবিতাত নিনাদিত হৈছে এনেদৰে—

এমুঠি ভাতৰ বাবে হাহাকাৰ কৰি
কতজনে দুৱাৰে দুৱাৰে
ঘূৰি ফুৰে কুকুৰৰ দৰে
কতজনে বিলাসত জীৱন কটাই
আধা খাই আধা এৰে
আধাৰেই কুকুৰ আদৰে।
..... যদি তুমি ভগৱান সাম্যৰ প্ৰতীক
এজনক বুকুত সাৱটি
এজনক কৰি লটিঘটি
তোমাৰ সৃষ্টিত কিয় কৰা অবিচাৰ?

নিজৰ সমৰ্থিত ৰাজনীতিক দলৰ সফলতাৰ কামনাৰেহে যেন 'আহিবা কাঁচিজোন' কবিতাৰ জৰিয়তে



কবিয়ে দেশৰ হকে শ্বহীদ হোৱা বীৰ-বীৰাংগনাসকলক সম্বোধন কৰি লিখিছে—

আহিবা 'কাঁচিজোন'
শুনাবা আমাকো
তাহানি দিনৰ কথা;
কিয়নো লাচিতে
ম'মাক কাটিলে
নালাগিল জানো ব্যথা?

সেই একেই আৱেগসনা কবিতা ছন্দেৰে লিখিছে—

'শৰাইঘাটৰ ৰণ' কিয় লাগিছিল
সতী জয়মতীক কিয়নো মাৰিলে
নক'লে গদাৰ কথা?
মণিৰাম-পিয়লি দেশৰ মাটিত কিদৰে
ৰাখিলে চিন— বিয়াল্লিছৰ জয়গান
কুশল-কনকলতাই জীৱন ত্যাগি কেনেকৈ
ৰাখিলে দেশৰ মান—
আদি কথা জোনবাই আহিছে যেন
তেওঁক এইবোৰ কথা শুনাব।

আনহাতে 'কেতিয়া ভাঙিব ভুল' কবিতাত ধৰ্মীয় অন্ধবিশ্বাসৰ ওপৰত কুঠাৰাঘাত কৰি কটাক্ষ দৃষ্টিপাত কৰা দেখা যায়—

জীৱন সৰ্বস্ব অৰ্পি পূজা আৰাধিছোঁ নিতে
অচেতন প্ৰতিমা শিলাক;
ধৰ্ম মন্দিৰত মই মাটিৰ প্ৰতিমা সাজি
বলি দিছোঁ কতনা জীৱক।
পূজাত সন্তুষ্ট হ'ই প্ৰতিমাই জানো বাৰু
আশীৰ্বাদ দিব পাৰে মোক (?)
চেতনা আহিলে মোৰ
ভাঙি যাব ভুলবোৰ
প্ৰকাশিব জ্ঞানৰ আলোক।

কবিৰ 'অপূৰ্ণা'ত বেদনাবোৰ যেন অন্ত পেলাবলৈ প্ৰিয়াক সম্বোধি 'আশা' কবিতাৰ মাজেৰে ব্যক্ত কৰি শেষত গাইছে—

যিদিনা আহি তুমি পাবা এইখিনি
মই আৰু নাথাকিম এই জগতত;
পৰি ৰ'ব ছাইখিনি মোৰ শ্মশানত
সকলোটি মাৰ যাব স্মৃতিৰ আঁৰত।
দুয়ো মিলি মানৱৰ মুকুতি সাধি
সাম্য সমাজ যাম ৰচি ধৰণীত
হিয়া ভৰা আশা লৈ আছোঁ আনন্দত
তোমাৰেই মিলনৰ শুভ অপেক্ষাত।

'বিদ্ৰোহী সন্তান' কবিতাত—

হে বিপ্লৱী বিদ্ৰোহী বীৰ সন্তান
তুমি জগতত তাৰেই এজন,
তোমাৰ গৰিমা তোমাৰ কীৰ্ত্তি
মৰিও জিলিকাই উচ্চ স্থান।
কণ্ঠত তোমাৰ পুকাৰি উঠে
বজ্ৰ নিনাদে বিজয় গান,
শোষকৰ স'তে শোষিতৰ ৰণৰ
তুমিয়ে বজোৱা জয় বিষাণ।

* * * *

ক্ষমতাৰ নামত উন্মত্ত শাসকে
মৃত্যুৰ আগজাননী পাই
ফাঁচিৰ মঞ্চত থিয় কৰি থ'ই
নিজকে ক'তনো তৃপিতি পাই।

* * * *

ত্যাগৰ তুমিয়েই মূৰ্ত প্ৰতীক
তুমিয়েই জাতিৰ সৌৰভ;
তুমিয়েই প্ৰদীপ নিৰ্যাতিতৰ
তুমিয়েই দেশৰ গৌৰৱ।

লুইতৰ পাৰত জন্ম লৈ লুইতৰ পাৰতেই জীৱন কটাই লুইতৰ ছবি আঁকিছে এনেকৈ—

বাহু মেলি বৈ থকা বুকুত লহৰ তুলি,
জীৱজগতক তুমি পালিছা আপোন ভুলি।
কত শত নৰ-গৰু হ'লহি তোমাতে লীন,
তুমিয়ে কৰিলা গ্ৰাস কত প্ৰাক্ চিন।
তুমিয়ে প্ৰেমিক সাগৰত স্থিৰ লক্ষ্য তোমাৰ,
নহয়, তুমি নিষ্ঠুৰ— ডুবাই দিয়া গাঁওবোৰ
নদ! তুমি আনা মুক্তিৰ স্বাদ ভক্তিৰ সংবাদ,
তুমি ধুই আনা কত জীৱনৰ অপবাদ।

(ব্ৰহ্মপুত্ৰ)

'তুমি আৰু মই' কবিতাত অলৌকিক কাব্যিক সৌন্দৰ্যবোধৰ চানেকীৰে লিখিছে—

তুমি ব্যৰ্থতাত জয় পৰি যোৱা



তলসৰা শেৱালি পাহি,
মই ভুবন ভুলোৱা সাম্যৰ প্ৰতীক
মৰ্ত্ত্যত সৰল প্ৰাণৰ হাঁহি।

'আহ্বান' কবিতাত কিষাণক আহ্বান কৰি লিখিছে কিষাণৰ জয় জয় গান—

হেৰউ কিষাণ!
শুন, চাৰিওপিনে আহে মুক্তিৰ আহ্বান
অপেক্ষাৰ আৰু নাই প্ৰয়োজন,
চিৰ মুকুতিৰ কৰা আয়োজন,
গুচাই নাহিলি প্ৰাণ পণ কৰি আজি,
হোৱা বীৰ আগুৱান বীৰ বেশ সাজি।

ইত্যাদি কবিৰ অন্তৰৰ থৌকি-বাথৌ টো 'অপূৰ্ণা'ত প্ৰতিভাত হৈছে— কবি, গীতিকাৰ ভূঞাৰ অনেক কথা বৈ গ'ল তেওঁৰ জীৱনৰ আলোকপাত।

'অপূৰ্ণা'ৰ পম খেদি ফুৰোঁতে কেঁচু খান্দোতে সাপ ওলোৱাৰ লেখীয়া পোন প্ৰথমতে আমি গ'লো বৰকুছিৰ শিল্পীকণ্ঠ শ্ৰীনিৰঞ্জন দাসদেৱৰ ওচৰত। তেখেতে ভূঞাদেৱৰ কথা কোৱাৰ লগে লগে আনন্দ-উলাহত মন-প্ৰাণ নাচি উঠিল। তেওঁ ক'লে— স্বৰ্গীয় ভূঞাদেৱে আমাক বৰ মৰম কৰিছিল। তেওঁৰ উৎসাহত উৎসাহিত হৈ দাসে অনেক গান লিখিছে আৰু সেইবোৰ সুৰ সঞ্চাৰত পাই আহিছোঁ। তেখেতে ভূঞাদেৱৰ ৰচিত গীত এটি আমাক লিখি দিয়ে—

কথা ঃ স্বৰ্গীয় ভূঞাদেৱৰ
সুৰ ঃ শ্ৰীনিৰঞ্জন দাস

স্বাগত স্বাগত
হে নৱ বৰষা
স্বাগত
ফুলনিত ফুলেৰে সৌৰভ
বননিত নিগৰে কলৰৱ
প্ৰকৃতি নৱ ৰূপ শোভিতা
নৱ জ্ঞানেৰে
নৱ ময় জ্ঞানেৰে
আমাৰ পৃথিৱীখন
স্বাগত স্বাগত
প্ৰকৃতি নৱৰুণ সৌৰভত
সুশোভিতা।

'অপূৰ্ণা'ৰ সন্ধেদ বিচাৰি এইবাৰ গৈছিলোঁ মিৰ্জাৰ আন এগৰাকী পলাশবাৰী শাখা সাহিত্য সভাৰদ্বাৰা শিল্পী সম্বৰ্ধিত কণ্ঠশিল্পী শ্ৰীনৰেন কুমাৰ (বাউনী) দেৱৰ ওচৰলৈ। বাৰ্ধক্যৰ কৰাল কটাক্ষত নিজ ঘৰতে বৰ্তমান কুমাৰৰ জীৱন বৰ্তমান।

'অপূৰ্ণা'ৰ কথা কওঁতেই তেখেতে একে উলাহে স্বৰ্গীয় কামিনী প্ৰসাদ ভূঞাৰ কথা, কমিউনিষ্ট আন্দোলনৰ কথা, বিহু-সবাহত সেই সময়ৰ মঞ্চৰ আপুৰুগীয়া গীত-মাত সন্নিৱিষ্ট গীতিকাৰ ভূঞাৰ জীৱনৰ কথা সুঁৱৰিলে—

তেওঁ গাবলৈ ধৰিলে আৰু এই গীতৰ সংযোজনবোৰ যে স্বৰ্গীয় কামিনী প্ৰসাদ ভূঞাৰ ৰচিত, তেখেতে আমাৰ আগত ব্যক্ত কৰিছে। আমিও ভাবিছোঁ এনে বহু অলিখিত গীত হেৰাই নোযোৱাকৈ যে শিল্পী কণ্ঠত নিনাদিত হৈ আছে, সেই সেউজীয়া সুধাকণ্ঠ আমি বিচাৰি পালোঁ। তেখেতে গাই আছে, আমি থলতে বাণীবদ্ধ কৰি তুলিকা বুলালোঁ। স্বৰ্গীয় ভূঞাৰ সংযোজন, শ্ৰীনৰেন কুমাৰৰ সুৰ বিগলিত—

অতিকৈ চেনেহৰ মুগাৰে মহুৰা
অতিকৈ চেনেহৰ মাকো
তাতোকৈ চেনেহৰ বহাগৰ বিহুটি
নেপাতি কেনেকৈ থাকোঁ।

প্ৰথমে প্ৰণামো আই সৰস্বতী
দ্বিতীয়ে প্ৰণামো হৰি
বেয়া নাম ওলালে ক্ষমিবা সদৌৰে
মোকে অলপ দয়া কৰি।

চ'তে গৈয়ে গৈয়ে বহাগী পালেহি
মদাৰ গছত মদাৰ গছত বগালে পাণ
কাণ দি শুনিবি চেনেহৰ ৰাইজখন
মোৰে ঐ মোৰে ঐ বিহুৰে গান।

এইবেলি বিহুতে অ' চেনাই— চেনাই ঐ
বিহুৱান নল'লো অ' চেনাই— চেনাই ঐ
কেনেবা কেনেবা লাগিছে মন।
সূতা কাটিবলে' অ' চেনাই— চেনাই ঐ
বিহুৱান ব'বলে' অ' চেনাই— চেনাই ঐ
নাই যে নাই যে লাগিছে মন।
সূতা কিনিবলৈ অ' চেনাই— চেনাই ঐ



বিহুৱান ব'বলৈ অ' চেনাই— চেনাই ঐ
নাই যে নাই যে গাঁঠিতে ধন।
এ- এ টিহিটি-টিহিটি ঐ
পেঁপাৰে মাত শুনিলোঁ
এ গা মোৰ উঠিছে নাচি।

ইফালে যেনেকৈ বস্তুৰ দাম বাঢ়িছে
ৰাইজে কেনেকৈ থাকিব বাচি।

এ দীঘলতিৰ দীঘল পাত
গৰু ফুৰাওঁ জাত জাত
গোহালিত গৰুৰে নাই ঐ
গোবিন্দই ৰাম।
কিমান দিন থাকিবি
জীয়াই মোৰ ৰাইজ ঐ
আধিয়া-চুকানী খাই
ঐ গোবিন্দাই ৰাম।

হে কোন চৰকাৰৰ তলতে বস্তুৰ দাম কমিব
সমাবজাবাদী দেশ হ'ব ঐ
গোবিন্দই ৰাম।

এ এইখন দেশতে
কিনো জুই লাগিলে
কোনেও নুমাওঁতো নাই
আহ ঐ ৰাইজখন
লগ লাগি নুমাওঁ গৈ
বৰমুৰীয়াই থাককে চাই।

আহ্ বায়ে-ভনী জীয়ৰী-বোৱাৰী
ঐ ৰাম লিপিছুটিক
ঘঁহাৰ দিন আহিলহে
আহ ঐ আইহঁত
আহ ঐ ভণ্টিহঁত
চেলোৱাৰ কুৰ্তাৰে যুগ পৰিলহে
আহ ঐ ভাইহঁত
আ ঐ ভাইটিহঁত
ঐ ৰাম চুঙা লংপেণ্ট জুঙা জোতা
ওলালহে.....

অসমীয়া হ'লোঁ বুলি কিমান বিহু গাবা
ঐ ৰাম ৰ'ক এণ্ড ৰোল্ড
গাব যে লাগেহে।

অতিকৈ চেনেহৰ মুগাৰে মহুৰা
তাতোকৈ চেনেহৰ মাকো
তাতোকৈ চেনেহৰ বহাগৰ বিহুটি
নেপাতি কেনেকৈ থাকোঁহে।

হামি আচামীয়া
হামি আচামীয়া
নেপাতি নেপাতি কেনেকৈ থাকে।

হেই দীঘলতিৰ দীঘল পাত
গৰু ফুৰাওঁ জাত জাত
গোহালিৰ গৰুৰে নাই ঐ
গোবিন্দাই ৰাম।
হে কিমান দিন থাকিবি জীয়াই মোৰ ৰাইজ ঐ
আধিয়া-চুকানী খাই ঐ গোবিন্দাই ৰাম।
চাওঁতে চাওঁতে এইবেলি বিহুতে
চৰকাৰ অদল-বদল হ'ল ঐ গোবিন্দাই ৰাম
হেই কোন চৰকাৰৰ তলতে
বস্তুৰ দাম কমিব
সমাজবাদী দেখা হ'ব
ঐ গোবিন্দাই ৰাম।

এগৰাকী প্ৰকৃত শিক্ষক, কমিউনিষ্ট আন্দোলনৰ সক্ৰিয় কৰ্মী, বিপ্লৱী কবি-গীতিকাৰ ভূঞাদেৱৰ বহুমুখী প্ৰতিভাৰ যথাযথ বিচৰাটো আজি পৰ্যন্ত নোহোৱাটো আমাৰ সামাজিক দৈন্য অৱস্থাৰ প্ৰতিফলন। প্ৰতিভাধৰৰ প্ৰতিভাৰ নৱ মূল্যায়ন কৰি ন পুৰুষৰ আগত দাঙি ধৰিব পাৰিলে এক আয়তনৰ জন্ম হয়। আমাৰ অঞ্চলৰ এক ব্যাধি হ'ল— উপযুক্ত সন্মানৰ অধিকাৰীজনক প্ৰাপ্য সন্মানৰপৰা বঞ্চিত কৰি ৰখাৰ এক যেন ষড়যন্ত্ৰ। তেখেতৰ ভাতৃ শিক্ষক মহেশ ভূঞাদেৱে 'অপূৰ্ণা' কবিতা পুথিখন পুনঃ মুদ্ৰিত কৰাৰ পৰিকল্পনা লৈছে। আমি আশা কৰিম তেখেতে অতি সোনকালে এই দুৰ্মূল্য পুথি প্ৰকাশ কৰিলে নতুনৰ মাজত তেখেতৰ কাব্য প্ৰতিভা প্ৰচাৰ হ'ব। ■

# সমাজপ্ৰাণ সাহিত্যিক সূৰ্য দাস

## (১৯৩৯)

### নৰেন কলিতা

সেয়া ১৯৭৭-৭৮ চনৰ সন্ধিয়া কাণিসাজ লাগিছে। মই পাল্লী চ'কৰ অনন্ত কলিতাৰ গেলামালৰ দোকানৰ গাদীত বহি আছোঁ। এজন নাতিদীৰ্ঘ সুস্বাস্থ্যৰ ভদ্ৰলোক দোকানৰ ভিতৰলৈ সোমাই আহি মোক সুধিলে—

'তুমি নৰেন কলিতা নহয় জানো?'

মই সেঁহা-বেঙাকৈ উত্তৰ দিলোঁ— 'হয়।'

'তুমি বৰ ব্যস্ত নেকি?'— তেওঁৰ প্ৰশ্ন।

'তেনেকৈ একো ব্যস্ততা নাই' —মই ক'লোঁ।

'তোমাৰ স'তে মোৰ অলপ কথা আছে। তুমি বেয়া নোপোৱা যদি আহাচোন বাহিৰতে কথা পাতোঁ।'

সন্দেহ-শংকাৰ ভাব এটা লৈ মই তেওঁৰ কথামতে বাহিৰলৈ ওলাই আহিলোঁ। তেতিয়ালৈ তেওঁক মই চিনি পোৱা নাছিলোঁ। তেওঁ ৰৈ নাথাকি আমাৰ ঘৰৰ ফালে খোজ ল'লে। মই তেওঁক অনুসৰণ কৰি পিছে পিছে গৈ থাকিলোঁ। তেওঁ আমাৰ পৰিয়ালৰ বহু কথা কৈ কৈ আমাৰ নঙলামুখত ৰৈ ক'লে—

'কথাখিনি যদি তোমাৰ ঘৰত বহি পাতোঁ বেয়া পাবা নেকি?'

'নাই নাই, কিয় বেয়া পাম'— আহক বুলি কৈ মই আগবাঢ়িলোঁ আৰু তেওঁ মোৰ পিছে পিছে গৈ চোতালত ভৰি দিলে। মোৰ দেউতাই কাঁথিত চাকিৰ পোহৰত চালনী এখনৰ বা-বান্ধি আছিল। তেওঁ গৈ দেউতাক মাত লগালে—

'কি বান্ধিছে?'

দেউতাই চাকিগছ দাঙি ধৰি মাত দিলে—

'কাই?'

দেউতাৰ প্ৰশ্নৰ উত্তৰত তেওঁ ক'লে—

'মই সূৰ্য, সূৰ্য দাস, ৰেথাৰামৰ ল'ৰা।'

'ইচ ৰাম! বেথাকাৰ ল'ৰা। বহ, বহ। কোৰপেৰে কেনেকৈ আইহ্‌লি?'

দেউতাৰ কথাত সঁহাৰি জনাই ক'লে—

'নৰেনৰ লগত কথা অলপ পাতিম বুলি আহিলোঁ।'

'হয় নেকি? যা যা ভিতৰতে বৈহ্‌গেল যা।' তোক বহুদিন দেখা নাই নহয়। বাকীকেতা ভিয়াৰেক চিনি পাওঁ। মনিয়া, অজিত, কলা, বেঙা, পদ্মু এইঁতক লগ পাই থাকু। চাংলীখান বুই থছিলু। তাকে বুলু বাওটো বান্ধি থাওঁ। যা যা কি কথা আছে পাতগেল।'

আমি ভিতৰলৈ গৈ কথা পাতিলোঁ। সূৰ্য ককাইদেউৰ লগত সেয়াই মোৰ প্ৰথম চিনাকি। সূৰ্য ককাইদেৱে কৈ গ'ল আৰু মাত্ৰ শুনি গ'লোঁ। তেওঁ মোক কৈছিল— 'এটা সাংস্কৃতিক বাতাৱৰণ নাথাকিলে এখন ঠাই বা এটা অঞ্চলৰ অস্তিত্ব সময়ত লোপ পায়। এইখন পাল্লী চ'কত ১৯৬২ চনত তপ্‌চিল ভুক্ত জাতি সংঘৰ সন্মিলনলৈ ড° ভূপেন হাজৰিকাৰ দৰে মহান শিল্পীয়ে পদাৰ্পণ কৰাৰ পিচত এইখন ঠাইৰ সাংস্কৃতিক বা বৌদ্ধিক দিশৰপৰা কিবা উন্নতি হ'লনে? পাল্লীৰ বিখ্যাত থিয়নামটো মমত দাসহঁত থাকোঁতে যি ৰূপ আছিল, আজি আছেনে? আজিৰ নতুন প্ৰজন্মই পুৰণি সংস্কৃতিখিনি ধৰি ৰখাৰ কোনো প্ৰচেষ্টাই হাতত লোৱা নাই। পাল্লীৰ থিয়নামটো যেনিবা ড° ভূপেন হাজৰিকাদেৱে **'প্ৰতিধ্বনি'** বোলছবিখনৰ জৰিয়তে দাঙি ধৰি বিশ্বৰ চুকে-কোণে পৰিচিত কৰালে। তাক বাদে আমাৰ এই অঞ্চলত সিঁচৰতি হৈ থকা ওজাপালি, ঢুলীয়া ভাওনা, নাগাৰা নাম, চৈতালী নাম, আইনাম, বিয়ানাম, গোসাঁনী নাম, যাত্ৰাপাৰ্টিৰ কিবা প্ৰচাৰ-প্ৰসাৰ হ'লনে? নে সেইবোৰ কোনোবাই বাহিৰত প্ৰচাৰ-প্ৰসাৰ কৰাৰ প্ৰচেষ্টা হাতত লৈছে? নৰেন, সেয়ে মই এটা কথা ভাবিছোঁ। ইতিমধ্যে মই চিদা শৰ্মা, হৰমোহন বড়া, ধীৰেন কলিতা, অমৃত দাস, নগেন বড়া, হেমেশ্বৰ বড়া, আনন্দ বড়া, ভুৱন দাস, গংগা বড়া, বিমল কলিতা, ধীৰেন কলিতা, বাবুল দাস, প্ৰদীপজ্যোতি দাস, অনিল ঠাকুৰীয়া আদিৰ লগত আলোচনা কৰিছোঁৱে। সিহঁতে তোমাৰ কথাও কৈছে। তুমি নাটক লেখা বুলি গম পাওঁ। তোমালোক ডেকাখিনিয়ে যদি সঁহাৰি দিয়া, তেন্তে আমাৰ এই পাল্লী চ'কত ভোগালী বিহু এখন পতাৰ পৰিকল্পনা লৈছোঁ। সেয়ে তোমালোকৰ ঘৰে ঘৰে ঘূৰিছোঁ। তোমালোকৰ মনোবল পালে কামত আগবাঢ়িব পাৰোঁ।' সূৰ্য ককাইদেউৰ তেনে এটা প্ৰস্তাৱে মোক ভাবিবলৈ বাধ্য কৰালে। এটা নিঃস্বাৰ্থবাদী মন নাথাকিলে সমাজৰ উন্নতিৰ বাবে কিমানজনে চিন্তা কৰে। শেষবাৰৰ বাবে সূৰ্য ককাইদেৱে সোঁৱৰাই দিলে— 'কথাটো ভাবি চাবা। জংঘল কাটি গ'লেহে আনৰ বাবে বাট ওলাব।' সূৰ্য ককাইদেৱে বিদায় ল'লে। মই বাক্‌ৰুদ্ধ হৈ তেওঁ যোৱালৈ চাই থাকিলোঁ। তেওঁৰ ভৰি এখন জন্মৰে চুটি। সেয়ে সমতা ৰক্ষাৰ বাবে লেকেচিয়াই খোজকাঢ়ি দেহৰ ভাৰসাম্য ৰক্ষা কৰে। সূৰ্য ককাইদেউৰ ব্যক্তিত্বই মোক আকৰ্ষিত কৰিলে। তেওঁ তেওঁৰ অসমান চৰণ দুখনিৰে খোজকাঢ়ি কাঢ়ি পাল্লী চ'কত 'পলাশবাৰী পূৰ্বাঞ্চলিক ভোগালী বিহু সন্মিলন'ৰ গুৰি ব'ঠা ধৰিলে। ইলাৰাম দাসদেৱৰ দৰে ধৰ্মপ্ৰাণ ব্যক্তিসকলক আদৰি আনি এই পাল্লী চ'কতে ধৰ্মসভাও পাতিছিল। মই তেওঁৰ অনুপ্ৰেৰণাতে 'পলাশবাৰী পূৰ্বাঞ্চলিক ভোগালী বিহু সন্মিলন'ৰ একেৰাহে তিনি বছৰ কৃষ্টি শাখাৰ সম্পাদকৰ দায়িত্ব পালন কৰিছিলোঁ। তেওঁ আছিল সভাপতিৰ আসনত। মই সম্পাদক হৈ থাকোঁতে বহুতে সাংস্কৃতিক সন্ধিয়াৰ আকৰ্ষণ বঢ়াবলৈ নামী-দামী শিল্পীক বিচাৰিছিল যদিও সভাপতি সূৰ্য ককাইদেৱে মোক কৈছিল— 'যিয়ে যি কয় কৈ থাকক, সকলো কথাত কাণ নিদিবা। এটাই কথা মনত ৰাখিবা— আজিৰ প্ৰতিষ্ঠিত শিল্পীসকল কোনোবা অখ্যাত ঠাইৰপৰা আমি পতা এনেকুৱা অনুষ্ঠানৰ মাধ্যমেৰে আহিহে আজি প্ৰতিষ্ঠা লাভ কৰিছে। সেয়ে আমাৰ স্থানীয় শিল্পীক প্ৰাধান্য দিয়া। "স্থানীয় প্ৰতিভাধৰ শিল্পীখিনিক স্থানীয়ভাৱে পতা অনুষ্ঠানবোৰৰ জৰিয়তে সমাজৰ মাজলৈ উলিয়াই নানিলে আনে কেতিয়াও তেওঁলোকক মাতি নি প্ৰতিষ্ঠা নকৰে।" ইয়াৰপৰাই সূৰ্য ককাইদেউৰ জাতীয় প্ৰেম, জাতীয় স্বাৰ্থ তথা থলুৱা প্ৰীতিৰ উমান পোৱা যায়। কিন্তু মোৰ দুৰ্ভাগ্য এনে এজন ব্যক্তিৰ সান্নিধ্য আছিল অতি খন্তেকীয়া। তেওঁৰ প্ৰতিভাখিনিৰ মূল্যায়ন কৰাৰ যোগ্যতা মোৰ নাই। তেওঁৰ বহুতো লিখনি আৰ্থিক অনাটনৰ বাবেই হওক বা প্ৰকাশকৰ অনীহাৰ বাবেই হওক ছপা আকাৰত প্ৰকাশ নহ'ল। বহুতো মূল্যৱান লিখনি বছৰ বছৰ ধৰি পেৰাবন্দী হৈ থাকি অৱশেষত পঁইতাচোৰাই ভক্ষণ কৰিলে। তেওঁ সৰু ল'ৰা-ছোৱালীৰ উপযোগীকৈ লিখা 'মাৰ্কণ্ডেয় পুৰাণৰ সাধু' নামৰ ছপা কৰা পুথিখনৰ অস্তিত্ব বিচাৰি পোৱা নগ'ল। কেৱল ১৯৮৯ চনৰ জানুৱাৰীত ছপা ৰূপত প্ৰকাশ কৰা 'মাছ আৰু মাছমৰীয়া' নামৰ গ্ৰন্থখন মোৰ পঢ়ি চোৱাৰ সৌভাগ্য হ'ল। তেখেতে গ্ৰন্থখন তেখেতৰ পিতৃ বেথাৰাম দাসৰ স্মৃতিত উচৰ্গা কৰি লিখিছে— 'যিজনে আজীৱন ৰ'দ, বতাহ, বৰষুণ, গ্ৰীষ্ম, শীতক নেওচা দি দিনে-নিশাই ব্ৰহ্মপুত্ৰৰ বুকুত জাল মাৰি কটাই গ'ল, সেইজন স্বৰ্গগামী পিতৃ শ্ৰীবেথাৰাম দাসৰ স্মৃতিত 'মাছ আৰু মাছমৰীয়া' উচৰ্গা কৰিলোঁ।

এসময়ত অসমৰ প্ৰতিনিধিত্ব কৰা সাংসদ তথা উকীল স্বৰ্গীয় বেলিৰাম দাসৰ জ্যেষ্ঠ ভাতৃ আছিল স্বৰ্গীয় বেথাৰাম দাস। কৃষিকৰ্ম আৰু মাছ মাৰি জীৱন নিৰ্বাহ কৰা বেথাৰাম দাসে দেহৰ ঘাম মাটিত পেলাই ভাতৃ বেলিৰাম দাসক পঢ়ুৱাইছিল আৰু তেওঁৰ কৃতিত্বই বেথাৰামৰ মনত আনন্দৰ জোৱাৰ তুলিছিল। সেইজন বেথাৰামৰে জ্যেষ্ঠ ল'ৰা সূৰ্য দাস যেন শামুকৰ পেটত মাণিক হৈ জন্মলাভ কৰিছিল ১৯৩৯ চনৰ ২৫ আগষ্টত পলাশবাৰীৰ গাতে লগা বামুণপাৰাত স্বৰ্গীয় সনেশ্বৰী দাসৰ গৰ্ভত। সনেশ্বৰী যেন সোণৰ ঈশ্বৰী, এজনী মৰমিয়াল, সাদৰী, অতিথিপৰায়ণা তিৰোতা।

সূৰ্য দাসে ৪৪ নং সদিলাপুৰ প্ৰাথমিক বিদ্যালয়ত বৰ্ণমালাৰ জ্ঞান লাভ কৰি পলাশবাৰী আৰ. বি. উচ্চ মাধ্যমিক বিদ্যালয়ৰপৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ গুৱাহাটীৰ কটন কলেজৰপৰা বি. এ. পাছ কৰে। তেখেতে উত্তৰ-পূব সীমান্ত ৰে'লৱেৰ মুখ্য কাৰ্যালয় মালিগাঁৱত কৰ্মজীৱনৰ পাতনি মেলি সাহিত্যচৰ্চাত লাগি পৰে। মাছমৰীয়াৰ ঘৰত জন্মলাভ কৰি নিচেই সৰুৰেপৰা জাল-জৰী লৈ নৈ, বিল, ডোঙা, দোং, খাল, জান-জুৰি আদি ফেনেকি ফেনেকি মাছ ধৰাৰ বাস্তৱ অভিজ্ঞতাৰে মৎস্যজীৱীসকলৰ ইতিবৃত্ত দাঙি ধৰাৰ

উপৰিও মাছমৰীয়াসকলৰ সুখ-দুখ, হাঁহি-কান্দোন, সংগ্ৰাম-সংঘাতৰ এক বৰ্ণিল বৰ্ণনাৰে তেখেতে ছপা কৰি উলিয়াইছিল 'মাছ আৰু মাছমৰীয়া' নামৰ এখন অনন্য গ্ৰন্থ। গ্ৰন্থখনত মুঠ এঘাৰটা অধ্যায় আছে আৰু তাত একাদিক্ৰমে যিকেইটা বিষয়ৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে, সেইকেইটা বিষয় যথাক্ৰমে—

১। মাছ আৰু অসমীয়া সংস্কৃতি
২। মাছ আৰু মাছমৰীয়া
৩। জালোৱা আৰু প্ৰকৃতি
৪। জাল আৰু জালোৱা
৫। বেৰজাল আৰু ঘুলি
৬। বেৰজাল বিধে বিধে
৭। পতাজাল বিধে বিধে
৮। মাছ-শিল্প আৰু ইয়াৰ বৈপ্লৱিকতা
৯। অসম আৰু মাছ ধৰা অন্যান্য ব্যৱস্থাবোৰ
১০। জালোৱা আৰু সামগ্ৰী
১১। জালোৱা আৰু সংস্কৃতি।

গ্ৰন্থখনত বিভিন্ন মাছৰ বৰ্ণনাৰ লগতে থলুৱা গীত-মাতত ইয়াৰ প্ৰভাৱ, ফকৰা যোজোনা আৰু উপমাত মাছৰ নামৰ উপস্থিতি, বিভিন্ন ৰোগ নিৰাময়ত মাছৰ প্ৰয়োগ, দেৱতা-অপদেৱতাৰ কোপদৃষ্টিৰপৰা ৰক্ষা পাবলৈ কৰা পূজা-পাতাল আদিত কৰা মাছৰ ব্যৱহাৰৰ উপৰিও কি মাছৰ লগত কিহৰ আঞ্জাখন উত্তম ইত্যাদি বৰ্ণনাৰ মাজত লেখক সূৰ্য দাস যে গাঁৱলীয়া সমাজখনৰ গভীৰলৈ সোমাই গৈ তথ্যবোৰ যুগুত কৰিছে, তাৰ উমান পোৱা যায়।

ইয়াৰ উপৰিও মাছমৰীয়াৰ জাতি বিভাগৰ বৰ্ণনা, তেওঁলোকৰ প্ৰিয় বাসস্থান স্থলী, সমাজ ব্যৱস্থাত থকা ৰীতি-নীতি, মেঘ আৰু বতাহৰ গতিবিধি চাই কৰা বতৰৰ ভৱিষ্যৎবাণী, বোঁৱতী পানীৰ সোঁত লক্ষ্য কৰি উত্তৰ হ'ব পৰা উঁকা-চাকনৈয়াৰ জ্ঞান, পানীৰ গভীৰতা ভেদে বিচৰণ কৰা মাছৰ সঠিক জ্ঞানৰ বৰ্ণনাই তেওঁ যে এজন অধ্যয়নপুষ্ট তথা তথ্যানুসন্ধানী ব্যক্তি আছিল, তাকেই সূচিত কৰে।

মই সমালোচক নহয়। মাত্ৰ এজন পঢ়ুৱৈ হিচাপে সূৰ্য ককাইদেউৰ 'মাছ আৰু মাছমৰীয়া' গ্ৰন্থখন পঢ়ি অনুভৱ কৰিছোঁ এইখন এখন সাধাৰণ গ্ৰন্থ নহয়। ইয়াক এখন অসাধাৰণ গৱেষণামূলক গ্ৰন্থ বুলিলে অত্যুক্তি কৰা নহ'ব। মই আগতেও উল্লেখ কৰিছোঁ— তেওঁৰ লগত মোৰ চিনাকি আছিল তেনেই খন্তেকীয়া। লগ পালেই তেওঁ মোক লেখা-মেলা কৰি থাকিবলৈ উৎসাহ দিছিল।

মোৰ মাছমৰীয়া ওপৰত লেখা 'অগ্নিতৃষ্ণা' নাটকখন চাই কৈছিল— 'তুমি কলম নেৰিবা।'

মোক লিখাৰ বাবে উৎসাহ দিবলৈ, প্ৰেৰণা যোগাবলৈ সেইজন সূৰ্য ককাইদেউ আজি আৰু ইহসংসাৰত নাই। ১৯৯১ চনৰ ১৮ চেপ্তেম্বৰত তেওঁ চিৰদিনলৈ চকু মুদিলে।

সূৰ্য ককাইদেউ 'আজি আপুনি আমাৰ মাজত নাথাকিলেও আপোনাৰ 'মাছ আৰু মাছমৰীয়া' গ্ৰন্থখনৰ মাজত আপোনাৰ প্ৰতিচ্ছবিকে যেন দেখি আছোঁ চিৰ শাশ্বত ৰূপত। ■





# শিক্ষাবিদ-সাহিত্যিক প্ৰয়াত আদ্যনাথ গোস্বামী

**(১৯৪০-২০০৮)**

**ৰোহিনী কুমাৰ**

জীৱৰ জন্ম-মৃত্যু বিশ্বব্ৰহ্মাণ্ডত এক চিৰন্তন সত্য। ইয়াৰপৰা পৰিত্ৰাণ পোৱাৰ কোনো শক্তি নাই। সেয়ে সময়ক অমূল্য ধনৰ লগত তুলনা কৰা হয়, আনহাতে এই কাল বা সময়ক মানুহে নিষ্ঠুৰ আখ্যা দিছে। কিন্তু কবি হীৰেণ ভট্টাচাৰ্যদেৱে কবিতাৰ ভাষাত লিখিছে—

"মৃত্যুও এক শিল্প
জীৱনৰ কঠিন শিলত কটা
নিৰ্লোভ ভাস্কৰ্য।"

এইজনা মহান সাহিত্যিকে 'বিদ্যাৰত্ন অম্বলাকান্ত গোস্বামী ন্যাস সাহিত্য বঁটা'ৰে বিভূষিত, শিক্ষাবিদ প্ৰাক্তন প্ৰধান শিক্ষক, ৰামধেনু যুগৰ গল্পকাৰ, প্ৰবন্ধকাৰ, অনুবাদক, সমালোচক, সংগঠক, সংস্কৃতিবান, সমাজসেৱক, সুবক্তা শ্ৰদ্ধাৰ আদ্যনাথ গোস্বামীদেৱৰ গুৱাহাটীস্থিত G.N.R.C. নাৰ্চিংহোমত ইং ২০০৮ চনৰ ২৮ মাৰ্চ, শুক্ৰবাৰে ৰাতিপুৱা চাৰি বজাত নশ্বৰ দেহ পৰিত্যাগ কৰে।

সাহিত্যিক আদ্যনাম গোস্বামীদেৱ কামৰূপ জিলাৰ বাণিজ্যপ্ৰসিদ্ধ, ঐতিহ্যমণ্ডিত পলাশবাৰী চহৰৰ গাত লাগি থকা মহাবাহু ব্ৰহ্মপুত্ৰ নদীৰ পাৰৰ নাতিদূৰৰ মাজিৰগাঁৱত ইং ১৯৪০ চনত এটি মধ্যবিত্ত পৰিয়ালত জন্মগ্ৰহণ কৰিছিল। মৃত্যুৰ সময়ত তেওঁৰ বয়স হৈছিল মাত্ৰ ৬৭ বছৰ। তেওঁলোকৰ ছজন ভাই-ককাই আৰু তিনিজনী ভনী আছিল। তেখেত ঘৰখনৰ দ্বিতীয়জন ডাঙৰ ল'ৰা হিচাপে কম-বেছি পৰিমাণে পৰিয়ালটিৰ বহু কাম-কথাই কান্ধপাতি ল'বলগা হৈছিল। তেওঁৰ দেউতাক প্ৰয়াত বাসুদেৱ গোস্বামী এজন সৎ, শান্ত তথা শিক্ষিত ব্যক্তি আছিল। দেউতাক বাসুদেৱ গোস্বামী আৰ, বি, হাইস্কুলৰ মুখ্য কাৰ্যালয় সহায়ক (কেৰাণী) পদত কাম কৰিছিল। তেখেতৰ ধৰ্মপ্ৰাণা মাকৰ নাম আছিল প্ৰয়াত পটেশ্বৰী দেৱী। মাতৃ পটেশ্বৰী দেৱীয়ে পৰিয়ালটো সুন্দৰকৈ পৰিচৰ্যা কৰিছিল। গোস্বামীদেৱৰ মৃত্যুৰ সময়ত সংসাৰত দুজনী ছোৱালী, এজন ল'ৰা-পত্নীসহ এৰি থৈ যায়। পত্নী কুঞ্জলতা গোস্বামী এজনী ধৰ্মপৰায়ণা, শিক্ষিতা মহিলা। তেওঁ ছয়গাঁও চম্পকনগৰ ছোৱালী হাইস্কুলৰ শিক্ষয়িত্ৰী, ডাঙৰ ছোৱালী বৰ্ণালী গোস্বামী (M.A., B.T.), একমাত্ৰ ল'ৰা পাৰ্থপ্ৰতিম B.A. পাছ কৰিছে। প্ৰয়াত আদ্যনাথ গোস্বামীদেৱৰ সা-সম্পত্তি তথা ধনৰ প্ৰতি লালসা নাছিল। তেওঁ জীয়াই থকাৰ বাবেহে কৰ্ম তথা উপাৰ্জন কৰিছিল। খোৱাৰ বাবে উপাৰ্জন কৰা নাছিল। তেওঁ টকা-পইচাক হাতৰ মলিৰ লগত তুলনা কৰিছিল।

শিক্ষাৰ ফালৰপৰা গোস্বামীদেৱে আমাক নিজে কোৱা মতে— তেওঁ সৰুৰপৰাই এজন ভাল চোকা ছাত্ৰ আছিল। শিক্ষকসকলৰ মৰমৰ ছাত্ৰ আছিল। গাঁৱৰ পাঠশালা স্কুলত বিদ্যা শেষ কৰি সেই সময়ত দক্ষিণ কামৰূপৰ একমাত্ৰ হাইস্কুল পলাশবাৰী আৰ, বি, হাইস্কুল বৰ্তমান পলাশবাৰী আৰ, বি, উচ্চতৰ মাধ্যমিক আৰু বহুমুখী বিদ্যালয়ত পঢ়ে। আৰ, বি, হাইস্কুলৰ প্ৰায়খিনি শিক্ষকৰে তেওঁ প্ৰিয় ছাত্ৰ আছিল। তেওঁৰ ইংৰাজী বিষয়ত দক্ষতা অতি বেছি আছিল। তেওঁৰ ইংৰাজী বিষয়ৰ প্ৰতি মনোযোগ আৰু দক্ষতা দেখি প্ৰধান শিক্ষক অম্বলাকান্ত গোস্বামীদেৱে তেখেতক অতি মৰম আৰু আশীৰ্বাদ দিছিল। ১৯৫৯ চনত তেওঁ মেট্ৰিকত সুখ্যাতিৰে পাছ কৰি সেই সময়ত অসমৰ একমাত্ৰ গুৱাহাটীস্থিত কটন কলেজত নাম লগায়। কটন কলেজৰপৰা ১৯৬৪ ইংৰাজীত অনাৰ্চ সহ বি, এ, পাছ কৰে। তাৰ পিছত গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা ১৯৮৯

চনত অসমীয়া বিষয়ত এম, এ, পাছ কৰে। ইয়াৰ পিছত শিক্ষকতা কৰি থকা অৱস্থাত বি, টি, পৰীক্ষাও পাছ কৰে।

বিশ্বাবিদ্যালয়ৰ দেওনা পাৰ হৈ আদ্যনাথ গোস্বামীদেৱে পলাশবাৰী আঞ্চলিক হাইস্কুলত পিছত পলাশবাৰী আৰ, বি, হাইস্কুলতো শিক্ষকতা কৰিছিল। শ্ৰেণীত ছাত্ৰ-ছাত্ৰীক গোস্বামীদেৱে অন্যান্য বিষয় পঢ়াইছিল যদিও প্ৰধানকৈ ইংৰাজী আৰু অসমীয়া বিষয়হে অতি সুন্দৰকৈ শ্ৰেণীত পঢ়াইছিল। ইংৰাজী ব্যাকৰণত তেখেতৰ যথেষ্ট জ্ঞান আছিল। তেখেত আজীৱন শিক্ষক আছিল। গোস্বামীদেৱে শিক্ষকতা জীৱনত অসমৰ কেইবাখনো বিদ্যালয়ত শিক্ষকতা কৰিছিল। তেজপুৰ জিলাৰ বিহগুৰি হাইস্কুলতো তেখেতে কেইবাবছৰ শিক্ষকতা কৰি তাৰপৰা বদলি হৈ কামৰূপ জিলাৰ ধাৰাপুৰ হাইস্কুলত শিক্ষকতা কৰি পিছত প্ৰধান শিক্ষক হয়। তাৰ্পৰা বদলি হৈ তেওঁ চন্দ্ৰপুৰ হাইস্কুলত প্ৰধান শিক্ষকৰূপে কিছুদিন কাম কৰে। তাৰ পিছত তেখেতে আজাৰাৰ চন্দ্ৰপ্ৰভা হাইস্কুলত প্ৰধান শিক্ষক হিচাপে কাম কৰিছিল আৰু ইয়াৰপৰাও বদলি হৈ ছয়গাঁও চম্পকনগৰ ছোৱালী হাইস্কুলত প্ৰধান শিক্ষকৰূপে কাম কৰে। তাৰপৰাও তেওঁ ছাটাবাৰী হাইস্কুললৈ প্ৰধান শিক্ষক হিচাপে বদলি হৈ যায়। অৱশেষত ছাটাবাৰী হাইস্কুলৰপৰাই তেওঁ প্ৰধান শিক্ষকৰূপে অৱসৰ গ্ৰহণ কৰে।

শিক্ষকতা জীৱনত অসমৰ প্ৰান্তৰে প্ৰান্তৰে ঘূৰি ঘূৰি তেখেতে জীৱনত বহুতো তিতা-কেঁহা সোৱাদ তথা অভিজ্ঞতা লাভ কৰে। বিভিন্ন ধৰণৰ মানুহৰ লগ-সংগই জীৱনক বহু কথাই জানিব দিয়ে। সেই সকলোবোৰ অভিজ্ঞতাৰ ফলস্বৰূপে তেখেতৰ সাহিত্যৰ ভঁৰাল গ্ৰন্থৰাজি, বিভিন্ন আলোচনীত প্ৰকাশ পোৱা প্ৰবন্ধৰাজি তথা অনুবাদ সাহিত্য আদি পঢুৱৈ সমাজক দি থৈ গৈছে। তেওঁ হাইস্কুলৰ অষ্টম শ্ৰেণীৰপৰাই লিখা আৰম্ভ কৰিছিল। তেখেতে কোৱামতে সপ্তম শ্ৰেণীৰপৰাই মহান সাহিত্যিকসকলৰ জীৱনী, গল্প, কবিতা, প্ৰবন্ধ আদি সময় পালেই অধ্যয়ন কৰিছিল। তেখেতৰ ভাতৃ অসমৰ বিশিষ্ট গল্পকাৰ প্ৰয়াত কুমুদ গোস্বামীদেৱো ল'ৰালি কালৰপৰাই অতি অধ্যয়নশীল ব্যক্তি আছিল। গল্পৰ পথাৰখনত প্ৰয়াত কুমুদদেৱে এখন সুকীয়া আসন লাভ কৰাৰ দৰেই প্ৰয়াত আদ্যনাথ গোস্বামীদেৱেও প্ৰবন্ধ সাহিত্য, আলোচনা সাহিত্য আৰু অনুবাদ সাহিত্যত এখন সুকীয়া আসন লাভ কৰিছে। আদ্যনাথ গোস্বামীদেৱৰ অমূল্য গ্ৰন্থসম্ভাৰ হ'ল— (ক) ৰুচদেশৰ সাধু (প্ৰথম গ্ৰন্থ), (খ) সৰ্প যাদুকৰ, (গ) নাকফুল, (ঘ) দেশ বিদেশৰ সাধু। অনুবাদ গ্ৰন্থ— (ক) ডন যুৱাল আৰু (খ) মিষ্টাৰ গ্ৰীণৰ সন্ধানত।

গোস্বামীদেৱে ৰামধেনু যুগৰপৰাই মৃত্যুৰ সময়লৈকে বিভিন্ন বিষয়ৰ ওপৰত অতি তত্বগধুৰ তথা সহজ-সৰল ভাষাত মৌলিক প্ৰবন্ধ তথা অনুবাদ গল্প, প্ৰবন্ধ আদি লিখিছিল। শিশুৰ মনত খোৰাক যোগাবলৈ তেওঁ শিশু সাহিত্যও ৰচনা কৰিছিল। মাজে সময়ে দুই চাৰিটা গল্প-কবিতাও লিখিছিল। কলেজীয়া জীৱনত তেখেতে নৱযুগ, আবাহন আদি আলোচনীত গল্প, প্ৰবন্ধ, কবিতা আদি লিখিছিল। গ্ৰন্থ তথা প্ৰবন্ধ আদিৰ সমালোচনাও কৰিছিল। অনুবাদ সাহিত্যত তেওঁৰ ভাল দখল আছিল। অসমৰ বিভিন্ন আলোচনী, বাতৰি কাকত আদিত প্ৰকাশ পোৱা প্ৰবন্ধৰাজি অসমীয়া সাহিত্যৰ ভঁৰালত এক সুকীয়া স্থান লাভ কৰিছে বুলি ন-দি ক'ব পৰা যায়। তেখেতৰ বিভিন্ন আলোচনী আৰু বাতৰিকাকত আদিত সিঁচৰতি হৈ থকা প্ৰবন্ধৰাজি একগোট কৰি প্ৰকাশ কৰিলে এখন বৃহৎ আকাৰৰ অমূল্য গ্ৰন্থ হ'ব বুলি আমাৰ পৰম বিশ্বাস।

গোস্বামীদেৱে দক্ষিণ কামৰূপৰ প্ৰায়বোৰ ন-পুৰণি লেখক-লেখিকাৰ গ্ৰন্থৰাজিৰ ওপৰত সহজ-সৰল ভাষাত অতি সুন্দৰ আলোচনা তথা সমালোচনাবোৰ অসমীয়া সাহিত্যৰ ভঁৰালত এক অমূল্য সম্পদ হৈ থাকিব। লগতে লেখক তথা পঢুৱৈ সমাজে উৎসাহ-প্ৰেৰণা পোৱাৰ লগতে যথেষ্ট উপকৃত হৈছে। গ্ৰন্থবোৰত প্ৰকাশ পোৱা তেওঁৰ সমালোচনা তথা আলোচনাবোৰ লগলগাই গ্ৰন্থ আকাৰত প্ৰকাশ কৰিলে এখন মহান গ্ৰন্থ হ'ব বুলি অনুমান কৰিব পাৰি। অতি সুখৰ কথা যে আজিলৈকে দক্ষিণ কামৰূপত যিমানবোৰ লেখক সাহিত্যিকে গ্ৰন্থ তথা আলোচনী প্ৰকাশ কৰি উলিয়াইছে সেইবোৰৰ প্ৰায়বোৰ গ্ৰন্থ তথা আলোচনী তেখেতে যিদৰে সংগ্ৰহ কৰিছে খুব সম্ভৱ দক্ষিণ কামৰূপত দ্বিতীয়জন নোলাব। অপ্ৰিয় হ'লেও সত্য যে, বৰ্তমান যুগত মানুহে ধন-সোণ আৰু মাটি সংগ্ৰহ কৰে। কিন্তু তেখেতে সংগ্ৰহ কৰিছিল কিতাপ, আলোচনী তথা বাতৰি কাকত।

গোস্বামীদেৱে দৈনিক নিয়মিতভাৱে কিতাপ, আলোচনী আৰু বাতৰি কাকত পঢ়িছিল। কিতাপ কিনা তেওঁৰ এটা ভাল চখ আছিল। অসমীয়া গ্ৰন্থৰাজিৰ লগতে ইংৰাজী, বঙলী গ্ৰন্থত প্ৰায়ে অধ্যয়ন কৰিছিল। ইংৰাজী



আৰু বঙালী সাহিত্যৰ পৰা গল্প, প্ৰবন্ধ আদি অনুবাদ কৰিছিল। এই অনুবাদ সাহিত্যৰাজি অসমীয়া সাহিত্যৰ ভঁৰালত অমূল্য সম্পদ হৈ থাকিব।

পাৰিবাৰিক জীৱন আছিল তেওঁৰ মিশ্ৰিত। ঘৰখনৰ প্ৰতি কৰণীয় কামখিনি সময়মতে তেখেতে সম্পূৰ্ণ কৰিব নোৱাৰিলে বুলি আমাক কথাৰ মেলত কিম্বা বক্তব্যৰ মাজতে কৈছিল। তেওঁ সদায় সাধাৰণভাৱে জীৱন যাপন কৰিছিল। "Simple living and high thinking". — কথাষাৰ সদায় তেওঁ মানি চলিছিল।

গোস্বামীদেৱ বহু গুণৰ অধিকাৰী আছিল। যি কোনো সৎ কাৰ্যত তেওঁ মনোবল আৰু উৎসাহ আমি কেতিয়াও পাহৰিব নোৱাৰোঁ। তেওঁ আমাক প্ৰেৰণা আৰু উৎসাহ দি ভাল পাইছিল; কোনো ক্ষেত্ৰতে আনক হতাশ কিম্বা নিৰুৎসাহ কৰা নাছিল। যি কোনো পৰিস্থিতিতে সকলোৰে লগত মিলি যাব পৰাটো তেখেতৰ ডাঙৰ গুণ আছিল। ইংৰাজী আৰু অসমীয়া বিষয়ৰ কৃতী শিক্ষক হিচাপে তেখেত পৰিচিত আছিল। শিক্ষকতা কৰা প্ৰতিখন বিদ্যালয়ৰ শিক্ষক, ছাত্ৰ-ছাত্ৰীৰ মাজত ঐক্য আৰু ভাতৃত্ব ভাব যোগাই তুলিছিল। এজন ভাল সমাজপ্ৰিয় মানুহ আছিল তেওঁ। কম খাদ্য খাইছিল কিন্তু খাইছিল ভাল। অহংকাৰ কিম্বা মইমত্ত ভাব তেওঁৰ অন্তৰত নাছিল। নাছিল কোনো ভেমফুটি। ন-দি ক'ব পাৰি যে তেখেতৰ প্ৰেৰণাতে দক্ষিণ কামৰূপত কেইবাজনো লেখক-লেখিকাৰ গ্ৰন্থ ছপাৰূপত আত্মপ্ৰকাশ পাইছে। পিন্ধন-উৰণত তেখেতৰ চখ-ভখ নাছিল। সাজপাৰ আছিল তেখেতৰ সাধাৰণ, কিন্তু কথা-বতৰা আছিল অসাধাৰণ। এজন সঁচা মানৱ দৰদী আৰু উদাৰ মনৰ ব্যক্তি আছিল তেওঁ— তেওঁ আছিল প্ৰেৰণাৰ প্ৰতীক।

তেখেত বহুতো অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত জড়িত আছিল। বিশেষকৈ পলাশবাৰী সাহিত্য সভা, ছয়গাঁও মেৰঘৰ সাহিত্য সভা, দক্ষিণ কামৰূপ প্ৰেছ ক্লাৱ, দক্ষিণ কামৰূপ সাহিত্য মঞ্চ, বামুণীগাঁও সাহিত্য সভা আদি বহুতো অনুষ্ঠানৰ লগত জড়িত। তেখেত দক্ষিণ কামৰূপ প্ৰেছ ক্লাৱ, ছয়গাঁও মেৰঘৰ সাহিত্য সভাৰ সভাপতি আৰু শেষত দক্ষিণ কামৰূপ সাহিত্য মঞ্চৰ প্ৰায় তেৰ বছৰ একেৰাহে সভাপতি পদৰ আসন অলংকৃত কৰিছিল। অনুষ্ঠানৰ দায়িত্ব তথা নেতৃত্ব বহন কৰিব পৰা গুণ তেখেতৰ আছিল।

গোস্বামীদেৱে ধৰ্মীয় গোড়ামি ভাল নাপাইছিল। কুনীতি, কুৰীতি, কুসংস্কাৰ আদিক তেওঁ প্ৰশ্ৰয় দিয়া নাছিল। অৱশ্যে কোনো ধৰ্মক তেওঁ বেয়াও পোৱা নাছিল। সকলো ধৰ্মৰ মূল আদৰ্শৰ প্ৰতি তেওঁৰ বিশ্বাস আছিল গভীৰ। সৎকৰ্ম আৰু সৎকথাই আছিল তেওঁৰ জীৱনৰ মূল ধৰ্ম। কাৰো প্ৰতি কোনো কু-চিন্তা কিম্বা হিংসা ভাব নাছিল।

সাহিত্য কৰ্মত স্বীকৃতি হিচাপে প্ৰয়াত আদ্যনাথ গোস্বামীদেৱে 'দক্ষিণ কামৰূপ সাহিত্য মঞ্চ'ৰ ফালৰপৰা 'বিদ্যাৰত্ন অৱলাকান্ত গোস্বামী ন্যাস সাহিত্য বঁটা' লাভ কৰে। ইয়াৰ লগতে দক্ষিণ কামৰূপ এলেকাত বিভিন্ন অনুষ্ঠান তথা সাহিত্য সাংস্কৃতিক গোষ্ঠীয়ে তেখেতক বহুতো বঁটা তথা সম্বৰ্ধনাৰে বিভূষিত কৰে।

সাহিত্য সংস্কৃতি তথা সমাজপ্ৰিয় গোস্বামীদেৱ আছিল এজন সুবক্তা। সভাত অতি সহজ-সৰল ভাষাত সকলোৰে বোধগম্য হোৱাকৈ হৃদয়-মন আকৰ্ষণ কৰিব পৰা ভাষণ তেখেতে ৰাখিব পাৰিছিল। তেওঁ মানৱ জীৱনৰ বাস্তৱ কথা তথা বাস্তৱ সমাজৰ কথা তুলনামূলকভাৱে ভাষণত সুন্দৰকৈ দাঙি ধৰিছিল। সঁচাই তেওঁ ভাষণৰ মাজেৰে দৰ্শকৰ হৃদয়-বিবেক আলোড়িত কৰিব পৰা দক্ষতা আৰু ক্ষমতা আছিল।

জন্ম আৰু মৃত্যু একেটা মুদ্ৰাৰে ইপিঠি-সিপিঠি। জন্ম-মৃত্যু আছে বাবে জীৱন সুন্দৰ। নহ'লে জীৱনৰ মাদকতা ক'ত? জীৱনৰ সঁচা-মিছা উপলব্ধি আমি কেনেকৈ কৰিম?

সঁচা কথা— 'সুঁৱৰিবলৈ সহজ কিন্তু সহিবলৈ টান। তাৰেই নাম স্মৃতি-মৃত্যু। এই মৃত্যুৰ যন্ত্ৰণা আৰু স্মৃতিৰ হাহাকাৰো এদিন পাহৰণিৰ গৰ্ভত হেৰাই যায়।' আমাৰ আশা-প্ৰয়াস আদ্যনাথ গোস্বামীৰ জীৱন-স্মৃতি, সাহিত্যকৰ্ম, শিক্ষক জীৱনৰ কৰ্ম, সামাজিক কৰ্ম আদি তেওঁৰ গুণমুগ্ধ ব্যক্তিসকল তথা আত্মীয়-স্বজনসকলে পাহৰি নাযাব বুলি পৰম বিশ্বাস। সেয়ে কবিৰ ভাষাৰে হৃদয়ত বাজি থাকে—

"ভাগি গ'ল বীণখনি ছিগি গ'ল তাঁৰ
ৰই গ'ল অৱশেষ অমিয় জোকাৰ।"

তেখেতৰ বিদেহী আত্মাই অমৰধামত চিৰশান্তি লাভ কৰক, তাৰ বাবে পৰমপিতা পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনালোঁ। ■



# এক বৰ্ণিল জীৱন-গাঁথা ঃ থানেশ্বৰ কুমাৰ



(১৯৫০-২০০৯)

কৈলাশ কুমাৰ দাস (মিতু)

**প্ৰাক্‌কথন ঃ** দক্ষিণ কামৰূপ অঞ্চলৰ পৰা অসমৰ বৌদ্ধিক জগতখনলৈ বিশেষ বৰঙণি আগবঢ়োৱা ব্যক্তিসকলৰ অন্যতম আৰু অমায়িক স্বভাৱৰ কুমাৰদেৱে কঠোৰ শ্ৰম আৰু সাধনাৰে অসমীয়া সাহিত্য-সংস্কৃতিৰ লগতে সংবাদ ক্ষেত্ৰখনত নিজৰ স্থিতি সবল কৰি সৌসিদিনা ১২ অক্টোবৰ ২০০৯ তাৰিখে মাত্ৰ ৫৯ বছৰ বয়সত মৃত্যু বৰণ কৰে।

**জন্ম ঃ** ১৯৫০ চনৰ কোনো এক শুভক্ষণত পুৱণি পলাশবাৰীত জন্মগ্ৰহণ কৰা থানেশ্বৰ কুমাৰৰ পিতাকৰ নাম আনন্দি কুমাৰ আৰু মাক সুতি কুমাৰ।

**শৈশৱ ঃ** প্ৰাথমিক বিদ্যালয়ৰপৰা আহি আন দহজন সমনীয়াৰদৰে কিশোৰ থানেশ্বৰেও ল'ৰালিৰ দিনবোৰত কালভোগৰ পাৰে পাৰে বাটলু গুটিৰে বাহ কুকুৰা চৰাই চিকাৰ কৰি, বৰশী বাই আম-মধুৰিআম বিচাৰি ঘুৰি ফুৰিছিল।

**ল'ৰালি আৰু যৌৱনৰ পাখি লগা দিনবোৰত ঃ** পলাশবাৰী আৰ. বি. হাইস্কুলৰপৰা মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হৈ প্ৰথমে গুৱাহাটীৰ কলেজত নাম ভৰ্ত্তি কৰিম বুলি ভাবিও অৱশেষত নিজৰ অঞ্চলটোৰ প্ৰতি থকা মোহৰ বাবে নতুনকৈ প্ৰতিষ্ঠা হোৱা মিৰ্জাৰ দক্ষিণ কামৰূপ মহাবিদ্যালয়তে থানেশ্বৰ কুমাৰে নাম ভৰ্ত্তি কৰে আৰু তাৰপৰাই কলা শাখাত স্নাতক ডিগ্ৰী লয়। এইখিনিতে উল্লেখ কৰা ভাল হ'ব যে দক্ষিণ কামৰূপ মহাবিদ্যালয়ৰ বাৰ্ষিক আলোচনী প্ৰকাশৰ ক্ষেত্ৰত থানেশ্বৰ কুমাৰৰ উল্লেখযোগ্য অৱদান আছে। সাহিত্যানুৰাগী কুমাৰ আৰু তদানীন্তন সাহিত্যানুৰাগী ছাত্ৰসকলে প্ৰকাশ কৰা মহাবিদ্যালয়ৰ প্ৰথম সংখ্যা আলোচনী সম্পাদনা সমিতিৰ সদস্য হৈ কুমাৰে তেতিয়াই নিজৰ সৎসাহস আৰু সাহিত্যানুৰাগী মনৰ পৰিচয় দি থয়।

**সাংবাদিকতা ঃ** ১৯৮০ চনৰ ১৫ আগষ্টত পলাশবাৰীৰপৰা 'ন দিগন্ত' নামৰ এখন পষেকীয়া কাকত নিজৰ গাঠিৰ ধনেৰে প্ৰকাশ আৰু সম্পাদনাৰ দায়িত্ব থানেশ্বৰ কুমাৰে বহন কৰি দক্ষিণ কামৰূপৰ সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰখনত কিছু পোহৰৰ বাটলৈ আনিবৰ চেষ্টা কৰে।

The News Star, The Assam Tribune, The North-East Times, আৰু নতুন দৈনিক কাকতকেইখনত সাংবাদিকতা কৰাৰ উপৰি নতুন অসমীয়া, দৈনিক অসম, অসমীয়া প্ৰতিদিন, জনমভূমি, অসম বাতৰি, অসমবাণী, সাদিন, নতুন সময়, চিত্ৰ সংবাদ, The Sentinal, সান্ধ্য বাতৰি, ৰূপকাৰ, অৱকাশ, আমাৰ প্ৰতিনিধি আদিৰ উপৰি স্থানীয় আলোচনীত থআনেশ্বৰ কুমাৰৰ প্ৰায় তিনিশতাধিক বলিষ্ঠ প্ৰবন্ধ প্ৰকাশ পায়।

নিৰ্ভীক আৰু সত্যনিষ্ঠ বাতৰি পৰিবেশন কৰি এসময়ত থানেশ্বৰ কুমাৰে যথেষ্ট খ্যাতি অৰ্জন কৰিছিল।

**সাহিত্য কৰ্ম ঃ**

**সংকল্পৰ ফিৰিঙতি ঃ** দুষ্কৃতিকাৰী, ভেজালকাৰীৰ বিৰুদ্ধে সত্তৰৰ দশকতে থানেশ্বৰ কুমাৰে হাতত তুলি লৈছিল কলম। জাতীয় চেতনাৰে উদ্বুদ্ধ হৈ তেওঁ লিখিছিল ভালেমান গীতি কবিতা। তাৰেই ফচল 'সংকল্পৰ ফিৰিঙতি'। ড° ভূপেন হাজৰিকাৰ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈ সেই সময়তে তেওঁ ৰচনা কৰিছিল ভালেমান গীতি কবিতা। ১৯৮০ চনৰ জুন মাহত প্ৰকাশ হোৱা কুমাৰৰ 'সংকল্পৰ ফিৰিঙতি'ত সন্নিবিষ্ট হৈছিল এই গীতি-কবিতাসমূহ।

**আমি অসমীয়া নহওঁ দুখীয়া ঃ** ১৯৮১চনৰ নবেম্বৰত প্ৰকাশিত 'আমি অসমীয়া নহওঁ দুখীয়া' হ'ল এখন গীতৰ পুথি। পলাশবাৰী সাহিত্য প্ৰকাশৰ হৈ অৰূপ কুমাৰে প্ৰকাশ কৰা পুথিখনৰ মূল্য আছিল মাত্ৰ এটকা। সুৰৰ যাদুকৰ ড° ভূপেন হাজৰিকাৰ অনুপ্ৰেৰণাত লিখা এই পুথিখনৰ পাতনি ফনী তালুকদাৰে লিখিছিল।



**অসমীয়া বোলছবিৰ চমু কথা ঃ** অসমৰ বিভিন্ন কাকত-আলোচনীত থানেশ্বৰ কুমাৰে অসমীয়া ছবি বিষয়ক বহু প্ৰবন্ধ লিখিছিল। সেইবোৰৰ মাজৰপৰা হাতী মাৰি ভুৰুকাত ভৰোৱা দি সাহিত্য প্ৰকাশে ১৯৮২ চনৰ ডিচেম্বৰত প্ৰকাশ কৰিছিল তৃতীয়খন গ্ৰন্থ 'অসমীয়া বোলছবিৰ চমু কথা'।

**আলোক পথৰ যাত্ৰী ঃ** কামৰূপ জিলাৰ উপৰহালীৰ 'চাৰু প্ৰকাশনে' ১৯৯৭ চনৰ জুলাইত প্ৰকাশ কৰিছিল থানেশ্বৰ কুমাৰৰ 'আলোক পথৰ যাত্ৰী' নামৰ গ্ৰন্থখন। থানেশ্বৰ কুমাৰে অসমৰ বিভিন্ন সংবাদপত্ৰত ভিন্ন বিষয়ৰ ওপৰত লিখা প্ৰবন্ধসমূহ থুপ খুৱাই প্ৰকাশ কৰা হৈছিল এই গ্ৰন্থখন।

**দক্ষিণ কামৰূপত নৱ বৈষ্ণৱ প্ৰৱাহ ঃ এক আলোচনা ঃ** ২০০৪ চনৰ ফেব্ৰুৱাৰীত কুমাৰ গ্ৰন্থকোষে প্ৰকাশ কৰা এইখন মূলত এখন গৱেষণামূলক গ্ৰন্থ। থানেশ্বৰ কুমাৰে দক্ষিণ কামৰূপৰ নৱ-বৈষ্ণৱ আন্দোলনটোক তুলি ধৰাৰ অৰ্থে বহু বছৰ গৱেষণা কৰিছিল। তাৰেই ফলশ্ৰুতিত এনে এখন মহা মূল্যবান গ্ৰন্থ পাঠক সমাজৰ হাতত পৰিছিল। যিসকল লোকে দক্ষিণ কামৰূপৰ ইতিহাসৰ লগতে ইয়াত বৈ থকা নৱ বৈষ্ণৱ ধাৰাটোক জানিব খোজে, তেওঁলোকে এই গ্ৰন্থখন হাতত তুলি ল'লেই হ'ল।

**বিশ্ববিদ্যালয়ৰপৰা বিশ্বাভিমুখে ড° ভূপেন হাজৰিকা ঃ** এই পুথিখন ড° ভূপেন হাজৰিকাৰ জীৱনী নহয়। গীত বা সৃষ্টিৰাজিৰ বিশ্লেষণ নহয়। মনৰমাজত উদ্ৰেক হোৱা মুকলি চিন্তাবোৰ বিশেষ প্ৰসংগত বিভিন্ন কাকতত লিখিছিল গুৱাহাটী বিশ্ববিদ্যালয়ৰ কৰ্মচাৰী থানেশ্বৰ কুমাৰে। সেইবোৰ থুপখুৱাই ২০০৫ চনৰ চেপ্তেম্বৰত কুমাৰ গ্ৰন্থকোষে প্ৰকাশ কৰিছিল এই গ্ৰন্থখন।

**ড° ভূপেন হাজৰিকাৰ গীত আৰু কিছু প্ৰাসংগিক কথা ঃ** ড° ভূপেন হাজৰিকাৰ গীত বহুতে গায়, শুনি ভাল পায়। কিন্তু কিমানে গীতসমূহৰ গভীৰতালৈ গৈছে? এই ক্ষেত্ৰত থানেশ্বৰ কুমাৰ আছিল ব্যতিক্ৰম। এসময়ত 'চিত্ৰসংবাদ' কাকতত ধাৰাবাহিকভাৱে তেওঁ ড° ভূপেন হাজৰিকাৰ গীতসমূহৰ মুকলি বিশ্লেষণ আগবঢ়াইছিল। অসমত এয়া বোধহয় আছিল প্ৰথম পদক্ষেপ। ২০০৬ চনৰ অক্টোবৰত কুমাৰ গ্ৰন্থকোষে প্ৰকাশ কৰা এই গ্ৰন্থখনত ড° ভূপেন হাজৰিকাৰ ৫১ টা ঐতিহ্যবহনকাৰী গীতৰ বিশ্লেষণ সন্নিবিষ্ট হৈ আছিল।

**গুণমুগ্ধৰ অনুভৱত ড° ভূপেন হাজৰিকা ঃ** থানেশ্বৰ কুমাৰৰদ্বাৰা সংকলিত এইখন এখন শেহতীয়া গ্ৰন্থ। বিষয় ভূপেন হাজৰিকা। ড° ভূপেন হাজৰিকাৰদৰে এজন বিশ্ব বৰেণ্য সংগীতজ্ঞৰ বিষয়ে কোনে, কেতিয়া, কি কৈছিল, ক'ত কৈছিল এই সকলোবোৰ খবৰ ৰখা তথা সংগ্ৰহ কৰাতো যথেষ্ট কঠিন কাম। কিন্তু ড° ভূপেন হাজৰিকাক অন্তৰেৰে ভাল পোৱা কুমাৰে এই কাম সম্ভৱ কৰি তুলিছিল। অলপতে সদৌ অসম ছাত্ৰ সন্থাই লতাশিল খেলপথাৰত ড° ভূপেন হাজৰিকাক সাংস্কৃতিক অভিবাদন জনাবলৈ যি অনুষ্ঠানৰ আয়োজন কৰিছিল তাতেই আনুষ্ঠানিকভাৱে থানেশ্বৰ কুমাৰে এই গ্ৰন্থখন ড° ভূপেন হাজৰিকাৰ হাতত তুলি দিছিল।

**সামাজিক ক্ষেত্ৰখনলৈ অৱিহণা ঃ** ল'ৰালি কালতে থানেশ্বৰ কুমাৰে 'পলাশবাৰী মইনা পাৰিজাত চ'ৰা' নাম দি এখন পাৰিজাত খুলি প্ৰতি দেওবাৰে অঞ্চলটোৰ সৰু ল'ৰা-ছোৱালীবোৰক ইয়াৰ জৰিয়তে নৃত্য-গীতৰ প্ৰশিক্ষণ দিছিল। এই পাৰিজাত চ'ৰাৰ শিশু শিল্পীয়ে অসমৰ বিভিন্ন ঠাইত বাঁহ নৃত্য প্ৰদৰ্শনেৰে প্ৰশংসা বুটলিবলৈ সক্ষম হৈছিল। পলাশবাৰী ভোগালী বিহু সন্মিলন, বিষ্ণু ৰাভা দিৱস, শিল্পী দিৱস আদি অনুষ্ঠান উদ্‌যাপনৰ উপৰি অসম সাহিত্য সভাৰ আজীৱন সভ্য থানেশ্বৰ কুমাৰে বিভিন্ন সময়ত দক্ষিণ কামৰূপ প্ৰেছ ক্লাৱৰ সভাপতি, গুৱাহাটী বিশ্ববিদ্যালয়ৰ কৰ্মী সন্থাৰ সভাপতি, অসম শিল্পী দিৱস সমিতিৰ সাংগঠনিক সম্পাদক, শ্ৰীমন্ত শংকৰদেৱ সংঘ, গুৱাহাটী জিলাৰ কাৰ্যনিৰ্বাহক সদস্য, পলাশবাবী চক্ৰ আঞ্চলিকৰ সভাপতি, ভূপেন্দ্ৰ সংগীত প্ৰচাৰ সমিতিৰ প্ৰতিষ্ঠাপক সাধাৰণ সম্পাদক, ভূপেন্দ্ৰ সংগীত সমিতি, অসমৰ সভাপতি আৰু পলাশবাৰী ৰাজহুৱা নামঘৰৰ সভাপতি হিচাপে দক্ষতাৰে কাৰ্যনিৰ্বাহ কৰি প্ৰতিটো অনুষ্ঠান প্ৰতিষ্ঠানতে কৰ্ম দক্ষতাৰ চানেকী থৈ গৈছে। বিশেষকৈ দক্ষিণ কামৰূপ প্ৰেছ ক্লাৱৰ সভাপতি হৈ 'গাঁৱলৈ যাওঁ বলক' কাৰ্যসূচীৰে এই অঞ্চলৰ বহুকেইখন সমস্যা জৰ্জৰিত গাঁৱৰ অনুষ্ঠান বাতৰি কাকতৰ জৰিয়তে চৰকাৰৰ দৃষ্টিগোচৰ কৰিবলৈ সক্ষম হৈছিল।

**ড° ভূপেন হাজৰিকা আৰু ভূপেন্দ্ৰ সংগীতৰ সৈতে সম্পৰ্ক ঃ**

অসমৰত্ন, সংগীত সূৰ্য ড° ভূপেন হাজৰিকাৰ একান্ত অনুৰাগী আৰু 'ভূপেন্দ্ৰ সংগীত'ৰ সাধক থানেশ্বৰ কুমাৰে



১৯৮২ চনতে ভূপেন হাজৰিকাৰ গীতৰ প্ৰচাৰ আৰু প্ৰসাৰৰ বাবে পলাশবাৰীত ভূপেন্দ্ৰ সংগীত প্ৰচাৰ সমিতি প্ৰতিষ্ঠা কৰে। ইয়াৰ উদ্যোগত ভূপেন্দ্ৰ সংগীত প্ৰতিযোগিতা পাতি সমগ্ৰ অসমতে ভূপেন্দ্ৰ সংগীতৰ জোৱাৰ তুলিছিল এই সুবাদতে ড° ভূপেন হাজৰিকাদেৱৰ লগতো আছিল তেখেতৰ এক মধুৰ ঘৰুৱা সম্পৰ্ক। দূৰদৰ্শনৰ ধাৰাবাহিক 'লোহিত কিনাৰে'ৰ ছুটিঙৰ সময়ত ভূপেন হাজৰিকাই মুম্বাইৰপৰা অহা দিনা পাঠক, ইৰফান খান আদিক পলাশবাৰীৰ থানেশ্বৰ কুমাৰৰ ঘৰলৈ নি অসমীয়া খাদ্য সম্ভাৰেৰে আপ্যায়ন কৰিছিল। আৰু নিজেও জুটি লৈছিল। এইদৰেই ভূপেন হাজৰিকাদেৱৰ লগত থানেশ্বৰ কুমাৰৰ আছিল এক এৰাব নোৱাৰা আত্মিক সম্পৰ্ক। কিন্তু ভূপেন হাজৰিকাদেৱৰ কেতিয়াবা ক'ৰবাত কথা আৰু কাৰ্যৰ অমিল দেখিলে সেইখিনি সোঁৱৰাই দিবলৈও তেওঁ সংকোচ কৰা নাছিল। 'বিশ্ববিদ্যালয়ৰপৰা বিশ্বাভিমুখে ড° ভূপেন হাজৰিকা' শীৰ্ষক গ্ৰন্থত থানেশ্বৰ কুমাৰে ভূপেন হাজৰিকাৰ বিষয়ে লিখিছিল— "সাম্প্ৰতিক কালৰ ৰাজনীতি ইমান ঠগ প্ৰবঞ্চনা, মিথ্যাবাদেৰে ভৰি পৰিছে যে ইয়াক নিলাজ নীতি বুলিহে ক'বৰ মন যায়। বৰ্তমান সংঘটিত ৰাজনৈতিক কাৰ্যকলাপৰ পৰা বুজা যায় যে মিত্ৰতা বা শত্ৰুতাৰ একো সংজ্ঞা নাই। এই ৰোগত ভূপেন হাজৰিকাকে ধৰি দেশৰ অনেক নামী-অনামী শিল্পী আক্ৰান্ত হ'ব ধৰিছে। ...গভীৰভাৱে গমি চাব লাগিব যাতে কোনেও তেওঁক ৰাজনীতিৰ সমল কৰি ল'ব নোৱাৰে।"

**ব্যক্তিগত জীৱন আৰু দৰ্শন ঃ** থানেশ্বৰ কুমাৰ আছিল শ্ৰীমন্ত শংকৰদেৱৰ আদৰ্শৰ দ্বাৰা পুষ্ট এজন ব্যক্তি, ভক্তিবাদৰ লগত আধুনিক বৈজ্ঞানিক দৃষ্টিভংগীৰ সমন্বয়েৰে সমাজখনক কিবা এটা নতুনত্ব দিয়াৰ প্ৰয়াসত অহৰহ নিমজ্জিত। এই অঞ্চলটোৰ কৃষ্টি-সংস্কৃতিক একোপ ওপৰলৈ তুলি ধৰাৰ মানসেৰে তেওঁ গভীৰ অধ্যয়নেৰে লিখি উলিয়াইছিল "দক্ষিণ কামৰূপত নৱ-বৈষ্ণৱ প্ৰবাহ এক আলোচনা" শীৰ্ষক এখন গৱেষণাত্মক গ্ৰন্থ। থানেশ্বৰ কুমাৰদেৱে নিজে বাতৰি কাকতৰ লগত জড়িত হৈও প্ৰচাৰবিমুখ আছিল। সহজলভ্য জনপ্ৰিয়তা বিচৰাৰ সলনি তেওঁ আছিল নিজৰ ব্যক্তিগত পুথিভঁৰালটোৰ কিতাপৰ পৃষ্ঠাত মগ্ন। সৰুৰ পৰাই তেওঁক আমি এজন চুবুৰীয়া অগ্ৰজ (সম্বন্ধত মামা) হিচাপে লগ পাই আহিছিলো যদিও তেওঁৰ সাগৰসম জ্ঞানভাণ্ডাৰক অনুধাৱন কৰিব পৰা নাছিলো। ক্ৰমশঃ আমিও সাহিত্য আৰু সংবাদক্ষেত্ৰখনৰ লগত জড়িত হৈ পৰাৰ সুবাদতে কুমাৰদেৱৰ সান্নিধ্যলৈ আহিছিলো আৰু এজন অনুজ হিচাপে পাইছিলো বিভিন্ন দিশত দিহা-পৰামৰ্শ। "Simple Living high thinking" এই আপ্তবাক্যশাৰী যেন তেখেতৰ ক্ষেত্ৰত প্ৰযোজ্য আছিল। এখন সামান্য পাণদোকানেৰে আৰম্ভ কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ চাকৰি জীৱনলৈ এক সুদীৰ্ঘ পৰিক্ৰমাৰ অন্তত তেওঁ নিজৰ কৰ্মৰাজিৰে কাৰোবাক সাহস, কাৰোবাক প্ৰেৰণা আৰু কাৰোবাক পথ দেখুৱাই থৈ গ'ল।

মৃত্যুৰ কেইমাহমান পূৰ্বে তেওঁক পাইছিলো এক অগতানুগতিক ব্যতিক্ৰমী অনুষ্ঠানত। সেইদিনা আছিল ২০০৮ চনৰ ৮ ছেপ্টেম্বৰ। তেওঁৰ পলাশবাৰীস্থিত ঘৰৰ চোতালত আয়তীৰ নাম, ভিন্নজন বিশিষ্ট ব্যক্তিৰ বক্তৃতা, গান, কবিতাপাঠৰ অনুষ্ঠান। কাৰণ সেইদিনা আছিল ভূপেন হাজৰিকাৰ জন্মদিন। তেওঁ নিজা উদ্যোগত পাতিছিল ভূপেন হাজৰিকাৰ জন্মদিন আৰু বন্তি জ্বলাই কৈছিল— এই দিনটো হয়তো এদিন অসমীয়া মানুহৰ দিন হ'ব। এইজনেই আছিল ভূপেন হাজৰিকাক অন্তঃকৰণেৰে ভালপোৱা থানেশ্বৰ কুমাৰ।

**বিশিষ্ট ব্যক্তিৰ দৃষ্টিত থানেশ্বৰ কুমাৰ ঃ**

১। থানেশ্বৰে যি কামকে নকৰক; মই দেখিছোঁ সদায় বৈজ্ঞানিক দৃষ্টিকোণেৰে কৰে। নিজৰ অঞ্চলৰ অৱহেলিত কৃষ্টি-সংস্কৃতিৰ উদ্ধাৰ আৰু চৰ্চাৰ বাবে থানেশ্বৰে কৰা প্ৰচেষ্টাবোৰ বৰ মূল্যৱান হ'বগৈ। তেওঁৰ আন্তৰিকতাক ৰাইজে পিছত বুজিবগৈ।

**—ভূপেন হাজৰিকা**

২। পঢ়া-শুনা কৰা মানুহে কিন্তু এতিয়া থানেশ্বৰ কুমাৰক বিশেষ এটা কথাৰ বাবেহে গুৰুত্ব দিছে আৰু সি হ'ল বিখ্যাত সংগীতজ্ঞ ড° ভূপেন হাজৰিকাৰ গীতসমূহৰ প্ৰচাৰ আৰু প্ৰসাৰৰ বাবে তেওঁ কৰি অহা কামখিনি।

**—অজিত কুমাৰ ভূঞা**

৩। থানেশ্বৰ কুমাৰে যোৱা ২৫ বছৰ ধৰি যিমানখিনি কথা লিখি আহিছে সিয়ে তেওঁক অসমীয়া ৰাইজৰ বাবে এগৰাকী আদৰৰ ব্যক্তি হিচাপে প্ৰতিষ্ঠিত কৰিছে।

**—ধীৰেন্দ্ৰনাথ চক্ৰৱৰ্তী**

৪। মোৰ একালৰ বন্ধু আৰু সাংস্কৃতিক জীৱনৰ নিকট আত্মীয় থানেশ্বৰ কুমাৰ।

**—যতীন্দ্ৰ কুমাৰ বৰগোহাঞি** ■





# ৰোহিণী কুমাৰ পাঠক ঃ
## এক প্ৰতিবাদী কবিসত্তা (১৯৫৩-২০০০)



অশ্বিনী কলিতা

'বাৰিষা পানীত পদুম ফুলে
মই ফুলোঁ
ঘৃণাত
বিতৃষ্ণাত
মই ফুলি উঠো অত্যাচাৰৰ
বুকুৰপৰা
... ... ...
অনাহাৰী মানুহৰ
মৃত্যুৰ খবৰ পঢ়ি।'

*(বাৰিষা পানীত পদুম ফুলে, ৰোহিণী কুমাৰ পাঠক)*

বিংশ শতিকাৰ সত্তৰ দশকত আত্মপ্ৰকাশ কৰা যিসকল কাব্য প্ৰতিভাই গভীৰ জীৱনবোধ আৰু গণ-চেতনাৰ তীব্ৰ সংবেদনশীলতাৰে জনতাৰ কল-কণ্ঠক কবিতাৰ ৰূপত দাঙি ধৰাৰ প্ৰয়াস কৰিছিল, তেখেতসকলৰ ভিতৰত 'দখিণ কোলীয়া' কবি ৰোহিণী কুমাৰ পাঠকো অন্যতম। এক বৈপ্লৱিক আদৰ্শ নিষ্ঠাত বিধৌত কবি ৰোহিণী কুমাৰ পাঠকদেৱৰ **'অৰ্থঘন শব্দৰ কুশলী প্ৰয়োগে'** সাৱলীলতা প্ৰদান কৰা কাব্য-ৰীতিয়ে অসমীয়া কাব্য সাহিত্যৰ জগতখনত সূচনা কৰিছিল এক অভিনৱ মাত্ৰাৰ।

এইগৰাকী কবি ৰোহিণী কুমাৰ পাঠকদেৱৰ জন্ম হয় ১৯৫৩ চনৰ ৬ ফেব্ৰুৱাৰী তাৰিখে, দক্ষিণ কামৰূপৰ সাতপখলী গাঁৱত। এসময়ৰ আওহতীয়া নৈপৰীয়া বান পীড়িত এই গাঁওখনতেই জন্মলাভ কৰে কেবাগৰাকীও **'দখিণ কোলীয়া'** সুযোগ্য সন্তানে। পাঠকদেৱৰ পিতৃ স্বৰ্গীয় দেবেন্দ্ৰ নাথ পাঠকো আছিল তেনে এক সুযোগ্য সন্তানেই। স্বাধীনোত্তৰ কালতেই শিক্ষালাভ কৰা এইজনা দেবেন্দ্ৰ নাথ পাঠকে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীক্ষকৰ পদত কাৰ্যনিৰ্বাহ কৰিছিল। কবি পাঠকদেৱৰ মাতৃ যোগমায়া আছিল সু-সংস্কৃতি মনৰ সমাজমুখী মহিলা।

ৰোহিণী কুমাৰ পাঠকদেৱৰ স্কুলীয়া শিক্ষা আৰম্ভ হয় সাতপখলী প্ৰাথমিক বিদ্যালয়ত। পিতৃ স্বৰ্গীয় দেবেন্দ্ৰ নাথ পাঠকৰ কৰ্মক্ষেত্ৰ গুৱাহাটীত হোৱা হেতু পৰিয়ালটিকো নিজৰ চৰকাৰী আৱাসগৃহত স্থানান্তৰিত কৰাত কবি পাঠকদেৱৰো সলনি হয় বিদ্যালয়। তেখেতে ভৰ্তি হয় গুৱাহাটীৰ শান্তিপুৰ প্ৰাথমিক বিদ্যালয়ত।

ছাত্ৰ হিচাপে পাঠকদেৱ আছিল অত্যন্ত মেধাৱী। তেখেতে **গণিত** আৰু **সংস্কৃত** বিভাগত লেটাৰসহ গুৱাহাটীৰ সোণাৰাম হাইস্কুলৰপৰা হাইস্কুল শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৭২ চনত আৰ্য বিদ্যাপীঠ কলেজৰপৰা **গণিত** বিষয়ত লেটাৰসহ প্ৰথম বিভাগত প্ৰাক বিশ্ববিদ্যালয় (বিজ্ঞান) পৰীক্ষাত উত্তীৰ্ণ হয়। ইয়াৰ পিচত তেখেত ভৰ্তি হয় ইঞ্জিনিয়াৰিং কলেজত। বি. ই. পাঠ্যক্ৰম দ্বিতীয় বাৰ্ষিকলৈ পঢ়ি হঠাৎ কলেজ ত্যাগ কৰে। শেষত ১৯৮০ চনত গুৱাহাটী বি. বৰুৱা কলেজৰপৰা বিজ্ঞানৰ স্নাতক ডিগ্ৰী লাভ কৰে।

কবি পাঠকদেৱৰ কৰ্মজীৱন আৰম্ভ হয় হাইস্কুলৰ শিক্ষকৰূপে। তেখেতে কিছুদিন ছয়গাঁৱৰ গৰৈমাৰীৰ বৰভিঠা হাইস্কুলত শিক্ষকতা কৰাৰ পিচতেই গুৱাহাটীৰ জালুকবাৰী ছোৱালী হাইস্কুলত শিক্ষক হিচাপে যোগদান কৰে। শেষত উত্তৰ-পূব সীমান্ত ৰে'লৰ ড্ৰয়িং শাখাত সহকাৰী অভিযন্তাৰূপে জীৱনৰ শেষ দিনলৈ সেৱা আগবঢ়ায়। ১৯৮৪ চনত খোৰাঙৰ **ভদ্ৰা গগৈৰ** স'তে বিবাহপাশত আবদ্ধ হয়।

ৰোহিণী কুমাৰ পাঠকদেৱ কবি হিচাপে আত্মপ্ৰকাশ কৰে কলেজীয়া দিনতেই। ১৯৭৪ চনত **'সেউজী সেউজী'** নামৰ কাব্য আলোচনীখনৰ পাততেই তেখেতৰ

প্ৰথম কবিতা প্ৰকাশিত হয়। তিনিখনকৈ ৰসোত্তীৰ্ণ কবিতা পুথিৰ স্ৰষ্টা পাঠকদেৱৰ 'জটায়ুৰ পাণ্ডুলিপি' নামৰ প্ৰথম কবিতা পুথিখন প্ৰকাশিত হয় ১৯৭৭ চনত। আঠ বছৰ পিচত ১৯৮৫ চনত প্ৰকাশিত হয় তেখেতৰ দ্বিতীয়খন কবিতাপুথি 'মাছ'। মৰণোত্তৰ সময়ত তেখেতৰ শেষৰখন কবিতাপুথি 'ৰোহিণী ঘৰত নাই' প্ৰকাশিত হয় ২০০১ চনত। তদুপৰি পাঠকদেৱে সম্পাদনা কৰিছিল 'নৈ', 'কথাছবি', 'প্ৰজন্ম', 'মহাবাহু' আদি আলোচনীৰ। উত্তৰ-পূব ৰে'লকৰ্মী পৰিষদৰ মুখপত্ৰ— 'পূৰ্বাঞ্চল প্ৰহৰী'ৰো সম্পাদনাৰ দায়িত্ব তেখেতে সুকলমে পালন কৰিছিল। ৰে'ল বিভাগৰ গুৰুত্বপূৰ্ণ পদত কাৰ্যনিৰ্বাহ কৰিও এনেবোৰ কাম-কাজত নিজকে জড়িত ৰখাটোৱে উমান দিয়ে পাঠকদেৱৰ সমাৰ্জবোধ আৰু গুণমুখী জীৱনা চৰ্যাৰ। ব্যক্তিৰ চিত্ত গণজীৱনৰ চেতনাৰ উত্তৰণত আত্মোৎসৰ্গিত হ'লেহে এনে কৰ্মমুখৰ, সদাব্যস্ত বিদ্যোৎসাহী ব্যক্তিত্বৰ অৱস্থিতি সম্ভৱ।

কবি ৰোহিণী কুমাৰ পাঠকদেৱৰ বৰ্ণিল প্ৰতিভাৰ অন্য এক লক্ষণীয় দিশ আছিল নাট্যচৰ্চাৰ প্ৰতি তেখেতৰ ধাউতি। এক সুস্থ আৰু প্ৰগতিশীল নাট্যচৰ্চাৰ লক্ষ্যৰেই সমভাৱাপন্ন সতীৰ্থসকলৰ সহযোগত তেখেতে গঠন কৰিছিল 'যাযাবৰ— শ্ৰেষ্ঠত্বৰ সৃষ্টিৰ বাবে এদল বনুৱা' নামৰ এটি গোষ্ঠীৰ। তেখেতৰ সুদক্ষ পৰিচালনাতেই নলবাৰী পাটাছাৰকুছি, টিহু, আজাৰা, ৰবীন্দ্ৰ ভৱন, মালিগাঁও আদি ঠাইত মঞ্চস্থ হৈছিল ড° শ্যামপ্ৰসাদ শৰ্মাৰ বিখ্যাত নাট 'লাচৰ সন্ধানত লাচৰ মিছিল' 'জোঁৱাইৰ বিলৈ' হিতেশ ডেকাৰ নাটক 'ডিউটি' আদি।

এমুখ দাড়িৰে ভৰা আৱেগবিহ্বল মুখাবয়বত ডাঠ ফ্ৰেমৰ চশ্মা পৰিহিত পাঠকদেৱে গণজীৱনৰ আশা-আকাংক্ষা, বঞ্চনা, হুমুনিয়াহ আদিক 'চেলুলয়ড' মাধ্যমত দাঙি ধৰাৰ হেঁপাহতেই 'গাণ্ডীৱ সংস্কৃতিকম' আৰু 'যাযাবৰ'ৰ বেনাৰত নিৰ্মাণ কৰিছিল 'আহঁতগুৰিৰ ম'হ যুঁজ', 'স্বাধীনতা', 'টিৰাট্ৰাইবছ অব আচাম', 'ৰূপান্তৰ', 'আক্ৰান্ত সময়', 'মৰুভূমিৰ জয়যাত্ৰা' (অসমাপ্ত) আদি ৰঙীণ তথ্যচিত্ৰৰ। এই তথ্যচিত্ৰসমূহ (আক্ৰান্ত সময় আৰু মৰুভূমিৰ জয়যাত্ৰাৰ বাহিৰে) গুৱাহাটী আৰু দিল্লী দুৰদৰ্শনযোগে সম্প্ৰচাৰিত হয়।

যাঠি-সত্তৰ দশকত সমগ্ৰ ভাৰতবৰ্ষজুৰি মাৰ্ক্সীয় বিশ্ববীক্ষাৰে সংপৃক্ত সাম্যবাদী চেতনা-স্ৰোতৰ যি ন-ধল উঠিছিল, সেই ন-ধলৰ ঢৌৱে কবি ৰোহিণী কুমাৰ পাঠকদেৱৰ চৈতন্যতো হেন্দোলন তুলিছিল। আৰম্ভ হৈছিল মাৰ্ক্সীয় চেতনাৰ পোহৰত আলোকিত এচাম তৰুণ কবিৰ জীৱনমুখী কাব্যচৰ্চাৰ সুকীয়া ধাৰাটোক শক্তিশালী কৰাৰ প্ৰয়াস। স্বাধীনতাৰ আগতেই হেমাংগ বিশ্বাস, ভৱানন্দ দত্ত, বীৰেন্দ্ৰ নাথ ভট্টাচাৰ্য, ধীৰেন্দ্ৰ নাথ দত্ত, অমূল্য বৰুৱা, চৈয়দ আব্দুল মালিক আদিয়ে আৰম্ভ কৰা সেই ধাৰাটোক সত্তৰৰ দশকত শক্তিশালী কৰিছিল ৰাম গগৈ, অৱনী চক্ৰৱৰ্তী, মোহন কৃষ্ণ মিশ্ৰ, ভূপেন চক্ৰৱৰ্তী, পুণ্ডৰীকাক্ষ ভৰালী, ৰবীন্দ্ৰ চৰকাৰ, ফণী মহন্ত, শংকৰ শইকীয়া, ৰবীন শৰ্মা আদি তৰুণ কবিসকলে। ৰোহিণী কুমাৰ পাঠকদেৱৰ কাব্য-কৃতিও আছিল এই ধাৰাটোক শক্তিশালী কৰাৰ এক অনবদ্য সংজোযন। কবি পাঠকদেৱে কবিতাক বুজাৰ স্বাৰ্থতেই পৃষ্ঠভূমিৰ এই পৰিচয়ৰ ব্যক্ত কৰা হ'ল। তেখেতসকলৰ বিশ্বাস আছিল কবিতা হোৱা উচিত— 'গণজীৱনৰ শোষণমুক্ত সমাজ চেতনাৰ উত্তৰণৰ সংগ্ৰামৰ এক হাতিয়াৰ'। কবি পাঠকদেৱে 'মাছ' নামৰ স্বৰচিত কাব্যগ্ৰন্থত আত্মমূল্যায়ন কৰিছে এইদৰে— '*মই এক গণমাধ্যম। মই সংগীত হ'ব খোজোঁ। দেওলগা সময়ৰ উৎকট বিচ্ছিন্নতাবোধত ধৰাশায়ী হৈ মাটিত পৰি ৰোৱা মই এজাক ধাৰাসাৰ বৰষুণ। ... ... ... জীৱন আৰু জগতৰপৰা পৃথক কৰি কবিতাক অনুভৱ কৰিব নোৱাৰি। কবিতা তেজ-মঙহৰ সন্তান ... ... ... । সাধাৰণ মানুহৰ যি চিন্তাৰ স্তৰ, তাৰ উত্তৰণৰ কামনাত যি আত্মোৎসৰ্গ, মই ভাবোঁ সেয়াই কবিৰ প্ৰকৃত সৃষ্টি।*'

এনে এক সংবেদনশীল সমাজ চেতনাৰে ভাস্বৰ কবি পাঠকদেৱৰ কবিতাত আলোকপাত কৰাটো এই লেখকৰ বাবে এক ধৃষ্টতা— এই কথা মনত ৰাখিও বিনম্ৰতাৰে ক'ব খোজোঁ যে, কবি পাঠকদেৱৰ প্ৰায়বোৰ কবিতাতেই মূৰ্ত হয় সমাজ জীৱনৰ অন্যায়-অবিচাৰ, বৈষম্য-হাহাকাৰ আদিৰ চিত্ৰণ। তেখেতৰ কবিতাই ত্ৰুটিপূৰ্ণ এনে সমাজৰ নিষ্কৃতৰো ইংগিত বহন কৰে। 'জটায়ুৰ পাণ্ডুলিপি'ত সন্নিৱিষ্ট প্ৰতিটো কবিতাই বহন কৰে এনে ভাবাদৰ্শৰ সাক্ষ্য। আকুণ্ঠচিত্তে কবিয়ে যেতিয়া—

'সূৰ্য ৰক্তপাততঃ অহাকালি পুৱা



তুমিও শুনিবা
বেৰেলত বাৰুদ ভৰাই
তোমাৰ বাবে আই
আমিয়েই বসন্ত আনিম।'

— বুলি কয়। বাদ-বৈচিত্ৰ্যৰ মাপকাঠিত ই হৈ পৰে সমাজতান্ত্ৰিক বাস্তৱবাদী ধাৰাৰ উজ্জ্বল চানেকী। প্ৰতিবাদী কবিসত্তা ৰোহিণী কুমাৰ পাঠকদেৱে অহৰহ বহন কৰিছিল অশুভ 'ৰাৱণী শক্তি'ৰ বিৰুদ্ধে বিপোদগাৰ। মহাকাব্যিক চৰিত্ৰ 'জয়াটু'ৰ আদৰ্শনিষ্ঠা আৰু সংগ্ৰামে কবি অনুপ্ৰাণিত আৰু আকৰ্ষিত কৰে। 'জটায়ু'এ তাৰ নখ, ঠোঁট, ডেউকাৰ সমস্ত শক্তিৰে যুঁজিও প্ৰতিহত কৰিব খোজে স্বৈৰাচাৰী ৰাৱণী শক্তিক। সেইবাবে কবিৰ সুতীব্ৰ হেঁপাহ 'জটায়ু' হোৱাৰ, 'জটায়ু সংকল্প' লোৱাৰ। কবিৰ ভাষাত—

'ৰাৱণৰ ৰথত ঘূৰে
যুগে যুগে আমাৰ জীৱন, ডেউকা ভাগে
তথাপিতো আই তোৰ সোণালী মাটিত
আমাৰেই জন্মৰ নতুন বীজে
অহৰহ গজালি মেলে!
অহৰহ গজালি মেলে!!'

বিশিষ্ট নিবন্ধকাৰ যতীন্দ্ৰ কুমাৰ বৰগোহাঞিও ডাঙৰীয়াই পাঠকদেৱৰ কাব্য-কৃতি সম্পৰ্কত লিখিছে—

'কবিৰ জটায়ু সংকল্পই হ'ল বিপ্লৱ বিৰোধী শক্তিক জটায়ুৰ দৰে প্ৰতিৰোধ কৰাৰ সংকল্প। ৰোহিণীৰ কবিতাত সৰ্বত্ৰ বিৰাজমান এই জটায়ু সংকল্প।

কবিৰ মনত বাস্তৱ জগতৰ কাব্য ৰূপান্তৰৰ বাবে নিজকে সঁপি দিয়াৰ যি সংকল্পই জটায়ুৰ জন্ম দিয়ে, একে সংকল্পই কেতিয়াবা নিজৰ মাজৰপৰা ভিন্ন ৰূপত জন্ম হৈ ৰোহিণী বিপ্লৱী হোৱাৰ সংকল্প গঢ় দিয়ে; কেতিয়াবা ক্ৰুচবিদ্ধ যীশু হোৱাৰ ... ... ... 'ইতিহাস মোকো ক্ৰুচত দিয়া' নামৰ কবিতাত ৰোহিণীয়ে চিঞৰি উঠিল—

'মাটিৰ মোহত মুগ্ধ সত্তা মোৰ যাৱজ্জীৱন কাব্যত বন্দী
প্ৰাচীৰ ভাঙি ওলাই অহাৰ উদগ্ৰ বাসনাৰে
তোমাৰ অনিৰুদ্ধ সহজ প্ৰেমত
হে পৃথিৱী
যীশুৰ গঁজালত কোৰ্বান কৰিছোঁ জন্ম
ইতিহাস মোকো ক্ৰুচত দিয়া! মোকো ক্ৰুচত দিয়া!!'

বৰগোহাঞি ডাঙৰীয়াই পাঠকদেৱৰ কবিতাৰ সমালোচনাৰ শেষত আৰু মন্তব্য কৰিছে যে— 'আধুনিক অসমীয়া কবিতাৰ সৰ্বোৎকৃষ্ট কবিতাসমূহৰ ভিতৰত ৰোহিণীৰ কেইবাটাও কবিতাই স্থান পাব পাৰে।' পাঠকদেৱৰ 'খণ্ডৰ বেহেলাত বান্ধি ৰাখা সুৰ', 'দল সলনি পৰ্বৰ কবিতা', 'মাও-চে-তুঙ', 'ভেঁটি মাটি এবাৰ কঁপক', 'ৰাষ্ট্ৰ সন্ত্ৰাসৰ প্ৰতিবাদত', 'উত্তৰকালৰ ইতিহাস', 'চাৰু মজুমদাৰ', 'জুই দিম বিদ্ৰোহৰ ভাষা দিম', 'মই যেন হ'ব পাৰোঁ শিক্ষক', 'শ্যামকানু ৰণলৈ যাব', 'দেওলগা জালুকবাৰী', 'ৰাইজে কিজানি নাজানে', 'আমাৰ বাট-পথ সদায়েই দুৰ্গম', 'শগুণে ছাউনি পাতিছে মানুহৰ মনত', 'ৰোহিণী ঘৰত নাই' আদিবোৰ কবিতাৰ ৰসাস্বাদন কৰিলেই বৰগোহাঞি ডাঙৰীয়াৰ মন্তব্য সহজেই অনুভৱ হয়।

আন এগৰাকী কবি, সমালোচক শংকৰ শইকীয়াই ৰোহিণী কুমাৰ পাঠকদেৱৰ কবিতা সম্পৰ্কত কৈছে যে— 'ৰোহিণী কুমাৰ পাঠকদেৱৰ কথনভংগী ইমান স্পষ্ট যে, দেশ আৰু দেশৰ জনসাধাৰণৰ প্ৰতি গভীৰ ভালপোৱা নাথাকিলে এনেদৰে লিখিব নোৱাৰে ... ... ...। পাঠকৰ ৰাজনৈতিক বক্তব্যবোৰ তেওঁলোকৰ (পেছাদাৰ সমালোচকসকলৰ) নান্দনিক প্ৰেক্ষাপটত অসাৰ, অদৰকাৰী, বিৰক্তিকৰ, অকাব্যিক যেন লাগিব পাৰে; কিন্তু মানুহৰ দৈনন্দিন জীৱনৰ ৰোমাণ্টিকতা যি সময়ত প্ৰাত্যহিক আৱৰ্তত শুকাই কৰ্কৰীয়া কৰিছে— তেনে সময়ত নিস্তৰংগ প্ৰেম এক কল্পনা-বিলাসহে মাথোন। ছলনাক প্ৰশ্ৰয় নিদিয়া কবি পাঠক— সেয়েহে দ্বিধাহীন।'

'শুনা নাই কেতিয়াও কলংপাৰৰ কবি!
উদুলি-মুদুলি অন্ধকাৰ এই মহানগৰৰ ৰাতি
ইয়াত একোকে নুশুনি
চৌদিশে ছিন্ন-ভিন্ন, ট্ৰেফিক জাম, নিয়তিৰ কালসুঁৱৰি
লোণ নাই, চেনি নাই, সপোনৰ বৰ দৰ
চ'ৰা দামে শুহি লয় ৰাতিৰ টোপনী
কেতেকীৰ মাত ক'ত শুনি!
কেতেকীৰ মাত ক'ত শুনি!!'

(মহানগৰৰ কাব্য, ৰোহিণী কুমাৰ পাঠক



— ৰোহিণীদেৱৰ কবিতাৰ এনে প্ৰাঞ্জল ভাষা আৰু ভাবৰ স্বচ্ছতাই সৃষ্টি কৰা কাব্যিক ব্যঞ্জনাই আমাৰ দৰে সাধাৰণ পাঠকক মুগ্ধ কৰে।

ৰোহিণী কুমাৰ পাঠকদেৱৰ কিছু কবিতাত কিন্তু ব্যক্তিগত ভাৱোচ্ছাৱে নিৰ্জনতাবাদী ধাৰাৰ ৰেঙণিও প্ৰতিফলিত হয়। **'মৰণো নাহে তুমিও নাহা'**, **'বাতিবোৰে মোক ইমান মৰম কৰে'**, **'ৰোহিণী নমৰিলোঁ'**, **'তুমি'**, **'দুখৰ ৰাতি'** আদি কবিতাত উদ্ভাসিত হোৱা আংগিকৰ অভিনৱত্ব আৰু ভিন্ন কথকতাই নতুন সুবাসৰ সৃষ্টি কৰিছে।

**'ৰোহিণী ঘৰত নাই'** পাঠকদেৱৰ জীৱনৰ অন্তিম কবিতা। ব্যক্তিৰ দ্বৈত সত্তাৰ আত্মানুসন্ধানেৰে সুখ-দুখ, আৱেগ-অস্থিৰতাক সামূহিক ৰূপলৈ উন্নীত কৰাৰ প্ৰয়াসত ৰচিত পাঠকদেৱৰ এই কবিতাটোক বহুতো আলোচকে তেখেতৰ শ্ৰেষ্ঠ কবিতা বুলি ক'ব খোজে।

গীতিকাৰ হিচাপেও পাঠকদেৱৰ আছিল অন্য এক সুকীয়া পৰিচিতি। **'উপনিৱেশ অসমৰ গান'** নামৰ গীতৰ পুথিখনে তেখেতৰ ভিতৰত লুকাই থকা **'গীতিকাৰ'**জনক আমাৰ লগত পৰিচয় কৰাই দিয়াত সহায় কৰে।

কবি, গীতিকাৰ, অভিনেতা পাঠকদেৱে **'ৰূপতীৰ্থ'**, **'যাযাবৰ'**, **'গাণ্ডীৱ সংস্কৃতিকম'**, **'অন্বেষণ'**, **'তৰুণ সাহিত্য সমাজ'**, **'জালুকবাৰী শাখা সাহিত্য সভা'** আদি অনুষ্ঠানৰ প্ৰতিষ্ঠাপক সভাপতি আৰু সম্পাদকৰ দায়িত্ব লৈ তেখেতৰ গতিশীল যাত্ৰাক আৰু বেছি গণমুখী কৰাৰ প্ৰয়াস কৰিছিল। জীৱনৰ শেষ দিনলৈকে **'চিৰন্তন সাহিত্যৰ দিন'** নামৰ অনুষ্ঠানটোৰ প্ৰতিষ্ঠাপক সভাপতিৰ দায়িত্বত অধিষ্ঠিত আছিল।

**'সন্মিলিত যুৱমৰ্চা'** নামৰ এটি সংগঠনৰ কেন্দ্ৰীয় সমিতিৰ সাধাৰণ সম্পাদকৰ দায়িত্বও তেখেতে গ্ৰহণ কৰিছিল।

পাঠকদেৱৰ দুটি কবিতা ইংৰাজী ভাষালৈ আৰু এটি কবিতা বঙালী ভাষালৈ অনূদিত হৈছে।

এইগৰাকী প্ৰতিবাদী কবিসত্তা অকালতেই আমাৰ মাজৰপৰা হেৰাই যায়। ২০০০ ইং চনৰ ৫ নৱেম্বৰ তাৰিখত পাঠকদেৱৰ মৃত্যু হয়। 'সেউজী সেউজী'ৰ মুখ্য সম্পাদক তৰুণ বৰ্মনৰ ভাষাত— 'দক্ষিণ কামৰূপৰ সাম্প্ৰতিক কালৰ এজন শ্ৰেষ্ঠ কবিৰ মৃত্যু হ'ল'।

মৃত্যুৰ আগে আগে পাঠকদেৱে লিখিছিল—
'যোৱা দহদিন ধৰি ৰোহিণী ঘৰত নাই
ৰোহিণী মোৰ বুকুৰ মাজতো নাই
... ... ... ... ...
ৰোহিণী প্ৰেমিক আছিল। সেইকাৰণে বিদ্ৰোহ তাৰ অন্তৰংগ বন্ধু
সি খং কৰি গুছি গ'ল নেকি?
... ... ... ... ... ...'

আমাৰ অনুভৱ প্ৰগতিশীল কাব্যধাৰাৰ ইতিহাসৰ সোণালী পাতত **'ৰোহিণী'** জীয়াই থাকিব **'জটায়ু'** হৈ। ■







# প্ৰবীণ যাদুকৰ, সংস্কৃতিপ্ৰেমী ভৰৰীলাল জৈন

## (১৯১৬-২০০৮)

**বলেন কলিতা**

একাগ্ৰতা, ধৈৰ্য, পৰিশ্ৰম, উদ্যম, দৃঢ়তা তথা সাহস থাকিলে যে মানৱ জীৱনত উৎকৰ্ষ লাভ কৰিব পাৰি তাৰ এটা নিদৰ্শন বিজয়নগৰ নিবাসী স্বৰ্গীয় ভৰৰীলাল জৈন (বাগ্ৰা)। তেওঁ অঞ্চলবাসী ৰাইজৰ মাজত ভুৰুবাবু নামেৰে পৰিচিত। ১৯১৬ চনত পলাশবাৰী চহৰত তেওঁ জন্মগ্ৰহণ কৰিছিল। তেতিয়াৰ প্ৰখ্যাত জমিদাৰ জহৰীমাল বাগ্ৰা (পিতৃ) আৰু কেসৰী বাইৰ (মাতৃ) পুত্ৰ ভৰৰীলাল জৈন এজন বিখ্যাত যাদুকৰ আৰু সংস্কৃতিপ্ৰেমী লোক আছিল। ১৯৫৪ চনত পলাশবাৰী চহৰ ব্ৰহ্মপুত্ৰৰ প্ৰবল গৰাখহনীয়াৰ কবলত পৰে আৰু ১৯৫৯ চনত চহৰখনৰ প্ৰায় তিনি চতুৰ্থাংশ ব্ৰহ্মপুত্ৰই গ্ৰাস কৰে। এই বিধ্বংসী ব্ৰহ্মপুত্ৰৰ খহনীয়াত সৰ্বস্বান্ত হৈ পঞ্চাশ দশকৰ শেষৰফালে খহনীয়াত পীড়িত আন আন মাৰোৱাৰী সম্প্ৰদায়ৰ লোকসকলৰ লগতে ভৰৰীলাল জৈনৰ পৰিয়ালো পলাশবাৰীৰপৰা বিজয়নগৰলৈ স্থানান্তৰ হয় আৰু নিজাববীয়াকৈ মাটি ক্ৰয় কৰি সেই ঠাইতে বসবাস কৰিবলৈ লয়।



জৈনে পলাশবাৰীত পঢ়ি থকা সময়তে এজন চীন দেশৰ ফকিৰে যাদু প্ৰদৰ্শন কৰা দেখি তেওঁ মুগ্ধ হয়। যাদু বিদ্যাৰ প্ৰতি আকৃষ্ট তেৰোঁ এজন যাদুকৰ হ'বলৈ মন মেলিলে। সেই উদ্দেশ্যে তেওঁ উক্ত ফকিৰজনৰ সান্নিধ্যলৈ আহে আৰু যাদুবিদ্যাৰ নানা কলা-কৌশল আয়ত্ব কৰিবলৈ সক্ষম হয়। যাদুবিদ্যাৰ কলা-কৌশলসমূহ আয়ত্ব কৰাৰ পিচত তেওঁ অসমৰ নানা ঠাইৰ লগতে পশ্চিমবংগ, বিহাৰ, পূব পাকিস্তান (বৰ্তমান বাংলাদেশ) আদি ভাৰতৰ বিভিন্ন ঠাইত যাদু প্ৰদৰ্শন কৰি দৰ্শকৰপৰা ভূয়সী প্ৰশংসা লাভ কৰাৰ লগতে অসম তথা আমাৰ অঞ্চললৈ গৌৰৱ কঢ়িয়াই আনিবলৈ সমৰ্থ হয়। ভৰৰীলাল জৈনে মহাবীৰ টুৰিং মেজিক পাৰ্টী নামৰ এখন ভ্ৰাম্যমাণ যাদু প্ৰদৰ্শন খুলি অসমৰ বিভিন্ন ঠাইৰ অনুষ্ঠান-প্ৰতিষ্ঠানৰ সাহায্যৰ নিমিত্তে যাদু প্ৰদৰ্শন কৰিছিল।

তাহানি গুৱাহাটীক বাদ দি দক্ষিণ কামৰূপত চিনেমা হল নথকাত এই অঞ্চলৰ চিনেমাপ্ৰেমী ৰাইজে গুৱাহাটীলৈ গৈ চিনেমা চাবলগা হৈছিল। সেই সময়ত যাতায়ত ব্যৱস্থাও আজিৰ দৰে উন্নত নাছিল। ফলত ইচ্ছা থাকিলেও গুৱাহাটীলৈ গৈ চিনেমা চোৱা সকলোৰে পক্ষে সম্ভৱ নাছিল। ষাঠিৰ দশকৰ মাজভাগত ভৰৰীলাল জৈনে দক্ষিণ কামৰূপৰ বিজয়নগৰত 'কিৰণ টকিজ' নামেৰে পোন প্ৰথমে (অস্থায়ী) চিনেমাহল এটা নিৰ্মাণ কৰি চিনেমাপ্ৰেমী ৰাইজৰ সেই অভাৱ দূৰ কৰাৰ লগতে ভ্ৰাম্যমাণ চিনেমাযোগে তেওঁ অসমৰ বিভিন্ন ভিতৰুৱা ঠাইত চিনেমা প্ৰদৰ্শনৰ ব্যৱস্থা কৰিছিল। কিছু বছৰপূৰ্বে সেই একে নামেৰে (কিৰণ টকিজ) বিজয়নগৰত এটা স্থায়ী আৰু আটকধুনীয়া চিনেমা হল নিৰ্মাণ কৰা হৈছিল যদিও বৰ্তমানে চিনেমাহলটো বন্ধ হৈ



আছে। পৰিয়ালৰ সূত্ৰে জানিবপৰা মতে বৃটিছৰ শাসন কালতে তেওঁ চিনেমাহলৰ লাইচেঞ্চ লাভ কৰি প্ৰথমে মংগলদৈ চহৰত চিনেমা প্ৰদৰ্শনৰ ব্যৱস্থা কৰিছিল।

সৎ স্বভাৱৰ, সকলোৰে লগত মিলিবপৰা ভৰৱীলাল জৈন ভালেমান সামাজিক আৰু ধাৰ্মিক অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত জড়িত আছিল। জীৱনকালতে তেওঁ ভাওৰী দেৱী চেৰিটেবল ট্ৰাষ্ট গঠন কৰি বিভিন্ন অনুষ্ঠানলৈ সহায়ৰ হাত আগবঢ়োৱাৰ লগতে প্ৰাচীন মন্দিৰসমূহৰ মেৰামতিৰ বাবে এক লাখ টকা দি সংৰক্ষিণী মহাসভাৰ সংৰক্ষকৰ আসন লাভ কৰিবলৈ সক্ষম হৈছিল। ভৰৱীলাল জৈনৰ পৰিয়ালৰ তৰফৰপৰা পলাশবাৰী সমষ্টিৰ অন্তৰ্গত লোহাৰঘাট হাইস্কুল স্থাপনৰ বাবে মাটি দান দি পিচ পৰি থকা অঞ্চলটোৰ শিক্ষা-দীক্ষাৰ প্ৰচাৰ-প্ৰসাৰত বৰঙণি যোগাইছে।

ভৰৱীলাল জৈনৰ দ্বিতীয় পুত্ৰ স্বৰ্গীয় পদম কুমাৰ জৈন এগৰাকী সাংবাদিক আৰু লেখক আছিল। অসম সাহিত্য সভাৰ আজীৱন সভ্য পদম কুমাৰ জৈন সম্পাদনাত সত্তৰ দশকত বিজয়নগৰৰপৰা 'কল্পনা' নামৰ এখন আলোচনী প্ৰকাশ হৈছিল। ভৰৱীলাল জৈনৰ ২০০৮ চনৰ ১৮ আগষ্টত ৯৫ বছৰ বয়সত পৰলোকপ্ৰাপ্তি ঘটে। তেওঁৰ কৰ্মৰাজি সদায় সজীৱ হৈ থাকক তাকেই কামনা কৰিছোঁ। ❑





# মুখামুখি

### এই শিতানটি সজাইছে—

- মনুদেৱ শৰ্মা, প্ৰাক্তন সভাপতি (১৯৫৯-১৯৬৪)
- নৰেন্দ্ৰ চন্দ্ৰ কলিতা, প্ৰাক্তন সম্পাদক (১৯৬৬-১৯৬৯)
- মহেশ ভূঞা, প্ৰাক্তন উপসভাপতি, প্ৰাক্তন পত্ৰিকা সম্পাদক, অষ্টম সংখ্যা (১৯৮৬-১৯৮৭)
- নিৰ্মল শৰ্মা, প্ৰাক্তন সম্পাদক (১৯৯৫-১৯৯৬)
- ডিম্বেশ্বৰ মালী, প্ৰাক্তন সম্পাদক (২০০৫-২০০৭)
- যোগেন্দ্ৰ কুমাৰ, প্ৰাক্তন পত্ৰিকা সম্পাদক, ষষ্ঠ সংখ্যা (১৯৮৪-১৯৮৫), সপ্তম সংখ্যা (১৯৮৫-১৯৮৬) নৱম সংখ্যা (১৯৮৭-১৯৮৮), ষষ্ঠদশ সংখ্যা (১৯৯৫-১৯৯৬)
- অনুপ কুমাৰ মেধি, প্ৰাক্তন পত্ৰিকা সম্পাদক, ঊনবিংশ সংখ্যা (১৯৯৮-১৯৯৯)



*পলাশবাৰী সাহিত্য সভাৰ সোণালী জয়ন্তী উৎসৱৰ গৌৰৱোজ্জ্বল ক্ষণত আমাৰ সভাৰ প্ৰাক্তন সভাপতি, প্ৰাক্তন সম্পাদক আৰু প্ৰাক্তন পত্ৰিকা সম্পাদক কেইগৰাকীমানক কেইটামান প্ৰশ্ন যুগুতাই উত্তৰ দিয়াৰ বাবে আমাৰ ফালৰপৰা আবেদন জনোৱা হৈছিল। আমাৰ আবেদনৰ প্ৰতি সঁহাৰি জনাই পৰিকল্পনাক সাৰ্থক কৰি যিসকল সদাশয়ে উত্তৰ দিলে, আমাৰ ফালৰপৰা কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ আৰু উত্তৰসমূহ যথাযথভাৱে ইয়াত দাঙি ধৰিলোঁ। —সম্পাদক*

প্ৰশ্নসমূহ—

প্ৰাক্তন সভাপতি ঃ

(ক) পলাশবাৰী সাহিত্য সভা আৰু বেছি গতিশীল কৰাৰ স্বাৰ্থত কেনেকুৱা পদক্ষেপ লোৱা যুগুত বুলি আপুনি ভাবে?

(খ) সাহিত্য সভা এক জাতীয় অনুষ্ঠান। জাতীয় ঐতিহ্য-চেতনা সমৃদ্ধ কৰাত পলাশবাৰী সাহিত্য সভাৰ ভূমিকা কেনেকুৱা হোৱা উচিত?

(গ) প্ৰকাশনৰ লগত সাহিত্যানুষ্ঠানৰ এৰাব নোৱাৰা সম্পৰ্ক। আমাৰ সাহিত্য সভা এই ক্ষেত্ৰত যথোচিত উধাব পৰা নাই। ই আৰ্থিক কাৰণ নে সামূহিক উদ্যোগৰ অভাৱ?

(ঘ) সাহিত্য সভাৰ কাৰ্যসূচীত পৰ্যাপ্ত মানুহৰ অভাৱ অনুভৱ কৰা হয়। ইয়াৰ কাৰণ কি বুলি ভাবে?

(ঙ) সভাৰ গুৰুত্বপূৰ্ণ সময়ত আপুনি সভাপতিৰ আসন অলংকৃত কৰিছিল। সোণালী জয়ন্তীৰ এই ঐতিহাসিক ক্ষণত আপোনাৰ অনুভৱ? আপোনাৰ কাৰ্যকালৰ স্মৰণীয় কি?

প্ৰাক্তন সম্পাদক ঃ

(ক) পলাশবাৰী সাহিত্য সভাৰ সাংগঠনিক ভেটি সুদৃঢ় কৰিবলৈ কি কাৰ্য ব্যৱস্থা লোৱা উচিত?

(খ) সভাৰ আজীৱন সভ্য, সাধাৰণ সভ্য ভলেসংখ্যক আছে যদিও গৰিষ্ঠ অংশই সভাৰ কাৰ্যসূচীত অংশগ্ৰহণ কৰা দেখা নাযায়। ইয়াৰ কাৰণ কি বুলি ভাবে?

(গ) অসমীয়া ভাষা-সাহিত্যৰ দুৰ্যোগ হোৱা বুলি আপুনি ভাবেনে? ভাবে বা নাভাবে কিয়?

(ঘ) গুৱাহাটীৰ গুৰুকুল গ্ৰামাৰ বিদ্যালয়ৰ এগৰাকী অসমীয়া ছাত্ৰীয়ে সমনীয়াৰ সৈতে অসমীয়াত কথা পতাৰ অপৰাধত শাস্তি মূৰপাতি ল'বলগীয়া পৰিস্থিতিত আত্মহত্যাৰ পন্থা অৱলম্বন কৰিবলগীয়া হ'ল। এগৰাকী অসমীয়া ব্যক্তি হিচাপে আপুনি ঘটনাটো কিভাৱে লৈছে?

(ঙ) সভাৰ সোণালী জয়ন্তীৰ প্ৰাক্‌ক্ষণত আপোনাৰ অনুভৱ? আপোনাৰ কাৰ্যকালৰ স্মৰণীয় কি?

প্ৰাক্তন পত্ৰিকা সম্পাদক ঃ

(ক) দক্ষিণ কামৰূপৰ ভাষা-সাহিত্য চৰ্চাত 'দখিণ কোলে' কেনেকুৱা ভূমিকা পালন কৰি অহা বুলি অপুনি ভাবে?

(খ) 'দখিণ কোলে' ন লেখক-লেখিকাৰ সৃষ্টিত অৰিহণা যোগোৱা বুলি আপুনি ভাবেনে? এই ক্ষেত্ৰত কিবা পৰামৰ্শ আছে নেকি?

(গ) 'দখিণ কোলে' গৱেষকসকলক সমল দিয়ে বুলি জনা যায়। ইয়াৰ বিষয়বস্তু আৰু গভীৰ কৰাৰ বাবে কি আঁচনি ল'লে ফলপ্ৰসূ হ'ব বুলি ভাবে?

(ঘ) ইংৰাজী মাধ্যমৰ বিদ্যালয়ে অসমীয়া ভাষা-সাহিত্যৰ দুৰ্যোগ মতা বুলি কয়। এই ক্ষেত্ৰত আপোনাৰ মতামত?

(ঙ) পলাশবাৰী সাহিত্য সভাৰ সোণালী জয়ন্তী বৰ্ষত আপোনাৰ মনলৈ কেনেকুৱা ভাবৰ উদয় হয়?



**মনুদেৱ শৰ্মা**
প্ৰাক্তন সভাপতি
(১৯৫৯-১৯৬৪)

(ক) পলাশবাৰী সাহিত্য সভাৰ জন্ম হয় ১৯৫৮ চনত। ইয়াৰ আগতে পলাশবাৰী অঞ্চলত সাহিত্যচৰ্চাৰ পৰিৱেশ শূন্য আছিল বুলিয়েই ক'ব পাৰি। কেইজনমান আঙুলিৰ মূৰত লিখিব পৰা সাহিত্যিকৰ বাহিৰে দক্ষিণ কামৰূপত সাহিত্যিক নাছিল বুলিয়েই ক'ব পাৰি। সেয়ে পলাশবাৰী অঞ্চলৰ কেইজনমান উদীয়মান সাহিত্যপ্ৰেমীয়ে আগভাগ লৈ সাহিত্যচৰ্চাৰ উদ্দেশ্যে সদৌ অসম সাহিত্য সভাৰ অনুমোদন সাপেক্ষে উক্ত চনত পলাশবাৰী শাখা সাহিত্য সভা প্ৰতিষ্ঠিত কৰে। ইয়াত আগভাগ লৈছিল প্ৰয়াত সাহিত্যানুৰাগী স্বৰ্গীয় ভৱানীকান্ত চৌধুৰীদেৱে। এই কাৰ্যত চৌধুৰীদেৱক বহুকেইজন শিক্ষিত ডেকা ল'ৰাই সহায়ৰ হাত আগবঢ়াইছিল।

পলাশবাৰী সাহিত্য সভা প্ৰতিষ্ঠাৰ ক্ষেত্ৰত যিসকল সদস্যই আগভাগ লৈছিল, তেখেতসকলৰ গৰিষ্ঠসংখ্যকেই ইতিমধ্যে ইহসংসাৰৰপৰা বিদায় লৈছে। এই সুযোগতে যিসকল সদস্য স্বৰ্গগামী হ'ল, তেখেতসকলৰ আত্মাৰ সদগতি কামনা কৰিলোঁ আৰু ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ— যাতে জীৱিতসকলে সুস্বাস্থ্য আৰু দীৰ্ঘায়ু লাভ কৰি সাহিত্য সভাৰ উন্নতি সাধন কৰিব পাৰে। সাহিত্য সভাক গতিশীল কৰিব লাগিলে সাহিত্যৰ এটা বাতাৱৰণ সৃষ্টি কৰিব লাগিব। বিশেষকৈ এটা ভাল আহল-বহল পুথিভঁৰাল নিৰ্মাণ কৰিব লাগে যাতে অধিকসংখ্যক সদস্যই লাইব্ৰেৰীত বহি কিতাপ পঢ়িব পাৰে। তাৰ বাবে আৱশ্যকীয় আচবাব, ৰাতি পঢ়াৰ বাবে লাইটৰ ব্যৱস্থা কৰাৰ উপৰিও এজন স্থায়ী লাইব্ৰেৰীয়ানক নিযুক্তি দিব লাগে। পুথিভঁৰালত উচ্চ মানদণ্ডৰ গ্ৰন্থ মজুত ৰাখিব লাগে; কিন্তু সস্তীয়া মামুলী প্ৰেমৰ গ্ৰন্থক বাছনিত স্থান দিব নালাগে। কাৰণ তেনেকুৱা পুস্তকে উঠি অহা ডেকা-গাভৰুৰ চৰিত্ৰ বিপথে নিয়াৰ সম্ভাৱনা থাকে। গতিকে সৎ গ্ৰন্থ বাছনি কৰাত গুৰুত্ব দিব লাগে। মই ভাবোঁ, এনে এটা ব্যৱস্থা থাকিলে পঢ়ুৱৈৰ সংখ্যা বাঢ়িব লগতে শিক্ষিতৰ সংখ্যা আৰু সাহিত্যিকৰো সংখ্যা বৃদ্ধি পাব।

(খ) সাহিত্য শব্দৰ অৰ্থ হ'ল— সহিত+ষ্ণ্য, অৰ্থাৎ যি গ্ৰন্থই এখন সমাজৰ সকলো বিষয়ৰ সমস্যা সামৰি লয় আৰু সমস্যাসমূহৰ সমাধানৰ বাবে যথাসাধ্য প্ৰচেষ্টা চলায়। সাহিত্য এটা জাতি বা এখন সমাজৰ দাপোণস্বৰূপ। দাপোণত যিদৰে নিজৰ অবিকল প্ৰতিচ্ছবি দেখা যায়, ঠিক সেইদৰে কোনো এখন সমাজৰ বা কোনো এটা জাতিৰ সভ্যতা-সংস্কৃতি, সুখ-দুখ, হাঁহি-কান্দোন, সমাজনীতি, ৰাজনীতি, অৰ্থনীতি— এই সকলোবিলাক প্ৰতিফলিত হয়। সাহিত্য অবিহনে সমাজৰ এই সমস্যাবিলাকৰ বহিঃপ্ৰকাশ হ'ব নোৱাৰে আৰু সমাধান সূত্ৰৰো আৱিষ্কাৰ নহয়; যাৰ ফলত সমাজৰ উন্নতিৰ ক্ষেত্ৰত বাধাৰ সৃষ্টি হয়।

এখন সুস্থ-সবল, বৌদ্ধিক সমাজ গঢ়িবলৈ হ'লে সাহিত্যচৰ্চা আৰু সাহিত্য সৃষ্টি অপৰিহাৰ্য। শাৰীৰিক স্বাস্থ্য অটুট ৰখাৰ বাবে যেনেকৈ সুষম আহাৰৰ প্ৰয়োজন, সেইদৰে মানসিক স্বাস্থ্য অটুট ৰখাৰ বাবেও মানসিক আহাৰৰ প্ৰয়োজন হয়। তেতিয়াহে মনৰ উৎকৰ্ষ সাধন হয়। ঈশ্বৰৰ সৃষ্টিৰ জীৱশ্ৰেষ্ঠ মানুহ বিবেক, অনুভূতি, কল্পনাশক্তি আৰু সৃষ্টিশীল প্ৰতিভাৰ অধিকাৰী। গতিকে আমি ঈশ্বৰ প্ৰদত্ত গুণৰাশিৰে দুষ্কৃতিক বিনাশ কৰি আৰু সংস্কৃতিক জীপাল কৰি এখন সুস্থ-সবল, বৌদ্ধিক সমাজত সুখ-শান্তিৰে বাস কৰিব পাৰোঁহক।

জাতীয় চেতনা জাগৃত কৰিবলৈ হ'লে মই ভাবোঁ— পলাশবাৰী সাহিত্য সভাৰ এলেকাৰ ভিতৰৰ প্ৰত্যেক গাঁৱতেই সেই গাঁৱৰ শিক্ষিত ডেকা-গাভৰু, ছাত্ৰ-ছাত্ৰীক সামৰি অন্ততঃ দুই মাহৰ মূৰে মূৰে একোখনি আলোচনা চক্ৰ পতাৰ ব্যৱস্থা কৰিব লাগে। এই আলোচনা চক্ৰত সাহিত্যৰ উপৰিও বৰ্তমানে আমাৰ সমাজৰ দুৰ্নীতি, কুসংস্কাৰ, কুঅভ্যাস, পৰিৱেশ প্ৰদূষণ ইত্যাদি সমস্যাসমূহ দূৰ কৰাৰ অৰ্থে আলোচনা কৰিব লাগে। এই আলোচনাত যোগ দিয়া প্ৰত্যেকগৰাকী সদস্যকে একোটা স্বৰচিত গল্প বা প্ৰবন্ধ বা কবিতা আনি সাহিত্য সভাৰ সম্পাদকৰ হাতত জমা দিবলৈ নিৰ্দেশ দিব লাগে। সাহিত্য সভাৰ কৰ্মকৰ্তাসকলে লিখনিবোৰ পঢ়ি শ্ৰেষ্ঠ কবিতা, গল্প আৰু প্ৰবন্ধ লিখকক যৎকিঞ্চিৎ হ'লেও পুৰস্কাৰ হিচাবে একোখন কিতাপ দি উৎসাহিত কৰা উচিত হ'ব। ইয়াৰ ফলস্বৰূপে সাহিত্যচৰ্চা কৰা, লিখক হোৱাৰ ধাউতি বাঢ়িব। এই দায়িত্ব পলাশবাৰী সাহিত্য সভাৰ কাৰ্যকৰী কমিটিৰ সদস্যই পালন কৰাটো যুক্তিসংগত বুলি মই ভাবোঁ।

গাঁৱৰ ডেকা-গাভৰু, ছাত্ৰ-ছাত্ৰীসকল যদি পৰিশ্ৰমী আৰু অধ্যৱসায়ী হয়, গাঁওখনৰ উন্নয়নৰ কাৰণে অহোপুৰুষাৰ্থ চেষ্টা চলাই যায়, তেতিয়া গাঁওবাসীসকলৰ আৰ্থিক অৱস্থাৰ উন্নতি হ'ব লগতে তেওঁলোকৰ মাজত ঐক্য, সংহতি, ভাতৃত্ববোধৰ সৃষ্টি হ'ব। গাঁওখনৰ উন্নয়নৰ লগে লগে সাহিত্যচৰ্চাৰ পথো সুগম হ'ব আৰু সাহিত্যিকৰো জন্ম হ'ব বুলি আশা কৰিব পাৰি। কথাতে কয়— 'অভ্যাসৰ নৱ কৰ্ণ পথে কৰে শৰ।'

(গ) আমাৰ অসমীয়া ভাষাত এষাৰি ফকৰা আছে— "ৰাইজে নখ জোকাৰিলে নৈ বয়।" আৰু "মাউখে উটিলে গুড়ি পৰুৱাৰো মৰণ নাই।" আমাৰ পলাশবাৰী অঞ্চলত বাৰ মাহত তেৰটা জাতীয় পৰ্ব বা উৎসৱ পালন কৰা হয়। যেনে— বিভিন্ন দেৱ-দেৱীৰ পূজা, বিহু, সুঁৱৰি, হোলী, দেৱালী ইত্যাদি। বেছিভাগ উৎসৱতেই ৰাইজে বৰঙণি তুলি অজস্ৰ টকা খৰচ কৰি অতি জাকজমকতাৰে সেই উৎসৱসমূহ পালন কৰে। জাতীয় উৎসৱবিলাকত আৰ্থিক অৱস্থাই কেতিয়াও হেঙাৰ হৈ থিয় দিব নোৱাৰে। জাতীয় অনুষ্ঠান পৰিচালনা কৰাৰ ক্ষেত্ৰত আৰ্থিক দৈন্যতাৰ প্ৰশ্নই উঠিব নোৱাৰে। ইয়াত লাগে মাথোন ৰাইজৰ একতা, সদিচ্ছা আৰু আগ্ৰহ। ইংৰাজীত এষাৰ কথা আছে— "Where there is a will there is a way." ৰাইজৰ সদিচ্ছা থাকিলে যি কোনো মহৎ কাম সুকলমে সমাধা কৰিব পাৰি।

মই ভাবোঁ পলাশবাৰী সাহিত্য সভাই প্ৰকাশনৰ লগত ঘনিষ্ঠ সম্পৰ্ক ৰাখিবলৈ হ'লে আমাৰ দক্ষিণ কামৰূপ অঞ্চলত সাহিত্যিকৰ সংখ্যা বঢ়াবলৈ আপ্ৰাণ চেষ্টা কৰিব লাগিব।

(ঘ) সকলো ব্যক্তিয়ে সাহিত্য সৃষ্টি কৰিব নোৱাৰে। It is said– "Poets and Artistics are born not made." কবি, সাহিত্যিক, শিল্পীসকলে সেই গুণবিশিষ্ট প্ৰতিভা বা সৃষ্টিশীল শক্তিলৈ জন্মগ্ৰহণ কৰে বুলি কোৱা হয়; কিন্তু কিছুমান মনীষীয়ে কয় যে— উপযুক্ত পৰিৱেশৰ সৃষ্টি নহ'লে প্ৰতিভাৰো বিকাশ হ'ব নোৱাৰে। উদাহৰণস্বৰূপে ক'ব পাৰি— ভঁৰালত থোৱা ধানৰ অংকুৰিত শক্তি থাকিলেও মাটি, পানী, বায়ু, সূৰ্যৰ তাপ ইত্যাদিৰ আশ্ৰয় নাপালে অংকুৰিত হ'ব নোৱাৰে। গতিকে প্ৰতিভা বা সৃজনীশীল শক্তিৰ প্ৰকাশৰ ক্ষেত্ৰটো পৰিৱেশৰ প্ৰয়োজন।

পলাশবাৰী সাহিত্য সভাৰ কাৰ্যসূচীত সদস্যৰ উপস্থিতি সেৰেঙা হোৱাৰ কাৰণ মই ভাবোঁ— উপযুক্ত পৰিৱেশৰ অভাৱ আৰু বেছিভাগৰেই সাহিত্যৰ প্ৰতি আস্থা বা ৰাপ নাই। পৰিৱেশ উন্নত কৰাৰ বাবে সাহিত্য সভাই প্ৰতি মাহে দুটাকৈ বা ততোধিক আলোচনা চক্ৰ, বক্তৃতানুষ্ঠান বা আকস্মিক তৰ্কৰ ব্যৱস্থা কৰিব লাগে। লগতে এই অনুষ্ঠানবোৰত সদস্যৰ উপস্থিতি বাধ্যতামূলক হ'ব লাগে।



(ঙ) ১৯৫৪ চনত পলাশবাৰীত ব্ৰহ্মপুত্ৰৰ প্ৰবল খহনীয়া আৰম্ভ হয় আৰু অবিৰতভাৱে পাঁচ-ছয় বছৰ কাল চলি থকা হেতুকে পলাশবাৰীৰ প্ৰায় এক তৃতীয়াংশ মাটি ব্ৰহ্মপুত্ৰৰ বুকুত জাহ যায়। সেই সময়ৰ ভাৰতৰ প্ৰথম প্ৰধানমন্ত্ৰী স্বৰ্গীয় জৱাহৰলাল নেহৰুদেৱে পলাশবাৰীলৈ আহি স্বচক্ষে গৰাখহনীয়া প্ৰত্যক্ষ কৰে আৰু গৰাখহনীয়াৰপৰা পলাশবাৰীক ৰক্ষা কৰাটো অসম্ভৱ বুলি মন্তব্য কৰে। লগতে গৰাখহনীয়াত আক্ৰান্ত হোৱা পৰিয়ালবিলাকক সংস্থাপন দিয়াৰ বাবে আৰু ৰাজহুৱা অনুষ্ঠান-প্ৰতিষ্ঠানবোৰ পুনঃ প্ৰতিষ্ঠাৰ বাবে যিমান মাটিৰ আৱশ্যক হয়, সেই অনুপাতে অসম চৰকাৰৰ মিৰ্জা অঞ্চলত মাটি অধিগ্ৰহণ কৰিবলৈ নিৰ্দেশ দিয়ে যাতে তাত এখন আদৰ্শমূলক; নগৰ (Planned Town) নিৰ্মাণ হয়। ইয়াৰ বাবে কেন্দ্ৰীয় চৰকাৰে সম্পূৰ্ণ খৰচ বহন কৰিব বুলি আশ্বাস দিয়ে।

সেই উদ্দেশ্য আগত ৰাখি অসম চৰকাৰে পলাশবাৰী মিউনিচিপাল বোৰ্ডক মাটি অধিগ্ৰহণ আৰু বিতৰণ কমিটি এখন গঠন কৰিবলৈ নিৰ্দেশ দিয়ে। অলপ দিনৰ ভিতৰতে কমিটিয়ে এখন আদৰ্শমূলক নগৰৰ আৰ্হি তৈয়াৰ কৰি গৰাখহনীয়া আক্ৰান্ত পৰিয়ালবিলাকক সংস্থাপন দিছিল। ১৯৬০ চনৰ আগে আগে মিৰ্জা চহৰ নিৰ্মাণৰ কাম প্ৰায় দুই-তৃতীয়াংশ সম্পূৰ্ণ হৈ উঠিছিল; কিন্তু পলাশবাৰীৰ মাৰোৱাৰী সম্প্ৰদায়ৰ লোকসকলে মিৰ্জাত বসতি নকৰি উপৰহালী অঞ্চলত নিজাববীয়াকৈ মাটি ক্ৰয় কৰি বসতি কৰে আৰু 'বিজয়নগৰ' নাম ৰাখে। এতিয়া বিজয়নগৰো এখন আধুনিক চহৰলৈ ৰূপান্তৰিত হৈছে।

পলাশবাৰীৰ গৰাখহনীয়াই দুখন আধুনিক চহৰৰ জন্ম দিলে—

(১) মিৰ্জা

(২) বিজয়নগৰ।

মই ১৯৫৯-৬৪লৈ প্ৰথমবাৰৰ বাবে পলাশবাৰী সাহিত্য সভাৰ সভাপতিৰ দায়িত্বত আছিলোঁ। এই সময়ছোৱাত প্ৰয়াত সূৰ্য কুমাৰ মজুমদাৰ আছিল সম্পাদক।

আকৌ ১৯৬৯-৭০ চনত দ্বিতীয়বাৰৰ বাবে সভাপতিৰ দায়িত্ব গ্ৰহণ কৰিছিলোঁ। এই কালছোৱাত সম্পাদক আছিল শ্ৰীমায়াৰাম দাস। মোৰ কাৰ্যকালৰ ভিতৰতে দুটা গধুৰ দায়িত্ব বহন কৰিবলগীয়া হৈছিলোঁ—

(১) ১৯৬০ চনত পলাশবাৰী সাহিত্য সভাই সদৌ অসম সাহিত্য সভাৰ অষ্টাবিংশতিতম অধিবেশন অনুষ্ঠিত কৰা।

(২) পলাশবাৰী শাখা সাহিত্য সভাৰ ভৱন নিৰ্মাণ কৰা।

এইখিনিতে এটা কথা উনুকিয়াই থোৱাটো ভাল হ'ব যেন অনুমান হয়। সপ্তবিংশতিতম সাহিত্য সভাতেই তেজপুৰ শাখা সাহিত্য সভাই অষ্টাবিংশতিতম অধিৱেশন তেজপুৰ চহৰত পাতিবলৈ মূল সাহিত্য সভাৰ অনুমোদন লৈয়েই থৈছিল; কিন্তু মূৰকত অধিৱেশনলৈ চাৰি মাহ মান থাকোঁতে বিশেষ অসুবিধাৰ বাবে অক্ষমতা প্ৰকাশ কৰি মূল সভাক জ্ঞাত কৰালে। তেতিয়া অসম সাহিত্য সভাই কেইবাখনো শাখা সাহিত্য সভাক এই দায়িত্ব ল'বলৈ অনুৰোধ কৰিছিল যদিও বিফল হয়। শেষত পলাশবাৰী শাখা সাহিত্য সভাই এই দায়িত্ব পালন কৰিবলৈ ইচ্ছা প্ৰকাশ কৰে আৰু তৎমুহূৰ্ততে অসম সাহিত্য সভাই পলাশবাৰী শাখা সাহিত্য সভাক অষ্টাবিংশতিতম অধিৱেশন পাতিবলৈ অনুমতি প্ৰদান কৰে। অনুমতি পোৱাৰ লগে লগেই পলাশবাৰী সাহিত্য সভাই মিৰ্জাত আৰ. বি. হাইস্কুল প্ৰাংগণত অধিৱেশন পাতিবলৈ সিদ্ধান্ত কৰে। সিদ্ধান্ত লোৱাৰ দুদিনমানৰ ভিতৰতে এখন কাৰ্যকৰী কমিটি আৰু কেইখনমান শাখা কমিটি গঠন কৰি যুদ্ধকালীন তৎপৰতাৰে অধিৱেশনৰ কামত আত্মনিয়োগ কৰে।

অষ্টাবিংশতিতম অধিৱেশনত সভাপতিত্ব কৰিছিল প্ৰখ্যাত সাহিত্যিক আৰু সমালোচক ত্ৰৈলোক্য নাথ গোস্বামীদেৱে। অধিৱেশনৰ দিনা সভাথলী লোকে লোকাৰণ্য হৈ পৰিছিল। ইয়াৰ আগৰ অধিৱেশনবিলাকৰ তুলনাত মিৰ্জাত অনুষ্ঠিত অধিৱেশনখনি আছিল জাকতজিলিকা। অসমৰ





ইমূৰৰপৰা সিমূৰলৈ শিক্ষিতচামে অধিৱেশনৰ কৃতকাৰ্যতাৰ ভূয়সী প্ৰশংসা কৰিছিল। তেতিয়াৰপৰা দক্ষিণ কামৰূপত সাহিত্যিকৰ সংখ্যা উৎসাহজনকভাৱে বৃদ্ধি পাইছে।

মোৰ কাৰ্যকালৰ সময়ছোৱাতেই সাহিত্য সভাৰ ভৱন নিৰ্মাণৰ কামো আৰম্ভ কৰা হৈছিল। সাহিত্য সভাৰ ঘৰ নিৰ্মাণৰ বাবে চৰকাৰে সাহিত্য সভাক প্ৰায় চাৰি কঠা মাটি আৱণ্টন দিছিল। সাহিত্য সভাৰ মাটিৰ দক্ষিণ ফালে প্ৰয়াত মধুৰাম দাসৰ (School S.I.) ঘৰ আছিল। তেখেতৰ ঘৰৰ সীমাতেই সাহিত্য সভাৰ প্ৰথম ঘৰটো আৰম্ভ কৰা হৈছিল। ঘৰৰ কাম প্ৰায় সম্পূৰ্ণ হোৱাৰ সময়ত তেখেতে আমাক এটা অভিযোগ দিলে যে, সাহিত্য সভাৰ ঘৰটোৰ কাৰণে তেখেতসকলৰ বহু অসুবিধা আহি পৰিছে। সেয়ে তেখেতে ঘৰটো উঠাই আনি অলপ আঁতৰত বান্ধিবলৈ অনুৰোধ জনালে। লগতে ঘৰটো উঠাই আনি পুনঃ নিৰ্মাণ কৰাৰ সম্পূৰ্ণ খৰচৰ দায়িত্ব গাত ল'লে। আমাৰ কমিটিয়েও চালি-জাৰি চাই উঠাই অনাৰ সিদ্ধান্ত লয়। এতিয়াৰ পুৰণি ভৱনটোকেই প্ৰথমে নিৰ্মাণ কৰা হৈছিল।

দ্বিতীয়বাৰ কাৰ্যকাল শেষ হোৱাৰ আগমুহূৰ্তত নতুন কমিটি গঠন কৰাৰ তাৰিখ ধাৰ্য কৰাৰ বাবে এখন সভা আহ্বান কৰা হ'ল। সেই সভাত কিবা কাৰণত কেইজনমান সদস্যৰ লগত মোৰ অলপ তৰ্ক-বিবাদ হ'ল। সেই সদস্যকেইজনৰ ভিতৰত দুজনমান মোৰ ছাত্ৰও আছিল। সভাপতি পদৰ প্ৰাৰ্থী প্ৰয়াত থানেশ্বৰ কলিতা আৰু মই। আমি দুয়োজনেই আছিলোঁ। নিৰ্বাচনৰ দিনা (তাৰিখ মনত নাই) নীতি-নিয়ম বিসৰ্জন দি খাম-খেয়ালি কৰি স্বৰ্গীয় থানেশ্বৰ কলিতা বিজয়ী হয় আৰু মই পৰাজয়বৰণ কৰোঁ।

পলাশবাৰী সাহিত্য সভাৰ প্ৰতি এয়ে আছিল মোৰ আদিম আৰু অন্তিম সেৱা (Service)।

জয়তু ভাষা জননী

জয়তু পলাশবাৰী সাহিত্য সভা

---



**নৰেন্দ্ৰ চন্দ্ৰ কলিতা**

প্ৰাক্তন সম্পাদক

(১৯৬৬-১৯৬৯)

পলাশবাৰী সাহিত্য সভাৰ সোণালী জয়ন্তী উৎসৱ বৰ্ষ হিচাপে প্ৰাক্তন বিষয়ববীয়াৰ মনৰ ভাব-অনুভূতি প্ৰকাশ কৰাৰ সুবিধা দিয়াত পৰম আনন্দ পাইছোঁ। প্ৰশ্নমতে মোৰ অনুভৱ যথোচিতভাৱে প্ৰকাশ কৰাৰ চেষ্টা কৰিছোঁ।

(ক) পলাশবাৰী সাহিত্য সভাৰ সাংগঠনিক দিশটো বৰ্তমান ভালে চলি থাকিলেও কৰণীয় বহুত আছে। সাহিত্য সভাৰ ভাবমূৰ্তি জনসাধাৰণৰ ওচৰলৈ নিব পাৰিলে সংগঠনত সহায়ক হ'ব বুলি ভাবোঁ। দুই-এখন ঠাইক কেন্দ্ৰ কৰি অনুষ্ঠান পাতিলেও জনসাধাৰণৰ অংশগ্ৰহণ বা অনুষ্ঠানটোৰ প্ৰতি আস্থা থাকিলেও সহযোগ আগবঢ়াবলৈ চিন্তান্বিত হয়। পলাশবাৰী সাহিত্য সভাৰ বছৰেকীয়া অধিৱেশন বা তেনেকুৱা অনুষ্ঠান পলাশবাৰী



সাহিত্য সভাৰ এলেকাৰ গাঁও-ভূই বা ভিতৰুৱা অঞ্চলত পৰিৱেশন কৰিব পাৰিলে সংগঠনৰ ফালৰপৰা সুবিধা হয় বুলি ভাবোঁ।

(খ) পলাশবাৰী সাহিত্য সভাৰ সাধাৰণ সভ্য বা আজীৱন সভ্যৰ সংখ্যা আগতকৈ বহু বাঢ়িছে, ই এটা শুভ লক্ষণ। সভাৰ কাৰ্যসূচীত অংশগ্ৰহণ কৰা-নকৰাটো নিজৰ দায়িত্বৰ ওপৰত নিৰ্ভৰ কৰে। সেই কাৰণে সভাৰ বিভিন্ন কাৰ্যসূচীত যোগদান কৰাৰ কাৰ্যকৰী ব্যৱস্থা ল'ব পৰা যায়। সাহিত্য সভাই কেৱল সাহিত্যৰ ক্ষেত্ৰতে নহয়, আৰ্থ-সামাজিক বিষয়বস্তু লৈ সদস্যবিলাকৰ মাজৰপৰা দলভুক্ত কৰি আলোচনা বা মতামত প্ৰকাশ কৰাৰ সুবিধা দিব পাৰিবনে? এই বিষয়ে ভাবি চাব। বৰ্তমান দেখা যায়, সকলো অনুষ্ঠান-প্ৰতিষ্ঠানত বিষয়ববীয়া সদস্যকেইজনমানে দায়িত্ব পালন কৰি কঠোৰ শ্ৰম কৰিবলগীয়া হয়। বাকী সদস্যই গা এৰা দি চলে। এইটো এটা সামাজিক ব্যাধি। এই ব্যাধি দূৰ কৰিবলৈ হ'লে সদস্যসকলক বিভিন্ন বিষয়ত অংশগ্ৰহণ কৰিবলৈ টানি আনিব লাগিব।

(গ) অসমীয়া ভাষা-সাহিত্যৰ দুৰ্যোগ হোৱা বা নোহোৱা বুলি একেষাৰ কথাতে কোৱা টান। প্ৰত্যেক ভাষা-সাহিত্যৰ এটা সুকীয়া বৈশিষ্ট্য আছে। অসমীয়া ভাষা-সাহিত্যৰো এটা সুদৃঢ় গঠন গতি আছে। অসম সাহিত্য সভা অসমীয়া ভাষা-সাহিত্যৰ এটা জাতীয় অনুষ্ঠান। এই মহান অনুষ্ঠানটি অসমীয়া ভাষা-সাহিত্যৰ কাণ্ডাৰীস্বৰূপ। যেতিয়া এই মহান অনুষ্ঠানটিৰ পৰিচালকমণ্ডলীয়ে অসমীয়া ভাষা-সাহিত্যৰ গতিধাৰাক ঠিকমতে আগুৱাই নিব নোৱাৰে নাইবা তেওঁলোক সমালোচনাৰ সন্মুখীন হয়, তেতিয়া দুৰ্যোগ অহাটো স্বাভাৱিক। অসম সাহিত্য সভাই যদি সুপৰিকল্পনা, সুপৰিচালনাৰ কাৰ্যকৰী ব্যৱস্থা গ্ৰহণ কৰে দুৰ্যোগ অহাৰ কথা চিন্তা কৰিব নোৱাৰি। শাখা সাহিত্য সভাই এই বিষয়ত সুদৃষ্টি আৰু সহযোগ আগবঢ়াব লাগিব।

(ঘ) শিক্ষাৰ মাধ্যম আৰু মাতৃভাষা দুয়োটাৰ সূত্ৰ বেলেগ বেলেগ। অসমীয়া কাৰণে অসমীয়া ভাষা কওঁ আৰু অসমীয়া ভাষা কওঁ কাৰণে অসমীয়া। নিজৰ মাতৃভাষা মুখেৰে ওলোৱা স্বাভাৱিক। গুৱাহাটীৰ গুৰুকুল গ্ৰামাৰ বিদ্যালয়ৰ এগৰাকী অসমীয়া ছাত্ৰীয়ে শ্ৰেণীৰ বাহিৰত সমনীয়াৰ সৈতে অসমীয়া কথা পাতোঁতে শাস্তি দিবলগীয়া হোৱাতো অসমীয়াত ভাষা, অসমীয়া জাতিৰ প্ৰতি অসহনীয় অপমান। ছাত্ৰীগৰাকীয়ে ইমান অসহনীয় শাস্তি পাইছিল, যাৰবাবে আত্মহত্যাৰ পথ ল'বলগীয়া হ'ল। ই অসমীয়া ভাষা, অসমীয়া জাতিৰ আত্মহত্যাস্বৰূপ নহয়নে? সেই বিদ্যালয়ত অসমীয়া ছাত্ৰ-ছাত্ৰীৰ বাহিৰে অন্য ভাষা-ভাষী ছাত্ৰ-ছাত্ৰীও আছে। তেওঁলোকে আজৰি সময়ত কি ভাষাত কথা পাতে, সেই কথা শিক্ষকে জাননে বা কেতিয়াবা শাস্তি পাইছেনে? অসম সাহিত্য সভাই সেই বিষয়ে কি চিন্তা কৰিছে জানিবলৈ বাট চাই থাকিলোঁ। অসমীয়া ছাত্ৰ-ছাত্ৰীয়ে অসমীয়াত কথা পাতোঁতে শাস্তি পাবলগীয়া হোৱাটো কোনো বিবেকবান ব্যক্তিয়ে মানি ল'ব নোৱাৰে। অসমৰ বাহিৰে এনেকুৱা ঘটনা শুনিবলৈ পোৱা নাই। তথাপি অসমীয়া মানুহে ইংৰাজী মাধ্যমৰ বিদ্যালয়ত ল'ৰা-ছোৱালী পঢ়োৱাৰ চখ খুব বাঢ়িছে। ঘটনাপ্ৰবাহত কোনো প্ৰতিক্ৰিয়া হোৱা বা তাৰ উপায় চিন্তা কৰা গতি দেখা নাযায়।

(ঙ) অসম সাহিত্য সভাৰ অংগ পলাশবাৰী সাহিত্য সভাৰ সোণালী জয়ন্তী উৎসৱ উদ্‌যাপন কৰাৰ সিদ্ধান্ত বৰ গৌৰৱৰ বিষয়। পলাশবাৰী সাহিত্য সভাই দক্ষিণ কামৰূপৰ ভাষা, সাহিত্য আৰু সাংস্কৃতিক ক্ষেত্ৰত পঞ্চাশ বছৰে যিখিনি কৰিব পাৰিছে, তাৰ পৰিচয় সোণালী জয়ন্তী উৎসৱে দিব লাগিব। এই উৎসৱে মোক কিয়, সকলোকে আনন্দ দিব।

প্ৰাক্তন সম্পাদক হিচাপে পলাশবাৰী সাহিত্য সভাৰ সৌজন্যত অসম সাহিত্য সভাৰ ১৯৬০ চনত বছৰেকীয়া অধিৱেশন মিৰ্জাত অনুষ্ঠিত কৰিব পৰা বৰ গৌৰৱ আৰু স্মৰণীয় বুলি ভাবোঁ। সঁচা কথা ক'বলৈ ভয় নকৰোঁ। মোৰ কাৰ্যকালৰ এটা ঘটনাই মোক আজিও মানসিক কষ্ট দি আছে। এদিন পলাশবাৰী সাহিত্য সভাৰ কাৰ্যকৰী সভা আবেলি ৩-০০ বজাত পলাশবাৰী ছোৱালী হাইস্কুলত অনুষ্ঠিত কৰিছিলোঁ। সেইদিনা সভাৰ কথা আওকাণ কৰি দুপৰীয়া খাই-বৈ ঘৰতে টোপনিত লালকাল। সময় বহুত পাৰ হৈ যোৱাৰ পিচত চাৰিমান বজাত স্বৰ্গীয় সূৰ্য কুমাৰ মজুমদাৰ, ড° ভাৱত কলিতা আৰু কেইজনমান আহি মোক বিছনাত পাই হুলস্থূল লগালে। মই লাজ-অপমানত মৰি যোৱা যেন লাগিছিল। উপায়হীন হৈ হাতে-ভৰি ধৰি ক্ষমা বিচাৰি আন এদিন মিটিং দিয়াৰ ব্যৱস্থা কৰিলোঁ। এনেকুৱা দায়িত্বহীন ব্যক্তিয়ে এই মহান অনুষ্ঠানৰ বিষয়বাব ল'লে কি আশা কৰিব পাৰি? এই ঘটনাৰ নতমস্তক স্মৃতিয়ে আজিও মোক দহি খাইছে।







**মহেশ ভূঞা**

প্ৰাক্তন উপসভাপতি, প্ৰাক্তন পত্ৰিকা সম্পাদক

অষ্টম সংখ্যা (১৯৮৬-১৯৮৭)

(ক) পলাশবাৰী সাহিত্য সভাৰ সাংগঠনিক ভেটি সুদৃঢ় কৰিবলৈ হ'লে জাতি-বৰ্ণ-ধৰ্ম-দল নিৰ্বিশেষে সাহিত্য-সংস্কৃতিৰ এটা উপযুক্ত বাতাৱৰণ বা সুস্থ পৰিৱেশ সৃষ্টি কৰিব লাগিব। এই ক্ষেত্ৰত বিষয়ববীয়া আৰু সাধাৰণ সদস্যসকলৰো গঠনমুখী উদ্যোগ সকলোসময়তে সজাগতাৰ শীৰ্ষত থাকিব লাগিব।

(খ) এই ক্ষেত্ৰত শাখা, জিলা তথা কেন্দ্ৰীয় সমিতিৰ নিঃস্বাৰ্থ ত্যাগ, সময়োচিত কৰ্মসূচী ৰূপায়ণ আৰু অৰ্থনৈতিক দিশত বিশেষভাৱে নজৰ দিয়াত ব্যৰ্থতা বুলি ক'লেও বোধহয় অত্যুক্তি কৰা নহ'ব।

(গ) নাভাবোঁ। কাৰণ দুৰ্যোগ মানুহে নিজে সৃষ্টি কৰা এটি দুৰ্বল পৰিৱেশ মাথোন।

(ঘ) আত্মহত্যাৰ ক্ষেত্ৰত আত্মনিয়ন্ত্ৰণৰ অভাৱ বুলি ভাবোঁ। লগতে বিদ্যালয় পৰিচালনা তথা শিক্ষাদানতো সজাগতাৰ অভাৱ বুলি ভবাৰো থল আছে।

(ঙ) সভাৰ সোণালী জয়ন্তীটো পাৰ হৈ যোৱা সোণালী সাৰ্থকময় অতীতৰেই এক গৌৰৱময় দিশ বুলি ভাবোঁ। মোৰ কাৰ্যকালত সাহিত্য-সংস্কৃতিক শোষণমুখী হোৱাৰপৰা বিৰত ৰাখিব পাৰিছিলোঁ। লগতে সভাই লোৱা প্ৰতিটো সিদ্ধান্তই যথোচিতভাৱে ৰূপায়ণ কৰি স্মৰণীয় ইতিহাস গঢ়াত কাৰ্পণ্য কৰা নাছিলোঁ।



**নিৰল শৰ্মা**

প্ৰাক্তন সম্পাদক

(১৯৯৫-১৯৯৬)

(ক) পলাশবাৰী সাহিত্য সভাৰ সাংগঠনিক ভেটি সুদৃঢ় কৰিবলৈ এখন নিষ্ঠা, সততা আৰু সেৱাৰ মনোভাৱ থকা, সময় দিবপৰা আদৰ্শবান ব্যক্তিৰে গঠিত কাৰ্যনিৰ্বাহক সমিতিৰ প্ৰয়োজন। ইয়াৰ লগতে সভাপতিগৰাকীৰ বলিষ্ঠ নেতৃত্ব আৰু সম্পাদকগৰাকী কেৱল আসন অলংকৃত কৰা ব্যক্তিতকৈ এগৰাকী



মানুহৰ লগত সু-সম্পৰ্ক বোজাই ৰাখি চলা, আৰ্থিক লেন-দেনত নিকা, হিচাপ ৰখাৰ উপযুক্ত জ্ঞান থকা, সময়োচিৎ কামৰ প্ৰতি সজাগ আৰু অসম সাহিত্য সভাৰ নিয়মাৱলীত বৰ্ণিত গুণযুক্ত হোৱাতো বাঞ্ছনীয়। সকলো সময়তে সভাপতিগৰাকীৰ লগত সুসম্পৰ্ক বোজাই ৰাখি চলা লগতে কাৰ্যনিৰ্বাহকৰ প্ৰতিগৰাকী সদস্যৰ লগত সম্পূৰ্ণ যোগাযোগ ৰাখি চলা সম্পাদক হোৱা বিচাৰোঁ। সহকাৰী সম্পাদকৰ ক্ষেত্ৰতো সহকাৰী সম্পাদকসকলে সম্পাদকগৰাকীক কাৰ্যকালৰ প্ৰতিটো সম্পূৰ্ণ সহযোগ আগবঢ়োৱা হ'ব লাগে।

সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ প্ৰতিগৰাকী সদস্যাই সকলো সময়তে সকলো কাৰ্যসূচীতে আৰু সভাবোৰত এশ শতাংশ সহযোগ আগবঢ়োৱা ব্যক্তি হ'লেহে সভাৰ সাংগঠনিক ভেটি উন্নত হ'ব। পঞ্চাশ বছৰ অতিক্ৰম কৰা সভাখনৰ আজিৰ তাৰিখতো পৰ্যাপ্ত পুঁজিৰ অভাৱ দেখা যায়। এতিয়াও সাহিত্য ভৱনত সভাৰ অধিবেশন পাতিবৰ জোখেৰে সুবিধা পৰ্যাপ্ত নহয়। সভাৰ স্থায়ী পুঁজি ব্যয় কৰি পকীবেৰ নিৰ্মাণ কৰিলেও চৌদহৰ বেছিভাগ ঠাই বাৰিষা পানীৰে উপচি থাকে। এনেকুৱা ধৰণৰ মৌলিক অভাৱসমূহ যি কোনো উপায়ে নিৰ্মূল কৰিব খোজা সভাপতি-সম্পাদকক লৈ এখনি উচ্চস্তৰীয় শক্তিশালী কাৰ্যনিৰ্বাহক সমিতি গঠন হ'লেহে সভাখনৰ সাংগঠনিক ভেটি সুদৃঢ় হ'ব বুলি ভাবোঁ। ইয়াৰ উপৰিও সভাৰ সদস্য সংখ্যা অতি কমেও দুইহাজাৰ হ'ব লাগে। সদস্য ভৰ্তিৰ অভিযান এক গুৰুত্বপূৰ্ণ সাংগঠনিক দিশ হিচাপে গ্ৰহণ কৰিব লাগে।

(খ) সভাৰ সদস্য ভৰ্তিৰ ক্ষেত্ৰত নতুন সদস্য ভৰ্তি প্ৰতিবছৰে বৰ্ধিত হ'ব লাগে। সদস্য নবীকৰণ কৰাৰ সময়ত ১০০ শতাংশ সদস্যকেই নবীকৰণ কৰাটো প্ৰয়োজনীয়। সভাৰ আজীৱন, হিতৈশী আদি সদস্য ভৰ্তিৰ ক্ষেত্ৰত মনোনিৱেশৰ প্ৰয়োজন বৃহৎ এলেকাধীন সভাখনৰ জনসংখ্যাৰ বিপৰীতে সদস্যৰ পৰিমাণ ১ শতাংশৰো কম। ইয়াৰ উপৰি সভাৰ বৰ্তমানৰ সদস্যসকলৰ বেছি ভাগৰে উপস্থিতিৰ আকৰ্ষণ একমাত্ৰ বিষয় বাছনি সভাখন যেন মনে ধৰে। তেনেকুৱা মনোভাৱ সদস্যসকলে আন কাৰ্যসূচীতো যাতে পোষণ কৰে তেনে এটি পৰিৱেশ সৃষ্টিৰ প্ৰয়োজন। এই প্ৰশ্নৰ উত্তৰ দিয়াৰ সময়ত মূলতঃ সম্পাদক আৰু আনুষংগিক হিচাপে কাৰ্যনিৰ্বাহকৰ বিষয়ববীয়াসকলক জগৰীয়া কৰিবলগা হ'ব। উপযুক্ত যোগাযোগৰ অভাৱ পোনপটীয়া কাৰণ হিচাপে গণ্য কৰিব পাৰি। ইয়াৰ সমান্তৰালভাৱে বৰ্তমান চৰকাৰে বিশিষ্ট লোকৰ দিৱসসমূহত চৰকাৰী বন্ধ উঠাই দিয়াটোও উল্লেখযোগ্য কাৰণ। অসম সাহিত্য সভাৰ কাৰ্যসূচীৰ প্ৰতি এক এৰাই চলা মনোভাৱ দেখা পোৱা যায়।

(গ) অসমীয়া ভাষা-সাহিত্যৰ দুৰ্যোগ হোৱা বুলি নাভাবোঁ। অৱশ্যে কিছু বিজতৰীয়া সাহিত্য চৰ্চাই অসমীয়া ভাষাৰ মৌলিকতাত অদূৰ ভৱিষ্যতে প্ৰভাৱ পেলাব যেন মনে ধৰে। সাহিত্যৰ সৈতে সম্পৰ্ক নথকা কিছুসংখ্যক লিখকৰ লিখনি আৰু সংবাদ মাধ্যমত হোৱা ভাষাৰ অপপ্ৰয়োগ, ভুল শব্দচয়ন আদিয়ে অসমীয়া ভাষাৰ কিছু ক্ষতি সাধন কৰা দেখা যায়। সংশ্লিষ্ট মহলে এই ক্ষেত্ৰত গুৰুত্ব দিয়াৰ সময় হৈছে বুলি ভাবোঁ। ইয়াৰ লগতে পাঠ্যপুথিসমূহত যি নিম্নস্তৰৰ লিখনি অন্তৰ্ভুক্ত হ'বলৈ আৰম্ভ হৈছে আৰু ভুল শব্দৰ প্ৰয়োগ হোৱা পৰিলক্ষিত হৈছে ভাষাৰ দুৰ্যোগৰ প্ৰতি ই এক প্ৰত্যাহ্বান হৈ থিয় দিছে বুলি ভাবোঁ।

(ঘ) গুৰুকুল গ্ৰামাৰ বিদ্যালয়ৰ ঘটনাটো এটা পোহৰলৈ অহা উদাহৰণহে মাত্ৰ। বৰ্তমান কিছুসংখ্যক ইংৰাজী মাধ্যমৰ বিদ্যালয়ত ল'ৰা-ছোৱালী ভৰ্তি কৰাৰ সময়ত অভিভাৱকসকলেহে বিদ্যালয় প্ৰধানৰ সাক্ষাৎকাৰ ল'বলগীয়া হৈছে। কাৰণ ইংৰাজী মাধ্যমৰ বিদ্যালয়ৰ কিছুসংখ্যক কৰ্মকৰ্তা আৰু শিক্ষকে অসমত অসমীয়া ভাষা নামৰ এটি যে ভাৰত চৰকাৰৰ স্বীকৃত ভাষা আছে সেয়া বোধহয় নাজানে। গুৱাহাটী বৰ্তমান মহানগৰী সেয়ে তাত দেশৰ বিভিন্ন প্ৰান্তৰ ছাত্ৰ-ছাত্ৰীৰ পঢ়াৰ সুবিধা থকা প্ৰয়োজন। কিন্তু গাঁও অঞ্চলতো কিছুসংখ্যক অসমীয়া বুলি পৰিচয় দিবলৈ লাজ কৰা জাতিৰ আৰু অসমীয়াত কথা পাতিলে হীনমন্যতা ভোগা জাতিৰ শত্ৰু স্বৰূপ বৰ মানুহ দেখা যায়। সেইসকল ব্যক্তিৰ কু-কৰ্মৰ ফল গুৰুকুল গ্ৰামাৰ বিদ্যালয়ত প্ৰকাশ ঘটিছে যদিও একমাত্ৰ নহয়।





(ঙ) পলাশবাৰী সাহিত্য সভাৰ সোণালী জয়ন্তীৰ প্ৰাক্‌ক্ষণত মোৰ এক মিঠা অনুভূতি হৈছে। সভাৰ ৰূপালী জয়ন্তীৰ তিনি বছৰ আগৰপৰা আজি পৰ্যন্ত প্ৰতিখন কাৰ্যনিৰ্বাহকতে মূল কাৰ্যনিৰ্বাহকৰ বিষয়বাবত নাইবা আন ধৰণে প্ৰতিবছৰে জড়িত হৈ থাকি বিগত আঠাইশ বছৰত বহু মিঠা আৰু কিছু তিতা অভিজ্ঞতা সঞ্চয় কৰিছোঁ। যদিও দুই-এজন সমাজৰ ক্ষতি সাধন কৰা ব্যক্তিয়ে সভাখনত মাজে মাজে গৰাখহাইছে, তথাপি এখন শিক্ষিত, পণ্ডিত আৰু ভাল মানুহৰ সমাজৰ সৈতে নিজকে জড়িত ৰাখিবলৈ পায় পৰম আনন্দ আৰু তৃপ্তি অনুভৱ কৰি আহিছোঁ। মোৰ কাৰ্যকালত নতুন সদস্য ভৰ্তি আৰু নবীকৰণ, আজীৱন সভ্য ভৰ্তি আৰু পুৰণিসকলক একত্ৰিত কৰা লগতে প্ৰতিখন সভাত প্ৰত্যেক সদস্যাই পত্ৰ পোৱাটো বাধ্যতামূলক কৰাটো প্ৰধান লক্ষ্য হিচাপে লৈছিলোঁ আৰু সেয়া সম্পূৰ্ণৰূপে সফল হৈছিলোঁ। উল্লেখযোগ্য যে, মোৰ কাৰ্যকালৰ অধিবেশনৰ প্ৰথম দিনা এগৰাকী সদস্যাই মোৰ সহকাৰী সম্পাদকক চিঠি নোপোৱা বুলি কৰা অভিযোগৰ উত্তৰ স্বৰূপে তেখেতৰ চিঠিয়ে তেখেতৰ ঠিকনামতে পাইছে। তাক প্ৰমাণ কৰি দি সদস্যগৰাকীৰ অভিযোগ খণ্ডন কৰি সন্তুষ্ট কৰিবলৈ সক্ষম হৈছিলোঁ। সম্পাদকসকলৰ কৰ্ম নিখুঁতভাৱে পালন কৰা কৰ্তব্য বুলি ভাবি কাম কৰি গৈছিলোঁ। প্ৰতি সপ্তাহতে দুদিনকৈ মই আৰু পুথিভঁৰালী দুৰ্গেশ্বৰ বড়োই সভাৰ পুথিভঁৰালটি পুঢ়ুৱৈৰ বাবে খোলা ৰাখিছিলোঁ। দুখৰ বিষয়, পুঢ়ুৱৈৰ সঁহাৰি আশাব্যঞ্জক নাছিল।

বিদ্যুতৰ বিচ্ছিন্ন সংযোগটি বহু কষ্ট কৰি তাঁত-বাতি কাঢ়ি পুনৰ সংযোগ কৰিছিলোঁ যদিও পৰৱৰ্তী কালত লাইটৰ বিল নিদিয়াৰ বাবে পুনৰ বিদ্যুৎ বিভাগে সংযোগ বিচ্ছিন্ন কৰি দিয়ে আৰু আজি পৰ্যন্ত বিদ্যুতৰ অভাৱত সাহিত্য ভৱনত সভা-সমিতি অনুষ্ঠিত কৰাত যথেষ্ট অসুবিধা অনুভূত হৈ আছে।

আন এটি উল্লেখযোগ্য কাম হ'ল— মই সভাৰ আগৰ জমা পুঁজি ব্যৱহাৰ কৰা নাছিলোঁ আৰু কাৰ্যকালৰ অন্তত প্ৰায় তিনি হাজাৰ টকা ৰাহি জমা কৰিবলৈ সক্ষম হৈছিলোঁ। প্ৰতিগৰাকী সম্পাদকে যদি এইদৰে জমা কৰিলেহেঁতেন, তেনেহ'লে সভাৰ সকলো ধৰণৰ অভাৱ পূৰণ কৰিবলৈ অসুবিধাৰ সন্মুখীন হ'বলগা নহ'লহেঁতেন।

দক্ষিণ কামৰূপৰ শাখা সভাসমূহক একত্ৰিকৰণ কৰি এটি যৌথ প্ৰচেষ্টাৰ সাহিত্য চৰ্চাৰ পৰিৱেশ সৃষ্টিৰ বাবে সকলো শাখা সভালৈ প্ৰথমবাৰৰ বাবে যোগাযোগ কৰা হৈছিল, যদিও সভাত কেইখনমান শাখাহে উপস্থিত হৈছিল। সেই সভাত মোৰ ওপৰত আহ্বায়কৰ দায়িত্ব অৰ্পণ কৰি এখন আহ্বায়ক সমিতি গঠন কৰিছিল যদিও পৰৱৰ্তী কালত সম্পাদকসকলে সেই প্ৰচেষ্টা চলাই যোৱা দেখা নগ'ল।

সংবিধানক নিয়ম অনুযায়ী মই সম্পূৰ্ণ এবছৰৰ অন্তত একে তাৰিখতে অৰ্থাৎ ফেব্ৰুৱাৰী মাহৰ ১১ আৰু ১২ তাৰিখতেই সভাৰ বছৰেকীয়া অধিবেশন অনুষ্ঠিত কৰিছিলোঁ। এই ক্ষেত্ৰত মোক সভাপতি, উপ-সভাপতি আৰু কাৰ্যনিৰ্বাহক সমিতিৰ সদস্যসকলে সহায় কৰিছিল। মই সেইসকললৈ এই সুযোগতে পুনৰ শ্ৰদ্ধা নিবেদন কৰিলোঁ।

সদৌ শেষত মোৰ এটা বৈ যোৱা মনৰ দুখ প্ৰকাশ কৰিবলৈ ওলাইছোঁ। মোৰ অধিবেশন সম্পূৰ্ণ সফল হৈছিল একমাত্ৰ অভ্যৰ্থনা সমিতিৰ বলিষ্ঠ পদক্ষেপৰ বাবে। তেখেতসকল সভাৰে সদস্য আছিল যদিও অভ্যৰ্থনা সমিতিৰ হিচাপ-নিকাচ কৰি ৰাইজৰ জমা সভাৰ পুঁজিলৈ অনাৰ সময়ত অনুষ্ঠিত যুটীয়া সভাখনত মোৰ পৰৱৰ্তী কাৰ্যনিৰ্বাহক সমিতিখনে মোৰ অজ্ঞাতে সভা অনুষ্ঠিত কৰি কি কাৰণত লুকাচুৰ কৰিছিল মই আজিও বুজি পোৱা নাই আৰু দুখটো মোৰ সদায় মনতে বৈ যাব।

পলাশবাৰী সহিত্য সভাৰ সোণালী জয়ন্তী উৎসৱ সফলভাৱে পালন হওক আৰু সভাৰ ইতিহাস ৰচনা কৰি এক বলিষ্ঠ পদক্ষেপেৰে অসম সাহিত্য সভাত জিলিকি উঠক এই আশাৰে সামৰিলোঁ।



## ডিম্বেশ্বৰ মালী

প্ৰাক্তন সম্পাদক

(২০০৫-২০০৭)

(ক) প্ৰশ্নটোৰপৰাই অনুমান কৰিব পাৰি যে, বৰ্তমান পলাশবাৰী সাহিত্য সভাৰ সাংগঠনিক ভেটি আশানুৰূপ নহয়; অৰ্থাৎ দুৰ্বল হৈ পৰিছে। প্ৰথমতে সাংগঠনিক ভেটি দুৰ্বল হৈ পৰাৰ নেতিবাচক দিশসমূহ পৰ্যালোচনা কৰি চোৱা উচিত। আমি কৰি থকা কামবোৰৰ ক'ৰবাত ত্ৰুটি-বিচ্যুতি হৈছে নেকি? নে সাহিত্যানুৰাগী জনসাধাৰণৰ আমাৰ প্ৰতি বিশ্বাসযোগ্যতা আৰু আস্থাৰ অভাৱ ঘটিছে? সভাৰ লগত জড়িত কাণ্ডাৰীসকলে নিজৰ গাত চিকুট মাৰি আত্মসমালোচনা কৰি অন্তঃকৰণেৰে নিজে আনৰ দৃষ্টিত বিশুদ্ধ (Re-form)হৈ লোৱা উচিত বুলি মই ভাবোঁ।

পলাশবাৰী সাহিত্য সভাৰ সাংগঠনিক ভেটি সুদৃঢ় কৰিবলৈ পূব-পশ্চিম-উত্তৰ আৰু দক্ষিণ— এনেদৰে চাৰিটা মণ্ডলত ভাগ কৰি আমাৰ সাহিত্য সভাৰ এক্তিয়াৰভুক্ত বাছনিকৃত ঠাইত চাৰিখন ডাঙৰ সাংগঠনিক সভা পাতি লাগে। তদুপৰি সাংগঠনিক সভাবোৰলৈ নতুন প্ৰজন্মক আকৰ্ষিত কৰিব পৰাকৈ গীত, আবৃত্তি, একক অভিনয়, জাতীয় প্ৰতিভা সন্ধানী কাৰ্যসূচীও হাতত লোৱা উচিত। এনেদৰে অনুষ্ঠিত কৰা সাংগঠনিক সভাবোৰতেই সদস্যৰ নবীকৰণ আৰু নতুন সদস্যৰ ভৰ্তিকৰণ কৰিব পৰা যায়। তেনে কৰিলে সাহিত্য সভাখনৰ প্ৰসাৰ আৰু প্ৰচাৰ বঢ়াৰ লগতে সাংগঠনিক ভেটিও সুদৃঢ় হ'ব। বৰ্তমান দায় সৰা ধৰণৰ গতানুগতিক পদ্ধতি অৱলম্বন কৰি অহা হৈ আহিছে।

(খ) কথাটো সঁচা। ইয়াৰ কেইবাটাও কাৰণ আছে। যথা—

(১) পলাশবাৰী সাহিত্য সভাখনৰ কাৰ্যসূচীবোৰ গতানুগতিকভাৱে পূৰ্বৰেপৰা চলি আহিছে। কিছুসংখ্যক সৃষ্টিশীল, পৰিৱৰ্তনশীল, প্ৰতিভাসন্ধানী সদস্যই গতানুগতিকতাৰপৰা সাহিত্য সভাখনক মুক্ত কৰিব বিচাৰে যদিও পদবীধাৰীসকলৰ নিজস্ব মতৰ বিৰুদ্ধে চেষ্টা কৰিও বাট বুলিব নোৱাৰে বাবে কাৰ্যসূচীবোৰত অংশগ্ৰহণৰপৰা বিৰত থাকে।

(২) বছৰ বছৰ ধৰি চিনাকী মুখবোৰে সাহিত্য সভাখনৰ পদবী খামুচি ধৰি থকা বিষয়টোৱেও কিছুসংখ্যক জ্ঞানী-গুণী সদস্যক আমনি দি আহিছে। সাহিত্য সভাৰ স্বাৰ্থ জড়িত বিষয়ত কিছুসংখ্যক মাননীয় সদস্যৰ মতামতক উপেক্ষা কৰি সম্পূৰ্ণ একপক্ষীয় পক্ষপাতদুষ্ট সিদ্ধান্তও কেতবোৰ সভাত লোৱা হৈছে বুলিও অভিযোগ উত্থাপিত হোৱাৰ লগতে সদস্যসকলৰ মাজত বু-বা শুনা যায়।

(৩) সাহিত্য সভাখনত লবীকেন্দ্ৰিক ৰাজনীতিয়ে ক্ৰীড়া কৰা বুলি সচেতন সদস্যসকলৰে কিছুসংখ্যকে কোৱা শুনা যায়। অভিযোগটোৰ সত্যতা আছে। এটা লবীয়ে আনটো লবীৰ সদস্যসকলক কুৎসা ৰটনা কৰি সভাখনৰ প্ৰসাৰতা বঢ়োৱাৰ সলনি ঠেক গণ্ডীৰ ফালে ক্ৰমান্বয়ে লৈ গৈ আছে বুলিও গুণগুণনি শুনিবলৈ পোৱা যায়।

(৪) তদুপৰি সভাৰ বিভিন্ন কাৰ্যসূচীবোৰৰ বাবে সদস্যসকলৰ সকলোৱে সময়মতে অথবা একেবাৰেই নিমন্ত্ৰণী পত্ৰ নাপায় বুলিও অভিযোগ উত্থাপন কৰা দেখা যায়।

(গ) এইটো সাম্প্ৰতিক সময়ৰ এটা গুৰুত্বপূৰ্ণ প্ৰশ্ন। অসমীয়া ভাষা-সাহিত্যৰ দুৰ্যোগ হোৱা বুলি ভাবোঁ। কাৰণ বৰ্তমান অসমীয়া মানুহখিনিয়ে অস্তিত্বৰ সংকটত ভুগি আছে। কম পৰিসৰৰ ৰাজ্য আৰু ক্ষুদ্ৰ জাতিসত্তাবোৰে সদায় নিজৰ অস্তিত্বৰ প্ৰতি ভাবুকি অনুভৱ কৰে আৰু অসম তথা ইয়াৰ খিলঞ্জীয়া জনগোষ্ঠীবোৰে সুদূৰ অতীতৰেপৰা এনে এক নিৰাপত্তাহীন অৱস্থাৰ মাজেদি দিন কটাবলগা হৈছে। আমাৰ ভৌগোলিক অস্তিত্বৰ কথাই প্ৰথমতে ধৰা হওক। পূৰ্বৰ অসম এতিয়া নাই, ভাঙি-ছিঙি অসমখন ক্ষুদ্ৰ হৈ পৰিল। অসমৰ ভিতৰতে ককাই-ভাই বেলেগ হোৱাৰ দৰে বহুকেইটা পৰিয়াল হ'ল। হয়তো ভৱিষ্যতে অসম অধিক দ্বিখণ্ডিত হ'ব। আমাৰ পৰিসীমা শেষত গৈ ক'ত ৰয়গৈ এই কথা ভৱিষ্যতে ক'ব। ৰাজ্যখনৰ বাহিৰৰপৰা হোৱা প্ৰব্ৰজন আমাৰ অস্তিত্বৰ প্ৰতি আটাইতকৈ ডাঙৰ ভাবুকি। স্বাধীনতাৰ আগৰেপৰা মানুহ আহিয়েই আছে অবিৰতভাৱে। দেশী-বিদেশী দুই ধৰণৰ প্ৰব্ৰজন। বাংলাদেশৰপৰা হোৱা প্ৰব্ৰজনে সকলোকে চেৰাইছে।

খিলঞ্জীয়া জনগোষ্ঠীসমূহৰ মাজত অনৈক্য, পাৰস্পৰিক সন্দেহ আৰু অবিশ্বাস, ৰাজনৈতিক ক্ষমতা লাভৰ বাবে ভাতৃঘাতী দৌৰ, এই কথাবিলাকে অসমৰ অস্তিত্ব জটিল কৰি তুলিছে। জনগোষ্ঠীবোৰৰ মাজত অসমৰ প্ৰতি আদৰ অতিশয় সীমিত। একেলগে উজোৱাৰ প্ৰবৃত্তিও নাই, সৰ্বগ্ৰাসী প্ৰব্ৰজনৰ বিৰুদ্ধে উমৈহতীয়া কাৰ্যসূচীও নাই। জনগোষ্ঠীবোৰৰ সামাজিক আৰু ৰাজনৈতিক নেতৃত্ব অতি দুৰ্বল, ক্ষমতাপ্ৰয়াসী আৰু দুৰ্নীতিগ্ৰস্ত। ভৱিষ্যৎদৰ্শী দৃষ্টিভংগী কাৰো নাই, হ্ৰস্বম্যাদী ক্ষমতাবিলাস আৰু ধনী হোৱাৰ সপোনহে আটাইৰে। অসমৰ বাবে চিন্তা কাৰো নাই। ৰাজ্যখনৰ সামগ্ৰিক নেতৃত্বৰ চৰিত্ৰও একে। ক্ষমতা আৰু ঐশ্বৰ্যৰ বাবে তেওঁলোকে যি কোনো আপোচৰ বাবে সাজু।

সমূহ নেতিবাচক দিশ থাকিলে এটা জাতিৰ ভাষা-সাহিত্যৰ দুৰ্যোগ হোৱাটো তেনেই স্বাভাৱিক। জাতি হিচাপে জীয়াই থকাৰ বাবে যিখিনি অতীত গৰিমা আমাৰ আছে, যি চহকী ঐতিহ্য, সাহিত্যৰ ভঁৰাল, সংস্কৃতিৰ বাবে বাৰেবৰণীয়া ৰূপ আছে, সেইখিনি লৈ যুগ-যুগান্তৰলৈ আমি আমাৰ অস্তিত্ব ঘোষণা কৰি থাকিব পাৰিম সগৌৰৱে; কিন্তু আত্মসন্তুষ্টি লভাটো উচিত নহ'ব। প্ৰতিটো জনগোষ্ঠীয়ে আজি আপোন অস্তিত্ব দাঙি ধৰাৰ বাবে সচেতন আৰু সংগ্ৰামী; কিন্তু অসমীয়া জাতি আৰু অসমীয়া চেতনা বুলিলে আমি যি বুজোঁ, তাৰ ভৌগোলিক আৰু আন আটাইবোৰ পৰিসৰ খৰতকীয়াকৈ সংকুচিত হৈ আহিছে।

আমাৰ ভাষা-সাহিত্য-সংস্কৃতিও আজি গভীৰ বিপদৰ মুখত। কিমান মানুহে এতিয়া অসমীয়া কয়, কিমান মানুহে অসমীয়া সাহিত্য চৰ্চা কৰে, কিমান মানুহ অসমীয়া সংস্কৃতিৰ মূল উপাদানবোৰৰ সৈতে পৰিচিত— এইবোৰ পৰিসংখ্যা বৰ দুখৰ বিষয়। বজাৰ অৰ্থনীতিয়ে আমাক গ্ৰাস কৰাৰ পিছত এইবোৰ বিপদ অধিক ঘনীভূত হৈছে। অসমীয়া স্কুলবোৰৰ অৱস্থা কেনে? সেইবোৰ স্কুললৈ পঢ়িবলৈ যোৱা ছাত্ৰ-ছাত্ৰীৰ সংখ্যা দ্ৰুতভাৱে হ্ৰাস পাইছে। ইংৰাজী মাধ্যমত পঢ়া আৰু পিছত অসমৰ বাহিৰলৈ পঢ়িবলৈ যোৱা ছাত্ৰ-ছাত্ৰীসকলৰ অসমীয়া জীৱনৰ সৈতে চিনাকি নাইকিয়া হৈছে। আমাৰ শিপা ক'ত? সেই কথাই নতুন প্ৰজন্মক আমনি নকৰে। তামিলসকলে বিশ্বৰ য'তেই নাথাকক, তামিল সংস্কৃতি নেৰে। ৰবীন্দ্ৰনাথ আৰু মা দুৰ্গাক লৈ য'তে-ত'তে বঙলীসকলে এখন ক্ষুদ্ৰ কলিকতাৰ সৃষ্টি কৰে। অসমীয়াসকলে বছৰেকত হয়তো এবাৰ গোট খাই এচকৰি বিহু নাচে। বিহুতেই অসমীয়া সংস্কৃতি নহয়। প্ৰতিবছৰে আজিকালি হাজাৰ হিচাপত অসমীয়া ছাত্ৰ-ছাত্ৰী বাহিৰলৈ পঢ়িবলৈ যায়। শংকৰ-মাধৱ, কমলাকান্ত-লক্ষ্মীনাথ, বিষ্ণু-জ্যোতি, বাণীকান্ত, মহেশ্বৰ নেওগ আদি নামবোৰে তেওঁলোকৰ অন্তৰৰ গভীৰতম প্ৰদেশত জোকাৰণি নোতোলে। বাহিৰলৈ যোৱাখিনিৰ কথা বাদ দিলেও অসমতে থকা, ইয়াৰ মাটি-পানীৰ জীপ পোৱা নতুন প্ৰজন্মৰ ল'ৰা-ছোৱালীখিনিৰ মনতো কোনো শিহৰণ নাজাগে। এই জোকাৰণি, এই শিহৰণ যদি আমাৰ নাই, তেনেহ'লে আমাৰ ভাষা-সাহিত্য-সংস্কৃতিৰ সত্তিত্বৰ কথা বলকি কি হ'ব? আচলতে অস্তিত্ব কাৰ বাবে?

(ঘ) প্ৰতিজন সচেতন ব্যক্তিৰ বাবে এই ঘটনাটো অত্যন্ত গৰ্হিত আৰু দুৰ্ভাগ্যজনক। বিদ্যালয়খনৰ শিক্ষাৰ মাধ্যম ইংৰাজী হ'ব পাৰে, তথাপিও ছাত্ৰ-ছাত্ৰীয়ে নিজস্ব মাতৃভাষাত কথা-বতৰা পতাত কোনো বাধা থাকিব নালাগে। কাৰণ এগৰাকী সন্তানে নিজৰ মাকক যেনেদৰে ভাল পায়, ঠিক তেনেদৰে নিজৰ মনৰ ভাব



ব্যক্ত কৰাৰ বাবে মাতৃভাষাটোকো ভাল পায়, শ্ৰদ্ধা কৰে। গুৰুকুল গ্ৰামাৰ বিদ্যালয়ৰ শিক্ষয়িত্ৰীগৰাকীয়ে ছাত্ৰীগৰাকীৰ বাক্, স্বাধীনতাক খৰ্ব কৰি মাতৃভাষাক উপলুঙা কৰাৰ যি অপকৰ্মত লিপ্ত হৈছে, তাক আমি গৰিহণা দিছোঁ লগতে অসম সাহিত্য সভাই অসমৰ সকলো শিক্ষানুষ্ঠান আৰু চৰকাৰী-বেচৰকাৰী প্ৰতিষ্ঠানত অসমীয়া ভাষাৰ প্ৰয়োগ বাধ্যতামূলক কৰা হওক বুলি যি প্ৰস্তাৱ আগবঢ়াইছে, তাক কাৰ্যকৰী কৰাৰ ক্ষেত্ৰত আমাৰ চৰকাৰে দৃঢ় পদক্ষেপ গ্ৰহণ কৰক বুলি আমি অনুৰোধ জনালোঁ।

(ঙ) ১৯৫৮ চনত পলাশবাৰী জ্ঞানদা পুথিভঁৰালত শ্ৰীযুত অমৰেন্দ্ৰনাথ বৰুৱাদেৱ আৰু সেই সময়ৰ কেইজনমান উদ্যমী যুৱকৰ প্ৰচেষ্টাত গঢ় লোৱা পলাশবাৰী সাহিত্য সভাই জন্মৰ দুই বছৰ পিছতেই অৰ্থাৎ ১৯৬০ চনত অসম সাহিত্য সভাৰ ২৮ তম অধিবেশনখনি অসমৰ স্বনামধন্য সাহিত্যিক ত্ৰৈলোক্যনাথ গোস্বামীদেৱৰ সভাপতিত্বত অতি সুন্দৰ আৰু সফলভাৱে মৰ্জিত অনুষ্ঠিত কৰিছিল। সেই অধিবেশনখন পতা সময়ত আমাৰ জন্মই হোৱা নাছিল। সোণালী জয়ন্তীৰ প্ৰাক্ক্ষণত আজি মোৰ মনত অনুভৱ হয় যেন অসম সাহিত্য সভাৰ পূৰ্ণাংগ অধিবেশন এখন আমাৰ জীৱিত কালত পুনৰ মৰ্জিত অনুষ্ঠিত। এই ক্ষেত্ৰত পলাশবাৰী সাহিত্য সভাই যৎপৰোনাস্তি চেষ্টা অব্যাহত ৰাখিব লাগে। সোণালী জয়ন্তীৰ মধুৰ ক্ষণত পলাশবাৰী সাহিত্য সভাৰ বৃহত্তৰ স্বাৰ্থত সকলোলৈকে ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ ভাষাৰে মোৰ আহ্বান— 'বৰ অসমৰ জনতাৰ মনবোৰ সেউজ হওক। ভৌগোলিকভাৱে নহ'লেও মনৰ মিলন হওক; যি মিলনে আমাৰ মাজত ব্যৱধান দূৰ কৰিব। সুন্দৰেই হওক সকলোৰে বাবে মহামন্ত্ৰ।'

পলাশবাৰী সাহিত্য সভাৰ মঞ্চৰ জৰিয়তে মই কামৰূপ জিলা সাহিত্য সভা আৰু অসম সাহিত্য সভাৰ বৰেণ্য ব্যক্তিসকলৰ লগত সান্নিধ্য লাভ কৰিছোঁ। বিভিন্ন ব্যক্তিক লগ পোৱা মুহূৰ্তবোৰো স্মৰণীয় যদিও আমাৰ কাৰ্যকালৰ (২০০৫-২০০৭) বিশেষ স্মৰণীয় দিনটো হ'ল— কামৰূপ জিলা সাহিত্য সভাৰ ত্ৰিংশতিতম পাণ্ডু অধিবেশনত পলাশবাৰী সাহিত্য সভাক 'প্ৰশংসনীয় শাখা' হিচাপে ঘোষণা কৰি বঁটা প্ৰদান কৰা মুহূৰ্তটো। এই বঁটাত প্ৰশস্তি পত্ৰ এখন, শৰাই এখন আৰু কিতাপৰ টোপোলা এটা আছে।



## যোগেন্দ্ৰ কুমাৰ

প্ৰাক্তন পত্ৰিকা সম্পাদক

ষষ্ঠ সংখ্যা (১৯৮৪-১৯৮৫), সপ্তম সংখ্যা (১৯৮৫-১৯৮৬),
নৱম সংখ্যা (১৯৮৭-১৯৮৮), ষষ্ঠদশ সংখ্যা (১৯৯৫-১৯৯৬)

(ক) 'দখিণ কোল'ৰ প্ৰতিটো সংখ্যাতে দক্ষিণ কামৰূপৰ প্ৰচলিত লোক-সংস্কৃতি, সামাজিক ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ আৰু পৰম্পৰা, আঞ্চলিক ঐতিহ্য, প্ৰচলিত ভাষা-সাহিত্যৰ ওপৰতে বেছিভাগ প্ৰবন্ধ-পাতি প্ৰকাশ পাই আহিছে। গতিকে ইয়াৰ প্ৰতিটো সংখ্যাই পলাশবাৰী অঞ্চলক জনাৰ বাবে এক আপুৰুগীয়া সমল। বহুতো ভাষা-সাহিত্যৰ গৱেষকে 'দখিণ কোল'ৰপৰা উপকৃত হোৱা শুনা যায়।

(খ) 'দখিণ কোলে' যথেষ্টসংখ্যক লেখক-লেখিকাৰ সৃষ্টি কৰিছে। পলাশবাৰী অঞ্চলৰপৰা বহুকেইখন স্থানীয় আলোচনী মাজে-সময়ে প্ৰকাশ পাই আহিছে যদিও নানা কাৰণত সেইবোৰ বেছিদিন টিকি থাকিব নোৱাৰে; কিন্তু দখিণ কোল একেধাৰে ১৯৭৮ চনৰপৰা নিয়মিতভাৱে প্ৰকাশ হৈ আহিছে। যিখন মঞ্চত স্থানীয় লেখক-লেখিকাই লিখিবলৈ উৎসাহ-উদ্দীপনা পাই আহিছে।





পলাশবাৰী সাহিত্য সভাৰ উদ্যোগত মাহেকত অন্ততঃ এখনকৈ আলোচনাচক্ৰ, কবি সন্মিলন পাতিব লাগে। ইয়াতে আলোচ্য প্ৰবন্ধ-পাতি প্ৰয়োজন সাপেক্ষে সংশোধন কৰি মতামতৰ ভিত্তিত দখিণ কোলত প্ৰকাশৰ ব্যৱস্থা কৰিব লাগে। সম্ভৱ হ'লে দখিণ কোল প্ৰকাশৰ বাবে এটা আছুতীয়া স্থায়ী পুঁজিৰ ব্যৱস্থা কৰিব লাগে আৰু আগন্তুক দিনবোৰত বছৰেকত একাধিকবাৰ প্ৰকাশৰ ব্যৱস্থা কৰিব লাগে। এক হাজাৰমান স্থায়ী পঢ়ুৱৈৰ সৃষ্টি কৰিব পাৰিলে আৰ্থিক দিশত কিছু সকাহ হ'ব বুলি ভাবোঁ।

(গ) 'দখিণ কোল' এখন ঐতিহাসিক দস্তাবেজ। সেয়েহে দখিণ কোললৈ প্ৰকাশৰ বাবে পঠোৱা সকলো লিখনিয়েই সম্পাদনা সমিতিৰ মেজত বহুলভাৱে চৰ্চিত হোৱাৰ পাচতহে প্ৰকাশৰ বাবে অনুমোদন জনাব লাগে। তেতিয়া প্ৰতিটো লিখনিৰে বিষয়বস্তু গভীৰ হোৱাৰ আশা থাকে।

(ঘ) মাতৃভাষাত শিক্ষা লাভ কৰিবলৈ আটাইতকৈ উজু। আনহাতে গোটেই পৃথিৱীখনৰ বিষয়ে জনাৰ বাবে সকলো ভাষা-ভাষীৰে উমৈহতীয়া ভাষা হ'ল ইংৰাজী। ইংৰাজী ভাষাতি ব্যুৎপত্তি থাকিলেহে মাতৃভাষাত সাহিত্য সৃষ্টিৰ সমল পোৱা যাব। অসমীয়া ভাষা-সাহিত্যৰ চৰ্চাও অসমৰ ভৌগোলিক চাৰিসীমাত হ'ব লাগিব। সেয়েহে অসমৰ ভিতৰত থকা ইংৰাজী, বঙালী, হিন্দী সকলো মাধ্যমৰ বিদ্যালয়ত অসমীয়া ভাষাটো বাধ্যতামূলক হ'ব লাগে। এই ক্ষেত্ৰত চৰকাৰে প্ৰয়োজন সাপেক্ষে আইন প্ৰণয়ন কৰিব লাগিব। ইয়াৰোপৰি প্ৰতিজন অসমীয়া অভিভাৱকে নিজৰ ল'ৰা-ছোৱালীক আছুতীয়াকৈ হ'লেও অসমীয়া ভাষা শিকোৱাৰ ব্যৱস্থা গ্ৰহণ কৰিব লাগে। অসমীয়া জাতিয়েই অসমীয়া ভাষা-সাহিত্যৰ সংকট মোচন কৰিব লাগিব।

(ঙ) এটা বয়সত পলাশবাৰী সাহিত্য সভাৰ সৈতে ওতপ্ৰোতভাৱে জড়িত হৈ থকা সাহিত্য সভাখনৰ বয়স মোৰ প্ৰায় সমবয়সৰ হোৱা কথাটোৱে মোক যথেষ্ট আপ্লুত কৰি তুলিছে। বিগত দিনবিলাকত পলাশবাৰী সাহিত্য সভাই দক্ষিণ কামৰূপ অঞ্চলৰ ভাষা-সাহিত্যৰ প্ৰসাৰ আৰু প্ৰচাৰত যি ভূমিকা পালন কৰি আহিছে, অনাগত দিনবোৰতো যাতে এই জয়যাত্ৰা অব্যাহত থাকে, তাকে কামনা কৰিলোঁ।

জয়তু চিৰ চেনেহী মোৰ ভাষা জননী
জয়তু পলাশবাৰী সাহিত্য সভা।



## অনুপ কুমাৰ মেধি

প্ৰাক্তন পত্ৰিকা সম্পাদক

উনবিংশ সংখ্যা (১৯৯৮-১৯৯৯)

(ক) ভাষা-সাহিত্য চৰ্চাত দখিণ কোলে হ'ল দক্ষিণ কামৰূপৰ একমাত্ৰ গ্ৰন্থ, কিয়নো যিখন গ্ৰন্থৰ জৰিয়তে আমি ছাত্ৰ অৱস্থাৰেপৰা ভাষা জ্ঞান, সাহিত্য জ্ঞানৰ ধাৰণা লাভ কৰিবলৈ সক্ষম হৈছোঁ আৰু দক্ষিণ কামৰূপৰ সংস্কৃতি, অসমৰ সংস্কৃতিৰ বিষয়েও জ্ঞান লাভ কৰিব পাৰিছিলোঁ। এতেকে দখিণ কোল দক্ষিণ কামৰূপৰ ভাষা-সাহিত্য চৰ্চাত মূল ভূমিকা পালন কৰা বুলি মই ভাবোঁ।

(খ) 'দখিণ কোলে' ন লেখক-লেখিকাৰ সৃষ্টিত এশ শতাংশই অৰিহণা যোগোৱা বুলি মই ভাবোঁ। কাৰণ আমাৰ অঞ্চলৰ যিমানবোৰ লেখক-লেখিকাৰ জন্ম হৈছে ইয়াৰ ৯৫ শতাংশই দখিণ



কোলৰ অনুপ্ৰেৰণাতে আজি বিখ্যাত লিখক হিচাপে পৰিগণিত হৈছে। সাম্প্ৰতিক সময়ত নতুন প্ৰজন্মৰ ছাত্ৰ-ছাত্ৰীসকলৰ সাহিত্য চৰ্চাৰ প্ৰতি মনোনিৱেশ নোহোৱা হৈছে। যাৰ ফলত আজি নতুন লেখক-লেখিকাৰ অভাৱ হৈছে। সেয়েহে 'দখিণ কোলে' নতুন প্ৰজন্মৰ সকলোকে আকৰ্ষণ কৰিব পৰাকৈ গুণী-জ্ঞানীজনৰ লগত আলোচনা কৰি নতুন সৃষ্টিৰ সূচনা কৰিব লাগিব বুলি মোৰ অনুভৱ হৈছে।

(গ) 'দখিণ কোলে' গৱেষকসকলক যথেষ্ট পৰিমাণে সমল দি অহা বুলি জনা যায়। কিয়নো বহুতো গুণী-জ্ঞানী ব্যক্তিয়ে দখিণ কোল পঢ়াৰ পিচত এনে ধৰণৰ মন্তব্য প্ৰকাশ কৰি আহিছে। গতিকে ইয়াৰ বিষয়বস্তু আৰু ভাষাৰ বিকাশৰ বাবে কি আঁচনি ল'লে ফলপ্ৰসু হ'ব সেই বিষয়ে পলাশবাৰী সাহিত্য সভাৰ লগত জড়িত জ্যেষ্ঠ শিক্ষাগুৰু, লেখক-লেখিকা, দক্ষিণ কামৰূপৰ গুণী-জ্ঞানী ব্যক্তিৰ লগতে ৰাজ্যখনৰ বিশেষ বিশেষ দিশত জ্ঞান থকা গুণীজনৰপৰা পৰামৰ্শ লৈ আগবাঢ়িলে ভাল হ'ব। কিয়নো এই ক্ষেত্ৰত পৰামৰ্শ দিবৰ বাবে মোৰ ধৃষ্টতা নাই বুলি ভাবোঁ।

(ঘ) আজিৰ তাৰিখত অসমীয়া ভাষা-সাহিত্যৰ লগত সকলো দিশতে অসমীয়া জাতিয়ে সংকটৰ সন্মুখীন হ'বলগীয়া হৈছে। শংকৰদেৱ, মাধৱদেৱ, আজানপীৰৰ পিচত লক্ষ্মীনাথ বেজবৰুৱাৰপৰা আৰম্ভ কৰি অসমত অসমীয়া জাতিৰ নিজস্ব ভাষা-সাহিত্য, সংস্কৃতি বিশ্বত প্ৰতিষ্ঠা লাভ কৰাৰ বাবে যিসকল পণ্ডিতে, মহান মহান ব্যক্তিয়ে অৱদান আগবঢ়াই গ'ল, তেখেতসকলে অসমীয়া মাধ্যমৰ বিদ্যালয়ত পঢ়া-শুনা কৰিয়েই বিশ্বৰ বিভিন্ন প্ৰান্তৰ মানুহৰ লগত মতবিনিময় কৰিছিল; কিন্তু আজি ইংৰাজী মাধ্যমৰ জৰিয়তে হওক অসমীয়া মাধ্যমৰ বিদ্যালয়ে হওক, সকলো বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীয়ে কিন্তু ভাষা-সাহিত্যৰ জ্ঞানৰ পৰা আঁতৰি অহা দেখা গৈছে। সেয়েহে মই ভাবোঁ ইয়াৰ বাবে নতুন প্ৰজন্মৰ মনত নিজৰ জাতি সম্বন্ধে চেতনাৰ সৃষ্টি কৰিব লাগিব।

(ঙ) পলাশবাৰী সাহিত্য সভাই সোণালী জয়ন্তী বৰ্ষ উদ্‌যাপন কৰাত মই অতিশয় আনন্দিত হৈছোঁ আৰু গৌৰৱবোধ কৰিছোঁ। অসম সাহিত্য সভাৰ লাইখুঁটা সদৃশ পলাশবাৰী সাহিত্য সভাই পঞ্চাশ বছৰ অতিক্ৰম কৰাৰ শুভক্ষণত সুঁৱৰিছোঁ প্ৰয়াত সকলো প্ৰতিষ্ঠাতা সদস্য-সদস্যাক যাৰ সুস্থ চিন্তাৰ গছপুলিটোৱে আজি এক বৃহৎ বটবৃক্ষ ৰূপে এক বিস্তৃত ক্ষেত্ৰত নিজৰ অস্তিত্ব বজাই ৰাখি আমাক একতাৰ ডোলেৰে বান্ধি ৰাখিছে আৰু নিজকে এই মহান অনুষ্ঠানটোৰ জৰিয়তে ৰাইজক সেৱা কৰিবলৈ পাই নিজকে ধন্য মানিছোঁ।

জয়তু ভাষা জননী

জয়তু পলাশবাৰী সাহিত্য সভা।



এই শিতানটি সজাইছে—



# এখন অলিখিত উপন্যাসৰ ৰূপৰেখা (OUT LINE)


মইনা গোস্বামী


মানুহজনে বুকুৰ মাজত সামৰি ৰাখিছে পলাশবাৰীৰ অতীত-বৰ্তমান। আমাৰ বাবে সুদূৰ অতীত হ'লেও তেওঁৰ বাবে অদূৰ। যেন সিদিনাৰ ঘটনা। যেন এক গেৰিৰ বাট। বৰ্তমান পলাশবাৰীক গিলি পেলোৱা লুইতখনৰ ইপাৰ-সিপাৰো হেনো এটা সময়ত এক গেৰিতেই সীমাবদ্ধ আছিল। পলাশবাৰী ঘাটৰপৰা এক গেৰি মাৰিলেই শুৱালকুছিয়াই শুনে।

চকু মুদিলেই বুকুৰ মাজৰপৰা সেই পলাশবাৰীখন উঠি আহি চৌদিশ মুখৰিত কৰে তেওঁৰ। তেওঁৰ নাম ৰংমন। তেওঁৰ মনত নমঃশূদ্ৰৰ ল'ৰা গজেন নমঃশূদ্ৰ হৈ নাথাকে। বাঁহৰ বাঁহীটিত ফু মাৰি স-সাগৰা পৃথিৱীৰ সুৰবোৰ আনিব খোজে সি। এনে লাগে যেন গজেন গজেন নহয়, গজেন কৃষ্ণ গোসাঁই; ৰংমনৰ বুকুৰ কুটুম গজেনে নৈখনৰ টুলুঙা নাও এখনৰ কৰিত বহি বাঁহী বজায়। বিচিত্ৰ সুৰবোৰে আহি ৰংমনৰ মনৰ মাজত অগা-ডেৰা কৰে; আকাশখন যেন নামি আহে।

কৃষ্ণই গোৱৰ্ধন পৰ্বতখন হাতৰ তলুৱাৰে দাঙি ধৰাৰ দৰে ৰংমনেও বিচাৰে লুইতৰ তলিৰপৰা পলাশবাৰীখন তুলি আনি তেওঁ যেন অনুজসকলক দেখুৱাব। কি চমৎকাৰ— কিমান সমৃদ্ধ, কত সুষমাৰে মণ্ডিত বিপুলায়তন সেই লুইতৰ পাৰ! ৰংমনৰ দেহৰ প্ৰতিটো ভাঁজত, তেজৰ প্ৰতিটো কণিকাত, চকুৰ প্ৰতিটো পলকত, হৃদয়ৰ প্ৰতিটো হেঁপাহত আজিও সজীৱ সেই পলাশবাৰী। পলাশবাৰীত এদিন গীত-কবিতা-নাটকৰ জোৱাৰ উঠিছিল। চূণৰপৰা সোণলৈ, পাণৰপৰা ধানলৈ সকলো উভৈনদী হৈ পৰিছিল হাৰাঘাটত। ফুটবলৰ মায়ালগা কেন্দ্ৰ হৈ পৰিছিল। ভৰিত যাদু আছিল খেলুৱৈৰ। মংগলবৰীয়া-শনিবৰীয়া হাটবোৰ যেন হাট নহয়; বিচিত্ৰ মানুহৰ এক বিৰাট সমাৰোহ। ঘাটত গোট খায় অজস্ৰ সৰু-বৰ নাও— ৰামদিয়া, বামুন্দি, লাওপাৰা, মুকালমুৱা, শ্ৰীহাটী আদি বিভিন্ন ঠাইৰপৰা অহা নাও। পলাশবাৰী কেৱল ভূগোলে কোৱা বাণিজ্য প্ৰধান ঠাই হৈ নাথাকে, পলাশবাৰী হৈ পৰে সৃষ্টিৰ বৰ্ণাঢ্য কঠীয়াতলী। সেই সৃষ্টিৰ বাতাৱৰণেই ৰংমনক সজাইছিল— ৰংমনৰ চকুত সপোন আঁকি দিছিল— সৃষ্টিৰ সপোন।

**ৰংমন আহিছিল ১৯২৯ চনৰ এটি বুধবাৰে।** ফাগুনৰ দৰে সিঁচি দিয়াৰ হেঁপাহ লৈ এটা ফাগুন মাহত। ৰংমন আহিবৰ দিনা আৰু বেছি মাতাল হৈ পৰিছিল পিতৃ। সুদক্ষ কাঠমিস্ত্ৰী সুদৰ্শন পিতৃয়ে সোমৰসত ডুবি থাকিব পাৰিলেহে ভাল পাইছিল। সেয়েহে হয়তো বৰপুত্ৰ ৰংমনৰ যেতিয়া মাথোন আঠবছৰ, চাৰিটা সন্তানক ৰংমনৰ মাকৰ কোলাত তুলি দি পিতৃ গুচি গ'ল চিৰদিনলৈ। আৰম্ভ হ'ল অন্তহীন দুৰ্গতি ৰংমনহঁতৰ।

১৯৩৭ চনৰ জুলাই মাহ। বাৰিষাৰ ব্ৰহ্মপুত্ৰ ফেনে-ফটোকাৰে দুৰ্বাৰ হৈ পৰিল। চাই থাকোঁতেই সাতোপাৰা, ভৰালীপাৰা, নোৱাপাৰা, নমঃশূদ্ৰ পাৰা, শুদ্ধপাৰা, ওজাপাৰা, দেউৰীপাৰা, বামুণপাৰা, কুমাৰপাৰা লুইতৰ বুকুত জাহ গ'ল। নিঃচিহ্ন হ'ল বৃহৎ শ্যামৰায় মন্দিৰ। শ্যামৰায় মন্দিৰকেই নিলে যেতিয়া মানুহনো কি! ভাগ্য নিৰ্ভৰ মানুহ। মানি ল'লে বিধাতাৰ বিধিলিপি। সুসংগঠিত পৰিৱেশ কিছু সময়ৰ বাবে ছেদেলি-ভেদেলি হ'ল। কিছুৱে তৎপৰতাৰে লুইতৰ অনতিদূৰতেই আকৌ সজাই ল'লে বাসস্থলী। এচামে হুদুমপুৰ, কুকুৰীয়া, মনপুৰ, পলাশৰ তল, বৰাতলী আদিত নতুন ভেটি সজালে।

ৰংমনহঁতৰ ঘৰ আছিল লুইতৰ দাঁতিকাষৰীয়া ঠাই কুমাৰপাৰাত। ৰংমন আঠ বছৰীয়া। ভায়েক দুটা সৰু।



বায়েকজনীৰো বয়স মাথোন দহ বছৰ। মাকৰ মুখলৈ চোৱাৰ বাহিৰে আন কোনো উপায় নাই। মাকৰো যাবলৈ এডোখৰেই ঠাই আছে— মাকৰ ঘৰ। পিতৃহীন মাকৰ ঘৰ। মাকৰ ঘৰ সদিলাপুৰত। একমাত্ৰ ভায়েকৰ নাম নাৰায়ণ মহন্ত। মেট্ৰিক পাছ। চকুৰোৱা চেহেৰা। নাৰায়ণ মহন্তহঁতৰ ঘৰলৈ ৰাওনা হ'ল ৰংমনহঁতৰ পৰিয়াল। নাৰেৰে পাৰ হ'ল এখনি সৰু নৈ কালভোগ। টকা-পইচাৰ অভাৱত নাৰায়ণ মহন্তই কলেজত পঢ়িব নোৱাৰিলে। তাতেই বুঢ়ীমাক আৰু মামাকৰ লগত লগ হ'লগৈ ৰংমনহঁতৰ পাঁচজনীয়া পৰিয়ালটি। দুটা খেৰৰ সৰু সৰু ঘৰ। নৈখনৰপৰা ডেৰ ফাৰ্লং দূৰ। সেই সময়তে আকৌ বিধৱা হ'ল ৰংমনৰ মাকৰ বায়েক— ৰংমনৰ জেঠীয়েক। এহাল ল'ৰা-ছোৱালীৰ মাতৃ। নহিৰাৰপৰা তেওঁলোকো আহি সদিলাপুৰ পালেহি। এটা দহজনীয়া পৰিয়ালৰ দায়িত্ব পৰিল নাৰায়ণ মহন্তৰ ওপৰত। ৰামপুৰৰ পীতাম্বৰ ঠিকাদাৰৰ বাৰুদৰ কাৰখানাত কাম কৰে তেওঁ। টানি-টুনি চলি থাকে পৰিয়ালটো। হঠাতে এদিন বাৰুদৰ বিস্ফোৰণত আহত হ'ল মহন্ত। ভৰ নামত জৰী ছিঙিল। লঘোণে-ভোকে চলি থাকিল ৰংমনহঁতৰ জীৱন ডিঙা। এখন ধানখেৰৰ বিছনাত ছিৰা কাপোৰেৰে বোৱা তলপাৰা। মাক আৰু ৰংমনৰ মাজত নিঃপাল দি শুই থাকে সৰু ভায়েক হৰেণ, বাসু আৰু বায়েকজনী পদ্মা। গাত ল'বলৈ এখন জৰাজীৰ্ণ কাপোৰ। দিনটো লৰা-ঢপৰা কৰি থকা ৰংমনৰ নিশা শুলেই টোপনি আহে। কল্পনাতেই ঘৰ তেওঁৰ। একোতে দিগদাৰ নালাগে। দিগদাৰ লাগে মাকৰ মুখখন দেখিলে। মাকৰ নীৰৱ মুখখনে, চকুযুৰিয়ে অনবৰত কিবা যেন কৈ থাকে। কাৰুণ্য চিনি পায় ৰংমনেও; কিন্তু কাৰুণ্যৰপৰা উদ্ধাৰৰ বাট নাজানে।

১৯৩৯ চন। দ্বিতীয় মহাযুদ্ধ আৰম্ভ হৈছে। মহাযুদ্ধখন আকৌ আৰম্ভ কৰিছে লুইতেও। ভাঙি-ছিঙি লৈ গ'ল সদিলাপুৰ-মাজিৰগাঁও। নিঃচিহ্ন হ'ল ৰংমনহঁতৰ দ্বিতীয় বাসস্থলী মামাকৰ ঘৰ। কেইটামান মুহূৰ্ততে ৰংমনে যেন বহুত পাঠ শিকি পেলালে। ইমানদিনে মৰম লাগি থকা ব্ৰহ্মপুত্ৰক শতৰু যেন লগা হ'ল। এনেদৰে যদি ব্ৰহ্মপুত্ৰই কাঢ়ি লৈ যায় সমস্ত মাটি, মানুহ ক'ত থাকিব! লগবোৰৰ মুখবোৰ চকুৰ আগতে ভাহি উঠিল ৰংমনৰ। এইবাৰ মামাকে আকৌ দুই ফাৰ্লং দূৰৈত থকা সম্পৰ্কীয় জেঠীমাকৰ ল'ৰা কালিৰাম কুমাৰৰ বস্তিত সাধাৰণকৈ এটা ঘৰ তুলিলে। ঘৰখন চলাবলৈ ধাৰ-ধুপাৰ কৰি মোমায়েকে ঘৰতে এখন গেলামালৰ দোকানো দিলে। মেট্ৰিক পাছ মোমায়েকে সহজতে চাকৰি এটা ল'ব পাৰে; কিন্তু বৃটিছৰ প্ৰতি বৰ ঘৃণা মোমায়েকৰ। লঘোণে থাকিব; অথচ বৃটিছৰ গোলামী নকৰে। মামাকৰ এই কথাখিনি কিয় জানো ৰংমনৰ বৰ ভাল লাগে। দোকানত বহে কিন্তু ৰংমনৰ বুঢ়ীমাক। মোমায়েকৰ সময় নাই। মোমায়েকে বৃটিছক খেদাৰ মন্ত্ৰ বিচাৰি ফুৰে। পলাশবাৰী বজাৰৰপৰা দুই-তিনিখন মোনা ভৰাই সদায়ে বস্তু আনিব লাগে ৰংমনে। কান্ধত বিস্কুটৰ মোনা কেইখন লৈ গীত গাই গাই আহে। তিৰী-চলিয়ে বেঙা মেলি মেলি চায়-শুনে। মুখত এটা নজহা-নপমা হাঁহি। হাজেল্‌নী-বৰ্‌তেৰণীহঁতে কয়—"বৰ মৰম লাগে আপাটোক"। এই সময়তে মোমায়েকে ৰংমনক সদিলাপুৰ প্ৰাইমাৰী স্কুলত নাম লগাই দিয়ে। বগা হাফপেণ্ট আৰু বগা হাফচাৰ্ট পিন্ধি ৰংমন স্কুললৈ যায়। চকু-মুখত মনৰ ভিতৰৰ আনন্দবোৰে সভা পাতে।

এদিন ৰংমনৰ বুঢ়ীমাক ঢুকাল। দোকানত বহিবলগা হ'ল ৰংমন। 'মাষ্টৰে দেখো তোক ভাল বুলিয়ে কয়। সদায় স্কুললৈ নগ'লেও হ'বদে'— মোমায়েকৰ কথা। ৰংমনৰ স্কুললৈ নোযোৱাৰ সংখ্যা বাঢ়ি থাকিল। তেনেকৈয়ে খ শ্ৰেণী পালে। খ শ্ৰেণীত প্ৰতি বৃহস্পতিবাৰে সাধুকথা ক'ব লাগে। বৃহস্পতিবাৰত ৰংমন স্কুললৈ নোযোৱাকৈ নাথাকে। চণ্ডীৰাম ছাৰে সাধুকথা সদায় ৰংমনকেই ক'ব দিয়ে। ৰংমনে সাজি সাজি সাধুকথা কয়। সি নিজেও বুজি নাপায় সাজি সাজি কথা কওঁতেও সলসলীয়াকৈ ক'ব পৰা জানো আহি থাকে কথাবোৰ। ৰংমনৰ পঢ়া-শুনাৰ প্ৰতি মতি-গতি দেখি পাণ্ডুত থকা পেহীয়েকে পাণ্ডুলৈ লৈ গ'ল। পাণ্ডুৰ প্ৰাথমিক স্কুলত নাম লগাই দিলে। মাকৰ প্ৰতিমাৰ দৰে মুখখন মনত পৰিলে সদিলাপুৰলৈ উৰি আহিবৰ মন যায় ৰংমনৰ। ৰংমন পাণ্ডুলৈ যোৱাৰ পিচত মোমায়েকৰ দোকানখন বন্ধ হ'ল। মোমায়েকে ৰোহিণী কুমাৰ চৌধুৰী প্ৰাথমিক স্কুলত শিক্ষকৰ চাকৰি পালে।

পাণ্ডুৰ ৰে'লৰে ষ্টেচনলৈ সলেশালাৰ যাত্ৰাপাৰ্টী আহিছে। ৰংমনে পেহীয়েকৰ ল'ৰাজনৰ লগত গৈ মঞ্চৰ একেবাৰে কাষতে ধানখেৰৰ ওপৰত বহিছে। নাটকৰ নাম 'মান্ধাতা'। জীৱনত যাত্ৰা প্ৰথম দেখিছে ৰংমনে। কি মজাৰ





বাজানা, চকৰাৰ নাচ, বিবেকৰ গীত, ৰজা-মন্ত্ৰী-সৈন্য-সামন্তৰ ডাঙৰ ডাঙৰকৈ কোৱা কথা-বাৰ্তা, যুদ্ধ! ভেল্‌কি লাগিল ৰংমন। বহুদিনে বন্ধ হৈ থকা ঘৰটোৰ যেন দুৱাৰ-খিৰিকীবোৰ খোল খালে। ঘৰটোৰ ভিতৰলৈ বাহিৰত খাপ পিটি বৈ থকা বতাহজাক হুৰহুৰাই সোমাই আহিল। বতাহজাকে ৰংমনৰ গা ধুৱাই দিলে। ইয়াকেই সুখ বোলে কিজানি! ৰংমনে ভাবিলে। নাটক চাই আহিবৰেপৰা ৰংমনৰ কিবা এটা হ'ল। খাব নোৱাৰে, শুব নোৱাৰে, খেলিবও নোৱাৰে, আনকি সমনীয়াসকলৰ লগত কথাও পাতিব নোৱাৰে। অনবৰত নাটকৰ চৰিত্ৰবোৰে তেওঁক অন্য এখন ৰাজ্যত ঘূৰাই লৈ ফুৰায়। সমনীয়াসকলক লগত লৈ তেওঁ আকৌ এবাৰ নাটকখন কৰিব খোজে। নাই, পাণ্ডুৰ সমনীয়াসকলে তাৰ ইচ্ছাত সঁহাৰি নিদিয়ে। সদিলাপুৰৰ ধৰণী, গহীন, হৰমোহন, বিপিনহঁতলৈ মনত পৰে। এদিন কাৰো হাকবচন নুশুনি ৰংমন সদিলাপুৰ পালেহি। সমনীয়াসকলক লৈ যাত্ৰাদল গঠন কৰিলে। বাজনাৰ বাবে বাঁহী, তাল আৰু ঢোলক যোগাৰ কৰিলে। তিৰোতাক পিন্ধাবৰ বাবে মৰাপাটত ক'লা ৰং দি চুলি বনাই ল'লে; বনাই ল'লে যুদ্ধৰ বাবে বাঁহৰ তৰোৱাল। আখৰা চলে হৰমোহন ভৰালীহঁতৰ গোলীঘৰত। নাটক 'মান্ধাতা'। সলেশালা যাত্ৰাপাৰ্টীৰ দৰে বচন আওৰায়, গীত গায়, যুদ্ধ কৰায়— প্ৰৱেশ-প্ৰস্থান কৰায়। ৰংমন নিজেই নাটক, পৰিচালক, গায়ক-বাদক, মেকআপ মেন সকলো। সেয়ে ভাও লোৱা নহ'ল ৰংমনৰ। মাথোন 'ঐ আমাৰ আবুৰ মুড়ীৰ লাড়ু' গানটো চংভং দি গায়। মানুহৰ চোতালে চোতালে নাটক কৰে। দুইঅনা-তিনিঅনা-চাৰিঅনা পইচা দিয়ে গিৰিহঁতে।

পঢ়া-শুনা বাদ দি পাণ্ডুৰপৰা আহি কি নাটকত লাগিল বুলি মোমায়েকৰ খং। এদিন ধনসিং মহাজনৰ চোতালত নাটক চলি আছে। ৰংমনে চং-ভং দি গাই আছে 'ঐ আমাৰ আবুৰ মুড়ীৰ লাড়ু'। হঠাৎ ধুমুহাৰ দৰে আহি মোমায়েকে কাণত ধৰি টানি লৈ গ'ল ৰংমনক। নাটক আৰু নহ'ল। সেইদিনাই নহয়, সেই শৈশৱৰ যাত্ৰাপাৰ্টীখন আৰু কোনোদিনেই নহ'ল। নাটক কিন্তু ৰংমনৰ মনৰ তলাতল ঘৰত সোমাল। গম পালে পঢ়িবৰ বাবে নাটক পোৱা যায়। ঘৰৰ ওচৰতে তেতিয়া যুৱক সংঘৰ লাইব্ৰেৰী। ৰংমন এদিন লাইব্ৰেৰী পালেগৈ। বেছিভাগেই বঙালী কিতাপ। নাটক-উপন্যাস-গল্প। এয়া ১৯৪২ চনৰ কথা। ভালকৈ পঢ়িব নোৱাৰে। যুক্ত আখৰ শিকিছে মাত্ৰ। নাটকৰ প্ৰতি সৃষ্টি হোৱা তীব্ৰ হুতাহে নাটকৰ ভিতৰলৈ লৈ গ'ল। তাতে আকৌ বঙালী ভাষাৰ। এক অদ্ভুত নিচাত এখনৰ পিচত এখন নাটক-উপন্যাস-গল্প পঢ়ি গ'ল ৰংমনে। বুজি পোৱা-নোপোৱাৰ এক ছাঁ-পোহৰৰ খেলা।

ৰংমনৰ মোমায়েক আৰু মামীয়েকৰ অনবৰত কাজিয়া লাগি থাকে। কাজিয়াৰ কাৰণ ৰংমনহঁতৰ পেটকেইটা। মোমায়েকৰ বৰ কষ্ট! সিহঁতক যা বুলিনো কেনেকৈ কয়। শেষত 'তিৰীৰ দণ্ডীত পন্তা খালে' মোমায়েকে। কাষৰ ঘৰটোত বেলেগে চৰু জুৰিবলৈ ক'লে ৰংমনৰ মাকক। এতিয়া পৰিয়ালটো লঘোণে নাথাকিবৰ বাবে ৰংমনে কিবা এটা কৰিব খুজিছে; কিন্তু কৰে কি! এদিন দেখা গ'ল ধোপৰ তলৰ বজাৰত কান্ধত কণমানি দোকান এখন ওলোমাই লৈ ৰংমনে সুৰদি মাতটোৰে চিঞৰিছে— এই লাগে পাণ-তামোল-বিড়ী-দেচ্‌লাই'। এইটো কৰি থাকোঁতেই এদিন দেখিলে খনিকৰ ৰামেশ্বৰৰ বুঢ়াপিতাক আফলুই মাটিৰ মূৰ্তি সাজিছে। ৰংমনে একে ধ্যানে চাই কায়দা-কিটিপবোৰ বুজি ল'লে। তেতিয়া কালীপূজাৰ সময়। ৰংমনেও এখন কালী প্ৰতিমা সাজিলে। সেই সময়ত চৈধ্য বাতিৰ লেম্প আছিল। চৈধ্যখুৰ চাকি লগালে যিমান পোহৰ হয়, সিমানেই পোহৰ। ওপৰত থকা ঢাকনিখনত ছাই গোট খায়। সেই ছাইবোৰেৰে ক'লা ৰং কৰে ৰংমনে। প্ৰতিমাখন সজা হৈছেহে; এনে সময়তে কমলেশ্বৰ বাপুৰ বুঢ়াপিতাক নন্দীমহাজনে দেখে প্ৰতিমাখন।

ঃ এইখন কাই বানালা ঐ?

ঃ মই বানেছু।

ঃ তই! কাই বানাবা দিছি?

ঃ কায়ো বানাবা দিয়া নাই।

ঃ মই নিমদে নহলি।

অইনবাৰ তেখেতে ঘট পূজা কৰিছিল। এইবাৰ ঢোল-বেণ্ড-কালিয়া বজাই ৰংমনৰ প্ৰতিমাখন নিলে। পূজাৰ পিচদিনা ৰংমনক মাতি নি কলৰ দনা এটাত চাৰিপাত পাণ, চাৰিটা তামোল, এখন গামোচা আৰু তিনি টকা দিলে। ৰংমনে সমুদায় বস্তু, টকা-পইচাখিনি মাকক দিলেগৈ। ৰংমনৰ কাণ্ড দেখি চাৰিওফালে 'কহন-গাহান' চলিল—



'একে কুবে কালীপূজাৰ প্ৰতিমা কৰে! বাপাঐ বেলেগ চলি দে এটো!' মাকেও ভয় খালে। কঁকালে-গলে জাপ আঁৰি দিলে। নন্দী মহাজনে একেৰাহে তিনিবছৰ প্ৰতিমা নিয়ে ৰংমনৰপৰা। মাজতে সদিলাপুৰৰ পাঠশালা স্কুলতো সৰস্বতী পূজাৰ প্ৰতিমাখন দিয়ে।

এনেদৰেতো আৰু ঘৰ নচলে। মাজে মাজে লঘোণে থাকিবলগা হয়। এবাৰ দুই-তিনিসাঁজ বিশেষ একো পেটত পৰা নাছিল। মাকে চাৰিওটাকে পলাশবাৰীৰ এজন আঢ্যৱন্ত খুৱাকৰ ঘৰলৈ পঠালে। খুৰীয়েকজনী সাদৰি, মাকৰ চিত। মুখ দেখিয়েই বুজি পাই আলহ-উদহকৈ খাবলৈ দিলে। খাবলৈ বহি কেইগৰাহমান দিছে মাত্ৰ, খুৱাকজনে বাহিৰৰপৰা আহি বেধুম গালি পাৰিবলৈ ধৰিলে। আধাখোৱাকৈ পাতৰপৰা উঠি কান্দি কান্দি ল'ৰা তিনিজন আৰু ছোৱালীজনী ঘৰলৈ উভতি আহিল। ৰংমনে আহিয়েই বৰশীকেইটা লৈ জানৰ পাৰলৈ গ'ল। কদমতলৰে দক্ষিণ ফালেৰে পাল্লীলৈ যোৱা ৰাস্তাতেই জানৰ পাৰ। মানুহৰ সমাগম কম। ৰংমনে মাজে মাজে এনেকৈ মাছ মাৰি গজেনক দিয়ে। গজেনে বজাৰত বেচি আধা পাইচা ৰংমনক দিয়ে। সেইদিনা বৰশী বাই থাকোঁতে, ৰংমনৰ কাণসমনীয়া পাল্লীৰ পদ্দু আৰু কমলাক লগ পালে। মনৰ কথা কৈ মচগুল হৈ থকা সময়তে ৰংমনে সিহঁত দুটাই কি কৰি আছে সুধিলে। দুয়ো হেনো কাম কৰে পলাশবাৰীৰ কামৰূপ চ'প ফেক্টৰীত। 'আৰু মানুহ লাগে নেকি সুধিবিচোন, ময়ো গ'লোহেঁ'। —ৰংমনে ক'লে। পিচদিনা পদ্দু আৰু কমলাই ৰংমনকো লগত লৈ গ'ল। ৰংমন কামৰূপ চ'প ফেক্টৰীত নিযুক্ত হ'ল। কামৰূপ চ'প ফেক্টৰী চলায় গুৱাহাটীৰ প্ৰমোদ হাজৰিকা আৰু ইছলাম আলীয়ে। ৰংমনক দৰমহা দিলে মাহে ডেৰ টকা। তিনিও ৰংমন-পদ্দু আৰু কমলা সদিলাপুৰৰ বান্ধৱ যাত্ৰাপাৰ্টীতো সোমাই পৰিল। তিনিও 'চকৰা' হ'ল। ৰাতি 'চকৰা' হয়, দিনত ছয় ইঞ্চি দীঘল পাঁচ ইঞ্চি বহল তক্তাৰে চাবোনৰ পেটী বনায়। পিতলৰ কৰচৰ দৰে সঁজুলিৰে কোবাই কোবাই চাবোনবোৰ গোল কৰে। সেই সময়ত পৰশু কলিতাৰ সৰু ভায়েক ৰতি কলিতাই পলাশবাৰীত অন্য এটা চ'প ফেক্টৰী খোলে। নাম দিয়ে শিৱ চ'প ফেক্টৰী। ৰতি কলিতাৰ পলাশবাৰী যাত্ৰাপাৰ্টীৰ লগত গভীৰ সম্পৰ্ক আছে। ৰতি কলিতাই গম পালে সদিলাপুৰ যাত্ৰাপাৰ্টীত নৰ্ত্তকী হোৱাৰ উপৰিও 'অজামিল' নাটকত ছদ্মবেশী নাৰায়ণৰ বালক চৰিত্ৰত ৰংমনে হেনো ফটাই দিছে। সেয়ে তেওঁ ৰংমনক মাহিলি তিনি টকা দৰমহা দি শিৱ চ'প ফেক্টৰীলৈ আনিলে। তিনি টকা ভালেই দৰমহা। ইতিমধ্যে বায়েক পদ্মাৰ বিয়াৰ ঠিক হ'ল। চাউল কিনিলে ছয়সেৰী ধাৰাত ছয় অনাকৈ। সোণৰ তলা চল্লিছ টকা। এজন কামালাৰ দৈনিক হাজিৰা ছয় অনা। লাহে লাহে ৰংমনক শিৱ চ'প ফেক্টৰীৰ মালিকে পলাশবাৰী যাত্ৰাপাৰ্টীৰ বাবে ফুচুলাবলৈ ধৰিলে। সদিলাপুৰ বান্ধৱ সন্মিলন যাত্ৰাপাৰ্টীৰ গুণী পৰিচালক যোগেশ ভৰালীৰ নেতৃত্বত ৰংমন এক উল্লেখযোগ্য শিশু অভিনেতা। ৰংমনক লৈ টনা-আঁজোৰা আৰম্ভ হ'ল। বিপিন দালাল সদিলাপুৰ যাত্ৰাপাৰ্টীৰ প্ৰধান অভিনেতা। তেখেতৰ এখন এণ্ডীকাপোৰৰ দোকান আছে। ৰংমনক অইন দললৈ নিব খোজাৰ উমান পায় তেখেতে মাহিলি সাত টকা দৰমহা দি নিজৰ দোকানত বহুৱালে। দালাল অকলে থাকে। ৰংমনৰ কাম হ'ল দোকান ৰখা আৰু ভাত ৰন্ধা। দালালে দিনৰ দিনটো দহোদিকে এণ্ডী কাপোৰ বিচাৰি ফুৰে। সেই সময়তে এবাৰ ৰংমনে বহুদিন পুহি ৰখা হেঁপাহ এটা পূৰাবলৈ কলিকতালৈ গ'ল। কলিকতাৰ যাত্ৰা থিয়েটাৰ চাব। কিতাপৰ দোকানতো নাটক বিচাৰিব। কলিকতাৰ বিশ্বৰূপা থিয়েটাৰ হলত নাটক চাই ৰংমন পুলকিত হ'ল। সাহিত্য-সংগীত-সংস্কৃতিৰ বাৰেবৰণীয়া কথবোৰ ৰংমনৰ মনৰ চুকত গোজপুতি বহিল। ৰংমনৰ এখন বিশেষ পৃথিৱী গঢ়ি উঠিল। ৰংমনৰ পৃথিৱী। সেইখন পৃথিৱীত ৰংমনে পাখি থকা শুকুলা ঘোঁৰাত উঠি ঘূৰি ফুৰে।

হাঁহি হাঁহি হেলাৰঙে সকলো দুখ-বেজাৰ আঁতৰাই ৰাখিব খুজিলেও বাস্তৱ সন্তৰ্পণে আহি ৰংমনৰ কাষত থিয় হয়। মাকৰ চকুযুৰি, ভায়েককেইটাৰ জীৰ্ণ-শীৰ্ণ দেহকেইটা, মোমায়েক-মামীয়েকৰ মাজৰ দুৰ্বাৰ কন্দল দেখি দূৰৈত ক'ৰবাত নিজাকৈ সুখৰ ঘৰ এখন গঢ়ি তোলাৰ কল্পনা এটাই মনৰ মাজত মাজে মাজে দোলা দি থাকে।

১৯৪৪ চন। দ্বিতীয় মহাসমৰ চলি আছে। আকাশত জাকে জাকে উৰাজাহাজ। বাট-পথত লানি নিছিগা গাড়ী। দৈত্যকায় শৰীৰৰ নিগ্ৰো সৈনিক, গোৰা পল্টনৰ দপ্‌দপনি চৌদিশে। কুকুৰীয়া আৰু মাজিৰগাঁও গাঁৱত মিলিটাৰী কেম্প। আলোচনা চলি আছে মিলিটাৰীক বয়-বস্তু চাপ্লাই দিলে বহুত পইচা পোৱা যায়। নেপালী ল'ৰা খেমৰাজ





ৰংমনৰ সমনীয়া। এদিন খেমৰাজৰ বায়েক মাইলীয়ে ৰংমনক ক'লে— "তই বেপাৰ কৰ খেমৰাজৰ লগত। মিলিটাৰীক চাপ্লাই কৰ লাউ-জিকা-ভোল....।" এদিন ৰংমনেও এণ্ডী কাপোৰৰ দোকান এৰি খেমৰাজৰ লগত তৰকাৰী সংগ্ৰহত ধৰিলে। তৰকাৰী সংগ্ৰহ কৰি বেছি মূল্যত ঠিকাদাৰক দিয়ে। সেয়াই নহয়, লগৰ ল'ৰা আৰু কেইজনমানক লৈ মাজিৰগাঁৱৰ মিলিটাৰী কেম্পত সৰু সৰু খেৰৰ ঘৰ সজোৱা ঠিকাও কৰিবলৈ ল'লে। মাজে মাজে কিছুমান চিন্তাই ৰংমনক বৰ বিমোৰত পেলায়। এই যে মিলিটাৰীসকলক আমি নানা ধৰণে সহায় কৰিবলৈ ধৰিছোঁ, এইবোৰ ভাল কৰিছোঁনে, বেয়া কৰিছোঁ! ৰংমন ডাঙৰ হৈ আহিল। নাটকত এতিয়া নৰ্তকী আৰু শিশু চৰিত্ৰৰপৰা আহি নাৰী চৰিত্ৰৰ ভাও পোৱা হ'ল।

ভোল-জিকা-তৰকাৰী চাপ্লাই কৰা কামৰ মাজেদি ৰংমনৰ হাতলৈ অলপ টকা আহিল। তেজত নাটকৰ নিচা লাগি আছে। তেওঁ পঞ্জিকা পুথিৰ পিচৰফালে থকা কলিকতীয়া কিতাপৰ নাম-ঠিকনা সংগ্ৰহ কৰি মগাই আনিবলৈ ধৰিলে। পলাশবাৰী বজাৰত পাতি ল'লে এটি গুম্‌টি— এখন পাণ-তামোল-বিড়ী-দেচ্‌লাইৰ দোকান। পাণ-তামোলৰ লগতে কলম-বহী আৰু বঙালী নাটকৰ এক বিশেষ ঘনিষ্ঠতা গঢ়ি উঠিল। অনুবাদ কৰিলে 'সপ্তৰথী' আৰু 'জয়মাল্য' নামৰ দুখন নাট। অনূদিত কৰাই নহয়, যুদ্ধৰ সেই পৰিৱেশৰ মাজতে মঞ্চস্থ হোৱা নাট দুখনত 'সপ্তৰথী'ত অভিমন্যু হ'ল আৰু 'জয়মাল্য'ত হ'ল বভ্ৰূবাহন। চমকপ্ৰদ অভিনয় দেখি আপ্লুত হ'ল দৰ্শক।

১৯৪৬ চন। যুদ্ধৰ পিচৰ পলাশবাৰী বহুত সলনি হ'ল। শান্তিৰ বাতাৱৰণ সৃষ্টি হ'ল। শান্তিৰ পৰিৱেশত মানুহৰ 'লাহ-বিলাহ' হঠাতে বাঢ়ি গ'ল। ৰংমনৰো নাটকৰ মাজত ব্যস্ততা বাঢ়িল। বয়সে পিন্ধা-উৰাৰ প্ৰতিও সচকিত কৰি তুলিলে। দেহলৈ পায়জামা আৰু কামিজ আহিল। লাহে লাহে দোকানত বহি থকাৰ ইচ্ছাটো কমি আহিল। অনবৰত দোকানত বহি থাকিব নোৱাৰি। লগৰীয়াই মাতে, প্ৰকৃতিয়ে মাতে, দেওলগা বয়সে জোকায়। ফুৰা-চকা, ৰং-ৰহইচ বাঢ়ে। ফলত পাণ দোকানৰ অৱস্থা শোচনীয় হৈ পৰিল। পাণ দোকান এৰি ঘৰতে সৰুকৈ গেলামালৰ দোকান এখন দিলে। দোকানৰ বস্তুও ঘৰৰ মানুহে খাওঁতেই শেষ হ'ল। উপায়হীন হ'ল ৰংমন। বন্ধু গজেনৰ লগত মাছৰ বেপাৰো কৰি চালে। ইতিমধ্যে ৰংমনৰ ভায়েক দুজনেও সৰু-সুৰা কাম কৰিবলৈ লৈছিল। বৰ ঠেলা-হেঁচাৰ মাজেৰে চলি থাকিল পৰিয়ালটো। ৰংমনে ভাবে— ঘৰখন ধৰি ৰাখিবলৈ কিবা এটা কৰা উচিত। কিন্তু কৰে কি? কিবা এটা কৰিবলৈ গৈ বাৰে বাৰে উজুটি খাইছে। নিজকে চম্ভালিব পৰা নাই। সুদক্ষ অভিনেতা, পৰিচালক যোগেশ ভৰালীৰ সৰু ভায়েক মহেশ ভৰালী। ৰংমনৰ বাল্য বন্ধু। ঘৰুৱা গণ্ডগোলৰ বাবে পঢ়া-শুনা এৰিছে। সুখ-দুখৰ কথা পাতি থাকোঁতে দুয়ো এদিন ঠিক কৰিলে দুয়ো বাহিৰলৈ কাম বিচাৰি যাব। বাহিৰ মানে কলৈ? দুয়ো চিন্তা কৰি পালে যে, সিহঁতৰ গাঁৱৰে এজন মানুহে ডিগবৈ তেল কোম্পানীত কাম কৰে। নাৰায়ণ দেৱ বৰপূজাৰী নাম। তালৈ গ'লে তেল কোম্পানীত কিবা এটা সৰু-সুৰা চাকৰি পাই যাব পাৰে। তেওঁলোক যাবলৈ ওলাল; কিন্তু দৰকাৰী পইচাখিনি লগত নাই। তথাপি যাব পঞ্চকৈ হাত খৰচখিনি লৈ দুয়ো ৰে'লত উঠিল। বহুতো নগুৰ-নাকটি হৈ কিবাকৈ যথাস্থান পালেগৈ। তালৈ গৈ গম পালে ইমানখিনি কম পঢ়াৰে খালাচীৰ বাহিৰে তেল কোম্পানীত একো কাম পোৱা নাযায়। নাৰায়ণ দেৱ বৰপূজাৰীয়ে সাহিত্য চৰ্চা কৰে। তেওঁ ৰংমনহঁতক গল্প-কবিতা শুনালে। তেওঁৰ 'ৰাতি তেতিয়া দোভাগ' নামেৰে লিখি থকা উপন্যাসখনৰো কিছু অংশ শুনালে। আৰু এদিন যেতিয়া গম পালে ৰংমনহঁতে একো নোকোৱাকৈ ডিগবৈ পাইছেগৈ, ততাতৈয়াকৈ ৰে'লৰ টিকট কাটি দুয়োকে ঘৰলৈ পঠিয়াই দিলে।

ডিগবৈৰ পৰা আহি ৰংমনৰ মনটো পোন প্ৰথমবাৰৰ বাবে বিষণ্ণ হৈ পৰিল। বায়েকতো দূৰৈৰ কথা, তিনিজন ভাই-ককাইৰ কাৰো পঢ়া-শুনা নহ'ল। দৰিদ্ৰতাই সিহঁতৰ বুদ্ধি-বৃত্তিক যেন উপলুঙা কৰিছে। ভোক নিবাৰণৰ চেষ্টা কৰোঁতে স্কুললৈ গৈ বিদ্যা বিচৰাৰ সময় নহ'ল। ৰংমনে ভাবে— কি ভাবিনো বুঢ়াপিতাকে জীয়েক দুজনীৰ নাম সৰস্বতী আৰু লক্ষ্মী ৰাখিছিল। ৰংমনৰ মাকৰ নাম সৰস্বতী, জেঠীয়েকৰ নাম লক্ষ্মী। অথচ বিদ্যা আৰু ধন সদায় সিহঁতৰপৰা দূৰে দূৰে থাকিল। ইতিমধ্যে ৰংমনৰ লগবোৰ সপ্তম-অষ্টম পাইছেগৈ। ৰংমন এটা সিদ্ধান্তলৈ আহিব খুজিছে— হয় সি পঢ়িব, হয় পঢ়াৰ কথা আৰু নাভাবিব। পঢ়াৰ কথা নভবাকৈ সি থাকে কেনেকৈ! তাৰ যে নাৰায়ণ দেৱ বৰপূজাৰীৰ দৰে উপন্যাস লিখিবৰ মন যায়— কত



যে গল্প-নাটক লিখাৰ ইচ্ছা হয়। তাৰ হেঁপাহৰ পলাশবাৰীখনত কিমান যে নাটক-উপন্যাস-গল্প আছে! কেনেকৈ লিখিব এইবোৰ! এক তীব্ৰ ইচ্ছাই ইতিমধ্যে তাক বশ কৰি পেলাইছে। তাৰ বয়সৰ চেতনা, লাজ সকলোকে চেপি ইচ্ছাটোৱে এটা বাট কাটি লৈছে— আকৌ স্কুললৈ যোৱাৰ বাট।

খ মানতে পঢ়িবলৈ এৰা ল'ৰাজনে আকৌ পঢ়িব। ৰংমনে নিজকে প্ৰস্তুত কৰি ল'বলৈ ঠিক কৰিলে। লগ ধৰিলেগৈ পলাশবাৰী মাৰোৱাৰী হাইস্কুলৰ শিক্ষক গোবিন্দ শৰ্মাক। গোবিন্দ শৰ্মাৰ ঘৰ সদিলাপুৰত। মোমায়েক নাৰায়ণ মহন্তৰ সমনীয়া। এজন ঠাণ্ডা প্ৰকৃতিৰ গহীন, মৰমিয়াল মানুহ। ৰংমনে কৰযোৰে কৰা অনুৰোধ এৰাব নোৱাৰি প্ৰথম শ্ৰেণীৰপৰা সপ্তম শ্ৰেণীলৈ প্ৰয়োজনীয় কিতাপৰ তালিকা এখন দিলে তেওঁ। গোবিন্দ শৰ্মা এটা সময়ত সদিলাপুৰ বান্ধৱ সন্মিলন যাত্ৰাপাৰ্টীৰ প্ৰম্পটাৰ আছিল। তেওঁ ৰংমনৰ দক্ষতা জানে। খ মানলৈ পঢ়িয়েই মুগৰ গাজি হেন আখৰেৰে বঙালী নাটক অনুবাদ কৰা, প্ৰতিটো শব্দৰ অৰ্থ বুজি অভিনয় কৰিব খোজা ৰংমনৰ বুকুৰ ভিতৰখন এজন শিক্ষক হিচাপে তেওঁ জুমি চাইছে। তেওঁ ভালদৰে জানে অলপ সুবিধা পালেই এই ল'ৰাটো বহুক্ষেত্ৰতেই জাকত জিলিকা হ'ব পাৰিলেহেঁতেন।

আঠ মাহমান শৰ্মা ছাৰৰ ওচৰত পঢ়ি ৰংমনে নিজৰ প্ৰস্তুতিপৰ্ব শেষ কৰিলে। অতিশয় কষ্টেৰে ছাৰক মাহিলি দহ টকাকৈ মাননিও দিলে। ৰংমনৰ ঐকান্তিকতা দেখি শৰ্মা ছাৰ মোহিত হ'ল। পিচে বয়স বেছি আৰু এডমিছনৰ সময় উকলি যোৱা বুলি ৰংমনে পলাশবাৰী আৰ. বি. হাইস্কুলত এডমিছন নাপালে। গুৱাহাটী সোণাৰাম হাইস্কুললৈ গ'ল; তাতো নাপালে। শেষত গৈ গুৱাহাটী কামৰূপ একাডেমীলৈ লৈ গ'ল এসময়ৰ সহপাঠী উমেশ শৰ্মাই। প্ৰধান শিক্ষকে ক'লে— গণিত আৰু ইংৰাজীৰ পৰীক্ষা ল'ব। ভাল কৰিব পাৰিলে নাম ভৰ্তি হ'ব। ৰাতি কুমাৰপাৰাৰ বাহাত উমেশ শৰ্মাই ৰাতি এক বজালৈ ইংৰাজী আৰু গণিত শিকালে ৰংমনক। প্ৰধান শিক্ষকে তেখেতৰ কোঠাতে মৌখিক পৰীক্ষা ল'লে। ৰংমন উত্তীৰ্ণ হ'ল। চকীদাৰক মাতি আনি পঞ্চম শ্ৰেণীৰ 'খ' শাখাত বহুৱাবলৈ ক'লে।

হুমেশ্বৰ শৰ্মা আৰু উমেশ শৰ্মাৰ কুমাৰপাৰাৰ ঘৰত থাকিয়েই ৰংমনৰ নতুন বিদ্যা আৰম্ভ হ'ল। শনিবাৰে ঘৰলৈ যায়, দেওবাৰে আবেলি কিবাকৈ দুই-চাৰি টকা যোগাৰ কৰি গুৱাহাটীলৈ আহে। যি পাৰে যৎকিঞ্চিৎ হুমেশ্বৰৰ হাতত দিয়ে। গুৱাহাটীৰপৰা পলাশবাৰীলৈ মটৰ ভাৰা ছয়অনা। ৰংমনে পুৰস্কাৰ হিচাপে দুবাৰ মহাকাব্য দুখন পাইছিল। ৰামায়ণ আৰু মহাভাৰত। নিৰুপায় হৈ এবাৰ মহাভাৰতখন সাত টকাত বিক্ৰী কৰে। এনেদৰে অলেখ আহুকালৰ মাজেদিও ষষ্ঠ শ্ৰেণীলৈ উত্তীৰ্ণ হ'ল। এনে সময়তে বাৰিষা আহিল। কুমাৰপাৰা অঞ্চলতো ৰাস্তা-ঘাট তল গ'ল। ৰংমনহঁত থকা ঘৰটোৰ ভিতৰতো এআঁঠু পানী হ'ল। হুমেশ্বৰ আৰু উমেশে ৰংমনক নিজাকৈ ব্যৱস্থা ল'বলৈ ক'লে। ৰংমন অঠাই সাগৰত পৰিল। কি কৰে! ক'ত পাব ভাড়া নলগা ঘৰ। য'ত ভাত সাঁজৰ টনাটনি তাতে ভাড়াৰ পইচা ক'ত পাব। বিনা ভাড়াৰ ঘৰ বিচাৰি হায়ৰাণ হ'ল। অৱশেষত ঘৰ এটা পালে; পিচে ঘৰটো মালিগাঁৱত— কামাখ্যা পাহাৰৰ পদতলত। মালিগাঁও চ'কৰপৰা পাণ্ডু ষ্টেচনলৈ মানুহ-দুনুহ নাই বুলিয়েই ক'ব পাৰি। ঘৰটো উপৰহালীৰ দেবীৰামৰ ঘৰ। তাতেই অকলে থাকিবলৈ ল'লে ৰংমন। সোণাৰাম ডেকা নামৰ সমনীয়া এজনে চাইকেল এখন দিলে কিছুদিনৰ বাবে। চাৰিমাহমান সেইখনেৰেই মালিগাঁৱৰপৰা কামৰূপ একাডেমীলৈ অহা-যোৱা কৰিলে। পিচে চাৰিমাহ পিচত সোণাৰামক চাইকেলখন লগা হ'ল। নিৰুপায় হৈ খোজ কাঢ়িয়েই ৰংমনে স্কুললৈ অহা-যোৱা আৰম্ভ কৰিলে। খোৱা-লোৱাৰো বিশেষ ঠিক নাই। নিমখ-ভাত আৰু জলকীয়া দৈনন্দিন আহাৰ। ৰংমনে ভাৰত স্বাধীন হোৱাৰ খবৰ পালে। খবৰ পাই ৰংমনে ভাবে— স্বাধীন হ'লে সকলো মানুহৰে খোৱা-লোৱাৰ, পঢ়া-শুনাৰ সুবিধা হ'ব নে? ৰংমনৰ বুকুৰ জীউ পলাশবাৰীখন লুইতে ভাঙি-ছিঙি নিব নোৱাৰাকৈ সজাব পৰা যাব নে? ৰংমনৰ মনটো ৰঙেৰে ভৰি পৰিল যেতিয়া শুনিলে পলাশবাৰীত ৰাস উৎসৱ আৰম্ভ হ'ল। লুইতে খহাব খোজা মানুহৰ মনবোৰ এতিয়াও ৰঙেৰে ভৰি আছে। উৎসৱ বুলি ক'লেই সেয়ে জঁাপ মাৰি উঠে ৰঙিয়াল ল'ৰাটো! তাৰমতে উৎসৱে মানুহৰ দুখ-ভাগৰ নোহোৱা কৰে।

জীৱনৰ নানান ঘাত-প্ৰতিঘাতৰ মাজেৰে সাঁতুৰি-নাদুৰি ৰংমনে সপ্তম শ্ৰেণী পালে। ৰংমন ১৮ বছৰীয়া





হ'ল। ৰংমন থকা ঘৰটোৰ পিচফালে কামাখ্যা পাহাৰ। ঘৰটোৰপৰা নাতিদূৰত মাটিৰ সৈতে মিলি যোৱাকৈ পৰি আছে এডোখৰ আহল-বহল শিল। যেন কোনো খনিকৰে সজাই থোৱা এখন বিছনা। ওচৰতে এজোপা বেলগছৰ তলত এটা মন্দিৰ। দুই-এঘৰ বঙালী মানুহে ইয়াতে সৰু সৰু খেৰৰ ঘৰ তুলিছে। নিজান ঠাই। ৰংমন থকা ঘৰটোৰপৰা তিনিশ হাতমান দূৰত এঘৰ অসমীয়া মানুহ। পৰিয়ালটো কুমাৰপাৰা পাঁচআলিৰপৰা আহিছে। তাত মাজে মাজে ৰংমনে এখন মুখ দেখে। চুলিখিনি ৰঙা ফিটাৰে বেণী গুঠি থোৱা। মুখখনে, মুখখনে নহয়, দৃষ্টিয়ে ৰংমনৰ চকুত নে বুকুত ক'ৰবাত ঢৌ তোলে। এদিন স্কুলৰপৰা অহাৰ বাটত ৰংমনে কথাও পাতিলে। ৰংমনৰ অকণমানি ভঙা-ছিঙা ঘৰটো পোহৰেৰে ভৰি পৰিল। কবিতা এটি লিখিলে। জীৱনৰ প্ৰথম কবিতা— 'মনৰ দুৱাৰ ভাঙি কোন আহে বাৰু, কোনে গায় গীত?'

বঙালী নাটক অসমীয়ালৈ অনূদিত কৰি সুখ-সন্তুষ্টিৰ এখনি সৰু নৈত গা ধুই আছিল ৰংমন। এতিয়া কি হ'ল! কবিতাবোৰ ক'ৰপৰা আহে! ই কিএক অভূতপূৰ্ব শিহৰণ! আৱেগবোৰে ৰংমনক বিহ্বল কৰি তোলে। ৰংমন নিলিখি থাকিব নোৱাৰা হ'ল। একেটা ঘৰতে থাকে; অথচ আগৰ ঘৰৰ ৰূপ যেন সলনি হৈ পৰিল। পঢ়া-শুনাৰ হেঁপাহটো আৰু তীব্ৰ হ'ল। পোন্ধৰদিনমান সদিলাপুৰৰ ঘৰৰ লগত যোগাযোগ নোহোৱা হ'ল। পৰীক্ষাৰ দিন ওচৰ চাপি আহিল। চাৰিআলিৰ চ'কত থকা গেলামালৰ দোকান এখনৰপৰা বাকীকৈ বস্তু অনা আৰম্ভ হ'ল। বস্তু মানে চাউল-নিমখ-জলকীয়া। দোকানখনত চাহো বিকে। সপ্তাহত এদিন-দুদিন চাহো খালে বাকী কৰি। এদিন হিচাপ কৰি গম পোৱা গ'ল সাতাইশ টকা বাকী হৈছে। আৰু বাকী নিদিয়ে। স্কুলৰ পৰীক্ষা চলি আছে। ঘৰলৈকো যাব নোৱাৰে। মালিগাঁৱৰপৰা উজান বজাৰলৈ লঘোণীয়া পেটেৰে খোজকাঢ়ি অহা-যোৱা। ৰংমনৰ জীৱনৰ আটাইতকৈ ক্লান্তিভৰা দিনকেইটা আৰম্ভ হ'ল। পানীৰ বাহিৰে খাবলৈ একো নাই। পৰীক্ষা শেষ হ'বলৈ এটা দিন বাকী। বাছৰ ড্ৰাইভাৰৰ হাতত ঘৰলৈ চিঠি এখন দিলে। শৈশৱৰেপৰা মাজে-সময়ে লঘোন দিয়াৰ অভ্যাসে ৰংমনক শক্তিশালী কৰি তুলিছে। পৰীক্ষা শেষৰ দিনা কিবাকৈ পৰীক্ষাটো শেষ কৰি খোজকাঢ়িয়েই মালিগাঁও পালেহি। আৰু নোৱাৰি। যেন য'তে আছে তাতেই শুই দিব। মালিগাঁৱত আগৰেপৰা বৈ আছে হৰেন। ৰংমনৰ মাজু ভাই। ৰংমনে মাথোন অতিশয় ম্লান দৃষ্টিৰে তালৈ চালে আৰু নিজৰ বাহখনলৈ আগবাঢ়িল। পিচে পিচে ভাইটি। তলাটো খুলিয়েই ৰংমন বিছনাত পৰিল। হৰেনে ততাতৈয়াকৈ চাহ একাপ কৰি লগত নিয়া খোলাচাপৰি পিঠাখন দিলে। মাকে খোলাচাপৰি পিঠাখন পঠিয়াইছে। লগত অনা চাউল-দাইলেৰে হৰেনে ভাতো ৰান্ধিলে। ভাত খোৱাৰ পিচত ৰংমনৰ এনে লাগিল যেন জীৱনত এয়া প্ৰথম ভাত খাইছে।

ৰংমন অষ্টম শ্ৰেণীলৈ উত্তীৰ্ণ হ'ল। পিচে পঢ়া ইচ্ছাটো দমি গ'ল। ভায়েকহঁতৰ ওপৰত ভৰ দি ঘৰখনৰ বৰডেকাজনে নিজৰ সুখ-সন্তুষ্টিৰ বাবে পঢ়ি থকাটো ঠিক নহ'ব। এয়া এক অপৰাধ— ৰংমনে ভাবিলে। ভায়েক দুজনৰ মতে 'আমি সৰু-সুৰা কামত লাগি কিবাকৈ চলি থাকিম দে, তই পঢ়। আমাৰ ঘৰতনো এটাও পঢ়া-শুনা মানুহ নহ'বইনা।' মাকৰ মতে হ'ব দে যি পঢ়িলি পঢ়িলি; এতিয়া কিবা এটা কৰ।' এই কিবাটোকেই ৰংমনে বিচাৰি নাপায়। এই যে নাটক অনুবাদ কৰে, অভিনয় কৰে, প্ৰতিমা সাজে; এইবোৰে ৰংমনক এক সুকীয়া আসন দিছে সমাজখনত। মানুহবোৰে মৰম কৰে। মৰমতে কোনোৱে মাতে 'বাবু' কোনোৱে আকৌ 'গহে' বা 'বৰুৱা'। ফলত যি কোনো কাম কৰিবলৈ গ'লেই এতিয়া নিজৰ মাজতে এক বাধাৰ সৃষ্টি হয়। তথাপি সম্বন্ধীয় ককায়েক এজনৰ লগত এণ্ডী কাপোৰ ফেৰি কৰিবলৈ গোৱালপাৰা, ধুবুৰী, বঙাইগাঁও, অভয়াপুৰী, তেজপুৰ ঘূৰিলে। পিচে ককায়েকজনে হাজিৰা মানুহ এজনক দিয়াৰ জোখাৰেও পইচা দিব নোখোজে।

১৯৪৮ চন। ট্ৰপিকেল ইঞ্চিওৰেন্স কোম্পনী এটাত ৰংমনে সৰু চাকৰি এটা পালে। ৰংমনৰ আখৰ ভাল, সকলো কাম চিজিলকৈ কৰিব খোজে। এই কথবোৰ জানে ৰংমনৰ অগ্ৰজ প্ৰতীম কামিনী কান্ত বৰুৱাই। কামিনীৰ খুৰাক চন্দ্ৰকান্ত বৰুৱা ট্ৰপিকেল ইঞ্চিওৰেন্স কোম্পানীৰ গুৱাহাটী শাখাৰ ব্ৰান্স মেনেজাৰ। কামিনীৰ ছুপাৰিচত ৰংমন ইঞ্চিওৰেন্স কোম্পানীৰ চাকৰিয়াল হ'ল। ৰংমন গুৱাহাটীত থাকিবলগীয়া হ'ল। পিচে ৰংমনক যে পলাশবাৰীয়ে মাতে— সদিলাপুৰে মাতে। অভিনয়ৰ হুতাহ এৰিব নোৱাৰে। ১৯৪২ চনৰেপৰা নাটকৰ মায়াই পাইছে ৰংমনক।



চাকৰিত সোমাই ৰংমনে অনুভৱ কৰিলে যেন এক বতাহ চলাচল কৰিব নোৱাৰা বন্ধ ঘৰত তেওঁক আবদ্ধ কৰি থোৱা হ'ল। জীৱন মানে কি এটা চাকৰি— টকা, বিয়া আৰু এদিন মৰি থকা। জীয়াই থাকিবলৈ ইমানদিনে বহুত কৰা হ'ল আৰু কিবা এটা নাপাবনে! মনৰ মাজত অলেখ যুক্তি-অযুক্তিৰ অহা-যোৱা চলিবলৈ ধৰিলে। ৰংমনৰ সৃষ্টিশীল মনটো হাহাকাৰ কৰি উঠিল। নাই নোৱাৰে, ৰংমনে এনেদৰে জীয়াই থাকিব নোৱাৰে। এদিন সেয়ে তিনিমাহ চাকৰি কৰাৰ পিচতে চাকৰি বাদ দি পলাশবৰীয়া ডেকাজন পলাশবাৰীৰ লুইতৰ পাৰ পালেহি। কামিনী বৰুৱাই নিৰ্বলৈকে ঘৰ পাইছিলহি, নগ'ল। জীয়াই থাকিবৰ বাবেহে খাব লাগে। চলি যাব। তাতে আকৌ ভায়েক দুজনো কামত লাগিছে। হ'ব— চলি যাব।

পলাশবাৰীত যাত্ৰাতকৈ লাহে লাহে থিয়েটাৰৰ প্ৰভাৱ বাঢ়িছে। ১৯৪৯ চন। বান্ধৱ সম্মিলন থিয়েটাৰ পাৰ্টীৰ চেষ্টাত এখন স্থায়ী মঞ্চৰো ব্যৱস্থা হ'ল। সেই মঞ্চত প্ৰথম মঞ্চস্থ হোৱা নাটকখন 'গয়াতীৰ্থ'। বঙালীৰপৰা অনূদিত আৰু পৰিচালনা কৰে যোগেশ চন্দ্ৰ ভৰালীদেৱে। আনকি গয়াসুৰৰ অভিনয়ো কৰে তেখেতে। সংগীত পৰিচালক তথা চমকপ্ৰদ কলা-কুশলী পদ্মৰাম দাস, যাক সকলোৱে পদ্ম মাষ্টৰ বুলি জানে। তেওঁ পট আঁকে, গায়, বজায়। তেওঁৰ কলা-কৌশল আৰু গয়াসুৰৰ অভিনয়ে ৰংমনকেই নহয়, বিভিন্ন ঠাইৰপৰা অহা দৰ্শকক অভিভূত কৰে। একেবাৰে চলে তেৰ নিশা। মঞ্চত নদী বয়, পাহাৰ খহি পৰে, মাছে খেলে। যমপুৰীৰ অকল্পনীয় দৃশ্য দেখে মঞ্চত। ৰংমনৰ শিৰ নত হয় এই দুজনা ঋষিৰ প্ৰতি।

পলাশবাৰীৰ অৰ্থনীতি-ৰাজনীতি-সংস্কৃতি, পলাশবাৰীৰ ৰাইজ, চিনাকি-অচিনাকি অগ্ৰজ-অনুজ-সমনীয়া, লুইত তথা ভোকৰ বিৰুদ্ধে সংগ্ৰাম আৰু সৃষ্টিশীল সংগ্ৰামে ৰংমনক দিনে দিনে সমৃদ্ধ কৰি আনিলে। ভোকত সৃষ্টিৰ আবেগো ম্ৰিয়মান হয়। ভোকাতুৰে জোন-বেলি-তৰা, ফুল-হাঁহি-গানৰ মহিমা নুবুজে। সেইবাবেই ৰংমনে স্বাধীনভাৱে চলিবপৰাকৈ ধন বিচাৰে। পকেট উদং থাকিলে আনৰ ওচৰত বিবেক বৰ্জন কৰিবলগা হয়। এদিন আকৌ গেলামালৰ দোকান এখনত মহৰি হ'ল। দোকানৰ খাতা-পত্ৰ চায়। দৰমহা ত্ৰিশ টকা। ৰংমনে মালিকৰ লগতে গাদীত বহে। এদিন এজন সোণাৰী আহি মালিকক টেমা এটা থ'বলৈ দিলে। মালিকে পইচা ৰখা বাকচটোতে টেমাটো থ'লে। দুদিন পিচত সোণাৰীয়ে টেমাটো নিবলৈ আহিল। টেমাটো নাই। কোনে নিব! মালিকবোৰে— মালিকৰ বন্ধুবোৰে সদায়েই নিঃকিন মানুহবোৰক সন্দেহ কৰে। ৰংমনকো সন্দেহ কৰা হ'ল। এনে সময়তে মালিকৰ ভতিজাকৰ তাত টেমাটো আৱিষ্কাৰ হ'ল। অপৰাধবোধত ৰংমনৰ প্ৰতি মালিকৰ মাত-কথা হঠাৎ আৰু বেছি শুৱলা হৈ পৰিল। ৰংমনে সিদিনা সন্ধিয়া ক'লে— "মই কালিৰপৰা নাহো দিয়ক।" আত্মসন্মান প্ৰবল ৰংমনৰ ক্ষুদ্ৰ বাক্য এটাই মালিকক বোবা কৰি থ'লে। মালিকৰ চকু-মুখত দেখা গ'ল লজ্জাহীনৰ লজ্জা।

তাৰ পাচতেই ৰংমনে কৃষ্ণ কুমাৰৰ ষ্টেচনাৰী দোকানত কাম কৰিবলৈ ল'লে। দৰমহা পঞ্চাশ টকা। এই সময়ছোৱা ৰংমনৰ বাবে বেছ উল্লেখযোগ্য সময়। কৃষ্ণ কুমাৰ ৰংমনৰ কেৱল বন্ধু নহয়, সংস্কৃতি জগতৰ এজন সহযাত্ৰী। একেলগে চথ-স্ফূৰ্তি কৰে, নাৰীৰ ভাও লয়, দোকান চলায়। তেওঁ ৰংমনক কৰ্মচাৰী হিচাপে নেদেখে। ৰংমনৰ সেয়েহে দোকানখনত পূৰামাত্ৰাই স্বাধীনতা। কৃষ্ণ কুমাৰ— ৰংমনৰ লগত আৰু এজন নলে-গলে লগা সহযাত্ৰী হ'ল নৰেন কুমাৰ— ৰংমনে, যাক সখি বুলি মাতে।

লাহে লাহে নাৰী চৰিত্ৰৰ বাবে আগবাঢ়ি আহিল নাৰী। ১৯৫১ চনত পদ্মৰাম মাষ্টৰৰ পৰিচালনাত 'জয়মতী' নাট হয়। পুৰুষ-নাৰী সকলো চৰিত্ৰতে নাৰীয়ে অভিনয় কৰে। ১৯৫৩ চনত কৃষ্ণ কুমাৰৰ নেতৃত্বত গঢ় লৈ উঠে 'সুকুমাৰ কলা সমাজ'। সুকুমাৰ কলা সমাজে পোন প্ৰথমবাৰৰ বাবে দক্ষিণ কামৰূপত সহ-অভিনয়ৰ পাতনি মেলে। নাটক প্ৰবীণ ফুকনৰ 'শতিকাৰ বান'। নাৰীচৰিত্ৰত অভিনয় কৰে বীণা দাস আৰু উমাৰাণী কলিতাই। নাৰীৰ চৰিত্ৰত নাৰীৰ অভিনয় দেখাৰ পিচত ৰংমন আৰু কৃষ্ণ কুমাৰেও নাৰী চৰিত্ৰত অভিনয় কৰিবলৈ নিবিচৰা হ'ল। পিচে নাৰী চৰিত্ৰত অভিনয় কৰাসকলক সেই সময়ৰ এচাম কৰ্ণধাৰে পুৰুষ চৰিত্ৰত অভিনয় কৰিবলৈ দিব নোখোজা হ'ল। ফলত ৰংমনে নিজেই এটা নাট্যদল গঠন কৰিলে। নাম দিলে 'নৱ নাট্য সংঘ'। ৰংমনৰ ইচ্ছা নৱ নাট্য সংঘই অনূদিত নাটক নকৰে। এখন অসমীয়া মৌলিক নাটক লাগে। অসমীয়া





নাটক বিচাৰি হায়ৰাণ হোৱাৰ পিচত ৰংমনে নিজেই ঠিক কৰিলে তেওঁ এখন নাটক লিখিব। একেবাৰে বহি তেইশ দিনৰ ভিতৰত নাটক এখন লিখি উলিয়ালে। এদিন সন্ধিয়া লিটেৰেৰি ক্লাৱত কেইজনমান গোট খালে, ৰংমনৰ নাটক শুনিব— ক'ত কি দুৰ্বলতা আছে পৰীক্ষা কৰিব। সেই সন্ধিয়াৰ তিনিজন উল্লেখযোগ্য লোক হ'ল ভৱানীকান্ত চৌধুৰী, যোগেশ চন্দ্ৰ ভৰালী আৰু প্ৰাণেশ্বৰ দাস। প্ৰাণেশ্বৰ দাসে নাটখন তুলি লৈ ওপৰে ওপৰে চাই চৰম অৱজ্ঞাৰে 'এইখন একো হোৱা নাই' বুলি দলিয়াই দিলে। টেবিলেৰে চুঁচৰি গৈ মাটিত পৰিল। ৰংমনে আলফুলে নাটকখন তুলি ল'লে। পোন প্ৰথমবাৰৰ বাবে চকু দুটা ভিজি আহিব খুজিছে। ভৱানীকান্ত চৌধুৰীয়ে স্বাভাৱিক ৰূঢ়তাৰে কৈ উঠিল— 'তুমি প্ৰাণেশ্বৰ নাটখন একো হোৱা নাই বুলি ক'বলৈ কোন? তুমি নাট্য বিশাৰদ নেকি?'

ৰংমনৰ প্ৰথম মৌলিক নাট 'সমাধি'ৰ আখৰা আৰম্ভ হ'ল। চৰিত্ৰসমূহত ভাগ ল'লে যোগেশ চন্দ্ৰ ভৰালী, অভয় চৰণ ডেকা, ভোলানাথ কটকী, নৰেন কুমাৰ, তৰুণ চন্দ্ৰ কলিতা, তিলকেশ্বৰ কলিতা, কৰ্মেশ্বৰ দাস, মাধৱ কুমাৰ, যাদৱ কুমাৰ, ৰামেশ্বৰ দাস, চন্দ্ৰ ঠাকুৰীয়া, দীননাথ শৰ্মা, প্ৰতিমা কুমাৰী আৰু লীলা দাসে। নাটৰ মূল চৰিত্ৰত তেইশ বছৰীয়া ৰংমন। পোহৰ আৰু মঞ্চ পৰিকল্পনাত পদ্মৰাম দাস। একেবাৰে দহ নিশা অভিনীত হ'ল। তাৰ পিচতো ৰাইজৰ অনুৰোধত আৰু তিনি নিশা। ৰংমন আলোচনাৰ বিষয় হৈ পৰিল। ধন-সম্পদ, বিদ্যাক লৈ ভেমত ওফন্দি থকাসকলৰ বাবে ৰংমনৰ এই কষ্টোপাৰ্জিত আনন্দও ঈৰ্ষাৰ কাৰণ হৈ উঠিল. ৰংমনৰ নৱ জীৱন সঞ্চাৰ হ'ল। আকৌ লিখি উলিয়ালে 'চিতাজুই'। 'সমাধি'খন ছপাবলৈ বন্ধু অভয় চৰণ ডেকা আগবাঢ়ি আহিল। 'জনতা প্ৰেছ'ত এহাজাৰ নাটক সাতশ টকাত ছপোৱা হ'ল। প্ৰতিখনৰ দাম ৩.৫০ টকা। 'মানি মেকিং ষ্টোৰচ'ৰ মালিক গড়লৰ মমত দাসে 'চিতাজুই'খন 'সমিধান বিচাৰি' নামেৰে ছপালে। বাতৰি কাকতত দিনে খবৰ ওলাবলৈ ধৰিলে 'সমাধি' আৰু 'সমিধান বিচাৰি'ৰ। দুয়োখন নাটকতে সাধাৰণ মানুহক ধনপতিসকলে কি দৰে ফুটবলৰ দৰে খেলে দুটা বেলেগ বেলেগ কাহিনীৰ আলমত নাট্যকাৰে চিত্ৰিত কৰিছে।

১৯৫৪ চনৰ ৪ জুলাই। বাৰ দিন ধৰি ক্ৰমাগতভাৱে চলি থাকিল খহনীয়া। পলাশবাৰীক পুনৰবাৰ থান্‌বান্‌ কৰি দিলে ব্ৰহ্মপুত্ৰই। সু-সজ্জিত পকীঘৰবোৰ, নতুন বজাৰ, পুৰণি বজাৰ, চাহাবৰ বাংলা, পোষ্ট অফিচ, ফৰেষ্ট অফিচ, পুলিচ থানা, স্কুল এফালৰপৰা মহতিয়াই নিলে। খহনীয়া চোৱা দৰ্শনাৰ্থীৰে ভৰি পৰিল লুইতৰ পাৰ। সৰু-বৰ, ধনী-দুখীয়া সকলোৱে নিঃসহায় হৈ পৰিল। পলাশবাৰীৰ লগতে সদিলাপুৰ-কুকুৰীয়াৰো প্ৰায় চিন-চাব নোহোৱা হ'ল। ঘৰ-দুৱাৰ ভঙা আৰু স্থানান্তৰিত কৰা আদি কামত চৰকাৰী-বেচৰকাৰী বিভিন্ন অনুষ্ঠানে সাধ্যানুযায়ী সহায় কৰিলেহি। বিভিন্ন ঠাইৰ বিভিন্ন মানুহে খাদ্য-সম্ভাৰ, কপোৰ-কানি লৈ কাষত থিয় হ'লহি। বৰকুছি, মিৰ্জা, বিজয়নগৰলৈ স্থানান্তৰিত হ'ল মানুহ। কিছুমানে ৰাস্তাৰ দাঁতিতে ছালি সাজি ৰৈ থাকিল। ৰাস্তাৰ দাঁতিত চালি সাজি ৰৈ থাকিল ৰংমনহঁতো।

১৯৫৬ চন। ৰংমনে পলাশবাৰীৰ ওচৰৰে বৰাতলী নামৰ ঠাইত আদিত গোসাঁইৰ তিনি কঠা মাটি কিনে তিনিশ টকাত। তিনি ভায়ে আলচ কৰি তিনিটা পৰিয়াল থাকিব পৰাকৈ তিনিওৰে শ্ৰমৰ ধন লগ লগাই আকৌ এক বিঘা দুই কঠা কিনে চাৰিশ টকাত আৰু পিচত তিনি কঠা কিনে ৭০০ টকাত। তাতেই ঘৰ বান্ধিবলৈ লয় ৰংমনে। ১৯৫৮ চনৰ ১৭ জানুৱাৰীত পত্নী হিচাপে আদৰি লয় পাৰ্বতী কুমাৰীক। তেতিয়াও ঘৰ সম্পূৰ্ণ হোৱা নাই। ঘৰৰ বাবে ৰংমনে নিজেই ইটা বনোৱা কাম আৰম্ভ কৰে। লগত লাগি থাকে নতুন কইনাৰ সাজত সহধৰ্মিণী পাৰ্বতী। সেয়েহে ৰংমনে ইটাৰ নাম দিয়ে R.P.— ৰংমন-পাৰ্বতী। ঘৰটো থিয় কৰাৰ মাজতেই নাটক লিখে-'সেউতি'। ১৯৫৯-চনত মঞ্চস্থ হয়। ১৯৬০ চনত পলাশবাৰী সাহিত্য সভা। ৰংমনক নাটকৰ দায়িত্ব দিয়া হয়। তেওঁ নিজে লিখি লাগি-ভাগি দাঙি ধৰে 'সতিনীৰ পো'। এই সময়তেই অনাতাঁৰ কেন্দ্ৰৰ বাবে লিখিলে 'পৰিণতি'। অনাতাঁৰ কেন্দ্ৰৰ নিজৰ শিল্পী কৰ্মীৰে প্ৰচাৰিতও হ'ল।

এই পৰিক্ৰমা চলি থাকিল অবিৰাম-অবিৰত। অমিত্ৰাক্ষৰ ছন্দত লিখা কবিতাপুথি 'চকুলো' নৈৰ পানীত উটি গ'ল। 'সমাধি', 'সমিধান বিচাৰি' নাট দুখনৰ অৱশিষ্ট কপি দুটাও কোনোবা নাট্যদলে কৰিবলৈ নি ওভোতাই দিবলৈ পাহৰিলে।

ৰংমনৰ আছে এক নিজস্ব কথনশৈলী— এক নিজস্ব লেখনশৈলী। কথা কোৱাৰ দৰে লিখে, লিখাৰ দৰে কথা

কয়। হৃদয়ৰপৰা একেটা বাটেদিয়ে একেদৰে কথাবোৰ আহে। গীত-কবিতা-প্ৰবন্ধ-গল্প-নাটক কি লিখা নাই! নৰ্তকী হৈছে, অভিনেতা হৈছে, পৰিচালক হৈছে, মেকআপমেন হৈছে— হৈছে নাট্যকাৰ। কথা কৈ শ্ৰোতাক আনন্দ দিছে, পথযাত্ৰীৰ ক্লান্তি কৰিছে দূৰ। আমি চিনি নাপাওঁ— চিনি নাপালোঁ— পৰি আছে মুকুতা চোতালৰ দূবৰি বনত। আমি অৰ্থলোভী, ক্ষমতালোভী, খিতাপ লোভীসকলে নিজৰ চিন্তাতেই পাৰ কৰোঁ সমস্ত সময়। ককো তুলি ধৰিব নোৱাৰোঁ। ৰংমনে এতিয়া কবিতা লিখে এনেদৰে—

বহু কবিতা হেৰাই গ'ল
আশাবোৰ তিতি গ'ল তেজত
ক্ষমতাৰ হুংকাৰত বুকু বিদীৰ্ণ হৈ
জোলোকা-জোলোকে ওলোৱা
ৰঙা ৰঙা তেজ

এয়া গণতন্ত্ৰ নে কুৎসিত মন্ত্ৰ
এয়া অধিকাৰ নে অশ্লীল চিৎকাৰ

কিমান ভাঙিবা তুমি
যিমানে ভাঙিবা আমি সিমানে গঢ়িম
ধ্বংসৰ মাজত নিতে নৱ সৃষ্টিত
কঠীয়া সিঁচিম

গতি কিমান ৰুধিবা
মুখাৰ আঁৰত স্বৰূপ ঢাকি
কিমান খেলিবা খেলা—

ৰংমনৰ বয়স এতিয়া ৮২ বছৰ আৰু ৩০ বছৰ জীয়াই থাকিব খোজে; সুখ বিচাৰি নহয়, সৃষ্টিৰ সাধনাৰ বাবে। এজন 'বুঢ়া হ'ব নজনা মানুহ' তেওঁ। আশাৰ দ্বীপ তীব্ৰভাৱে জ্বলি আছে এতিয়াও। এখন ভৰা সংসাৰ লৈ নিজৰ শিপাৰে খামুচি ধৰি মাটি জলকে জলকে ৰঙা তেজ বটিওৱা বিপুল সংগ্ৰামেৰে দুকুৰি মৌলিক নাটক লিখিলে। প্ৰকাশিত হ'ল মাত্ৰ তিনিখন। নাটক অনূদিতও কৰিলে। মৌলিক গল্প লিখিলে কিছু ৯টা গল্পেৰে প্ৰকাশিত হ'ল 'পানী মেটেকাৰ ফুল'। গীত-কবিতা লিখিলে কিমান নিজেও নাজানে ৰংমনে। 'তেজীমলা'ক লৈ দূৰদৰ্শনৰ বাবে বুলি ১৩ খণ্ড চিত্ৰনাট্য লিখি উলিয়ালে— লিখি উলিয়ালে স্থানীয় আলোচনীৰ পাতে পাতে কেইডজনমান প্ৰবন্ধ।

তেওঁৰ জীৱন পৰিক্ৰমাৰ এয়া মাথোন এক চতুৰ্থাংশ। ৰংমনে কয়— "পলাশবাৰীত ময়েই অকল ৰংমন নহয়, অজস্ৰ ৰংমন খোপনি পুতিব নোৱাৰি হেৰাই গৈছে। পলাশবাৰী এক মহাকাব্য।"

মহাকালে অসুবিধা নকৰিলে এই লেখকৰ এখন উপন্যাস লিখাৰ ইচ্ছা আছে। তাৰেই ৰূপৰেখা এয়া— OUT LINE মাত্ৰ। ৰংমন এই লেখকে দিয়া নাম। ৰংমনৰ আচল নাম আনন্দ কুমাৰ। পলাশবাৰী অঞ্চলৰ সকলোৱে জনা সৰবৰহী আনন্দ কুমাৰ। অসমৰ চৌদিশে বিয়পি থাকিবলগীয়া এক সংগ্ৰামী সত্তা— হৃদয়ৰ ভাষাৰে সাৱলীলভাৱে লিখিব জনা — ক'ব জনা এক খনিকৰ।

অলপতে আমি তেওঁক সুধিছিলোঁ—

ঃ পলাশবাৰী সাহিত্য সভাই আপোনাক যদি সভাপতি পাতিলেহেঁতেন!

ঃ সভাপতি! মোক? মোৰ সভাপতি হ'ব পৰাকৈ কি আছে?

ঃ সভাপতি হ'ব পৰাকৈ আপোনাৰ কি নাই? সৃজনশীলতা আছে, সংগ্ৰামী সত্তা আছে......

ঃ বিদ্যা-বুদ্ধিৰ অলংকাৰ নাই। মই হাইৱেৰ মানুহ নহয় মইনা; মই সদায় চাবৱেৰ মানুহ। ■





# প্ৰবীণ সাহিত্যিক অধ্যাপক সুৰেন গোস্বামী ছাৰৰ জীৱন আৰু কৃতি ঃ এটি চমু ৰেঙণি

**(১৯৩৪ চন)**

**যুগল চন্দ্ৰ বৈশ্য**

অসমীয়া মানুহৰ এটা বদ্ অভ্যাস আছে— পৰচৰ্চা, পৰনিন্দা আৰু আনৰ দোষ-ত্ৰুটি বিচাৰি ফুৰা। মানুহ এজন ঢুকোৱাৰ পিচত আমি শোক সভা, সোঁৱৰণী সভা আদি পাতি মানুহজনৰ গুণানুকীৰ্তন কৰোঁ; কিন্তু জীয়াই থকা কালত সেইজন মানুহকেই কটু সমালোচনা কৰি থকা-সৰকা কৰোঁ। অৰ্থাৎ জীয়াই থকা কালত আমি মানুহ এগৰাকীৰ কামৰ মৰ্যাদা স্বীকাৰ কৰিবলৈ অথবা প্ৰশংসা কৰিবলৈ বৰ টান পাওঁ। পৰচৰ্চা বা পৰনিন্দাই সমাজৰ কিবা উপকাৰ সাধন কৰে বুলি আমি বিশ্বাস নকৰোঁ; কিন্তু কোনো ব্যক্তিয়ে যদি সমাজৰ প্ৰতি কিঞ্চিৎ বৰঙণি আগবঢ়ায়, তাক স্বীকৃতি দি প্ৰশংসা কৰাৰ মানসিকতা গঢ়িব পাৰিলে তাৰপৰা ব্যক্তিগৰাকী ধন্য হোৱাৰ লগতে সমাজৰো উপকাৰ সাধন হ'ব। এনে এটি অভ্যাস আমি সমাজত গঢ়িব পাৰিলে ব্যক্তি আৰু সমাজ উভয়ে উপকৃত হ'ব।

পলাশবাৰী সাহিত্য সভাই সময়ে সময়ে সমাজৰ প্ৰতি দায়িত্বশীল ব্যক্তিক জীয়াই থকা কালতে তেওঁলোকৰ কৰ্মক স্বীকৃতি দিয়াৰ লগতে প্ৰশংসাৰ মানপত্ৰেৰে সন্মান যাচি আহিছে।

এইবেলিও সোণালী জয়ন্তী বৰ্ষৰ মুখপত্ৰ 'দখিণ কোল'ত দক্ষিণ কামৰূপৰ কেইজনমান প্ৰবীণ সাহিত্যিকৰ জীৱন আৰু কৃতি প্ৰকাশ কৰিবলৈ যি প্ৰয়াস কৰিছে, তাক আমি আদৰণি জনাইছোঁ। ভৱিষ্যতে এনে প্ৰচেষ্টা অব্যাহত থাকিব বুলি আশা ৰাখিছোঁ। এইবেলি যিসকল প্ৰবীণ সাহিত্যিকৰ জীৱন আৰু কৃতি প্ৰকাশ কৰিব বিচৰা হৈছে, তেওঁলোকৰ ভিতৰত এগৰাকী হ'ল— প্ৰবীণ শিল্পী, সাহিত্যিক, অধ্যাপক সুৰেন গোস্বামী ছাৰ। ছাৰৰ জীৱন আৰু কৃতি সম্পৰ্কে তলত চমুকৈ লিখিবলৈ যত্ন কৰিছোঁ।

পলাশবাৰী ৰাজহ চক্ৰৰ অন্তৰ্গত মেধিপাৰা গাঁৱত সুৰেন গোস্বামী ছাৰে জন্মগ্ৰহণ কৰিছিল ১৯৩৪ চনৰ ১৭ ফেব্ৰুৱাৰীত (৫ ফাগুন, শনিবাৰে)। পিতৃ আছিল স্বৰ্গীয় মাণিক দেৱ গোস্বামী আৰু মাতৃ আছিল স্বৰ্গীয়া দেৱযানী গোস্বামী। ভাই-ককাই মুঠ পাঁচজন। তেওঁলোক ক্ৰমে— স্বৰ্গীয় অম্বিকা গোস্বামী, স্বৰ্গীয় বসন্ত গোস্বামী, স্বৰ্গীয় কমলা গোস্বামী, সুৰেন গোস্বামী আৰু স্বৰ্গীয় অতুল গোস্বামী। আটাইতকৈ সৰু একমাত্ৰ ভনীয়েকগৰাকী হ'ল স্বৰ্গীয়া অনিমা গোস্বামী। পৰিয়ালটো তেনেই দুখীয়া আছিল। জীয়াই থকাৰ একমাত্ৰ অৱলম্বন আছিল কিছু খেতিমাটি আৰু বাৰীখনত আছিল কিছু পাণ-তামোল আৰু আম, কঁঠালৰ গছ। জীয়াই থকাৰ সংগ্ৰামতে পৰিয়ালটো ব্যস্ত আছিল। গাঁওখনৰ প্ৰায়বোৰ পৰিয়ালেই আছিল দুখীয়া। সেয়েহে গাঁওখনত শিক্ষাৰ এটা সুস্থ পৰিৱেশ গঢ়ি উঠা নাছিল। ছাত্ৰসকলে হাতত ঢাৰি আৰু থৈলা লৈ এযোৰ সাধাৰণ পোছাক পিন্ধি স্কুলত পঢ়িছিল। গোস্বামী ছাৰো তাৰ ব্যতিক্ৰম নাছিল। তথাপিও বিভিন্ন সংঘাতৰ মাজতো ছাৰে ৩১ নং দহালী প্ৰাইমাৰী স্কুলৰপৰা প্ৰাথমিক শিক্ষাৰ ডেওনাখন ভালদৰে অতিক্ৰম কৰিছিল। হাইস্কুলীয়া শিক্ষা তেওঁ নিজৰ ঘৰত থাকি ল'বপৰা নাছিল। তেওঁৰ ডাঙৰ দাদা (ককায়েক) অম্বিকা গোস্বামীয়ে ছয়গাঁৱত এখন চাহৰ দোকান দিছিল। তাতেই থাকি ছাৰে ছয়গাঁও হাইস্কুলত পঢ়িবলৈ লৈছিল আৰু দোকানত থাকি দাদায়েকক সহায় কৰিছিল। চাহৰ দোকান আৰু হাইস্কুলীয়া শিক্ষা দুয়োতাই বিপৰীতমুখী। সেয়েহে হাইস্কুলত পঢ়া সময়ছোৱাতো ছাৰে পঢ়াৰ এটা সুস্থ পৰিৱেশ পোৱা নাছিল। তথাপি ইং ১৯৫৫



চনত ছয়গাঁও হাইস্কুলৰপৰা তেওঁ মেট্ৰিক পৰীক্ষা দি উত্তীৰ্ণ হৈছিল। উচ্চ শিক্ষা গ্ৰহণ কৰিছিল গুৱাহাটীৰ কটন কলেজত। বিভিন্ন অভাৱ-অভিযোগৰ মাজত পঢ়িয়েই তেওঁ বি. এ. ডিগ্ৰী লাভ কৰিবলৈ সমৰ্থ হৈছিল। ছাৰে বি. এ. পাছ কৰি এম. এ. পঢ়িবলৈ মন মেলিছিল যদিও প্ৰথম অৱস্থাত টকাৰ অভাৱত পঢ়িব পৰা নাছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ Examination Branchত চাকৰি এটা যোগাৰ কৰি তাত থাকিয়েই এম. এ.ত নামভৰ্তি কৰি মাজে-সময়ে ক্লাছ কৰি থাকিল। তাতো বিশ্ববিদ্যালয় কৰ্তৃপক্ষৰপৰা বাধা অহাত কেৰাণী চাকৰি বাদ দি ১৯৬২ চনত ৰামপুৰ হাইস্কুলত সহকাৰী শিক্ষক হিচাপে চাকৰি কৰিবলৈ ল'লে। ৰামপুৰ হাইস্কুলত চাকৰি কৰি থাকিয়েই গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা অসমীয়া বিষয়ত ১৯৬৪ চনত তেওঁ দ্বিতীয় বিভাগত এম. এ. ডিগ্ৰী ল'বলৈ সক্ষম হয়। এম. এ. পৰীক্ষাত বহাৰ পিচতেই তেওঁ আৰ. বি. উচ্চতৰ মাধ্যমিক বিদ্যালয়ত ১৯৬৪ চনৰপৰা ১৯৬৭ চনলৈ সহকাৰী শিক্ষক হিচাপে কাম কৰে। ১৯৬৭ চনৰ জুলাই মাহত মিৰ্জাৰ দক্ষিণ কামৰূপ মহাবিদ্যালয়ত অসমীয়া বিভাগৰ প্ৰবক্তা হিচাপে চাকৰিত যোগদান কৰে। এম. এ. পাছ কৰি কলেজত চাকৰি কৰাৰ তেওঁৰ যি হেঁপাহ আছিল, সেয়া যেন বাস্তৱত ৰূপ পালে। সুদীৰ্ঘ বত্ৰিশ বছৰ কাল কলেজৰ প্ৰবক্তা হিচাপে কাম কৰাৰ পিচত ১৯৯৯ চনৰ ২৮ ফেব্ৰুৱাৰী তাৰিখে তেওঁ চাকৰিৰপৰা অৱসৰ গ্ৰহণ কৰে।

ছাৰে বিবাহ কৰাইছিল ১৯৬৬ চনৰ ২৫ এপ্ৰিল তাৰিখে (১১ বহাগ, সোমবাৰে)। পত্নী উত্তৰ কামৰূপৰ ডোৰাকঁহৰা সত্ৰৰ স্বৰ্গীয় সহদেৱ গোস্বামীৰ প্ৰথমা কন্যা প্ৰতিভা গোস্বামী (বি. এ.)। দুটি পুত্ৰ সন্তান ক্ৰমে— প্ৰশান্ত গোস্বামী (এম. বি. এ.) আৰু সীমান্ত গোস্বামী (কনিষ্ঠ অভিযন্তা), একমাত্ৰ কন্যা দীপাঞ্জলি গোস্বামী (এম. এ.)।

উচ্চ শিক্ষাৰে শিক্ষিত হৈ কলেজৰ অধ্যাপকৰ চাকৰি কৰি হেজাৰ হেজাৰ ছাত্ৰ-ছাত্ৰীক জ্ঞানৰ পোহৰ বিলাই এক মহান কৰ্মদক্ষতাৰ পৰিচয় দিয়াৰ লগতে সাহিত্যৰ জগতখনতো তেওঁ পোহৰ বিলাবলৈ যত্ন কৰি আহিছে। হাইস্কুলত পঢ়ি থাকোঁতেই মেধিপাৰাৰ পদ্মেশ্বৰ গোস্বামীৰ লগত লগ লাগি 'প্ৰতিমা' নামেৰে এখন হাতেলিখা আলোচনী প্ৰকাশ কৰিছিল। এই আলোচনীতেই তেওঁৰ জীৱনৰ প্ৰথম সাহিত্যকৰ্ম এটি চুটিগল্প 'পাপৰ পৰিণাম' প্ৰকাশ কৰিছিল। তাৰ পিচত ক্ৰমে একাংকিকা, পূৰ্ণাংগ সামাজিক নাটক, বিভিন্ন বিষয়ৰ অনেক প্ৰবন্ধ, সাহিত্য আলোচনামূলক গ্ৰন্থ, ভ্ৰমণ কাহিনীমূলক গ্ৰন্থ আদি ৰচনা কৰি নিজকে এগৰাকী সাহিত্যিকৰূপে চিনাকি দিব পাৰিছে। তেওঁৰ কাপৰপৰা নিগৰিত সাহিত্যৰাজি তলত উল্লেখ কৰা হ'ল—

১। পূৰ্ণাংগ সামাজিক নাট—
(ক) ধুমুহাৰ পিচত (ছপা হোৱা নাই)
(খ) আজিৰ মানুহ— (ছপা হোৱা নাই)

২। সাহিত্য আলোচনামূলক গ্ৰন্থ—
(ক) অসমীয়া গদ্য সাহিত্য (১৯৯৫)
(খ) অসমীয়া সাহিত্য আৰু সংস্কৃতি

৩। ভ্ৰমণ কাহিনীমূলক গ্ৰন্থ—
(ক) ইউৰোপৰ প্ৰান্তৰে প্ৰান্তৰে (১৯৮৬)
(খ) দৃষ্টি দিগন্ত (১৯৯১)
(গ) থাইলেণ্ড ছিংগাপুৰত এভুমুকি (২০০১)

৪। সম্পাদনা কৰা গ্ৰন্থ—
শিক্ষাবিদ অবলাকান্ত গোস্বামী

৫। সম্পাদনা কৰা স্মৃতিগ্ৰন্থ—
বাটৰহাট আঞ্চলিক দুৰ্গা পূজাৰ সোণালী জয়ন্তী স্মৃতিগ্ৰন্থ

ইয়াৰ উপৰি পলাশবাৰী সাহিত্য সভাৰ মুখপত্ৰ 'দখিণ কোল', দক্ষিণ কামৰূপ মহাবিদ্যালয়ৰ মুখপত্ৰ 'দক্ষিণ পট' আৰু দক্ষিণ কামৰূপৰ বিভিন্ন আলোচনীত প্ৰায় একুৰিৰো অধিক বিভিন্ন বিষয়ত তত্ত্বগধুৰ প্ৰবন্ধ লিখি তেওঁৰ সাহিত্য প্ৰতিভাৰ চানেকী দাঙি ধৰিছে। ইং ২০০০ চনত থাইলেণ্ডত ৰামায়ণৰ ওপৰত অনুষ্ঠিত আন্তৰ্জাতিক আলোচনা চক্ৰত 'Studies of the Ramayana in the different countries of the world' শীৰ্ষক ৰচনা পাঠ কৰি তেওঁৰ প্ৰতিভাৰ পৰিচয় দিছে।

সংগীত-নাটকৰ প্ৰতিও তেওঁৰ ৰাপ আছিল অসীম। সৰু কালৰপৰাই গীত গাই তেওঁ মানুহক মুহিব পাৰিছিল। প্ৰাথমিক বিদ্যালয়ত পঢ়ি থকা কালতে বাটৰহাটৰ বিখ্যাত দোকানী স্বৰ্গীয় বাণেশ্বৰ নাথৰ যাত্ৰা 'অপেৰা'ত দুবছৰ দুটা শিশু চৰিত্ৰত অভিনয় কৰাৰ লগতে গীত গাই দৰ্শকক





মুহিছিল। ডেকা বয়সত নিজ গাঁও মেধিপাৰাত গাঁৱৰে ডেকাসকলৰ লগ লাগি তেওঁ নিজে 'ধুমুহাৰ পিচত' আৰু 'আজিৰ মানুহ' নামৰ দুখন সামাজিক নাটক লিখি নাট পৰিচালনা কৰি ৰাইজক অভিনয় কৰি দেখুৱাইছিল। পিচলৈও সুবিধা পালেই গান আৰু নাটকৰ মাজত নিজকে বুৰাই ৰাখি বং আৰু আনন্দৰ মাজেৰে দিনবোৰ কটাবলৈ যত্ন কৰা দেখিবলৈ পাওঁ। শিল্পীমন এটা অন্তৰত থকা বাবেই জীৱনৰ দুখবোৰ এফলীয়া কৰি থৈ ছাৰে মানুহৰ মাজত আনন্দৰ বং বিচাৰি ফুৰে আৰু আনকো ৰঙৰ চেকুৰা বিলাই দিয়ে।

গোস্বামী ছাৰৰ জীৱনৰ সাফল্যৰ এটা দিশ হ'ল— তেওঁৰ দেশ-বিদেশ ভ্ৰমণ। নেদেখাক দেখাৰ, নজনাক জনাৰ আৰু নুবুজাক বুজাৰ এটা তৃষ্ণাতুৰ মন তেওঁৰ শৈশৱৰপৰাই আছিল। ষষ্ঠমানত পঢ়ি থাকোঁতেই হেনো তেওঁ ঘৰৰ কোনেও নজনাকৈ অকলে ৰে'লেৰে গুৱাহাটীৰপৰা ডিব্ৰুগড়লৈ গৈছিল। ডিব্ৰুগড়ত এৰাতি থাকি পিচদিনা পুনৰ ৰে'লেৰে গুৱাহাটীলৈ ঘূৰি আহি ঘৰ পাইছিল। ভ্ৰমণ কৰি আনন্দ লোৱাৰ তৃষ্ণাতুৰ মনটোৰ যি হেঁপাহ, তাক তেওঁ পিচলৈ বাস্তৱত ৰূপ দিব পাৰিছিল। গুৱাহাটী বিশ্ববিদ্যালয়ত পঢ়ি থাকোঁতেই বিভাগৰ ছাত্ৰসকলৰ লগত Group Leader হৈ তেওঁ উত্তৰ ভাৰত আৰু দক্ষিণ ভাৰতৰ বিভিন্ন ঠাই ভ্ৰমণ কৰিছিল। ১৯৮৬ চনত ইউৰোপৰ ইংলেণ্ড, স্কটলেণ্ড, ফ্ৰান্স, ইটালি, জাৰ্মানী, হলেণ্ড, অষ্ট্ৰিয়া আদি সাতখন দেশ ভ্ৰমণ কৰি পাশ্চাত্যৰ দেশসমূহৰ প্ৰাকৃতিক শোভা উপভোগ কৰাৰ লগতে তাৰ মানুহৰ সুখ-দুখৰ বুজ ল'বলৈ সক্ষম হয়। ১৯৯১ চনত পুনৰ তেওঁ আমেৰিকা আৰু কানাডা ভ্ৰমণ কৰে। ১৯৯৮ চনত নেপাল, ২০০০ চনত থাইলেণ্ড আৰু ছিংগাপুৰ ভ্ৰমণ কৰি জীৱন আৰু জগত সম্বন্ধে আৰু কিছু অভিজ্ঞতা সঞ্চয় কৰে। উল্লেখযোগ্য যে, ছাৰে বিদেশ ভ্ৰমণ কৰি পোৱা সকলো অভিজ্ঞতা গ্ৰন্থ আকাৰে ৰচনা কৰি আন এটি মহৎ কাম সম্পাদনা কৰিছে।

কৰ্ম মানুহৰ জীৱনৰ এক অবিচ্ছেদ্য অংগ। ছাৰৰ নিজৰ মুখৰ কথা— "নিষ্কৰ্মা মানুহক মই ঘিণ কৰোঁ।" তেওঁ নিজেই এজন দক্ষ কৰ্মী। চাকৰি কৰি থাকিও আজৰি সময়খিনি কটাবলৈ তেওঁ 'মাণিক প্ৰিণ্টাৰ্চ' নামেৰে প্ৰেছ এটা খুলি নিজে পৰিচালনা কৰিছিল। নিজৰ প্ৰেছটো থকা কাৰণে তেওঁ ৰচনা কৰা গ্ৰন্থসমূহো নিজৰ প্ৰেছতেই ছপা কৰি উলিওৱাত সহায় হৈছিল। বিভিন্ন অসুবিধাৰ কাৰণে পিচলৈ প্ৰেছটো বন্ধ হ'ল।

কলেজৰ চাকৰি, প্ৰেছ, সাহিত্য, সংগীত, নাটক আদিৰ লগত জড়িত থকাৰ পিচতো সমাজৰ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগতো তেওঁ সম্পৰ্ক ৰাখি চলি আহিছে। তেওঁ যিবোৰ অনুষ্ঠানৰ বিভিন্ন পদত থাকি দায়িত্ব পালন কৰি আহিছে, তাৰ এটি আভাস তলত দাঙি ধৰিলোঁ।

উপসভাপতি— পলাশবাৰী সাহিত্য সভা।

সভাপতি— ভাৰতীয় দলিত সাহিত্য একাডেমী, কামৰূপ শাখা।

সভাপতি— মিৰ্জা আঞ্চলিক শ্ৰীমন্ত শংকৰদেৱ কৃষ্টি বিকাশ কেন্দ্ৰ।

কাৰ্যকৰী সভাপতি— ৰামপুৰ যজ্ঞ সমিতি।

সভাপতি— মিৰ্জা আঞ্চলিক দুৰ্গা পূজা (অসমাপ্ত)

সভাপতি— বিশ্ব হিন্দু পৰিষদ, পলাশবাৰী শাখা।

সভাপতি— প্ৰকৃতি আৰু বন্যপ্ৰাণী প্ৰেমী সন্থা, মিৰ্জা।

এখন পিচপৰা গাঁৱৰ এটা দুখীয়া পৰিয়ালত জন্মগ্ৰহণ কৰি বিভিন্ন ঘাত-প্ৰতিঘাতৰ মাজেৰে আগবাঢ়ি ছাৰে আজি নিজকে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছে। ছাৰে নিজেই কৈছে— "মই বৰ চোকা ল'ৰা নাছিলোঁ। যিখিনি জ্ঞান-বুদ্ধি আছিল, তাকে সঠিক দিশত প্ৰয়োদ কৰি আজিৰ এই অৱস্থাত উপনীত হৈছোঁ আৰু মই সুখী।"

শেষত গোস্বামী ছাৰৰ সু-স্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰিলোঁ। ■



# অমৰেন্দ্ৰ নাথ বৰুৱা
# জীৱন আৰু কৃতি

(জন্ম ঃ ১৯৩৫)

জয়ন্ত কুমাৰ

১ঃ১ শিল্প-সাহিত্য মানৱ সভ্যতাৰ শ্ৰেষ্ঠতম সৃষ্টি, বিৱৰ্তনৰ একেবাৰে শেহতীয়া অৱদান, কলা-সাহিত্য-সংস্কৃতি। প্ৰতিজন ব্যক্তিৰ মাজতে নিহিত থাকে সাহিত্য-কলাৰ সম্ভাৱনী উপাদান; অন্য কথাত সমাজৰ প্ৰতিগৰাকী লোকেই একো একোজন শিল্পী, সাহিত্যিক; কিন্তু সাহিত্য-শিল্পচৰ্চাৰ বাবে লাগে এখন অনুকূল পৰিৱেশেৰে পৰিৱেষ্টিত সুচল ক্ষেত্ৰ। পলাশবাৰী সাহিত্য সভা, যিয়ে এনে বাতাৱৰণ সৃষ্টিৰ প্ৰয়াস কৰি আহিছে, এনে চিন্তাৰে ফচল। পলাশবাৰী শাখা সাহিত্য সভাৰ প্ৰসৱকালত যিকেইগৰাকী সন্মানীয় ব্যক্তিয়ে ধাত্ৰীৰ ভূমিকা পালন কৰিছিল, তেওঁলোকৰ ভিতৰত শ্ৰীঅমৰেন্দ্ৰ নাথ বৰুৱাৰ নাম আৰু ভূমিকা বিশেষ প্ৰণিধানযোগ্য। '......১৯৫৮ চনৰ ৩০ ছেপ্তেম্বৰৰ দিনা পলাশবাৰী জ্ঞানদা পুথিভঁৰাল প্ৰাংগণত অমৰেন্দ্ৰ নাথ বৰুৱাৰ সভাপতিত্বত বহা সভা এখনে 'পলাশবাৰী সাহিত্য সভা'ৰ জন্ম দিয়ে।'[১] পলাশবাৰী সাহিত্য সভাৰ কাণ্ডাৰীস্বৰূপ বৰুৱা আছিল প্ৰথমগৰাকী সম্পাদক।

২ঃ২ অমৰেন্দ্ৰ নাথ বৰুৱাৰ জন্ম ১৯৩৫ চনৰ ১৪ অক্টোবৰ তাৰিখে পলাশবাৰীত, মৌজাদাৰ স্বৰ্গীয় নৰেন্দ্ৰ নাথ বৰুৱা আৰু ৰূপহী বৰুৱাৰ পৰিয়ালত। নৰেন্দ্ৰ-ৰূপহীৰ পৰিয়ালত তেওঁৰ স্থান আছিল চতুৰ্থ পুত্ৰৰ। বৰুৱাৰ পূৰ্বসূৰীসকল উত্তৰ গুৱাহাটীৰপৰা আহি পলাশবাৰীত বসতি স্থাপন কৰা লোক। তেওঁলোক প্ৰখ্যাত মাণিক চন্দ্ৰ বৰুৱাৰ সম্পৰ্কীয়। আঢ্যৱন্ত নৰেন্দ্ৰ নাথ বৰুৱাৰ ঘৰখন আছিল সংস্কৃতিবান আৰু শিক্ষাক মৰ্যাদা দিয়া ঘৰ। তেতিয়াৰ দিনতেই তেওঁলোকৰ ঘৰত নিয়মীয়াকৈ বাতৰি কাকত ৰাখিছিল। পৰিয়ালত থকা অনুকূল পৰিৱেশে বৰুৱাক এজন কবি, লিখক, অভিনেতা, সংগঠক আৰু সৰ্বোপৰি এজন সচেতন, সক্ৰিয়, সংবেদনশীল, সংস্কৃতিৱান সংবাদকৰ্মী হিচাপে গঢ় লোৱাত পূৰ্ণমাত্ৰাই সহায় কৰিছিল।

২ঃ২ বৰুৱাৰ শিক্ষা জীৱন পলাশবাৰীত আৰম্ভ হৈছিল যদিও মাজতে তেওঁ পলাশবাৰী এৰি গুৱাহাটীৰ 'চেনীকুঠি প্ৰাথমিক বিদ্যালয়', 'কামৰূপ একাডেমী'ত শিক্ষাগ্ৰহণ কৰি পুনৰ পলাশবাৰীলৈ আহি 'পলাশবাৰী আৰ. বি. হাইস্কুল'ৰপৰা প্ৰৱেশিকা উত্তীৰ্ণ হয়। পিচত কটন কলেজৰপৰা আই. এ. পাছ কৰি বি. বৰুৱা কলেজত স্নাতক মহলাত নাম লগাই পঢ়ে যদিও ডিগ্ৰী লোৱা নহ'ল। কলেজীয়া জীৱনত তেওঁ অসমৰ প্ৰখ্যাত সাহিত্যিক ড° নিৰ্মলপ্ৰভা বৰদলৈ, নৱকান্ত বৰুৱা, অতুল চন্দ্ৰ হাজৰিকা, হেম বৰুৱা আদিৰ সান্নিধ্য লাভ কৰে; যিয়ে তেওঁৰ অন্তৰত লুকাই থকা সাহিত্যিকজনক সাহিত্য সৃষ্টিত প্ৰেৰণা আৰু গতিময়তা প্ৰদান কৰে।

২ঃ৩ শিক্ষা সাং কৰাৰ পিচতেই আৰম্ভ হয় তেওঁৰ সাংসাৰিক আৰু কৰ্মজীৱন। কৰ্মজীৱনৰ পাতনি মেলে তেওঁ শিক্ষাজীৱনৰ পাতনি মেলা আৰ. কে. চৌধুৰী বিদ্যালয়ত, ইংৰাজী শিক্ষক হিচাপে। শিক্ষকতাৰ লগে লগে নিৰৱচ্ছিন্নভাৱে চলি থাকে সংবাদ, সাহিত্য, সমাজসেৱা। এই সময়ছোৱাতে তেওঁ তেওঁৰ আৰ্থিক প্ৰয়োজনীয়তাৰ খাটিৰত কিছুদিনৰ বাবে 'কাঠ বাকলা'ৰ ব্যৱসায়ো কৰিছিল। অৱশ্যে তেওঁৰ মনত সফল ব্যৱসায়ী হোৱাৰ আকাংক্ষা তিলমাত্ৰও নাছিল বাবে নিৰ্দিষ্ট প্ৰয়োজন পূৰ্ণ হোৱাৰ পাচত স্বেচ্ছাই ব্যৱসায় ত্যাগ কৰি স্যাহিত্য সৃষ্টি আৰু শিক্ষকতাত অধিক মনোনিৱেশ কৰিছিল। নিজকে 'সাংসাৰিকভাৱে অজ্ঞ' বুলি ভবা বৰুৱাৰ চাৰিটি পুত্ৰ-কন্যাৰে এখন সন্তুলিত সংসাৰ। ১৯৯৫ চনত তেওঁ অৱসৰ গ্ৰহণ কৰে যদিও ল'ৰাবপৰা বুঢ়ালৈ সকলো পলাশবৰীয়াৰ মাজত তেওঁ 'ছাৰ' বুলি সমাদৃত।

৩ঃ১ শিল্পীয়ে সৃষ্টি কৰে। শিল্পকৰ্মক জনগণৰ মাজলৈ লৈ যোৱাটো শিল্পীৰ বাবে সহজসাধ্য নহয়; হ'লেও সি কষ্টসাধ্য আৰু সময় অপচয়কাৰী। শিল্পীৰ সৃষ্টিকৰ্মক জনসাধাৰণৰ মাজলৈ লৈ যায় সংগঠনসমূহে। সংগঠনৰ আঁৰত থাকে সংগঠকসকল। শ্ৰীবৰুৱা এজন সুদক্ষ সংগঠকো। তেওঁৰ তৎপৰতা আৰু কেইজনমান বিশিষ্ট ব্যক্তিৰ উদ্যমতে সেই সময়ৰ কৃষিপ্ৰধান, বেপেৰুৱা পলাশবাৰীৰ গাঁৱলীয়া পৰিৱেশত অসম সাহিত্য সভাৰ শাখা গঢ় লৈ উঠিছিল। গঠনৰ দুবছৰ পাচতেই অসম সাহিত্য সভাৰ অষ্টাবিংশতিতম অধিবেশন সুকলমে অনুষ্ঠিত কৰাটোৱে পলাশবৰীয়া ৰাইজৰ লগতে শ্ৰীবৰুৱা প্ৰমুখ্যে অ'ন আন বিষয়বৰীয়াৰ সাংগঠনিক দক্ষতাৰ চানেকী দাঙি ধৰে। বৰুৱা পলাশবাৰী সাহিত্য সভাৰ সভাপতি পদতো (৩৫ তম) অধিষ্ঠিত হৈছিল। 'দক্ষিণ কামৰূপ সাংবাদিক সন্থা'ৰ তেওঁ আছিল বাটকটীয়া। ড° ভাৰত কলিতা, বলেন কলিতা, ৰমেন মেধি আদি ব্যক্তিৰ লগ লাগি দক্ষিণ কামৰূপৰ সংবাদসেৱীসকলক একত্ৰিত কৰি ১৯৭০ চনত 'দক্ষিণ কামৰূপ সাংবাদিক সন্থা' গঢ় দি সমগ্ৰ দক্ষিণ কামৰূপত সংবাদসেৱাৰ সুস্থ পৰিৱেশ সৃষ্টি কৰাৰ চেষ্টা চলাইছিল। পলাশবাৰীস্থিত 'শিউপ্ৰসাদ জৈন পুথিভঁৰাল' আৰু 'সংস্কৃতি বিকাশ ভৱন' অঞ্চলটোৰ দুটা বৃহৎ সামাজিক অনুষ্ঠান। গুৱাহাটীক বাদ দি সমগ্ৰ কামৰূপতে ৰাইজৰ দান-বৰঙণি আৰু প্ৰচেষ্টাৰে গঢ়ি উঠা এনে পুথিভঁৰাল হয়তো পলাশবাৰীত বাদে অইন ক'তো পাবলৈ নাই। এই পুথিভঁৰালক নিচেই চালুকীয়া অৱস্থাত অনেক কষ্টেৰে, ব্যক্তিগত উদ্যোগেৰে, ৰাইজৰ দান সংগ্ৰহেৰে পুনৰুজ্জীৱিত কৰি অঞ্চলটোত 'কিতাপ পঢ়াৰ' সুচল পৰিৱেশ এটাৰ সৃষ্টি হৈছে 'তত্বাৱধায়ক' বৰুৱাৰ তত্বাৱধানতে। বৰ্তমানো তেওঁ পুথিভঁৰালৰ এজন সক্ৰিয় সদস্য আৰু নিয়মীয়া পঢ়ুৱৈ। ইয়াৰোপৰি সংস্কৃতি বিকাশ ভৱনৰ জৰিয়তে তেওঁ অঞ্চলটোৰ ক্ৰীড়া, শিক্ষা, সংস্কৃতিৰ উন্নতিসাধনত প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে ব্ৰতী হৈ আছে। পলাশবাৰীত নাট্য আন্দোলন গঢ়াৰ বাবে তেওঁ ৭০ৰ দশকত 'পলাশবাৰী নাট্য গোষ্ঠী', 'পলাশী সাংস্কৃতিক সংঘ', অসম নাট্য সন্মিলনৰ 'পলাশবাৰী শাখা' গঠন কৰিছিল। তেওঁ দক্ষিণ কামৰূপৰ ভিতৰত প্ৰথমজন সাহিত্য সভাৰ আজীৱন সভ্য আৰু সংস্কৃতি বিকাশ ভৱনৰ প্ৰথম 'হিতৈষী' সদস্য। বৰুৱাই বিভিন্ন সংগঠন বা অনুষ্ঠানৰ লগত জড়িত থাকি একনিষ্ঠভাৱে নিজ কৰ্মত ব্ৰতী আছিল। তেওঁ পুৰস্কাৰ বা স্বীকৃতিৰ প্ৰতি উদাসীন আছিল; কেৱল কৰ্তব্য কৰি গৈ আছিল নিৰলে-নিৰৱে। ড° ভাৰত কলিতাৰ ভাষাত— 'স্বাভাৱিকতে পৰ্দাৰ আঁৰত থাকি কাম কৰাৰ প্ৰৱণতা এটা বৰুৱাৰ আছে।'[২]

৩ঃ২ বিভিন্ন অনুষ্ঠানৰ হকে কাম কৰিলেও মূলতঃ বৰুৱাৰ আকৰ্ষণ সাহিত্য সংগঠনৰ প্ৰতিহে। পলাশবাৰী অঞ্চলত সাহিত্যচৰ্চা আৰু প্ৰসাৰৰ উদ্দেশ্যে সেই সময়ৰ (৭০ৰ দশকত) সাহিত্যানুৰাগী ব্যক্তিসকলৰ সহযোগত কেইবাটাও সংগঠনৰ পৃষ্ঠপোষকতাত ভালেমান আলোচনী প্ৰকাশ কৰিছিল। এইবোৰৰ ভিতৰত জাগৃতি, পাপৰি, ন-জোৱান আদি প্ৰধান। ইয়াৰ ভিতৰত জাগৃতি এখন পূৰ্ণাংগ আলোচনী; য'ত সেই সময়ৰ অসমৰ বৰেণ্য বুদ্ধিজীৱী আৰু সাহিত্যিকৰ লেখাও প্ৰকাশিত হৈছিল। এনে আলোচনী প্ৰকাশৰদ্বাৰা পলাশবাৰীত লিখক আৰু পঢ়ুৱৈ সৃষ্টিত সফলত পোৱা গৈছিল। উল্লেখ্য যে, ড° হাজৰিকা,



'অসম আমাৰ ৰূপহী' কালজয়ী গীতটো পোন প্ৰথমে জাগৃতিতেই (২য় সংখ্যা) প্ৰকাশিত হৈছিল।[৩]

৪ঃ১ অমৰেন্দ্ৰ নাথ বৰুৱাৰ পৰিচয় এজন কবি হিচাপে। তেওঁ লিখিবৰ দিন ধৰি বৰ্তমানলৈ স্থানীয়ভাৱে প্ৰকাশিত এনে এখন আলোচনী, স্মৃতিগ্ৰন্থ, মুখপত্ৰ নোলাব, য'ত তেওঁৰ লেখা প্ৰকাশ হোৱা নাই। বৰুৱাই লিখা কবিতাৰ সংখ্যা দুশটামান হ'ব যদিও ইয়াৰে ৫০টামান প্ৰকাশ হ'বলৈ বাকী। তেওঁ গ্ৰন্থাকাৰে কোনো লেখা প্ৰকাশ কৰা নাই, তথাপি কবি হিচাপে তেওঁৰ জনপ্ৰিয়তা মন কৰিবলগীয়া। কবিতাবোৰৰ মাজেৰে তেওঁ নিজৰ ব্যক্তিগত অনুভৱ-অভিজ্ঞতা ব্যক্ত কৰাৰ লগতে সামাজিক সমস্যা আৰু মানৱীয় আদৰ্শৰ চিত্ৰ প্ৰদৰ্শন কৰিছে। দুৰ্বোধ্যতা বিবৰ্জিত, সৰল-সাৱলীলভাৱে অকপটে প্ৰকাশ কৰা অনুভৱৰ কবিতাবোৰৰ শব্দচয়ন, চিত্ৰকল্পৰ মাধুৰ্য বিশেষ বৈশিষ্ট্যপূৰ্ণ।

৪ঃ২ সমসাময়িক ভয়াৰ্ত, সন্ত্ৰাসিত সামাজিক অৱস্থাই প্ৰতিজন অনুভৱী কবিৰ চৈতন্য তৰংগিত কৰি তোলে ক্ষিপ্ৰতাৰে। সামাজিক দুৰৱস্থা, উদ্বিগ্নতাৰ প্ৰতিফলন ঘটিছে বৰুৱাৰ কবিতাত এনেদৰে—

.... হঠাৎ অনতিদূৰত শুনিছোঁ
কোলাহল আৰু বন্দুকৰ শব্দ
হয়তো ৰাতি পুৱাব এতিয়া।[৪]

কবি 'পুৱা'লৈ অপেক্ষাৰত। বৰুৱাৰ কবিতাত স্বদেশ আৰু স্বজাতিৰ প্ৰতি থকা আস্থা আৰু আনুগত্য যিদৰে উপলব্ধ, ঠিক সেইদৰে শোষণ, ভ্ৰষ্টাচাৰ আৰু নিষ্ঠুৰতাই অনা ব্যথাও স্পষ্ট। তেওঁৰ কবিতাত দুখীয়া-নিছলাৰ প্ৰতি থকা সহমৰ্মিতাৰ উম বিদ্যমান। 'মই অসমীয়া' নামৰ কবিতাটোৰদ্বাৰা তেওঁৰ উদাৰ জাতীয়তাবাদী চিন্তাৰ পৰিস্ফুৰণ ঘটিছে সুন্দৰকৈ।

... স্বাধীন ভাৰতৰ আজি মই
অসমৰ চাহ বনুৱা
মই অসমৰ চিনাকী অসমীয়া।[৫]

৪ঃ৩ শ্ৰীবৰুৱাই বিষ্ণু ৰাভা আৰু ভূপেন হাজৰিকাক লৈও কবিতা লিখি প্ৰকাশ কৰিছে। ড° হাজৰিকাই বৰুৱাৰ কবিতাৰ মন্তব্যত লিখিছে— 'অমৰ, ধন্যবাদ, তোমাৰ আৱেগজড়িত মূল্যয়নে মোক নিজকে বিশ্লেষণ কৰিবলৈ প্ৰেৰণা দিছে।'[৬] দ্বিতীয় বিশ্বযুদ্ধৰ সময়ছোৱাত বিষ্ণু ৰাভাক বৰুৱাই নিজঘৰতে লগ পাইছিল। কবিতাৰ উপৰিও বৰুৱাৰ আছে এখন অপ্ৰকাশিত উপন্যাস আৰু এডজনমান গল্প লগতে কেইটামান গীত। তেওঁ ৰচনা কৰা গীত সুৰাৰোপ কৰি ইতিমধ্যে মঞ্চত পৰিবেশন কৰা হৈছে। তেওঁৰ গল্পই ছাত্ৰাৱস্থাত পুৰস্কাৰো লাভ কৰিছিল। অৱশ্যে পিচলৈ তেওঁ এজন কবি হিচাপেহে প্ৰসিদ্ধি লাভ কৰে।

৫ঃ১ অমৰেন্দ্ৰ নাথ বৰুৱা কবিয়েই নহয়, এগৰাকী অভিনেতা আৰু পৰিচালকো। ৭০ৰ দশকত পলাশবাৰীত নাট্য আন্দোলনৰ যি জোৱাৰ উঠিছিল, তাৰ গুৰি ধৰোঁতাসকলৰ মাজৰ তেওঁ এজন। জীৱেশ্বৰ শৰ্মা, আনন্দ কুমাৰ, যোগেশ ভৰালী, ভবেন কলিতা, ৰামেশ্বৰ দাস, সুৱৰ্ণেশ্বৰ ঠাকুৰীয়া, মীনা কুমাৰী, অনুজা দেৱী, বীণা দাস মান্না আদি অভিনেতা-অভিনেত্ৰীসকলৰ লগত তেওঁ বহুতো একাংক আৰু পূৰ্ণাংগ নাটত অভিনয় কৰাৰ উপৰিও যোগেন ভৰালীৰ লগত যুটীয়াভাৱে নাট পৰিচালনাও কৰিছিল। বৰুৱাই অভিনয় কৰা দৰ্শকৰদ্বাৰা সমাদ্ৰিত নাট কেইখনমান হ'ল— পোষ্টমৰ্টেম, জীৱন-যৌৱন, মাটি, চাবুক, মামা মন্ত্ৰী হ'ব (একাংক), সূৰ্য স্নান, কববৰ উচুপনি, চিৰাজ, প্ৰতিকাৰ, কাঠৰ ঘোঁৰাই খোজকাঢ়ে, কিয়, উপপথ (পূৰ্ণাংগ)। অকল পলাশবাৰীতেই নহয়, সেইসময়ত পলাশবৰীয়া নাট্যদলটিয়ে ৰঙিয়া, ডিব্ৰুগড় আদিতো প্ৰশংসা লাভ কৰিবলৈ সক্ষম হৈছিল। মঞ্চাভিনয়ৰ উপৰিও অষ্টম শ্ৰেণীতে অভিনয়ৰ পাতনি মেলা এই শিল্পীগৰাকীয়ে গুৱাহাটী দুৰদৰ্শনযোগে সম্প্ৰচাৰিত হোৱা 'নীড়হাৰা পখীৰ ক্ৰন্দন' ধাৰাবাহিকখনত খন্তেকৰ বাবে ভূমুকি মাৰিছিল।

৬ঃ১ সমাজক সচেতন আৰু জাগ্ৰত কৰি ৰাখি প্ৰকৃত দিশত অগ্ৰসৰ কৰোৱাত সংবাদসেৱীসকলৰ বিশেষ ভূমিকা আছে। দক্ষিণ কামৰূপ অঞ্চলৰ সাংবাদিকতাৰ বাটকটীয়া স্বৰ্গীয় উমেশ পালৰ পিচত দ্বিতীয়জন অমৰেন্দ্ৰ নাথ বৰুৱা বুলি ক'লেও অত্যুক্তি কৰা নহ'ব কিজানি। যি সময়ত গৰাখহনীয়াত কক্বকাই থকা পলাশবাৰীৰ অস্তিত্বই সংকটাপন্ন হৈছিল, সেই সময়তে অসমৰ প্ৰেক্ষাপটত পলাশবাৰীৰ সমস্যা দাঙি ধৰিবলৈ তেওঁ সংবাদসেৱাত ব্ৰতী হৈছিল। দশম শ্ৰেণীত পঢ়ি থকা অৱস্থাতে তেওঁ 'অসমবাণী'ৰ জৰিয়তে সংবাদ জগতৰ লগত সাঙোৰ খাই পৰে। ইয়াৰ পিচত ১৯৬৩ চনত তেওঁ 'নতুন অসমীয়া' কাকতৰপৰা নিযুক্তি লাভ কৰে। পিচলৈ তিনিদিনীয়া 'অসম বাতৰি' (সম্পাদক- চন্দ্ৰপ্ৰসাদ শইকীয়া), 'সাপ্তাহিক নীলাচল' (সম্পাদক- হোমেন বৰগোহাঞি) আদি কাকতত সংবাদ দাতাৰ কাম কৰে।

৬ঃ২ অমৰেন্দ্ৰ নাথ বৰুৱাৰ লিখনিত সমাজ চেতনা স্বচ্ছ আৰু স্ফটিক। 'সাদিনীয়া নাগৰিক' কাকতত প্ৰকাশ পোৱা (১০/১/৮০) 'কথাৰে নহয় বন্ধু....' শীৰ্ষক লিখনিটোৰে সেই সময়ৰ পলাশবাৰী অঞ্চলৰ বিপথগামী যুৱ প্ৰজন্মৰ নৈতিক স্খলন, কৰ্মবিমুখ সোৰোপা স্বৰূপটো উদঙাই দি তেওঁলোকক কৰ্মমুখী হৈ জাতি গঠনৰ অংশীদাৰ হ'বলৈ উদাত্ত আহ্বান জনাইছে। একেখন কাকতত ২৮/২/৭১ তাৰিখে প্ৰকাশ হোৱা 'ভোট কাক দিম' লেখাটোত ৰাজনৈতিক দল বা নেতাৰ চাতুৰ্যত ভোল নগৈ কৰ্মৰ আধাৰত যুক্তিনিষ্ঠভাৱে নেতা নিৰ্বাচনৰ বাবে ৰাইজক সচেতন কৰি তোলাৰ প্ৰয়াস কৰিছিল। বৰুৱাৰ জাতীয় চেতনাও আছিল প্ৰবল। কাকতত প্ৰকাশ পোৱা 'জন-গণ-মন' আৰু 'অ' মোৰ আপোনাৰ দেশ' পৰিবেশন (অনুষ্ঠানত) কৰাক লৈ হোৱা এক বিতৰ্কত অংশগ্ৰহণৰপৰা ইয়াৰ উমান পোৱা যায়। এই দিশৰপৰা তেওঁক জাতীয়তাবাদী আদৰ্শৰ বুলি অনুভৱ হয়; অৱশ্যে শেষৰফালে তেওঁ সাম্যবাদৰ প্ৰতি আকৰ্ষিত হয়। ঐতিহাসিক অসম আন্দোলনৰ সময়ত তেওঁৰ উদাৰনৈতিক চিন্তা-ধাৰাক ভুল বুজাৰ ফলত সমাজত তেওঁৰ প্ৰতি ভুল ধাৰণাৰ সৃষ্টি কৰিছিল। এই সময়তে তেওঁ পৰিস্থিতিগত তাগিদাত 'ভাস্কৰ ফুকন', 'এজন নাগৰিক' আদি ছদ্মনামত নিজৰ লেখা প্ৰকাশ কৰিছিল; সত্যৰপৰা বিচলিত হোৱা নাছিল। সাম্প্ৰতিক সময়ত শ্ৰীবৰুৱাৰ কৰ্মৰাজিৰ পৰ্যালোচনাৰ প্ৰয়োজন আছে।■



উদ্ধৃতি সংকেট ঃ


১। 'দখিণ কোল', পৃ.-৫৭, ১৮৮২ শক (দৈনিক অসম ২২/১০/০৮ৰপৰা সংগৃহীত)।
২। 'স্মৃতিগ্ৰন্থ', কামৰূপ সাহিত্য পৰিষদ, ১৯৭৬।
৩। 'পলাশবাৰীৰ ইতিহাসৰ ৰেঙণি', ৰত্নকান্ত গোস্বামী, পৃ.-৬৮।
৪। 'শিখা', প্ৰথম বছৰৰ প্ৰথম সংখ্যা, ১৮৯৭ শক।
৫। 'সাম্প্ৰতিক কবিতা,' সম্পাদক নৰেন মজুমদাৰ।
৬। 'স্মৃতিগ্ৰন্থ', ভূপেন্দ্ৰ সংগীত প্ৰচাৰ সমিতি, পলাশবাৰী, ২২/১০/৯৪।


সমল ব্যক্তি ঃ

(ক) অমৰেন্দ্ৰ নাথ বৰুৱা
(খ) যতীন্দ্ৰ নাথ কলিতা

সহায়ক গ্ৰন্থ ঃ


(ক) 'দখিণ কোল'ৰ বিভিন্ন সংখ্যা।
(খ) অতীত ৰেঙণি— উমেশ পাল
(গ) পলাশবাৰীৰ ইতিহাসৰ ৰেঙণি— ৰত্নকান্ত শৰ্মা।
(ঘ) জাগৃতি, আভা, শিখাৰ বিভিন্ন সংখ্যা।



# শিক্ষা আৰু সাহিত্যৰ সেৱক ড° ভাৰত কলিতা

## (জন্ম ঃ ১৯৩৫)

### দীপক কুমাৰ দাস

পলাশবাৰী সাহিত্য সভাই 'সাহিত্যিক ড° ভাৰত কলিতা' শীৰ্ষক প্ৰবন্ধ যুগুত কৰাৰ বাবে দায়িত্ব দিয়াৰ পিচত কিছু অস্বস্তিবোধ কৰিছিলোঁ, কাৰণ আমাৰ জ্ঞানৰ সীমাৱদ্ধতা আছে যদিও আমি ড° ভাৰত কলিতাক সাহিত্যিক হিচাপে নাজানো আৰু অসমীয়া সাহিত্যৰ ক্ষেত্ৰখনিত তেওঁৰ কিমান অৱদান আছে সেয়াও জ্ঞাত নহয়। অৱশ্যে তেওঁৰ এখন গৱেষণামূলক গ্ৰন্থৰ কথা জানো আৰু জানো অসমীয়া আৰু ইংৰাজী দুয়োটি ভাষাত প্ৰবন্ধ লেখা-মেলাৰ কথা। শেহতীয়াভাৱে ২০০৮ চনত ইংৰাজী ভাষাত বাংলাদেশৰ অন্দোলনৰ আধাৰত লিখা কাহিনীমূলক গ্ৰন্থ 'এ মোল ইন দ্য ব্ৰেষ্টৰ কথা শুনিছিলোঁ। পঢ়াৰ সুযোগ পালোঁ ২০১০ চনৰ ১৩ এপ্ৰিলৰ পিচত। আমি মানুহগৰাকীক বাতৰি কাকতৰ স'তে জড়িত বুলি জানো যদিও প্ৰধানতঃ পুনেৰ ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা অকাডেমীৰ অধ্যাপক আৰু অৱসৰৰ পিচত সামাজিক অনুষ্ঠান আৰু ৰাজনৈতিক দিশৰ প্ৰতি থকা দুৰ্বলতাৰ সন্দৰ্ভত বেছিকৈ জানো। মানুহগৰাকীৰ সাহিত্যৰাজিৰ ওপৰত মূল্যাংকন কৰাৰ পূৰ্বে এষাৰ কথা বিনাদ্বিধাই ক'ব পাৰি যে, মানুহগৰাকীয়ে সংগ্ৰামী মানসিকতাৰে নিজৰ একাণপতীয়া চেষ্টাৰ জৰিয়তে উচ্চ শিক্ষা লাভ কৰি (জীৱনৰ নানান ঘাত-প্ৰতিঘাত প্ৰতিহত কৰি) নিজকে সমাজৰ এজন সন্মানীয় ব্যক্তিৰ শাৰীত থিয় কৰাইছিল। জন্মগতভাৱে বিশেষ ধৰণৰ প্ৰস্থিতি লাভ কৰিবপৰা নাছিল যদিও নিজৰ অধ্যৱসায়, চেষ্টা, কৰ্ম আদিৰে সমাজত এনে আসন লাভ কৰিবলৈ সক্ষম হৈছে সেয়া আনৰ অনুকৰণীয়। ড° ভাৰত কলিতাৰ ৰচনাৰাজিৰ সাহিত্যিক মূল্যাংকন কিমান উচ্চ! ড° ভাৰত কলিতা সাহিত্যিক নে সেয়া বিতৰ্ক সদায়ে উত্তৰ হ'ব। কোনোবাই সাহিত্যিক বুলি ক'লেই যে সাহিত্যিক হ'ব আৰু কোনোবাই সাহিত্যিক বুলি নক'লেই সাহিত্যিক নহ'ব; তেনেধৰণৰ যুক্তিও উত্থাপন হ'ব। এই কথা কোৱা ভাল যে, ৰচনাৰাজিৰ সাহিত্যিক মূল্যাংকনেহে এগৰাকী ব্যক্তিক চিনাকি-স্বীকৃতি দিয়ে। সেয়েহে আমাৰ ব্যক্তিগত মতেৰে ড° ভাৰত কলিতাক এগৰাকী সাহিত্যৰ অক্লান্ত কৰ্মী হিচাপে চিনাকি দিব পাৰি তাতোকৈ ভাল চিনাকি ইতিহাসৰ গৱেষক, প্ৰবন্ধ লেখক, শিক্ষাবিদ আৰু সমাজ সেৱক হিচাপেহে।

একাণপতীয়া প্ৰচেষ্টাৰ প্ৰস্থিতি (Status) গঢ়া ড° ভাৰত কলিতাৰ জন্ম হৈছিল ১৯৩৫ চনত কামৰূপ জিলাৰ পলাশবাৰী থানাৰ অন্তৰ্গত পলাশবাৰী টাউনত। তেখেতৰ পিতৃৰ নাম আছিল স্বৰ্গীয় ছতাল কলিতা আৰু মাতৃৰ নাম স্বৰ্গীয়া সণেশ্বৰী কলিতা। জ্যেষ্ঠ সন্তান ভাৰত কলিতাই পাঠশালাৰ শৈশৱৰ শিক্ষা পলাশবাৰী টাউন বালক প্ৰাইমাৰী স্কুলত সমাপ্ত কৰাৰ পিচত পলাশবাৰী আৰ. বি. হাইস্কুলৰপৰা মেট্ৰিক প্ৰথম বিভাগত উত্তীৰ্ণ হৈ আৰ্থিক স্বচ্ছলতাৰ অভাৱত দিনত চাকৰি কৰি ৰাতিৰ কলেজ বি. বৰুৱা কলেজত পঢ়ি বি. এ. ডিগ্ৰী সম্পূৰ্ণ কৰে। প্ৰাইভেটতকৈ ইতিহাসত এম. এ. সম্পূৰ্ম কৰি পুনাৰ ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা অকাডেমীত অধ্যাপনাৰ কালছোৱাতেই পুনা বিশ্ববিদ্যালয়ৰপৰা অল ইণ্ডিয়া কাউন্সিল অব হিষ্টোৰিকেল ৰিচাৰ্ছ দিল্লীৰপৰা শকত অনুদানেৰে 'মিলিটাৰী একটিভিটিজ ইন মেডিয়েভেল আচাম ১২০০-১৭০০' এই বিষয়ত ১৯৮৫ চনত পি. এইছ. ডি. লাভ কৰে। মন কৰিবলগীয়া যে, ৰিজাৰ্ভ বেংকত চাকৰি, গুৱাহাটী ইঞ্জিনিয়াৰিং কলেজত মহৰীৰ কাম, গুৱাহাটীৰ ডি.চি. অফিচত কেৰাণীৰ কাম, আচাম ট্ৰিবিউনত প্ৰুফ ৰিডিঙৰ কাম কৰি থাকিয়েই উচ্চ শিক্ষা গ্ৰহণ কৰিছিল।

পলাশবাৰী আৰ. বি. হাইস্কুলত নৱম শ্ৰেণীত পঢ়ি থাকোঁতেই কলিতাই সাধাৰণ সম্পাদক হৈ সমাজ সেৱাৰ প্ৰতি থকা ধাউতি প্ৰকাশ কৰিছিল। হাইস্কুলীয়া অৱস্থাৰ পৰা আজিলৈকে অঞ্চলৰ নানান সামাজিক অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত জড়িত হৈ আছে। ১৯৫৪ চনত পলাশবাৰী ব্ৰহ্মপুত্ৰৰ খহনীয়াৰ কৱলত পৰাত মানুহক সহায় আৰু সংস্থাপনত সেৱা বাহিনীৰ ছাত্ৰ নেতা, মিৰ্জাৰ প্ৰতিষ্ঠাত চহৰ উন্নয়ন সমিতিৰ প্ৰাৰম্ভৰেপৰা ১৯৭০ চনলৈকে সম্পাদক, মিৰ্জা ছোৱালী হাইস্কুলৰ প্ৰতিষ্ঠাপক সম্পাদক আৰু অস্থায়ী শিক্ষক, দক্ষিণ কামৰূপ মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাপক সদস্য, অসম সাহিত্য সভাৰ ১৯৬০ চনৰ পলাশবাৰীত হোৱা অষ্টাদশ অধিবেশনৰ যুটীয়া সম্পাদক আৰু স্মৃতিগ্ৰন্থ 'দখিণ কোল'ৰ সম্পাদক, দক্ষিণ কামৰূপ উন্নয়ন সমিতিৰ সভাপতি, মিৰ্জা আঞ্চলিক সচেতন সমিতিৰ সভাপতি, সদৌ অসম বেংক কৰ্মচাৰী সন্থাৰ যুটীয়া সম্পাদক, ভাৰতীয় ইতিহাস সংকলন সমিতিৰ সভাপতি আদি অনেক অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত জড়িত আছিল। ইয়াৰ উপৰিও পুনাৰ ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা অকাডেমীত অধ্যাপনাৰ কালছোৱাত বিভিন্ন অনুষ্ঠানৰ বিষয়বাবত আছিল। বিশেষকৈ কেন্দ্ৰীয় প্ৰথম শ্ৰেণীৰ বিষয়াৰ ইউনিয়নৰ সভাপতি পদ অলংকৃত কৰিছিল। বিশেষ উল্লেখযোগ্য সামাজিক কামৰ শাৰীত অন্তৰ্ভুক্ত কৰিব পাৰি যে, অসম সাহিত্য সভাৰ অষ্টাবিংশ অধিবেশনত ৰাহি হোৱা তিনি হাজাৰ টকা প্ৰয়োগেৰে দক্ষিণ কামৰূপ মহাবিদ্যালয় স্থাপনৰ প্ৰথম সিদ্ধান্ত ড° ভাৰত কলিতা আৰু অমৰেন্দ্ৰ নাথ বৰুৱাই উত্থাপন কৰিছিল। মহাবিদ্যালয় স্থাপনত বিশেষ ভূমিকা লৈ ৰিজাৰ্ভ বেংকৰ শকত দৰমহাৰ চাকৰি এৰি কলেজত অধ্যাপনাও কৰিছিল। স্থানীয়, ৰাজ্যিক অনুষ্ঠানৰ উপৰিও সৰ্বভাৰতীয় বৌদ্ধিক অনুষ্ঠানৰ লগতো ড° কলিতা জড়িত হৈ আছিল তাৰে ভিতৰত অল ইণ্ডিয়া হিষ্টৰী কংগ্ৰেছ, নেচনেল কংগ্ৰেছ ফৰ ডিফেন্স ষ্টাডিছ, আমেৰিকান এছোচিয়েচন অব ইণ্ডিয়া, ইণ্ডিয়ান ডিফেন্স ষ্টাডিজ এণ্ড এনালাইচিচ ডেলহী, নেচাৰ ষ্টাডি এণ্ড ৱাইল্ড লাইফ ক্লাব, ইণ্ডিয়ান ইতিহাস সংকলন যোজনা আদি-ইত্যাদি।

১৯৫৩ চনত পলাশবাৰী আৰ. বি. হাইস্কুলৰ সাধাৰণ সম্পাদক পদৰ লগতে নৱম শ্ৰেণীতেই ভাৰত কলিতাই সাহিত্য-সংস্কৃতি-সংবাদৰ প্ৰতি থকা প্ৰতিভাক বিকশিত কৰাৰ প্ৰয়াস চলাইছিল। সেই সময়তেই কলিতাই অনাতাঁৰ কেন্দ্ৰ আকাশবাণীত প্ৰথম কবিতা 'শক্তি দিয়াহে জননী' আবৃত্তি পাঠ কৰিছিল, 'বিৱৰ্তন' নামৰ অনাতাঁৰ নাটত অভিনয়ো কৰিছিল। উক্ত চনতেই পলাশবাৰী আৰ. বি. হাইস্কুলৰ 'ঊষা'ত প্ৰকাশিত 'মোৰ পাণ দোকান' নামৰ গল্পটিৰ বাবে ভাৰত কলিতা ছাত্ৰসকলৰ মাজত পৰিচিত হৈ পৰিছিল। ইয়াৰ পূৰ্বে অষ্টমমানত থাকোঁতেই পলাশবাৰী বান্ধৱ সন্মিলন প্ৰেক্ষাগৃহত 'সুৰ বিজয়' নাটকত অন্যতম ঘাই ভূমিকা 'বৰকৌ'ৰ চৰিত্ৰত ভাৰত কলিতাই সুন্দৰ অভিনয় কৰাৰ বাবে দৰ্শকৰপৰা কলিতা আৰু তেওঁৰ সহযোগী কিৰণবালা পালে বিশেষ পুৰস্কাৰ লাভ কৰে। উল্লেখ্য যে, নাটখনি তিনি নিশা সফলতাৰে মঞ্চস্থ হৈছিল। মন কৰিবলগীয়া যে, পলাশবাৰী আৰ. বি. হাইস্কুলৰ বাৰ্ষিক বঁটা বিতৰণী সভাত কলিতাই ইংৰাজী নাটক প্ৰিন্স হেমলেট (ইংৰাজীত), অসমীয়া নাটক 'পৰিৱৰ্তন' আৰু 'মণিৰাম দেৱান' নাটকত হেলৰয়ড চাহাবৰ ভূমিকাত অভিনয় কৰি শিক্ষা বিভাগৰ পৰিদৰ্শকৰ বিশেষ পুৰস্কাৰেৰে নিজৰ অভিনয়ৰ দক্ষতা প্ৰমাণিত কৰিছিল। ঠিক তেনেদৰে স্কুলীয়া কালছোৱাতে ১৯৫৩ চনত গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰপৰা 'স্কুলৰ নিজা' শিতানৰ আধাঘণ্টীয়া কাৰ্যক্ৰম এটিত তেওঁৰ নেতৃত্বত পলাশবাৰী আৰ. বি. হাইস্কুলে অংশগ্ৰহণ কৰি ভূয়সী প্ৰশংসা বুটলিবলৈ সক্ষম হৈছিল। মেট্ৰিকৰ দেওনা সফলতাৰে উত্তীৰ্ণ হৈ পঢ়া আৰু চাকৰি সমান্তৰালভাৱে চলাই থাকি স্থানীয় আলোচনীত অসমীয়া আৰু ইংৰাজীত তথ্যগধুৰ প্ৰবন্ধ লিখিছিল। আলোচনীৰ লগতে অসমৰপৰা প্ৰকাশিত ইংৰাজী-অসমীয়া বাতৰি কাকতত দুই শতাধিক প্ৰবন্ধ লিখিছে। শিখা, সুতুলি, নুতুন পৃথিৱী, এন. ই. চি. চি. জাৰ্নাল, আলোক, নন্দিনী, ৰিভিউ প্ৰজেক্টৰ অৱ ইণ্ডিয়া, বিদ্যালয়-মহাবিদ্যালয়ৰ স্মৃতিগ্ৰন্থ, নতুন অসমীয়া, দৈনিক অসম, আজি, অসমীয়া প্ৰতিদিন, আমাৰ অসম, দৈনিক বাতৰি, আচাম ট্ৰিবিউন, এন. ডি. এ. জাৰ্নাল, দ্য অৰ্গেনাইজাৰ, বাৰ্তাপখিলী, প্ৰান্তিক, জাগৃতি, শৰাইত সত্ৰ প্ৰদীপ, ইন্টাৰনেচনেল জাৰ্নাল-দ্য পিপল অৱ দ্য হিমালয়াজ, অল ইণ্ডিয়া মিলিটাৰী হিষ্টোৰী প্ৰচেডিং, অল ইণ্ডিয়া হিষ্টোৰী প্ৰচেডিং, ইতিহাস দৰ্পণ আদিৰ উপৰিও বিহু, পূজা আদিৰ আলোচনীত নানা প্ৰবন্ধ লিখিছে। উল্লেখ্য যে, ইতিহাস দৰ্পণ নামৰ ইংৰাজী আৰু





হিন্দীত দিল্লীৰপৰা প্ৰকাশিত আৰু প্ৰকাশিত আলোচনীখনৰ অষ্টমবৰ্ষৰ প্ৰথম সংখ্যা নৱেম্বৰ ২০০০ গৱেষণামূলক সংখ্যাটিৰ সম্পাদনাৰ বাবে ড° ভাৰত কলিতাক আলহী সম্পাদক হিচাপে দিল্লীলৈ আমন্ত্রিত আৰু ভাৰতৰ প্ৰখ্যাত লেখক ড° সুৰেশ বাজপেয়ী, ড° টি. পি. বাৰ্মা, ড° আৰ. এছ. কুছবহা আদিৰ সৈতে জড়িত হৈ পূৰ্বাঞ্চলৰ সাহিত্য, কলা কৃষ্টি, সমাজ ব্যৱস্থাক প্ৰতিফলিত কৰি বিশেষ সংখ্যা সম্পাদন কৰিছিল। দক্ষিণ কমৰূপ কলেজত অধ্যাপনা কৰি থকা সময়ছোৱাত ভাৰত কলিতাই অল ইণ্ডিয়া ৰেডিঅ'ত দুবছৰ সংবাদ বিশ্লেষক আৰু সংবাদ সমীকৰণৰ দায়িত্ব পালন কৰিছিল ১৯৬৮ চনৰ পৰা ১৯৭০ চনলৈকে। ঠিক তেনেদৰে আচাম ট্ৰিবিউনত অঞ্চলৰ সংবাদ দাতাও আছিল। ড° ভাৰত কলিতা পলাশবাৰী সাহিত্য সভাৰ ১৩ নম্বৰ সদস্য, অসম সাহিত্য সভাৰ আজীৱন সভ্য আৰু ১৯৬০ চনত মিৰ্জাত অনুষ্ঠিত অসম সাহিত্য সভাৰ অষ্টাবিংশ পলাশবাৰী অধিবেশনৰ যুটীয়া সম্পাদক আৰু স্মৃতিগ্ৰন্থ 'দখিণ কোল'ৰ সম্পাদক হিচাপে নিজৰ নাম খোদিত কৰিছে। ড° কলিতাৰ প্ৰকাশিত গ্ৰন্থ হ'ল—

১। লিমিটাৰী একটিভিটি অব মিডিয়েভেল আচাম (ইংৰাজী)।
২। মধ্যযুগৰ অসমৰ সামৰিক ইতিহাস (অনুবাদ—দীপক ঠাকুৰীয়া)
৩। শ্ৰীমন্ত শংকৰদেৱ ভাৰত বৰিষ, সম্পাদনা—অসমীয়া, ইংৰাজী আৰু সংস্কৃত ভাষাত।
৪। আচাম এণ্ড আইডেনটিটি ক্ৰাইচিচ।
৫। এ মোল ইন দ্য ব্ৰেষ্ট।

ইয়াৰ উপৰিও ড° কলিতাই সৰ্বভাৰতীয় বিভিন্ন আলোচনা চক্ৰত গৱেষণামূলক কাকত প্ৰেৰণ কৰিছে। তেখেতৰ সাহিত্য, শিক্ষা আৰু সমাজ সেৱাৰ প্ৰতি থকা বৰঙণিৰ বাবে পলাশবাৰী সাহিত্য সভাই সাহিত্যিক, গৱেষক, সাংবাদিক, শিক্ষাবিদ হিচাপে সম্বৰ্ধনা জনাইছে। ১৯৯৫ চনত পুনেত ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা অকাডেমীৰপৰা অৱসৰ লোৱা ড° ভাৰত কলিতাই আজিৰ তাৰিখতো ৭৫ বছৰ বয়সতো সমাজ, শিক্ষা, সাহিত্যৰ সেৱাত জড়িত হৈ আছে। কৰ্মতৎপৰ ড° ভাৰত কলিতাই পত্নী লীলা কলিতাৰ স'তে মিৰ্জাত বসবাস কৰি থাকি এতিয়াও সমাজ সেৱাৰ প্ৰতি ইচ্ছুক। ড° ভাৰত কলিতাৰ বৰ্ণময় সংগ্ৰামী জীৱন নৱপ্ৰজন্মৰ বাবে অনুপ্ৰেৰণাদায়ক। এই কথা স্বীকাৰ কৰাত কোনেও কাৰ্পণ্য কৰা অনুচিত। ■



২৬। ময়ূৰ ঃ—







# কবি দেবেন্দ্ৰপতি গোস্বামী ঃ জীৱন আৰু কৃতি

(জন্ম ঃ ১৯৩৮)

**ফণীন্দ্ৰ চন্দ্ৰ ঠাকুৰীয়া**

কবিতা কবিৰ স্বকীয় সৃজনীমূলক শিল্পকৰ্ম। কবিয়ে নিজৰ ভাব-অনুভূতিক শব্দৰে আনৰ হৃদয়লৈ প্ৰেৰণ কৰে। কবিৰ বাণীয়ে আনৰ হৃদয়ত ৰস আৰু আনন্দৰ সঞ্চাৰ কৰিব পাৰিলেই কবিৰ সৃষ্টিকৰ্ম সাৰ্থক বুলি পৰিগণিত হয়। নিভাঁজ প্ৰকৃত কবিয়ে নীৰৱে ভাবি-চিন্তি শব্দৰ সৌধ সাজি আনন্দ পায়। সাম্প্ৰতিক সময়ত প্ৰচাৰমুখী কবিৰ সংখ্যাও বৃদ্ধি পাইছে। তথাপি নীৰৱে কাব্য সাধনা কৰা লোকৰ অভাৱ হোৱা নাই। তেনে এজন প্ৰচাৰ বিমুখ কবি হ'ল— দেবেন্দ্ৰপতি গোস্বামী। ৰামধেনু যুগতে প্ৰতিষ্ঠা লাভ কৰিবলৈ সক্ষম হোৱা গোস্বামীৰ কবিতাত গভীৰ জীৱনবোধৰ ছন্দ বিচাৰি পোৱা যায়। গোস্বামীদেৱে শিশু অৱস্থাৰপৰাই কবিতাৰ আদিপাঠ আৰম্ভ কৰিছিল। অৱশ্যে বিকশিত হয় মহাবিদ্যালয়ৰ পৰ্যায়তহে। গোস্বামীৰ মোমায়েক আছিল শিক্ষাবিদ তথা শিক্ষাধিকৰ্তা উমাকান্ত গোস্বামী। উমাকান্ত গোস্বামীদেৱৰ উজানবজাৰ (গুৱাহাটী)ৰ ঘৰখন আছিল শিল্পী, সাহিত্যিক কলা-কুশলীৰ মিলনতীৰ্থ। দেবেন্দ্ৰপতি গোস্বামীয়ে এই ঘৰখনৰ ছত্ৰছায়াতে কলেজীয়া শিক্ষাৰ পাতনি মেলিছিল। তাতেই তেওঁৰ কবি সত্তা মণিদীপ, ৰামধেনু, পছোৱা আদি আলোচনীসমূহৰ জৰিয়তে জনতাৰ হৃদয়লৈ সংক্ৰমণ ঘটাইছিল। জ্যেষ্ঠসকলৰ উপদেশ আৰু মামণি বাইদেউৰ (ইন্দিৰা গোস্বামী) প্ৰেৰণাই তেওঁৰ কবি সত্তা জাগৃত হোৱাত মূল ইন্ধন হিচাপে কাম কৰিছিল। সুকবি অধ্যাপক নৱকান্ত বৰুৱাৰ মৰম আৰু আশীৰ্বাদৰ কথাও নিজ মুখে স্বীকাৰ কৰিছে। সহজ-সৰল স্বভাৱকবি গোস্বামীদেৱৰ জীৱনপঞ্জী তলত উল্লেখ কৰা হ'ল—

নাম ঃ শ্ৰীদেবেন্দ্ৰপতি গোস্বামী
জন্ম ঃ ১৯৩৮ খ্ৰীষ্টাব্দ, ৰাজাপুখুৰী গাঁও, পলাশবাৰী ৰাজহ চক্ৰ, কামৰূপ (অসম)।
পিতৃ ঃ স্বৰ্গীয় গণপতি গোস্বামী
মাতৃ ঃ স্বৰ্গীয়া হেমপ্ৰভা গোস্বামী

শিক্ষা জীৱন আৰম্ভ কৰে ৰাজাপুখুৰী গাঁৱৰ প্ৰাথমিক বিদ্যালয়ত।

১৯৫২ ঃ প্ৰাথমিক বিদ্যালয়ৰ চূড়ান্ত পৰীক্ষাত উত্তীৰ্ণ।
১৯৫৮ ঃ হাইস্কুল শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ।
১৯৬০ ঃ উচ্চতৰ মাধ্যমিক (ইণ্টাৰমিডিয়েট) পৰীক্ষাত উত্তীৰ্ণ।
১৯৬২ ঃ বি. এ.
১৯৬৫ ঃ এম. এ. (গুৱাহাটী বিশ্ববিদ্যালয়)
১৯৭৩ ঃ বি. টি. (বি. এড.)

কৰ্মজীৱন আৰম্ভ কৰে ৰাণী হাইস্কুলত। তিনি মাহ কাম কৰিয়েই ৰাণী হাইস্কুলত চাকৰি বাদ দিয়ে।

১৯৬৩-৭৩ ঃ শিংৰা উচ্চ মাধ্যমিক বিদ্যালয়ত শিক্ষকতা।
১৯৭৪-৯৮ ঃ গোৱালপাৰা চৰকাৰী বি. টি. কলেজত অধ্যাপনা।
১৯৯৮-২০০০ ঃ গোৱালপাৰা চৰকাৰী বি. টি. কলেজত অধ্যক্ষ হিচাপে কাৰ্যনিৰ্বাহ।
২০০০ ঃ চাকৰিৰপৰা অৱসৰ গ্ৰহণ।
বিবাহ ঃ ১৯৭৩ চনৰ ৭ ফেব্ৰুৱাৰী।
পত্নী ঃ শ্ৰীমমতা গোস্বামী (গোস্বামী বাইদেউ গল্প লেখিকা। ইতিমধ্যে গোস্বামী বাইদেউৰ গল্পপুথি 'সপোনত নিজৰ মুখ' ২০০৩ চনত প্ৰকাশিত হৈছে।)
কন্যা ঃ শ্ৰীপল্লৱী গোস্বামী, এম. এছ. চি., বি. এড. (নগাঁও কলেজৰ অধ্যাপিকা।)
পুত্ৰ ঃ শ্ৰীপাৰ্থপ্ৰতিম গোস্বামী, এম. এ., বি. এড. (গুৱাহাটী উচ্চ ন্যায়ালয়ৰ ৰাজপত্ৰিত বিষয়া।)

গোস্বামীদেৱৰ প্ৰথম প্ৰকাশিত কাব্য সংকলন ঃ 'এপিয়লা ৰূপোৱালী মেঘ', ১৯৮১।

২য় প্ৰকাশিত কাব্যপুথি সংকলন ঃ 'অভিমন্যুৰ আবেলি', ২০০১।

গোস্বামীদেৱে জীৱন নৈত সাঁতুৰি-নাদুৰি অনুভূত হোৱা সজীৱ অভিজ্ঞতাকে স্বাভাৱিক ছন্দ শৈলীৰে মনোগ্ৰাহী ৰূপত দাঙি দৰিছে কবিতাসমূহত। হৃদয়ৰ কোমল অনুভূতি কোমল শব্দৰে প্ৰকাশ কৰাত তেওঁ যিদৰে সিদ্ধহস্ত, সেইদৰে সময়ৰ জটিল মানসিকতাও প্ৰতীকী ৰূপত অংকন কৰাত সাৰ্থকতা লাভ কৰিছে। ভাব আৰু ভাষাৰ সুন্দৰ সমন্বয় ঘটিছে তেখেতৰ কবিতাত। তেখেতৰ কবিতাসমূহৰ মাজত জিলিকি উঠা কবিতাকেইটা হ'ল— ত্ৰিশঙ্কুৰ ডায়েৰী ঃ মৃত্যুত, এপিয়লা ৰূপোৱালী মেঘ, বিদেশী সপোন, চম্পক ফুলৰ ৰাতি, ভীষ্মৰ সংকেত, ইন্দ্ৰপ্ৰস্থৰ সংলাপ ইত্যাদি। সমালোচকসকলে কম পৰিসৰত হ'লেও গোস্বামীক উচ্চ আসন দিয়া পৰিলক্ষিত হৈছে। ড° চন্দ্ৰ কটকীয়ে লিখিছে— "জনজীৱনৰ কোলাহলৰপৰা আঁতৰত প্ৰতিষ্ঠিত হৈছে তেওঁৰ কবিতাৰ ভিত্তি। প্ৰকৃতিৰ বৰ্ণাঢ্য ৰূপ-সুষমা চাই তেওঁ তন্ময় হৈছে— ক্ষণ ভংগুৰ এই জীৱনৰ মাজৰপৰাই বিচাৰি অনা দুই-এটি হাঁহি আৰু আশাৰ বাবৰি ফুল বুটলি তেওঁ আহ্লাদ পাইছে। শব্দচয়ন, কাব্য বিন্যাস, ৰচনাশৈলী, মানস চিত্ৰৰ গঠন আৰু ছন্দৰ নবীনতৰ বিন্যাস আদিত দেবেন্দ্ৰপতিৰ আপোন প্ৰতিভাৰ স্বাক্ষৰ আছে। তেওঁৰ কবিতাৰ মাজত এটা বুদ্ধিদীপ্ত মনৰো পৰিচয় পোৱা যায়, যিটোৱে তেওঁৰ কবিতাবোৰক অন্তৰ্মুখী (esoteric) কৰি তুলিছে।" বিশিষ্ট সাহিত্যিক ড° নগেন শইকীয়াই লিখিছে— "কবি নৱকান্ত বৰুৱাৰ ৰাৱণ অথবা সম্ৰাটৰ ছন্দৰ অনুৰণন যেন ধ্বনিত হৈছে। অৱশ্যেই ছন্দহে। তাৰ মাজত যেন তৰংগ সৃষ্টি কৰি আহি আছে উপলব্ধ সত্য— নিৰ্মম অথচ সুকুমাৰ ৰূপত।

অসমীয়া কবিতাই আবৃত্তিযোগত্যা হেৰুৱাবলৈ আৰম্ভ কৰাৰ এই সময়ত 'ইন্দ্ৰপ্ৰস্থৰ সংলাপ'ৰ আবৃত্তি যোগ্যতায়ো আকৰ্ষণ কৰিছে। এই স্বাভাৱিক, গম্ভীৰ অথচ লক্ষ্যমুখী গতিৰ ছন্দই ভাবানুভূতিক দান কৰিছে এক সম্ভ্ৰান্ত গম্ভীৰ গতি। ... গোস্বামীক ধন্যবাদ।"

গোস্বামীদেৱৰ মূলতঃ কবি যদিও গল্প লিখিবলৈ চেষ্টা চলোৱাৰ প্ৰমাণ পোৱা গৈছে। ইতিমধ্যে বিভিন্ন আলোচনীত পাঁচটামান গল্প প্ৰকাশ পাইছে। তেখেতৰ এটি সুন্দৰ গল্প হ'ল— 'স্বপ্ন ছবি ছন্দ'। একাণপতীয়াভাৱে লাগি থকা হ'লে এজন গল্পকাৰ অসমীয়া গল্পৰ ইতিহাসত সংযোজন হ'লহেঁতেন। তেখেত বিভিন্ন সাংস্কৃতিক আৰু সাহিত্যিক অনুষ্ঠানৰ লগত প্ৰত্যক্ষ বা পৰোক্ষভাৱে জড়িত বুলি জানিব পৰা গৈছে। অসম সাহিত্য সভাৰ লগত তেখেতৰ মধুৰ সম্পৰ্ক আছে। অসম সাহিত্য সভাৰ সপ্তষষ্ঠিতম অধিৱেশনৰ কবি সন্মিলনৰ (লক্ষীমপুৰ, ২০০৩) সঞ্চালকৰ দায়িত্ব গ্ৰহণ কৰিছিল। সঞ্চালকৰ ভাষাটি চুটি হ'লেও তাত্ত্বিক আৰু স্বকীয়তাৰে সমুজ্জ্বল।

সদৌ শেষত গোস্বামীদেৱৰ সুস্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰিলোঁ। ■



২৭। পালী :—





# ড° ধৰণীধৰ মালী— জীৱন আৰু কৃতি

(জন্ম ঃ ১৯৩৮)

জিতেন চন্দ্ৰ কলিতা

কৃতি শিক্ষক, লেখক, অৰ্থনীতিবিদ আৰু উত্তৰ-পূৰ্বাঞ্চলৰ উদ্যমিতা উন্নয়নৰ বাটকটীয়া পুৰুষ ড° ধৰণীধৰ মালী ছাৰে ১৯৩৮ চনৰ নৱেম্বৰ মাহত ২৪ তাৰিখে দক্ষিণ কামৰূপৰ পাল্লী গাঁৱত এটি অতি দুখীয়া পৰিয়ালত জন্মগ্ৰহণ কৰে। তেখেতৰ পিতৃ স্বৰ্গীয় সান্তৰাম মালী পেছাত এজন গাখীৰ ব্যৱসায়ী আছিল আৰু সময়ে সময়ে দিন হাজিৰা কৰিও পৰিয়াল চলাবলগীয়া হৈছিল আৰু মাতৃৰ নাম আছিল স্বৰ্গীয়া ভৱানী মালী।

১৯৪৫ চনত পাল্লী প্ৰাথমিক বিদ্যালয়ত ছাৰে শিক্ষা জীৱনৰ পাতনি মেলে। সৰু কালৰেপৰাই ছাৰৰ মেধাশক্তিৰ পৰিচয় পোৱা যায়। ১৯৫৬ চনত জন্ম ঠাই পাল্লী গাঁৱৰপৰা মিৰ্জাৰ শান্তিপুৰত থকা বাহৰলৈ বসবাস স্থানান্তৰ হয়; কিন্তু ছাৰে মেট্ৰিক পৰীক্ষা দিয়ালৈকে পাল্লীৰ খুৰাকৰ ঘৰতে থাকে।

আৰ্থিক অনাটনৰ মাজতে তেখেতে সুখ্যাতিৰে আৰ. বি. হাইস্কুলৰপৰা ১৯৫৭ চনত মেট্ৰিক পৰীক্ষা প্ৰথম বিভাগত উত্তীৰ্ণ হয় আৰু Merit Schoolarship পাবলৈ সক্ষম হয়। মহাবিদ্যালয়ত আই. এ. শ্ৰেণীত নামভৰ্তিৰ বাবে বি. বৰুৱা মহাবিদ্যালয়ত ফৰ্ম ভৰ্তি কৰে যদিও সময়মতে মাচুল সংগ্ৰহ কৰিব নোৱাৰাৰ বাবে বি. বৰুৱা মহাবিদ্যালয়ত নাম ভৰ্তি নহ'ল। পিচত প্ৰাগজ্যোতিষ মহাবিদ্যালয়ত আই. এ. শ্ৰেণীত পঢ়িবলৈ লয়। মহাবিদ্যালয়ত ভৰ্তি হোৱাৰ পিচতে পঢ়াৰ খৰচ উলিয়াই স্বনিৰ্ভৰশীল হ'বলৈ ১৯৫৭ চনত ভাৰতীয় জীৱন বীমা নিগমত চাকৰি কৰিবলৈ লয়। উচ্চ শিক্ষাৰে শিক্ষিত হোৱা ছাৰৰ জীৱনৰ প্ৰধান লক্ষ্য আছিল। সেয়েহে আত্মবিশ্বাস আৰু দৃঢ়তাৰে জীৱনৰ সকলো বাধা নেওচি মাত্ৰ ৪ টকা মাহিলি দৰমহাত জীৱন বীমা নিগমত চাকৰি কৰিবলৈ লয় আৰু কলেজৰ অধ্যয়নো একেলগে চলাই যায়। পঢ়া আৰু চাকৰি— দুই ধৰণৰ ব্যতিক্ৰমধৰ্মী দায়িত্ব গ্ৰহণ কৰিও তেখেতে ১৯৫৬ চনত আই. এ. আৰু ১৯৬১ চনত বি. বৰুৱা মহাবিদ্যালয়ৰপৰা অৰ্থনীতিত অনাৰ্চ সহ বি. এ. পাছ কৰে। বি. এ. পাছ কৰাৰ পিচতে ছাৰে অসম প্ৰশাসনীয় সেৱা (A.C.S.) পৰীক্ষাত বহে আৰু পৰীক্ষাত উত্তীৰ্ণ হৈ উপপতি সমাহৰ্তা (SDC) পদত চাকৰি পাইছিল যদিও নিজৰ কৰ্মজীৱনৰ লক্ষ্যৰ লগত পদৰ কৰ্তব্য আৰু দায়িত্বৰ মিল নথকা বাবে তেনে পদ বিসৰ্জন দিছিল।

কৰ্ম আৰু কৰ্তব্য সোৰোগত কৰি লৈ জীৱনৰ লক্ষ্য পূৰণ কৰিবলৈ ১৯৬৩ চনত গুৱাহাটী বিশ্ববিদ্যালয়ত এম. এ. পৰীক্ষাত অৱতীৰ্ণ হয় আৰু সুখ্যাতিৰে উত্তীৰ্ণ হয়। উচ্চ শিক্ষাৰ লক্ষ্য পূৰণ কৰি কিছুদিন জিৰণি লোৱাৰ ইচ্ছাৰে ঘৰলৈ উভতি আহে। ইয়াৰ কিছুদিন পিচতে ১৯৬৪ চনত উপৰহালী হাইস্কুলত ৬মাহ সময় শিক্ষকতাৰ কাম কৰে আৰু কাম কৰি থকা সময়তে শ্বিলঙৰ শংকৰদেৱ কলেজত প্ৰবক্তা পদৰ বাবে সাক্ষাৎকাৰত বহে। এই সময়ৰ মাজতে তিতাবৰৰ নন্দনাথ শইকীয়া মহাবিদ্যালয়ত কিছুদিনৰ বাবে অধ্যাপনা কাম কৰে।

১৯৬৪ চনৰ আগষ্ট মাহত শংকৰদেৱ কলেজত নিয়োজিত হয়। প্ৰায় ১ বছৰ প্ৰবক্তা হিচাবে কাম কৰি অৰ্থনীতি বিভাগৰ মুৰব্বী অধ্যাপক হিচাবে ১৩ বছৰ কাম কৰে।

'Simple Living High Thinking'— এই বাক্যৰে ছাৰে জীৱনৰ ঘাত-প্ৰতিঘাত, উচ্চ-নীচ কাম-কাজৰ মাজতো সাধাৰণ জীৱন যাপন কৰিয়ে উচ্চ আকাংক্ষা আগত ৰাখি আগবাঢ়িছিল।

এজন সহকৰ্মী হিচাপে ছাৰক আমি নিচেই ওচৰতে পাইছোঁ। তেখেতৰ সান্নিধ্যত আমি গুৱৰুৱাই পোহৰ



দেখিছোঁ বুলি অনুভৱ হয়। ১৯৮৭ চনৰ ২১ নৱেম্বৰত জু-নাৰেংগী ৰোডত থকা ৰাষ্ট্ৰীয় লঘু উদ্যোগ সম্প্ৰসাৰণ প্ৰশিক্ষণত আমি প্ৰথমে তেখেতক প্ৰতিষ্ঠানটোৰ আঞ্চলিক সঞ্চালক হিচাবে লগ পাইছিলোঁ। আমি প্ৰতিষ্ঠানটো যোগদান কৰাৰ কেইদিনমান পিচতে জানিব পাৰিছিলোঁ যে, সাধাৰণ জীৱন যাপনৰ মাধ্যমেৰেও ব্যক্তিয়ে কেনেদৰে উচ্চস্তৰীয় কাৰ্য সমাধা কৰি যাব পাৰে। সঞ্চালক পদত থাকিও সাধাৰণভাৱে সকলো কৰ্মচাৰীৰ লগত একে খাদ্য গ্ৰহণ কৰা, সঞ্চালকৰ বাবে অনুমোদিত গাড়ী ব্যৱহাৰ নকৰি কৰ্মচাৰীসকলৰ লগত একেলগে বাছত অহা-যোৱা কৰা আৰু কেতিয়াবা নিজৰ পুৰণি স্কুটাৰখন চলাই অহা-যোৱা কৰা, চৰকাৰী অনুমোদিত গাড়ীখন নিজৰ ঘৰুৱা কামত ব্যৱহাৰ নকৰা, শীত-তাপ নিয়ন্ত্ৰিত ব্যৱস্থা কৰাৰ পিচতো নিজে ব্যৱহাৰ নকৰা ইত্যাদি কথাবোৰে মানুহজনক সহজ-সৰল, মৃতব্যয়ী আৰু নিকা ভাৱমূৰ্তিৰ মানুহ বুলি পৰিচয় দাঙি ধৰে। কাৰ্যালয়ৰ দৰকাৰী কাম-কাজ সমাধা কৰি একাণপতীয়াকৈ অধ্যয়ন আৰু লিখা-মেলা কৰি ভাল পাইছিল। তেখেতৰ তত্ত্বাৱধানতে সেই সময়ত উক্ত প্ৰতিষ্ঠানটোৰ পুথিভঁৰালটো উত্তৰ-পূৰ্বাঞ্চলৰ ভিতৰত অৰ্থনীতি, উদ্যমিতা আৰু পৰিচালনাৰ গ্ৰন্থ সংগ্ৰহৰ ক্ষেত্ৰত শ্ৰেষ্ঠ পুথিভঁৰাল হিচাপে স্বীকৃতি পাইছিল। তেখেতৰ কিছুমান বিশেষ গুণৰ ফলতেই জীৱন বীমা নিগমৰ সাধাৰণ চাকৰিৰপৰা স্কুলৰ শিক্ষক, কলেজৰ অধ্যাপক আৰু শেষলৈ ৰাষ্ট্ৰীয় প্ৰতিষ্ঠান এটাৰ সঞ্চালকৰ পদত অধিষ্ঠিত হৈছিল। তেখেতে অধ্যাপনা কাম ইস্তফা দি ৰাষ্ট্ৰীয় লঘু উদ্যোগ সম্প্ৰসাৰণৰ প্ৰশিক্ষণত প্ৰায় দুই বছৰ ছয় মাহ ফেকাল্টি মেম্বাৰ হিচাবে কাম কৰি উক্ত প্ৰতিষ্ঠানতে ১৯৮১ চনৰ মাৰ্চ মাহত সঞ্চালক পদত অধিষ্ঠিত হয়। ২২ বছৰ কেন্দ্ৰীয় চৰকাৰ অধীনস্থ উক্ত প্ৰতিষ্ঠানটোত কাৰ্যনিৰ্বাহ কৰাৰ পিচত তেখেতৰ একাণপতীয়া প্ৰচেষ্টাৰে এই শাখা প্ৰতিষ্ঠানটো ৰাষ্ট্ৰীয় পৰ্যায়লৈ উন্নীত হয় আৰু ইণ্ডিয়ান ইন্‌ষ্টিটিউট অৱ এণ্টিপ্ৰেনিয়শ্বিপ নামেৰে গুৱাহাটীত প্ৰধান কাৰ্যালয় হিচাপে লৈ এটি স্বতন্ত্ৰৰীয় প্ৰতিষ্ঠান আৰম্ভ হয়। ১৯৯৩ চনত স্থাপিত হোৱা উক্ত ৰাষ্ট্ৰীয় প্ৰতিষ্ঠানটোত তেখেতে সঞ্চালক হিচাবে (১৯৯৩-২০০১) ৮ বছৰ সুখ্যাতিৰে কাৰ্যনিৰ্বাহ কৰে।

শ্বিলঙৰ শংকৰদেৱ মহাবিদ্যালয়ত কাম কৰি থকা সময়ছোৱাৰ ভিতৰতে তেখেতে বি. টি. পৰীক্ষা পাছ কৰে আৰু এল. এল. বি. ডিগ্ৰীও লাভ কৰে। অধ্যাপনা কাম কৰি থকা সময়ছোৱাতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰখ্যাত অধ্যাপক ড° ভি ভেংকটৰমনৰ অধীনত 'The Revenue Administration of Assam (1874-1920)' শীৰ্ষক বিষয়ত ডক্টৰেট ডিগ্ৰী লাভ কৰে। ইয়াৰ উপৰিও এই সময়ছোৱাতে মেঘালয়ৰ অৰ্থনীতিৰ ওপৰত লিখা কিতাপখন প্ৰকাশ পায়। ১৯৭৮ চনত প্ৰকাশ পোৱা এই কিতাপখনেই ছাৰৰ প্ৰথম প্ৰকাশিত গ্ৰন্থ আৰু মেঘালয়ৰ অৰ্থনীতিৰ ওপৰতো প্ৰথম গ্ৰন্থ আছিল। নেহুৱে North-Eastern Hill University' কিতাপখনক ৰেফাৰেন্স কিতাপ হিচাপে স্বীকৃতি দিছিল

শংকৰদেৱ কলেজত অধ্যাপনা কৰি থকা সময়তে ১৯৭১ চনৰ ১৪ ফেব্ৰুৱাৰীত গুৱাহাটীৰ বিখ্যাত মহন্ত পৰিয়ালৰ জীয়ৰী শ্ৰীমতী ৰঞ্জু মহন্তৰ পাণিগ্ৰহণ কৰে। ন্যায়াধীশ ডম্বৰুধৰ পাঠক, পঞ্জীয়ক চিদানন্দ দাস আদি বিখ্যাত লোকসকল বিবাহসূত্ৰে ছাৰৰ সম্বন্ধীয় লোক। বৰ্তমান তেখেতৰ পৰিয়ালত সহজ-সৰল গুণী সুপত্নী সহিতে পুত্ৰসন্তান (অভিজিত) এজন, ডাঙৰ কন্যা অৰ্চনা (বিবাহিত) আৰু সৰু ছোৱালী অৰ্পণা (বিবাহিত) আছে। বৰ্তমান গুৱাহাটীৰ লালগণেশৰ ব্ৰহ্মবোধ আশ্ৰমৰ বিপৰীতে স্থায়ীভাৱে বসবাস কৰিবলৈ লৈছে যদিও মিৰ্জাত থকা পুৰণি গৃহতো থাকিবলৈ মন কৰে।

২০০১ চনৰ ৩১ আগষ্টত অৱসৰ গ্ৰহণ কৰা ড° মালী ছাৰ এজন প্ৰবীণ নাগৰিক হৈও উদ্যমী নবীনৰ দৰে এখনৰ পিচত আনখন গ্ৰন্থ লিখি গৈ আছে। বৰ্তমানলৈ তেখেতৰ প্ৰকাশিত মূল ৰচনাৰাজিৰ তালিকা এখন দাঙি ধৰা হ'ল— তেখেতৰ ৰচিত গ্ৰন্থসমূহ প্ৰধানতঃ অৰ্থনীতি, উদ্যমিতা, ক্ষুদ্ৰ উদ্যোগ আৰু বিকেন্দ্ৰীকৰণ পৰিকল্পনা আদিৰ ওপৰত লিখা। প্ৰায়বোৰ গ্ৰন্থই ইংৰাজী ভাষাত ৰচিত যদিও অসমীয়া ভাষাতো তেখেতে কেবাখনো গ্ৰন্থ লিখি উলিয়ায়। অতি সহজ আৰু সৰল ভাষাৰে লিখিত গ্ৰন্থসমূহ অধ্যয়ন কৰি সকলো ধৰণৰ পাঠকে বুজি জ্ঞান আহৰণ কৰিব পাৰে। তেখেতৰ প্ৰায়বোৰ গ্ৰন্থই ৰাষ্ট্ৰীয় পৰ্যায়ত সমাদৰ লাভ কৰে। বিশেষকৈ বিশ্ববিদ্যালয়ৰ গৱেষণাৰ ছাত্ৰ-ছাত্ৰী, কেন্দ্ৰীয় চৰকাৰ তথা ৰাজ্য চৰকাৰৰ পৰিকল্পনা বিভাগ আদিয়ে





তেখেতৰ গ্ৰন্থসমূহক আদৰণী জনোৱা পৰিলক্ষিত হয়। নিজে ৰচিত আৰু অন্য লেখকৰ সৈতে যুটীয়াভাৱে ৰচিত, নিজে সম্পাদিত আৰু অন্য লেখকৰ সৈতে সম্পাদিত গ্ৰন্থসমূহৰ নাম উল্লেখ কৰা হ'ল।

**স্বৰচিত গ্ৰন্থ ঃ**

1. An Introduction to the Economy of Meghalaya (1978).
2. Revenue Administration in Assam (1985).
3. Economic Problem and Planning in Assam (1989, 1991).
4. Entrepreneurship– A Four Stage Approach to Self-Employment and Entrepreneurial Career (2002).
5. Tumiyo Udyogi Haba Para (You can also became Entrepreneure), in Assamese (2005).
6. Promoting Entrepreneurship : Lessons from Indian's North-East (2005).

**যুটীয়াভাৱে ঃ**

7. Emeging Entrepreneurship in North-East.
8. Small Industry Development in North-East-Status and Strategy (1993).
9. Promoting New Entrepreneurs (2002).
10. Decentralised Planning.
11. Arthniti (Assamese).

**স্বসম্পাদিত গ্ৰন্থ ঃ**

12. Entrepreneurship Development in North-East (2000).
13. Micro Enterprise Development– Policies and Programmes (2001).
14. Training for Self-Employment and Entrepreneurship (1999).
15. Swaniyojanar Babe Asomat Khadi aru Gramodyog (Assamese, 2004).

**যুটীয়াভাৱে সম্পাদিত ঃ**

16. Industrial Development in North-East (1987).
17. Policy for Village and Small Enterprises (1995).

কেৱল গ্ৰন্থ প্ৰণেতা হিচাপেই নহয়, উত্তৰ-পূৰ্বাঞ্চলৰ অৰ্থনৈতিক বিকাশ আৰু উদ্যমিতা উন্নয়নৰ বাবে মালী ছাৰৰ বৰঙণি উল্লেখনীয়। তেখেতৰ সবল নেতৃত্বতে ভাৰত চৰকাৰৰ অধীনস্থ আঞ্চলিক প্ৰতিষ্ঠান ৰাষ্ট্ৰীয় লঘু উদ্যোগ সম্প্ৰসাৰণৰ প্ৰশিক্ষণটোৱে, ইণ্ডিয়ান ইনষ্টিটিউট অৱ এণ্ট্ৰিপ্ৰেনিয়শ্বিপ নামেৰে ৰাষ্ট্ৰীয় পৰ্যায়লৈ উন্নীত হয়। তেখেতৰ নিৰীক্ষণতে উত্তৰ-পূব ভাৰতত উদ্যমিতা উন্নয়নৰ বাবে লোৱা পদক্ষেপসমূহে পৰৱৰ্তী পৰ্যায়ত সুদূৰপ্ৰসাৰী প্ৰভাৱ বিস্তাৰ কৰে। তেখেতৰ তত্ত্বাৱধানতে ভাৰতবৰ্ষৰ ভিতৰতে পোনপ্ৰথমে ছাত্ৰ-ছাত্ৰীৰ বাবে উদ্যমিতা শিক্ষাৰ সম্প্ৰসাৰণৰ কাম হাতত লোৱা হৈছিল। উদ্যমিতা শিক্ষাৰ সম্প্ৰসাৰণৰ বাবে বিশ্ববিদ্যালয়ৰ উপাচাৰ্যৰ সন্মিলন আৰু মহাবিদ্যালয়ৰ অধ্যক্ষ সন্মিলনো আই. আই. ই. পতা হৈছিল। পৰৱৰ্তী পৰ্যায়ত বিভিন্ন বিজ্ঞ মহলৰ পৰামৰ্শক্ৰমে বিশ্ববিদ্যালয় আৰু মহাবিদ্যালয় পৰ্যায়ত উদ্যমিতা শিক্ষা পাঠ্যপুথিত সন্নিৱিষ্ট হয়।

ৰাষ্ট্ৰীয় লঘু উদ্যোগ সম্প্ৰসাৰণৰ সঞ্চালক হিচাবে কাম কৰি থকা সময়ছোৱাত গুৱাহাটী বিশ্ববিদ্যালয় বাণিজ্য বিভাগৰ Dean of Faculty of Commerce Dr. Anil Kumar Sarma ছাৰৰ তাগিদাত ডক্টৰ অৱ ফিল'ছফিৰ গাইডৰ দায়িত্ব গ্ৰহণ কৰে। এই দায়িত্ব গ্ৰহণ কৰাৰেপৰা এতিয়ালৈ তেখেতৰ বলিষ্ঠ নিৰ্দেশনাত ৬জন বিজ্ঞলোকে ডক্টৰেট ডিগ্ৰী লাভ কৰে আৰু এজনে এম. ফিল. ডিগ্ৰী পায়। বৰ্তমানো ছাৰৰ অধীনত পি. এইচ. ডি. গৱেষণা কৰা লোক আছে। চাকৰিৰ কৰ্মজীৱনত কেতিয়াবা কেতিয়াবা বলিষ্ঠ ভূমিকা লোৱা পৰিলক্ষিত হৈছিল। উদাহৰণস্বৰূপে নতুন প্ৰতিষ্ঠান আই. আই. ই ভূমি বেদখলকাৰী উচ্ছেদ কৰা ঘটনা আমাৰ আজি স্মৰণীয় হৈ আছে। তেখেতে সঞ্চালক হিচাবে নিজে হাত ধৰি বেদখল উচ্ছেদ কৰা কাম আৰম্ভ কৰিছিল আৰু লগে লগে অন্য উপস্থিত কৰ্মচাৰীবৃন্দৰাই সকলো বেদখল উচ্ছেদ সফল হৈছিল।

ওপৰত উল্লেখ কৰা কৰ্মৰাজিৰ বাদেও ড° মালী ছাৰে এতিয়ালৈ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানত সভাপতি, পৰামৰ্শদাতা আৰু কাৰ্যনিৰ্বাহকত দায়িত্ব গ্ৰহণ কৰিছে। তলত

তেখেতৰ বিভিন্ন দায়িত্বসমূহৰ বিষয়ে উল্লেখ কৰা হ'ল।

১। উদ্যমিতা শিক্ষাৰ সম্প্ৰসাৰণ আৰু বিকাশৰ বাবে ভাৰত চৰকাৰৰ, বিজ্ঞান আৰু প্ৰযুক্তি মন্ত্ৰালয়ত 'ৰাষ্ট্ৰীয় উপদেষ্টা মণ্ডলীত' ২০০২ ৰপৰা ২০০৮ চনলৈ ছয় বছৰৰ সদস্যৰ দায়িত্ব।

২। বিজ্ঞান আৰু প্ৰযুক্তি উদ্যমিতা কাৰ্যক্ৰম উন্নয়নৰ পৰামৰ্শ সমিতিত ২০০৩ ৰপৰা ২০০৯ চনলৈকে ছয় বছৰৰ দায়িত্ব।

৩। ভাৰতীয় ষ্টেট বেংকৰ আঞ্চলিক বোৰ্ডৰ সঞ্চালক হিচাবে ২০০৪-০৬ চনলৈকে কাৰ্যনিৰ্বাহকৰ দায়িত্ব।

৪। আছাম ইনষ্টিটিউট অব মেনেজমেণ্ট নামৰ অসম চৰকাৰৰ প্ৰতিষ্ঠানটোত জন্মলগ্নৰপৰা ২০০৩ চনলৈ পৰিকল্পনা সমিতিত দায়িত্ব।

৫। অসম গাদী আৰু গ্ৰামদ্যোগ আয়োগৰ আৰু ক্ষুদ্ৰ উদ্যোগ বিকাশ বেংকৰ উপদেষ্টা মণ্ডলীত ৩ বছৰকৈ কাৰ্যনিৰ্বাহ।

৬। দূৰদৰ্শন কেন্দ্ৰ আৰু আঁকাশবাণী গুৱাহাটী কেন্দ্ৰৰ কাৰ্যসূচীৰ পৰামৰ্শদাতা সমিতিত ৩ বছৰকৈ কাৰ্যনিৰ্বাহ।

৭। ২০০৫ চনৰ আগষ্ট মাহৰপৰা ২০০৮ চনলৈ International Finance Corporationৰ অধীনস্থ South Enterprise Development Facilities নামৰ আন্তঃৰাষ্ট্ৰীয় সংগঠনত কাৰ্যনিৰ্বাহকৰ কাম কৰিছিল।

বৰ্তমান ছাৰ এজন বাতৰি কাকতৰ নিয়মীয়া লেখক। স্বনিয়োজন, উদ্যমিতা উন্নয়ন, উদ্যোগ সম্প্ৰসাৰণ আদিৰ ওপৰত বিষয় হিচাপে লৈ SPEED নামৰ বেচৰকাৰী প্ৰতিষ্ঠান এটাৰ সভাপতিৰ দায়িত্ব গ্ৰহণ কৰি আছে। লগতে নিম্নলিখিত দায়িত্বসমূহত বৰ্তমান জড়িত হৈ আছে।

(ক) সদস্য, পৰামৰ্শ সমিতি, ভাৰত স্কাউট আৰু গাইড, অসম।

(খ) সদস্য, পৰিচালনা সমিতি— দক্ষিণ কামৰূপ মহাবিদ্যালয়।

(গ) সভাপতি, দক্ষিণ গুৱাহাটী উন্নয়ন সমিতি।

(ঘ) সমল ব্যক্তি, ৰাজ্যিক গ্ৰামোন্নয়ন প্ৰতিষ্ঠান, অসম আৰু উদ্যমিতা বিকাশ প্ৰতিষ্ঠান, অসম।

(ঙ) পি. এইচ. ডি. ৰিচাৰ্চ গাইড, গুৱাহাটী বিশ্ববিদ্যালয়।

শেষত আমাৰ শ্ৰদ্ধাৰ ড° মালী ছাৰৰ কৰ্মজীৱন আৰু কৃতি বিশ্লেষণ কৰি এইটো স্পষ্ট হ'ল যে, মানুহৰ জীৱনত দৃঢ়তা, আত্মবিশ্বাস, ইতিবাচক অনুভৱ, নিয়মানুবৰ্তিতা, দুৰদৰ্শিতা আৰু নেৰানেপেৰা প্ৰচেষ্টা থাকিলে ভিন্ন ঘাত-প্ৰতিঘাত, অভাৱ-অনাটনেও জীৱনৰ লক্ষ্য সফল হোৱাত বাধা দিব নোৱাৰে। ■





# শ্ৰীমায়াৰাম দাস ঃ জীৱন আৰু কৃতি

**(জন্ম ঃ ১৯৪০)**

**ৰত্নকান্ত শৰ্মা**

আমি যেতিয়া পলাশবাৰী ৰোহিণী কুমাৰ চৌধুৰী এম. ভি. স্কুলৰ ছাত্ৰ। আমাৰ স্কুলৰ সন্মুখেৰে পলাশবাৰী ছোৱালী হাইস্কুলৰ শিক্ষকসকল অহা-যোৱা কৰে। আমাৰ দৃষ্টিত সততে পৰা শিক্ষককেইজনমানৰ ভিতৰত একেবাৰে চফল ডেকা-শিক্ষক কেইজনমান আছিল। তাৰ ভিতৰত শ্ৰীমায়াৰাম দাস মানে মায়া ছাৰো এজন। সেই সময়ত ছাত্ৰ-শিক্ষকৰ সম্বন্ধটো বৰ ভয়-ভক্তি আৰু শ্ৰদ্ধাৰ আছিল। পঢ়াৰ সূত্ৰে আমি তেওঁৰ ছাত্ৰ নহ'লেও সেই সময়ত শিক্ষক বুলি জানিলেই ছাৰ সম্বোধন কৰাটো এটা পৰম্পৰা আছিল। সেই পৰম্পৰা অনুসৰি আজিও তেওঁ আমাৰ ছাৰেই।

ময়ো ছাৰৰ লগত প্ৰথমে বৰ বিশেষ ওচৰ সম্পৰ্ক নাছিল। আমি যেতিয়া ১৯৭৫ চনত কটন কলেজত পঢ়ি থাকোঁ, তেতিয়া পলাশবাৰীৰপৰা কেইজনমান অগ্ৰজ আৰু আমাৰ সমনীয়া ছাত্ৰ-বন্ধুসকলে 'পাপৰি' নামৰ এখন আলোচনী উলিয়াবলৈ লওঁ। ছাৰ আমাৰ আলোচনীখনৰ উপদেষ্টা আছিল। সেই সূত্ৰে ছাৰৰ লগত এটা আত্মীয়তা সম্পৰ্ক গঢ়ি উঠে। তেতিয়াৰপৰাই ছাৰক ভালদৰে জানো।

মায়া ছাৰ, শ্ৰীমায়াৰাম দাস আমাৰ পলাশবাৰী অঞ্চলৰ বৰ্তমানৰ বটিয়াপাৰা গাঁৱত ১৯৪০ চনত এটি মধ্যবিত্ত কৃষক পৰিয়ালত জন্মগ্ৰহণ কৰে। পিতৃৰ নাম স্বৰ্গীয় মঞ্জুৰাম দাস আৰু মাতৃৰ নাম স্বৰ্গীয়া ৰত্নেশ্বৰী দাস।

শৈশৱত তেওঁ কৌঁচপাৰা প্ৰাথমিক স্কুলত তৃতীয় শ্ৰেণীলৈ আৰু সৰপাৰা মজলীয়া স্কুলত ষষ্ঠ শ্ৰেণীলৈ পঢ়ি পলাশবাৰী আৰ. বি. হাইস্কুলত সপ্তম শ্ৰেণীত নামভৰ্তি কৰে। আৰ. বি. হাইস্কুলৰপৰা অষ্টম শ্ৰেণীৰ পৰীক্ষাত উত্তীৰ্ণ হয় আৰু গুৱাহাটীৰ কটন কলেজিয়েট স্কুলত নৱম শ্ৰেণীত নামভৰ্তি কৰে। ১৯৬০ চনত তাৰপৰাই মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হয়। ইয়াৰ পিচত তেওঁ গুৱাহাটীৰ কটন কলেজত নামভৰ্তি কৰে আৰু তাৰপৰা ১৯৬২ চনত আই. এছ. চি. পাছ কৰি সেই কলেজতে বি. এ. পঢ়ে। ১৯৬৪ চনত বি. এ. পাছ কৰি উচ্চ শিক্ষাৰ অৰ্থে গুৱাহাটী বিশ্ববিদ্যালয়ত নামভৰ্তি কৰে যদিও বিশেষ কাৰণত এম. এ. ডিগ্ৰী সমাপ্ত নকৰিলে। ১৯৭৫ চনত তেওঁ গুৱাহাটী বাণীকান্ত বি. টি. কলেজৰপৰা বি. টি. পাছ কৰে। শিক্ষকতা কালত তেওঁ Carrear Guide Teachers Trainingৰ Diplomaও লয়। তেওঁ পলাশবাৰীৰ মদন চন্দ্ৰ কুমাৰৰ জ্যেষ্ঠ কন্যা শ্ৰীঊষা দাসৰ লগত ১৯৭১ চনত বিবাহপাশত আবদ্ধ হয়। তেখেতৰ তিনিটি কন্যা সন্তান আৰু এজন পুত্ৰ সন্তানসহ বৰ্তমান মিৰ্জাৰ লাচিতনগৰৰ বাসিন্দা।

তেওঁৰ কৰ্মময় জীৱন আৰম্ভ হয় শিক্ষকতাৰে। ১৯৬২ চনত কলেজীয়া ছাত্ৰ অৱস্থাতেই ৰাইজৰ নেৰা-নেপেৰা অনুৰোধত তিনি মাহৰ বাবে সৰপাৰা ছোৱালী হাইস্কুলত শিক্ষকতা কৰিছিল। আজিৰ তুলনাত সেই সময়ত সমাজত সকলো ক্ষেত্ৰতেই শিক্ষকসকলৰ স্থান উচ্চ আছিল। মেধাৱী ছাত্ৰসকলেই সাধাৰণতে শিক্ষকতা কৰিছিল। শিক্ষকতাৰ মোহতেই তেওঁ ১৯৬৫ চনত এপ্ৰিল মাহত পলাশবাৰী ছোৱালী হাইস্কুলৰ শিক্ষক হিচাপে যোগদান কৰে। কৰ্মময় জীৱনৰ শেষলৈ একেবাহে ৩৭ বছৰ কাল এই স্কুলতেই থাকি শেষত প্ৰধান শিক্ষকৰ আসন অলংকৃত কৰি শ্ৰীযুত দাসে ২০০২ চনত অৱসৰ লয়। স্কুলত তেওঁ গণিত, বিজ্ঞান আৰু সমাজ অধ্যয়নৰ পাঠদান কৰিছিল। চৰকাৰী বিদ্যালয়ৰপৰা অৱসৰ ল'লেও মিৰ্জাৰ অসম জাতীয় বিদ্যালয়ৰ অনুৰোধত এবছৰৰ বাবে প্ৰধান শিক্ষকৰ দায়িত্ব কান্ধ পাতি লৈ বিদ্যালয়খনৰ অগ্ৰগতিত যথেষ্ট অৰিহণা যোগাইছিল।



সৰ্ব্বকালৰপৰাই তেখেতৰ সাহিত্য সংস্কৃতিৰ প্ৰতি গভীৰ অনুৰাগ আছিল। 'পৃথিৱী আজি শান্ত' এই কবিতাটিৰে তেওঁ সাহিত্য জীৱনৰ পাতনি মেলিছিল। সেই সময়ত আঞ্চলিক ভিত্তিত পতা প্ৰতিযোগিতা দ্বিতীয় পুৰস্কাৰ লাভ কৰিছিল। ইয়েই তেওঁৰ ভৱিষ্যৎ জীৱনৰ ইংগিত বহন কৰিছিল। অসমীয়া ভাষা সাহিত্যলৈ পলাশবাৰী অঞ্চলৰ যিসকল সাহিত্যিকে সততে অৰিহণা যোগাই আহিছে আৰু আমাৰ দক্ষিণ কামৰূপৰ ভাষা-সাহিত্যৰ ভঁৰাল চহকী কৰিছে সেইসকলৰ ভিতৰত শ্ৰীযুত দাসৰ নাম লেখত ল'বলগীয়া। দক্ষিণ কামৰূপ বিভিন্ন আলোচনীত তেখেতৰ শতাধিক লিখাৰ ভিতৰত ব্যংগৰচনা, ৰস ৰচনা, গল্প বিভিন্ন প্ৰবন্ধ, একাংকিকা নাট আদি সিঁচৰতি হৈ আছে। তেখেতৰ বৰ্তমানলৈ প্ৰকাশিত গ্ৰন্থ দুখন হ'ল—

১। প্ৰস্তুতি— উপন্যাস, ১৯৮৫ চন

২। চাইড বিজনেচ, দুইনম্বৰী ধান্দা ইত্যাদি, ১৯৯২ চন। (ব্যংগ ৰচনা সংকলন)

অইন এখন প্ৰকাশৰ পথত থকা ব্যংগ ৰচনাৰ গ্ৰন্থ হ'ল 'গৰক গেছিলু আৰু অন্যান্য ৰচনা'। তেওঁৰ প্ৰকাশিত গ্ৰন্থ চাইড বিজনেচ, দুইনম্বৰী ধান্দা' ইত্যাদি গ্ৰন্থখনে সেই সময়ত অসমৰ বিভিন্ন ঠাঁইত বেছ সমাদৰ লাভ কৰিছিল।

ইয়াৰ উপৰিও তেখেত বৰ্তমানেও আমাৰ দক্ষিণ কামৰূপৰ বিভিন্ন সাহিত্য অনুষ্ঠান আৰু আলোচনী আদিৰ লগত বিশেষভাৱে জড়িত আছে। এইখিনিতে বৰ আনন্দ আৰু গৌৰৱৰ বিষয় যে, দক্ষিণ কামৰূপৰপৰা প্ৰকাশিত প্ৰথম পষেকীয়া বাৰ্তালোচনী 'স্বাধীনতা'ৰ প্ৰকাশৰ লগত ওতঃপ্ৰোতভাৱে জড়িত আছিল। ১৯৬৭ চনত পলাশবাৰীৰ 'পলাশী' সাহিত্য সমাজে 'পলাশী' নামৰ আলোচনীখন প্ৰকাশ কৰিবলৈ লয়। এইখন দক্ষিণ কামৰূপৰ প্ৰথম আলোচনী। পলাশীৰ প্ৰায় ৩ বছৰ প্ৰায়কেইটা সংখ্যাৰ তেওঁ সম্পাদক আছিল। তেওঁৰ নিজ বিদ্যালয় পলাশবাৰী ছোৱালী হাইস্কুলৰ আলোচনী 'অসমী'খনৰ দহোটামান সংখ্যা প্ৰায় একক প্ৰচেষ্টাৰেই তেওঁ প্ৰকাশ কৰিছিল। ইয়াৰ উপৰিও পলাশবাৰীৰপৰা প্ৰকাশিত 'সৌৰভ' নামৰ আলোচনীখনৰ লগতো তেওঁ ওতপ্ৰোতভাৱে জড়িত আছিল।

পলাশবাৰী সাহিত্য সভাৰ মুখপত্ৰ দখিণ কোলৰ প্ৰায় চৌবিশটামান সংখ্যাৰ লগত বিশেষভাৱে জড়িত থাকি মুখপত্ৰখনৰ প্ৰকাশ আৰু সম্পাদনাৰ ক্ষেত্ৰত প্ৰভূত অৰিহণা যোগাইছে।

পলাশবাৰী ৰাস মহোৎসৱৰ মুখপত্ৰ 'ৰাসক্ৰীড়া' অকল পলাশবাৰীৰেই নহয়, অসমৰ ভিতৰতেই এখন বিশিষ্ট আলোচনী। এই মুখপত্ৰখনৰ লগত জড়িত থাকি বহুবাৰ সম্পাদনা সমিতিৰ সদস্য হিচাপে কাৰ্যনিৰ্বাহ কৰিছে।

লেখত ল'বলগীয়া কথা এই যে, পলাশবাৰী সাহিত্য সভাই প্ৰকাশ কৰি উলিওৱা সভাৰ প্ৰথম আৰু একমাত্ৰ প্ৰকাশন 'দক্ষিণ কামৰূপৰ লোক-সংস্কৃতি' গ্ৰন্থখনিৰ সম্পাদনাৰ দায়িত্ব বহন কৰি সেইখন ৰাইজৰ মাজত উলিয়াই দিছে। শেহতীয়াভাৱে গজেন চন্দ্ৰ দাসৰ কবিতা পুথি— 'ক্ৰান্তিকালৰ নিস্তব্ধ চিঞৰ' কবিতাপুথিখন সম্পাদনা কৰি উলিয়াই দিয়াটো তেওঁৰ সাহিত্যকৰ্মৰ অন্যতম কীৰ্তি।

আমাৰ এই অঞ্চলৰ বিশিষ্ট ব্যক্তিসকলৰ মৃত্যু উপলক্ষে উলিওৱা বহু স্মৃতিগ্ৰন্থৰ সম্পাদনা কৰি তেখেতে এক বিশেষ কৃতিত্ব বহন কৰিছে।

অসম সাহিত্য সভাৰ আজীৱন সদস্য আৰু বিশিষ্ট সাহিত্যিক হিচাপে সু-পৰিচিত শ্ৰীযুত দাসদেৱে পলাশবাৰী সাহিত্য সভাৰ তিনিবাৰ সম্পাদকৰ পদ, এবাৰ উপসভাপতি আৰু এবাৰ সভাপতিৰ আসন অলংকৃত কৰিছে। কামৰূপ সাহিত্য সভাৰো জন্মলগ্নৰেপৰা তেওঁ জড়িত আৰু আজীৱন সদস্য। কাৰ্যনিৰ্বাহকৰ সদস্য হিচাপে জড়িত থাকি সভালৈ তেওঁ বিশিষ্ট অৰিহণা যোগাইছে।

অকল সাহিত্য কৰ্মৰ লগত নহয়, তেখেতে আমাৰ এই অঞ্চলৰ বিভিন্ন সামাজিক আৰু সাংস্কৃতিক অনুষ্ঠানৰ লগতো জড়িত। দক্ষিণ কামৰূপ অতি পুৰণি আৰু অন্যতম অনুষ্ঠান 'পলাশবাৰী সাংস্কৃতিক বিকাশ ভৱন'ৰ সদস্য তথা কাৰ্যনিৰ্বাহক সদস্য হিচাপে থাকি সাংস্কৃতিক জগতলৈ তেওঁ বিশেষ অৰিহণা যোগাইছে। পলাশবাৰী ৰাস মহোৎসৱৰ তেওঁ আজীৱন সদস্য। মিৰ্জা সুঁৱৰী উৎসৱ, মিৰ্জা আঞ্চলিক ৰাস উৎসৱ, মিৰ্জা আঞ্চলিক ৰঙালী বিহু, মিৰ্জা আঞ্চলিক দুৰ্গা পূজা আদি অনুষ্ঠানৰ





লগত তেওঁ এতিয়াও নিবিড়ভাৱে জড়িত। মিৰ্জা জ্ঞানদীপ পুথিভঁৰালৰো তেওঁ কেইবাবাৰো সভাপতি আছিল।

সমাজকৰ্মী হিচাপে বটিয়াপাৰা এল. পি. স্কুল পৰিচালনা সমিতিৰ সম্পাদক আৰু মিৰ্জা স্বৰ্গীয় হৰমোহন গোস্বামী প্ৰাথমিক বিদ্যালয়ৰ কাৰ্যনিৰ্বাহক সদস্য তথা সভাপতি হিচাপে থাকি বিদ্যালয় দুখনলৈ তেওঁ প্ৰভূত অৰিহণা যোগাইছে। তেওঁৰ জীৱনৰ এক আদৰ্শময় দিশ হ'ল যে, আজিৰ যুগৰ ধামখুমীয়াত নোসোমাই আটাইকেইটা ল'ৰা-ছোৱালীকে ইংৰাজী মাধ্যমৰ পৰিৱৰ্তে অসমীয়া মাধ্যমত পঢ়ুৱাই আৰু জ্যেষ্ঠা কন্যাই বিশ্ববিদ্যালয়ত চূড়ান্ত পৰীক্ষাত অৰ্থনৈতিক বিভাগত প্ৰথমশ্ৰেণীৰ স্থান অধিকাৰ কৰি সুখ্যাতি অৰ্জন কৰে।

তেখেতৰ আন এক বিশেষ পৰিচয় হ'ল যে, তেওঁ এজন বিশিষ্ট Prof Reader. অসম পাঠ্যপুথি প্ৰণয়ন আৰু প্ৰকাশন নিগমৰ পাঠ্যপুথিৰ Approvel Prof Reader হিচাপে বহু বছৰ ধৰি তেওঁ এই কাম কৰি আহিছে আৰু এইবাবেই তেওঁ নিজেই মিৰ্জাত ছপাশাল প্ৰতিষ্ঠা কৰি ছপামাধ্যমৰ লগত জড়িত হৈ আছে।

'ব্যস্ততাপূৰ্ণ জীৱনৰ মাজতো তেওঁৰ কেইটামান লক্ষণীয় দিশ হ'ল— আজিৰ পৰত ভ্ৰমণ কৰাৰ চখ। তেওঁ ভাল পায় কৃষিকৰ্ম আৰু পশুপালনৰ লগত জড়িত থাকি। সদা হাস্যমুখৰ, নম্ৰ স্বভাৱৰ শ্ৰীযুত মায়াৰাম দাসে ভাল পায় ফুলনি সাজি। অধ্যয়ন তেওঁৰ জীৱনৰ প্ৰকৃত নিচা। ■



২৮। অৰ্দ্ধসূচী ঃ—





# তাৰিণীকান্ত বৈশ্যৰ জীৱন আৰু কৃতি

## (জন্ম ঃ ১৯৪০)

**নৰেন মজুমদাৰ**

ডাঠ ফ্রেমৰ চছ্মা পৰিহিত, টৌ খেলা ক'লা-বগা চুলিৰে পেন্ট আৰু পাঞ্জাৱী কুৰ্তাৰে বিভূষিত, মিঠা বৰণৰ, লাহে-ধীৰে খোজকঢ়া আৰু অল্পভাষী মাগুৰ বৰণীয়া চুটি-চাপৰ মানুহজন হ'ল তাৰিণীকান্ত বৈশ্য। প্ৰায় সত্তৰ বছৰ বয়সীয়া বুকুত 'পেচ মেকাৰ' তাবিজ বান্ধি জীয়াই থকা মানুহজন কিন্তু এতিয়াও সামাজিক কাম-কাজত সদা ব্যস্ত।

কামৰূপ জিলাৰ ছয়ানী মৌজাৰ অন্তৰ্গত বৰঝাৰ বিমান বন্দৰৰ সমীপৰ 'গদেবড়ী' নামৰ গাঁওখনত ১৯৪০ চনত শ্ৰীতাৰিণীকান্ত বৈশ্যৰ জন্ম হয়। পিতৃ স্বৰ্গীয় ভোগীৰাম সাউ আৰু মাতৃ স্বৰ্গীয় পাহী সাউৰ কনিষ্ঠতম পুত্ৰ তাৰিণীকান্ত বৈশ্যৰ শিক্ষাৰম্ভ হৈছিল গদেবড়ী প্ৰাথমিক বিদ্যালয়ত। ১৯৬০ চনত হাইস্কুল শিক্ষান্ত পৰীক্ষাত (মেট্ৰিক) উত্তীৰ্ণ হৈ পিচলৈ হিন্দী ভাষাত 'প্ৰবীণ' ডিগ্ৰী লাভ কৰে।

১৯৬৮ চনত শ্ৰীবৈশ্য কৰ্মসূত্ৰে মিৰ্জালৈ স্থানান্তৰ হয়। মিৰ্জা ছোৱালী হাইস্কুলত হিন্দী শিক্ষক হিচাপে উক্ত বছৰতে তেখেতে নিযুক্তি লাভ কৰে। সেই সময়ত মিৰ্জা ছোৱালী হাইস্কুল স্থাপনৰ কাম আৰম্ভহে হৈছিল। তাৰিণীকান্ত বৈশ্য মিৰ্জা ছোৱালী হাইস্কুলত শিক্ষক হিচাপে কাম কৰিও স্কুলখনৰ উন্নতি তথা পৰিকল্পনা আদিত জড়িত হৈ পৰি এখন জাকত জিলিকা স্কুল নিৰ্মাণত অৰিহণা যোগাইছিল।

১৯৭৫ চনত শ্ৰীবৈশ্যই মিৰ্জাত স্থায়ীভাৱে বসবাস কৰিবলৈ লয়। ১৯৭৬ চনৰ ২৪ জানুৱাৰীত একেখন স্কুলৰে শিক্ষয়িত্ৰী সৰোজিনী দাসৰ লগত বিবাহ হয়। তেখেতসকলৰ একমাত্ৰ সন্তান নয়নমণি বৈশ্য উচ্চ শিক্ষিত। এওঁ বৰ্তমান অৰুণাচলত শিক্ষকতা কৰি আছে আৰু সাহিত্য সাধনাত ব্ৰতী হৈছে।

সাহিত্য চৰ্চা বিষয়ত তেওঁ ভাটি বয়সত অৰ্থাৎ ৫০ বছৰমান বয়সতহে এখোজ-দুখোজকৈ আগবাঢ়ে। ইয়াৰ কাৰণ হিচাপে খুব সম্ভৱ সহপাঠী শিক্ষক মইনা গোস্বামীৰ অনুপ্ৰেৰণা। তদুপৰি মিৰ্জা সাহিত্য সদন, পলাশবাৰী সাহিত্য সভাৰ লগত জড়িত হৈ এই বিষয়ত চিন্তা-চৰ্চা কৰিবলৈ উদ্‌গনি লাভ কৰে। 'মিৰ্জা সাহিত্য সদন' প্ৰতিমাহে অনুষ্ঠিত সাহিত্য চৰ্চাৰ এক উল্লেখযোগ্য অনুষ্ঠান। এই অনুষ্ঠানৰ লগত শ্ৰীবৈশ্য প্ৰায় আৰম্ভণিৰপৰা (১৯৮২) জড়িত হৈ পৰিছিল। পিচলৈ 'সচেতন সতীৰ্থ'ৰ লগত জড়িত হৈ সাহিত্য সৃষ্টিত মনোনিৱেশ কৰে। বিশেষকৈ 'প্ৰগতিশীল সাহিত্য চৰ্চা' সাধনাৰ এক মাৰ্গ হিচাপে 'সচেতন সতীৰ্থ' ই তেখেতক দিক্ দৰ্শন দিয়া বুলি ভাবিবৰ থল আছে। বিশেষকৈ তেখেতৰ প্ৰবন্ধৰাজিয়ে এই কথাটোকে প্ৰতিপন্ন কৰে।

তাৰিণীকান্ত বৈশ্যৰ প্ৰথম লেখা 'নখ কিয় বাঢ়ে' মিৰ্জা ছোৱালী হাইস্কুলৰ মুখপত্ৰ 'নিৰ্মালী'ত প্ৰকাশ হৈ ওলায় ১৯৭৭ চনত। ইয়াৰ পিচৰেপৰা উক্ত মুখপত্ৰত তেখেতৰ 'পৰিণতি', 'অসুখ', 'ৰোগাক্ৰান্ত', 'বিকল্প' ইত্যাগি গল্প আৰু 'জিজ্ঞাসা', 'ইউনিফৰ্ম আৰু ইউনিফৰ্ম' আদি প্ৰবন্ধ প্ৰকাশ পায়। অসম শিক্ষক সমাজৰ মুখপত্ৰ 'আচাৰ্য'ত 'অন্তৰ্ধান' নামৰ গল্প আৰু 'শিক্ষা সংস্কৃতিৰ বৰ্তমান আৰু ভৱিষ্যত', 'জ্ঞানবত্ত্ব ভৱানী কান্ত চৌধুৰী ছাৰৰ পুণ্য স্মৃতিত', 'জ্যোতি প্ৰসাদ আৰু বিশ্বায়ন' শীৰ্ষক প্ৰবন্ধ প্ৰকাশ হৈ ওলায়। ভাগৰতীপাৰা সাহিত্য সভাৰ মুখপত্ৰত 'একবিংশ শতিকাত আমি কিমান নতুন' শীৰ্ষক আন এটি প্ৰবন্ধ প্ৰকাশ হয়। 'জাতি গঠন প্ৰক্ৰিয়াত শ্ৰীমন্ত শংকৰদেৱ, জ্যোতিপ্ৰসাদ আৰু বিষ্ণু ৰাভা' শীৰ্ষক এটি উল্লেখযোগ্য প্ৰবন্ধ 'নতুন আলোক' নামৰ আলোচনীত প্ৰকাশ হয়।

'অমাৰ অন্ধ মোহৰপৰা মুক্ত হোৱাৰ প্ৰয়াস' শীৰ্ষক প্ৰবন্ধটি 'কঠীয়া' আলোচনীত, 'ৰাম-ৰাৱণ ও সীতা' (প্ৰবন্ধ) 'নতুন সময়' নামৰ আলোচনীত, 'বিহুৰ সৰকট নে সংকট'ত বিহু (প্ৰবন্ধ), 'বিহুৰ দিনৰ চিন্তা', 'সত্যৰ অন্বেষণ'ত (প্ৰবন্ধ), 'শস্য উৎপাদনৰ কামনাই দেৱী পূজাৰ মূল (প্ৰবন্ধ), মহিষাসুৰৰ অন্তৰ্নিহিত কাহিনী' (প্ৰবন্ধ) আদি উল্লেখযোগ্য বৈজ্ঞানিক বিশ্লেষণাত্মক প্ৰবন্ধসমূহ 'বিনোদন' নামৰ আলোচনীত প্ৰকাশ হৈ ওলায়। 'দুৰ্গা পূজা আৰু প্ৰাসংগিক চিন্তা' (প্ৰবন্ধ) 'শৰাই' আলোচনীত, 'বৃদ্ধাৱস্থাত মৃত্যু ভয়ৰপৰা মুক্তিৰ প্ৰয়াস' (প্ৰবন্ধ) 'প্ৰাগ্‌জ্যোতিষ' আলোচনীত, পলাশবাৰী সাহিত্য সভাৰ আলোচনী 'দখিণ কোল'ত 'গল্প নহয় গৰ্জন' (গল্প) আৰু কেইবাটাও লেখনী প্ৰকাশ পাইছে। 'এমুঠি অসমীয়া যোজনাৰ বিজ্ঞানসম্মত বিশ্লেষণ' শীৰ্ষক প্ৰবন্ধটি তৰুণ বণিক্য ছদ্মনামত 'সচেতন সতীৰ্থ' আলোচনীত প্ৰকাশ পাইছে। 'সাহিত্য সদন' মিৰ্জাৰ গল্প আৰু কবিতা সংকলনত 'উপায়ন্তৰ' নামৰ গল্প আৰু কবিতা পুথিৰ 'আদৰ আৰু প্ৰাসংগিক চিন্তা' শীৰ্ষক প্ৰবন্ধ প্ৰকাশ হৈ ওলাইছে।

বাতৰি কাকত' প্ৰকাশ হোৱা তেখেতৰ কেইখনমান অতি প্ৰাসংগিক চিঠি এনে ধৰণৰ 'হনুমান সেঁতু সম্পৰ্কে 'এদিন কাকতত পৰম্পৰা ৰক্ষাৰ নামত বিয়া মাথোঁ এক প্ৰহসন' সাদিন কাকতত, দেৱকান্ত সন্দিকৈৰ 'শূন্যেশ্বৰ বাদ' প্ৰবন্ধৰ ওপৰত হোৱা বিতৰ্কৰ সন্দৰ্ভত লিখা চিঠি' তৰুণ বণিক্য ছদ্মনামত খবৰ কাকতত প্ৰকাশ পায়। এইবোৰ চিঠিয়ে প্ৰমাণ কৰে তেখেতৰ অধ্যয়ন আৰু বিশ্লেষণ কিমান সুস্থ আৰু বিজ্ঞানসন্মত।

আমি ওপৰত উল্লেখ কৰি অহা গল্প বা প্ৰবন্ধৰ আজিও কোনো সংকলন কিতাপ আকাৰে প্ৰকাশ হৈ ওলোৱা নাই। এইবোৰ কিতাপ আকাৰে প্ৰকাশ হৈ ওলালে নিশ্চয় তাৰ বিশ্লেষণ বা বিচাৰ কৰি মূল্যাংকন কৰিব পৰা যাব।

শ্ৰীতাৰিণীকান্ত বৈশ্যৰ গ্ৰন্থকাৰে প্ৰকাশ পোৱা কিতাপ দুখন মূলতঃ অনুবাদ গ্ৰন্থ। তেখেতৰ প্ৰথমখন বহু পঠিত অনুবাদ গ্ৰন্থ হ'ল 'শাস্ত্ৰৰ বৈজ্ঞানিক বিশ্লেষণ'। উমেশ চন্দ্ৰ দেৱৰ মূল গ্ৰন্থখন হ'ল— শাস্ত্ৰেৰ মাৰ্ক্সবাদী সমীক্ষা' উক্ত গ্ৰন্থখনৰ শ্ৰীবৈশ্যই প্ৰকাশ কৰি উলিওৱা 'শাস্ত্ৰৰ বৈজ্ঞানিক বিশ্লেষণ' নামৰ গ্ৰন্থখনত মাথোঁ 'ৰামায়ণ' আৰু 'মহাভাৰত'খনৰহে বিশ্লেষণ (বৈজ্ঞানিক) কৰিছে। বেদ অধ্যয়নৰ অংশটি 'বেদৰ বৈজ্ঞানিক বিশ্লেষণ' নামকৰণেৰে 'নতুন সময়' নামৰ কাকতখনত তেখেতে ১৪ টা সংখ্যাত প্ৰকাশ কৰি উলিয়াইছে। অৰ্থাৎ উমেশ চন্দ্ৰ দেৱৰ 'শাস্ত্ৰেৰ মাৰ্ক্সবাদী সমীক্ষা' নামৰ কিতাপখনৰ সম্পূৰ্ণ অনুবাদ শ্ৰীবৈশ্যৰ 'শাস্ত্ৰৰ বৈজ্ঞানিক বিশ্লেষণ' শীৰ্ষক কিতাপখনত নাই। নতুন সময়ত প্ৰকাশ হৈ ওলোৱা 'বেদৰ বৈজ্ঞানিক বিশ্লেষণ' শীৰ্ষক ১৪ টা সংখ্যাত প্ৰকাশ হৈ ওলোৱা লেখাখিনি 'শাস্ত্ৰৰ বৈজ্ঞানিক বিশ্লেষণ'ত সংযোজিত হ'লেহে মূল কিতাপখনৰ সম্পূৰ্ণ অনুবাদ পাঠকে উক্ত কিতাপখনত পঢ়াৰ সুযোগ পাব।

শ্ৰীবৈশ্যৰ দ্বিতীয়খন অনুবাদ গ্ৰন্থ হ'ল— 'গান্ধীবাদৰ নৱ মূল্যায়ন'। সুপ্ৰকাশ ৰয়ৰ মূল 'গান্ধীবাদৰ স্বৰূপ' নামৰ গ্ৰন্থখনৰ অনুদিত ৰূপ।

ভাৰতীয় জনগণৰ মাজত ৰামায়ণ, মহাভাৰত, বেদ-পুৰাণৰ প্ৰভাৱ অনস্বীকাৰ্য। সমাজ-সংস্কৃতি আৰু সভ্যতাৰ দিক্ দৰ্শনতো ইয়াৰ প্ৰভাৱ অপৰিসীম। তদুপৰি আদিম সাম্য সমাজ ব্যৱস্থা নিয়ন্ত্ৰণ হৈছিল গোটৰ মুৰব্বী, ৰজা-মহাৰজা বা পুৰোহিতৰদ্বাৰা। এই ব্যৱস্থা গঢ়ি উঠিছিল কেইবা হাজাৰ বছৰ আগতে। ৰামায়ণ আৰু মহাভাৰতৰ কাহিনী মূলতঃ বীৰত্ব আৰু বেদনাৰ। তাত জড়িত হৈ আছে জীৱন আৰু জগতৰ কুটিল ৰূপ। মহাকাব্য দুখনত বৰ্ণিত কাহিনীভাগে আমাৰ হৃদয় বিভিন্ন ধৰণে সাধিত কৰে। জীৱন জগতৰ জটিল প্ৰক্ৰিয়াসমূহে আমাক জীৱনৰ স্বৰূপ আৰু মহত্ব বুজাত সহায় কৰে। ঠিক তেনেদৰে ভাৰতীয় জনগণৰ 'জাতিৰ পিতা' মহাত্মা গান্ধীক লৈও এচাম ভাৰতীয় আজিও গুণমুগ্ধ।

শ্ৰীবৈশ্যই মহাকাব্য দুখনৰ লগতে বেদৰ বৈজ্ঞানিক ব্যাখ্যা আৰু গান্ধীবাদৰ নৱ মূল্যায়ন (অনুবাদ কৰি হ'লেও) পঢ়ুৱৈ সমাজলৈ আগবঢ়াই দি চিন্তাৰ খোৰাক জগাইছে।

২০০১ চনৰ ২৮ ফেব্ৰুৱাৰীৰ দিনা শ্ৰীতাৰিণীকান্ত বৈশ্যই মিৰ্জা ছোৱালী হাইস্কুলৰ শিক্ষক জীৱনৰপৰা অৱসৰ গ্ৰহণ কৰে। অৱসৰ গ্ৰহণৰ পিচত সাধাৰণভাৱে জীয়াই থকা এইজন ব্যক্তি লিখা-পঢ়া বা সৃষ্টি কৰ্মত লাগি থাকিব পৰা নাই। বিশেষকৈ তেখেতৰ শাৰীৰিক অসুস্থতা, চকু আৰু বুকুৰ বেমাৰে ইঙ্গিত লক্ষ্যৰপৰা আঁতৰাই ৰাখিলে।

শ্ৰীবৈশ্য সামাজিক কাম-কাজত ডেকা কালৰপৰা ব্যস্ত আছিল। ১৯৬৩ চনত গদেবড়ী এম. ই. স্কুল প্ৰতিষ্ঠাত তেখেতে আগভাগ লৈছিল। মিৰ্জা ছোৱালী হাইস্কুল স্থাপনৰ লগতো তেখেত ১৯৬৮ চনৰপৰা লাগি স্কুলখন গঢ় দিয়াত সহায় কৰিছিল। মিৰ্জালৈ স্থানান্তৰ হোৱাৰ পিচত তেখেত মিৰ্জা দুৰ্গা পূজা, ৰাস উৎসৱ, দৌলোৎসৱ আদিত জড়িত হৈ পৰিছিল। মিৰ্জা পেন্সনাৰ সন্থা, শংকৰ কৃষ্টি বিকাশৰ গৃহ নিৰ্মাণ আদিত এই বয়সতো তেখেত সক্ৰিয় হৈ আছে। ■



# দক্ষিণ কামৰূপৰ প্ৰবীণ সাহিত্যিক শ্ৰদ্ধাৰ শ্ৰীযুত ধনেশ্বৰ কলিতা

(জন্ম ঃ ১৯৪১)

হেমেন হাজৰিকা

বিভিন্নজন বিজ্ঞলোকে দোহাৰে ঐতিহ্যমণ্ডিত দক্ষিণ কামৰূপ অঞ্চলটো সংস্কৃতিৰ ভূ-স্বৰ্গ। গৱেষকসকলে বিচাৰি পায় তেখেতসকলৰ গৱেষণাৰ বিভিন্ন মূল্যৱান সমল। ইয়াৰ সাহিত্যৰ পথাৰখনো যথেষ্ট চহকী। ইতিমধ্যে এই অঞ্চলত জন্মগ্ৰহণ কৰি নিজে ধন্য হোৱাৰ লগতে সাহিত্যচৰ্চাৰ জৰিয়তে যিসকলে মাতৃভূমিক সেৱা কৰিছে, সেইসকলৰ ভিতৰত অন্যতম ব্যক্তি অৱসৰপ্ৰাপ্ত উপাধ্যক্ষ আমাৰ সকলোৰে শ্ৰদ্ধাৰ শ্ৰীযুত ধনেশ্বৰ কলিতা। পলাশবাৰী সাহিত্য সভাৰ সোণালী জয়ন্তীৰ এই মাহেন্দ্ৰক্ষণত এইগৰাকী ব্যক্তিৰ বিষয়ে দুষাৰ লিখিবলৈ পাই নিজকে ধন্য মানিছোঁ।

**থোৰতে শ্ৰীযুত ধনেশ্বৰ কলিতা**

জন্ম ঃ ১৯৪১ চন, ১ জানুৱাৰী, বৰিহাটৰ খৰাপাৰা (আমৰাংগা)ত।

পিতৃ ঃ প্ৰয়াত হাঁহিৰাম কলিতা।

মাতৃ ঃ প্ৰয়াত ৰহোবালা কলিতা।

শিক্ষা ঃ গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা স্নাতকোত্তৰ অসমীয়া (ভাষা) বিষয়ত। ১৯৮৭ চনত লোক-সংস্কৃতি বিষয়ত এম. ফিল।

কৰ্মজীৱন ঃ ১৯৬২ চনৰপৰা ১৯৬৫ চনলৈ উত্তৰ-পূব সীমান্ত ৰে'লৱেত কৰ্মজীৱন আৰম্ভৰ পিচত ১৯৬৫ চনৰ নৱেম্বৰ মাহৰ ১৬ তাৰিখে অসমীয়া বিষয়ৰ প্ৰবক্তা হিচাপে যোগদান কৰি ১৯৯৩ চনত উপাধ্যক্ষ পদলৈ উন্নীত হৈ ২০০০ চনৰ ৩১ ডিচেম্বৰত কৰ্মজীৱনৰ সামৰণি মাৰে।

প্ৰথম ৰচনা ঃ শ্ৰীযুত ধনেশ্বৰ কলিতাৰ জীৱনৰ প্ৰথমটো লেখা প্ৰকাশ পায় পলাশবাৰী সাহিত্য সভাৰ মুখপত্ৰ 'দখিণ কোল'ত এটা প্ৰবন্ধ। ভাষা-সাহিত্যৰ নীৰৱ সাধক হিচাপে বৰ্তমানলৈ বহু সৃষ্টিশীল ৰচনাৰে সাহিত্যৰ ভঁৰাল চহকী কৰিছে। বৰ্তমানলৈ তেখেতে প্ৰায় ৩০০ (তিনিশ)ৰো অধিক সমালোচনাত্মক প্ৰবন্ধ ৰচনা কৰিছে। যিবোৰ ইতিমধ্যে বিভিন্ন আলোচনীত প্ৰকাশ পাইছে। সাহিত্যচৰ্চাৰ জীৱনছোৱাত 'নাতিৰ দাতি' শীৰ্ষক এটাই গল্প ৰচনা কৰিছে। এই একমাত্ৰ গল্পটো মিৰ্জা অঞ্চলৰ অগ্ৰণী সামাজিক সাহিত্য-সংস্কৃতিমূলক অনুষ্ঠান সদন সুৰভিৰদ্বাৰা প্ৰকাশিত গল্পপুথিত প্ৰকাশ পাইছে। সাহিত্যৰ আন এটি ভাগ কবিতাটো তেখেতে হাত বুলাইছে। সেই কবিতাসমূহে সুহৃদ পাঠকৰ সমাদৰো পাইছে। অসম কবি সন্মিলনৰ অন্যতম সক্ৰিয় শাখা কবি চক্ৰ 'শাশ্বত কবি চক্ৰ'ৰ দাপোণস্বৰূপ ঝঞ্ঝাটো দুটা কবিতা প্ৰকাশ পাইছে। আনহাতে সদন সুৰভীৰদ্বাৰা প্ৰকাশিত কবিতাপুথিতো তেখেতৰ কবিতাই স্থান লাভ কৰিছে। Traditional Performens of South Kamrup তেখেতৰ গৱেষণা পত্ৰ। শ্ৰদ্ধাৰ কলিতা ছাৰে বৰ্তমানলৈ নিজাকৈ কোনো আলোচনী, গ্ৰন্থ আদি সম্পাদনা কৰি পোৱা নাই।

**সামাজিক অনুষ্ঠানৰ লগত সম্বন্ধ ঃ** মানুহ সমাজপ্ৰিয় জীৱ। নিজা ৰুচি অনুযায়ী ব্যক্তি এজনে নিজা সমাজখন বাছি লয়। ঠিক সেইদৰে শ্ৰদ্ধাৰ শ্ৰীযুত ধনেশ্বৰ কলিতা ছাৰেও তেখেতৰ ৰুচি অনুযায়ী নিজে জড়িত থাকিব পৰা সমাজ এখন বাছি লৈছে। আজিৰ তাৰিখত বৃহত্তৰ মিৰ্জা অঞ্চলত বিভিন্ন সাহিত্য-সংস্কৃতিমূলক অনুষ্ঠান গঢ় লৈ উঠিছে। নিজৰ বৌদ্ধিক চিন্তাৰ উত্তৰণৰ বাবে কলিতা ছাৰেও নিজকে কেইটামান অনুষ্ঠানৰ লগত নিজকে ব্যস্ত ৰাখিছে। তাৰ ভিতৰত অন্যতম দক্ষিণ কামৰূপৰ উল্লেখযোগ্য জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ শাখাসমূহৰ ভিতৰত অতি সক্ৰিয় শাখা পলাশবাৰী সাহিত্য সভাৰ আজীৱন সদস্য, অসম ভাষা বিজ্ঞান সমিতিৰ আজীৱন সদস্য, অসম জনকৃষ্টি সমাজৰ আজীৱন সদস্য, মিৰ্জা আঞ্চলিক শংকৰী কৃষ্টি বিকাশ কেন্দ্ৰৰ জন্মলগ্নৰপৰা বৰ্তমানলৈ সদস্য, সাহিত্য সদন, মিৰ্জাৰ জন্মলগ্নৰপৰা জড়িত। আমৰাংগা কলা মন্দিৰ, বৰিহাটৰ প্ৰতিষ্ঠাকালৰপৰা জড়িত। এগৰাকী শিক্ষাবিদ হিচাপে চৰকাৰী চাকৰিৰপৰা অৱসৰ গ্ৰহণ কৰাৰ পাচতো নিজৰ লব্ধ জ্ঞানেৰে একাংশ ছাত্ৰ-ছাত্ৰীৰ উজ্জ্বল ভৱিষ্যৎ জীৱন গঢ় দিয়াৰ দৃঢ় সংকল্পৰপৰা আজিও আঁতৰি অহা নাই। তাৰবাবেই তেখেত জড়িত হৈ আছে এখন কনিষ্ঠ মহাবিদ্যালয়ৰ লগত। এই বিদ্যালয়ত অধ্যয়নৰত ছাত্ৰ-ছাত্ৰীসকলৰ মাজত তেখেতৰ জ্ঞান বিলাই দিছে।

বৰ্তমানলৈ তেখেতে নীৰৱে বহু সাহিত্যচৰ্চা কৰিলে। তেখেতৰ ৰচনাৰাজিয়ে সমাজৰ কেনেধৰণে মংগল সাধন কৰিলে অথবা অদূৰ ভৱিষ্যতে কৰিব, সেয়া সময়ে বিচাৰ কৰিব। তেখেতে আমাক জনোৱামতে বৰ্তমানলৈ তেখেতে তেখেতৰ ৰচনাৰাজিৰ কাৰণে কোনো অনুষ্ঠান-প্ৰতিষ্ঠান আদিৰপৰা পুৰস্কাৰ, বঁটা অথবা আনুষ্ঠানিক স্বীকৃতি আদি লাভ কৰা নাই যদিও তেখেত নিৰাশ অথবা হতাশ হোৱা নাই। তেখেতে সৃষ্টি কৰি মানসিক আনন্দ, তৃপ্তি পায়; তাৰবাবেই লিখে আৰু জীৱনৰ অনাগত দিনবোৰত যিমান দিন পাৰে সৃষ্টি কৰিব যাব। বঁটা-বাহনৰ আশাত তেখেতে সাহিত্য সৃষ্টি নকৰে বুলি আমাক জনাইছিল।

**অলপ ব্যক্তিগত ঃ** মিৰ্জা অঞ্চলৰ বৰ্তমান জামৰতল নিবাসী শ্ৰীযুত ধনেশ্বৰ কলিতা ছাৰৰ সৈতে মই কেতিয়া কেনেদৰে চিনাকি হৈছিলোঁ সেই কথা মোৰ স্মৃতিৰ মণিকোঠাৰপৰা বিচাৰি উলিয়াব পৰা নাই। সাহিত্যৰ প্ৰতি এটা অহৈতুক ভালপোৱা থকাৰ কাৰণে সাহিত্যৰ অনুষ্ঠানসমূহলৈ যাওঁ, উপভোগ কৰোঁ ইয়াৰ নান্দনিক সৌন্দৰ্য। সেই অনুষ্ঠানসমূহৰ কোনোবা এটা অনুষ্ঠানতেই কিজানি চিনাকি হৈছিলোঁ এইগৰাকী ব্যক্তিৰ স'তে। দুই-এটা লেখা দেখুওৱাৰ বাবে তেখেতৰ ঘৰলৈ গৈছিলোঁ। এনেদৰে ঘনিষ্ঠতা বাঢ়ি গৈছিল দুয়োৰে মাজত। তেখেতৰ মৃদু ব্যৱহাৰে, কথা-বতৰাই মোক ব্যক্তিগতভাৱে আকৰ্ষিত কৰিছিল। ভাৰতীয় ৰে'লৱেৰ লোভনীয় চাকৰি ইস্তফা দি শিক্ষকতাকে জীৱনৰ ব্ৰত বুলি ভাবি স্থানীয় দক্ষিণ কামৰূপ মহাবিদ্যালয়ত অসমীয়া বিভাগৰ প্ৰবক্তা হিচাপে কামত যোগদান কৰে। ভাষা-সাহিত্যৰ এজন ছাত্ৰ হিচাপে নিজৰ মনে বিচৰা চাকৰি পাই তাৰ লগে লগে সাহিত্যচৰ্চাৰ কামো অব্যাহত ৰাখিলে। বচনত ধীৰ, অমায়িক, মৰমিয়াল এই ব্যক্তিগৰাকীয়ে সকলোকে মৰমেৰে আঁকোৱালি ল'ব পাৰে। সমাজত থাকিলে হয়তো দুই-একে বেয়া যে নাপাব এইটো মই দঢ়াই নকওঁ; কিন্তু সেইটো সঁচা যে, কলিতা ছাৰক বেয়া পোৱা মানুহ খুব কম ওলাব বুলিয়েই মোৰ ধাৰণা হয়। তেতিয়াৰ দক্ষিণ কামৰূপৰ অনগ্ৰসৰ অঞ্চল খৰাপাৰা (আমৰাংগা)ত জন্মগ্ৰহণ কৰি উচ্চ শিক্ষাৰে শিক্ষিত হৈ নিজকে সমাজত প্ৰতিষ্ঠা কৰিলে। দুই শতিকাৰ উত্থান-পতনৰ সাক্ষী সত্তৰ বছৰ বয়সীয়া এইগৰাকী সাহিত্য সাধকৰ সু-স্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰিলোঁ। ■







# মাধৱী চৌধুৰীৰ জীৱনৰ আঁৰত সাহিত্যকৰ্মৰ এটি বিশ্লেষণাত্মক অধ্যয়ন

(জন্ম ঃ ১৯৪১)

মীৰা ৰাণী কলিতা

অসম সাহিত্য সভাৰ আজীৱন সভ্যা, কৃতি শিক্ষয়িত্ৰী, কল্পদ্ৰুম বঁটা বিজয়ী, কাব্য মল্লিকা বঁটা স্বীকৃত, অসম কবি সন্মিলনৰ পৰা কাব্য ৰশ্মি বঁটা প্ৰাপ্ত, প্ৰয়াত বিদ্যাৰত্ন অৱলা কান্ত গোস্বামী সাহিত্য বঁটা অলংকৃতা শ্ৰীযুতা মাধৱী চৌধুৰীৰ জীৱন বৃত্ত এই প্ৰবন্ধৰ মুখ্য উদ্দেশ্য।

জীৱনবৃত্ত সাহিত্যৰ এটা বিশিষ্ট অংগ। পৃথিৱীৰ সকলো শ্ৰেণীৰ সাহিত্যতে এই শ্ৰেণী সাহিত্য অংগভুক্ত। জীৱনবৃত্ত সাহিত্যৰ মাজেৰে কোনো এজন ব্যক্তিৰ অন্তৰ পুৰুষটো সমাজৰ মাজত জিলিকি পৰে। জীৱন বৃত্ত নজনাকৈ কোনো এজন ব্যক্তি সমাজত প্ৰতিফলিত কৰিব নোৱাৰি। সমাজত ব্যক্তিজনক চিনাকি কৰিবলৈ হ'লে ব্যক্তিজনৰ সামাজিক, ব্যক্তিগত জীৱনৰ অনেক কথা, তেওঁৰদ্বাৰা সৃষ্ট ৰচনা ৰাজি সম্পূৰ্ণৰূপে হৃদয়ঙ্গম কৰিব পাৰিলেহে আচল জীৱন বৃত্তৰ ব্যাখ্যা সম্ভৱ।

জীৱন বৃত্তত ব্যক্তিজনৰ সকলো কথাকে সাঙুৰি লোৱা হয় যদিও মানুহজনৰ সকলো কথাই ইয়াত স্থান পাব নোৱাৰে।

A Mass of notes and documents is no more a biography then a mountain of eggs and omelette.' (লিটন ষ্ট্ৰেচী)

শ্ৰীযুতা মাধৱী চৌধুৰী শুৱালকুছি ১ নং নাক্তাদলত ১৯৪১ চনৰ ১ মাৰ্চত জন্ম গ্ৰহণ কৰে। সৰুৰেপৰাই শ্ৰীমতী চৌধুৰী সকলো বিষয়তে আগৰণুৱা আছিল। ভাৰতৰ স্বাধীনতা আন্দোলনৰ সময়ত ছয় বছৰীয়া বালিকা। স্বাধীনতা আন্দোলনৰ সময়ত শুৱালকুছিত হোৱা কাৰ্যসূচীবোৰত তেওঁ আৰু তেওঁৰ লগৰ কনকলতা নামৰ বালিকা এজনী ফ্লেগ লৈ প্ৰছেচনৰ আগত সদায়। স্বাধীনতাৰ পিছত ১৯৪৮ চনত প্ৰথম মহাত্মাগান্ধী শুৱালকুছিলৈ আহোঁতে তেওঁৰ চৰণত ফুল দিয়া প্ৰথম মহিলাগৰাকী আছিল মাধৱী চৌধুৰী। মহাত্মা গান্ধীয়ে তেওঁক নিজ হাতে কমলাটেঙা দিয়া দৃশ্য আজিও মনৰ মাজত সজীৱ হৈ আছে। সকলো কামতে আগৰণুৱা মাধৱী চৌধুৰী বিশাল প্ৰতিভাৰ গৰাকী হৈ জন্মগ্ৰহণ কৰিছিল।

**শিক্ষা ঃ** ছয় বছৰ বয়সত তেওঁ সনাতন বালিকা বিদ্যালয়ত প্ৰথম শিক্ষা গ্ৰহণ কৰে। পাঠশালাত তেওঁ বৃত্তি লাভ কৰিবলৈ সক্ষম হয়। তেওঁৰ পিতৃ সিদ্ধি মহাজন শুৱালকুছিত প্ৰথম তাঁতশালৰ ফেক্টৰী খোলা ব্যক্তি। মাক সৰস্বতী বৈশ্য। এবাৰ শুৱালকুছিত দুৰ্ভিক্ষ হৈছিল। সিদ্ধিৰাম মহাজনে তেওঁৰ দুটা ধানৰ ভঁৰালৰপৰা মাধৱী চৌধুৰীৰ মূৰত তুলি এপাচিকৈ ধান কঢ়িয়াই দুখীয়া মানুহৰ ঘৰে ঘৰে দান কৰিছিল বাবে তেওঁৰ এই মহানুভৱতাৰ বাবে সিদ্ধি মহাজন উপাধি লাভ কৰিবলৈ সক্ষম হয়।

সৰুৰপৰাই মাধৱী চৌধুৰী বিশাল মনৰ গৰাকী আছিল। ওচৰৰ মানুহৰ কিবা আপদ-বিপদ হ'লে দৌৰ মাৰি গৈ শুশ্ৰূষা কৰিছিল।

১৯৫৯ চনত শুৱালকুছি গণেশ দাস উচ্চ মাধ্যমিক বিদ্যালয়ৰপৰা তৃতীয় বিভাগত প্ৰবেশিকাত উত্তীৰ্ণ হয়। পৰীক্ষাৰ ৰিজাল্ট ওলোৱাৰ পিছত তেওঁ দুই টকাত টিউচন কৰিছিল। তেওঁৰ ভাষ্যমতে তেওঁ শুৱালকুছিৰ প্ৰথম মেট্ৰিক পাছ কৰা মহিলা। ১৯৫৯ চনৰ জুলাই মাহত মেট্ৰিকৰ ৰিজাল্ট ওলোৱাৰ পিছত বংশৰত আমবাৰী বিদ্যালয় স্থাপন কৰিবলৈ তেওঁক মাতি লৈ যায়। তাৰৈলে গৈ তেওঁ নিজহাতে বাহৰ বেৰ দি স্কুলৰ সভাপতি যজ্ঞৰাম দাস, সম্পাদক সুৰেশ চন্দ্ৰ দাস আৰু ঘাই আন্ধুৰা বুঢ়াৰ তত্ত্বাৱধানত স্কুল পাতি সফলতা লাভ কৰে।

**বিবাহ ঃ** ১৯৬০ চনত কল্লাপাৰা নিবাসী ভূপেন্দ্ৰ কুমাৰ চৌধুৰীৰ লগত বিবাহপাশত আবদ্ধ হয়। বিয়া হৈ হোৱাৰ পিছত ভূপেন্দ্ৰ চৌধুৰীৰ লগত দেখা-দেখি হয়। তেওঁৰ দুজন সু-পুত্ৰৰ এজন বিশেষ চাৰ্জন ডাঃ দেৱ কুমাৰ চৌধুৰী, আনজন ইঞ্জিনিয়াৰ শ্ৰীপ্ৰদ্যুম্ন কুমাৰ চৌধুৰী আৰু ছোৱালীজনী দক্ষিণ কামৰূপ ছোৱালী মহাবিদ্যালয়ৰ প্ৰবক্তা ড° লীলাৱতী চৌধুৰী (জোনালী চৌধুৰী)। তেওঁৰ জোঁৱাই ড° ৰমেশ কলিতা দক্ষিণ কামৰূপ মহাবিদ্যালয়ৰ বৰ্তমানৰ অধ্যক্ষ।

তেওঁৰ বিয়াৰ পিছৰ জীৱনটো বহুত ঘাত-প্ৰতিঘাতৰ মাজেৰে পাৰ হৈ যায় বুলি উল্লেখ কৰে। তেওঁ এখন ৰক্ষণশীল ঘৰৰ বোৱাৰী। মৌজাদাৰী পৰিয়াল। সাধাৰণ মানুহৰ লগত মিলা-মিছা কৰা পৰিয়াল তেওঁলোক নাছিল। কিন্তু মাধৱী চৌধুৰী আছিল উদাৰ মনৰ গৰাকী।

মানুহৰ মাজৰ শ্ৰেণী বিভাজন তেওঁ সমুলি ভাল নাপাইছিল। চাকৰ-বাকৰ, লগুৱা-লিকচৌৰ মালিকৰ লগত বিৰাট ব্যৱধান দেখি তেওঁৰ আত্মাই সদায় হাহাকাৰ কৰিছিল বুলি তেওঁ ব্যক্ত কৰে; কিন্তু তেওঁৰ শাহুআই স্বৰ্গীয়া ৰথেশ্বৰী চৌধুৰী বৰ সাদৰী আৰু সুন্দৰী তিৰোতা আৰু তেওঁক প্ৰাণ ভৰি ভাল পাইছিল বুলি কয়। দক্ষিণ কামৰূপ সাহিত্য মঞ্চৰ অষ্টম দ্বি-বাৰ্ষিক অধিবেশনৰ মুখপত্ৰখনত স্বৰ্গীয়া ৰথেশ্বৰী চৌধুৰীৰ পবিত্ৰ স্মৃতি ৰোমন্থন কৰি তেওঁ লিখিছে— 'শাহুআইৰ সহনশীলতা, ধৈৰ্য, দয়া, মৰম আছিল অলংকাৰ স্বৰূপ। সাংসাৰিক জীৱনৰ বহু নজনা কথাই তেখেতে মোক শিকাইছিল। তেওঁ অল্পভাষী আৰু ৰূপৱতী আছিল। তেওঁৰ মৰম আৰু ভালপোৱাৰ মাজত থাকিয়েই মই সংসাৰৰ দুখ-শোক, জ্বালা-যন্ত্ৰণা বিবাহিত জীৱনৰ তিতা-কেঁহাবোৰ পাহৰি তেওঁৰ ছাঁৰ দৰে আছিলোঁ। তেখেতৰ মহান উপদেশ সাৱোগত কৰি জীৱনৰ নানা ঘাত-প্ৰতিঘাত মূৰ পাতি লৈ সংসাৰ যাত্ৰাত অগ্ৰসৰ হ'বলৈ সাহস পাইছিলো। মোৰ লেখা-মেলাৰ ক্ষেত্ৰত তেখেতৰ প্ৰেৰণা আছিল অসীম।'

**কৰ্মক্ষেত্ৰ ঃ** বিয়াৰ পিছত তেওঁ মাটিয়া পাহাৰলৈ ট্ৰেন্সফাৰ হৈ আহিছিল যদিও তেওঁৰ স্বামীয়ে চাকৰিত জইন কৰিব নিদিলে। তেওঁৰ মতে ইমান দূৰত তিৰোতা মানুহে চাকৰি নকৰে। দক্ষিণ কামৰূপ বিদ্যাপীঠ হাইস্কুলত কেৰাণীৰ পোষ্টৰ কাৰণে মাতিছিল যদিও মতা মানুহৰ লগত চাকৰি কৰাটো পচন্দ নকৰিলে। তাৰ পিছত কল্লাপাৰা প্ৰাথমিক বিদ্যালয়ত ৰাধিকা দাসে তেওঁক এটা পোষ্টৰ সৃষ্টি কৰি চাকৰিটো ঘূৰাই দিয়ে বুলি দোহাৰে।

১৯৬০ চনত কল্লাপাৰা প্ৰাথমিক বিদ্যালয়ৰ পদত নিয়োগ আৰু ১৯৯৯ চনৰ ফেব্ৰুৱাৰী মাহত সৰু পাৰাকুছি প্ৰাথমিক বিদ্যালয়ৰপৰা অৱসৰ গ্ৰহণ কৰে।

**সাহিত্যকৰ্ম ঃ** ১৯৬৭ চনৰ পৰা 'জনশিক্ষা' নামৰ আলোচনীখনৰ জৰিয়তে সাহিত্য সেৱাৰ পাতনি মেলে। প্ৰকাশিত গ্ৰন্থৰ প্ৰকাশক আৰু গ্ৰন্থৰ মূল্য উল্লেখ কৰি তলৰ তালিকাত দিয়া হ'ল—

উপৰোক্ত প্ৰকাশিত গ্ৰন্থৰ উপৰিও আৰু কেইবাখনো গ্ৰন্থৰ পাণ্ডুলিপি প্ৰস্তুত হৈ আছে প্ৰকাশ পাবলৈ। সময়

| গ্ৰন্থৰ নাম | প্ৰকাশকাল | প্ৰকাশক | মূল্য |
|---|---|---|---|
| ১। দুখৰ মাৰলি (কবিতা পুথি) | প্ৰথম প্ৰকাশ ২০ জুন ২০০০ | ড° ৰমেশ চন্দ্ৰ কলিতা | ১৫.০০ টকা |
| ২। সোনমইনাৰ সাধু (শিশু সাধু) | ২০০০ চনৰ ২২ চেপ্তেম্বৰ | ডাঃ দেৱ কুমাৰ চৌধুৰী | ১৫.০০ টকা |
| ৩। তুলসীৰ আখ্যান (ধৰ্মপুথি) | ২০০১ চনৰ ১৭ জানুৱাৰী | লীলাৱতী চৌধুৰী | ১০.০০ টকা |
| ৪। জ্ঞানৰ সন্ধান (ধৰ্মমূলক পুথি) | ২০০২ চনৰ ১৭ জানুৱাৰী | শাশ্বত কবি চক্ৰ | ১২.০০ টকা |
| ৫। জীৱন নাটৰ ভাৱৰীয়া (গল্প প্ৰবাহ) | ২০০১ চনৰ ২ অক্টোবৰ | দক্ষিণ কামৰূপ সাহিত্য মঞ্চ | ১৫.০০ টকা |
| ৬। স্তুতিমালা (ধৰ্মমূলক) | ২০০১ চনৰ ১৭ জানুৱাৰী | ডাঃ দেৱ কুমাৰ চৌধুৰী | ১০.০০ টকা |
| ৭। প্ৰত্যাৱৰ্ত্তন (গল্প সংকলন) | ২০০২ চনৰ ২০ জুন | শাশ্বত কবি চক্ৰ | ৩৫.০০ টকা |
| ৮। নাম মাহাত্ম্য (ধৰ্মমূলক) | ২০০৪ চনৰ ১৪ জুন | শাশ্বত কবি চক্ৰ | ২৫.০০ টকা |
| ১০। অকনিৰ আখৰ চিনাকি (শিশু পাঠ) | ২০০৫ চনৰ ২৭ মাৰ্চ | চাৰু প্ৰকাশন | ১৫.০০ টকা |



| | | | |
|---|---|---|---|
| ১১। অকণিৰ বৰ্ণমালা আৰু ওমলা গীত | ২০০৪ চনৰ ২ মাৰ্চ | চাৰু প্ৰকাশন | ১৫.০০ টকা |
| ১২। কয়দী (উপন্যাস) | | 'সৰস' মাহেকীয়া আলোচনীত ধাৰাবাহিকভাৱে প্ৰচাৰ | ১৫.০০ টকা |
| ১৩। হেৰোৱা দিগন্ত | ২০০৬ চনৰ ১২ মাৰ্চ | পৰাগজ্যোতি প্ৰকাশন | ১৫.০০ টকা |
| ১৪। নাম ৰত্ন (ধৰ্মমূলক, দুলড়ী ছন্দত) | ২০০৪ চনৰ ২ মাৰ্চ | পলাশবাৰী সাহিত্য সভা | ৪০.০০ টকা |
| ১৫। বেদনাৰ জুই (গল্প সংকলন) | ২০০৭ চন আগষ্ট | দক্ষিণ কামৰূপ সাহিত্য মঞ্চ | ৪০.০০ টকা |
| ১৬। তৰংগ (নীতিমূলক গ্ৰন্থ) | ২০০৮ চনৰ ২৪ আগষ্ট | দক্ষিণ কামৰূপ সাহিত্য মঞ্চ | ৪০.০০ টকা |
| ১৭। ভকতি অমিয়া ৰস (নীতি মূলক) | | দক্ষিণ কামৰূপ সাহিত্য মঞ্চ | ৪০.০০ টকা |

আৰু সুযোগ পালে গ্ৰন্থসমূহ প্ৰকাশ হৈ পঢ়ুৱৈৰ হাতত পৰিব। শেহতীয়াভাৱে তেওঁৰ আনএখন ছয়জন বিশিষ্ট ব্যক্তিৰ জীৱনীৰ আধাৰত ৰচিত জীৱনী সংকলন পলাশবাৰী সাহিত্য সভাই প্ৰকাশ কৰে।

**বঁটা লাভ ঃ**

১। ২০০৪ চনৰ ৫ চেপ্তেম্বৰত অসম চৰকাৰে চাকৰি জীৱনৰ সেৱাৰ বাবে কৃতী শিক্ষয়িত্ৰীৰ বঁটা আগবঢ়ায়।

২। ২০০৫ চনত শাশ্বত কবিচক্ৰই 'কাব্য মল্লিকা' উপাধি প্ৰদান কৰে

৩। ২০০৬ চনত অসম কবি সন্মিলনে সাহিত্য সমাজ সেৱা আৰু কাব্য প্ৰতিভাৰ বাবে 'কাব্য ৰশ্মি' উপাধি প্ৰদান কৰে।

৪।২০০৯ চনত দক্ষিণ কামৰূপ সাহিত্য মঞ্চই দক্ষিণ কামৰূপৰ প্ৰবীণ প্ৰতিষ্ঠিত লেখিকা হিচাপে 'প্ৰয়াত বিদ্যাৰত্ন অৱলা কান্ত গোস্বামী সাহিত্য বঁটা'ৰে সন্মানিত কৰে।

**সাংসাৰিক জীৱন ঃ**

সাংসাৰিক জীৱনত মহা সংগ্ৰামৰ মাজেৰে সংসাৰৰ সকলো দায়িত্ব সুচাৰু ৰূপে বহন কৰি আজিও সাহিত্যৰ প্ৰতিটো দিশত অৱদান আগবঢ়াই এক বিৰল প্ৰতিভাৰ পৰিচয় দিয়ে। বিয়াৰ পিছত চাকৰি কৰা কত মহিলা প্ৰতিভা ম্লান পৰি যায়। কিন্তু মাধৱী চৌধুৰীয়ে ভূপেন্দ্ৰ কুমাৰ চৌধুৰীৰ সান্নিধ্যলৈ আহি প্ৰতিভা বিকাশৰ সুবিধাহে পাইছিল। তেওঁৰ স্বামী ভূপেন্দ্ৰ কুমাৰ চৌধুৰীয়ে তেখেতক সদায় ইমান ওচৰত বিচাৰিছিল যে তেওঁ ক'ৰবালৈ ফুৰিবলৈ যোৱা, তেওঁ মাকৰ ঘৰত যোৱা আনকি স্কুলৰ ট্ৰেইনিং আদিত যোৱাটোও মনে-প্ৰাণে নিবিচাৰি তেওঁৰ শান্তি ভংগ কৰিছিল বুলি উল্লেখ কৰিছে। তেওঁৰ স্বামী জীৱিত থকা অৱস্থাত তেওঁ দুখন কিতাপ 'দুখৰ মাৰলি' আৰু 'সোণমইনাৰ সাধু' প্ৰকাশ কৰে। ভূপেন্দ্ৰ চৌধুৰীৰ মৃত্যুৰ পিছত শাস্ত্ৰ অধ্যয়নৰ যোগেদি ভোগৰ উৰ্ভৈনদীৰ মাজতো ভোগ নপোলোৱা তৃপ্তিত ভাৰাক্ৰান্ত অন্তৰক শান্ত কৰিবৰ বাবেহে লিখনি খৰস্ৰোতা কৰে। বেদনাই হে মানুহৰ সৃষ্টিত অৰিহণা যোগায়। তেওঁ নিজেই যেন একোটা কিতাপৰ টোপোলা। কবিতাৰ থুংপাক আৰু সাধুকথাৰ কুকী। কিমান সম্ভাৰ উলিয়াই দেখুৱাইছিল মোক তেওঁক লগ ধৰিবলৈ যাওঁতে। চাহ, লুচি, অম্লেটেৰে আপ্যায়িত কৰিছিল আমাক। ল'ৰা-ছোৱালীক উপযুক্ত শিক্ষা দি, উপযুক্ত পাত্ৰত অৰ্পণ কৰিছে আৰু এতিয়াও ঘৰত অকলে থাকি আটোম-টোকাৰিকৈ ঘৰখন সজাই সজীৱ কৰি ৰাখিছে। এতিয়াও বাৰী-ঘৰ চম্ভালি মাৰ, শাহুৰ আৰু আদৰ্শ বোৱাৰীৰ দায়িত্ব পালন কৰিবলৈ সমৰ্থ হৈছে। এয়া শাহুৱেকৰপৰা পোৱা প্ৰেৰণা বুলি উল্লেখ কৰে।

**সামাজিক জীৱন ঃ**

তিনিআলি সন্মিলিত সংঘৰ মাতৃ মংগল শিশু কল্যাণ কেন্দ্ৰ, তিনিআলিৰ তেওঁ প্ৰথম মহিলা সদস্যা।তেওঁ চাকৰি জীৱনত ছাত্ৰ-ছাত্ৰীৰ ঘৰে ঘৰে গৈ পঢ়া-শুনাৰ খবৰ কৰিছিল। মাক-দেউতাকক ল'ৰা-ছোৱালীৰ যত্ন ল'বলৈ অনুৰোধ কৰিছিল। দুখীয়া মানুহক টকা কড়ি দি বিপদত সহায় কৰাৰ উপৰিও স্কুলত ল'ৰা-ছোৱালীক চকলেট আদি খাবলৈ দি অতি যত্নসহকাৰে মৰম কৰি শিক্ষা দিছিল। দক্ষিণ কামৰূপৰ বিভিন্ন ঠাইৰ মঠ-মন্দিৰ নিৰ্মাণত তেওঁৰ অৰিহণা উল্লেখনীয়।

২০০৪ চনত তেওঁ উপৰহালীৰ পৰা ওলোৱা 'সৰস' আলোচনীৰ সম্পাদিকা আৰু বৰ্তমান তিনিআলি 'শাশ্বত কবি চক্ৰ'ৰ উপসভাপতি।

**ৰচিত গ্ৰন্থসমূহৰ বিশ্লেষণ ঃ**

'দুখৰ মাৰলি' শ্ৰীমাধৱী চৌধুৰীৰ প্ৰথম প্ৰকাশিত





কাব্য পুথি। বিভিন্ন ভাৱৰ কবিতাবোৰে কবিগৰাকীক সাংসাৰিক ময়াজাল, যন্ত্ৰণা, সামাজিক বৈষম্য, ব্যক্তিগত বৈষম্য, যুগৰ ভ্ৰষ্টাচাৰ আদি সমাজৰ বিধ্বস্ত ৰূপ সুন্দৰ ভাৱে ফুটাই তুলিছে। 'সোণ মইনাৰ সাধু', শ্ৰীমতী চৌধুৰীৰ পৌৰাণিক আখ্যানৰপৰা বুটলি অনা কেইটামান সোণ চেকুৰা।

ব্ৰহ্মবৈৱৰ্ত পুৰাণৰ প্ৰকৃত খণ্ডত বৰ্ণিত 'তুলসীৰ অখ্যান' খণ্ডৰ লগত শিশুকে আদি কৰি সমাজৰ প্ৰতিজন ব্যক্তিক তেনে আখ্যানৰ লগত পৰিচয় কৰাই দিছে। 'জ্ঞানৰ সন্ধান'ত লেখিকাই ঈশ্বৰপ্ৰাপ্তিৰ পথ দেখুৱাই দিবলৈ সক্ষম হৈছে। ইয়াতে কবিৰ ৰহস্যবাদী চিনাকি পোৱা যায়।

'জীৱন নাটৰ ভাৱৰীয়া'ত কবিয়ে ফঁকৰা-যোজনা আদিৰ মাজেৰে ধৰ্মৰ জয় অধৰ্মৰ পৰাজয়, কৰ্মই ধৰ্ম, মানবীয় প্ৰমূল্যবোধ, বিভিন্ন নীতি কথাৰে বিশ্লেষণ কৰা দেখা গৈছে। তেনেদৰে 'স্তুতিমালা' বিভিন্ন দেৱ-দেৱীৰ স্তুতি বন্দনা। শ্ৰৱণ-কীৰ্তনেই ভগৱানক লাভ কৰা একমাত্ৰ পথ। 'নাম মাহাত্ম্য' গ্ৰন্থখনৰ মাজেৰে তাকে প্ৰকাশ কৰিছে। 'আইতাৰ সাধু' নামৰ পুথিখন শিশুৰ বাবে প্ৰয়োজনীয়। পুৰণি আখ্যানৰ লগত শিশুক চিনাকি কৰি দিয়াৰ সুন্দৰ প্ৰয়াস। ভক্তি ধৰ্মৰ উপাসক এক ঈশ্বৰৰ নাম প্ৰসংগৰ সাৰ্থক গ্ৰন্থ 'নামৰত্ন'। কবিয়ে পুথিখনত নামধৰ্মৰ ওপৰত গুৰুত্ব দিয়া দেখা গৈছে। 'হেৰোৱা দিগন্ত'ত কবিয়ে বিভিন্ন ভাৱৰ মায়াজালে হেতা ওপৰা লগাইছে। কবি মনৰ ভাৱ-কল্পনা, অনুভূতি ৰঞ্জিত হৈ ওলাই আহিছে কবিতা ৰূপত। কবিৰ লিখনিৰ বিষয় বস্তু সমাজৰ বিধ্বংসী ৰূপ ফুটাই তোলা আৰু ঈশ্বৰ চিন্তাৰ মাজেৰে ভগৱানৰ চৰণ লাভ কৰা।

'বেদনাৰ জুই' নামৰ গ্ৰন্থখনৰ মাজেৰে সমাজৰ ৰীতি-নীতি, ভদ্ৰতাৰ ভণ্ডামি, বৰ্তমান উচ্ছৃংখল প্ৰজন্মৰ দ্বন্দ্বাত্মক আচৰণ, পৰিণতি আৰু তাৰ বিপৰীতে নতুন প্ৰজন্মৰ প্ৰতিনিধিৰ শুদ্ধ পথ, নৈতিক মূল্যবোধ, আদি গল্পত ফুটি উঠিছে।

শ্ৰীমতী চৌধুৰীৰ আন এখন গ্ৰন্থ হৈছে 'তৰংগ'। পৃথিৱীত সুখ শান্তিৰে বাস কৰিবলৈ , জীৱনৰ মাদকতা উপলব্ধি আৰু সংযমী জীৱনৰ দ্বাৰা সাৰ্থক জীৱন উপভোগ কৰাৰ সুন্দৰ প্ৰয়াস। গ্ৰন্থখনত লেখিকাই অনেক পুথি অধ্যয়নৰ জৰিয়তে নিজৰ বোধ শক্তিক যুক্তি সহকাৰে ব্যাখ্যা কৰিছে।

'ভকতি অমিয়া ৰস' নীতি শিক্ষামূলক ধৰ্মীয় পুথি। লেখিকাই নিজৰ জীৱনত লাভ কৰা ঘাত-প্ৰতিঘাত, সুখ-শান্তি, আশা-আকাংক্ষা, বিভিন্ন অভিজ্ঞতাৰ মেট মৰা ভাৰলৈ মনৰ বিশ্লেষণ ক্ষমতাৰে গ্ৰন্থৰূপ দিয়া পৰিলক্ষিত হয়। বাস্তৱ জীৱনত সাঙোৰ খোৱা অনেক অভিজ্ঞতাক সমল হিচাপে লৈ সাহিত্য সৃষ্টি কৰা শ্ৰীমতী মাধৱী চৌধুৰীৰ সমস্ত ৰচনাৰাজিয়ে তেওঁৰ জীৱনলৈ সাহিত্যিক পেঞ্চন কঢ়িয়াই আনক, লগতে তেওঁৰ দীৰ্ঘজীৱন আৰু সুস্বাস্থ্য কামনা কৰি তেওঁৰ জীৱন আৰু সাহিত্যকৰ্মৰ এটি বিশ্লেষণাত্মক অধ্যয়নৰ সামৰণি মাৰিলোঁ। ■





# শিক্ষাবিদ, গীতিকাৰ সুৰেণ কাকতিৰ জীৱন আৰু সৃষ্টি শ্ৰদ্ধেয় কাকতি ছাৰক মই যিদৰে জানো

বিপিন চন্দ্ৰ কলিতা

পলাশবাৰী আঞ্চলিক হাইস্কুলৰ জন্মলগ্নত যিসকল মহান শিক্ষক-কৰ্মচাৰীৰ লগতে স্থানীয় আশাশুধীয়া ৰাইজে অশেষ কষ্ট, স্মৰণীয় ত্যাগ আৰু দৈহিক আৰু মানসিক শ্ৰম আগবঢ়াইছিল, সেই ব্যক্তিসকলৰ ভিতৰত শ্ৰীযুত সুৰেণ কাকতিদেৱ হ'ল এগৰাকী অন্যতম শিক্ষক। এই কৃতী শিক্ষাগুৰুজন আই. এ. মহলাৰ ছাত্ৰ হৈ থাকোঁতে এই অঞ্চলৰ নেতৃস্থানীয় ব্যক্তিসকলৰ আকুল আহ্বানত ১৯৬০ চনৰ ২০ জানুৱাৰীত অবৈতনিক শিক্ষক হিচাপে তেখেতে এই বিদ্যালয়খনিত সহকাৰী শিক্ষক হিচাপে যোগদান কৰে আৰু ১৯৬২ চনলৈ নাম নিমিত্ত পাৰিতোষিক লৈ এক বৃহৎ স্বাৰ্থপূৰণৰ অৰ্থে, অঞ্চলটোৰ পিচপৰা ছাত্ৰ-ছাত্ৰীসকলক শিক্ষাদান কৰাৰ বাবে শিক্ষকতাৰ দৰে এই মহান ব্ৰতত ব্ৰতী হ'ল। সেই সময়ত এই অঞ্চলত শিক্ষিত মানুহৰ সংখ্যা নিচেই তাকৰ, আঙুলিৰ মূৰত লিখিব পৰা বিধৰ আছিল। শিক্ষাদানৰ বিমল আনন্দত নিজকে বিলীন কৰি অন্য চাকৰিৰ প্ৰতি তেখেতে মন নেমেলিলে। তেখেতৰ মাকৰ ভাষাত— "আপা, তই চাকৰি নকৰ নেকি? মাষ্টৰ হৈয়ে থাকিবি।" সেই সময়ত আজিকালিৰ দৰে চৰকাৰী চাকৰিৰ অভাৱ নাছিল আৰু মাকৰ মতে শিক্ষকতা যেন এটি পবিত্ৰ ব্ৰত, জীৱন নিৰ্বাহৰ উপায় নহয়। দৰাচলতে, শিক্ষকতাৰ নিৰ্ঘাত সত্যটো তেখেতৰ মাকে উপলব্ধি কৰিব পাৰিছিল। মাকৰ এই হাস্যপূৰ্ণ উক্তিত কাকতিদেৱে ৰগৰ কৰি হাঁহিছিল আৰু চাকৰি জীৱনত ৩৮ টা বসন্ত অতিক্ৰম কৰি ১৯৯৮ চনৰ ৩১ আগষ্টত তেখেতে মাকক নিশ্চয় ক'লেহেঁতেন— "মা, মোৰ আজি চাকৰি শেষ হ'ল।" কিন্তু সময়ৰ নিষ্ঠুৰ আঁচোৰত তেখেতৰ মাক কাহানিবাই সিপুৰীলৈ গুচি গ'ল।

শ্ৰদ্ধেয় কাকতি ছাৰৰ স্থায়ী বাসস্থান মাজিৰগাঁও স্কুলৰপৰা প্ৰায় আধা কিলোমিটাৰ দূৰত। ছাত্ৰাৱস্থাত তেখেতৰ ঘৰুৱা আৰ্থিক অৱস্থা সচ্ছল নাছিল। বাপেক স্বৰ্গীয় নবীন কাকতিৰ জীৱিকাৰ একমাত্ৰ পথ আছিল খেতি। ভাই-ককাই তিনিজন, দুজনী ভনীয়েক আৰু মাকৰ সৈতে মুঠ তিনিজনেৰে গঠিত পৰিয়ালটিক স্বৰ্গীয় নবীন কাকতিয়ে কোনোমতে পেটে-ভাতে চলাই নিছিল। শিক্ষাৰ প্ৰতি তেখেতৰ আগ্ৰহ থকা সত্বেও উচ্চ শিক্ষা লাভ কৰাৰ বাবে দেউতাকে অকণো চিন্তা কৰা নাছিল, কাৰণ মানুহজন আছিল স্বভাৱত ভোলানাথ। শিক্ষালাভৰ ক্ষেত্ৰত কাকতিদেৱৰ নিজৰ ঐকান্তিক চেষ্টা আৰু ককায়েক স্বৰ্গীয় সোণাৰাম কাকতিৰ অপৰিসীম ত্যাগ আৰু সহায়-সহযোগিতাই হ'ল উল্লেখযোগ্য। কাকতিদেৱৰ মনোবল দুৰ্বাৰ। মনে বিচৰা কাৰ্য সম্পাদনত কোনো শক্তিয়ে তেখেতক বাধা দি ৰাখিব নোৱাৰে। চাকৰি কালত তেখেতে আই. এ. (১৯৬০), বি. এ. (১৯৬৩), বি. টি. (১৯৭০) আৰু এম. এ. (১৯৮০) উপাধি অৰ্জন কৰি এক দৃঢ় মনোবলৰ পৰিচয় দিলে। অৱশ্যে এই ক্ষেত্ৰত মাক স্বৰ্গীয় উৰ্মিলা কাকতিৰ ভূমিকাও মন কৰিবলগীয়া। মাক আছিল মাজিৰগাঁৱৰ এগৰাকী খ্যাতনামা নামতী— আয়তীসকলৰ গৌৰৱৰ ব্যক্তি। মাজিৰগাঁৱৰ আশে-পাশে থকা এই বৃহৎ অঞ্চলটোত তেখেত 'নামতী' হিচাপে বৰ জনপ্ৰিয় আছিল। কালৰ নিষ্ঠুৰ কবলত পৰি কাকতিদেৱৰ দেউতাক, মাক, ককায়েক সোণাৰাম কাকতি আৰু কলাৰাম কাকতি ইহ সংসাৰৰপৰা চিৰদিনৰ বাবে বিদায় ল'লে। শ্ৰদ্ধেয় কাকতিদেৱৰ নিজৰ সংসাৰ বুলিবলৈ ঘৈণীয়েক, ল'ৰা তিনিজন আৰু ছোৱালী দুজনী। গাঁৱৰে এজনী অৰ্ধশিক্ষিতা ছোৱালীক পত্নী হিচাপে আঁকোৱালি





ল'লে ১৯৬৮ চনত। ছোৱালীজনীৰ চাৰিত্ৰিক সৰলতা, নম্ৰ ব্যৱহাৰ আৰু ৰূপ-লাৱণ্যই যেন এক সুৰ হৈ কাকতিদেৱৰ শিল্পী মনৰ ৰন্ধ্ৰে ৰন্ধ্ৰে অজানিতে বিয়পি গ'ল। বন্ধুসকলৰ আগত কথাটো ব্যক্ত নকৰাকৈ থাকিব নোৱাৰিলে। কুমলীয়া এই ছোৱালীজনীকে জীৱনৰ অৰ্ধাংগিনী হিচাপে গ্ৰহণ কৰিলে। ছোৱালীজনী হ'ল মাজিৰগাঁও নিবাসী স্বৰ্গীয় হৰেৰাম কলিতাৰ প্ৰথমা কন্যা শ্ৰীনিৰুপমা কলিতা। কাকতিদেৱৰ প্ৰথমা কন্যা শ্ৰীবন্দনা কাকতিয়ে স্নাতকোত্তৰ মহলাত অধ্যয়ন কৰি থাকোঁতে স্থানীয় যুৱক শিক্ষক এজনৰ লগত বিয়া হ'ল, দ্বিতীয়জনী শ্ৰীতুলিকা কাকতি আৰু প্ৰথম আৰু দ্বিতীয় ল'ৰা যথাক্ৰমে হেমন্ত কাকতি আৰু চন্দন কাকতি বৰ্তমান স্নাতক মহলা উত্তীৰ্ণ হৈছে। তৃতীয়জন শ্ৰীগৌতম কাকতি বৰ্তমান স্নাতক মহলাৰ ছাত্ৰ। গোটেইকেইজন সন্তানক উপযুক্ত নাগৰিক হিচাপে গঢ় দিয়াত কাকতিদেৱৰ যৎপৰোনাস্তি চেষ্টা নিশ্চয় সফল হৈছে।

এগৰাকী প্ৰকৃত শিক্ষক বুলি স্বীকৃতি পাবলৈ হ'লে যিবোৰ লক্ষণ তথা চাৰিত্ৰিক গুণৰ নিতান্তই প্ৰয়োজন, সেই গুণ কাকতিদেৱৰ চৰিত্ৰত বিৰাজমান। কাকতিদেৱ এগৰাকী বহু গুণসম্পন্ন কৃতী শিক্ষক। তেখেত একেধাৰে এগৰাকী কৃতী শিক্ষক, সংগীত সাধক, গীতিকাৰ, সুৰকাৰ, গায়ক, সমাজকৰ্মী আৰু নাট পৰিচালক। মই যিমান দূৰ কাকতি ছাৰক জানো, তেখেত যদি এজন আঢ্যৱন্ত পৰিয়ালৰ ল'ৰা হ'লহেঁতেন, আজি অসমীয়া সংগীত জগতত এগৰাকী খ্যাতনামা গায়ক-সুৰকাৰ হিচাপে প্ৰতিষ্ঠিত হ'লহেঁতেন। নিচেই সৰুকালৰেপৰা তেখেতৰ সংগীতৰ প্ৰতি বিশেষ ৰাপ-আগ্ৰহ আছিল। প্ৰথম কলেজত নামভৰ্তি কৰিয়েই তেখেতে গোৱা 'বৃন্দাবন কী কুঞ্জবন মেৰী নাচে নন্দ কুমাৰ' (ভজন) গীতটিয়ে ড° বীৰেন্দ্ৰ নাথ দত্তদেৱৰ লেখীয়া স্বনামধন্য গায়কৰ মন আকৰ্ষণ কৰিব পাৰিছিল। তেখেতৰ সমসাময়িক গায়ক-সুৰকাৰ শ্ৰীৰমেন বৰুৱা, শ্ৰীকুল বৰুৱা, মিহিৰ বৰদলৈ আজি অসমীয়া সংগীত জগতখনত ৰাইজৰ সু-পৰিচিত, অতি আদৰৰ শিল্পী। বনৰীয়া ফুলৰ সৌন্দৰ্যৰ দৰে কাকতিদেৱৰ শিল্পীমনেও গাঁৱৰ চাৰিবেৰৰ মাজত আবদ্ধ থাকি আৱশ্যকীয় সঁহাৰি-আদৰ নাপালে, প্ৰতিভা বিকাশৰ বাবে কৰ্মস্থল বিচাৰি নাপালে। তেখেতৰ শিল্পী জীৱনত সম্বন্ধীয়া ককায়েক মাজিৰগাঁও নিবাসী স্বৰ্গীয় হৰেশ্বৰ কলিতাৰ প্ৰভাৱ অপৰিসীম। প্ৰকৃতাৰ্থত তেখেতৰ শিল্পী জীৱনৰ গুৰু আছিল স্বৰ্গীয় কলিতাদেৱ। দক্ষিণ কামৰূপত, বিশেষকৈ পলাশবাৰীৰ আশে-পাশে থকা এই বৃহৎ অঞ্চলটোত তেখেত 'হৰা ওস্তাদ' বুলিয়ে জনাজাত। তেখেতৰ দৰে শাস্ত্ৰীয় সংগীতৰ শিল্পী আমাৰ অঞ্চলত বৰ বিৰল। শ্ৰদ্ধেয় কাকতিদেৱৰ ঘৰখন এটা সময়ত সংগীত চৰ্চাৰ কেন্দ্ৰস্থল হৈ পৰিছিল। তেখেতৰ যত্নত আৰু অশেষ কষ্টৰ ফলত বহুতো স্থানীয় শিল্পীৰ প্ৰতিভা বিকাশ হ'ল। স্কুলত যোগদান কৰাৰ পিচৰেপৰা তেখেতে বহু বছৰ স্কুলৰ সাংস্কৃতিক বিভাগৰ ভাৰপ্ৰাপ্ত শিক্ষকৰ দায়িত্ব বহন কৰিছিল। তেখেতৰ দিনত বিদ্যালয়খনিৰ সংগীতৰ মানদণ্ড বৰ উন্নত আছিল। বহু অভিনেতা-গায়কৰ সৃষ্টি হ'ল। তেখেতৰ শিল্পী জীৱনৰ অন্তৰংগ বন্ধু আছিল অসমৰ আগশাৰীৰ সু-গায়ক, সুৰকাৰ, গীতিকাৰ প্ৰয়াত নলিনী কুমাৰ চৌধুৰী। দক্ষিণ কামৰূপৰ প্ৰায়ভাগ সাংস্কৃতিক প্ৰতিষ্ঠানৰ লগত কাকতিদেৱ ওতপ্ৰোতভাৱে জড়িত। ১৯৬৪ চনত যেতিয়া বিশ্ববৰেণ্য শিল্পী ড° ভূপেন হাজৰিকাই পলাশবাৰীত এটি সংগীত সন্ধিয়াত গীত পৰিবেশন কৰিবলৈ আহিছিল, স্থানীয় শিল্পী হিচাপে একমাত্ৰ কাকতিদেৱক গীত গাবলৈ দিয়া হৈছিল। এইখিনিতেই গীতিকাৰ হিচাপে কাকতিদেৱৰ গীতৰ ৰচনা সম্পৰ্কে অলপ ক'বলৈ লৈছোঁ। তেখেতে লিখা মুঠ ৩৭টা গীত ফঁহিয়াই চালে ইয়াৰ বিষয়বস্তুবোৰত দেখা যায় তেখেতৰ অন্তৰত থকা জাতীয় প্ৰেমৰ সুবাস, থলুৱা গীত-মাতৰ প্ৰতি থকা তেখেতৰ গভীৰ শ্ৰদ্ধা, সমাজৰ প্ৰতি থকা তেখেতৰ দায়বদ্ধতা, প্ৰকৃতিৰ প্ৰতি থকা তেখেতৰ গভীৰ প্ৰেম আৰু সূক্ষ্ম অনুভূতিশীল-কল্পনাবিলাসী এটি মন।

তেখেতৰ ৰচনাত জাতীয় প্ৰেম আৰু বিপ্লৱী চেতনাৰ উমান পোৱা যায় এইদৰে—

(১)

"বিভেদকামীৰ কু-চক্ৰান্তত<br>
সোণৰ অসম হ'ল থান্‌বান্,<br>
আমি দুৰ্বাৰ, আমি ধুমুহা<br>
আমি উল্কা, আমি যোদ্ধা

কু-চক্ৰান্তৰ চক্ৰ ভেদি আমি
সাতভনীৰ কৰিম পুনৰ মিলন।”

(২)

“তাহানি আছিলে আই অসমী
তপস্বীৰ মিলনভূমি
বীৰ প্ৰসবিনী আই অসমী
পবিত্ৰ তীৰ্থভূমি
জনমে জনমে চিৰ চেনেহী
পূজিমেই চৰণ দুখানি”

থলুৱা গীত-মাতৰ প্ৰতি থকা তেখেতৰ গভীৰ শ্ৰদ্ধাৰ নিদৰ্শন পোৱা যায় নিম্ন উল্লিখিত গীতৰ ফাকিত—

(১)

“কলাখাৰ ঐ কলাখাৰ
আহ্ আহ্ তই লৰি লৰি আহ
ৰান্ধনিঘৰত সৌ চৌকাৰ গুৰিতে
সাজি থৈছোঁ তোৰ বাবে সোণোৱালী বাহ”

(১)

“গাঁৱৰে গাভৰু আমি
বিহু নাম গাওঁ
দুৰণিৰ পথাৰলৈ
ভূঁই ৰুব যাওঁ।”

নিম্ন উল্লেখিত গীতকেইফাকিয়েই নিশ্চয়কৈ আমাক জনায় তেখেতৰ সূক্ষ্ম অনুভূতিশীল, কল্পনাবিলাসী মনৰ সুন্দৰ চানেকী—

(১)

“কৃষ্টিৰ প্লাৱনে আনে নৱ সৃষ্টি
জ্ঞান শলিতা জ্বলে মন ফুলনিত
সমীৰৰ সুৰে সুৰে যৌৱন উতলি উঠে
হালি-জালি নাচে তৰুলতা।”

(২)

“নাম তাইৰ পদুমী
বহুদিনৰ চিনাকী
ঝুমুৰৰে লহৰ তুলি
দূৰণিলৈ যায় যায়
জুমি জুমি কাৰ ফালে চায়
দেখিলে তাইক মৰম লাগি যায়।”

সমাজ তথা জাতিৰ প্ৰতি থকা তেখেতৰ দায়বদ্ধতাৰ ইংগিত পোৱা যায় তলৰ গীতকেইফাকিত—

(১)

“ইয়াতেই নহয় জানো জয়মতী-কনকলতা
মূলা গাভৰু আৰু উষাৰ জনম
ইয়াতে নহয় জানো লাচিত-কুশল কোঁৱৰ
ইতিহাসৰ পাতে পাতে আছে যে লিখা
অগ্ৰগামী আমি বাধাৰ প্ৰাচীৰ ভাঙি
শত শত ছহিদক কৰোঁ সোঁৱৰণ
হয় যদি হওক আমাৰ ইয়াতেই মৰণ”

(২)

“আই তোক কেৰু পিন্ধামে
আই তোক খাৰু পিন্ধামে
কপালত সেন্দুৰৰ ফোঁট
আই কোনেনো মচিব তোৰ।”

প্ৰকৃতিৰ প্ৰতি থকা তেখেতৰ নিবিড় প্ৰেমৰ উমান পোৱা যায় এইদৰে—

(১)

“কুলি তোৰে কুমলীয়া মাত
লুইতৰ পাৰৰে কঁহুৱা বনৰে
লাহীকৈ পাতটি হালি-জালি পৰে।”

(২)

“জিৰ জিৰ নিজৰাই ছন্দে ছন্দে তোলে
ঘুগুৰা বাজিছে যেন প্ৰকৃতিৰ তালে তালে
তালে তালে পখীটিয়ে কিনো সুৰে গীত ধৰে
মধুৰ মুৰতি, মন নাচে।”

ইয়াৰ উপৰিও তেখেতে ৰচনা কৰিছে কেইবাখনো আটক ধুনীয়া গীতিনাচ নাটিকা। ‘ৰূপালীম’, ‘মিৰিজীয়ৰী’ আৰু ‘জ্যোতি সোঁৱৰণী’ হ’ল তেখেতৰ উল্লেখযোগ্য নাটিকা। তেখেতৰ ‘জ্যোতি সোঁৱৰণী’ গীতিনাচ নাটিকাখনি অসমৰ ইমূৰৰপৰা সিমূৰলৈ দৰ্শকে উপভোগ কৰিব পাৰিছে— অসমৰ বিখ্যাত ভ্ৰাম্যমাণ থিয়েটাৰ ‘অসম ষ্টাৰ’ৰ মঞ্চত। এই নাটিকাখনি স্থানীয় শিল্পীৰদ্বাৰা দূৰদৰ্শনতো প্ৰচাৰ হৈছে। তদুপৰি তেখেতৰ পৰিচালনাত মাজিৰগাঁৱৰ শিল্পী গোষ্ঠীয়ে বহুকেইখন সামাজিক আৰু ‘ৰয়েল’ নাট প্ৰদৰ্শন কৰে।

অসমীয়া ভাষা শিক্ষাদানত তেখেতৰ জ্ঞানৰ কথা লেখাৰে প্ৰকাশ কৰাৰ আৱশ্যকতা নাই বুলি ভাবোঁ।



তেখেতৰ গুণমুগ্ধ ছাত্ৰ-ছাত্ৰীসকলেই হ’ল ইয়াৰ জ্বলন্ত সাক্ষী। আজি ন-পুৰণি ছাত্ৰ-ছাত্ৰীসকলে একে মুখে স্বীকাৰ কৰে তেখেতৰ অসমীয়া ভাষাত থকা গভীৰ জ্ঞানৰ কথা। ইংৰাজী ভাষাতো তেখেতৰ ব্যুৎপত্তি নথকা নহয়। আমাৰ বিদ্যালয়ৰপৰা অৱসৰ লোৱাৰ পিচত মিৰ্জাস্থিত ‘অৰুণোদয় ইংৰাজী উচ্চ মাধ্যমিক বিদ্যালয়’ৰ প্ৰধান শিক্ষকৰ গধুৰ দায়িত্ব হেলাৰঙে গ্ৰহণ কৰিছিল।

শ্ৰদ্ধেয় কাকতিদেৱে সামাজিক তথা ধৰ্মীয় অনুষ্ঠানবোৰত ওতপ্ৰোতভাৱে জড়িত হৈ আছে। তেখেত এগৰাকী সুবক্তা হিচাপেও সমাজত পৰিচিত। তেখেত স্বভাৱত অল্পভাষী। কথাতকৈ গভীৰ চিন্তা কৰি তেখেতে মনত বৰ আনন্দ পায়। কেতিয়াবা কথোপকথনৰপৰা এইটো ধাৰণা হয় যে, বস্তুবাদী জগতখনৰ প্ৰতি তেখেত বৰ আগ্ৰহান্বিত নহয়। অজ্ঞাত ভৱিষ্যতত তেখেতে আশাৰ ৰঙীণ কল্পনা নকৰে। অসীম ধৈৰ্য আৰু অলৰ-অচৰ গভীৰ মন এটিৰ অধিকাৰী কাকতিদেৱ। জীৱনৰ অতিশয় দুখপূৰ্ণ মুহূৰ্তবোৰো তেখেতে সহজভাৱে চম্ভালিব পাৰে। যুগ্ম জীৱনৰ প্ৰথম সন্তানৰ মৃত্যুৰ সময়ত তেখেতৰ অন্তৰত প্ৰবাহিত শোকৰ প্ৰবল ধুমুহাতো তেখেত ভাগি নপৰিল। পিন্ধন, উৰণ, চাল-চলন, আচাৰ-ব্যৱহাৰ আৰু খোৱা-লোৱাত কাকতিদেৱ তেনেই স্বাভাৱিক। কাকতি ছাৰে এগৰাকী সুদক্ষ এন. চি. চি. অফিচাৰ হিচাপেও খ্যাতি ৰাখি গৈছে। তেখেতেই হ’ল আমাৰ বিদ্যালয়ৰ প্ৰথম এন. চি. চি. অফিচাৰ। তেখেতৰ নেতৃত্বত আমাৰ বিদ্যালয়ৰ কেডেটসকলে এন. চি. চি. কেম্পত বিভিন্নসৰ দিশত পাৰদৰ্শিতা প্ৰদৰ্শন কৰি স্কুলৰ বাবে সুনাম অৰ্জন কৰিব পাৰিছিল। পৰমপিতা পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ— শ্ৰদ্ধেয় ছাৰৰ পৰৱৰ্তী কালছোৱা সুখময়, মংগলময় হওক, তেখেতৰ জীৱন দীৰ্ঘায়ু হওক।■



২৯। তাম্ৰচূড় :—





# লেখক ভূবিন ৰাভা

### (জন্ম ঃ ১৯৪৫)


### গোলাপ ভৰালী


"মানুহ হৈছে সপোনক দিঠকত পৰিণত কৰা শিল্পী। পৃথিৱীখন হ'ল শিল্পীৰ ঘৰ, শিল্পীৰ কাৰখানা আৰু সাংস্কৃতিক সম্পদৰ প্ৰদৰ্শন-লীলা..." ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাদেৱৰ এই চিৰসেউজ কথাখিনিৰ সৃষ্টিৰ কঠীয়াতলীত নতুনৰ বীজ সিঁচাৰ সপোন দেখা প্ৰতিজন 'মানুহ'ৰ ক্ষেত্ৰতেই সত্য বুলি প্ৰমাণিত হয়। লেখক ভূবিন ৰাভাদেৱো ইয়াৰ ব্যতিক্ৰম নহয় বুলি মোৰবোধে কয়। ব্যক্তিগতভাৱে মই তেখেতৰ এগৰাকী অনুজ ভাতৃ অথবা ছাত্ৰৰ লেখীয়া। তথাপি তেখেতৰ চলিত জীৱন পৰিক্ৰমা অথবা জীৱনশৈলীৰ লগতে মোৰ পৰিচয় বাল্যকালৰপৰাই। এই আপোনত্বভাৱে নিৰপেক্ষতাৰ পৰিধি ভাঙি যোৱাৰ ভয়ত বহু কথাই এই লেখাত আধৰুৱা অথবা বাদ দিব লগা হোৱা বাবে পাঠকৰ ওচৰত আৰু তেখেতৰ ওচৰত আৰম্ভণীতেই ক্ষমা বিচাৰি থ'লোঁ। লগতে অন্য এটি কথা উনুকিয়াই থ'ব বিচাৰিছোঁ। বৰ্তমানৰ প্ৰযুক্তিবিদ্যাই প্ৰচাৰ মাধ্যমকো বহু আগলৈ নিয়াৰ ফলত সাহিত্য-সংস্কৃতিৰ জগতখনতো উত্থান-পতনৰ কলৰৱ উঠা কথাটো এতিয়া আৰু কাৰো অবোধ্য নহয়। প্ৰচাৰে কাৰোবাক ৰাতিটোৰ ভিতৰতে ডাঙৰ শিল্পী-সাহিত্যিক সজাব পাৰে আৰু নীৰৱ সাধনাত ব্ৰতী প্ৰচাৰ বিমুখ কাৰোবাৰ নামটোও পাহৰণিৰ গৰ্ভত ক্ষন্তেকৰ বাবে হ'লেও বিলীণ কৰি থ'ব পাৰে। নিঃসন্দেহে ৰাভাদেৱ ইয়াৰ দ্বিতীয় শ্ৰেণীৰত পৰে। কাৰণ সহজ-সৰল মনৰ ৰাভাদেৱ এগৰাকী প্ৰকৃতাৰ্থত সংস্কৃতিৱান লোকহে— প্ৰচাৰমুখিতা তেওঁৰ স্বভাৱ বিৰুদ্ধ কথা। উল্লেখযোগ্য যে, তেখেতৰ এই সৰলতাৰ সুযোগ সন্ধানী লোক এচামো আছে। যিয়ে নিজৰ ব্যক্তিগত লাভালাভৰ বাবে সাহিত্যক ব্যৱসায়ৰ তুলাচনীত একাকাৰ কৰি দিয়ে। পিছে ভাগ্য ভাল ৰাভাদেৱে এনে অসাধু চক্ৰৰ হাতোৰাত অজ্ঞাতে সোমায়ো হেলাৰঙে সকলোবোৰ নেওচি ওলাই অহাৰ নজিৰ আছে। সদ্যহতে এইবোৰ তেখেতৰ ব্যক্তিগত আত্মজীৱনীলৈ এৰি আহকচোন, তেওঁৰ জীৱন পৰিক্ৰমা কিছুহ'লেও আভাষ লওঁ।

অসমৰ এখন জকাইচুকীয়া হ'লেও জাকত জিলিকা গাঁও মাণিকপুৰ। লোহাৰঘাটৰপৰা ৭ কিঃ মিঃ দক্ষিণত এই গাঁওখন। ৰজাদিনীয়া পুখুৰী আৰু মানৰ দিনৰেই সৰু-বৰ আলিৰে পৰিবেষ্টিত এই জনজাতীয় গাঁওখন। এই গাঁৱতেই ১৯৪৫ চনৰ ২৫ মাৰ্চত ৰাভাদেৱৰ জন্ম। পিতৃ স্বৰ্গীয় ভোলা চিং ৰাভা আৰু মাতৃ স্বৰ্গীয়া ভাদেৰী বালাৰাভা। প্ৰকৃতিৰ ৰম্যভূমি মাণিকপুৰ গাঁৱৰ বাসীন্দাসকলৰ অধিকাংশই কৃষিজীৱী। তেনেই সৰল-সহজ আৰু অতিথিপৰায়ণ ইয়াৰ গঞা ৰাইজ। পিতৃ স্বৰ্গীয় ভোলা চিং ৰাভাও আপোন ভোলা আৰু শান্ত-শিষ্ট স্বভাৱৰ লোক আছিল।

**শিক্ষাগ্ৰহণ ঃ** মাণিকপুৰ প্ৰাথমিক বিদ্যালয়ত তেখেতৰ প্ৰাথমিক শিক্ষা আৰম্ভ হয়। ইয়াৰ পিচত তেওঁ ক্ৰমে লোহাৰঘাট চৰকাৰী মজলীয়া বিদ্যালয় আৰু লোহাৰঘাট উচ্চ মাধ্যমিক বিদ্যালয়ত শিক্ষাগ্ৰহণ কৰে। তাৰ পিচত তেওঁ যোৰহাট নৰ্মাল স্কুলত পঢ়ে। ১৯৬৬ চনত প্ৰৱেশিকা উত্তীৰ্ণ (নৰ্মাল স্কুলত পঢ়ি থাকোঁতে) হয়। ১৯৬৮ চনত তেখেতে নৰ্মাল পৰীক্ষাত উত্তীৰ্ণ হয়। ছাত্ৰ হিচাপে তেওঁ এজন সৰবৰাহী আৰু জ্ঞান-সন্ধিৎসু ছাত্ৰ আছিল। তেখেতৰ এই গুণত সোণত সুৱগা চৰাইছিল তেওঁৰ নিৰহংকাৰী স্বভাৱে। ফলস্বৰূপে জনপ্ৰিয়তাই তেওঁক নিজৰ অনিচ্ছাস্বত্বেও সামাজিক নেতৃত্বৰফালে টানি লৈ গৈছিল। এই নেতৃত্বই তেওঁক যি ছাত্ৰ জীৱনতেই লগ দিলে এতিয়াও এৰা দিয়া নাই।

নগাঁও নৰ্মাল স্কুলত অনুষ্ঠিত 'সদৌ অসম নৰ্মাল স্কুল টুৰ্ণামেণ্টত তৰ্ক প্ৰতিযোগিতাত তেওঁ প্ৰথম স্থান লাভ কৰিছিল। আন এটি উল্লেখযোগ্য কথা হ'ল চতিয়া নৰ্মাল স্কুল টুৰ্ণামেণ্ট Prepared Lectureত তেওঁ প্ৰথম স্থান লাভ কৰিবলৈ সক্ষম হৈছিল।

**চাকৰি জীৱন ঃ** ১৯৬৯ চনৰ ৯ আগষ্টত লোহাৰঘাট চৰকাৰী মজলীয়া বিদ্যালয় সহঃ শিক্ষক হিচাপে যোগদান কৰে। ১৯৮২ চনত এই বিদ্যালয়তে প্ৰধান শিক্ষক হিচাপে পদোন্নতি লাভ কৰে। ২০০৩ চনৰ ৩১ মাৰ্চত চাকৰি জীৱনৰপৰা অৱসৰ গ্ৰহণ কৰে। তেখেতৰ অৱসৰ পোৱা বিদায় সভাখন এখন উল্লেখযোগ্য সভা হিচাপে অঞ্চলস্থ ৰাইজৰ মনত আজিও ৰেখাপাত কৰে। ছাত্ৰ-ছাত্ৰী আৰু শিক্ষকসকলক বাদেও অঞ্চলস্থ বুঢ়া-ডেকা, সৰ্বসাধাৰণ গঞা ৰাইজৰ উপস্থিতি অনুষ্ঠিত বিদায় সভাত ছাত্ৰ-ছাত্ৰী শিক্ষক আৰু গঞা ৰাইজৰ কান্দোনৰ ৰোল উঠিছিল। বক্তাসকলৰ মাত থোকা-থুকি হৈ গৈছিল। সকলোৰে প্ৰিয়জন শান্ত, নম্ৰ অথচ ৰসালোচনাৰে ছাত্ৰ-শিক্ষকজনক বিদ্যালয়ৰপৰা যেন বিদায় দিব কোনেও বিচৰা নাই। বহু বিদায় সভাত ব্যক্তিগতভাৱে উপস্থিত থকাৰ অভিজ্ঞতা লাভ কৰিছোঁ। কিন্তু ৰাভাদেৱৰ বিদায় সভাখনৰ স্মৃতি চিৰস্মৰণীয় হৈ থাকিব। সেয়ে সেই সভাত ৰাভাদেৱক 'মাণিকপুৰৰ মাণিক' বুলি এই লেখকৰ বক্তব্যত দ্বিধাহীনভাৱে কৈছিলোঁ।

**সামাজিক কাম ঃ** হাইস্কুলত পঢ়ি থকা কালৰপৰা ৰাভাদেৱ সামাজিক কামৰ লগত জড়িত। ১৯৬৩ চনৰপৰা ১৯৬৫ চনলৈ দুটা কাৰ্যকালৰ বাবে 'দক্ষিণ কামৰূপ জনজাতি ছাত্ৰ সন্থা'ৰ সাধাৰণ সম্পাদকৰ পদত কৃতিত্বৰে কাৰ্যনিৰ্বাহ কৰে। ১৯৬৭ চনত তেখেত 'সদৌ অসম নৰ্মাল স্কুল ছাত্ৰ সন্থা'ৰ সাধাৰণ সম্পাদক আছিল। এই সময়ছোৱাতে তেওঁ যোৰহাট টাউন ছাত্ৰ সন্থাৰ কাৰ্যনিৰ্বাহকৰ সদস্য আছিল। ১৯৯৭ চনৰপৰা সম্পূৰ্ণ দুটা কাৰ্যকালৰ বাবে 'সদৌ অসম চৰকাৰী মজলীয়া বিদ্যালয় শিক্ষক সন্থা'ৰ সভাপতি পদ অলংকৃত কৰিছিল। ১৯৬৯ চনৰপৰা ১৯৭২ চনলৈ 'বৰদুৱাৰ-ভোলাগাঁও আঞ্চলিক ট্ৰাইবেল সংঘ'ৰ প্ৰতিষ্ঠাপক সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। সেইমতে দক্ষিণ কামৰূপ ৰিজাৰ্ভ উন্নয়ন সংঘৰ যুটীয়া সম্পাদকৰ এজন হিচাপে দায়িত্বভাৰ চম্ভালিছিল।

তদুপৰি সম্পূৰ্ণ দুটা কাৰ্যকালৰ বাবে তেওঁ ৰাভা হাছঙৰ 'কামৰূপ জিলা ষষ্ঠ অনুসূচী দাবী সমিতি'ৰ সভাপতি পদত কাৰ্যনিৰ্বাহ কৰে। সেই সময়ছোৱাতে তেখেতৰ জীৱনৰ এটি অঘটন ঘটে। তেওঁৰ ঘৰৰ ওচৰৰ ঘিলাবাৰী ফৰেষ্ট বিট অফিচৰ বেটেলিয়নকেইজনৰ ৰাইফলকেইটা এদিন নিশা কোনো দুষ্কৃতিকাৰীয়ে দলে-বলে আহি কাঢ়ি লৈ যায়। তেতিয়া কোনো কুট ষড়যন্ত্ৰকাৰীয়ে ষষ্ঠ অনুসূচী দাবী সমিতিৰ আন্দোলনকাৰীৰ ওপৰত দোষ জাপি দিবলৈ চেষ্টা কৰে। ফলস্বৰূপে ২০০৪ চনৰ ১৭ জানুৱাৰী শিল্পী দিৱসৰ দিনাখনে দোকমোকালিতে পলাশবাৰী থানাৰ ভাৰপ্ৰাপ্ত বিষয়া দলে-বলে আহি ৰাভাদেৱক ঘৰৰপৰা থানালৈ লৈ যায়। এদিন এনিশা থানাত ৰাখি তেওঁৰপৰা ষ্টেটমেণ্ট লৈ পিছদিনাখন এৰি দিয়ে। উল্লেখযোগ্য যে, বৰ্তমানে তেখেতে এই ষষ্ঠ অনুসূচী দাবী সমিতিৰ উপসভাপতি পদত কাৰ্যনিৰ্বাহ কৰি আছে। বৰদুৱাৰ ৰেচম আৰু বয়ন সমবায় সমিতিৰ সভাপতি পদত তেওঁ এতিয়াও কাৰ্যনিৰ্বাহ কৰি আছে। প্ৰাগজ্যোতি জাতীয় বিদ্যালয়ৰ তেখেত বৰ্তমান প্ৰতিষ্ঠাপক সভাপতি।

**সাহিত্য চৰ্চা ঃ** ৰাভাদেৱৰ প্ৰথম প্ৰবন্ধ 'কলা গুৰুৰ সোঁৱৰণত' প্ৰকাশ পাইছিল ১৯৬৯ চনৰ ৭ম সংখ্যা 'শিখা' আলোচনীত। সম্পাদক আছিল সুৰেণ চৌধুৰী ডাঙৰীয়া। ৰাভাদেৱে নিজে সম্পাদনা কৰা নিখিল ৰাভা জাতীয় পৰিষদৰ কুলচী অধিৱেশন (১৯৮২), দক্ষিণ কামৰূপ ট্ৰাইবেল সংঘৰ ৰাজাপাৰা অধিৱেশন, বৰদুৱাৰ সাহিত্য সভাৰ লোহাৰঘাট অধিৱেশন (১৯৮৯) উপলক্ষে প্ৰকাশিত স্মৃতিগ্ৰন্থসমূহ লেখত ল'বলগীয়া। টংলাৰ মেচেকা পুখুৰীত অনুষ্ঠিত নিখিল ৰাভা সাহিত্য সভাৰ অধিৱেশনত এটা কাৰ্যকালৰ বাবে আলোচনী সম্পাদক হিচাপে নিৰ্বাচিত হৈছিল। বিষ্ণু সংগীত সম্পাদনা সমিতিৰ সভাপতি হিচাপে ১৯৮১ চনৰপৰা ১৯৮৬ চনলৈ বিষ্ণু সংগীতৰ পাঁচটি সংখ্যা প্ৰকাশত ৰাভাদেৱে আগভাগ লৈছিল। আনহাতে বৰদুৱাৰ-ভোলাগাঁও আঞ্চলিক বিষ্ণুপ্ৰসাদ ৰাভা স্মৃতি ৰক্ষা সমিতিৰ তেখেতেই আছিল জন্মদাতা। এই সমিতিৰদ্বাৰা প্ৰকাশিত বাৰ্ষিক আলোচনী 'কলাগুৰু' জন্মৰপৰা এতিয়ালৈকে সম্পাদনা সমিতিৰ



সভাপতি হিচাপে তেখেতে কাৰ্যনিৰ্বাহ কৰি আছে। উল্লেখযোগ্য যে, কলাগুৰুখন নিয়মীয়াকৈ প্ৰকাশ পাই আহি পঞ্চদশ সংখ্যা অতিক্ৰম কৰিছে। এই কলাগুৰুৰ পাতত স্বৰ্গীয় মেদিনী চৌধুৰী নালিনীধৰ ভট্টাচাৰ্য, স্বৰ্গীয় ভৱানীকান্ত চৌধুৰী আদি প্ৰতিষ্ঠিত সাহিত্য সমালোচকসকলৰ লগতে ৰাভাদেৱৰো নিয়মীয়া লেখা প্ৰায় প্ৰতিটো সংখ্যাতে প্ৰকাশ পাইছে। 'বগেজাৰী প্ৰগতিশীল সাহিত্য চক্ৰ'ৰ তেখেত জন্মলগ্নৰে উপদেষ্টা। বৰ্তমানলৈ একেৰাহে পাঁচ বছৰ অতিক্ৰম কৰা বৰদুৱাৰ আঞ্চলিক ৰাস মহোৎসৱৰ স্মৰণিকাৰ সম্পাদনা সমিতিৰ তেখেতে সভাপতি। তদুপৰি 'অসম শিশু সাহিত্য সমাজ'ৰ পদ অলংকৃত কৰাই নহয়, এই অনুষ্ঠানক এক বৌদ্ধিক আৰু প্ৰগতিশীল ৰূপ দিবলৈও তেখেত সমৰ্থ হৈছে।

বিভিন্ন কাকত আলোচনী আদিত প্ৰকাশিত ৰাভাদেৱৰ লিখা মূল্যৱান প্ৰবন্ধপাতিৰ সংখ্যা শতাধিক হ'ব। তেখেতৰ প্ৰকাশিত কিতাপ তিনিখন হ'ল— 'নিমাই সদাগৰ', 'বগেজাৰী গীত' আৰু 'কথা বাৰমাহাৰী'।

**সম্বৰ্ধনা ঃ** কামৰূপ জিলা সাহিত্য সভাৰ ঊনত্ৰিংশতম বিজয়নগৰ অধিৱেশন (৯ ফেব্ৰুৱাৰী, ২০০৫)ত দক্ষিণ কামৰূপ ছোৱালী মহাবিদ্যালয়, মিৰ্জা (৩০ আগষ্ট, ২০০৮)ৰদ্বাৰা, কামৰূপ জিলা সাহিত্য সভাৰ একত্ৰিশতম গোবেশ্বৰ অধিৱেশন (২৯ মাৰ্চ, ২০০৯)ত লোক-সংস্কৃতিৰ গৱেষক সু-সাহিত্যিক ৰাভাদেৱ সম্বৰ্ধিত হৈছিল। নৱ গঠিত কামৰূপ জিলা সাহিত্য সন্মিলনে ৰাভাদেৱক ২০০৯ বৰ্ষৰ 'যতীন মিপুণ বঁটা'ৰ বাবে নিৰ্বাচিত কৰিছিল। তদুপলক্ষে ১০ ফেব্ৰুৱাৰীৰ ২০০৯ তাৰিখে কাজিৰঙা হস্তীমেলাত বঁটা গ্ৰহণৰ বাবে ৰাভাদেৱক আমন্ত্ৰণ জনাইছিল। কিন্তু আদৰ্শগত কাৰণত তেখেতে উক্ত বঁটা গ্ৰহণ নকৰিলে।

**সামৰণি অনুভৱ ঃ** দক্ষিণ কামৰূপৰ এটা ভিতৰুৱা অঞ্চলৰপৰা এইদৰে ৰাভাদেৱে নিজৰ জীৱন সংগ্ৰামৰ লগতে কেঁচা মাটিৰ গোন্ধ থকা প্ৰকৃত গণ-সাহিত্যৰ সংগ্ৰামো চলাই গৈছে। এগৰাকী সুবক্তা আৰু সু-সংস্কৃতিৱান সাহিত্যিক হিচাপে মানুহৰ জয়গান গোৱা এইগৰাকী নীৰৱ সাধকৰ সাধাৰণ জীৱন বৃত্তান্ত দাঙি ধৰিবলৈ এয়া মাথোঁ এক সৰল প্ৰয়াস। পলাশবাৰী সাহিত্য সভাৰ নবীন-প্ৰবীণ সাহিত্যিকৰ প্ৰতি এই শ্ৰদ্ধা জনোৱা প্ৰচেষ্টাটো নিঃসন্দেহে শলাগিবলগীয়া। লগতে ভৱিষ্যৎ প্ৰজন্মৰ বাবে ই এক সোণোৱালী অতীতৰ ঐতিহাসিক দলিল হৈ থাকিব। ■







# শ্ৰীমতী বিজনৰাণী কলিতাৰ জীৱন আৰু সাহিত্যকৃতি

**(জন্ম ঃ ১৯৪৫)**

**ড° জাহ্নৱী দেৱী**

শ্ৰীমতী বিজনৰাণী কলিতাৰ জন্ম হৈছিল ৰামপুৰত ১৯৪৫ চনত। পিতৃ স্বৰ্গীয় কৈলাশ ঠাকুৰীয়া আৰু মাতৃ শ্ৰীমতী কিৰণময়ী ঠাকুৰীয়া আছিল আধ্যাত্মিক চেতনাপূৰ্ণ লোক। পিতৃ-মাতৃ তথা পা-পৰিয়ালৰ মৰমৰ মাজত স্বাভাৱিকভাৱেই ডাঙৰ-দীঘল হৈ তেওঁ ৰামপুৰ বালিকা বিদ্যালয়ত শিক্ষা জীৱন আৰম্ভ কৰে। তাৰপৰা ৰামপুৰ হাইস্কুলত সপ্তম শ্ৰেণীলৈকে পঢ়ি গুৱাহাটীৰ কালিৰাম বৰুৱা ছোৱালী হাইস্কুলৰপৰা ১৯৫৮ চনত মেট্ৰিক পাছ কৰে। সন্দিকৈ ছোৱালী মহাবিদ্যালয়ৰপৰা ১৯৬০ চনত আই. এ. পাছ কৰি কটন কলেজৰ স্নাতক শ্ৰেণীত নামভৰ্তি কৰি বি. এ. পাছ কৰে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়াৰ স্নাতকোত্তৰ শ্ৰেণীত নামভৰ্তি কৰিছিল যদিও অভিভাৱকৰ ইচ্ছা অনুযায়ী ১৯৬৩ চনত দখলা গাঁও নিবাসী স্বৰ্গীয় বংশীৰাম কলিতাৰ পুত্ৰ সুশিক্ষিত যুৱক শ্ৰীযুত কামেশ্বৰ কলিতাৰ সৈতে বিবাহপাশত আবদ্ধ হয়। শ্ৰীযুত কলিতা আছিল মিৰ্জাৰ Basic Training Centreৰ (বৰ্তমানৰ DIET) প্ৰতিষ্ঠাপক অধ্যক্ষ। ১৯৬৮ চনত তেখেত বদলি (transfer) হৈ লক্ষীমপুৰ আজাদ বুনিয়াদী কেন্দ্ৰলৈ যায়। স্বামীৰ সৈতে লক্ষীমপুৰত থকা কালতেই শ্ৰীমতী কলিতাই তিনিটা সন্তানৰ জন্মৰ পিচত অসীম ধৈৰ্য আৰু নিষ্ঠাৰে পঢ়া-শুনা কৰি অসমীয়া বিষয়ত এম. এ. (প্ৰাইভেটকৈ) পাছ কৰে। পিচত তেওঁ B.Ed. ডিগ্ৰীও লাভ কৰে। লক্ষীমপুৰত থকা কালত তেওঁ বিভিন্ন সামাজিক অনুষ্ঠানৰ সৈতে জড়িত হৈ পৰিছিল। লক্ষীমপুৰ আঞ্চলিক মহিলা সমিতিৰ সভানেত্ৰীৰ কাৰ্যভাৰ পালন কৰি তেওঁ কেবাবছৰো সাহিত্য, সংস্কৃতি, স্থানীয় কুটিৰ শিল্প আদিৰ উন্নতি তথা বিকাশ বৰ্ধনত অনুপ্ৰেৰণা আৰু সহযোগিতা আগবঢ়াইছিল। এই অনুষ্ঠানটিৰ জৰিয়তে সেই অঞ্চলৰ গাঁওসমূহত চৰকাৰৰপৰা লাভ কৰা শালপাত, চিলাই মেচিন, শিশু খাদ্য আদিৰ যোগান আৰু বিতৰণ আদি কামত সদা ব্যস্ত আছিল। ১৯৭৪ চনত পতিৰ চাকৰিৰ বদলিকৰণৰ বাবে ৰঙিয়ালৈ আহিবলগা হোৱাত সভানেত্ৰীৰ পদ ইস্তফা দি আহে। চতুৰ্থ সন্তানৰ জন্মৰ পিচত ১৯৭৫ চনৰপৰা ৰঙিয়াৰ Basic Training Centre ত প্ৰথমে অস্থায়ীভাৱে শিক্ষকতা কৰাৰ পিচত নিয়মীয়া শিক্ষকৰূপে নিযুক্তি লাভ কৰে। ১৯৮১ চনত স্বামী-স্ত্ৰী দুয়ো মিৰ্জা Basic Training Centre লৈ বদলি হৈ আহে আৰু তেতিয়াৰেপৰা মিৰ্জাত স্থায়ীভাৱে বসবাস কৰিবলৈ লয়। মিৰ্জাৰ সাহিত্য-সংস্কৃতিমূলক অনুষ্ঠানসমূহৰ লগত তেখেত নিবিড়ভাৱে জড়িত হৈ পৰে। সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ মিৰ্জা শাখাৰ সভানেত্ৰীৰ দায়িত্ব বৰ্তমান তেখেতেই পালন কৰি আছে। তদুপৰি পলাশবাৰী সাহিত্য সভাৰ সৈতেও তেওঁ ওতপ্ৰোতভাৱে জড়িত। উচ্চ চিন্তা আৰু আধ্যাত্মিক ভাবাদৰ্শৰদ্বাৰা পৰিচালিত, গৃহস্থালি কৰ্মত নিপুণ, উৎসাহী শ্ৰীমতী কলিতাৰ সন্তানসকল স্বাভাৱিকভাৱেই সফল জীৱন লাভত সক্ষম হৈছে। বৰপুত্ৰ শ্ৰীসঞ্জীৱ কলিতা বৰ্তমান বাংগালুৰস্থিত Airtel কোম্পানীৰ জেনেৰেল মেনেজাৰ পদত অধিষ্ঠিত। কনিষ্ঠ পুত্ৰ ৰাজীৱলোচন গুৱাহাটীৰ জলসিঞ্চন বিভাগৰ Asstt Account officer পদত কৰ্মৰত আৰু বৰজীয়ৰী অজন্তা দাস গুৱাহাটীৰ Oriental Insurance কোম্পানীৰ উচ্চ পদস্থ বিষয়া।

শ্ৰীমতী কলিতাই লেখিকা জীৱনৰ পাতনি মেলিছিল সপ্তম শ্ৰেণীত পঢ়ি থকাৰপৰাই। পিতৃৰ অনুপ্ৰেৰণাত নৱম শ্ৰেণীত পঢ়ি থাকোঁতে Ilastrated Weekly of India লৈ প্ৰেৰণ কৰা The snake charmer নামৰ কিশোৰ উপযোগী লেখনী এটি প্ৰকাশিত হোৱাত তেওঁ



যথেষ্ট উৎসাহ লাভ কৰিছিল। পিচলৈ অসমৰ কেবাখনো সাপ্তাহিক আলোচনীত তেওঁৰ শিশু আৰু নাৰীৰ সমস্যা বিষয়ক কেবাটিও প্ৰবন্ধ প্ৰকাশ হৈছিল। মধ্যবিত্ত আৰু উচ্চ মধ্যবিত্ত শ্ৰেণীৰ মহিলাৰ বিভিন্ন সমস্যা বিশ্লেষণ কৰি লেখা 'বোৱাৰী' নামৰ প্ৰবন্ধ, 'বাইদেউ' নামৰ ৰস ৰচনা এটি সেই সময়ৰ অসমৰ আগশাৰীৰ সাপ্তাহিক বাতৰি কাগজ 'অসম বাণী'ত প্ৰকাশ হৈছিল। Creativity in Classroom শীৰ্ষক ৰচনা এটি The Assam Tribune ত প্ৰকাশ হৈছিল। Basic Training Centre ৰ সমূহীয়া মুখপত্ৰ 'শিক্ষাবন্তি'ত কেবাটিও শিক্ষামূলক প্ৰবন্ধ প্ৰকাশ হৈছিল। পলাশবাৰী সাহিত্য সভাৰ মুখপত্ৰ 'দখিণ কোল', পলাশবাৰী ৰাস মহোৎসৱৰ মুখপত্ৰ 'ৰাসক্ৰীড়া', মিৰ্জা ৰাস মহোৎসৱৰ 'ৰাস' আদি স্থানীয় আলোচনীসমূহত তেওঁৰ চিন্তাশীল লেখনী নিয়মীয়াকৈ প্ৰকাশ হৈ আহিছে।

শ্ৰীমতী কলিতাৰ প্ৰথম প্ৰকাশিত পুথি 'নাৰীৰত্ন' (১৯৭৬) লক্ষীমপুৰত থকা কালতেই লিখি উলিয়াইছিল। শিশু আৰু কিশোৰৰ উপযোগী পুথিখনত সন্নিৱিষ্ট হৈছে ১৯ গৰাকী মহীয়সী নাৰীৰত্নৰ পৰিচয়। তেওঁলোক হৈছে সতী, পাৰ্বতী, অহল্যা, কুন্তী, সীতা, শকুন্তলা, চিন্তা, দময়ন্তী, দেৱযানী, তুলসী, বেদৱতী, সাবিত্ৰী, অৰুন্ধতী, অনসূয়া, দ্ৰৌপদী, গান্ধাৰী, ৰুক্মিণী, বেউলা আৰু খনা। নাৰীসকলক প্ৰাপ্য মৰ্যাদা দিবলৈ সমাজে পুৰণি কালৰপৰাই অস্বীকাৰ কৰি অহা দেখা যায়। এই সম্পৰ্কে লেখিকা সচেতন। পুথিখনিত প্ৰতিগৰাকী নাৰীৰ সাধাৰণ পৰিচয় দাঙি ধৰাৰ পিচত বীক্ষণৰূপে লেখিকাৰ নিজস্ব পৰ্যবেক্ষণ আগবঢ়াই সাম্প্ৰতিক কালত তাৰ প্ৰাসংগিকতাও নিৰ্দেশ কৰা হৈছে। পুথিখনে পঢ়ুৱৈসকসক ঐতিহ্যৰ প্ৰতি সচেতন আৰু ঔৎসুক্য বৃদ্ধিত সহায় কৰে।

প্ৰসিদ্ধ উড়িয়া লেখিকা ড° প্ৰতিভা ৰায় ৰচিত 'অৰণ্য' নামৰ উপন্যাসখনি একে নামেৰেই অনুবাদ কৰি ১৯৯১ চনত শ্ৰীমতী কলিতাই সাহিত্যক্ষেত্ৰত অনুবাদিকাৰূপে আত্মপ্ৰকাশ কৰে। 'অৰণ্য'ৰ কাহিনী গঠিত হৈছে এগৰাকী সৰল মনৰ, সুন্দৰী গাভৰু লিপ্সাৰ দুৰ্ভাগ্যক কেন্দ্ৰ কৰি। ধনীৰ দুলালী লিপ্সাই দেউতাকৰ পচন্দমতেই ধনী ব্যৱসায়ী সিদ্ধাৰ্থৰ সৈতে বিয়া হৈছিল। অজস্ৰ ধন-সম্পদৰ গৰাকী হৈয়ো লিপ্সা সুখী নহয়। শাৰীৰিক সুস্থতা সত্ত্বেও মাতৃত্বলাভৰ অমিয়া সুখৰপৰা বঞ্চিত হ'বলগীয়া হয়। অক্ষম স্বামীৰ প্ৰতি ক্ষণিকৰ বাবে ক্ষোভৰ সৃষ্টি হ'লেও ধীৰ-স্থিৰ পৰিশীলিত মনোভাবৰ লিপ্সাৰ মন পিচ মুহূৰ্ততে স্বামীৰ প্ৰতি অনুকম্পাৰে ভৰি পৰে। স্বামীক ত্যাগ কৰি কাষ চাপি অহা অৰ্ণৱক গ্ৰহণ কৰি জীৱনৰ অপূৰ্ণতাক পৰিপূৰ্ণতালৈ ৰূপান্তৰিত কৰা তেনেই সহজ আছিল; কিন্তু হাততে পাব পৰা সুখকো সাহসেৰে আঁতৰাই ত্যাগশীলা নাৰীৰ উদাহৰণ হৈ ৰৈছে। শেষত উন্নত চিকিৎসা কৌশলৰ সহায়ত কৃত্ৰিম উপায়েৰে মাতৃত্বলাভ কৰিলে যদিও সমাজে সহজভাৱে গ্ৰহণ কৰা নাই। এই মনোভাব কোনো এগৰাকী বিশেষ ব্যক্তিৰ মনোবিকাৰ নহয়। ই সামাজিক ব্যাধি। এনে ব্যাধি দূৰ কৰিবলৈ নাৰীৰ সাহসৰ দৰকাৰ। উপন্যাসখনৰ মূল প্ৰতিপাদ্য এইখিনিয়েই। 'অৰণ্য'ৰ অনুবাদ প্ৰকাশ হৈ ওলোৱাৰ পিচত দিল্লী বিশ্ববিদ্যালয়ৰপৰা ড° মামণি ৰয়ছম গোস্বামীয়ে তেওঁৰ মতামত জ্ঞাপন কৰি অনুবাদিকালৈ প্ৰেৰণ কৰা চিঠিত লিখিছে—

I have gone through the translation and I found it lucid and very lively translated. I have no doubt that the Assamese readers will appreciated this work and enjoy reading it.

There are some passages where Bijanrani Kalita has translated in such a way that it is difficult to distinguish them from the original work. The real success of a good translator lies in this achievement. (26.12.1991 তাৰিখৰ FA/MIL/91 নম্বৰ চিঠি)।

১৯৯৬ চনত শ্ৰীমতী কলিতাৰ অনূদিত দ্বিতীয়খন উপন্যাস 'যাজ্ঞসেনী' প্ৰকাশ হৈ ওলায়। পূৰ্বৰখনৰ দৰে এইখনো উড়িয়া লেখিকা ড° প্ৰতিভা ৰায়ৰ 'যাজ্ঞসেনী' নামৰ উপন্যাসৰ অনুবাদ। ১৯৯১ চনত সন্মানিত মূৰ্তি দেৱী পুৰস্কাৰপ্ৰাপ্ত উড়িয়া উপন্যাসখনৰ মুখ্য চৰিত্ৰ হৈছে দ্ৰৌপদী। অসমীয়া জনজীৱনৰ ওপৰত ৰামায়ণ, মহাভাৰতৰ প্ৰভাৱ অপৰিসীম। দুয়োখন মহাকাব্যৰ ঘটনা তথা চৰিত্ৰসমূহক অৱলম্বন কৰি অসমীয়া ভাষাত





কেবাখনো পুথি, বিশেষকৈ উপন্যাস ৰচিত হৈছে। ১৯৯৯ চনত ড° সান্ত্বনাময়ী মজুমদাৰেও 'যাজ্ঞসেনী' নামেৰে একেটি বিষয়বস্তুকে লৈ উপন্যাস ৰচনা কৰিছে। অসমীয়া ভাষাত পৌৰাণিক চৰিত্ৰকেন্দ্ৰিক উপন্যাসৰ ধাৰা এটিৰ সৃষ্টি হৈছে। শ্ৰীমতী বিজনৰাণী কলিতাই ড° ৰায়ৰ দৰে প্ৰখ্যাত লেখিকা এগৰাকীয়ে ৰচনা কৰা উড়িয়া উপন্যাসখন অসমীয়ালৈ অনুবাদ কৰি উড়িয়া ভাষা-সাহিত্যৰ ৰসাস্বাদন কৰাত আমাক সহায় কৰিছে। ড° ৰায়ৰ উপন্যাসখনৰ আৰম্ভ হৈছে এখন চিঠিৰ সমাপ্তিৰে— 'ইতি— তোমাৰ প্ৰিয়সখী'। এই চিঠিখন দ্ৰৌপদীয়ে লিখিছে সখা শ্ৰীকৃষ্ণলৈ। উপন্যাসখন প্ৰথম পুৰুষত বৰ্ণিত। যাজ্ঞসেনী দ্ৰৌপদীয়ে জীৱনৰ অন্তিম মুহূৰ্তত উপনীত হৈ নিজৰ অতীতলৈ উভতি চাইছে। যজ্ঞভূমিত যুৱতী ৰূপত আৱিৰ্ভূত হোৱাৰ দিন ধৰি জীৱনকালত সন্মুখীন হোৱা তিতা-মিঠা অভিজ্ঞতা বিশ্লেষণ কৰি তহবিলত লাভ কৰিছে শূন্য। সমগ্ৰ জীৱনত কেৱল দুখহে বুটলিলে। মূল উপন্যাসখন ৰচনা কৰোঁতে লেখিকা ড° ৰায়ে নিজস্ব কল্পনাৰে কিছু নতুন কথা সংযোগ কৰিছে। নাৰী হিচাপে এগৰাকী নাৰীৰ প্ৰতি (তেওঁ লাগিলে হাজাৰ বছৰ পূৰ্বৰেই নহওক কিয়) সমবেদনা, সমমৰ্মিতা প্ৰকাশ কৰি তেওঁ এক নাৰীবাদী চেতনাৰ ইংগিত দিছে। যাজ্ঞসেনীৰ অনুবাদিকা শ্ৰীমতী কলিতাৰো হৃদয়ৰ কোণত নাৰীবাদী সত্তাৰ স্ফুলিংগই ক্ৰিয়া কৰে। নাৰীহৃদয়ৰ মৰ্মবেদনাৰ প্ৰতি সমব্যথা প্ৰকাশ তেওঁৰ লেখনীত সদা উপলব্ধ। অসমৰ প্ৰসিদ্ধ লেখক শ্ৰীযুত খৰ্গেশ্বৰ ভূঞাই শ্ৰীমতী কলিতাৰ অনূদিত উপন্যাসখনৰ বিষয়ে মতামত আগবঢ়াইছে এনেদৰে--

*......শ্ৰীমতী কলিতাই ড° ৰায়ৰ মূল গ্ৰন্থৰ সৌন্দৰ্য নিজৰ অনুবাদৰ যোগেদিও ৰক্ষা কৰিব পাৰিছে। অসমীয়া ভাষাৰ ওপৰত থকা দক্ষতাৰ বাবে সাৱলীল ভাষাৰে গ্ৰন্থখনি পাঠকৰ বাবে মনোগ্ৰাহী কৰি তুলিছে। গ্ৰন্থখন পঢ়ি যাওঁতে খোকোজা লাগিবলগা নহয়। মাধৱ কন্দলিয়ে ৰামায়ণ অনুবাদ কৰোঁতে থলুৱা ভাষা ব্যৱহাৰ কৰি ঘৰুৱা ছাপ দিয়াৰ দৰে শ্ৰীমতী কলিতায়ো বানকাঁহী, তামোলৰ ঠগি, তুঁহজুই, গামোচা আদি শব্দৰ ব্যৱহাৰেৰে যাজ্ঞসেনী তথা সেই সময়ৰ সমাজখনক অসমীয়াৰ সাজত সাজিবলৈ চেষ্টা কৰিছে।....*

(বিজনৰাণী কলিতাই প্ৰেৰণ কৰা ব্যক্তিগত চিঠি)

অনুবাদ সাহিত্যৰ এক বিশেষ স্বাদ আছে। ই আন এটি ভাষাৰ সাহিত্যৰ সৈতে পৰিচয় হোৱাত সহায় কৰে। এই ক্ষেত্ৰত ই এক সাঁকো (দলং)ৰ দৰে ভূমিকা পালন কৰে। এই কাম সহজসাধ্য নহয়। উৎস ভাষা (Source language) বা মূল ভাষা আৰু লক্ষ্য ভাষা (Target language)ৰ পৰ্যাপ্ত জ্ঞান থকাৰ উপৰিও দুয়ো ভাষা-ভাষী সমাজ দুখনৰ সংস্কৃতি, প্ৰমূল্যবোধ, আৱেগ-অনুভূতি, আশা-আকাংক্ষা আদিৰ বিষয়ে প্ৰচুৰ জ্ঞান থকাটো অনুবাদক এজনৰ বাবে অতি প্ৰয়োজনীয়। অনুবাদ কৰ্মত লিপ্ত হওঁতে (১) অৰ্থ গ্ৰহণ, (২) মনৰ মাজতে ভাষান্তৰণ আৰু (৩) লিখিত ৰূপ দান— এই তিনিটা স্তৰৰ মাজেৰে অতিক্ৰম কৰিবলগীয়া হয়। 'যাজ্ঞসেনী'ৰ অনুবাদিকা উড়িয়া ভাষাৰ সৈতে সুপৰিচিত নহয় বাবে তেখেতে 'যাজ্ঞসেনী' আৰু পূৰ্ব উল্লিখিত 'অৰণ্য' নামৰ দুয়োখন উপন্যাস হিন্দী অনুবাদৰপৰাহে অসমীয়ালৈ ভাঙিছে। ড° ৰায়ৰ উৰিয়া উপন্যাস দুখন শংকৰলাল পুৰোহিত নামৰ লেখক এজনে হিন্দীলৈ অনুবাদ কৰিছে। এই ক্ষেত্ৰত দুয়োখন উপন্যাসৰ Source language হয়গৈ হিন্দী; কিন্তু বিষয় আৰু ভাববস্তু উড়িয়া। এই বিষয়ত ড° প্ৰতিভা ৰায়ৰ সৈতে প্ৰত্যক্ষ যোগাযোগৰ জৰিয়তে লাভ কৰা পৰামৰ্শই অনুবাদিকাক যথেষ্ট উপকৃত কৰিছে। 'যাজ্ঞসেনী'ৰ অনুবাদ সাৰ্থক হৈছে; সেই কথা স্বাকীৰ কৰি এগৰাকী পাঠকে অনুবাদিকালৈ প্ৰেৰণ কৰা চিঠিয়ে এই কথাৰ প্ৰমাণ দাঙি ধৰে—

*... আপোনাৰদ্বাৰা অনূদিত 'যাজ্ঞসেনী' কিতাপখন পঢ়োঁতে ৰস আস্বাদন কৰাত অলপো আমনি দিয়া নাই। কিতাপখন পঢ়ি যাওঁতে মোৰ নিচিনা অতি সাধাৰণ পাঠকেও নিশ্চয় মোৰ দৰেই এটি চৌম্বিক আকৰ্ষণত বিহ্বল হৈ পৰিব। মনত আপ্লুততা জাগিব। কাৰণ আপোনাৰ ৰচনাশৈলী, ভাষৰ সাৱলীলতা আৰু স্বকীয় বৈশিষ্ট্যতাৰ কাৰণে মূল চৰিত্ৰৰ লগত একাত্ম হোৱাৰ সুবিধা মন কৰিবলগীয়া। বাস্তৱিকতে এয়া আপোনাৰ কৃতিত্ব, গৌৰৱৰ স্বাক্ষৰ। (গোলাঘাটৰ কমাৰবন্ধাৰপৰা বিপুল কুমাৰ ঠাকুৰে ১৬/১০/৯৮ তাৰিখে অনুবাদিকালৈ প্ৰেৰণ কৰা ব্যক্তিগত চিঠি)।*



শ্ৰীমতী কলিতাৰ আন এখন প্ৰকাশিত পুথিৰ নাম— 'প্ৰবন্ধ-কৰণি' (২০০৫)। ষাঠিৰ দশকৰপৰা সাম্প্ৰতিক কাললৈ বিভিন্ন সময়ত বাতৰি কাগজ, আলোচনী আদিত প্ৰকাশিত প্ৰবন্ধসমূহৰ সংকলিত ৰূপ 'প্ৰবন্ধ-কৰণি'। পুথিখনৰ প্ৰবন্ধসমূহ দুই ভাগত বিভক্ত। প্ৰথম ভাগৰ অন্তৰ্ভুক্ত প্ৰবন্ধসমূহ নৱ-বৈষ্ণৱ ধৰ্মৰ তত্ত্ব বিশ্লেষণ বিষয়ক। দ্বিতীয় অধ্যায়ৰ প্ৰবন্ধসমূহ গাঁৱলীয়া সমাজত সততে দেখা বিভিন্ন সমস্যা, বিশেষকৈ নাৰীৰ সৈতে সম্পৰ্কিত সমস্যাসমূহ বিশ্লেষণ কৰা হৈছে। এই সম্পৰ্কে পুথিৰ পাতনিত লেখিকাই অনুভৱ ব্যক্ত কৰিছে—

*নাৰী আৰু পুৰুষক লৈয়ে সমাজ। উভয়ৰে সুকীয়া সত্তা আছে। সমাজত মানুহ হিচাপে দুয়োৰে স্থান আৰু অধিকাৰ একে হোৱা উচিত; কিন্তু আদিম অৱস্থাৰপৰাই নাৰীৰ সমান অধিকাৰ আৰু সামাজিক স্থিতি প্ৰতিপন্ন হোৱা নাই।.... দাম্পত্য জীৱনত নাৰীৰ ভূমিকা, বিবাহৰ সমস্যা, বিধৱা বিবাহ.... আদি সমস্যাবোৰ বাতৰিৰ শিৰোনামাহে। নাৰীয়ে এইবোৰৰ সুবিচাৰ পাইছেনে? ধৰ্ষিতা নাৰীৰ প্ৰতি, বিধৱাৰ সংসাৰৰ প্ৰতি সমাজৰ দৃষ্টিভংগী কেতিয়া সলনি হ'ব? (লেখিকাৰ এষাৰ)*

শ্ৰীমতী কলিতাৰদ্বাৰা অনূদিত তৃতীয়খন উপন্যাস 'শিলাপদ্ম' প্ৰকাশৰ পথত। মূল উড়িয়া লেখিকা ড° প্ৰতিভা ৰায়ৰ 'শিলাপদ্ম' শীৰ্ষক উপন্যাস শংকৰলাল পুৰোহিতে হিন্দীলৈ অনুবাদ কৰিছিল 'কোণাৰ্ক' নামেৰে। উৰিষ্যাৰ ভূবনেশ্বৰ চহৰৰ পাশ্বৱৰ্তী স্থানত অৱস্থিত বিশ্ববিখ্যাত সূৰ্য মন্দিৰটিৰ নিৰ্মাণশৈলী দেখিলে আশ্চৰ্যচকিত নহৈ নোৱাৰি। এই মন্দিৰৰ গাত খোদিত অসংখ্য শিলামূৰ্তি গৱেষকসকলৰ ৰহস্য সন্ধানৰথলী। এই মন্দিৰটিৰ ঐতিহ্য আৰু পুৰাতাত্বিক অধ্যয়ন সম্বলিত বিষয়সমূহ আগবঢ়াই নিয়া হৈছে দুগৰাকী গৱেষকৰ অনুসন্ধানৰ জৰিয়তে। এই উপন্যাসখনিৰ অসমীয়া অনুবাদ প্ৰকাশ হৈ ওলালে পাঠকৰ মাজত সমাদৰ লাভ কৰিব ইয়াৰ বিষয়-বৈচিত্ৰ্যৰ বাবেই। অনুবাদিকাই অদূৰ ভৱিষ্যতে এই অনুবাদ সমাপ্ত কৰিব বুলি আমি আশাবাদী। মিৰ্জা DIET ৰপৰা জ্যেষ্ঠা প্ৰবক্তাৰূপে কৰ্মজীৱনৰপৰা অৱসৰ গ্ৰহণ কৰা শ্ৰীমতী কলিতাই অনেক সাংসাৰিক সমস্যা, দৈনন্দিন জীৱনৰ কৰ্মব্যস্ততা, শাৰীৰিক অসুস্থতাক অতিক্ৰমি লেখিকাৰ কলম অবিৰত অব্যাহত থাকক! ভগৱানৰ ওচৰত তেখেতৰ দীৰ্ঘায়ু কামনা কৰিলোঁ। ■



৩০। অবলা :—







# বিশিষ্ট লেখক ধৰ্মেশ্বৰ বড়াৰ জীৱন আৰু কৃতিৰ চমু আভাস

ড° যোগেন্দ্ৰ কুমাৰ দাস

আজিৰপৰা প্ৰায় একুৰি ছয় বছৰ আগৰ কথা। মোৰ জীৱনৰ এক গুৰুত্বপূৰ্ণ অধ্যায়ৰ বাটচ'ৰা। বোধহয় ১৯৮৪ চনৰ অক্টোবৰ মাহ, শৰৎকালৰ শেৱালি ফুলাৰ দিন। দক্ষিণ কামৰূপৰ ছয়গাঁও মহাবিদ্যালয়ৰ সৌজন্যত ৰাষ্ট্ৰীয় সেৱা আঁচনি (National Service Scheme)ৰ এটা বহলভিত্তিক লেভেল কেম্প ছয়গাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয় প্ৰাংগণত অনুষ্ঠিত হৈছিল। মই তেতিয়া গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা এম. এ. পাছ কৰি ওলাই অহা চফল ডেকা। তাৰিখটো পাহৰিলোঁ, মই ছয়গাঁও মহাবিদ্যালয়ত ৰাজনীতি বিজ্ঞানৰ প্ৰবক্তা হিচাপে যোগদান কৰিবলৈ এদিন পূৰ্বেই ছয়গাঁৱলৈ বেডিং-পত্ৰ, ট্ৰাংক আদি লৈ আহিছিলোঁ। সিদিনা বন্ধুবৰ মৃণাল কুমাৰ বৰা আৰু বিপুল শৰ্মাহঁতৰ মেচত থকাৰ কথা; কিন্তু মৃণাল আৰু বন্ধু ফণীন্দ্ৰ ঠাকুৰীয়াৰ ইচ্ছা সাপেক্ষে মেচলৈ নগৈ মই সিদিনা আবেলি উক্ত ৰাষ্ট্ৰীয় সেৱা আঁচনিৰ সেই শিবিৰটোতেই বস্তু-বাহানিসহ বাছৰপৰা নামিবলগা হ'ল। অৰ্থাৎ সেই তিনি-চাৰিদিন শিবিৰটোতেই মই কটাব লাগিব। মনত অলপ সংকোচ হৈছিল যদিও শিবিৰ চৌহদত সোমাই ছাত্ৰ-ছাত্ৰী আৰু শিক্ষকৰ সমাৱেশ আৰু উখল-মাখলৰ এক সজীৱ পৰিৱেশ দেখি বেয়া নালাগিল। মই গৈ পোৱাৰ লগে লগে শিবিৰ মুকলি হৈছিল। স্থানীয় মুখিয়াল লোক, ছাত্ৰ-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰী, বিভিন্ন মহাবিদ্যালয়ৰপৰা অহা স্বেচ্ছাসেৱী আৰু প্ৰকল্প বিষয়াসকল আৰু বিশ্ববিদ্যালয়ৰ বিষয়ববীয়াসকলেৰে শিবিৰটো প্ৰাণোচ্ছল হৈ উঠিছিল। এনেতে বন্ধু ফণীন্দ্ৰ চন্দ্ৰ ঠাকুৰীয়াই এজন ব্যক্তিৰ লগত চিনাকি কৰি দিলে। নিয়মীয়া উচ্চতা, ভাল চেহেৰা আৰু প্ৰকাণ্ড মোচ একোচাৰে হাঁহো-হাঁহোকৈ থকা মানুহজন। মোচকোছাৰ তলেৰে বাগৰি অহা মিচিকিয়া হাঁহিৰে মানুহজনে মোৰ পৰিচয় সুধিলে। সপ্ৰতিভভাৱে নমস্কাৰ জনাই হাঁহিৰেই মোৰ পৰিচয় দিলোঁ। মানুহজনক প্ৰথম পৰিচয় আৰু দৃষ্টিতেই মোৰ ভাল লাগিল। কথা পাতি পাতি তেখেতে সেই চাৰিটা দিন মোক শিবিৰতে থাকি কাৰ্যসূচীবোৰত ভাগ ল'বলৈ কোৱাত আৰু বিশেষভাৱে মোৰ বিশ্ববিদ্যালয়ৰ বন্ধু-বান্ধৱীবোৰক লগ পোৱাত মোৰ আৰু ভাল লাগিল। সেয়েহে শিবিৰতেই চাৰিটা দিন থাকিবলৈ স্থিৰ কৰি পেলালোঁ। মোৰ মনত আছে, তেখেতে মোক কৈছিল— সামাজিক নৈতিকতা আৰু আনৰ বাবে ত্যাগ কৰিব পৰা প্ৰশিক্ষণ লোৱাৰ এন. এছ. এছ. শিবিৰ শ্ৰেষ্ঠতম মঞ্চ। ইমান দীঘলীয়া পাতনিৰে মই যিজন ব্যক্তিৰ কথা ক'বলৈ লৈছোঁ, সেই ব্যক্তিগৰাকীয়েই হ'ল বৰ্তমান মোৰ লেখাটিৰ মধ্যমণি, তেতিয়াৰ দক্ষিণ কামৰূপ কলেজৰ ৰাষ্ট্ৰীয় সেৱা আঁচনি গোটৰ প্ৰকল্প বিষয়া, বিশিষ্ট লেখক, শিক্ষাবিদ, প্ৰশাসক, সমাজকৰ্মী, সংগঠক আৰু সাহিত্যিক ধৰ্মেশ্বৰ বড়া। প্ৰথম চিনাকিতেই ভাল লগা, সেই তাহানিৰ ধৰ্মেশ্বৰ বড়াক সুদীৰ্ঘ ২৬ বছৰেই মই ওচৰৰপৰা পাইছোঁ আৰু ভালদৰে জানো। মই ১৯৯৮ চনৰ জুলাই মাহত দক্ষিণ কামৰূপ মহাবিদ্যালয়ত যোগদান কৰাত কলেজখনৰ অধ্যক্ষৰ ৰূপতো ন-বছৰ তেখেতক লগ পাইছোঁ। জীৱনকালতেই কোনো বিশিষ্ট লোকৰ জীৱন আৰু কৰ্মৰাজিৰ মূল্যায়নৰ সুযোগ আনুষ্ঠানিকভাৱে পোৱাটো নিশ্চয় সৌভাগ্যৰ কথা। পলাশবাৰী সাহিত্য সভাই মোৰ ওপৰত এই গধুৰ দায়িত্ব অৰ্পণ কৰিছে। তাৰ বাবে মই কৃতজ্ঞ; কিন্তু মোৰ চিন্তা-ভাবনা আৰু সামৰ্থ্যৰো সীমাবদ্ধতা নিশ্চয় আছে। এই কাম কিমান সফলতাৰে কৰিব পাৰোঁ নাজানো। তিনিকুৰি চাৰি বছৰীয়া কৰ্মময়, বৰ্ণময়, ব্যস্ততাপূৰ্ণ এগৰাকী সমাজ সচেতক ব্যক্তিৰ জীৱনৰ পৰিক্ৰমা আৰু ঘটনাক্ৰম বৰ চুটি নহয়। যদি ভুৰুকাত হাতী মাৰি ভৰোৱাৰ দৰে প্ৰস্তুত কৰা এই ৰচনাখন সুধী



সমাজ আৰু শ্ৰদ্ধেয় পাঠক সমাজৰদ্বাৰা সমাদৃত হয়, তেন্তে মোৰ প্ৰয়াস সাৰ্থক হৈছে বুলি ভাবিম।

❋❋❋❋

পলাশবাৰী বিধান সভা সমষ্টি তথা পলাশবাৰী আৰক্ষী চকীৰ অন্তৰ্গত ঐতিহ্যমণ্ডিত পাল্লী গাঁৱত এটি মধ্যবিত্ত (অতীতৰ প্ৰায় সম্ভ্ৰান্ত) পৰিয়ালত ১৯৪৬ চনৰ মাৰ্চ মাহত বড়াৰ জন্ম হয়। তেখেতৰ পিতৃ স্বৰ্গীয় ললিত চন্দ্ৰ বড়া আৰু মাতৃ স্বৰ্গীয়া মনোমতী বড়া। পৰিয়ালটিৰ চতুৰ্থ সন্তান ধৰ্মেশ্বৰ বড়া সৰুৰেপৰাই আছিল অনুসন্ধিৎসু, সংগপ্ৰিয় আৰু সমাজমুখী মানসিকতাৰ। এক মজলীয়া অৰ্থনৈতিক বাতাৱৰণত ডাঙৰ-দীঘল হোৱা সত্বেও বড়াই জীৱনৰ এক সংগ্ৰামী সত্তা আৰু প্ৰগতিশীল মানসিকতা আহৰণ কৰিছিল আৰু গঢ় দিছিল উদ্ভাৱনী প্ৰজ্ঞা আৰু সৃষ্টিশীল জীৱনাভিব্যক্তিৰ। পৰিয়ালৰ অন্যান্য সদস্যসকলৰপৰা মূলতঃ এক ব্যতিক্ৰমী জীৱন পৰিক্ৰমা আহৰণ কৰি তেওঁ তৈয়াৰ কৰি লৈছে চিন্তা-ভাবনা আৰু কৰ্মৰ এক স্বকীয় শৈলী আৰু গঢ় দি লৈছে আৰ্থিক বিলাসহীনতা আৰু লিপ্সাহীন এক বৌদ্ধিক তথা সৰল আদৰ্শ জীৱন। এহাল ল'ৰা-ছোৱালী আৰু পত্নীৰে সৈতে তেওঁ সুখী পাৰিবাৰিক জীৱন চলাই আছে। বন্ধুপ্ৰেমী, উদাৰ তথা মৰমিয়াল মনোদৃষ্টিৰে আন শুভাকাংক্ষীৰ বিয়া পাতি ভালপোৱা মানুহজনে অৱশ্যে ৰোগশয্যাত থকা বাবে নিজৰ একমাত্ৰ কন্যাৰ বিয়াত সক্ৰিয়ভাৱে অংশ ল'ব নোৱাৰিলে আৰু সেয়েহে কন্যাদানৰ অসমৰ্থতাকেই তেওঁ জীৱনৰ বেয়া লগা আৰু দুখজনক মুহূৰ্ত বুলি বিবেচনা কৰে।

এগৰাকী ছাত্ৰ হিচাপে মেধাৰ পৰিচয় দিয়া বড়াই ১৯৬৫ চনত আৰ. বি. উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰপৰা সুখ্যাতিৰে প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কটন মহাবিদ্যালয়ত নামভৰ্তি কৰে। কটন কলেজৰপৰা ১৯৬৯ চনত 'অসমীয়া' বিষয়ত অনাৰ্চসহ স্নাতক ডিগ্ৰী লাভ কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা ১৯৭২ চনত অসমীয়াৰ (ভাষা বিজ্ঞান) স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। তাৰ পাচতো তেওঁ অসমীয়া সাহিত্য শাখাত দ্বিতীয়টো স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। উচ্চ শিক্ষাৰ পৰিধি অধিক বহলোৱাৰ উদ্দেশ্যে তেওঁ বি. টি. ডিগ্ৰীও লাভ কৰে। অৱশ্যে দীঘলীয়া কৰ্মময় জীৱনৰ ব্যস্ততাৰ বাবে চাকৰিকালত ডক্টৰেট ডিগ্ৰী লোৱাৰ বাবে গৱেষণাৰ কামত হাত দিব পৰা নাছিল যদিও বৰ্তমানৰ অৱসৰকালীন সময়ত হ'লেও তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক-সংস্কৃতি গৱেষণা বিভাগৰ অৱসৰপ্ৰাপ্ত মূৰব্বী অধ্যাপক নবীন চন্দ্ৰ শৰ্মাৰ তত্বাৱধানত লোক-সংস্কৃতিৰ বহল ক্ষেত্ৰখনত ন-আৱিষ্কাৰৰ অৰ্থে তথ্যানুসন্ধান চলাই আছে। শিক্ষা সমাপ্ত কৰাৰ লগে লগেই ১৯৭২ চনত বড়াই দক্ষিণ কামৰূপ মহাবিদ্যালয়ত অসমীয়া বিভাগৰ প্ৰবক্তা হিচাপে যোগদান কৰি এগৰাকী কৃতি শিক্ষক হোৱাৰ বাসনাৰে কৰ্মজীৱন আৰম্ভ কৰিছিল। এগৰাকী দায়িত্বশীল, বিদ্যানুৰাগী তথা অধ্যৱসায়ী কলেজ শিক্ষক হিচাপে নিজকে প্ৰতিষ্ঠা কৰাৰ পিচত ১৯৯৭ চনত তেওঁ দক্ষিণ কামৰূপ মহাবিদ্যালয়ৰ অধ্যক্ষৰূপে অধিষ্ঠিত হৈ ন বছৰ সফলতাৰে কাৰ্যনিৰ্বাহ কৰাৰ পাচত যোৱা ২০০৬ চনৰ ফেব্ৰুৱাৰী মাহত কৰ্মজীৱনৰপৰা অৱসৰ গ্ৰহণ কৰে।

সুদীৰ্ঘ কৰ্মজীৱনত ঐকান্তিক সাধনা, জ্ঞানান্বেষণ, সততা, সামাজিক দায়বদ্ধতা, পৰিশ্ৰম আৰু কৰ্তব্যনিষ্ঠাৰে ধৰ্মেশ্বৰ বড়াই নিঃসন্দেহে এগৰাকী বিশিষ্ট ব্যক্তিত্বৰ মৰ্যাদা লাভ কৰিবলৈ সক্ষম হৈছে। এগৰাকী সমাজকৰ্মী, সমাজ সংগঠক, বুদ্ধিজীৱী, সাহিত্যকৰ্মী তথা প্ৰকাশক হিচাপে এই বহুমুখী ব্যক্তিত্বৰ মানুহজনে বিগত ৬৩ টা বছৰেই নিৰ্মোহভাৱে নিজৰ জীৱনৰ পৰীক্ষা চলাই আহিছে। সমাগত দিনবোৰত আৰু হয়তো নতুন নতুন প্ৰত্যাহ্বানৰ মুখামুখি হৈ ন ন পৰীক্ষাৰ বাবেও প্ৰস্তুতি চলাই আছে। জীৱন যুদ্ধৰ জয়-পৰাজয়লৈ লক্ষ্য নাৰাখি তেওঁ মাথোঁ আগুৱাইছে নিত্য-নতুন বাস্তৱতাৰ সন্ধানত। জীৱন যুদ্ধৰ বিজয়ত মানুহ আনন্দিত হয় আৰু পৰাজয়ৰ গ্লানিত ভাগি পৰে। বড়াৰ জীৱনত বোধহয় এনে ঘটনা ঘটা নাই। বিজয়োল্লাসত আত্মা হাৰা হোৱা আৰু পৰাজয়ত বিধ্বস্ত হৈ পৰা ঘটনা বড়াৰ চৰিত্ৰত মই দেখা নাই। নিজস্ব চিন্তা আৰু কৰ্মশৈলীৰে সুঠাম আৱেষ্টনীত তেওঁ জীৱনৰ প্ৰৌঢ়ত্বৰ দুৱাৰডলিটো অটল। বিভিন্ন সামাজিক আৰু ৰাজনৈতিক প্ৰত্যাহ্বান, প্ৰতিক্ৰিয়া, নিজৰ দৈহিক সংকট, ৰোগ-ব্যাধি আদি অলেখ প্ৰত্যাহ্বান নেওচি কেৱল মাথোঁ বিচাৰিছে সন্মুখত কিবা এক নতুনত্ব, এক নতুন বৌদ্ধিক প্ৰাপ্তিৰ অন্তহীন প্ৰজ্ঞাই যেন তেওঁৰ জীৱনৰ নাম। অৱসৰোত্তৰ কৰ্মজীৱনত, আনকি ৰোগশয্যাত থাকিও জ্ঞানৰ সাধনাৰ ইচ্ছা, অধ্যৱসায়ৰ প্ৰবল হাবিয়াস আৰু বিশেষভাৱে প্ৰস্তাৱিত গৱেষণা কৰ্ম সমাপ্তিৰ





প্ৰবল তাড়নাত যেন মানুহজন এতিয়াও ছট্‌ফটাই আছে। অৱসৰৰ পাচত দুৰ্বল দেহাৰেই গৱেষণা কৰ্ম অব্যাহত ৰখা ধৰ্মেশ্বৰ বড়া নিঃসন্দেহে বৌদ্ধিক জগতৰ বিৰল দৃষ্টান্ত। বড়াৰ এই পথ আনক দেখুৱাবলৈ নহয়, মাথোঁ জ্ঞানৰ অন্বেষণ আৰু সৃষ্টিৰ এক প্ৰবল তাড়নাতহে তেওঁ আগুৱাই আছে। চলাই আছে তেওঁৰ জীৱনৰ নিত্য-নতুন পৰীক্ষা তেওঁৰ নিজস্ব জীৱনশৈলীৰে। বোধহয় জীৱনৰ অন্তিম মুহূৰ্তলৈ চলিব এই অমোঘ যাত্ৰা। সামাজিক, অৰ্থনৈতিক, ৰাজনৈতিক আৰু শাৰীৰিক কোনো প্ৰত্যাহ্বানেই স্তব্ধ কৰিব নোৱাৰা বড়াৰ অন্তহীন, উৎসুক বৌদ্ধিক যাত্ৰা আজিও চলি আছে, চলি থাকিব। প্ৰচণ্ড আশাবাদ, সামাজিক দায়বদ্ধতা, অসীম ধৈৰ্য, সাহস তেওঁৰ জীৱনৰ সাধাৰণ বৈশিষ্ট্য। ব্যক্তিত্বৰ এনেবোৰ উপাদান বড়াৰ বিভিন্ন সৃষ্টিকৰ্ম, চিন্তা-ভাবনা আৰু ৰাজহুৱা বক্তব্যত প্ৰতিফলিত হৈছে আৰু প্ৰাত্যহিক জীৱনতো আনকি এগৰাকী প্ৰতিশ্ৰুতিসম্পন্ন নাগৰিক হিচাপে তেওঁৰ এই স্বভাৱসিদ্ধ ব্যক্তিত্বৰ উপাদানবোৰ প্ৰতিফলিত হোৱা দেখা যায়।

অধ্যক্ষ হিচাপে তেওঁ নিজকে এগৰাকী কৰ্তব্যপৰায়ণ আৰু নিষ্ঠাৱান প্ৰশাসক হিচাপে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছে। সম্পূৰ্ণ দুৰ্নীতিমুক্ত, নিকা আৰু সুস্থ বিদ্যায়তনিক প্ৰশাসন চলোৱাৰ ক্ষেত্ৰত তেওঁ দক্ষিণ কামৰূপ মহাবিদ্যালয়ত এক দৃষ্টান্ত দাঙি ধৰি গৈছে। এই কথা কোনেও অস্বীকাৰ কৰিব নোৱাৰে যে, ১৯৯৭-২০০৬ ৰ সময়ছোৱাত দক্ষিণ কামৰূপ মহাবিদ্যালয়ে বৌদ্ধিক সাফল্য, সুস্থ প্ৰশাসন, শৈক্ষিক পাৰিপাৰ্শ্বিকতা, নিয়মানুৱৰ্তিতা আৰু কায়িক উন্নয়নৰ দিশত, তেওঁৰ নেতৃত্বই এক নব্য যুগৰ সূচনা কৰিছে আৰু কলেজীয়া শিক্ষাৰ উৎকৰ্ষ সাধনৰ দিশত গতিশীলতা লাভ কৰিছে। এগৰাকী সাহিত্যকৰ্মী, বিদ্যানুৰাগী, সমাজকৰ্মী আৰু দায়িত্বশীল শিক্ষানুষ্ঠানৰ মুৰব্বীৰ ভূমিকা একেলগে সফলতাৰে পালন কৰাৰ ক্ষেত্ৰত বড়াই দেখুৱাই দিয়া পথ নতুন প্ৰজন্মৰ বাবে নিশ্চয় অনুকৰণীয়। যি কোনো বিদ্যায়তনিক উন্নয়ন, অধ্যয়ন আৰু গৱেষণাৰ ক্ষেত্ৰত সহকৰ্মী আৰু ছাত্ৰ-ছাত্ৰীলৈ আছিল বড়াৰ অকপট উৎসাহ, অনুপ্ৰেৰণা আৰু সহযোগ। তেওঁৰ দিনত মহাবিদ্যালয়ৰ ছাত্ৰ-শিক্ষকৰ যথেষ্ট বিদ্যায়তনিক উদ্ভাৱন আৰু সাফল্য সম্ভৱ হৈছিল। সেই ধাৰা এতিয়া অধিক খৰতকীয়া আৰু গতিশীল হৈছে। অৱশ্যে অধ্যক্ষ হিচাপে কাৰ্যনিৰ্বাহৰ সময়ত তেওঁৰ কিছুমান সহজাত আচৰণগত দুৰ্বলতাই কিছুমানৰ মনত আঘাত নিদিয়া নহয়। মাজে মাজে তেওঁৰ মুখেৰে ওলাই অহা অমাৰ্জিত শব্দই কিছুমানৰ মনত সাময়িক ক্ষোভ নিশ্চয় সৃষ্টি কৰিছিল যদিও সেয়াও তেওঁ ব্যক্তিগত স্বাৰ্থত কৰা নাছিল; হয়তো সুস্থ কলেজীয়া প্ৰশাসনৰ স্বাৰ্থতেই। যোগ-বিয়োগ কৰিলে এজন প্ৰশাসক হিচাপে তেওঁৰ ব্যক্তিত্বৰ গুণগত ভাণ্ডাৰটোৰেই অধিক সমৃদ্ধ হ'ব। মানুহৰ জীৱনত সম্পূৰ্ণতা (Perfection) বুলি একো কথা নাই। বাৰ্ণাৰ্ড শ্বই কোৱাৰ দৰে 'Perfection perishes'; পূৰ্ণতাপ্ৰাপ্তিয়ে ধ্বংসৰ গতিপথ মুকলি কৰে। ব্যক্তিজীৱনৰ অসম্পূৰ্ণতাৰ সিটোফালে থকা সাফল্যৰ দ্যুতিৰেই মানুহে বিশিষ্টতা দাবী কৰিব পাৰে। হয়তো পূৰ্ণতাপ্ৰাপ্তি বা অধিক সাফল্যৰ বাবে মানুহে চলোৱা অবিৰত প্ৰচেষ্টাৰ বাটত স্বাভাৱিকতেই মানুহে উজুটি খায়; সেয়া তেনেই স্বাভাৱিক। গৰ্কী, লু-চুন, লেনিন, লিংকন, লুথাৰ, মাও, গান্ধী, নেহৰুৰ জীৱন বৃত্তান্ত খুচৰিলেও খুঁত ওলাব। অথচ বিভিন্ন পথেৰে গৈ মানৱতাৰ সেৱা কৰা বাবেই আমি তেওঁলোকক মহানতা বা বিশিষ্টতা প্ৰদান কৰিছোঁ। সেই মহানসকলৰ লগত বড়াক আমি তুলনা কৰিব বিচৰা নাই; কিন্তু পৃথিৱীৰ প্ৰতিজন সৰু-বৰ লোকৰেই সামাজিক চিন্তা আৰু কৰ্মৰ গুৰুত্ব আৰু মূল্য আছে। ধনীৰপৰা দুখীয়ালৈ, নিৰক্ষৰৰপৰা শিক্ষিতলৈ সকলোৰেই ব্যক্তিত্বৰ স্বকীয় গুণ আছে। অৱশ্যে মানৱতাবাদী লোকসকলৰ মাজত যিসকলে সামান্যতমো নেতৃত্বশীল ভূমিকা পালন কৰিব পাৰিছে, তেওঁলোককেই বিশিষ্টতাৰ স্থানত ৰাখিব পাৰি। বৰ্তমানৰ মানুহ বহু পৰিমাণে ব্যক্তিকেন্দ্ৰিক। মুক্ত গণতান্ত্ৰিক বাতাৱৰণ, প্ৰতিযোগিতামুখী পৰিৱেশ, সুযোগ-সুবিধাই মানুহক স্বাভাৱিকতেই ব্যক্তিবাদী তথা ব্যক্তিকেন্দ্ৰিক কৰি তুলিছে; কিন্তু তাৰ মাজত ব্যতিক্ৰমী চৰিত্ৰৰ লোকৰ সংখ্যাও কম নহয়। ঔপচাৰিক কৰ্মপৰিধি, শাসকৰ লৌহ নিয়ন্ত্ৰণ আৱেষ্টনী আৰু স্বাৰ্থপৰতাৰ পৰিধিৰ বাহিৰতো আমাৰ নাগৰিক সমাজত আত্মপ্ৰকাশ কৰা ত্যাগী সমাজকৰ্মী, শিল্পী, সংগঠক, সু-সাংস্কৃতিক, গতিশীল মনৰ নেতৃত্বশীল ব্যক্তিত্ব আৰু মানৱতাবাদৰ নিষ্ঠাশীল কৰ্মীসকলৰ পৰাকাষ্ঠাই মানৱ সমাজৰ স্বকীয়তা আৰু ধাৰাবাহিকতা ৰক্ষা কৰিও পৰিৱৰ্তনৰ বাট দেখুৱাই আহিছে। মানৱ সমাজৰ গতি-প্ৰগতি আৰু মানৱতাৰ উন্নয়নৰ অৰ্থে আগবঢ়োৱা মানুহৰ সামান্যতম অৱিহণাকো আমি কেতিয়াও



অৱজ্ঞা কৰিব নোৱাৰোঁ। এজন খেতিয়কৰপৰা এগৰাকী মাৰ্ক্স, এজন পঞ্চায়তকৰ্মী বা শিক্ষকৰপৰা এগৰাকী লিংকন বা নিউটনলৈ। বড়াৰ সামাজিক কৰ্মশৈলী, ভূমিকা, সাহিত্যকৰ্ম আৰু বিদ্যায়তনিক জীৱনৰেখাৰ সামান্য অধ্যয়নৰপৰা এনেবোৰ কথা মোৰ মনলৈ আহিছে।

এগৰাকী সমাজকৰ্মী হিচাপে সামাজিক সংহতি, অখণ্ডতা আৰু প্ৰগতি নিশ্চিতকৰণৰ ক্ষেত্ৰত তেওঁৰ অৱদান তেনেই কম নহয়। সুদীৰ্ঘ জীৱনজুৰি তেওঁ ভালেমান সামাজিক সংস্থা, অৰাজনৈতিক অনুষ্ঠান, বেচৰকাৰী সংগঠনৰ লগত সক্ৰিয়তাৰে জড়িত হৈ পৰিছে। তাতো সোমাই আছে নতুন কিবা এটা কৰাৰ বাসনা। কলেজৰ শিক্ষকতা আৰু অধ্যক্ষৰ দায়িত্ব পালন কৰিও নিজৰ জীৱনক ভালেমান সাংস্কৃতিক আৰু আৰ্থ-সামাজিক সম্পৰীক্ষাৰ লগত জড়িত কৰিছে।

তেওঁ সকলোতেই যে সাংঘাতিক কিবা এটা ভাল কাম কৰিব পাৰিছে সেয়াও নহয়; ব্যক্তিস্বাৰ্থৰ উৰ্ধ্বত উক্ত অনুষ্ঠানৰ যোগেদি ভিন্নসুৰি ব্যক্তি আৰু সাধাৰণ মানুহৰ লগত ভাবৰ আদান-প্ৰদান আৰু আন্তঃক্ৰিয়া (Interaction)ৰ পৰিসৰ বৃদ্ধি কৰাৰ বাবেহে বড়াৰ এই ভূমিকাৰ সামাজিক তাৎপৰ্য আছে। উদাহৰণস্বৰূপে পলাশবাৰী সাহিত্য সভাৰ গতিদানৰ ক্ষেত্ৰত তেওঁখ ভূমিকা অতি সবল। তেওঁৰ সৃষ্টিশীল মানসিকতাৰ স্বাক্ষৰ বহন কৰিছে দীৰ্ঘদিন ধৰি পলাশবাৰী সাংস্কৃতিক বিকাশ ভৱনৰ সৌজন্যত সম্পাদন কৰা সাংস্কৃতিক কৰ্মসূচীয়ে। আন ভালেমান অনুষ্ঠানৰ যোগেদিও তেওঁ সামাজিক আন্তঃক্ৰিয়াৰ পৰিসৰ সৃষ্টি কৰিছে। সেইবোৰৰ ভিতৰত অন্যতম হ'ল— পলাশবাৰী ৰাস মহোৎসৱ, পলাশবাৰী বয়জ হাইস্কুল, অসম জনকৃষ্টি সমাজ, কামৰূপ জিলা সাহিত্য সভা, অসম সাহিত্য সভা, অসম ভাষা বিজ্ঞান সমিতি, অসম ৰাজ্যিক পাঠ্যপুথি প্ৰণয়ন আৰু প্ৰকাশন নিগম ইত্যাদি। উক্ত অনুষ্ঠানবোৰৰ প্ৰতিষ্ঠা আৰু বিকাশৰ দিশত নিঃসন্দেহে তেওঁ নিৰ্ণায়ক ভূমিকা পালন কৰিছে। বিশেষভাৱে সাহিত্য আৰু সাংস্কৃতিক জগতৰ উৎকৰ্ষ সাধনত তেওঁৰ অৱদান লেখত ল'বলগীয়া। অসম সাহিত্য সভাৰ লগত তেওঁ ১৯৭২ চনৰপৰা ঘনিষ্ঠভাৱে জড়িত। পূৰ্বতে উল্লেখ কৰাৰ দৰে পলাশবাৰী সাহিত্য সভাক সক্ৰিয়, কৰ্মঠ তথা গতিশীল অনুষ্ঠানলৈ ৰূপান্তৰ কৰাৰ ক্ষেত্ৰত তেওঁৰ অৱদান অপৰিসীম আৰু সেই প্ৰচেষ্টা এতিয়াও অব্যাহত আছে। প্ৰতিষ্ঠাকালৰপৰা তেওঁ মুঠ ছয়বাৰ এই অনুষ্ঠানৰ সম্পাদক হিচাপে আৰু মুঠ দহটা কাৰ্যকালৰ বাবে সভাপতি হিচাপে কাৰ্যনিৰ্বাহ কৰিছে। পলাশবাৰী সাহিত্য সভাৰ দৰে শীৰ্ষ সামাজিক অনুষ্ঠান এটাৰ দীৰ্ঘদিনীয়া উচ্চ পদ ধাৰণেৰে দক্ষিণ কামৰূপীয়া সমাজ, সংস্কৃতি আৰু জীৱনধাৰাক সাহিত্যৰ ৰূপত উন্মোচন কৰাৰ ক্ষেত্ৰত তেওঁ আচলতে এক অভিলেখ সৃষ্টি কৰি বিৰল কৃতিত্বৰ অধিকাৰী হ'ব পাৰিছে। বৰ্তমান পলাশবাৰী সাহিত্য সভা সমগ্ৰ দক্ষিণ কামৰূপ অঞ্চলৰ শীৰ্ষতম সামাজিক তথা সাহিত্যানুষ্ঠান, দক্ষিণ কামৰূপীয়া সমাজৰ দাপোণস্বৰূপ আৰু শ্ৰেষ্ঠতম মঞ্চ। দক্ষিণ কামৰূপৰ সমাজ জীৱন তথা ইতিহাসক সাহিত্যৰ বিভিন্ন মাধ্যমৰ জৰিয়তে এই অনুষ্ঠানে সফলতাৰে চিত্ৰিত কৰিবলৈ সক্ষম হৈছে। আৰু সঁচা অৰ্থত এই মঞ্চখনৰ সৌমাজত এতিয়াও অসুস্থ দেহাৰেই চৰম প্ৰত্যয় আৰু প্ৰতিশ্ৰুতিৰে সভাপতিৰ ৰূপত তেওঁ বহি আছে আৰু অনুষ্ঠানটিক সন্মুখৰপৰাই নেতৃত্ব দিয়াৰ চেষ্টা চলাই আছে। পলাশবাৰী সাহিত্য সভাৰ মুখপত্ৰ 'দখিণ কোল'ৰো তেওঁ দুবাৰ সম্পাদক আছিল।

অকল সাহিত্য সভাৰ নেতৃত্বই নহয়, তেওঁ পলাশবাৰী-পাল্লী অঞ্চলৰ একাধিক গ্ৰাম্য পুথিভঁৰালৰো নেতৃত্ব দি গ্ৰামাঞ্চলীয় পুথিভঁৰাল আন্দোলনৰ গতিদানৰ দিশত অৰিহণা যোগাই আমাৰ গাঁৱৰ যুৱক-যুৱতীক অধ্যয়নমুখী কৰিবলৈ অহোপুৰুষাৰ্থ কৰি আছে। ইয়াৰ উপৰিও গুৱাহাটী জিলা উন্নতি সভাৰ সভাপতি, দুবছৰ অসম কলেজ অধ্যক্ষ পৰিষদৰ (২০০৩-২০০৫) সাধাৰণ সম্পাদক আৰু উক্ত অনুষ্ঠানৰ তিনিবছৰীয়া সদস্যতাই, এখন ব্যাপ্ত বৌদ্ধিক সমাজৰ সংগঠকৰ দৰে নেতৃত্ব ল'ব পৰা যোগ্যতাই বড়াদেৱক নিঃসন্দেহে এগৰাকী বিশিষ্ট সমাজকৰ্মী, সমাজ সংগঠক আৰু অৰাজনৈতিক প্ৰভাৱগোষ্ঠীয় নেতাৰ ৰূপত প্ৰতিষ্ঠা কৰিছে। তেওঁৰ এনেবোৰ ভূমিকাই তেওঁৰ ব্যক্তিত্বৰ উদাৰ গণতান্ত্ৰিক আৰু মানৱতাবাদী সমাজসেৱকৰ স্বৰূপ প্ৰকাশ কৰিছে। নাগৰিক সমাজ তথা বিদ্যায়তনিক সমাজৰ বিভিন্ন দিশ আৰু খণ্ডত সক্ৰিয়ভাৱে জড়িত হৈ উক্ত অনুষ্ঠানবোৰৰ নেতৃত্বৰ যোগেদি তেওঁ নিৰৱচ্ছিন্ন সমাজসেৱীৰ পৰিচয় দিছে। তেওঁৰ ব্যাপ্ত ৰাজহুৱা জীৱন আৰু সমাজসেৱকৰ স্বাক্ষৰ বহন কৰিছে আন কেইটামান পদবীয়ে। তেওঁ আছিল একেধাৰে মহাবিদ্যালয় ছাত্ৰ একতা সভাৰ বিভিন্ন বিভাগৰ





ভাৰপ্ৰাপ্ত অধ্যাপক, মুখ্য নিৰ্বাচনী বিষয়া, ৰাষ্ট্ৰীয় সেৱা আঁচনিৰ প্ৰকল্প বিষয়া (১৯৮৭-১৯৯৮), মহাবিদ্যালয় পৰিচালনা সমিতিৰ সদস্য, শিক্ষক গোটৰ সম্পাদক, অসম ৰাজ্যিক পাঠ্যপুথি প্ৰণয়ন আৰু প্ৰকাশন নিগমৰ সঞ্চালক পৰিষদৰ সদস্য। ৰাষ্ট্ৰীয় সেৱা আঁচনিৰ অধীনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অন্তৰ্গত মহাবিদ্যালয় আৰু স্নাতকোত্তৰ শ্ৰেণীৰ স্বেচ্ছাসেৱী বৃহৎ দল এটাক তেওঁ 'All India University Level National Integration Camp' এটালৈকো নেতৃত্ব দিয়াৰ সুযোগ পাইছিল। একেজন ব্যক্তিৰ জীৱনলৈ অহা এই বহুমুখী ব্যস্ততাপূৰ্ণ কাৰ্যসূচী আৰু তাৰ ৰূপায়ণ সঁচাকৈয়ে অভিনৱ আৰু স্মৰণীয়। বিশেষকৈ দক্ষিণ কামৰূপ মহাবিদ্যালয়ৰ শিক্ষক হিচাপে তেখেত এটা সময়ত একেধাৰে বহু বছৰ ছাত্ৰ একতা সভাৰ সাংস্কৃতিক বিভাগৰ তত্বাৱধায়ক হৈ থকা সময়ত নাট আৰু গীতকে ধৰি অন্যান্য সকলো সাংস্কৃতিক দিশত বড়াই মহাবিদ্যালয়লৈ যথেষ্ট গৌৰৱ কঢ়িয়াই আনিছিল।

* * * * *

অকল সাহিত্য আৰু শৈক্ষিক দিশতেই নহয়, ৰাজনৈতিক উন্নয়ন আৰু বিকাশৰ দিশতো বড়াৰ নিঃসন্দেহে ভালেখিনি অৱদান আছে। অৱশ্যে তেওঁৰ ৰাজনৈতিক জীৱনৰ গতি বৰ মসৃণ নাছিল। ৰাজনীতিত মানুহে ভাল কাম কৰিলেও আনৰ সমালোচনা আৰু বিতৰ্কৰ সন্মুখীন হ'বলগা হয়। অৱশ্যে গণতান্ত্ৰিক গোষ্ঠী ৰাজনীতিত ই তেনেই স্বাভাৱিক। আমাৰ সমাজত শিক্ষক, বুদ্ধিজীৱীসকল সততে সক্ৰিয় ৰাজনীতিৰপৰা আঁতৰত থাকে বা বিভিন্ন কাৰণত থাকিবলগা হয়। কিবা কাৰণত ৰাজনীতিত নামিলেও মানুহ জাঁপ মাৰি উঠে; কিন্তু ই শুদ্ধ নহয়। এই সন্দৰ্ভত ৰাজনীতি বিজ্ঞানৰ ছাত্ৰ হিচাপে দুটামান তাত্বিক অৱস্থান পৰিষ্কাৰ কৰাৰ প্ৰয়োজনবোধ কৰিছোঁ। গণতান্ত্ৰিক ৰাজনীতিৰ অন্যতম পৃষ্ঠপোষক ৰুছোৱে কৈছিল যে, মানুহ মুক্ত হৈ জন্মে যদিও জীৱনৰ সকলো ক্ষেত্ৰতে বা পদে পদে তেওঁ শৃংখলাবদ্ধ। মানুহ সমাজত জন্মে; কিন্তু পালিত আৰু শিক্ষিত হয় সমাজৰ সংঘবদ্ধ ৰাজনৈতিক পৰিৱেশত। ৰাষ্ট্ৰই সৃষ্টি কৰা ৰাজনৈতিক পৰিমণ্ডলত আমি ৰাজনীতিৰ শিক্ষা আৰু সাংস্কৃতিক উপাদানবোৰ আহৰণ কৰোঁ আৰু এই প্ৰশিক্ষণে আমাৰ আচৰণ নিয়ন্ত্ৰণ কৰে। ৰাষ্ট্ৰীয় জীৱন, চৰকাৰী অনুশাসন আৰু আইনৰদ্বাৰা পৰিচালিত আমি বৈধিক নিয়ন্ত্ৰণৰ বাহিৰত কাম কৰিব নোৱাৰোঁ। সেয়েহে আমি শৃংখলযুক্ত। শৃংখলযুক্ত মানৱ জীৱনক সামাজিক প্ৰাণী বুলি কোৱা হয় যদিও একে সময়তে মানুহ ৰাজনৈতিক প্ৰাণী। মানুহ মাত্ৰেই এই চৰিত্ৰ সহজাত। গতিকে আমি মানুহবোৰ আচলতে ৰাজনৈতিক মানুহহে। কিয়নো সংঘবদ্ধ জীৱনৰ শ্ৰেষ্ঠতম অনুষ্ঠান ৰাষ্ট্ৰৰ প্ৰতিজন নাগৰিকৰেই এক ৰাজনৈতিক প্ৰজ্ঞা, পৰিচয়, প্ৰতিশ্ৰুতি, ভূমিকা আৰু সম্ভাৱনা আছে। এৰিষ্ট'টলৰ সুৰত ক'বলৈ হ'লে— ৰাজনীতি নকৰা বা ৰাজনীতিৰ লগত সম্পৰ্ক নথকা মানুহ হয় ভগৱান, নহয় ভূত-প্ৰেত নতুবা জীৱ-জন্তু হ'ব লাগিব; সি মানুহ হ'ব নোৱাৰে। গতিকে কোনো লোক ৰাজনীতিত নমা বা দলীয় সদস্যতা গ্ৰহণ কৰা বা ৰাজনৈতিক সংস্কৃতি গ্ৰহণ কৰা তেনেই স্বাভাৱিক বা প্ৰয়োজন অথবা ৰাজনীতিৰ বাহিৰত থকাটোহে অস্বাভাৱিক। কোনো লোক ৰাজনৈতিকভাৱে নিৰপেক্ষ, কোনোবা এ. জি. পি., কোনোবা কংগ্ৰেছ, কোনোবা বি. জে. পি., কোনোবা চি. পি. এম. ইত্যাদি দলীয় ৰাজনীতি গণতান্ত্ৰিক বহুগোষ্ঠিক সমাজৰ প্ৰতিফলন; তাত অস্বাভাৱিকতা নাই। গতিকে এক কথাত ৰাষ্ট্ৰীয় ৰাজনৈতিক জীৱনেই মানুহৰ মূল ৰাজনৈতিক পৰিচয়। এজন খেতিয়কৰপৰা ৰাষ্ট্ৰপ্ৰধানলৈ— সকলোৰেই জীৱনৰ ৰাজনৈতিক পৰিচয় আছে আৰু প্ৰত্যেকৰে ৰাজনৈতিক চিন্তা আৰু কামৰ গুৰুত্ব আছে। পাঠকসকলে জানে যে, ৰাজনীতি হ'ল আমাৰ সংঘবদ্ধ জীৱনত উদ্ভৱ হোৱা গোষ্ঠীসংঘাত নিৰাময়ৰ কৌশলহে। সেয়েহে মানুহ নিজস্ব ৰুচি অনুযায়ী যি কোনো ৰাজনৈতিক গোষ্ঠী বা গোট বা দলৰ অন্তৰ্ভুক্ত হ'ব পাৰে; তাত ভাল-বেয়াৰ প্ৰশ্নটো গৌণ, বৰং ই মানুহৰ গণতান্ত্ৰিক অংশগ্ৰহণ কাৰ্যতকৈ সুকীয়া। সকলো ৰাজনৈতিক ব্যক্তিৰ নেতৃত্বৰ গুণ বা দক্ষতা নাথাকে। থকাসকলৰ ভিতৰতো আকৌ সকলোৱেই সমানেই নেতৃত্বত (Leadership) সফলতা লাভ কৰিব নোৱাৰে। উল্লেখ্য যে, সচেতন লোকে এক নিৰ্দিষ্ট মতাদৰ্শ তথা দৃষ্টিকোণৰপৰাহে ৰাজনীতিৰ মূল্যায়ন কৰে। অৰ্থাৎ এক নিৰ্দিষ্ট ৰাজনৈতিক পৰিমণ্ডলৰপৰাহে আমাৰ ৰাজনৈতিক ভূমিকাক সমালোচনা কৰা হয়। গণতান্ত্ৰিক ৰাজনীতিৰ ই স্বাভাৱিক সত্য। ধৰ্মেশ্বৰ বড়াৰ লগতে সকলোৱেই এই পৰিস্থিতিৰ অন্তৰ্ভুক্ত। এগৰাকী ৰাজনৈতিক প্ৰাণী হিচাপে বড়াৰো নিজস্ব ৰাজনৈতিক ধ্যান-ধাৰণা আৰু পৰিচয় আছে।



তেওঁৰ এই পৰিচয় অসমৰ জাতীয়তাবাদী ৰাজনীতিৰ লগত সাঙোৰ খাই আছে। বড়া আঞ্চলিক ৰাজনৈতিক সংস্কৃতিৰ সৃষ্টি। আঞ্চলিক ৰাজনীতিৰ যোগেদিয়েই তেওঁ অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়াত অংশগ্ৰহণ কৰিছিল। অসমৰ সত্তৰৰ দশকৰ ভাষা আন্দোলন, খাদ্য আন্দোলন আৰু শেহত ঐতিহাসিক অসম আন্দোলত (১৯৭৯-১৯৮৫) তেওঁ সক্ৰিয়ভাৱে অংশগ্ৰহণ কৰিছিল। এসময়ত সদৌ অসম ছাত্ৰ সন্মিলন আৰু পাচত সদৌ অসম ছাত্ৰ সন্থাৰ লগত বৰ্তমানলৈ তেওঁ অতি ঘনিষ্ঠভাৱে জড়িত। অসম আন্দোলনত সক্ৰিয়ভাৱে জড়িত হৈ পৰা সূত্ৰেই অসম চুক্তি (১৯৮৫)ৰ পৰিণতি হিচাপে আত্মপ্ৰকাশ কৰা অসম গণ পৰিষদ দলৰ সদস্যপদ গ্ৰহণ কৰি দলীয় ৰাজনীতিত প্ৰৱেশ কৰে। গোলাঘাট (১৯৮৫) অভিৱৰ্তনৰ দিনৰপৰা ২০০১ চনলৈ সুদীৰ্ঘ ১৬ বছৰ কাল তেওঁ দলীয় ৰাজনীতিত আছিল। গোলাঘাট অভিৱৰ্তনত উপস্থিত থকা বড়াই দলৰ কেন্দ্ৰীয় কাৰ্যনিৰ্বাহকৰ সদস্যপদ লাভৰ সুযোগ পাইছিল যদিও শিক্ষক হোৱা সূত্ৰেই তেওঁ সেই পদ গ্ৰহণ নকৰিলে। অৱশ্যে পলাশবাৰী বিধান সভা সমষ্টিৰ অগপ দলৰ আঞ্চলিক শাখাৰ তেওঁ মুখ্য আহ্বায়ক আছিল। জন্মলগ্নৰেপৰা ১৯৯১ চনলৈ তেওঁ দলৰ আহ্বায়কৰূপে কাৰ্যনিৰ্বাহ কৰিছিল। গজেন কলিতাৰ মৃত্যুৰ পাচত ১৯৯১ চনত তেওঁ দলৰ উত্তৰ ছয়ানী আঞ্চলিক সমিতিৰ সভাপতিৰূপেও কাৰ্যনিৰ্বাহ কৰিছিল; কিন্তু অধ্যক্ষৰূপে কাৰ্যনিৰ্বাহ কৰাৰপৰা তেওঁৰ ৰাজনৈতিক কাৰ্যকলাপ বহু পৰিমাণে হ্ৰাস পাইছিল আৰু কাৰ্যতঃ ২০০১ চনৰপৰা তেওঁ সক্ৰিয় ৰাজনীতি ত্যাগ কৰে।

এগৰাকী দলীয় কৰ্মী, সংগঠক বা আঞ্চলিক পৰ্যায়ৰ নেতা হিচাপে বড়াৰ ভূমিকা নিঃসন্দেহে সবল আছিল। পলাশবাৰী বিধান সভা সমষ্টিত অগপ দলৰ এসময়ৰ সবল স্থিতি, জয়জয়কাৰ জনপ্ৰিয়তা, অগপ প্ৰাৰ্থী যতীন মালী ডাঙৰীয়াৰ বিজয়ৰ ক্ষেত্ৰত বড়াদেৱে নিঃসন্দেহে বলিষ্ঠ ভূমিকা পালন কৰিছিল। তেওঁ আছিল পলাশবাৰী সমষ্টিৰ অগপ দলৰ একপ্ৰকাৰ দিক্‌দৰ্শক আৰু এগৰাকী বলিষ্ঠ শীৰ্ষ পৰ্যায়ৰ নেতা; কিন্তু এসময়ত তেওঁৰ নেতৃত্বৰ চোক আৰু প্ৰখৰতা হ্ৰাস পাইছিল। বিশেষকৈ ১৯৯৭ চনত অধ্যক্ষৰূপে কাৰ্যভাৰ লোৱাৰ লগে লগে তেওঁৰ দলীয় ভূমিকা ম্লান কৰে। অৱশ্যে বিভিন্ন কাৰণত শীৰ্ষ নেতৃত্বৰ লগত তেওঁৰ কিছু ভুল বুজা-পৰা হৈছিল। আনকি বিভিন্ন কাৰণত তেওঁ হয়তো বিৰ্তকৰো সন্মুখীন হ'বলগা হৈছিল। অৱশ্যে এই কথাও ঠিক যে, বড়াৰ দিনত পলাশবাৰী সমষ্টিত অগপৰ স্থিতি সবল আছিল। দলৰ নেতা হিচাপে অতি নিৰপেক্ষভাৱে নিজৰ ভূমিকা পালন কৰিছিল বুলি তেওঁ মোক জনাইছে; কিন্তু আন কিছু উৎসৰপৰা জনামতে শেহৰফালে ৰাজনীতিত তেওঁ কিছু বিতৰ্কিত হৈ পৰে। তথাপি মই এই কথা জানো যে, তেওঁ যি কামত ধৰে তাক নিষ্ঠাৰে সম্পন্ন কৰে। তেওঁ যে অগপ দলৰ নিষ্ঠাবান, ত্যাগী, বিশ্বাসী আৰু অতি পৰিশ্ৰমী কৰ্মী আছিল, তাত কোনো সন্দেহ নাই; কিন্তু আমি পূৰ্বতেই ইংগিত দিছোঁ যে, কোনো লোকৰ ৰাজনৈতিক দলীয় জীৱন বিতৰ্কৰ উৰ্ধ্বত নহয়। ড° মনমোহন সিং, অমিতাভ বচ্চন, ড° ভূপেন হাজৰিকা আদি বৰেণ্য ব্যক্তিসকল সক্ৰিয় দলীয় ৰাজনীতিত প্ৰৱেশ কৰিও বিতৰ্কৰ সন্মুখীন হৈছে। বড়াৰ জীৱনতো তেনে হোৱাটো স্বাভাৱিক। তাৰ মাজতেই আঞ্চলিক ৰাজনীতি আৰু অসমীয়া গঠনমূলক জাতীয়তাবাদলৈ তেওঁৰ অৱদান নিশ্চয় স্মৰণীয়। ৰাজনীতিৰ পথাৰত দৌৰি দৌৰি হয়তো তেওঁ মাজে-সময়ে ভাগৰি পৰিছিল আৰু সন্মুখীন হ'বলগা হৈছিল জটিল ৰাজনৈতিক প্ৰত্যাহ্বানৰ। নিজৰ সমষ্টিতেই বিৰোধী ৰাজনীতিৰ হেঁচাত তেওঁ অৱৰ্ণনীয় মানসিক কষ্টও সহিবলগা হৈছিল। সময়ৰ আহ্বান নেওচা দিব নোৱাৰা বড়াই জাতীয়তাবাদী আদৰ্শৰ পোহৰত ৰাজনীতিৰ অ-আ, ক-খ শিকি অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়াত নিজকে স্থায়ীভাৱে বিলাই দিব খুজিছিল যদিও হয়তো বিভিন্ন কাৰণত, দলৰ ছত্ৰছায়াত তাৰ পূৰ্ণতাপ্ৰাপ্তি নহ'ল। অথচ অন্যান্য অৰাজনৈতিক মাধ্যমেদি তেওঁ সেই যাত্ৰাত এতিয়াও অটল। সুদীৰ্ঘ ১৬ বছৰ সক্ৰিয় ৰাজনীতিত অংশ লৈ তেওঁ বহু মূল্যৱান সময় ব্যয় কৰিছে। মোৰ ধাৰণা, সক্ৰিয় ৰাজনীতিৰ পৰিৱৰ্তে তেওঁ যদি এই সুদীৰ্ঘ সময় সাহিত্য কৰ্ম আৰু নাগৰিক সমাজখনৰ কামত ব্ৰতী হৈ ৰ'লহেঁতেন, তেওঁৰ বিদ্যায়তনিক প্ৰতিভাৰ দ্যুতি অধিক বিয়পি পৰিলহেঁতেন। ৰাজনীতিৰ লাভখিনিয়ে যে তেওঁৰ সামাজিক আৰু মনস্তাত্বিক লোকচান ভৰাইছে, তাত সন্দেহ নাই। সেয়া নোহোৱাহেঁতেন অসম মুলুকত তেওঁৰ নান্দনিক সৃষ্টিৰ প্ৰতিভা বহুলভাৱে স্বীকৃত হোৱাৰ থল আছিল। অৱশ্যে যুক্তিৰ খাতিৰত এই কথা ক'লেও সময়, পৰিস্থিতি আৰু সামাজিক বাধ্যবাধকতাই আন বহুতো শিক্ষক আৰু





বুদ্ধিজীৱীৰ দৰে বড়াকো সক্ৰিয় ৰাজনীতিত জড়িত কৰিছিল। বৰ্তমান ধৰ্মেশ্বৰ বড়া কোনো ৰাজনৈতিক দলৰ লগতেই সক্ৰিয়ভাৱে জড়িত নহয় যদিও প্ৰগতিশীল জাতীয়তাবাদী ধ্যান-ধাৰণাত তেওঁ অবিচল হৈ আছে আৰু পূৰ্বৰ সক্ৰিয় সহকৰ্মীসকলৰ লগতো তেওঁৰ সম্পৰ্ক মধুৰ হৈ আছে।

* * * * *

ধৰ্মেশ্বৰ বড়া অসমীয়া ভাষা-সাহিত্যৰ শিক্ষক হোৱাৰ উপৰিও এগৰাকী নিষ্ঠাৱান সাহিত্যকৰ্মী। কটন কলেজত পঢ়ি থকা দিনৰেপৰাই তেওঁ সাহিত্যচৰ্চা আৰম্ভ কৰে আৰু বৰ্তমানলৈ তেওঁৰ শতাধিক প্ৰবন্ধ, নিবন্ধ, সমালোচনা আৰু সমীক্ষা আদি বিভিন্ন আলোচনী আৰু স্মৰণিকাত প্ৰকাশ পাইছে। তেওঁৰ প্ৰকাশিত গ্ৰন্থৰ সংখ্যা দুখন আৰু এখন গ্ৰন্থ প্ৰকাশৰ পথত আছে। আজিৰ তাৰিখতো তেওঁ বিভিন্ন বিষয়ৰ ওপৰত চিন্তা-চৰ্চা, লেখা-মেলা অব্যাহত ৰাখিছে। প্ৰায় পঞ্চাশখনৰো অধিক আলোচনাচক্ৰতো তেওঁ ভাগ লৈছে। এইবোৰে নিঃসন্দেহে তেওঁক এগৰাকী সাহিত্যিক আৰু চিন্তাবিদৰ মৰ্যাদা প্ৰদান কৰিছে। এজন সাহিত্যকৰ্মী হিচাপে অৱশ্যে সাহিত্যচৰ্চাৰ আটাইবোৰ মাধ্যমত তেওঁৰ দখল নাই। তেওঁ কবি, গল্পকাৰ, ঔপন্যাসিক বা নাট্যকাৰ নহয়; কিন্তু এই আটাইবোৰ শিল্পকৰ্মৰ তেওঁ ভাল সমালোচক। মূলতঃ তেওঁ প্ৰবন্ধকাৰ, সমীক্ষক, নান্দনিক পৰ্যবেক্ষক আৰু জীৱনীকাৰ। দখিণ কোলীয় গ্ৰাম্য সমাজৰ ছবি বহু পৰিমাণে লোক-সাহিত্য, লোক-সংস্কৃতিৰ বহু গৱেষণামূলক নিবন্ধৰ মাধ্যমেদি প্ৰতিফলিত কৰিবলৈ তেওঁ যত্ন কৰিছে। লোক-সাহিত্যৰ বহু অনুদ্‌ঘাটিত গুৰুত্বপূৰ্ণ সমল আৰু কৃষ্টিৰ সঁফুৰা উদ্‌ঘাটন কৰি বিভিন্ন লেখাত তেওঁ পাঠকক উপহাৰ দিছে। সেইবোৰ পৰৱৰ্তী গৱেষণাৰ উৎস হিচাপেও ব্যৱহাৰৰ উপযোগী। সামগ্ৰিকভাৱে অসমৰ আৰ্থ-সামাজিক তথা ৰাজনৈতিক বাতাৱৰণ আৰু স্থিতিৰ প্ৰসংগত তেওঁৰ ভালেমান চিন্তাদ্দীপ্ত প্ৰবন্ধ বিভিন্ন আলোচনীত প্ৰকাশ হৈছে। অসমীয়া ভাষা-সাহিত্যৰ আঁতি-গুৰি আৰু পৰিৱৰ্তনৰ ধাৰা সম্পৰ্কীয় কেবাটাও গুৰুত্বপূৰ্ণ লেখাও প্ৰকাশ পাইছে। পাশ্চাত্য কবিতাৰ বিষয়বস্তু আৰু ভাষা প্ৰয়োগ সম্পৰ্কীয় সমীক্ষাও প্ৰকাশ পাইছে। নাট্যকাৰ নহ'লেও নাট্য-সাহিত্যৰ সাৰ্থক সমালোচক হিচাপে নিজকে প্ৰতিষ্ঠা কৰিছে। 'জ্যোতিপ্ৰসাদৰ শোণিতকুঁৱৰী' শীৰ্ষক বিশ্লেষণাত্মক প্ৰবন্ধটো তাৰ স্বাক্ষৰ। তেনেদৰে কবি নহ'লেও আধুনিক কবিতাৰ ধাৰা, গতি-প্ৰকৃতি সম্পৰ্কে কেবালানিও প্ৰবন্ধ প্ৰকাশ কৰিছে। আধুনিক চুটিগল্পৰ প্ৰকৃতি আৰু লক্ষণৰ বিষয়তো তেখেতে চিন্তাদ্দীপক প্ৰবন্ধ ৰচনা কৰিছে। বড়াৰ লেখনীৰ ভাষা, উপস্থাপন ৰীতি, বাক্য গাঁথনি আৰু অৰ্থ প্ৰকাশৰ ক্ষমতা অতি প্ৰখৰ, সৰল-সহজ, সাধাৰণ পাঠকৰ বোধগম্য আৰু মননশীল। সংবাদ সাহিত্য সম্পৰ্কীয় সমালোচনাৰ ক্ষেত্ৰতো তেখেতৰ অৰিহণা কম নহয়। অসম আন্দোলনৰ সময় আৰু তাৰ পাচৰ অসমৰ আৰ্থ-সামাজিক আৰু ৰাজনৈতিক পৰিস্থিতি আৰু ভৱিষ্যৎ সম্পৰ্কে কেবালানিও তথ্যসমৃদ্ধ লেখা তেখেতে পাঠক ৰাইজক উপহাৰ দিছে আৰু উক্ত লেখনীসমূহে তেওঁৰ সমাজ দায়বদ্ধতা আৰু ৰাজনৈতিক চেতনাৰ প্ৰতিফলন ঘটাইছে। শংকৰদেৱৰ ৰচনাত মধ্যযুগীয় অসমৰ সমাজখন কিদৰে প্ৰতিফলিত হৈছিল, এই বিষয়ে এক বস্তুনিষ্ঠ আলোচনা কেবাটাও নিবন্ধত প্ৰকাশ পাইছে। দক্ষিণ কামৰূপীয়া লোক-কলা, কৃষ্টি, সত্ৰানুষ্ঠান, জনজাতীয় সমাজৰ লোক-কলা, লোক-সাহিত্যৰ বিভিন্ন প্ৰাচীন সমল, লোক-কৃষ্টিৰ পৰিৱৰ্তনৰ ৰূপ, বৰ্তমান কালত সেইবোৰৰ প্ৰাসংগিকতা আৰু ব্যৱহাৰ আদিৰ বিষয়ত তেওঁৰ ভালেমান সমীক্ষা আৰু নিবন্ধ প্ৰকাশ পাইছে। ৰাসলীলাৰ আধ্যাত্মিক আৰু সামাজিক তাৎপৰ্য ফঁহিয়াই বিশ্লেষণ কৰিবলৈকো কেবালানিও নিবন্ধত প্ৰয়াস চলাইছে। দক্ষিণ কামৰূপৰ পলাশবাৰী অঞ্চলৰ সাহিত্য তথা সাংস্কৃতিক চৰ্চাৰ ৰূপৰেখা অংকনত বড়াদেৱক যথেষ্ট পৰিমাণে সফল হোৱা বুলি ক'ব পাৰি। নিজেই লিখাৰ বাহিৰেও উঠি অহা তৰুণ লেখককো লেখিবলৈ, গৱেষণাত ব্ৰতী হ'বলৈ উৎসাহ যোগোৱাটোহে ডাঙৰ কথা। বড়াদেৱে নিঃসন্দেহে একশ্ৰেণী নতুন লেখকৰ, সাহিত্যিকৰ সৃষ্টি কৰিছে। 'দখিণ কোল' আলোচনীখনৰ গাম্ভীৰ্যতা আৰু ইয়াৰ মেটমৰা সাহিত্য সম্ভাৰৰ মূল্য বঢ়োৱাত তেওঁৰ অৰিহণা কম নহয়। ভালেমান প্ৰবন্ধত পলাশবাৰী সাহিত্য সভাৰ কাৰ্যক্ৰমণিকা আৰু সমাজ উত্তৰণত ইয়াৰ ভূমিকাৰ নিৰ্মোহ মূল্যায়নো তেওঁ কৰিছে। হিন্দী উপন্যাস সাহিত্যৰ 'মুকুটবিহীন সম্ৰাট' মুন্সি প্ৰেমচান্দ আৰু হিন্দী কাব্যজগতৰ পুৰোধা সুৰদাসৰ সাহিত্য সম্ভাৰৰ মূল্যায়নৰ দৰে কঠিন কামো তেওঁ সম্পন্ন কৰিছে। বিভিন্ন বিশিষ্ট লেখক, সাহিত্যিক, কবি, সমালোচক, নাট্যকাৰ, শিল্পী, কৃষ্টিসাধক, সামাজিক আৰু



ৰাজনৈতিক কৰ্মীৰ জীৱনী আৰু জীৱন পৰিক্ৰমাৰ অনুকৰণীয় দিশবোৰৰ নিৰপেক্ষ মূল্যায়ন আৰু ৰূপাংকনৰ জৰিয়তে জীৱনী সাহিত্যলৈ তেওঁ গুৰুত্বপূৰ্ণ অৱদান আগবঢ়াইছে। অসমীয়া মানুহ, সমাজ, ৰাজনীতি আৰু জাতীয় জীৱনৰ ঐতিহাসিক উত্তৰণৰ দিশবোৰ ভালেমান প্ৰবন্ধত তেওঁ ফঁহিয়াই লিখিছে। আধুনিক কবিতা, গল্প আৰু নাটকৰ ভাষাৰীতি, অলংকাৰ, উপমা, প্ৰতীক, ধ্বনিৰ প্ৰকৃতি, লক্ষণ আৰু ব্যৱহাৰ, ব্যঞ্জনা আৰু বিষয়বস্তুৰ উপস্থাপ ৰীতিৰ ওপৰতো আলোকপাত কৰি সাৰ্থক সাহিত্য সমালোচনাৰ এটি স্বকীয় ধাৰা সৃষ্টিত তেওঁ বহু পৰিমাণে সফল হৈছে। বিশেষকৈ আধুনিক কবিতাৰ চিত্ৰায়নৰ গতি-প্ৰকৃতি, কবিতাত প্ৰতীকবাদী আন্দোলন আৰু আধুনিকতাবাদৰ আলোচনাত তেওঁক সফল বুলি ক'ব পাৰি। 'সাংস্কৃতিক সমন্বয় আৰু অসম' (৭ম সংখ্যা দখিণ কোল, ১৯৮৩) শীৰ্ষক সাৱলীল ভাষাত ৰচনা কৰা তেওঁৰ এটি মূল্যৱান কথিকা আকাশবাণী গুৱাহাটী কেন্দ্ৰই প্ৰচাৰ কৰিছে। অসমৰ বিহু সংস্কৃতিৰ পৰিৱৰ্তনৰ ৰূপ কেবাটাও নিবন্ধত অংকন কৰিছে। দক্ষিণ কামৰূপৰ মুখাশিল্প, সত্ৰানুষ্ঠানৰ ইতিহাস, কৃষ্টি সঁফুৰা, নামঘৰৰ সাংস্কৃতিক বিৱৰ্তন, যাত্ৰা নাট্যাভিনয়ৰ ঐতিহাসিক সমীক্ষা, স্থাপত্যকলা, ভাস্কৰ্য আৰু শৈলচিত্ৰ আদিৰ ঐতিহ্য আৰু গুৰুত্ব আদি সম্পৰ্কীয় বিষয়ৰ গৱেষণামূলক প্ৰবন্ধই নিঃসন্দেহে তেওঁক লোক-সংস্কৃতিৰ গৱেষক হিচাপে প্ৰতিষ্ঠা কৰিছে।

এনেধৰণৰ আন ভালেমান ৰচনাই বড়াদেৱক এজন অকল সাহিত্যিকৰ ৰূপতেই নহয়, এগৰাকী ইতিহাসবিদ আৰু সমাজবিজ্ঞানীৰ মৰ্যাদা প্ৰদান কৰিছে বুলি ক'লেও অত্যুক্তি কৰা বোধহয় নহ'ব। সমাজ দায়বদ্ধতা, মানৱীয় আন্তঃক্ৰিয়া, মূল্যবোধ, সামাজিক নৈতিকতা আৰু ইতিহাস চেতনা তেওঁৰ ৰচনাবোৰত স্পষ্ট ৰূপত প্ৰকাশ পাইছে। ইতিমধ্যে উল্লেখ কৰা হৈছে যে, তেওঁৰ লেখনীবোৰ শতাধিক সমসাময়িক স্মৃতিগ্ৰন্থ, আলোচনী আৰু স্মৰণিকাত প্ৰকাশ পাইছে। তদুপৰি পলাশবাৰী সাহিত্য সভাৰ সভাপতি আৰু সম্পাদকৰ দায়িত্ব বহন কৰি ইতিমধ্যে ছয়খনতকৈও অধিক মূল্যৱান ভাষণো প্ৰকাশ কৰি উলিয়াইছে। সেইবোৰৰ যথেষ্ট সাহিত্যমূল্য আছে। ইয়াৰ উপৰিও পলাশবাৰী সাহিত্য সভাৰ মুখপত্ৰ 'দখিণ কোল', দক্ষিণ কামৰূপ মহাবিদ্যালয়ৰ ৰূপালী জয়ন্তীৰ স্মৃতিগ্ৰন্থ, গুৱাহাটী বিশ্ববিদ্যালয় আন্তঃমহাবিদ্যালয় ফুটবল টুৰ্ণামেণ্টৰ স্মৃতিগ্ৰন্থ, শংকৰদেৱ সংঘৰ ৫৬ তম মিৰ্জা অধিবেশনৰ স্মৃতিগ্ৰন্থ 'প্ৰাচ্যজ্যোতি' আদিকে ধৰি ভালেমান মূল্যৱান স্মৃতিগ্ৰন্থ, আলোচনী আৰু পত্ৰিকাৰ সম্পাদকৰ দায়িত্বও তেওঁ বহন কৰিছে। সত্তৰৰ দশকৰপৰাই এনেদৰে নিৰৱচ্ছিন্নভাৱে সাহিত্যচৰ্চা আৰু সমাজসেৱাত মনোনিৱেশ কৰি ভাষা-সাহিত্য, লোক-সংস্কৃতি, সমাজ আৰু ইতিহাস সম্পৰ্কীয় বিভিন্ন তথ্যসমৃদ্ধ আৰু মননশীল প্ৰবন্ধৰ বাবে বড়াক নিঃসন্দেহে এগৰাকী লব্ধপ্ৰতিষ্ঠ নিবন্ধ সাহিত্যিকৰ মৰ্যাদা দিব পাৰি।

তেখেতৰ প্ৰকাশিত গ্ৰন্থৰ সংখ্যা দুখন; যেনে— 'সাহিত্যৰ কথা' (লয়াৰ্ছ বুক ষ্টল, পাণবজাৰ, গুৱাহাটী, ২০০১) আৰু 'জীৱনৰ চানেকি' (পলাশবাৰী সাহিত্য সভা, মিৰ্জা-২০০৩)। সহজ-সৰল ভাষাত সাধাৰণ পাঠক আৰু ছাত্ৰ-ছাত্ৰীসকলৰ বোধগম্য হোৱাকৈ তেখেতে এক ডজন বিভিন্ন দিশৰ প্ৰবন্ধ সামৰি 'সাহিত্যৰ কথা' গ্ৰন্থখন প্ৰকাশ কৰিছে। গ্ৰন্থখনে বড়াদেৱক এগৰাকী একনিষ্ঠ সমালোচনা সাহিত্যিকৰ মৰ্যাদা প্ৰদান কৰিছে। ছাত্ৰ জীৱন আৰু শিক্ষকতাৰ বিস্তৃত অভিজ্ঞতা আৰু মৌলিক চিন্তাৰ সাৰ্থক প্ৰতিফলন ঘটিছে 'সাহিত্যৰ কথা'ত। এই গ্ৰন্থখন ইতিমধ্যে বিদ্যাৰ্থী আৰু গ্ৰন্থপ্ৰেমী পাঠক সমাজৰদ্বাৰা বহুলভাৱে সমাদৃত হৈছে। গ্ৰন্থখন মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীৰ বাবে পাঠ্যক্ৰমৰ গ্ৰন্থ তালিকাত অন্তৰ্ভুক্ত কৰিব পাৰি।

দ্বিতীয়খন গ্ৰন্থ 'জীৱনৰ চানেকি'ত ঐতিহ্যমণ্ডিত বৃহত্তৰ দক্ষিণ কামৰূপ অঞ্চলৰ দহগৰাকী অখ্যাত শিল্পী, লোক-কৃষ্টিৰ সাধকৰ জীৱনালেখ্য আৰু আন ছয়গৰাকী অসমৰ প্ৰখ্যাত শিল্পী-সাহিত্যিকৰ জীৱন আৰু কৃতিৰ ওপৰত সফলতাৰে আলোকপাত কৰিছে। 'দখিণ কোল'ত প্ৰকাশ পোৱা এই অঞ্চলৰ নিৰ্বাচিত শিল্পী-সাহিত্যিক আৰু শিক্ষাবিদৰ জীৱনীমূলক প্ৰবন্ধবোৰক এক সংকলন হিচাপে এই গ্ৰন্থখনত সন্নিৱিষ্ট কৰা হৈছে। ইতিমধ্যে আন লেখকে আলোচনা নকৰা শিক্ষাবিদ, কবি, সাহিত্যিক, যশস্বী শিল্পী, সংগীত সাধকসকলৰ তথ্যভিত্তিক আলোচনা এই গ্ৰন্থত দাঙি ধৰা হৈছে। ক্ষেত্ৰ অধ্যয়নেৰে সংগৃহীত তথ্যৰ ভিত্তিত উক্ত বৰেণ্য ব্যক্তিসকলৰ প্ৰতিভাৰ চানেকী নতুন পুৰুষৰ আগত দাঙি ধৰিবলৈ চলোৱা এয়া দক্ষিণ কামৰূপ অঞ্চলৰ এক বিৰল প্ৰচেষ্টা।

ইয়াৰ উপৰিও অসমীয়া জাতীয় জীৱন আৰু





আদৰ্শৰ জীৱন্ত প্ৰতীক আৰু হিন্দী কাব্য সাহিত্যৰ প্ৰাণস্বৰূপ সুৰদাস, হিন্দী সাহিত্যৰ পুৰোধা সাধক তুলসীদাস, হিন্দী উপন্যাস সাহিত্যৰ সম্ৰাটস্বৰূপ মুন্সি প্ৰেমচান্দৰ বিষয়ে চাৰিটা জীৱন আৰু সাহিত্যকৰ্মৰ শ্ৰেষ্ঠ নিবন্ধও এই গ্ৰন্থত সন্নিৱিষ্ট কৰা হৈছে। এগৰাকী ভাষা-সাহিত্যৰ গৱেষকে 'জীৱনৰ চানেকি' সম্পৰ্কে এনেবোৰ মন্তব্য দিছে এনেদৰে— 'জীৱনৰ চানেকিৰ প্ৰতিটো লেখাতে শব্দ প্ৰয়োগৰ পৰিমিতবোধ, ভাষাৰ সাৱলীলতা আৰু তথ্যৰ যথাযথ প্ৰয়োগ লক্ষণীয়। দক্ষিণ কামৰূপৰ সাংস্কৃতিক ইতিহাস ৰচোঁতাই আলোচিত পুথিখনিত ভালেখিনি সমল বিচাৰি পাব। প্ৰতিজন শিল্পীৰে আলোকচিত্ৰ সংযোজন পুথিখনিৰ আন এটা বৈশিষ্ট্য। গ্ৰন্থৰ শেষত সন্নিৱিষ্ট আন ২২ খনি আলোকচিত্ৰই শিল্পীসকলৰ প্ৰতিভাক বুজাত সহায় কৰিব বুলি আশা কৰিব পাৰি।' (নাৰায়ণ দাস, আগকথা, জীৱনৰ চানেকি, ২০০৩)।

* * * * *

এগৰাকী বিশিষ্ট লোকৰ প্ৰতিভা, সৃষ্টিকৰ্ম তথা বৰ্ণময় জীৱনৰ বিভিন্ন দিশৰ আলোকপাত কম সময় আৰু পৰিসৰত কৰাটো সম্ভৱপৰ নহয়। সাধাৰণভাৱে এই লেখাত ধৰ্মেশ্বৰ বড়াৰ দৰে এগৰাকী বহুমুখী ব্যক্তিত্বৰ লোকৰ জীৱন আৰু কৃতিৰ চমু মূল্যায়ন কৰিবলৈ আমি যত্ন কৰিছোঁ। এই লেখাত ভুল-ত্ৰুটি বহুতো ৰৈ যাব পাৰে, নতুবা পাঠক সমাজ বড়াদেৱ সম্পৰ্কে আমাৰ ধাৰণা আৰু মূল্যায়নৰ লগত একমত নহ'বও পাৰে। মোৰ সীমিত জ্ঞানেৰে অনুভৱবোৰ মাথোঁ ব্যক্ত কৰিছোঁ। আমাৰ আলোচনাত দেখা গৈছে যে, বড়া নিঃসন্দেহে এগৰাকী বহুমুখী প্ৰতিভা আৰু স্থিৰ ব্যক্তিত্বৰ লোক। তেখেত একেধাৰে সুবক্তা, কৃতি শিক্ষক, প্ৰশাসক, সমাজকৰ্মী, লেখক, সমালোচক, সংগঠক আৰু নিবন্ধকাৰ। দক্ষিণ কামৰূপ অঞ্চলৰ প্ৰায় আটাইবোৰ সামাজিক তথা ৰাজনৈতিক অনুষ্ঠান, সাংস্কৃতিক কেন্দ্ৰ, সাহিত্যানুষ্ঠান আৰু সংস্থাৰ লগত তেওঁ প্ৰত্যক্ষ বা পৰোক্ষভাৱে জড়িত। অকল কলমেৰেই নহয়, হাতে-কামেও এই বৃহত্তৰ অঞ্চললৈ তেওঁ আগবঢ়োৱা অৱদান লেখত ল'বলগীয়া। তেওঁৰ সৃষ্টি সম্ভাৰত লোক-সংস্কৃতিৰ গৱেষক, সমাজবিজ্ঞানী আৰু ঐতিহাসিকৰ ছবিও প্ৰতিফলিত হৈছে। অসমৰ এটা নিৰ্দিষ্ট অঞ্চলৰ সমাজ জীৱনক সাহিত্যকৰ্মৰ যোগেদি প্ৰতিফলিত কৰাৰ উপৰিও সামগ্ৰিকভাৱে অসমৰ সমাজ, ৰাজনীতি আৰু জাতীয় জীৱনৰ ওপৰতো তেওঁ ৰেখাপাত কৰিছে। তেওঁৰ কাম আৰু চিন্তাই নিশ্চয় অসমৰ জাতিগঠন প্ৰক্ৰিয়াত কিছু পৰিমাণে হ'লেও অৰিহণা যোগাইছে আৰু যোগাব। দক্ষিণ কামৰূপৰ স্থানীয় প্ৰেক্ষাপট তেওঁৰ সাহিত্যকৰ্ম আৰু সমাজসেৱাৰ কেন্দ্ৰস্থল হ'লেও তেওঁৰ বহুবোৰ সৃষ্টিয়ে স্থানীয়, আঞ্চলিক আৰু জাতীয় (National) পৰিসৰ অতিক্ৰম কৰি বিশ্বায়নতো প্ৰাসংগিকতা লাভ কৰিছে। গতিকে তেওঁৰ বৰ্ণময় জীৱনৰপৰা আনে আহৰণ কৰিবলগা ভালেখিনি আছে। মানুহ কেতিয়াও স্বয়ংসম্পূৰ্ণ নহয়; দোষ-গুণ মানুহৰ সহচৰ। এই কথা ঠিক যে, নাতিদীৰ্ঘ জীৱন পৰিক্ৰমাত মানুহে সম্পন্ন কৰা প্ৰতিটো কাম আৰু চিন্তাত থাকে গতিশীল, সৃজনীমূলক আৰু অনুকৰণীয় সু-সাংস্কৃতিক উপাদান। সেইবোৰ ফঁহিয়াই আহৰণ কৰাটোহে আমাৰ কৰ্তব্য। সমাজ উত্তৰণত প্ৰতিজন ব্যক্তিৰ মৌলিক চিন্তা-চৰ্চা আৰু কামে নিশ্চয় অৰিহণা যোগায়। সেই দৃষ্টিকোণেৰে (Perspective) আমি বিশিষ্ট লেখক ধৰ্মেশ্বৰ বড়াৰ জীৱন আৰু কৃতিত আলোকপাত কৰিছোঁ। তেওঁৰ সৃষ্টি আৰু কৰ্মই নতুন পুৰুষক নিশ্চয় উপকৃত কৰিব। লেখাটোত তথ্য-পাতিৰ বিকৃতি বা ত্ৰুটি ৰৈ যাব পাৰে। সহৃদয় পাঠক সমাজে উনুকিয়াই দিলে কৃতাৰ্থ হ'ম। বড়াদেৱৰ সু-স্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰি আৰু অধিক সৃষ্টিশীল লেখা আৰু সামাজিক সক্ৰিয়তা আশা কৰি সামৰিছোঁ। ■

<u>প্ৰাসংগিক টোকা</u> ঃ

এই নিবন্ধটি যুগুত কৰোঁতে ধৰ্মেশ্বৰ বড়াদেৱৰ দুয়োখন গ্ৰন্থ ক্ৰমে— (ক) সাহিত্যৰ কথা, লয়াৰ্ছ বুক ষ্টল, গুৱাহাটী, ২০০১, (খ) জীৱনৰ চানেকি, পলাশবাৰী সাহিত্য সভা, মিৰ্জা, ২০০৩ ৰ সহায় লোৱাৰ উপৰিও তেওঁৰ প্ৰকাশিত বিভিন্ন প্ৰবন্ধ আৰু ৰচনাৰাজি, বিভিন্ন স্মৃতিগ্ৰন্থ আমি জুকিয়াই চাইছোঁ। ইয়াৰ উপৰিও তেওঁ মোক প্ৰদান কৰা প্ৰকাশিত প্ৰবন্ধ-পাতিৰ তালিকা আদিতো চকু ফুৰাইছোঁ। তেওঁ জড়িত থকা দুই-এক অনুষ্ঠান আৰু তেওঁৰ সম্পৰ্কে দুই-এক বিশিষ্ট ব্যক্তিৰ অভিমতকো গুৰুত্ব দিয়া হৈছে আৰু শেহত ধৰ্মেশ্বৰ বড়াদেৱৰ ব্যক্তিগত সাক্ষাৎকাৰো লোৱা হৈছে।



# ড° নাৰায়ণ দাস ঃ জীৱন, কৃতি আৰু কৃতিত্ব

## (জন্ম ঃ ১৯৪৮ চন)

ড° গোবিন্দ দাস

ড°নাৰায়ণ দাসৰ সমীক্ষা বা আলোচনাত্মক সাহিত্য সৃষ্টি-বিষয়ক চৰ্চা আৰম্ভণ কৰাৰ প্ৰাক্‌ক্ষণত অসমীয়া সাহিত্যত ইবিধ সাহিত্য চৰ্চাৰ ইতিহাসৰ এক নখ-দৰ্পণসূচক ৰূপৰেখা অংকন কৰিব পৰা যায়। আধুনিক অসমীয়া সাহিত্যৰ ইতিহাসত আলোচনাত্মক সাহিত্যৰ প্ৰকৃত আৰু গতিশীল আৰম্ভণ জোনাকী যুগৰপৰা নিৰৱচ্ছিন্নভাৱে তথা বিস্তৃতাৰে প্ৰকাশ পাবলৈ ধৰে। আজিৰ তাৰিখত সাহিত্য সমালোচনাই এখন বৈভৱময়, মননশীল, বিদ্যায়তনিক গহীন মান লাভ কৰিছে। এই সাহিত্য আলোচকসকলৰ মাজৰপৰা বিগত প্ৰায় শতাধিক বছৰজুৰি গভীৰ আত্মীয়তাৰে মাত্ৰ কেইগৰাকীমান পণ্ডিতেহে সাহিত্য সমালোচনাৰ উপৰিও প্ৰত্নতত্ত্ব, পুৰাতত্ত্ব চিত্ৰশিল্প, ধৰ্ম আদি বিভিন্ন বিষয়ক নিৰলস সাধনা আৰু চৰ্চা আগবঢ়াই আহিছে। এইক্ষেত্ৰত পোনতে নাম ল'ব লাগিব ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামীৰ। এওঁলোক দুজনাৰ পিছতে নাম ল'ব লাগিব কনকলাল বৰুৱা, ড° বাণীকান্ত কাকতি, সৰ্বেশ্বৰ কটকী, বেণুধৰ শৰ্মা, তীৰ্থনাথ শৰ্মা, বিৰিঞ্চি কুমাৰ বৰুৱা, জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণু ৰাভাকে প্ৰমুখ্য কৰি কেবাগৰাকীও পণ্ডিত ব্যক্তিৰ। অসমৰ প্ৰাচীন বুৰঞ্জীৰ সমীক্ষাৰ ক্ষেত্ৰত হিতেশ্বৰ বৰবৰুৱা আৰু ড° সূৰ্যকুমাৰ ভূঞা প্ৰাতঃস্মৰণীয় গৱেষক পণ্ডিত। ড° মহেশ্বৰ নেওগ আৰু ড° সত্যেন্দ্ৰনাথ শৰ্মা এই বহুমুখী চৰ্চাৰ আৰু গৱেষণাৰ ক্ষেত্ৰত মধ্যাহ্ন সূৰ্যসম আলোচক পণ্ডিত। এই পণ্ডিতসকলৰ পিছত যোৱা প্ৰায় তিনিৰো অধিক দশকজুৰি অবিচ্ছিন্ন গতিৰে সাধনা আৰু গৱেষণাত সংপৃক্ত পণ্ডিতগৰাকী হ'ল— ড° নাৰায়ণ দাস।

**শিক্ষা জীৱন ঃ** ড° নাৰায়ণ দাৰ পিতৃ-মাতৃৰ নাম যথাক্ৰমে স্বৰ্গীয় কৃষ্ণৰাম দাস আৰু স্বৰ্গীয়া জানকী দাস। তেওঁ গুৱাহাটী বিমানঘাটিৰ গাতে লাগি থকা চুবুৰী ডেকাপাৰাত ১৯৪৮ চনৰ ফেব্ৰুৱাৰী মাহৰ ২৯ তাৰিখে জন্মগ্ৰহণ কৰে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনত ন-প্ৰতিষ্ঠিত আজাৰা ৰাজধৰ বড়া উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰপৰা ১৯৬২ চনত প্ৰৱেশিকা পৰীক্ষা দি প্ৰথম বিভাগত উত্তীৰ্ণ হয় আৰু কটন মহাবিদ্যালয়ৰপৰা কলা শাখাত প্ৰাক্ বিশ্ববিদ্যালয় পৰীক্ষা দি ১৯৬৩ চনত সুখ্যাতিৰে উত্তীৰ্ণ হয়। সেই একেখন মহাবিদ্যালয়ৰপৰা ১৯৬৬ চনত অসমীয়া বিষয়ত সন্মানসহ স্নাতক ডিগ্ৰী লাভ কৰে। ১৯৬৮ চনত ড° দাসে গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা অসমীয়া বিষয়ৰ ভাষা শাখাত স্নাতকোত্তৰ উপাধি পোৱাৰ ঠিক দুবছৰ পিছতে ১৯৭০ চনত অসমীয়া বিষয়ৰ সাহিত্য শাখাতো স্নাতকোত্তৰ উপাধি লাভ কৰে। সেই সময়ত তেওঁ কামপুৰ মহাবিদ্যালয়ত প্ৰবক্তা হিচাপেও নিষ্ঠাৰে অধ্যাপনা কাৰ্য সম্পাদনা কৰি আছিল। গুৱাহাটী বিশ্ববিদ্যালয়ত আধুনিক ভাৰতীয় ভাষা বিভাগৰপৰা ১৯৮৪ চনত তেওঁ শোধগ্ৰন্থ 'অসমীয়া ব্ৰজাৱলী ভাষা'ৰ বাবে এম. ফিল ডিগ্ৰী লাভ কৰাৰ পিছত সেই একেখন বিশ্ববিদ্যালয়ৰ একে বিভাগৰপৰা ১৯৯৩ চনত 'ব্ৰজবুলি ঃ এক সমীক্ষাত্মক অধ্যয়ন' নামৰ গৱেষণা গ্ৰন্থৰ বাবে পি, এইচ, ডি, ডিগ্ৰী লাভ কৰে। গভীৰ জ্ঞানস্পৃহা আৰু গৱেষণাস্পৃহাই তেওঁৰ অধ্যৱসায়ী অধ্যয়নস্পৃহাক আজিও নিয়মীয়াকৈ অটুট ৰাখিছে যদিও তেওঁ আনুষ্ঠানিক শিক্ষাগ্ৰহণ অধ্যায়ৰ সফলতাৰে বৰ্ণময়ভাৱে ইয়াতে সামৰণি পৰে।

**কৰ্মজীৱন ঃ** শিক্ষা জীৱনৰ মাজতেই তেওঁৰ কৰ্ম জীৱন আৰম্ভ হয়। ওপৰত উল্লেখ কৰা হৈছে যে, তেওঁ ১৯৬৮ চনত কামপুৰ মহাবিদ্যালয়ত অসমীয়া বিষয়ৰ প্ৰবক্তা হিচাপে যোগদান কৰে। ইয়াৰ পিছত তেওঁ ১৯৭০ চনত দৰং মহাবিদ্যালয়ত নিযুক্তি লাভ কৰি ১৯৮১ চনলৈকে তাত অধ্যাপনা কৰি ১৯৮১ চনত গুৱাহাটীৰ প্ৰাগজ্যোতিষ মহাবিদ্যালয়ত প্ৰবক্তা হিচাপে যোগদান কৰি ২০০০ চনলৈকে





প্ৰায় একুৰি বাৰ বছৰকাল অধ্যাপনা কাৰ্যত নিয়োজিত হৈ থাকে। ইমানতে ড° দাসে প্ৰবক্তা জীৱনৰ সামৰণি মাৰি ২০০০ চনৰপৰা ২০০৭ চনলৈকে দক্ষিণ কামৰূপ ছোৱালী মহাবিদ্যালয়ৰ অধ্যক্ষৰ আসন শুৱনি কৰি অৱসৰ লাভ কৰে। ২০০৭ ৰপৰা বৰ্তমানলৈকে প্ৰাগজ্যোতিষ মহাবিদ্যালয়ৰ স্নাতকোত্তৰ বিভাগৰ (অসমীয়া) অতিথি অধ্যাপক হিচাপে সেৱা আগবঢ়োৱাৰ লগতে একাডেমিক ষ্টাফ কলেজে সময়ে সময়ে আয়োজন কৰা অসমীয়া বিভাগৰ পৰিশীলন পাঠ্যক্ৰমৰ সমল ব্যক্তি হিচাপে বিদ্যায়তনিক দায়িত্ব ১৯৯৮ চনৰপৰা বৰ্তমানলৈ পালন কৰি আহিছে। এইখিনিতে উল্লেখ কৰিব পৰা যায় যে, ২০০৭ চনৰপৰা প্ৰকল্প বিষয়া হিচাপে গুৱাহাটীৰ বিশ্বকৃপা জুৱেল সাধনা ন্যাসৰ 'ব্ৰজাৱলী অভিধান আৰু ব্ৰজাৱলী ব্যাকৰণ' প্ৰণয়ন প্ৰকল্পৰ গধুৰ দায়িত্ব পালন কৰি আছে।

ড° দাস ডাঙৰীয়াই পাঠ্যপুথি প্ৰস্তুত, সংকলন তথা সম্পাদনাৰ ক্ষেত্ৰত অসমীয়া বিষয়ত অসম উচ্চতৰ মাধ্যমিক শিক্ষা সংসদ, গুৱাহাটী বিশ্ববিদ্যালয় স্নাতক আৰু স্নাতকোত্তৰ পাঠ্যক্ৰম প্ৰস্তুতি সমিতি, ৰাষ্ট্ৰীয় মুক্ত বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰণয়ন সমিতিত একাধিক কাৰ্যকালৰ বাবে বৌদ্ধিক মনন আৰু চৰ্চাত জড়িত হৈ থাকে। তেওঁৰেই উদ্যোগত তথা প্ৰতিষ্ঠাপক সম্পাদকৰ দায়িত্বত ১৯৭৭ চনত তেজপুৰ সাহিত্য চ'ৰাই জন্মলাভ কৰে। এনেবোৰ একাডেমিক চৰ্চাই শিক্ষাৰ আন্তঃগাঁথনিক দিশটোৰ প্ৰতি থকা তেওঁৰ আস্থা, কৰ্তব্যবোধ আৰু মননশীলতাৰ আনুষ্ঠানিক স্বীকৃতিৰ সাক্ষ্য নিৰ্ভুল ৰূপত বহন কৰে। ড° দাসৰ বৌদ্ধিক চৰ্চাৰ ই এটা দিশ। এই বৌদ্ধিক দিশটোৰ উপৰিও তেওঁৰ গভীৰ অধ্যয়ন, মননৰ আন এক বহুমুখী উজ্বল দিশ আছে; সেই বিষয়ত তলত চমুৱাই আলোচনাৰ প্ৰয়াস কৰা হ'ল।

**ভাষা-সাহিত্যৰ বিশাল চৰ্চাক্ষেত্ৰ ঃ** অসমীয়া জাতীয় জীৱনৰ ভাষা-সাহিত্য-সংস্কৃতিৰ ব্যাপক ক্ষেত্ৰখনত ড° দাসে গভীৰ অধ্যয়নশীলতাৰে কৰা পাণ্ডিত্যপূৰ্ণ বিচৰণৰ প্ৰমাণ তেওঁ ৰচনা আৰু সম্পাদনা কৰা গ্ৰন্থ আৰু কোষগ্ৰন্থসমূহৰ বিশালত্বই স্পষ্ট আৰু নিকা ৰূপত দাঙি ধৰে।

**(ক) বিশ্বলিপিৰ ভূমিকা (১৯৭৩) ঃ** মাত্ৰ একুৰি পাঁচ বছৰ বয়সত লিপিৰ দৰে কঠিন তত্ত্বমূলক বিষয়ত গ্ৰন্থ ৰচনা কৰি ড° দাসে তেওঁৰ গভীৰ মননশীলতাৰ পৰিচয় দাঙি ধৰিছিল। প্ৰকৃততে লিপিৰ বিষয়ত অসমীয়া সাহিত্যত এইখনেই প্ৰথম গ্ৰন্থ; যদিও সৰ্বেশ্বৰ কটকীৰ লিপিৰ বিষয়ত, ড° মহেশ্বৰ নেওগৰ মতে পুস্তিকাখন, ১৯৩৬ চনতে প্ৰকাশ পাইছিল। ড° উপেন্দ্ৰনাথ গোস্বামীদেৱৰ 'অসমীয়া লিপি' নামৰ গ্ৰন্থখন ১৯৮৭ চনত প্ৰকাশ পায়। লিপি বিষয়ত এই তিনিখনে অসমীয়া সাহিত্যত বৰ্তমানলৈ প্ৰকাশিত গ্ৰন্থ। উল্লেখযোগ্য যে, ড° দাসৰ প্ৰায় আশী পৃষ্ঠামানৰ গ্ৰন্থখন ১৯৮৯ প্ৰায় তিনি শতাধিক পৃষ্ঠা সামৰি দ্বিতীয় পৰিৱৰ্ধিত সংস্কৰণ প্ৰকাশিত হয়। এই তত্ত্বসমৃদ্ধ গ্ৰন্থখনৰ বিশেষ আলোচনালৈ নগৈ পণ্ডিতসকলৰ কেইটামান মন্তব্য দাঙি ধৰিলেই গ্ৰন্থখনৰ স্ৰষ্টাৰ মৌলিক শ্ৰম আৰু অধ্যয়নৰ পৰিচয় পোৱা যাব। আগকথাত ড° মহেশ্বৰ নেওগে লিখিছে— 'বিশ্বলিপিৰ ভূমিকা' নাম দি এই সৰু পুথিখনি লিখি ছপাই উলিয়াই অসমীয়া ভাষাৰ ছাত্ৰসকলৰ এটি মহৎ প্ৰয়োজন সাধন কৰিলে।' ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ মতে— 'এনে এখন কিতাপ আমাৰ ভাষাত বিশেষ প্ৰয়োজন আছিল।' অসমবাণীৰ মন্তব্য— 'শ্ৰীদাসৰ আলোচনাই যে এটি অত্যাৱশ্যকীয় বিষয়ৰ বাট আমাৰ চৰ্চাৰ ক্ষেত্ৰত মুকলি কৰি দিবলৈ ওলাইছে সেই বিষয়ে সন্দেহ নাই।' ড° সুনীতি কুমাৰ চেটাৰ্জীৰ দৰে মহাপণ্ডিতেও এই গ্ৰন্থৰ বিষয়ত এইদৰে মন্তব্য দিছে— 'The book on the development of the writing among different peoples and different countries will be a useful work for does who are begining a study of the subject.' ড° চেটাৰ্জীৰ দৰে পণ্ডিতে কি মন্তব্য দিছে সেইটো ডাঙৰ কথা নহয়; কিন্তু তেওঁ এটি মন্তব্য দিয়াটোৱেই গ্ৰন্থখনৰ ৰত্নসদৃশ সম্পদ।

**(খ) শোণিতপুৰীয়া সংস্কৃতিৰ ৰূপৰেখা (১৯৭৭) ঃ** লিপিৰ দৰে কঠিন তত্ত্বমূলক বিষয়ৰ চৰ্চাৰ পিছতে সংস্কৃতিৰ ক্ষেত্ৰলৈ এক সূক্ষ্ম গৱেষকৰ অনুসন্ধিৎসু মন লৈ এই গ্ৰন্থ ৰচনা কৰে। আকৌ কেইটিমান মন্তব্যই গ্ৰন্থখনৰ তথ্য আৰু তত্ত্বগধুৰ গৰিমা নিকাকৈ প্ৰকাশ কৰে। প্ৰাচ্যতত্ত্ববিদ ড° মুকুন্দমাধৱ শৰ্মাই গ্ৰন্থখন এইদৰে বখানিছে— 'সঁচাকৈয়ে বৰ তত্ত্বগধুৰ আৰু বহুমূলীয়া হৈছে।' অসম সাহিত্য সভা পত্ৰিকাৰ সমালোচনা— 'ঐতিহাসিক তথ্যৰ ওপৰত নিৰ্ভৰ কৰি বহু যত্নেৰে পৰাখিনি সমল সংগ্ৰহেৰে এইখন ৰচনা কৰি এক ডাঙৰ কাম কৰিছে।' ড° সুনীতি কুমাৰ চেটাৰ্জীয়ে এই গ্ৰন্থৰ বিষয়তো এইদৰে মন্তব্য দিছে— 'The book is full of interesting and valuable information about the



early history of Assam with noteworthy illustrations and will be very useful.'

**(গ) ঊনবিংশ শতাব্দীত তেজপুৰ অঞ্চল ঃ** ড° দাসৰ দ্বিতীয়খন সংস্কৃতি বিষয়ক গ্ৰন্থখনৰ এবছৰ পিছতেই ১৯৭৮ চনত এই ঐতিহাসিক আৰু সামাজিক তথ্যমূলক গ্ৰন্থ প্ৰকাশিত হয়।

**(ঘ) পাঠ সমীক্ষাৰ ভূমিকা ঃ** এই চতুৰ্থখন গ্ৰন্থ তৃতীয় গ্ৰন্থখন প্ৰকাশ হোৱা একেটা চনতে, ১৯৭৮ চনত প্ৰকাশিত হয়। এইবাৰ ড° দাসে পূৰাকালীন তত্ত্বানুসন্ধান কৰা মূৰটো দাঙি আধুনিক দৃষ্টিভংগীসমৃদ্ধ প্ৰাচীন গ্ৰন্থৰ শুদ্ধ পাঠোদ্ধাৰৰ বিজ্ঞানসন্মত প্ৰণালী বিষয়ক গ্ৰন্থ প্ৰণয়ন কৰে। ১৯৭৪-৭৫ চনত উচ্চ শিক্ষাৰ শ্ৰেণীত ড° মহেশ্বৰ নেওগদেৱে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ সাহিত্য শাখাত পোনপ্ৰথমবাৰৰ বাবে এই কঠিন চৰ্চা পাঠ্যক্ৰমত সন্নিৱিষ্ট কৰি পাঠাৰম্ভ কৰে। অসমীয়া আলোচনা সাহিত্যত পাঠ সমীক্ষা বিষয়ক এইখন প্ৰথম গ্ৰন্থ। এই বিষয়ক ১৯৮১ চনত ড° ৰামচৰণ ঠাকুৰীয়াৰ গ্ৰন্থ প্ৰকাশ হয়। ড° নেওগেও এই বিষয়ত গ্ৰন্থ প্ৰণয়ন কৰে। ড° মালিনী গোস্বামীয়ে বোধহয় এই বিষয়ৰ অসমীয়া সাহিত্যৰ চতুৰ্থখন গ্ৰন্থ ৰচনা কৰে।

**(ঙ) পুৰণি অসমৰ চিত্ৰকলা (১৯৭৯) ঃ** অসমীয়া সমাজত চিত্ৰকলা চৰ্চাৰ ইতিহাস শ শ বছৰ পুৰণি। এই কলাতত্ত্বৰ আলোচনা আধুনিক কালতো অসমীয়া সাহিত্যত যোজনৰ দীঘলীয়া বাটত ক'ৰবাত ক'ৰবাত একোগৰাকী, একোগৰাকীৰ মাথোন পদাৰ্পণ। এনে এক কঠিন তত্ত্ব আলোচনাতো ড° দাসে গভীৰ অধ্যয়নপুষ্ট মন আৰু সাহসেৰে গ্ৰন্থ ৰচনা কৰিছে। গ্ৰন্থখনৰ বিষয়ত নমস্য যুগল দাসে এইদৰে কৈছে— অধ্যাপক শ্ৰীনাৰায়ণ দাসৰ 'পুৰণি অসমীয়া চিত্ৰকলা'খন পঢ়িবলৈ পাই নিজকে ধন্য মানিছোঁ। শ্ৰীদাসদেৱে অত্যন্ত পৰিশ্ৰম সহকাৰে পুৰণি অসমৰ চিত্ৰকলাৰ পম খেদি ফুৰিছিল বুলি ধাৰণা হয়। দাসদেৱৰ পৰিশ্ৰম সাৰ্থক হৈছে।... আমাৰ বোধেৰে এই পুথিখন গৱেষণাৰ বাবে এক অমূল্য সম্পদ হৈ পৰিব।' ড° নেওগ লেখিছে— 'চিত্ৰকলাৰ বিষয়ে আলোচনা কৰা লোক আমাৰ তেনেই কম এনে থলত তুমি এইফালে আগবঢ়াতো বিশেষ ভাল হৈছে। বেনাৰস হিন্দু বিশ্ববিদ্যালয়ৰ পণ্ডিত ড° ৰঞ্জনানন্দ দাশগুপ্তই এই গ্ৰন্থৰ বিষয়ত এইদৰে মন্তব্য আগবঢ়াইছে— 'I would suggest you bring out and English edition of your book with better and larger photographs an a few in colour if possible. An English edition will give your work more publicity and you will have greater recognition.'

**(চ) শংকৰী সাহিত্যৰ ভূমিকা (১৯৭৯) ঃ** শংকৰদেৱৰ বিষয়ত বিস্তৃত তথ্যসমৃদ্ধ আৰু অধ্যয়নপুষ্ট এই গ্ৰন্থৰ ১৯৮৯ চনত দ্বিতীয় সংস্কৰণ প্ৰকাশ পায়। এই গ্ৰন্থৰ প্ৰণালীবদ্ধ লেখনশৈলীয়ে সাহিত্যৰ ৰচনাৰ ক্ৰম, শ্ৰেণী বিভাজন, আধাৰ গ্ৰন্থ, সমীক্ষিত পাঠ, সৌন্দৰ্যবোধ, ছন্দ, অলংকাৰ, ৰস, ভাষা, অসমীয়া সমাজ আৰু সংস্কৃতিৰ তথ্যসমৃদ্ধ আলোচনা শংকৰোত্তৰ সাহিত্যত এই সৃষ্টিৰ প্ৰভাৱ আদি বহু পৰিমাণে বিস্তৃত অধ্যয়ন আৰু মনন সাপেক্ষ বিষয়সমূহ সামৰি লৈ গ্ৰন্থখনক এক বৌদ্ধিক মৰ্যাদা প্ৰদান কৰিছে। সাহিত্যাচাৰ্য অতুলচন্দ্ৰ হাজৰিকাদেৱে এই গ্ৰন্থক 'গভীৰভাৱে অধ্যয়ন কৰি বৈজ্ঞানিক পদ্ধতিৰে চিন্তা-চৰ্চা কৰি' ৰচনা কৰা পুথি বুলি বাৰুকৈয়ে শলাগিছে। আনহাতে ড° মহেশ্বৰ নেওগদেৱে কৈছে— 'শ্ৰীনাৰায়ণ দাসৰ **শংকৰী সাহিত্যৰ ভূমিকা** একপ্ৰকাৰে অভিনৱ ধৰণৰ পুথি হৈছে, যাক ইংৰাজীত Biblographical Study বুলিব পাৰি। অসমীয়াত তেনেধৰণৰ অধ্যয়ন নাই বাবে এই আখ্যাটো মই অসমীয়া কৰি দিবলৈ টান পাইছোঁ।'

**(ছ)ব্ৰজবুলি ভাষা আৰু সাহিত্য (১৯৯০) ঃ** এই গ্ৰন্থৰ দ্বিতীয় পৰিবৰ্ধিত সংস্কৰণ ২০০৩ চনত প্ৰকাশ পায়। এইগ্ৰন্থখন তিনিটা খণ্ডত বিভাজিত। ব্ৰজবুলিৰ উৎপত্তিৰপৰা ইয়াৰ বিভিন্ন প্ৰান্তত বিকাশৰ ধাৰা, চৰ্যাপদ আৰু পুৰণি অসমীয়া ভাষাৰ সৈতে অসমীয়া ব্ৰজবুলিৰ অস্তিত্ব আৰু সম্পৰ্ক, ইয়াৰ ভাষাতাত্ত্বিক জটিল বৈশিষ্ট্য আলোচনা, সংক্ষিপ্ত ব্ৰজবুলি শব্দকোষকে প্ৰমুখ্য কৰি প্ৰায় ব্ৰজবুলি সম্পৰ্কিত সমস্ত বিষয় পাণ্ডিত্যৰে এই গ্ৰন্থত আলোচিত হৈছে।

**(জ) ভট্টদেৱ ঃ জীৱন আৰু সাহিত্য কৃতি (১৯৯৫) ঃ** মধ্যযুগৰ অসমীয়া সাহিত্যৰ বিদগ্ধ পণ্ডিত, বাস্তৱিক ক্ষেত্ৰত অসমীয়া গদ্য-সাহিত্যৰ জনক ভট্টদেৱৰ জীৱন আৰু সাহিত্য সৃষ্টি বিষয়ক এই গ্ৰন্থ ছটা অধ্যায়ত বিভাজিত। সম্পূৰ্ণকৈ সামৰি ভট্টদেৱৰ বিষয়ত সুকীয়া গ্ৰন্থ হিচাপে চৰ্চা বিৰল। সেই হিচাপে এই গ্ৰন্থই অসমীয়া সাহিত্যত কৃতিত্ব দাবী কৰিব পাৰে। গ্ৰন্থৰ প্ৰতিটো অধ্যায়তে সূক্ষ্ম গৱেষণামূলক চৰ্চা পৰিস্ফুট হৈছে।





ওপৰত আলোচিত পাণ্ডিত্য পূৰ্ণ আঠোখন গ্ৰন্থৰ মাজেৰে বিস্তৃত অধ্যয়ন আৰু তত্ত্ব-জিজ্ঞাসাৰ স্পষ্ট পৰিচয় ড° দাসে নিৰ্ভুলৰূপত দাঙি ধৰিছে। এই গ্ৰন্থলানিৰ উপৰিও তেওঁৰ অবিৰত জ্ঞান-সাধনাৰ বিশাল পৰিচয় তেওঁৰদ্বাৰা সম্পাদিত, অনুদিত গ্ৰন্থ আৰু স্মৃতিগ্ৰন্থ তথা প্ৰায় চাৰি শতাধিক পাণ্ডিত্যপূৰ্ণ বিবিধ বিষয়ৰ প্ৰবন্ধই নিকা ৰূপত প্ৰকাশ কৰে। তেওঁৰদ্বাৰা এককভাৱে সম্পাদিত গ্ৰন্থসমূহৰ দুই-চাৰিখনত আছে সুদীৰ্ঘ গৱেষণাযুক্ত পাতনি। তেনে সুদীৰ্ঘ পাণ্ডিত্যপূৰ্ণ পাতনিযুক্ত পুথি অসমীয়া সাহিত্যত ড° মহেশ্বৰ নেওগ আৰু ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ সম্পাদিত পুথিতহে দেখিবলৈ পোৱা যায়।

**সম্পাদিত গ্ৰন্থ ঃ** তেওঁৰদ্বাৰা এককভাৱে সম্পাদিত গ্ৰন্থসমূহ হ'ল, ৰাম আতাৰ 'সুভদ্ৰা হৰণ নাট' (১৯৮৬), বৈকুণ্ঠনাথ ভাগৱত ভট্টাচাৰ্যৰ 'কথাগীতা' (১ম, ২য় অধ্যায়, ১৯৮৬), লক্ষ্মীনাথ দাসৰ 'কুমাৰ হৰণ নাট' (১৯৮৬), গোপাল আতাৰ 'জন্মযাত্ৰা নাট' পাঠসমীক্ষা পদ্ধতিৰে শংকৰদেৱৰ 'ৰুক্মিণীহৰণ কাব্য' (১৯৮৮), হৰিবৰ বিপ্ৰৰ 'লৱ-কুশৰ যুদ্ধ' (১৯৮৬), 'ভট্টদেৱ আৰু ভাগৱত কথা' (১৯৯৫), অজ্ঞাত লেখকৰ 'কথা-ঘোষা' (১৯৯৮)।

তেওঁৰদ্বাৰা আনৰ সৈতে যুটীয়াভাৱে লেখাসমূহ সমূহ ছাত্ৰ-ছাত্ৰীৰ উপযোগী গ্ৰন্থ 'ৰচনা সঞ্চয়ন' আৰু সম্পাদিত গ্ৰন্থসমূহ হ'ল 'অসমীয়া সাহিত্যত পাশ্চাত্য প্ৰভাৱ' (১৯৯৪), 'অসমীয়া সংস্কৃতিৰ কণিকা' (১৯৯৬), মুঠ ৮৫৮ টি সৰু-বৰ বিষয় সামৰা পুথি 'অসমৰ সংস্কৃতি কোষ' (মুখ্য সম্পাদক হিচাপে, ২০০৯), 'অসমীয়া সাহিত্যৰ বুৰঞ্জী' (দ্বিতীয় খণ্ড, ১৯৯৭)। ইয়াৰ উপৰি বিভিন্ন সাহিত্য, সংস্কৃতি, ধৰ্ম, শিক্ষা আদিৰ সৈতে জড়িত সংগঠন তথা অনুষ্ঠানৰ হৈ ড° দাস ডাঙৰীয়াই দহ-বাৰখন স্মৃতিগ্ৰন্থ সম্পাদনা কৰিছে।

**পুৰণি ফলিৰ পাঠোদ্ধাৰ ঃ** পুৰণি তাম্ৰলিপি, শিলালিপি আদিৰ কষ্টসাধ্য পাঠোদ্ধাৰে একোখন দেশ, একোটা জাতিৰ জাতীয় জীৱনৰ প্ৰাচীন গৰিমা প্ৰকাশ কৰে। এই বিদ্যাৰ পাৰদৰ্শী লোক আঙুলিৰ মূৰত লেখিব পৰা বিধৰ। ড° নাৰায়ণ দাসে বৰ্তমানলৈকে ডেৰকুৰিতকৈ অধিক মধ্যযুগীয় অসমৰ শিলৰ ফলি আৰু তামৰ ফলিৰ পাঠোদ্ধাৰ কৰি কাকত-আলোচনীত প্ৰকাশ কৰাৰ কৃতিত্বৰ অধিকাৰী।

**অনুবাদ গ্ৰন্থ ঃ** ধনঞ্জয়ৰ 'দশৰূপক'ৰ দৰে কঠিন সংস্কৃত গ্ৰন্থৰ ড° দাসদেৱে আহল-বহল পাতনি আৰু মূলপাঠ-টোকাৰে সমৃদ্ধ কৰি এই গ্ৰন্থ ১৯৯৭ চনত প্ৰকাশ কৰে। 'দশৰূপক'ৰ চাৰিওটা প্ৰকাশৰ অনুবাদ ইয়াত সন্নিৱিষ্ট হৈছে। অনুবাদ কৰ্ম বহু পৰিমাণে আক্ষৰিক। কোনো কোনো ক্ষেত্ৰত অসমীয়া ভাষাত প্ৰচলিত সংস্কৃত শব্দ অবিকল তেনেকৈ ৰখাত কিছু সুন্দৰ সংস্কৃত শব্দ অসমীয়া ভাষাত ব্যৱহাৰ কৰাৰ এক সম্পৰীক্ষা হোৱাটো আদৰণীয় কৰ্ম বুলি অভিহিত কৰিব পৰা যায়।

**সামৰণি ঃ** এই মেটমৰা মননশীল তথা তত্ত্বপূৰ্ণ গ্ৰন্থসম্ভাৰ অসমীয়া তত্ত্ব-সাহিত্য ভঁড়াললৈ আগবঢ়োৱাৰ পিছতো অতি নিৰলসভাৱে ড° দাস ডাঙৰীয়াই আজিও সমান উদ্যমেৰে বৌদ্ধিক চৰ্চা অব্যাহত ৰাখিছে। ড° দাসৰ এই চৰ্চা মূলতঃ যদিও অসমীয়া ভাষাতে কৰা; তথাপি কিছু প্ৰবন্ধ ইংৰাজী ভাষাতো ৰচিত হৈছে। তেওঁৰ বৌদ্ধিক সাধনাৰ কেইটামান বিশেষ বৈশিষ্ট্য দেখা যায়। প্ৰথমতে তেওঁ সামৰি লোৱা বিষয়বস্তুৰ ক্ষেত্ৰ পৰিসৰ ভাষা, সাহিত্য, ইতিহাস, ধৰ্ম, সংস্কৃতি, শিক্ষা, কলা, স্থাপত্য, ভাস্কৰ্য, পুৰাতত্ত্ব আদিলৈ বিস্তৃত আৰু ব্যাপক। ইবোৰ বিষয়ৰ গ্ৰন্থ প্ৰণয়নৰ সময়ত তেওঁ অতি নিষ্ঠাৰে সেই সেই বিষয়ৰ মহৎ ৰচনাসমূহ অধ্যয়ন কৰাৰ সুস্পষ্ট প্ৰমাণ তেওঁৰ সৃষ্টিসমূহে দাঙি ধৰে। ড° দাসে চৰ্চা কৰা বিষয়সহমুৰ বিষয়ত যি কোনো নতুন গৱেষকে বিষয়ক প্ৰৱেশৰ ক্ষেত্ৰত প্ৰভূত সমল একত্ৰে লাভ কৰিব। ড° মহেশ্বৰ নেওগদেৱে ড° দাসৰ এখন গ্ৰন্থৰ বিষয়ত Biblographical Study বুলি কৰা গুৰুত্বপূৰ্ণ মন্তব্যষাৰ তেওঁৰ অধিকাংশ গ্ৰন্থৰ ক্ষেত্ৰতেই সমানে প্ৰযোজ্য।

ড° দাস ডাঙৰীয়াৰ লেখাসমূহৰ লেখনশৈলী বা কথাশৈলীৰ এক বিশেষ বৈশিষ্ট্য দেখা যায়। চমুকৈ ক'বলৈ হ'লে তেওঁৰ শব্দৰ ব্যৱহাৰ চুম্বকীয়, গুৰুগম্ভীৰ, অলংকাৰবৰ্জিত আৰু পোনপটীয়া। তেওঁৰ ভাষাই ইংৰাজী সাহিত্যৰ বেকনীয়ান পদ্ধতিৰ অনুগামী। বহু পৰিমাণে তেওঁ তৎসম শব্দৰ শুভাকাংক্ষী। আনহাতে তেওঁৰ বিচৰণৰ ক্ষেত্ৰ মুখ্যতঃ প্ৰাচীন তত্ত্বজিজ্ঞাসাৰ প্ৰতি অধিক ঢাল খোৱা। তেওঁ নৱৈ দশকৰ মাজমানৰপৰা লোক-সাহিত্যৰ চৰ্চাও আৰম্ভ কৰে। এনেধৰণৰ বিশেষ কিছু স্বকীয়তাৰে পৰিপূৰ্ণ তেওঁৰ ৰচনাবৈশিষ্ট্যৰে সমুজ্জ্বল তেওঁৰ প্ৰজ্ঞা-সাধনা। নিবন্ধৰ পৰিসৰলৈ লক্ষ্য কৰি অধিক আলোচনাৰ ইয়াত অৱকাশ নাই। তেওঁ বাখৰ পতোৱা খুদ্ খুদ্ আখৰকেইটা যেন তেওঁৰ অলংকাৰৰহিত জীৱন-চৰ্যাৰ অলংকাৰময় প্ৰকাশ। ■



# লেখক, সাংবাদিক শ্ৰীপৰেশ কলিতাৰ জীৱন আৰু কৃতি

**গজেন চন্দ্ৰ দাস**

সততা, নিষ্ঠা, একাগ্ৰতা আৰু অধ্যৱসায়ৰ বলত খুব কম ব্যক্তিহে জীৱন-চৰ্যা মহীয়ান কৰি তুলিবলৈ সমৰ্থ হয়। মই নিবিড়ভাৱে লগ পোৱা এনে এগৰাকী ব্যক্তি হ'ল মিৰ্জাৰ শ্ৰীপৰেশ কলিতা। সততা, সাহস, কৰ্তব্যনিষ্ঠা আৰু স্বকীয় প্ৰতিভাৰ বলতে সমাজত উচ্চ আসন লাভৰ যোগ্যতা অৰ্জন কৰিবলৈ সমৰ্থ হোৱা শ্ৰীকলিতা এগৰাকী একেৰাহে সমাজসেৱক, সাহসী সাংবাদিক, কবি আৰু সাহিত্যিক। আনকি তেওঁ এগৰাকী নিষ্ঠাৱান প্ৰতিষ্ঠিত ব্যৱসায়ীও। তেওঁৰ জীৱন পৰিচয় আৰু কৰ্মৰ খতিয়ান এই লেখনীৰ জৰিয়তে দাঙি ধৰাৰ প্ৰয়াস কৰা হ'ল।

শ্ৰীপৰেশ কলিতাৰ জন্ম হয় পলাশবাৰী ৰাজহ চক্ৰৰ ছয়ানী মৌজাৰ অন্তৰ্গত পলাশবাৰী নগৰ সমিতিৰ অধীনস্থ ৪নং ৱাৰ্ডত ১৯৪৮ চনৰ ১ মাৰ্চত। তেওঁৰ দেউতাকৰ নাম হ'ল স্বৰ্গীয় চতাল চন্দ্ৰ কলিতা। অৱশ্যে তেওঁ পলাশবাৰী অঞ্চলত চতাল মহাজন নামেৰেহে খ্যাত আছিল। চতাল মহাজন অসমৰ বাহিৰত ব্যৱসায় কৰা সফল ব্যৱসায়ী আছিল। তেওঁ এৰী, এণ্ডি কাপোৰৰ ব্যৱসায় সংক্ৰান্তত এই মূল্যৱান বস্ত্ৰ চীন, জাপান, তিব্বত অঞ্চললৈ ৰপ্তানি কৰাৰ ব্যৱস্থা কৰিছিল। এই ব্যৱসায়ৰ মাজেৰে নিজে লাভৱান হোৱাৰ উপৰিও এই এৰী কাপোৰৰ চাহিদা আৰু গুৰুত্ব বিদেশত বঢ়াইছিল। আনহাতে মাকৰ নাম আছিল স্বৰ্গীয়া সোণেশ্বৰী কলিতা। পাঁচজন ল'ৰা আৰু দুজনী ছোৱালীৰে চতাল মহাজনৰ এখনি ভৰপূৰ সংসাৰ। পাঁচজন ল'ৰা সন্তানৰ ভিতৰত শ্ৰীপৰেশ কলিতা হ'ল তৃতীয় ল'ৰা সন্তান। যোগ্য পিতৃ হিচাপে উপযুক্ত শাসনেৰে মহাজনে আটাইকেইটি সন্তানকে শিক্ষিত কৰি তোলে। ১৯৫৪ চনৰপৰা হোৱা ব্ৰহ্মপুত্ৰৰ প্ৰবল গৰাখহনীয়াই পলাশবাৰী চহৰ থান্‌বান্ কৰি দিয়াত পলাশবাৰীৰ বহুতো পৰিয়ালক চৰকাৰে মিৰ্জাৰ মালিয়াটা পাহাৰৰ আশে-পাশে সংস্থাপনৰ ব্যৱস্থা কৰে। মহাজনৰ পৰিয়ালটো ১৯৬২ চনত পলাশবাৰী চহৰৰপৰা স্থানান্তৰ হৈ এই মিৰ্জা গাঁৱত বসবাস কৰিবলৈ লয়।

শ্ৰীকলিতাৰ শিক্ষাৰ প্ৰাথমিক স্তৰ আৰম্ভ হয় পলাশবাৰী চহৰতেই। তেওঁ ক, খ শ্ৰেণীলৈকে পলাশবাৰী বালক স্কুলত পঢ়ে। ইয়াৰেই ৰোহিণী কুমাৰ চৌধুৰী প্ৰাথমিক বিদ্যালয়ৰপৰা প্ৰাথমিক শিক্ষা শেষ কৰি ১৯৯৫ চনত আৰ. বি. উচ্চতৰ মাধ্যমিক বিদ্যালয়ত চতুৰ্থ শ্ৰেণীত ভৰ্তি হয়। এই বিদ্যালয়ৰপৰা তেওঁ সুখ্যাতিৰে উচ্চতৰ মাধ্যমিক চূড়ান্ত পৰীক্ষাত উত্তীৰ্ণ হৈ ১৯৬৫ চনত গুৱাহাটীৰ প্ৰাগজ্যোতিষ মহাবিদ্যালয়ত বিজ্ঞানৰ স্নাতক শাখাৰ প্ৰথম বাৰ্ষিকত নামভৰ্তি কৰে। ইয়াৰপৰাই তেওঁ ১৯৬৯ চনত বিজ্ঞানত স্নাতক ডিগ্ৰী লাভ কৰে। ইয়াৰ পিচত তেওঁ বি. টি. আৰু আইন অধ্যয়নৰ বাবে কলেজত নামভৰ্তি কৰি ক্লাছ কৰিছিল যদিও ঘৰৰ আৰ্থিক সমস্যাই কিছু জুৰুলা কৰাত তেওঁ ইমানতে অধ্যয়নৰ কোঠা ত্যাগ কৰি চৰকাৰী চাকৰিৰ বাবে মনোযোগ দিয়ে। প্ৰথমতে তেওঁ মিৰ্জা ছোৱালী হাইস্কুলত কিছুদিন শিক্ষকতা কৰে। ইয়াৰ পিচতেই হেকেৰা উচ্চতৰ মাধ্যমিক বিদ্যালয়ত বিজ্ঞানৰ শিক্ষক হিচাপে নিযুক্তি পাই শিক্ষকতা কৰিবলৈ লয়। ইয়াত শিক্ষকতা কৰি থাকোঁতেই কলিতাই ১৯৭০ চনৰ ৬ জুনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰশাসনীয় শাখাত কনিষ্ঠ সহায়কৰ চাকৰিৰ নিযুক্তি পাই শিক্ষক চাকৰি এৰি দি এই কামত যোগদান কৰে। এইগৰাকী কৰ্মপ্ৰাণ ব্যক্তিয়ে দক্ষতাৰে ৪০ বছৰ কাৰ্যনিৰ্বাহ কৰি পদোন্নতিৰ জৰিয়তে আগবাঢ়ি আহি শেষত অধীক্ষক পদত অধিষ্ঠিত হৈ থাকোঁতেই চাকৰিৰপৰা অৱসৰ পায়।

বিদ্যালয়ত পঢ়ি থকা দিনৰেপৰাই শ্ৰীকলিতাৰ অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি বিকাশৰ ক্ষেত্ৰত যথেষ্ট কষ্ট স্বীকাৰ কৰা পৰিলক্ষিত হয়। কবিতা, প্ৰবন্ধ-পাতি লেখা-মেলাৰ অনুশীলন তেওঁ স্কুলীয়া দিনৰপৰাই আৰম্ভ কৰে।





ছাত্ৰাৱস্থাতেই আৰ. বি. উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ 'উষা' আলোচনীৰ সম্পাদক হিচাপে নিৰ্বাচিত হৈছিল আৰু এই আলোচনীৰ সংখ্যাটো তেওঁৰ সম্পাদনাত সুন্দৰকৈ প্ৰকাশ পাইছিল। আলোচনী, স্মৃতিগ্ৰন্থ, গ্ৰন্থ সম্পাদনাৰ ক্ষেত্ৰত দক্ষিণ কামৰূপত তেওঁৰ যথেষ্ট সুনাম আছে। ঐতিহ্যমণ্ডিত পলাশবাৰী সাহিত্য সভাৰ মুখপত্ৰ 'দখিণ কোল'ৰ তৃতীয়, পঞ্চম, ষষ্ঠ, সপ্তম আৰু নৱম সংখ্যা তেওঁৰ সম্পাদনাত প্ৰকাশ হৈছিল। প্ৰতিটো সংখ্যাত প্ৰকাশ পোৱা তেওঁৰ সম্পাদকীয়ত সাহিত্য-সংস্কৃতিৰ যথেষ্ট সমল পোৱা যায়। অসমীয়া সাহিত্য সৃষ্টিৰ ক্ষেত্ৰত দক্ষিণ কামৰূপৰ উদীয়মান লেখক-লেখিকাসকলক অনুপ্ৰেৰণা, উৎসাহ যোগাই তোলাত তেওঁৰ যে যথেষ্ট অৰিহণা আছে, এই কথা সকলোৰে একেমুখে স্বীকাৰ কৰিবই লাগিব। তেওঁ কেৱল পলাশবাৰী সাহিত্য সভাৰ মুখপত্ৰৰ পাঁচটি সংখ্যা সম্পাদনা কৰাই নহয়, ইয়াৰ উপৰিও মিৰ্জা দুৰ্গা পূজা সমিতিৰ ৰূপালী জয়ন্তী সংখ্যা 'স্মৃতিগ্ৰন্থ', মিৰ্জা ৰাস উৎসৱৰ ৰূপালী জয়ন্তী সংখ্যা 'স্মৃতিগ্ৰন্থ' আৰু গুৱাহাটী বিশ্ববিদ্যালয় কৰ্মী সন্থাৰ আলোচনীৰ ১৬ তম সংখ্যাটো সম্পাদনা কৰে। শ্ৰীকলিতাই ইমানবোৰ স্মৃতিগ্ৰন্থ, আলোচনী আদি সম্পাদনা কৰাৰ উপৰিও আৰু বহুকেইখন আলোচনী, মুখপত্ৰ, স্মৃতিগ্ৰন্থৰ সম্পাদনা সমিতিৰ সভাপতি হিচাপে গুৰি ধৰা দেখা যায়। বিশেষকৈ দক্ষিণ কামৰূপ সাংবাদিক সন্থাৰ আলোচনীৰ তিনিটা সংখ্যাৰ সম্পাদনা সমিতিৰ সভাপতি, কামৰূপ জিলা সাংবাদিক সন্থাৰ আলোচনীৰ চাৰিটা সংখ্যাৰ সম্পাদনা সমিতিৰ সভাপতি, আপকুৰ মিৰ্জা অধিৱেশনৰ স্মৃতিগ্ৰন্থৰ 'চানডুবি'ৰ সভাপতি, মিৰ্জা সদনৰদ্বাৰা প্ৰকাশিত 'সদন সুৰভি' শীৰ্ষক গ্ৰন্থৰ (প্ৰবন্ধ, গল্প, কবিতা) তিনিটা সংখ্যাৰ সম্পাদনা সমিতিৰ সভাপতি হিচাপে অধিষ্ঠিত হোৱা দেখা যায়। তেওঁ কেৱল মুখপত্ৰ, আলোচনী আৰু স্মৃতিগ্ৰন্থৰ সম্পাদনা আৰু সম্পাদনা সমিতিৰ গুৰু দায়িত্বভাৰ গ্ৰহণ কৰাই নহয়, সেইবোৰত তেওঁৰ মৌলিক চিন্তাধাৰাৰ কবিতা, গল্প, প্ৰবন্ধ-পাতিও যথেষ্ট প্ৰকাশ পাই আহিছে। মুঠতে দক্ষিণ কামৰূপৰ গ্ৰন্থ, আলোচনী আদি প্ৰকাশৰ দিশত তেওঁৰ যথেষ্ট বৰঙণি আছে। তেওঁৰ কাপৰপৰা ওলোৱা শতাধিক মূল্যৱান প্ৰবন্ধই অসমীয়া ভাষা-সাহিত্যৰ ভঁৰাল চহকী কৰাত যথেষ্ট অৱদান আছে। শ্ৰীকলিতাৰপৰা জানিব পাইছোঁ যে, তেওঁ লিখা আটাইখিনি প্ৰবন্ধ সংগ্ৰহ কৰি এখনি প্ৰবন্ধৰ গ্ৰন্থ প্ৰকাশৰ প্ৰস্তুতি চলাই আছে।

শ্ৰীপৰেশ কলিতাৰ এতিয়ালৈকে প্ৰকাশ হৈ ওলোৱা গ্ৰন্থ তিনিখন হ'ল—

(১) 'হৃদয় ভৰি এবাৰ' শীৰ্ষক কবিতাৰ পুথিখনেই তেওঁৰ ৩৪ টা কবিতাৰে সন্নিৱিষ্ট প্ৰথম কবিতা সংকলন। ১৯৯৮ চনত শ্ৰীমীৰা ৰাণী কলিতাই এই কাব্য সংকলনটি প্ৰকাশ কৰে। কাব্য সংকলনটিৰ আটাইখিনি কবিতাই গ্ৰন্থাকাৰে প্ৰকাশ হৈ ওলোৱাৰ আগেয়ে আলোচনী, কাগজে-পত্ৰই প্ৰকাশ হৈ ওলাইছিল। সাম্প্ৰতিক কালৰ মানৱ সমাজত ঠাই পোৱা হিংসা, অসূয়া, সমাজৰ স্বয়ম্ভু নেতা আৰু ৰাজনীতিকৰ প্ৰৱঞ্চনা, জীৱনৰ স্খলন আৰু দুঃস্বপ্নই আহত কৰা কবিৰ হৃদয়ৰ ভাৱানুভূতি কবিতাৰ মাজেদি প্ৰকাশ কৰা পৰিলক্ষিত হোৱা দেখা যায়। হতাশাত ভাঙি নপৰা তেওঁৰ গভীৰ আশাবাদী মনে তেওঁক উৎসাহ আৰু প্ৰেৰণাৰে কৰ্মোদ্যোগী কৰি তোলে। তেওঁ শৃংখলাবদ্ধ, সংযত পুৰুষ হোৱা সত্ত্বেও যদি তেওঁক কোনোবাই বিৰূপ মন্তব্য দিয়ে, তাত তেওঁ কেতিয়াও ভাঙি নপৰে। 'জীৱনে যৌৱনৰ দিনবোৰ আকৌ বিচাৰে' শীৰ্ষক কবিতাত তেওঁ এইদৰে কৈছে—

'সংযত পুৰুষক কোনোবাই যদি
অপৌৰুষৰ ৰূপত দেখে
তাত তোমাৰ ক্ষতি কি?

শৃংখলাবদ্ধ মৰমক কোনোবাই যদি
নৈতিক অধঃপতনৰ ৰূপত দেখে
তাত তোমাৰ ক্ষতি কি?

কাৰ খঙৰ ভমকত অথবা বিক্ষোভৰ গুঞ্জৰণিত
তোমাৰ সাহসী সত্তাৰ
আশাবোৰ অপ্ৰকাশ হৈ ৰ'ব?
আশা জীৱনৰ সঞ্জীৱনী ...।'

সমাজ আৰু ৰাজনীতিক নেতাই কৃত্ৰিমতাৰে দাঙি ধৰা আশ্বাসবোৰক দলিতজনে কিদৰে গ্ৰহণ কৰে তাৰ ব্যঞ্জনাময় ছবি 'মুখা' শীৰ্ষক কবিতাত এইদৰে ব্যথিত হৈছে—

'আশাবোৰ
সহানুভূতিৰ বৰষুণ হৈ পৰে।



দলিতজনে
ঈশ্বৰৰ সংস্কাৰ ৰূপ দেখে।
আভিজাত্যৰে জীয়াই থকাৰ কৌশল
এই সহানুভূতিবোৰেই।'

উপমা, চিত্ৰকল্প আৰু প্ৰতীকৰ সহায়ত তেওঁৰ চিন্তা, আৱেগ-অনুভূতি কবিতাকেইটিৰ মাজেৰে প্ৰকাশৰ চেষ্টাই কাব্য সংকলনটি সুখপাঠ্য কৰি তুলিছে।

১৯৯৮ চনত তেওঁৰ সহধৰ্মিণী শ্ৰীমীৰা ৰাণী কলিতাই শ্ৰীকলিতাৰ সাতটা প্ৰবন্ধ আলোচনী, স্মৃতিগ্ৰন্থ আদিৰপৰা যুগুতাই প্ৰকাশ কৰি উলিওৱা 'কবিতা আৰু চিন্তা' শীৰ্ষক প্ৰবন্ধৰ গ্ৰন্থখনি আকাৰত সৰু হ'লেও ইয়াত অন্তৰ্ভুক্ত প্ৰবন্ধকেইটি বেচ তাৎপৰ্যপূৰ্ণ। বিভিন্ন বিষয়বস্তুৰে সমৃদ্ধ সাতটা প্ৰবন্ধৰ মাজেৰে কবিতা সম্বন্ধে যথেষ্ট সমল পোৱা যায়। গ্ৰন্থখনিত প্ৰথমতেই ঠাই পোৱা 'অসমীয়া কবিতাৰ ক্ৰমবিকাশ' শীৰ্ষক প্ৰবন্ধৰ জৰিয়তে কবিতাৰ প্ৰথম সৃষ্টিৰপৰা লাহে লাহে কিদৰে ছন্দ, অলংকাৰ, চিন্তা, চেতনাৰ ক্ৰমবিকাশ আৰু ক্ৰমপৰিবৰ্ধনৰ মাজেৰে বৰ্তমানে চিন্তা-দৰ্শনৰ আনুভূতিক বৌদ্ধিক দিশত আবদ্ধ হৈছে, তাক উদাহৰণসহ ব্যাখ্যাৰে দাঙি ধৰিছে। তেওঁৰ মতাদৰ্শমতে বৰ্তমানে 'কবিতাৰ অস্থিৰ ভিতৰত থাকিব ইতিহাস চেতনা আৰু হৃদয়ত থাকিব স্পষ্ট সময়-জ্ঞান।'

সহধৰ্মিণী মীৰা ৰাণী কলিতাই ১৯৯৬ চনত প্ৰকাশ কৰা কিংবদন্তি 'চানডুবি' শীৰ্ষক গ্ৰন্থখনিৰ মাজেৰেই শ্ৰীপৰেশ কলিতাই সাহিত্য জগতত প্ৰথম আত্মপ্ৰকাশ ঘটে। কবিতাৰে তেওঁৰ সাহিত্যৰ অনুশীলন প্ৰথম আৰম্ভ হ'লেও প্ৰথমেই গদ্যত লিখা প্ৰকাশিত পুথিহে ছপা আকাৰে প্ৰকাশ পায়। শ্ৰীকলিতাই 'লেখকৰ দুষাৰ' শীৰ্ষক আগকথাত এই গ্ৰন্থখনিক এখন কাহিনীমূলক গ্ৰন্থ বুলি কৈছে। চানডুবি বিল সৃষ্টিৰ অন্তৰালত থকা ৰহস্যজনক কাহিনীৰ আভাস দাঙি ধৰিলেও এই দীঘল বৃহৎ বিলটোৰ সৃষ্টিৰ বহুতো জানিবলগীয়া তথ্য ব্যক্ত কৰিছে। কিতাপখনৰ পাতনিতে স্বৰ্গীয় ভৱানীকান্ত চৌধুৰীয়ে এইদৰে মন্তব্য দিছে— পুস্তিকাখন আকাৰত সৰু হ'লেও ই নানা জ্ঞাতব্য কথাৰে ঠাহ খাই আছে। থোৰাঁতে ক'বলৈ গ'লে কলিতাই 'হাতী মাৰি ভুৰুকাত ভৰাইছে।' কিতাপখনিৰ মাজেৰে অসমৰ প্ৰাকৃতিক সৌন্দৰ্যৰ বৰ্ণনা মনোৰোমকৈ দাঙি ধৰা দেখা যায়। চানডুবি বিল সৃষ্টিৰ অন্তৰালত কিংবদন্তিমূলক কাহিনী অৱতাৰণা কৰিলেও পাকে-প্ৰকাৰে এই বিলখন ১৮৯৭ চনত ৬ জুনত ৭.৯ ৰিখটাৰ স্কেলত হোৱা প্ৰবল ভূঁইকঁপৰ ফলত যে সৃষ্টি হৈছিল, এই সত্য কথা স্বতঃস্ফূৰ্তভাৱে প্ৰকাশ পাইছে।

'এজাক তৰাৰ জিলিমিলি' আন এখন কাব্য সংকলন আৰু 'ছাত্ৰ-ছাত্ৰী জানিবলগীয়া কথা' শীৰ্ষক উপদেশমূলক গ্ৰন্থ ছপাশালত ছপাৰ বাবে পাণ্ডুলিপি দিয়াৰ কথা তেওঁৰপৰা জানিব পাৰিছোঁ। অসমীয়া সাহিত্য জগতলৈ তেওঁৰ প্ৰকাশিত গ্ৰন্থৰ অৱদান কম যদিও আগলৈ তেওঁৰ কেবাখনো মূল্যৱান গ্ৰন্থ প্ৰকাশৰ থল আছে। তেওঁ যিমানবোৰ সম্পাদকীয় লিখিছে, যিমানবোৰ প্ৰকাশপ্ৰাপ্ত কবিতা আৰু প্ৰবন্ধ আলোচনী, স্মৃতিগ্ৰন্থ, বাতৰি কাকত আদিত সিঁচৰতি হৈ আছে, সেইবোৰ থুপাই গ্ৰন্থাকাৰে উলিওৱাৰ ব্যৱস্থা কৰিলে অসমীয়া সাহিত্যৰ ভঁৰাললৈ সেয়াই ভাল অৱদান হ'ব বুলি আমি আশা ৰাখোঁ।

শ্ৰীপৰেশ কলিতাই ওপৰত উল্লেখ কৰি অহা আলোচনী, মুখপত্ৰ, স্মৃতিগ্ৰন্থ সম্পাদনাৰ গুৰু দায়িত্ব ভাৰ বহন, সম্পাদনা সমিতিৰ সভাপতিৰ দায়িত্ব পালন আৰু বহুতো ৰাজহুৱা সমিতিৰ সভাপতি/সম্পাদকৰ গধুৰ বাবত থাকিও ইয়াৰ মাজতেই ১৯৮৩ চনৰপৰা ২০০৫ চনলৈ অসমৰ সুপ্ৰতিষ্ঠিত বাতৰি কাকত দৈনিক অসমৰ স্থানীয় সংবাদদাতা হিচাপে বৃহৎ মিৰ্জা অঞ্চলৰ জৰুৰী খবৰবোৰ তৎকালীনভাৱে সঠিককৈ প্ৰচাৰৰ চেষ্টা কৰিছিল। মিৰ্জা অঞ্চলটোৰ সৰ্বতোপ্ৰকাৰে উন্নয়নৰ ক্ষেত্ৰত বহুতো উন্নয়নমূলক আঁচনিৰ খবৰো এই কাকতযোগে দাঙি ধৰিছিল। 'দৈনিক অসম' কাকতৰ স্থানীয় সংবাদাতা হৈ থকাৰ সময়ছোৱাত শ্ৰীকলিতাই 'দক্ষিণ কামৰূপ সাংবাদিক সংস্থা'ৰ সভাপতি হিচাপে ১০ বছৰকাল একেৰাহে গুৰু দায়িত্ব ভাৰ পালন কৰে। কামৰূপ জিলাৰ সাংবাদিক সন্থাৰো একেৰাহে ছয় বছৰ কাল সভাপতিৰ পদত অধিষ্ঠিত আছিল। শ্ৰীকলিতাক ১৯৯৭ চনত কামৰূপ জিলা সাংবাদিক সন্থাই কমল শইকীয়া অনুসন্ধানমূলক বঁটাৰ বাবে নিৰ্বাচন কৰি সন্থাৰ সাধাৰণ সভাত এই বঁটা প্ৰদান কৰে।

মিৰ্জা অঞ্চলৰ বহুতো ৰাজহুৱা উন্নয়নমূলক অনুষ্ঠান/সন্থাৰ সভাপতি/সম্পাদক পদত তেওঁক অধিষ্ঠিত হোৱা দেখা যায়। তেওঁ মিৰ্জা উন্নয়ন সমিতিৰ সম্পাদক থাকোঁতে তেওঁৰ চেষ্টাতে মিৰ্জাৰ ৰাজহুৱা শ্মশানখনৰ প্ৰকৃত মাটি উদ্ধাৰ কৰি শ্মশানৰ জিৰণি ঘৰ এটি মিৰ্জাৰ





শ্ৰীগোবিন্দ কলিতাৰপৰা দান হিচাপে লৈ নিৰ্মাণ কৰি উলিয়ায়। লগতে কল্পাপাৰাৰ ৰাজেন দাস (অভাৰচিয়াৰ) ৰপৰা পানীৰ নলী-নাদ এটি দান হিচাপে লৈ তেওঁৰ কাৰ্যকালতে নিৰ্মাণ কৰি উলিওৱা হয়। ইয়াৰ উপৰিও এই সমিতিৰ সম্পাদক হৈ থাকোঁতেই মিৰ্জাৰ ত্ৰিশখন বিছনাযুক্ত হাস্পতাল স্থাপনৰ বাবে তেতিয়াৰ স্বাস্থ্যমন্ত্ৰী শ্ৰীযুত যতীন মালীক বিশেষ হেঁচা প্ৰয়োগ কৰি হাস্পতাল স্থাপনৰ গুৰি ধৰে। বৰ্তমানে শ্ৰীকলিতা এই মিৰ্জা উন্নয়ন সমিতিৰ সভাপতি হৈ থকা সময়তে মিৰ্জাৰ বজাৰ গৃহ আৰু মাছ বজাৰ গৃহ আছুতীয়াকৈ নিৰ্মাণৰ সুব্যৱস্থা কৰা হৈছে।

তেওঁ মিৰ্জা ছোৱালী হাইস্কুলৰ পৰিচালনা সমিতিৰ প্ৰাক্তন সভাপতি আছিল। পলাশবাৰী আৰ. বি. উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ হীৰক জয়ন্তীৰ প্ৰাক্তন সম্পাদক আছিল। তেওঁ দক্ষিণ কামৰূপ ছোৱালী মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাপক সম্পাদক। মিৰ্জা শিক্ষণ প্ৰশিক্ষণ মহাবিদ্যালয়ৰ (বি. এড. কলেজ) প্ৰাক্তন সম্পাদক। মিৰ্জাত অৱস্থিত আধুনিক প্ৰশিক্ষণ কেন্দ্ৰৰ ১৯৭০ চনৰপৰা ১৯৯৭ চনলৈ অবৈতনিক অধ্যক্ষ আছিল। মিৰ্জাৰ মধ্যস্থলত অৱস্থিত সুপ্ৰতিষ্ঠিত শিক্ষানুষ্ঠান 'অৰুণোদয় ইংৰাজী বিদ্যালয়ৰ তেওঁ প্ৰতিষ্ঠাপক সদস্য আৰু বৰ্তমানে এই বিদ্যালয়ৰ সম্পাদকৰ দায়িত্ব পালন কৰি এই বিদ্যালয়খনৰ সকলো দিশতে উন্নয়নৰ গুৰি ধৰি আছে।

মিৰ্জা অঞ্চলৰ কেইবাখনো গুৰুত্বপূৰ্ণ অনুষ্ঠানৰ শীৰ্ষস্থানত থকাৰ মাজতে শ্ৰীকলিতা অসম সাহিত্য সভাৰ সক্ৰিয় শাখা পলাশবাৰী সাহিত্য সভাৰ সম্পাদকৰ গুৰুভাৰ এবাৰ-দুবাৰকৈও তেৰ বছৰ বহন কৰা দেখা যায়। তেওঁ এই সভাৰ দুটি দ্বি-বাৰ্ষিক কাল (একেৰাহে চাৰি বছৰ) সভাপতিৰ পদো অলংকৃত কৰে। বৰ্তমানে তেওঁ এই সভাৰ কৰ্ণধাৰ সমিতিৰ সদস্য। শ্ৰীকলিতা ইয়াৰ মাজতে কামৰূপ জিলা সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সদস্য পদত অধিষ্ঠিত থকা দেখা যায়। ১৯৬৭ চনৰপৰা তেওঁ অসম সাহিত্য সভাৰ এগৰাকী সক্ৰিয় আজীৱন সভ্য। তেওঁ অসম সাহিত্য সভাৰ সকলো বাৰ্ষিক অধিৱেশনতে পলাশবাৰী সাহিত্য সভাৰ প্ৰতিনিধি অথবা আজীৱন সভ্য হিচাপে মূল সভাৰ অধিৱেশনত পৰম উৎসাহেৰে প্ৰতিনিধিত্ব কৰা দেখা যায়।

শ্ৰীপৰেশ কলিতা এগৰাকী ভাল বক্তাও। যি কোনো মঞ্চতেই কোনো বিষয়ৰ ভাষণ ৰাখোঁতে নিৰ্ভীকভাৱে সঠিককৈ ক'বলগা কথাখিনি সলসলীয়াকৈ ক'ব পাৰে। যি কোনো সভাৰ অথবা অনুষ্ঠানৰ তেওঁ সভাপতি পদত অধিষ্ঠিত থাকিলে তেওঁ সেই সভা/অনুষ্ঠানক দক্ষ প্ৰশাসনেৰে পৰিচালনা কৰি চলাই নিব পাৰে। সঁচাকৈয়ে তেওঁ দক্ষিণ কামৰূপ অথবা কামৰূপৰ যিমানবোৰ অনুষ্ঠানৰ শীৰ্ষস্থানত থাকি যিমানবোৰ উন্নয়নৰ দিশত অৰিহণা নিঃস্বাৰ্থভাৱে আগবঢ়াই আহিছে, সেয়া ভাবিলে বৰ আচৰিত হ'ব লাগে।

ষাঠিৰ ডেওনা পাৰ হোৱা, চাকৰিৰপৰা অৱসৰ পোৱা শ্ৰীকলিতা এতিয়াও এগৰাকী কৰ্মপ্ৰাণ, কৰ্ম চঞ্চল ব্যক্তি। দেখা যায়, চৰকাৰী সেৱাৰপৰা অৱসৰ পায়েই সমগ্ৰ মিৰ্জা অঞ্চলৰ ৰাজহুৱা সভা-সমিতিৰ লগত থাকি অঞ্চলটোৰ উন্নয়নৰ কামত ব্যস্ত হৈ পৰিছে। লগতে গৃহস্থ হিচাপে নিজৰ ঘৰখনৰ সকলো দিশতে চকু ৰাখি ল'ৰা-ছোৱালীৰ শিক্ষা-দীক্ষাৰ প্ৰতি কঢ়া নজৰ ৰখা পৰিলক্ষিত হয়। দুজন ল'ৰা, এজনী ছোৱালীৰে তেওঁৰ সীমিত পৰিয়াল। ল'ৰা দুয়োটাকে উচ্চ শিক্ষাৰে শিক্ষিত কৰি কৰ্মব্যস্ত কৰি ৰাখিছে আৰু একমাত্ৰ ছোৱালীজনীকো ডাক্তৰ হিচাপে গঢ়াৰ মানসেৰে মেডিকেল পঢ়াইছে। তেওঁৰ সহধৰ্মিণী শ্ৰীমীৰা ৰাণী কলিতা এগৰাকী গৃহণী হোৱাৰ উপৰিও মিৰ্জাৰ ওচৰৰ বৰিহাট উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ বিষয় শিক্ষয়িত্ৰী আৰু মিৰ্জা শিক্ষণ প্ৰশিক্ষণ মহাবিদ্যালয়ৰ অধ্যক্ষা। সঁচাকৈয়ে পলাশবাৰী সাহিত্য সভাই লেখক আৰু সাংবাদিক শ্ৰীকলিতাৰ কৰ্মথ কালতেই তেওঁৰ জীৱন আৰু কৃতিৰ খতিয়ান মুখপত্ৰ দখিণ কোলৰ জৰিয়তে প্ৰচাৰৰ ব্যৱস্থা গ্ৰহণ কৰি তেওঁক অধিক প্ৰেৰণাৰে অনুপ্ৰাণিত হোৱাত সুযোগ দিছে। সভাৰ চিঠিমৰ্মে নিৰ্দেশ পালন কৰি শ্ৰীকলিতাৰ জীৱন পৰিচয় আৰু জীৱন কৰ্মৰ খতিয়ান এই লেখনীৰ মাজেৰে দাঙি ধৰিবলৈ আমি যিমানদূৰ পাৰোঁ যত্ন কৰিছোঁ। আমি ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ— শ্ৰীকলিতা দীৰ্ঘজীৱী হওক, তেওঁৰ কৰ্মশক্তি অটুট থাকক। তেওঁৰপৰা সাহিত্য-সংস্কৃতিৰ দিশত অধিক অৱদান পাম বুলি মিৰ্জা অঞ্চলবাসী ৰাইজৰ লগতে আমিও গভীৰ আশা ৰাখিছোঁ। শ্ৰীকলিতাৰ দিহা-পৰামৰ্শৰে, তেওঁৰ কৰ্মৰ আৰ্হিৰে উদীয়মান সাহিত্যিক, সমাজকৰ্মীসকল অধিক কৰ্মশীল হওক উৎসাহৰ আৰু অনুপ্ৰেৰণাৰে নিজৰ কৰ্মক্ষেত্ৰলৈ আগবাঢ়ি আহক। ■



# প্ৰত্যাশা, আনন্দ আৰু বিষাদবোধৰ কবি নৰেন মজুমদাৰ ঃ এক অৱলোকন

**(জন্ম ঃ ১৯৪৮ চন)**

**সুৰেশ কলিতা**

সৰপাৰা গাঁৱৰ (হাটুৱাপাৰা) এটি মধ্যবিত্ত পৰিয়ালৰ ১৯৪৮ চনৰ ১ আগষ্টত শ্ৰীনৰেন মজুমদাৰৰ জন্ম হয়। তেখেতৰ দেউতাকৰ নাম স্বৰ্গীয় ধনেশ্বৰ মজুমদাৰ আৰু মাকৰ নাম স্বৰ্গীয়া ধনেশ্বৰী মজুমদাৰ। মাক-দেউতাকৰ ছয়টা সন্তানৰ ভিতৰত তেওঁ হ'ল জ্যেষ্ঠ সন্তান।

গাঁওখনৰ দক্ষিণৰ সৰপাৰা আৰু মণিয়েৰী পথাৰ, ডামপুন্নী আলি, ছেখৰ বৰী, পুতি পুখুৰী, গম্ভীৰ পুখুৰী, গাণ্ডা পুখুৰী, দক্ষিণ-পিশচমৰ নীলেপাৰা আৰু ৰঙামাটি পাহাৰৰ দুধকুৱৰী মন্দিৰ, পুবৰ মিৰ্জা পাহাৰ আৰু পশ্চিমে ঐতিহাসিক কৃষ্ণপুৰী সত্ৰ আৰু আমবাগান আৰু বাঁহেৰে ভৰপূৰ, নানা তৰহৰ চৰাই-চিৰিকটিৰ কোলাহল আৰু প্ৰাকৃতিক সৌন্দৰ্যৰ মাজত শ্ৰীনৰেন মজুমদাৰৰ শৈশৱ অতিবাসিত হয়।

১৯৬০ চনত তেখেতসকলৰ পৰিয়াল মিৰ্জালৈ স্থানান্তৰিত হয়। বৰ্তমান তেওঁ মিৰ্জাৰ বাসিন্দা।

বিদগ্ধ বুদ্ধিজীৱী, মননশীল সমালোচক ড° হীৰেন গোহাঁয়ে তেখেতৰ পৰিচয় 'অনুভৱ' কাব্যগ্ৰন্থৰ পাতনিত এনেদৰে আগবঢ়াইছে— 'নৰেন মজুমদাৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ এজন কৰ্মী। বহুদিনি ধৰি তেওঁ একাণপটীয়া হৈ কাব্যচৰ্চা কৰি আছে। ডাঙৰ চাকৰি, উচ্চ শিক্ষাৰ গৌৰৱ পদমৰ্যাদাৰ অৱলম্বন তেওঁৰ নাই। কাব্যৰ সাফল্য বা বিফলতাতে তেওঁৰ পৰীক্ষা আবদ্ধ। এই পৰীক্ষাত তেওঁ সফল হোৱা বাবে আমিও অবিমিশ্ৰ আনন্দ উপলব্ধি কৰিছোঁ। কবিতাৰ ৰস সৃষ্টিত কবিৰ সাফল্য পাঠকৰ বাবেও আনন্দকৰ আৰু বিফলতা নৈৰাশ্যকৰ, ক্লান্তিকৰ।

**সাহিত্য সাধনা ঃ** শ্ৰীনৰেন মজুমদাৰৰ তৃতীয়খন কাব্যগ্ৰন্থ 'ধোঁৱা আৰু আতংকৰ' ব্যক্তিগত অনুভৱ শিতানত সাহিত্য সাধনাৰ বিষয়ে আমি কিছু কথা পাওঁ। "কবিতা লিখা আৰম্ভ কৰিছিলোঁ চুচুক-চামাকৈকে হাইস্কুলীয়া দিনতে। ষাঠিৰ দশকতে কবিতাৰ পাণ্ডুলিপি এটা তৈয়াৰ কৰিছিলোঁ এক দিস্তা কাগজেৰে। স্কুলীয়া বন্ধু-বান্ধৱে চাব যাতে নাপায় সেই বিষয়ে বৰ সচেতন হৈছিলোঁ। আটোম-টোকাৰিকৈ ৰখা সেই পাণ্ডুলিপি বস্তুটো কিন্তু অন্তৰ্ধান হ'ল। খবৰ আৰু কৰা নহ'ল। কি হ'ল, কোনো নিলে আদি প্ৰশ্ন উত্থাপন নকৰিলোঁ। এই বুলিয়েই যে, মই কবিতা লিখা বুলি আনে জানিব। মজাৰ কথাটো হ'ল আৰু দুই-তিনি বছৰমান আগতে পেহীৰ ল'ৰা এজনে (এওঁ এতিয়া শিক্ষক) মোক ক'লে যে, ককাইদেউৰ কবিতাৰ বহী এটা আমাৰ তাত আছিল আৰু তাক এতিয়া উঁয়ে গলাধঃকৰণ কৰিছে।

এই স্বভাৱটো এতিয়াও আছে। মনে মনে লিখোঁ, কোনোবা আহিলেই লিখা ফাইলটো লুকাই থওঁ। সৌৰভ কুমাৰ চলিহাই 'ৰামধেনু'ত গল্প প্ৰতিযোগিতাৰ বাবে গল্প লিখাৰ দৰে। মুঠতে এতিয়াও এই কথাটো কোনোবাই জানিলে বৰ লাজ অনুভৱ কৰোঁ। সত্তৰৰ দশকৰ শেষৰফালে কিজানি মোৰ প্ৰথম কবিতা প্ৰকাশ পায়। মনত আছে 'দুখন ছবি' শীৰ্ষক এটি কবিতা। তাৰ পিচৰপৰা আজিলৈ ছেগা-চোৰোকাকৈ হ'লেও মোৰ কবিতা প্ৰকাশ হৈ থকাটো মোৰ বাবে শুভ লক্ষণ বুলিয়েই মই অন্ততঃ ভাবি আছোঁ।

যোৱা শতিকাৰ ৮০-৯০ দশক হৈছে কবি নৰেন মজুমদাৰৰ কাব্য সাধনাৰ মাইলৰ খুঁটি। ৮০ দশকৰ আৰম্ভণিতেই গুৱাহাটীৰপৰা প্ৰকাশিত সৰোজ কুমাৰ



শৰ্মা সম্পাদিক 'চেতনা' নামৰ আলোচনী এখনৰ ৰঙালী বিহু সংখ্যাত শ্ৰীমজুমদাৰৰ তিনিটা কবিতা যথা— বিৱৰ্তনৰ দিনবোৰত', 'সিহঁতৰ বাবে' আৰু 'অনুভৱ' শীৰ্ষক কবিতা তিনিটা প্ৰকাশ পোৱাৰ লগতে উক্ত কবিতাকেইটাৰ সমালোচনাও উক্ত সংখ্যাত সুলেখা ভাৰ্গৱে দাঙি ধৰি কবিক উৎসাহিত কৰে। (এপ্ৰিল, ১৯৮১ চন)। শ্ৰীসতীশ চন্দ্ৰ চৌধুৰীদেৱৰ সম্পাদিত পাঠশালা সাহিত্য সভাৰ তিনিমহীয়া আলোচনী 'আলিপনা'ত কবিৰ সেইসময়ত (৮০-৯০ চনত) কেইবাটাও কবিতা প্ৰকাশ পায়। উক্ত আলোচনীয়ে সদৌ অসম ভিত্তিত আয়োজন কৰা কবিতা প্ৰতিযোগিতাত কবিজনে পুৰস্কাৰ বুটলিবলৈ সক্ষম হয়। ১৯৮০-৮১ চনতে কবি শ্ৰীনৰেন মজুমদাৰে আকাশবাণী গুৱাহাটীৰ যোগেৰে কবিতা পাঠ কৰি কাব্য সাধনাৰ পৰিচয় দাঙি ধৰিবলৈ সক্ষম হয়। আনহাতে বসন্ত কুমাৰ কলিতা সম্পাদিত (১৯৮০) 'সমাজ' নামৰ আলোচনী এখনতো তেখেতৰ কবিতা প্ৰকাশ পায়।

১৯৮২ চনত অসম সাহিত্য সভাৰ উদ্যোগত অনুষ্ঠিত হোৱা '১৯৪৭ চনৰ পিচত জন্মগ্ৰহণ কৰা আৰু ইতিমধ্যে কবি হিচাপে প্ৰতিষ্ঠা লাভ কৰা' কবিসকলৰ গুৱাহাটীৰ ভাগৱতী প্ৰসাদ বৰুৱা ভৱনত আয়োজন কৰা কবি সমাৰোহলৈ শ্ৰীমজুমদাৰ অসম সহিত্য সভাৰ প্ৰধান সম্পাদক ড° নগেন শইকীয়াদেৱৰ স্বাক্ষৰিত চিঠিৰে নিমন্ত্ৰণ লাভ কৰে। উক্ত কবি সমাৰোহ অনুষ্ঠিত হৈছিল ১৯৮২ চনৰ ১০ অক্টোবৰত। উক্ত কবি সমাৰোহৰ দিনা পুৱাৰ ভাগত 'স্বাধীনতা লাভৰ পিচৰ অসমীয়া কবি আৰু কবিতাৰ স্বৰূপ আৰু বিশিষ্টতা' শীৰ্ষক এখন আলোচনাচক্ৰও অনুষ্ঠিত হৈছিল। কবিয়ে উক্ত কবি সমাৰোহৰ আলোচনাচক্ৰ আৰু 'কবি চক্ৰ'ত উপস্থিত আছিল আৰু দুটিকৈ স্ব-ৰচিত কবিতা পাঠ কৰিছিল।

অসমৰ ন-পুৰণি কবিসকলৰ মাজত লেখক-লেখিকা সন্থাই আয়োজন কৰা (১৯৮১-৮২) কবিতা প্ৰতিযোগিতাত অংশগ্ৰহণ কৰি কবি শ্ৰীমজুমদাৰ পুৰস্কৃত হৈছিল। উক্ত কবিতা 'কবি কণ্ঠ' নামৰ তেখেসকলে প্ৰকাশ কৰি উলিয়ায় কবিতা সংকলনত প্ৰকাশ পাইছিল।

খুব সম্ভৱ ১৯৮৩ চনত তেখেতৰ কবিতা 'প্ৰকাশ' আৰু 'প্ৰান্তিক' আলোচনীত প্ৰকাশ পায়। ৮০ আৰু ৯০ দশকত এই কবিজনৰ বহুসংখ্যাক কবিতা উক্ত আলোচনী দুখনত প্ৰকাশিত হোৱাৰ লগতে তেখেতৰ কবি প্ৰতিভাই স্থায়িত্ব লাভ কৰে। এইজনা কবিৰ কবিতা পিচলৈ 'শ্ৰীময়ী', 'সূত্ৰধাৰ', 'গৰীয়সী' আদি উচ্চ স্তৰৰ সাহিত্য আলোচনীত প্ৰকাশ পায়। তাৰ বাহিৰেও 'অসম বাণী', 'দৈনিক অসম', 'নতুন দৈনিক', 'এদিন', 'জনমভূমি' আদি কাকতত তেখেতৰ কবিতা প্ৰকাশ হয়।

গুৱাহাটীৰ বিশ্ববিদ্যালয়ৰ মুখপত্ৰ 'তৰংগ'ত এইজনা কবিৰ বহুকেইটা উচ্চ মানবিশিষ্ট কবিতা প্ৰকাশ পায়। পলাশবাৰী সাহিত্য সভাৰ মুখপত্ৰ 'দখিণ কোল'ৰ তেখেতে এজন নিয়মীয়া কবি। ইয়াৰ বাহিৰেও উপৰহালী আঞ্চলিক কবি সমাজৰ মুখপত্ৰ 'কাব্যজ্যোতি', পূৰ্বাঞ্চলীক কবি কণ্ঠই প্ৰকাশ কৰি উলিওৱা 'কবিৰ অন্তৰংগ আলাপ', 'অয়ন' আলোচনীৰ লগতে দক্ষিণ কামৰূপৰপৰা বিভিন্ন সাহিত্য গোষ্ঠীয়ে প্ৰকাশ কৰি উলিওৱা প্ৰয়াভাগ মুখপত্ৰতে এইজনা কবিৰ কবিতা প্ৰকাশ পাইছে।

১৯৮৯ চনত কবিৰ প্ৰথম কাব্যগ্ৰন্থ 'অনুভৱ' যশস্বী সমালোচক ড° হীৰেণ গোহাঁইৰ পাতনিৰে সমৃদ্ধ হৈ প্ৰকাশ পায়। সুদীৰ্ঘ পাতনিখনত তেখেতে শ্ৰীমজুমদাৰৰ কবিতাৰ ওপৰত মন্তব্য এমেদৰে আগবঢ়াইছে— 'তেওঁৰ মেজাজ আৰু ভাব-অনুভূতিৰ বিশেষ চৰিত্ৰৰ বাবে তেওঁ অগ্ৰসসকলৰ ভিতৰত প্ৰধানকৈ নীলমণি ফুলনৰ প্ৰভাৱত পৰিছে। চিত্ৰৰ গাঢ়তা, শব্দৰ অৰ্থঘন আৰু লয়ৰ স্বচ্ছন্দ সুষমা তেওঁৰ কবিতাৰ আংগিকৰ বৈশিষ্ট্য। (ফুকনৰ প্ৰতি তেওঁ সেয়ে সুন্দৰ নিৰ্মালি দিছে 'নীলমণি' নামৰ কৱিতাত) অৱশ্যে কোনো কোনো কবিতাত যান্ত্ৰিক আৰু প্ৰেৰণাহীন অনুকৰণো দেখা যায়। কিন্তু এনে দুৰ্বলতা জয় কৰি যেতিয়া তেওঁ মৌলিক কবিতা ৰচনা কৰিব পাৰিছে, সি আধুনিক অসমীয়া কবিতাৰ সমলয়ত এক ব্যক্তিগত আৰু অনন্য ধ্বনি সংযোজন নকৰাকৈ থকা নাই। 'হাত দুখন ওপৰলৈ মই দাঙি ধৰি আছোঁ' বৃক্ষৰ প্ৰতীকটো বহুলাংশে সাৰ্থক আৰু অভিনৱ। সেইদৰে শ্ৰীকৃষ্ণৰ ঐতিহ্যসমৃদ্ধ পৰোক্ষ সূচনাত সমৃদ্ধ 'তোৰ ফুলকুমলীয়া ওঁঠত' কবিতাটি কলাৰ ঐন্দ্ৰজালিক শক্তিৰ প্ৰতি কবিৰ অভিনন্দন।"

আন এজন প্ৰসিদ্ধ সমালোচক নলিনীধৰ



ভট্টাচাৰ্যদেৱে 'অনুভৱ'ৰ ওপৰত অসমবাণীত (নৱেম্বৰ ২৫, ১৯৯৪) এটি সমালোচনা লিখি কবি নৰেন মজুমদাৰৰ কবিতা প্ৰশংসা কৰিছে। সকলো সংশয় আৰু সংকীৰ্ণতা ছিন্ন কৰি তেওঁ কল্যাণবোধৰ তীৰ্থত উপনীত হৈছেহি। তাৰ পিচত তেওঁ সাংস্কৃতিক উদ্বোধনৰ কথা ভাবিছে। জ্যোতিপ্ৰসাদৰ 'ফুল কুমলীয়া তনু'ৰ স্মাৰণ 'ফুল কুমলীয়া ওঁঠ'ৰ ব্যঞ্জনাত এই উদ্বোধনৰ ইংগিত দিছে কবিয়ে।

তোৰ হৃদয়খন লৈ ফুৰণে তই
তোৰ ওঁঠত
তোৰ তেজবোৰ ঢালি দিছনে তই
তোৰ বাঁহীত।

..... মজুমদাৰৰ 'ফুল কুমলীয়া ওঁঠ'ৰ দৰে কবিতাত দক্ষতা প্ৰকাশ পাইছে। কবিতাটি নৈৰ্ব্যক্তিকহৈয়ো আৱেগ মধুৰ হৈছে। কবিতা চেতন-অৱচেতন, প্ৰতীক উপমাৰ অপূৰ্ব জটিল ৰসায়ন বেদনাৰ পুলককেৰে বিদ্ধ শব্দৰ সহায়ত প্ৰকাশ পোৱা এক বিশেষ উপলব্ধি। মজুমদাৰে এই কথা জানে। তেওঁৰ ভৱিষ্যত উজ্জ্বল।"

টংলা মহাবিদ্যালয়ৰ ইংৰাজী বিভাগৰ অধ্যাপক শ্ৰীৰাজেন কলিতাৰ সুদীৰ্ঘ প্ৰবন্ধ 'কতিবাৰ আদৰ্শ আৰু আদৰ্শ কবিতা'ত বিগত দুটি দশকৰ কবিতা সম্পৰ্কে এটি আলোচনা (শ্ৰীময়ী ১-১৫ অক্টোবৰ, ১৯৯১) শ্ৰীনৰেন মজুমদাৰৰ 'অনুভৱ' আশীৰ দশকৰ এখন উল্লেখযোগ্য সংকলন বুলি উল্লেখ কৰি লিখিছে— "অনুভৱ'ৰ কবি নৰেন মজুমদাৰৰ সম্পৰ্কে ড° হীৰেণ গোগাঁইয়ে পাতনিতে কৈছে ঃ কাব্যৰ সাফল্য বা বিফলতাতে তেওঁ পৰীক্ষা আবদ্ধ। এই পৰীক্ষাত সফল হোৱা বাবে আমিও অবিমিশ্ৰ আনন্দ লাভ কৰিছোঁ।' সুলিখিত পাতনিখনৰ শেষত ড° গোহাঁইয়ে মজুমদাৰৰ কবিতাত বিশেষকৈ নীলমণি ফুকনৰ উপস্থিতিৰ কথা আঙুলিয়াই দিও কৈছে যে, তেওঁ মৌলিক কবিতা ৰচনা কৰিব নোৱাৰাকৈ থকা নাই আৰু সেইবোৰে আধুনিক কবিতাৰ সমলয়ত এক ব্যক্তিগত আৰু অনন্য ধ্বনি সংযোগ নকৰাকৈ থকা নাই। মজুদাৰৰ অনুভূতি সূক্ষ্ম আৰু পূৰ্হঠ। তেওঁৰ কবিতাসমূহত সমাজ চেতনাৰো অভাৱ আছে বুলিব নোৱাৰি, অৱশ্যে ইয়াৰ প্ৰকাশ পোনপটীয়া নহয় তেনে হোৱাটো আৱশ্যকীয়াও নহয়।"

তেখেতৰ দ্বিতীয়খন কাব্যগ্ৰন্থ 'স্পন্দিত পৃথিৱীৰ স'তে' লয়াৰ্ছ বুক ষ্টল, গুৱাহাটী ১৯৯৮ চনত প্ৰকাশ কৰি উলিয়ায়। উক্ত কাব্য গ্ৰন্থখনত ফৰাচী কাব্য সাহিত্যৰ ওজা, বিশিষ্ট কবি-সমালোচক আজিত বৰুৱাই নৰেন মজুমদাৰৰ কবিতাৰ ওপৰত মন্তব্য আগবঢ়াইছে এনেদৰে— "মোৰ ব্যক্তিগত ভাবনাত কবিতাত বৈচিত্ৰ্য সিদ্ধিৰ মাৰ্গত প্ৰধান পাথেয় হৈছে উপমা সৃষ্টি আৰু তীৰ্যক বচনভংগী। উপমা সৃষ্টিত শ্ৰীযুত মজুমদাৰ মোৰ মতে বহুতো ঠাইত সফল হৈছে। .... মোৰ মতে কাব্য ভাষাৰ আন এটি গুণ হৈছে আপেক্ষিক অনন্যতা। কল্পচিত্ৰৰ বৈশিষ্ট্যৰদ্বাৰা কাব্য ভাষাত এই গুণ সংযোগ কৰিব পাৰি। অসমৰ গ্ৰামীণ নৈসৰ্গিক সৌন্দৰ্য মনোহৰ আৰু বৈশিষ্ট্যময়। মই নিজে এই কল্পচিত্ৰৰ ব্যৱহাৰ কৰি ভালপাওঁ আৰু যিসকলে মোৰ উপদেশ বিচাৰে তেওঁলোকক মই বিমূৰ্ত বিশেষণ আৰু গুণবাচক বিশেষ্যৰ পৰিৱৰ্তে ইংগিত আৰু প্ৰতীকময় অসমৰ গ্ৰামীণ নৈসৰ্গ দৃশ্যৰ মানস চিত্ৰ ব্যৱহাৰ কৰিবলৈ উপদেশ দিওঁ। শ্ৰীযুত মজুমদাৰৰ কবিতাত অসমৰ গ্ৰামীণ দৃশ্যৰ চিত্ৰকলাৰ যথেষ্ট ব্যৱহাৰে মোক মুগ্ধ কৰিছে।"

এটি সম্পূৰ্ণ কবিতা হিচাপে 'তেওঁক মই পাহৰি যোৱা নাই' কবিতাটি মোৰ বৰ ভাল লাগিছে। কাৰণ, এই কবিতাটোত বেছি 'কাব্যিক' শব্দৰ ভীৰ নাই। আৱেগৰ আন্তৰিকতাৰো আভাস পোৱা যায়। সংগীত নহ'লে কাব্য নহয়। সেই ফালৰপৰা কবিৰ 'ৰূপ সমুদ্ৰৰ নাচ' কবিতাটো উত্তীৰ্ণ হৈছে।

আন এজন প্ৰসিদ্ধ সমালোচক নলিনীধৰ ভট্টাচাৰ্যদেৱে মজুমদাৰৰ স্পন্দিত পৃথিৱীৰ স'তে কাব্যগ্ৰন্থখনৰ 'এটি অভিমত'ত এনেদৰে ব্যক্ত কৰিছে— 'তেওঁ প্ৰত্যয় আৰু প্ৰত্যাশাৰ কবি। 'স্পন্দিত পৃথিৱীৰ স'তে' তেওঁ কেন্দ্ৰবিন্দুলৈ গতি কৰাৰ স্বপ্ন দেখিছে; কেন্দ্ৰবিন্দু হ'ল মানুহৰ মংগলময় ভৱিষ্যৎ। স্বপ্ন তেওঁৰ নিৰালম্ব নহয়, বাস্তৱ সম্বন্ধে তেওঁ সচেতন। দুখত ক্লান্ত সৰু সৰু মানুহৰ জীৱনৰ আৱৰ্জনা তেওঁ প্ৰত্যক্ষ কৰিছে; দুঃস্বপ্ন আৰু ঘনঘোৰ অন্ধকাৰৰ মাজেদি গৈছে, বতাহ ঘোলা বসন্তৰ উমান পাইছে আৰু খণ্ডিত বিশ্বৰ বিচ্ছিন্নতা অনুভৱ কৰিছে। চহৰৰ অন্ধগলি আৰু বৰ্বৰ প্ৰাচুৰ্যৰ লগত তেওঁৰ যেনেকৈ চিনাকি আছে, ঠিক





তেনেকৈ গাঁৱৰ গৰখীয়া বাঁহীৰ স্তব্ধতাৰ স'তেও ঘনিষ্ঠ পৰিচয় আছে। তেওঁৰ ইতিহাসবোধ আছে, সমকাল সম্বন্ধে চেতনা আছে— এই আটাইবোৰে তেওঁৰ কাব্য ৰুচিক সংহত কৰিছে।

২০০৪ চনত কবিৰ তৃতীয়খন কাব্যগ্ৰন্থ 'ধোঁৱা আৰু আতংক' প্ৰকাশ হয়। উক্ত কাব্য গ্ৰন্থৰ 'ব্যক্তিগত অনুভৱ' শীৰ্ষক পাতনিত কবিয়ে নিজকে প্ৰশ্ন কৰিছে এনেদৰে— 'মাজে মাজে ভাব হয় কবিতাৰ দৰে মহান শিল্পকৰ্মৰ বিষয়ে মই বাৰু কিমান অৱগত। ইয়াৰ পৰিধি, বিস্তৃতি বা গভীৰতাৰ বিষয়ে কিমানেইবা সন্দেহ পাওঁ। আৰু এনেকুৱা ধৰণৰ প্ৰশ্নবোৰ আহিলেই মোৰ মনলৈ আৰু এটা প্ৰশ্ন আহে— মই জানো কবি'?..... মোৰ ইতিমধ্যে প্ৰকাশ হোৱা কাব্যগ্ৰন্থ দুখনৰ মূল সুৰ হয়তো প্ৰত্যাশা, বিমল আনন্দ আৰু বিষাদবোধ। শৈশৱ, কৈশোৰ, যৌৱনৰ দিনবোৰ তাৰ সমাজ আৰু সামাজিক তথা ব্যক্তিমনৰ নিৰাৱেগ ভালপোৱা আৰু মানৱীয় চৰিত্ৰসমূহে যে মানসিক গঠনত অভূতপূৰ্বভাৱে লগ দিছিল— আজিও উপলব্ধি কৰোঁ। ঐশ্বৰ্যশালী প্ৰকৃতিয়ে আমাৰ মন চহকী কৰাতো যে সহায় কৰিছিল, সিয়ো অনুভূত হয়। কিন্তু সময় পৰিৱৰ্তনশীল। পৰিৱৰ্তনশীল সময়ৰ ভাঁজে ভাঁজে সামাজিক তথা ব্যক্তিগত ভাবনাৰ পৰিৱৰ্তন হোৱাতো এক চিৰাচৰিত প্ৰথা। এতেকে শিল্প সাহিত্যৰ পৰিৱৰ্তনৰ ধাৰাও ইয়াৰ লগত সংযুক্ত। যোৱা প্ৰায় বিশটা বছৰ অসমৰ সমাজ জীৱন, ৰাজনৈতিক আকাংক্ষাৰ পৰিৱৰ্তনৰ ত্বৰান্বিত ধাৰাটো অতি স্পষ্ট যদিও এই ধাৰাই অসমীয়া সমাজ-সংস্কৃতি তথা ৰাজনীতিলৈ কোনো ধৰণৰ উচ্চস্তৰীয় ভাবনা কঢ়িয়াই আনিব নোৱাৰাটো এক বেদনাদায়ক ঘটনাৰ সমষ্টি মাথোঁ। এই সময়ছোৱাত মানুহৰ জিঘাংসু প্ৰবৃত্তিসমূহ অতি বৰ্বৰ ৰূপ ধাৰণ কৰাটো এক লেখত ল'বলগীয়া পৰিঘটনা। ক্ষমতা লিপ্সাৰ দুৰ্নীতি, ভেদাভেদ, মানৱীয় গুণসমূহৰ অৱলুপ্তি আদিয়ে আমাক বৰ্তমান এক অনিশ্চিত যাত্ৰাৰ ফালেহে অগ্ৰসৰ হোৱাত সহায় কৰিছে। এনে অৱলুপ্ততাই সাহিত্য সৃষ্টিৰ বিশেষকৈ সৃজনশীল সাহিত্য সৃষ্টিত যে অৰিহণা যোগোৱা নাই, সি বহুলাংশে সত্য। প্ৰেম-প্ৰত্যাশাৰ ভাবনা ক্ৰমশ উদ্বেগ অশান্তি আৰু অনিশ্চয়তাৰ মাজত যেন হেৰোৱাৰ উপক্ৰম ঘটিছে; কিন্তু তাৰ মাজতে কবিয়ে লিখকে সমসাময়িক জগতৰনৰ চিত্ৰ আঁকিব লাগিব— তেজেৰে হৃদয়েৰে, সি যিমানেই ত্ৰুৰ আৰু হতাশজনক নহওক কিয়। মানৱীয় গুণসমূহক এই ব্যভিচাৰ আৰু নিৰ্দয়তাৰ মাজতো উন্মোচন কৰিব লাগিব নতুন সৃষ্টিৰ নৱ প্ৰেৰণাৰে।"

ইতিমধ্যে অসমীয়া কাব্য সাহিত্যত উচ্চ মানবিশিষ্ট কবিতা লিখি আৰু বৰ্তমান সমালোচনা সাহিত্যৰ আঁত ধৰিবলৈ পুৰুষাৰ্থ কৰি সফল কাম হোৱা প্ৰখৰ অধ্যয়নশীল ড° এম্. কামালুদ্দিন আহমেদ গুৱাহাটীৰ বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক।

২০০৫ চনৰ শাৰদীয় সংখ্যা 'জনমভূমি' 'নৰেন মজুমদাৰৰ কবিতা' শীৰ্ষক সমালোচনাত্মক প্ৰবন্ধ এটিত কবি মজুমদাৰ তিনিওখন কাব্যগ্ৰন্থৰ ওপৰত আলোকপাত কৰিছে। ইতিমধ্যে আগতে বিশ্লেষণ দাঙি ধৰা সমালোচক কেইজনৰপৰা আঁতৰি আহি তেখেতে আন কিছু সংখ্যক (অনুভৱ আৰু স্পন্দিত পৃথিৱীৰ স'তে) কবিতাৰ ওপৰত আলোকপাত কৰিছে।

'মজুমদাৰৰ তৃতীয় তথা শেহতীয়া সংকলন 'ধোঁৱা আৰু আতংক'ত সৰ্বমুঠ ঊনচল্লিশটা কবিতা সন্নিৱিষ্ট হৈছে। 'শাল গছে ভৰি থকা', 'নৰমল্লিকা', 'তোমাক থওঁ য'ত', 'গহুৰ', 'বুকুত গজি উঠা' আৰু 'বেলি' কাব্যগ্ৰন্থখনৰ ভাল কবিতা। প্ৰথমটো কবিতা 'শাল গছে ভৰি থকা'ৰ কাব্যিক সিদ্ধি সঁচাকৈয়ে চমকপ্ৰদ আৰু অসমীয়া কবিতাৰ ই এটা উজ্জ্বল কবিতা। বৰ্ণনাত্মক শৈলীৰ ৰূপকাত্মক প্ৰয়োগৰ কবিতাটিত এটি প্ৰতীকি যাত্ৰা মূৰ্ত হৈ উঠিছে। অৱশ্যে বিশুদ্ধ প্ৰতীকবাদী শৈলীৰে ইয়াক বহুমাত্ৰিক কৰি তুলিবলৈ কবিয়ে বিচৰা নাই।"

"আশীৰ দশকৰপৰা সাম্প্ৰতিকলৈকে অসমীয়া কবিতাৰ নিৰন্তৰ চৰ্চা কৰি অহা নৰেন মজুমদাৰৰ এতিয়ালৈকে তিনিখন কাব্য সংকলন প্ৰকাশ পাইছে ঃ অনুভৱ (১৯৮৯), স্পন্দিত পৃথিৱীৰ স'তে (১৯৯৮) আৰু ধোঁৱা আৰু আতংক (২০০৪)। এটি বহল পৰিপ্ৰেক্ষিতত কবিয়ে জীৱন আৰু জগতক নিৰীক্ষণ কৰিব পাৰিছে বুলিয়েই তেওঁ নৈৰ্বক্তিকতা অৰ্জন কৰিব পাৰিছে। আমাৰ তৰুণ কাব্য চৰ্চাকাৰীৰ বাবে ই নিঃসন্দেহে এটি শিক্ষাপ্ৰদ অভিজ্ঞতা।"

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, ডিব্ৰুগড়



বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক ড° নগেন শইকীয়াই কবিক চিঠিৰে প্ৰথম দুখন কাব্য সংকলনৰ ওপৰত মতামত দাঙি ধৰি লিখিছে— 'নতুন শব্দচিত্ৰৰ মৌলিকত্ব (উবুৰি খাই পৰা দুখ, ৰহস্যৰ কুঁৱলীয়ে বুকু খুন্দিয়াই থাকে, অকাল গৰ্ভপাতত উচ্ছন্ন হোৱা পথাৰ, শেলুৱৈৰ দৰে পিছল দিন ইত্যাদি) ই মোক আনন্দ দিছে।" 'প্ৰথমখনৰ স্বতঃস্ফূৰ্ততা দ্বিতীয়খনত বহু পৰিমাণে পৰিশীলিত। প্ৰথমখনৰ অনুভৱ সতেজ, দ্বিতীয়খন নিয়ন্ত্ৰিত বুলি কবিক অভিনন্দন জনাইছে।

ইয়াৰ বহিৰেও বাতৰি কাকত আৰু আলোচনীৰ পাতত ৰবীন্দ্ৰ বৰা, দীপক কুমাৰ দাস আদিয়েও নৰেন মজুমদাৰৰ কবিতাৰ ওপৰত যথাসাধ্যে আলোচনা কৰিছে।

**তেওঁক আমি সুধিছিলোঁ— আপোনাৰ জীৱনৰ বিষয়ে কিবা ক'ব নেকি? জীৱন পৰিক্ৰমা সম্পৰ্কে শ্ৰীমজুমদাৰদেৱে আমাক জনায় এনেদৰে—**

পৰম্পৰাগতভাৱে আমাৰ পৰিয়ালত কৃষি আৰু বেপাৰ চলিছিল। বুঢ়াপিতাই কৰি অহা সূতাৰ বেপাৰ দেউতাই হাতত তুলি লৈছিল। প্ৰাক স্বাধীনতা কালত কিজানি আমাৰ চুবুৰীটোৰ প্ৰতি ঘৰ মানুহৰ কোনোবা নহয় কোনোবাই বিভিন্ন বেপাৰ কৰি লক্ষ্মী দেৱীক আদৰিছিল। সেইবাবে হয়তো আমাৰ চুবুৰীটোৰ নাম আছিল 'হাটুৱাপাৰা'।

মনত পৰে বুঢ়াপিতাই শীতকালত তেখেতে উৰি থকা তেলাচখনেৰে মোকো সাঙুৰি লৈ বুঢ়ীমায়ে যতনাই দিয়া হোকা হুপি হুপি মোক ৰামায়ণ-মহাভাৰতৰ কাহিনী শুনোৱাৰ লগতে অলেখ সাধুকথা শুনাইছিল। লহ-বিলাহ, অনন্দ-স্ফূৰ্তিৰে মোৰ শৈশৱ অতিবাহিত হৈছিল। প্ৰকৃতিৰ বিনন্দীয়া ৰূপ চাই, পথাৰত 'হাফালা' খেলি খেলি, লগ-সমনীয়া আৰু সৰু মা, পেহীহঁতৰ লগত পথাৰত মাছ মাৰি, বাৰিষাৰ টিপিচিপিয়া হৈপৰা পথাৰৰ পানীত মাটিত ভৰি-হাত ৰাখি সাঁতোৰৰ কৌশল আয়ত্ব কৰিছিলোঁ যেন।

সৰপাৰা গাঁওখন বৃহৎ গাঁও। হিন্দু-মুছলমান উভয় সম্প্ৰদায়ে একেখন পথাৰত খেতি-বাতি কৰি, বিহুৰে-সংক্ৰান্তিয়ে সংস্কৃতিৰ মেলা পাতি, সেই সময়ত এখন আদৰ্শ গাঁও হিচাপে চিহ্নিত হৈছিল। আজিও তাৰ অৱক্ষয় হোৱা নাই বুলি অনুভৱ কৰোঁ। আমি মিৰ্জালৈ স্থানান্তৰিত হোৱাৰ সময়ত অৰ্থাৎ ১৯৬০ চনত মিৰ্জা আছিল এখন জয়াল ঠাই। সেই সময়তে মিৰ্জা 'মডেল টাউন' হিচাপে সজোৱাৰ বৃহৎ পৰিকল্পনা চৰকাৰে গঢ়ি তুলিছিল।

পলাশবাৰী গৰাখহনীয়াত উপায়ন্তৰ হোৱা কিছু পৰিয়াল সেই সময়ত মিৰ্জাল স্থানান্তৰিত হৈছিল। পলাশবাৰী আৰ. বি. হাইস্কুলো ৬০ দশকৰ আগতেই মিৰ্জালৈ স্থানান্তৰিত হৈছিল। মিৰ্জা পাহাৰত গৰু চ'ৰা, খোদনত চখতে শিল ভঙা, গধূলি মিৰ্জা চ'কত চাকিৰ পোহৰত জুলি উঠা পোহাৰীবিলাকৰ মাছ চাই চাই তেতিয়া কি যে আনন্দ লভিছিলোঁ।

দেউতাৰ সূতাৰ বেপাৰে আমাৰ পৰিয়ালটোলৈ যিমান স্বচ্ছতা আনিছিল, দেউতাৰ স্বভাৱৰ বাবে, বিশেষকৈ মদ আৰু জুৱাক আসক্ত হৈ পৰা বাবে, পৰিয়াললৈ দুখ-যন্ত্ৰণাৰ লগতে সীমাহীন হাহাকাৰ নমাই আনিছিল। ১৯৬৮ চনত মই আৰ্য বিদ্যাপীঠ কলেজত পঢ়িছিলোঁ। কিন্তু দেউতাৰ বেপাৰৰ দেউলীয়া অৱস্থা আৰু খেতি-বাতিৰপৰা ধান সংগ্ৰহ নোহোৱাত,মই আৰু গুৱাহাটীলৈ পঢ়িব যাব নোৱাৰিলোঁ। দক্ষিণ কামৰূপ কলেজত নামভৰ্তি কৰি কোনোমতে বি. এ. মহলাত পঢ়ি থাকিলোঁ। কিন্তু দুৰ্যোগে এনেদৰে গোৱা মাৰি ধৰিলে যে, ঘৰৰ অৱস্থালৈ চাই, বিশেষকৈ সৰু সৰু ভাইটি-ভণ্টিহঁতৰ মুখলৈ চাই পঢ়াৰ লগতে মিৰ্জা চ'কত চাহ দোকানৰো আৰম্ভণি কৰিলোঁ। মিৰ্জা চ'কৰ চাহ দোকান ত্যাগ কৰি মিৰ্জাত নতুনকৈ হোৱা লক্ষী চিনেমাহলৰ সন্মুখত নতুনকৈ চাহ দোকান পাতি ঘৰখনৰ আৰ্থিকত কিছু সহায় কৰিছিলোঁ। ১৯৭০ চন। চাহ দোকানত আস্থা হেৰুৱাই, চাকৰি অন্বেষণত শ্বিলঙলৈ গুচি গ'লোঁ। চাকৰি তাত নহ'ল, ৩০০ টকা ঘোচ দিব নোৱাৰাৰ বাবে। ঘোচ নিদিলে, মানে আদৰ্শ আছিল ঘোচ দি চাকৰি নোলোৱাৰহে। কিন্তু ঘৰখনৰ সমস্ত দায়িত্ব ল'বলগা হ'ল তেতিয়াৰপৰাই। দেউতা মানসিকভাৱে নিস্প্ৰভ হৈ পৰিল। টকা-পইচা নোহোৱা মানে লগ-সংগ নোহোৱা। বেপাৰো সম্পূৰ্ণভাৱে পৰিত্যাগ কৰিবলগা হ'ল। অধ্যয়ন আৰু কৰ্মসংস্থাপন হৈ পৰিল মোৰ বাবে অপৰিহাৰ্য বিষয়।

১৯৭৫ চনৰ আগষ্টত মোৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ





পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতিত ড° ভবেন্দ্ৰনাথ শইকীয়াছাৰৰ অনুগ্ৰহত চাকৰি হয়। সুদীৰ্ঘ ৩৩ বছৰ চাকৰি কৰাৰ পিচত ২০০৮ চনৰ ৩১ জুলাইত মই চাকৰিৰপৰা অৱসৰ লওঁ।

১৯৭৬ চনত মোৰ বিবাহ কৰ্তত পঞ্জীভুক্ত হয়। এজনী ব্ৰাহ্মণ সম্প্ৰদায়ৰ যুৱতী চাৰু দেৱীয়ে মোৰ হ'ল সহধৰ্মিনী। সেই সময়ৰ এনে কাৰ্যই ঘৰখনৰ লগতে আনকো কিছু বিশেষকৈ ভাগি-গোষ্ঠীক বিব্ৰত কৰিছিল যে তাত কোনো সন্দেহ নাই; কিন্তু মোৰ (বৰ্তমান মৃত) অনাখৰি শাহু স্বৰ্গীয়া নৰেশ্বৰী দেৱী যি মমতা আৰু মানৱতাৰে আমাৰ বিবাহক ওলগনি জনাইছিল, সিয়ে মোক এতিয়াও শিলৰ মাজেৰে বৈ অহা নিজৰাৰ কুলু কুলু সংগীতৰ দৰে আনন্দ দিয়ে। ৰক্ষণশীল ব্ৰাহ্মণ সমাজৰ এজনী বিধৱা শাহু, কেনেকৈ সমাজ জীৱনৰ কুসংস্কাৰ আৰু অন্ধবিশ্বাসৰ পৰিধি ভাঙি আধুনিক মনৰ চিনাকি দিব পাৰিছিল, ই এক ভাবিবলগীয়া প্ৰশ্ন হৈ আজিৰ দিনটো উত্থাপন হ'ব পাৰে। কাৰণ মানুহ আজিও যেন কুসংস্কাৰ আৰু অন্ধবিশ্বাসৰ মাজত নতুনকৈ লালিত-পালিত হ'ব ধৰিছে।

আমাৰ চাৰিটা ল'ৰা-ছোৱালীৰ (কৰবী, মিতালী, সঞ্জীৱ আৰু ইভা) মাজৰ তিনিটাই ছোৱালী, এজন ল'ৰা। সঁচা কথা ক'ব লাগিলে আৰ্থিক অনাটনৰ দৰ্যোগৰ মাজতেই মোৰ জীৱন পৰিচালিত; কিন্তু হ'লেও মই মোৰ ল'ৰা-ছোৱালীক উপযুক্ত শিক্ষা দি মানুহ হোৱাৰ শিক্ষা দিছোঁ। ইতিমধ্যে ডাঙৰ ছোৱালী দুজনীক উপযুক্ত পাত্ৰৰ হাতত সপি দিছোঁ। মাজিৰিগাঁৱৰ যুগল বৰুৱা আমাৰ ডাঙৰ জোঁৱাই। সিহঁতৰ দুটা ল'ৰা সন্তান। সৰুজনী ছোৱালী কোঁচপাৰা গাঁৱৰ হেমন্ত কুমাৰ শৰ্মাৰ লগত বিয়া হৈছে। সিহঁত দুয়োৰো এটি ল'ৰা সন্তান। গোটেই সৰুজনী ছোৱালী কলেজ এখনক কাম কৰি আছে, আনহাতে একমাত্ৰ পুত্ৰ গুৱাহাটীত চাকৰিৰ খাতিৰত কাম কৰি আছে। উল্লেখযোগ্য যে মোৰ চাৰিওটা সন্তানেই উচ্চ শিক্ষিত, তাৰ দুজন এম. এ. পাছ কৰা।

কবি জীৱনৰ আৰম্ভণিৰপৰা আজিলৈ যিজন মানুহৰপৰা মই কাব্য চৰ্চাৰ প্ৰেৰণা পোৱাৰ মৰম, উপদেশো লাভ কৰিছোঁ। উদাৰ মানৱতাই মোৰ মানসিক জগতখনক এটি পোহৰৰ ঢৌ দিলে মোৰ অকৃত্ৰিম চেনেহে যাৰ জীৱন মহীয়ান কৰি তুলিছে, সেই ব্যক্তিজন আন কোনো নহয়— তেখেত হ'ল ড° হীৰেণ গোহাঁই ছাৰ। মোৰ এই প্ৰিয় ব্যক্তিজনক আজিও মই অন্তৰৰ পৱিত্ৰতাৰে শ্ৰদ্ধা জনাওঁ।

**চাকৰি জীৱনৰ ব্যস্ততাপূৰ্ণ দিনবোৰ সামৰি আপুনি এতিয়া ঘৰত থাকিব। আপোনাৰ ভৱিষ্যৎ পৰিকল্পনা কি বুলি প্ৰশ্ন কৰাত অমায়িক কবি মজুমদাৰদেৱে আমাক কৈছিল—**

সুদীৰ্ঘ ষাঠি বছৰৰ পিচত মই অতীতলৈ ঘূৰি চাইছোঁ। কি ৰোমাণ্টিক আৰু চেলেঞ্জিং মোৰ জীৱন। শৈশৱ, কৈশোৰ, যৌৱনত লগ পোৱা বন্ধুসকলক মই পাহৰি যোৱা নাই। এওঁলোকৰ দুই-চাৰিজনে ইতিমধ্যে নশ্বৰ দেহত্যাগ কৰিছে। এই গোটেই সময় পৰিক্ৰমাক মই এখন উপন্যাসৰ মাজত বন্দী কৰিব বিচাৰিছোঁ; কিন্তু মানসিক অস্থিৰতাৰ বাবে তাক মই বাস্তৱ ৰূপ দিয়াত ব্যথ: হৈছোঁ। এই উপন্যাসখন চাৰি-পাঁচবাৰমান নতুন নতুন ৰূপত কেতিয়াবা এশ পেজ কেতিয়াবা তাতোকৈ অধিক পেজ লিখি নিৰাশাত ভুগী বাদ দিছোঁ।

মোৰ বহুতো কবিতা এতিয়াও অপ্ৰকাশিত হৈ বাকচৰ মাজত আবদ্ধ ফাইলত, ডায়েৰী আদিত সযতনে পৰি আছে। সেইবোৰ উদ্ধাৰ কৰি তাৰপৰা মোৰ চতুৰ্থখন কাব্যগ্ৰন্থ প্ৰকাশ কৰিম বুলি বৰ্তমান দৃঢ় হৈ আছোঁ। আনহাতে প্ৰায় দহটামান গল্পৰ গল্প সংকলন এখনো মই সোনকালে প্ৰকাশ কৰিম বুলি ভাবি আছোঁ; কিন্তু সেইটো নিৰ্ভৰ কৰিব মোৰ মন-মেজাজ আৰু আৰ্থিকৰ ওপৰত।

গদ্য ৰচনাতো সিদ্ধহস্ত মজুমদাৰদেৱৰ অৱসৰকালীন পৰিকল্পনা শুনি উজ্জীৱিত হৈছিলোঁ, কাৰণ ধোঁৱা আৰু আতংক কাব্যখনৰ 'ব্যক্তিগত অনুভৱ' সম্পৰ্কে যিখিনি কথা ব্যক্ত কৰিছিল, তাৰ মাজতে গদ্যৰো যে তেখেত এজন সুলেখক উন্মোচিত হৈছিল। এই কাব্যগ্ৰন্থৰ পাতনিখন উচ্চস্তৰীয় ভাবনা-চিন্তাৰে সমুজ্জল এখন অগতানুগতিক ৰচনা। অচিৰেই আমি সাহিত্য প্ৰেমীয়ে তেখেতৰ উপন্যাস আৰু গল্পৰ জুতি লগা সোৱাদো পাম।

দক্ষিণ পৰীয়া কবিকুলক বৰ্ণাঢ্য কৰা কবিসকলৰ



মাজত মজুমদাৰদেৱৰ কাব্য প্ৰতিভা নিশ্চয় ভৱিষ্যতৰ সময়তো ভাস্বত হৈ থাকিব। অৱশ্যে কাব্যৰ সূক্ষ্ম কাৰুশিল্পৰ লগত অনভিজ্ঞ পাঠকে কবি মজুমদাৰৰ উপমা, চিত্ৰকল্প আৰু কাব্যিক ব্যঞ্জনা ভেদি কবিতাৰ অতল তলিত নিমজ্জিত ৰস আস্বাদন কৰিব পাৰিবনে সন্দেহৰ বিষয়। সেয়ে কবি প্ৰতিভা হিচাপে তেখেতে যিমান সুপৰিচিত হ'ব লাগিছিল, পৰা নাই। আনহাতে কবিৰ নিজৰ ভাষাৰে 'মনে মনে লিখো— কোনোবাই আহিলেই লিখা ফাইলটো লুকাই থওঁ' এই আত্মগোপন আজিও আছে। এইটো প্ৰণিধানযোগ্য যে, যাৰ দৃষ্টি দিগন্ত প্ৰসাৰী, তেওঁ নিজ সৃষ্টিৰ ওপৰত সন্দিহান ভাব এটি মনত লৈ অনবৰতে ফুৰে। আত্মসমালোচনা প্ৰতিগৰাকী স্ৰষ্টাৰ নিজ সৃষ্টিক সাৰ্থক, সুন্দৰ আৰু গভীৰ কৰাৰ পাশুপাত অস্ত্ৰ। ফিটাহি, দম্ভ আৰু আত্ম অহংকাৰে মানুহক আত্ম সমালোচনা, আনৰ সমালোচনা শুনাৰ বা কৰাৰপৰা বিৰত ৰাখে। যাৰ ফলত সৃষ্টিসমূহ বেছি ভাগৰে মুজুৰা, তৰাং হৈ আহিবলৈ বাধ্য হয়। মজুমদাৰদেৱৰ নিৰহংকাৰ, বিনয়ী, নিৰ্জু স্বভাৱে এতিয়াও পাঠ গ্ৰহণ আৰু সৃষ্টিক পৰিমাৰ্জিত কৰাৰ আন্তৰিক তাগিদাৰে তেওঁৰ ভিতৰভাগ ভৰাই ৰখা যেন লাগে। সেয়ে তেওঁ অজস্ৰ কবিতা মনে মনে লিখে, কাটে, হেৰাই; আৰু যেন কষটি শিলত নিজ সৃষ্টিক ঘঁহি-পিহি নিমজ কৰাৰ আখৰা, বাসনা। তেওঁৰ লগত কথা পাতিলেও এনে লাগে যে, বহুতৰ মাজত হাঁহি-মাতি আছে যদিও তেখেত যেন বেলেগ জগত এখনত বিচৰণ কৰি আছে। জীৱন, জগত আৰু আত্ম অন্বেষণৰ এই আদি-অন্তহীন যাত্ৰাই যে এদিন কবিক বিস্তৃত পৰিধিলৈ নিব— আমি আশাবাদী।❑







# অনুভূতি
# প্ৰয়াত ডাঃ প্ৰমোদ কলিতাৰ স্মৃতিত

**হিতেন মালী**

সেইদিনা আছিল ৩০ আগষ্ট, ২০০৮ ইং চন। হঠাৎ ধুমুহা বতাহজাকৰ দৰে দক্ষিণ কামৰূপ অঞ্চলত বিয়পি পৰিল এজন সৰল মনৰ ব্যক্তিৰ মৃত্যুৰ বাতৰি। সেইজন হৈছে পলাশবাৰী সাহিত্য সভাৰ সদস্য, সাংবাদিক, শিল্পী, প্ৰবন্ধ লিখক, সমাজ সেৱক, বিশিষ্ট হোমিঅ' চিকিৎসক ডাঃ প্ৰমোদ চন্দ্ৰ কলিতা। প্ৰমোদদাৰ মৃত্যুৰ খবৰ মিৰ্জা অঞ্চলত পোৱাৰ লগে লগে মিৰ্জা বাসীক চিন্তিত কৰিছিল। মিৰ্জা অঞ্চলৰ প্ৰায়বোৰ সামাজিক অনুষ্ঠানৰ লগত জড়িত থকা কলিতাৰ মৃত্যুৱে সমাজৰ ক্ষতি কৰিছে। মিৰ্জা অঞ্চলৰ জনপ্ৰিয় হোমিঅ' চিকিৎসক প্ৰমোদ কলিতাৰ হোমিঅ' চেম্বাৰ আছিল সাংবাদিক, সাহিত্যিক, সামাজিক, ৰাজনৈতিক আদি বিষয়ত আলোচনা কৰা আড্ডাস্থলী। আড্ডাস্থলীত এতিয়া শূন্যতাই বিৰাজ কৰিছে। সকলো সময়তে হাঁহি-ধেমালি কৰি থাকি ভাল পোৱা প্ৰমোদদা আছিল এগৰাকী সৰল মনৰ ব্যক্তি। মানুহৰ মন সহজে জয় কৰিব পৰা ডাঙৰ গুণ আছিল প্ৰমোদদাৰ। সমাজৰ বিভিন্ন সমস্যা সমাধানত ৰাইজে লোৱা যি কোনো পদক্ষেপতে তেখেতৰ সাহসী ভূমিকাই সকলোকে অনুপ্ৰেৰণা দিছিল। সদায় মানুহৰ সংগ ভালপোৱা প্ৰমোদদাই সকলোকে সৎ হৈ থাকিবলৈ আৰু সামাজিকভাৱে জড়িত হৈ সমাজৰ উন্নতিৰ হকে কাম কৰি যাবলৈ উপদেশ দিছিল। পলাশবাৰী সাহিত্য সভাৰ মুখপত্ৰ 'দখিণ কোল'ৰ পঞ্চদশ আৰু একবিংশতিতম সংখ্যা দুটিয়ে পাঠশালা সাহিত্য সভাৰ উদ্যোগত অনুষ্ঠিত কৰা স্মৃতিগ্ৰন্থ প্ৰতিযোগিতাত শ্ৰেষ্ঠ স্মৃতিগ্ৰন্থৰ বঁটা লাভ কৰি সমগ্ৰ দক্ষিণ কামৰূপলৈ গৌৰৱ কঢ়িয়াই আনিছিল। উল্লেখ্য যে, উক্ত সংখ্যা দুটিৰ সম্পাদনাৰ দায়িত্বত আছিল— ডাঃ প্ৰমোদ চন্দ্ৰ কলিতা আৰু ফণীন্দ্ৰ চন্দ্ৰ ঠাকুৰীয়া। প্ৰমোদদাই গুৱাহাটীৰপৰা প্ৰকাশিত 'আজিৰ অসম' কাকতখনৰ মিৰ্জাৰ নিজা প্ৰতিবেদক হৈ অঞ্চলটোৰ বিভিন্ন বা-বাতৰি পৰিবেশন কৰি সমাজ উন্নয়নত লোৱা ভূমিকা আছিল উল্লেখযোগ্য। সাংবাদিকসকলৰ উমৈহতীয়া মঞ্চ 'আপকু'ৰ দৰে এটি মহৎ অনুষ্ঠানৰ কামৰূপ জিলাৰ সভাপতি হোৱাৰ উপৰিও পিচলৈ 'আজুৰো' কামৰূপ জিলাৰ সভাপতি হৈ সমাজ সেৱা কৰি গৈছিল। পলাশবাৰী সাহিত্য সভাৰ উপৰিও ডাঃ কলিতাই পলাশবাৰী সংস্কৃতি বিকাশ ভৱন, মিৰ্জা স্পোৰ্টচ্ ক্লাৱ, মিৰ্জা ব্যৱসায়ী সন্থা, মিৰ্জা সাহিত্য সদন আদি অনুষ্ঠানৰ লগত জড়িত হৈ নিঃস্বাৰ্থভাৱে সমাজৰ উন্নতিৰ হকে কাম কৰি গৈছিল। সময়ৰ আহ্বানক আমি কোনেও বাধা দিব নোৱাৰোঁ। নোৱাৰোঁ মৃত্যুক বাধা দিবলৈ। সেয়েহে গতিপথৰ মাজতে নিয়তিৰ নিষ্ঠুৰ বিধান মানি প্ৰমোদদায়ো সকলোকে কন্দুৱাই চিৰদিনৰ বাবে ইহ সংসাৰৰপৰা গুচি গ'ল। থাকি গ'ল তেখেতৰ কৰ্মৰাজিৰ স্মৃতিবোৰ। তেখেতৰ বিদেহী আত্মাই চিৰশান্তি লাভ কৰক তাৰেই কামনাৰে....।■

# শ্ৰীঅনিল দাসৰ সংক্ষিপ্ত জীৱনপঞ্জী



**সম্পাদনা সমিতি**

আত্মবিশ্বাস, কৰ্মস্পৃহা, একাগ্ৰতা আৰু সাহস থাকিলে মানুহে যে সাফল্যৰ উচ্চ শিখৰত নিজকে প্ৰতিষ্ঠিত কৰিব পাৰে, তাৰেই এক অন্যতম উদাহৰণ হ'ল শ্ৰীঅনিল দাস।

মিৰ্জাৰ ওচৰৰ কোকঝাৰত ১৯৬৯ চনত এটি অভাৱগ্ৰস্ত পৰিয়ালত তেখেতৰ জন্ম হয়। পিতৃ বগাৰাম দাস আৰু মাতৃ শ্ৰীশ্ৰীমতী দাসৰ সাতজন সন্তানৰ পঞ্চম সন্তান আছিল তেওঁ। সৰুকালৰেপৰা পোৱা কষ্টই যেন সাহসী কৰি তুলিছিল শ্ৰীদাসক।

আৰ্থিক দৈন্যতাৰ মাজতো প্ৰাথমিক বিদ্যালয়ত শিক্ষা লৈ পলাশবাৰী আৰ. বি. উচ্চতৰ মাধ্যমিক আৰু বহুমুখী বিদ্যালয়ত হাইস্কুলীয়া শিক্ষা গ্ৰহণ কৰে শ্ৰীদাসে। খেলত আছিল তেখেতৰ বিশেষ ধাপ। গোৱালপাৰাত হোৱা 'সদৌ অসম গ্ৰাম্য ক্ৰীড়া প্ৰতিযোগিতা'ত অংশ লৈছিল তেখেত। শ্ৰীদাসে গুৱাহাটী মেট্ৰ'পলিটানৰ হৈ প্ৰতিযোগিতাত অংশ লৈ লং জাম্পত প্ৰথম আৰু ট্ৰিপল জাম্পত তৃতীয় হৈ গৌৰৱ কঢ়িয়াই আনিছিল। তাৰ পিছত তামিলনাডুৰ তিৰুচুৰাপল্লিত অনুষ্ঠিত 'সদৌ ভাৰত গ্ৰাম্য ক্ৰীড়া প্ৰতিযোগিতা'ত দাসে অসমক প্ৰতিনিধিত্ব কৰি অসমলৈ গৌৰৱ কঢ়িয়াই আনিছিল। তদুপৰি মিৰ্জাৰ সাংস্কৃতিক গোষ্ঠী 'আকাশী'ৰ 'ৰাজদৰ্শন' নাটকত কৰা অভিনয়েৰে তেখেতে অভিনয় প্ৰতিভা দাঙি ধৰিছিল।

পিতৃ বিয়োগৰ পাছত পৰিয়ালৰ ভৰণ-পোষণৰ দায়িত্ব পৰিছিল তেখেতৰ ওপৰতে। ফলত কলেজৰ শিক্ষা আধাতে সামৰি কামৰ সন্ধানত নামিছিল দাস; কিন্তু হাতত মূলধনৰ অভাৱ। সামান্য মূলধনেৰে তেখেতে প্ৰথম নিজাববীয়াকৈ ঠিকাৰ কাম আৰম্ভ কৰে। সেয়া ১৯৮৯ চনৰ কথা। দুই-এক সৰু-বৰ ঠিকা কৰি থকাৰ মাজতে তেখেতে মিৰ্জাত 'বেমেণ্ট ড্ৰাই ক্লিনাৰ্ছ' নামেৰে ব্যৱসায় প্ৰতিষ্ঠান এটা আৰম্ভ কৰিছিল। ইয়াৰ সমসাময়িকভাৱে 'মিৰ্জা টেণ্ট হাউচ' নামৰ টেণ্টৰ ব্যৱসায়ো তেখেতে আৰম্ভ কৰিছিল। মিৰ্জাত তেখেতে 'মিৰ্জা ক্লথ ষ্টোৰ' নামৰ কাপোৰৰ দোকানো আৰম্ভ কৰিছিল।

ইতিমধ্যে শ্ৰীদাসৰ আই. চি. শ্ৰেণীৰপৰা আই. এ. শ্ৰেণীৰ ঠিকাদাৰলৈ উত্তৰণ ঘটে। গড়কাপ্তানি বিভাগৰ গৃহ আৰু পথ নিৰ্মাণ শাখাত নামজ্বলা ঠিকাদাৰ ৰূপে পৰিচিত হয় শ্ৰীদাস। ২০০৭ চনত থাই আৰু ভাৰত চৰকাৰৰ যুটীয়া উদ্যোগত বেংককত অনুষ্ঠিত হোৱা 'নৰ্থ ইষ্ট ইণ্ডিয়া অপৰচুনিটিজ উইক'ত অসম চৰকাৰৰ বিভিন্ন বিভাগৰপৰা যোৱা প্ৰতিনিধিসকলৰ গড়কাপ্তানি বিভাগৰ চাৰিগৰাকী প্ৰতিনিধিৰ অন্যতম আছিল শ্ৰীদাস।

সমাজক সেৱা কৰিবলৈ ভাল পোৱা তেখেতে পাৰ্যমানে সহায়ৰ হাত আগবঢ়ায় আৰ্তজনক। দক্ষিণ কামৰূপ মহাবিদ্যালয়ৰ 'মহাবিদ্যালয় কেণ্টিন'খন তেখেতে সম্পূৰ্ণ নিজা খৰচত নিৰ্মাণ কৰি পিছত পিতৃ স্বৰ্গীয় বগাৰাম দাসৰ নামত মহাবিদ্যালয় পৰিয়াললৈ উচৰ্গা কৰে। তদুপৰি ৰাষ্ট্ৰীয় ঘাইপথেৰে মহাবিদ্যালয়লৈ সংলগ্ন উপপথটোও নিজ খৰচত তেওঁ পকী কৰি দিয়ে। বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানত তেওঁ আৰ্থিক বৰঙণি যোগাই আহিছে।

১৯৯৮ চনৰ ১৪ ডিচেম্বৰত বৰিহাট নিবাসী স্বৰ্গীয় নগেন কলিতা আৰু শ্ৰীমতী ৰোহিণী কলিতাৰ একমাত্ৰ দুহিতা জোনালীৰ সৈতে দাস বিবাহপাশত আবদ্ধ হয়। বৰ্তমান পত্নী জোনালী, কন্যা ৰিম্‌লি আৰু জিম্‌লি, পুত্ৰ বৰ্ণিলৰ সৈতে শ্ৰীদাসৰ পৰিয়াল। সাম্প্ৰতিক সময়ত তেখেতে প্ৰায় দুশ পৰিয়ালৰ ভৰণ-পোষণৰ দায়িত্ব কান্ধ পাতি লৈছে।

নিৰামিষ আহাৰ আৰু মাৰ্জিত সাজ-পাৰ কৰি ভালপোৱা নিৰহংকাৰী দাসক কৰ্মপ্ৰেৰণা যোগায় প্ৰকৃতিয়ে। অসম সাহিত্য সভাৰ আজীৱন সভ্য দাসৰ ভৱিষ্যৎ পৰিকল্পনাৰ বিষয়ে সোধাত, বহু নিবনুৱা যুৱক-যুৱতীক বিভিন্ন মাধ্যমেৰে কৰ্মসংস্থাপনৰ সুবিধা কৰি দিয়াৰ লগতে সামাজিক-সাংস্কৃতিক দিশৰ উত্তৰণতো অৰিহণা যোগোৱাৰ হাবিয়াসৰ কথা জানিব পৰা গৈছে।

যান্ত্ৰিকতাৰে ভৰা আজিৰ যুগত শ্ৰীদাস উঠি অহা যুৱচামৰ আদৰ্শ হওক। পলাশবাৰী সাহিত্য সভাই বদান্য শ্ৰীদাসৰ উত্তৰোত্তৰ কামনা কৰিছে।





# পলাশবাৰী সাহিত্য সভাৰ মূল কাণ্ডাৰীসকল



**পলাশবাৰী সাহিত্য সভাৰ প্ৰতিষ্ঠা বছৰৰ কাৰ্যকৰী সমিতিৰ সদস্যসকল**

বাওঁপিনৰপৰা ঃ সুৰেন্দ্ৰ চন্দ্ৰ শৰ্মা (ধনভঁৰালী), অমৰেন্দ্ৰনাথ বৰুৱা (প্ৰধান সম্পাদক), ভবানীকান্ত চৌধুৰী (সভাপতি), শুকদেৱ ভাগৱতী (সহকাৰী সম্পাদক), হেৰম্বপ্ৰসাদ দাস (পুথিভঁৰালী) আৰু সুবোধ চন্দ্ৰ গোস্বামী (আলোচনা চক্ৰৰ আহ্বায়ক)।

## পলাশবাৰী সাহিত্য সভাৰ বৰ্তমানলৈ সভাপতিসকল



## পলাশবাৰী সাহিত্য সভাৰ বৰ্তমানলৈ সম্পাদকসকল





পলাশবাৰী সাহিত্য সভাৰ সোণালী জয়ন্তী বৰ্ষৰ
মুখ্য পৃষ্ঠপোষক তথা 'দখিণ কোল'ৰ এই সংখ্যাৰ
দাতা শ্ৰীঅনিল দাস, কোকঝাৰ (মিৰ্জা)।

## গ্ৰন্থ প্ৰকাশ আৰু সাহিত্য ভৱন উন্নয়নৰ দাতাসকল



শ্ৰীশশীকান্ত গোস্বামী



ডাঃ ৰাজেন কলিতা



শ্ৰীনাৰায়ণ চৌধুৰী



শ্ৰীবিনয় কলিতা



শ্ৰীনৰেন কলিতা



শ্ৰীভুবন কলিতা



শ্ৰীঅশোক সেৰাউগী

## পলাশবাৰী সাহিত্য সভাৰ ইতিহাস বিজড়িত আলোকচিত্ৰ-সম্ভাৰ



ফটোত যিটো ঘৰ দৃশ্যমান হৈছে সেইটোৱে হ'ল পলাশবাৰী সাহিত্য সভা (১৯৫৮ চন) প্ৰতিষ্ঠা হোৱা ইতিহাস বিজড়িত সাতোপাৰা (পলাশবাৰী)ৰ জ্ঞানদা পুথিভঁৰাল।



অসম সাহিত্য সভাৰ অষ্টবিংশ পলাশবাৰী অধিবেশনৰ (১৯৬০) মূল তোৰণ।



সভাপতি ত্ৰৈলোক্যনাথ গোস্বামীদেৱে সভাৰ পতাকা উত্তোলনৰ দৃশ্যাংশ।



বাণেশ্বৰ দাসৰ তত্বাৱধানত নিৰ্মিত বৰ্ণাঢ্য প্ৰদৰ্শনীৰ দ্বাৰ।



অসম সাহিত্য সভাৰ অষ্টবিংশ পলাশবাৰী অধিবেশনৰ (১৯৬০)বৰ্ণাঢ্য সাংস্কৃতিক শোভাযাত্ৰাৰ বিৰল মুহূৰ্ত।



অসম সাহিত্য সভাৰ অষ্টবিংশ পলাশবাৰী অধিবেশনৰ (১৯৬০) সাংস্কৃতিক উপসমিতিৰ কৰ্মকৰ্তাসকল।

এই পৃষ্ঠাটোৰ ফটোসমূহ অমৰেন্দ্ৰনাথ বৰুৱা, পলাশবাৰী সাহিত্য সভাৰ প্ৰতিষ্ঠাকালৰ সদস্য শিৰৰাম কলিতাৰ পুত্ৰ নিৰঞ্জন কলিতাৰ সৌজন্যত প্ৰাপ্ত।

## পলাশবাৰী সাহিত্য সভাৰ ৰূপালী জয়ন্তী অধিৱেশনৰ স্মৰণীয় দৃশ্যাংশৰ আলোকচিত্ৰ






## পলাশবাৰী সাহিত্য সভাৰ অষ্টাবিংশতিতম অধিৱেশনৰ স্মৰণীয় দৃশ্যাংশৰ আলোকচিত্ৰ




পলাশবাৰী সাহিত্য সভাৰ অষ্টাবিংশতিতম বাৰ্ষিক আধিৱেশনৰ কৰ্মীবৃন্দৰ একাংশ।



পলাশবাৰী সাহিত্য সভাৰ অষ্টাবিংশতিতম বাৰ্ষিক আধিৱেশনৰ সাংস্কৃতিক কাৰ্যসূচীৰ একাংশ।



পলাশবাৰী সাহিত্য সভাৰ অষ্টাবিংশতিতম বাৰ্ষিক আধিৱেশনৰ বিশিষ্ট ব্যক্তিসকল।



পলাশবাৰী সাহিত্য সভাৰ অষ্টাবিংশতিতম বাৰ্ষিক আধিৱেশনৰ মূল সভাত ভাষণৰত ভৱানীকান্ত চৌধুৰীদেৱ।

## পলাশবাৰী সাহিত্য সভাৰ বিভিন্ন অধিৱেশনলৈ অহা বিশিষ্টসকলৰ একাংশ



ভাষণৰত অৱস্থাত কবি হীৰেন ভট্টাচাৰ্য।



ভাষণৰত অৱস্থাত কবি নীলমণি ফুকন।



বহি থকা অৱস্থাত কবি নৱকান্ত বৰুৱা।



লোকসংস্কৃতিবিদ বীৰেন্দ্ৰনাথ দত্ত আৰু প্ৰখ্যাত বুদ্ধিজীৱী যতীন্দ্ৰনাথ বৰগোহাঞি।



জ্ঞানপীঠ বঁটা বিজয়ী ড° মামণি ৰয়ছম গোস্বামী।



ভাষণৰ অৱস্থাত সাহিত্যিক গগন চন্দ্ৰ অধিকাৰী।



সম্বৰ্ধনা গ্ৰহণৰ মুহূৰ্তত ড° জিতেন দাস।

# দক্ষিণ কামৰূপ মহাবিদ্যালয়ত অনুষ্ঠিত পঞ্চম দ্বি-বাৰ্ষিক পলাশবাৰী সাহিত্য সভা, অধিবেশনৰ দৃশ্যাংশ



















# পলাশবাৰী সাহিত্য সভাৰ প্ৰকাশন সম্ভাৰ








## পলাশবাৰী সাহিত্য সভা ঃ সোণালী জয়ন্তী বৰ্ষৰ কৰ্ণধাৰ, উপদেষ্টা আৰু আদৰণী সমিতিৰ মূল দায়িত্বত নিয়োজিত ব্যক্তিসকল





এই শিতানটি সজাইছে—



# সময়

অমৰেন্দ্ৰ নাথ বৰুৱা

*আইৰ কোলাত*
*কেতিয়া মেলিছিলোঁ প্ৰথম*
*চকু*
*সেই কথা মই নাজানো;*
*শৈশৱ পাৰ হৈ কিশোৰ হ'লোঁ*
*অজানিতে*
*কৈশোৰ হেৰুৱাই*
*যুৱক হ'লোঁ*
*আলাসতে।*

*জীৱনৰ মধুৰতম সময়— যৌৱন,*
*হেজাৰ সপোন দেখাৰ*
*হেজাৰ সপোন গঢ়াৰ*
*হেজাৰ সপোন হেৰাই যোৱাৰ*
*জীৱনৰ মধুৰতম সময়— যৌৱন,*
*তাকো হেৰুৱালোঁ অজানিতে।*

*জীৱন বাটৰ পৰিক্ৰমা পাৰ হৈ হৈ*
*আহি পালোঁ*
*সপোনক বিদায় দিয়াৰ*
*সময়।*

*কোন গ'ল কেনি*
*তাৰ একো উৱাদিহ নাপাওঁ*
*আজি;*
*কতজনক হেৰুৱালোঁ*
*জীৱনৰ আধ বাটতে,*
*নিচেই চিনাকী কত আপোনজন*
*স্নেহৰ শিকলি ছিঙি*
*আঁতৰি গ'ল;*
*ময়ো যে আঁতৰি আহিলোঁ*
*বাটৰ লগৰী এৰি;*
*কতজন বাটৰ লগৰী*
*প্ৰাণৰ লগৰী হ'ল,*
*কত জন প্ৰাণৰ লগৰী*
*বাটতে হেৰাই গ'ল।*
*মোৰো যে যোৱাৰ সময়*
*আহিব এদিন;*
*যোৱাৰ আগতে মোৰ হৃদয়ৰ অৱশেষ*
*ভালপোৱাকণো*
*হৃদয় উজাৰি তোমাক*
*দিয়াৰ মন—*
*যদি গ্ৰহণ কৰাৰ তোমাৰ আছে মধু ক্ষণ!*
*যোৱাৰ বাট এবাৰেই;*
*ন ৰূপ লৈ*
*পুনৰ অহাৰ বাট আছে নে নাই*
*মই নাজানো;*
*'উভতি অহাৰ কথা নাই*
*মই জানো মই নাহোঁ*
*মই জানো কোনো নাহে'।*
*—নৱকান্ত বৰুৱা*

*আহোঁ যদি কেতিয়াবা*
*জানো যদি পুনৰ অহা বুলি*
*এইবেলি কৰা ভুলবোৰ*
*পুনৰ নকৰোঁ বুলি*
*তোমাক কথা দিলোঁ লেখি।*
*'যদি তোমাৰ স'তে মোৰ*
*আৰু কেতিয়াও দেখা নহয়*
*তুমি নাভাবিবা যে*
*মই তোমাৰ কথা পাহৰি পেলাইছোঁ।'*
*—সনন্ত তাঁতি*

*এতিয়া সময় মাথোঁ*
*ডায়েৰী লেখাৰ—*
*সুখ-দুখৰ স্মৃতি*
*গণি গণি।*
*হায়! সময়—*
*বহুতো থাকিল বাকী।* ■



# আমোলমোল পকা আপঙৰ গোন্ধত

**এড্‌ৱাৰ্ড ষ্টেডী এন্ চাংমা**

*পকা আপঙৰ গোন্ধত আমোলমোল*
*শেৰালিতলৰ কনেঙৰ চোতাল*

*চেনেঙৰ চোতালত গুম্‌ৰাগৰ আখৰা*
*উখল-মাখল মুৰং-ঘৰ*
*পঃৰাগৰ বাবে চাগে' এনে*
*মিনম্ ডেকা-গাভৰুৰ উতনুৱা মন*

*আজি ৰাতি সুম্‌বুৰ্-য়াঃমে*
*ছেঃদৃ বাংবু আৰু মেঃল নাঃনীৰ*
*সৃষ্টিৰ সেউজ সপোন এটাৰ বাবে*
*দঃগ্রি-পঃলক আমন্ত্রণ জনাব*

*গুংগাঙ আৰু দুম্‌দুম্‌ৰ মাতত*
*ৰিবি-গাচেঙ পিন্ধা নাচনীৰ হাতৰ চাপৰত*
*মাজুলীৰ চাপৰিত মুখৰিত হ'ব*
*'দাদাম্ বনেং বনেং দাদিং....'*

*গাহৰি পোৰা গোন্ধ এটাৰে স'তে*
*প্রেমৰ পৃথিৱীত*
*অমল প্রেমৰ বাবে আজি*
*মাতাল হ'ব অম্লান প্রেমৰ মানুহবোৰ।*❑

**বিঃ দ্রঃ** কবিতাটিত মিচিং ভাষাৰ শব্দ ব্যৱহাৰ কৰা হৈছে। অসমীয়া অৰ্থ তলত দিয়া হ'ল—
*কনেং— গাভৰু, গুম্‌ৰাগ— নৃত্য বিশেষ, আপং— মদ, মুৰং-ঘৰ— ডেকাচাং/ৰাজহুৱা ঘৰ, পঃৰাগ— নৱাছিগা বিহু, মিনম্— আমন্ত্রিত অতিথি, সুম্‌বুৰ-য়াঃমে— ডেকা-গাভৰু, ছেঃদৃ-মেঃল— আদিম পুৰুষ-প্রকৃতি, দঃগ্রি-পঃল— বেলি-জোন, গুংগাঙ— গগনা, দুম্‌দুম্— ঢোল, ৰিবি-গাচেঙ— ৰিহা-মেখেলা, দাদাম্ বনেং বনেং দাদিং— গুম্‌ৰাগ নাচত গোৱা মিচিং লোকগীত।*





# তই হ'ব লাগে ৰণুৱা বগলী

**ভাস্কৰ ৰাভা**

*তোৰ কথা ভাবিলে ঐ চেৰেং পাগিলী*
*তোৰ কথা ভাবিলে ঐ তোৰেং পাগিলী*

*ক'ৰবাৰপৰা উৰি আহে এজাক বগলী...*

*কি ৰঙে বুলালি ঠোঁট ঐ জাৰী*
*কি ৰঙে বুলাই ল'লি ওঁঠ*
*শুভ্র ডেউকাত কি দুখৰ চানেকী তুলিলি*

*তই মদৰ ৰাগিত অ' মদৰ ৰাগীত*
*আৰু আঁকিবিনে মোৰ ভঙা ক্রৌঞ্চৰ বিননি*

*অ' তই ৰাণীৰ বেটী আছিলি*
*ৰাণীৰ বেটী*
*কি দুখত অ' কিনো দুখত*
*বিৰহৰ বণিজলে' বুলি ব'ঠা ধৰিলি*
*প্রাণকে এৰিলি তই প্রাণকে এৰিলি*
*জীয়াই জীয়াই মৰিলি অ' পাগিলী*
*অমিয়া সুখ এৰি দুখ পান কৰিলি*
*নিজে কান্দি কান্দি তই আনক হঁহুৱালি*
*তই কি যে দুখৰ ধেমালি অ' পাগিলী*

*তোৰ হেঁপাহৰ মনকৰ*
*তোৰ হেঁপাহৰ জাৰীহাট*
*তই বাছি ল'লি কি*
*কাকনো বাছিলি পাগিলী*

*আমি তোৰ ভাই, তোৰ কুটুম*
*ৰজাই ঠগিছিলনে তোক*
*ঠগিছে, আমাক ঠগিছে*
*আক্ষেপত বুকু আমাৰো দহিছে*

*ৰাজদৰবাৰত আমি যে প্রতাৰিত*
*অতদিনে শিলকে সেৱা কৰি কৰি ঈশ্বৰ কৰিলোঁ*

*যি শিলে দিবই নাজানে আশীৰ্বাদ*
*শিলকে শুনাওঁ গান*
*যি শিলৰ নাই হৃদয় আৰু কাণ*
*তেওঁলোকক দিওঁ তেজ*
*যিয়ে নুবুজে ক্ষুধা আৰু তৃষ্ণা মানে কি*

*আহ ঐ আহ, 'দাখাৰ' তুলি লওঁ*
*ক'লা-ৰঙা আঁক টানি শুভ্র ডেউকাত*
*ৰণশিঙা বজাওঁ*
*আহ আমি এজাক ৰণুৱা বগলী হওঁ*
*'ধাওৱা'ৰ তালে তালে আৰু এপাক নাচি লওঁ*
*বগেজাৰী,*
*ঐ আমাৰ চিকুণ জাৰী তিৰোতা,*
*অ' তই যে হ'ব লাগে ৰণুৱা বগলী*
*দুৰ্গতি নাশিনী।* ■

# নাৰী মই

বিজন ৰাণী কলিতা

নাৰী মই...
বিধাতাৰ এক অপূৰ্ব সৃষ্টি।
সৃষ্টিৰ উৰ্বৰা ভূমি
বেদনাৰ শত তাপ সহি
সৃষ্টি কৰোঁ মই
অনাগত ভৱিষ্যৎ প্ৰজন্ম।
মাতৃ মই, ধাত্ৰী মই
ধৰিত্ৰী মই, জননী মই;
সৃষ্টি কৰোঁ
সেউজ-সুফলা
শস্য-শ্যামলা
সঞ্জীৱনী উৰ্বৰা
এখনি পৃথিৱী।
ৰূপে-গুণে অতুলনীয়
ফল্গুধাৰা বসুন্ধৰা
ময়েই।
বুকুৰ অমৃত দি
পোষণ কৰোঁ
সমগ্ৰ ধৰণী।
ধৰ্ষিতা, নিৰ্যাতিতা
বলিশালৰ 'পঠা'
ময়েই।
পূজিতা হওঁ মই
নাৰী দিৱসত
মেল-মিটিঙৰ
বৰ ভাষণত।
মুখা পিন্ধা সমাজৰ
এদিনীয়া বাক্ চাতুৰীত—
"দেৱী তুমি, মাতৃ তুমি
কি দিয়া পূজিম আই
চৰণ দুখানি;
ক'ত লম ক'ত থম
আই গোসাঁনী।"
কিন্তু হায়!
গমকে নাপায়
চুকে-কোণে থকা
আই মাতৃসবে
ভগ্নী, জীয়ৰী, বোৱাৰীয়ে;
খায় নে কাণত পিন্ধে
নাৰী দিৱসনো কি?
বুজিকে নাপায় একোকে।
ৰুধিব কোনে মাতৃৰ
হিয়াভগা কান্দোন!
ধৰ্ষিতাৰ আৰ্তনাদ!
নিৰ্যাতিতাৰ বেদনা!
জাগা মাতৃ, জাগা আই,
দুৰ্গা-কালী তুমিয়েই
বিনাশী অসুৰ-শক্তি
ভাঙি-পিটি গঢ় দিয়া
এখন সমাজ
মানুহৰ পৰিচয় য'ত
মানুহ হোৱাৰ।■





# জ্যোতি আৰু আন চাৰিটা কবিতা

বসন্ত কুমাৰ কলিতা

## জ্যোতি

আন্ধাৰতো জল্মল্ কৰে
তোমাৰ বিমল জ্যোতি
হাঁহিত ফুলে ফুল,

ওঁঠত উজলি থাকে
তৃষ্ণাৰ পানী,

গালে-মুখে আৰু দিয়া সখি
বুকুৰ ফাকুৱা সানি সানি।

## অন্নহীন শব্দ

দেৱালত ঠেকা খাই
শব্দ উভতি আহি
উটুপি বিনায়,

ভৱিষ্যৰা পিঠিৰে বগাই
মূৰত টুমুৰিলি দি
কাবৌ কৰে
তাক শান্তি লাগে,

দেৱালত থেকা খাই
অন্নহীন শব্দই
উটুপি বিনায়।

## চকুৰে চকুৰে চালে

তোমাৰ চকুৰে চকুৰে চালে
মৰুভূমি বুকুত
জিৰ্ জিৰ্ বৰষুণ পৰে,

কোমল এযুৰি ওঁঠে
প্ৰণয়ৰ ভাষা ক'ব জানে,

তুমি যোৱাৰ বাটৰ ধূলিবোৰে
মোকো লৈ যায় তোমাৰ পিছে পিছে।

## শ্ৰমৰ দিনবোৰৰ পিচত

শ্ৰমৰ দিনবোৰৰ পিচত
গোমধান গজিছে,
পানী পাই লহ্পহকৈ
ফুল ফুলিছে,

ৰ'দৰ বুকুত
নীলা মেঘ বুকুত সানি
বিপ্লৱৰ পথাৰখনত
কৃষকৰ হাঁহি,

হাড় ওলোৱা তেওঁলোকে
আকৌ
শইচৰ পথাৰত কোৰ মাৰিছে।

## চৌকাৰ উক্তি

পূৰ্ণিমাত ঘৰৰ গৃহিণীয়ে
মোক নতুনকৈ বান্ধিছে

যোৱাকালি টৌ টৌকৈ জ্বলিছিলোঁ
মেকুৰীটোও বহি আছিল
মোৰ ওচৰতে,

ক্ষন্তেক আগতে ল'ৰা-ছোৱালীহালে
আমন-জিমনকৈ উভতি গৈছে,

আজি জ্বলা নাই

সিহঁতে বাৰে বাৰে পানী খাইছে
নিজে খাইছোঁ গ্ৰীষ্মৰ বতাহ

মেকুৰীটোই
ফাগুনৰ উকা পথাৰখনলৈ চাই
নিঃসংগ হৈ শুই আছে
শুকান চনিয়াৰ নিচেই কাষতে।■



# ঈশ্বৰৰ স্বগত সংলাপ

দেবেন্দ্রপতি গোস্বামী

অভিনন্দন প্ৰিয়তম কুন্তীৰ নন্দন, অভিনন্দন।
শেষ হ'ল ধৰ্মযুদ্ধ— সমস্ত মেদিনী আজি তোমাৰ
কৰ কবলত। সম্ৰাটৰ অভিষেকৰ কৰা আয়োজন।

তুমি কৰা নতুনৰ অভিষেকৰ অভিনৱ আয়োজন।
ময়ো কৰোঁ অন্তৰৰ গহন কক্ষত, সঞ্চিত সংলাপৰ
শেষ উচ্চাৰণ।
প্ৰিয়তম সব্যসাচী! আত্মাৰ মুক্তি হ'লে পুনৰ আৰম্ভ হয়
নিয়তিৰ অন্য এক নতুন গতি, গতিহীন হ'লেই জানিবা
সঁচা মৃত্যু,— যাৰ আৰু নাথাকে ৰূপান্তৰ অথবা
জন্মৰ নতুন যন্ত্ৰণা।

কিমান কৰিলা যুদ্ধ? আছেনে মনত? আচলতে
জীৱন মানেই যুদ্ধ— যুদ্ধহীন জীৱন স্থবিৰ।
আৰু ময়েই আছিলোঁ সেই অন্তহীন যুদ্ধ আৰু
যুদ্ধৰ নায়ক। তোমাক কৰিছিলোঁ অভিনেতা বিভ্ৰান্তিৰে
জৰ্জৰ ঘটনাবহুল সেই মহা নাটকৰ।

কি আচৰিত কথা! কিমান ধীমান আছিলা তুমি
পৰম ভক্তিত নিমজ্জিত এক প্ৰাৰ্থনাৰ দৰে তুমি কৰিলা মোক
তোমাৰ সেই ধৰ্মযুদ্ধৰ নিৰ্বাক সাৰথি! মই বাৰু আছিলোঁনে
তোমাৰ সাৰথি?? মোহমুগ্ধ প্ৰেমিকৰ দৰেই
হৈছিলা তুমি মোৰ অন্ধ অনুগামী। আচলতে
মই কাৰো নাছিলোঁ সাৰথি।

কোন কাৰ হ'ব পাৰে ভাগ্যৰ সাৰথি প্ৰত্যেকৰে
ভাগ্যত আছে এক নিজস্ব নিয়তি। ময়েই নিয়তি
মানুহৰ! মানুহৰ নিয়তিৰ ৰথৰ চকা ময়েই
ঘূৰাওঁ! তুমি যাৰ কাহানিও নেপালা সন্ভেদ।
আশা আৰু আকাংক্ষাৰ শেষ হ'লে
হতাশাই যেতিয়া কৰেহি আমনি,

ময়েই সিঁচিছিলোঁ সাৱধানে সম্পদ আৰু
সাম্ৰাজ্যৰ লোভৰ বীজ তোমাৰ মনত।
তাৰে আজি এয়া হ'ল, শেষ পৰিণতি—
অভিষেকৰ শেষ আয়োজন।

তোমাক আজি দিলোঁ মই আৰু এক
অভিনৱ উপহাৰ— এক কৰুণ সাম্ৰাজ্য
আৰু এক অবান্তৰ ৰাষ্ট্ৰৰ জটিল যন্ত্ৰণা!
নিজৰ স'তে কৰা অবিৰত যুদ্ধত আজি মই
মোৰ ক্ৰীড়নক! তুমি আজি বৃত্তৰ বাহিৰ;
তোমাৰ সাম্ৰাজ্য লাভত— হ'ল মোৰ প্ৰতিশ্ৰুত
কৰ্তব্যৰ চিৰ সমাপন।

এতিয়া সময় হ'ল ৰূপান্তৰৰ। এতিয়া সময় হ'ল
মোৰ নিজকে সামৰি লোৱাৰ। গান্ধাৰীৰ
অভিশাপৰ আগে আগে মই মোক হত্যা কৰোঁ
আকৌ এবাৰ। আকৌ এবাৰ জন্মৰ যন্ত্ৰণাত
আয়োজন কৰোঁ মই নিজৰ মৃত্যুৰ।■





# মই কেনে আছোঁ

ৰণ্জিৎ চৌধুৰী

পল্লৱী বৰুৱা,
চোলাৰ জেপত লৈ ফুৰিছোঁ তোমাৰ দৈনন্দিন ডায়েৰী
অথচ তুমি সুধিছা মই কেনে আছোঁ

তুমিতো জানা
মোৰ শব্দৰ পথাৰত তুমি বৰ্ণময় অনুভৱ
অন্তহীন যন্ত্ৰণাৰ তুমি মৃদু হৃদয় স্পন্দিত এছাটি সমীৰণ

কিন্তু আজি
ৰাতিটো পুৱালেই বহাগ বুলি কোৱা গাভৰুজনীক সোধা
কিয় বাৰে বাৰে মন্দিৰ কিম্বা গীৰ্জাত ধ্বনিত হয় নিৰ্মম নিৰ্দয় ঘণ্টা

সঁচা পল্লৱী,
প্ৰেমৰ পৃথিৱীখন চুই চাবলৈ ইমানেই কঠিন
প্ৰতাৰিত সপোনে কান্দে দুখৰ অৰণ্যত দিন দিন প্ৰতিদিন

চকু মেলিলে কি হ'ব দেখাতো নাপাওঁ আত্মিক সূৰ্যৰ ৰং কেনেকুৱা
হাত মেলিলে কি হ'ব চুকিতো নাপাওঁ দূৰৈৰ বৰ্ণিল আকাশীতৰা

শুনা পল্লৱী—
জোনাকবোৰে মোৰ চোতালত কৰ্পূৰৰ দৰে শূন্যতাৰ ঘৰ সজায়
বৃদ্ধ ভগৱানৰ থৰক-বৰক খোজত অনাদৃত হয় বসন্তৰ তামবৰণীয়া হাঁহি

শুনাচোন, এখন সৰু নদীৰ সংগ্ৰামী যাত্ৰা
সময় নাই অসময় নাই কেৱল সিহঁতৰ নদীত পানী শুকায়
সিহঁতে জাৰত পুৱায় গোবৰৰ খৰিৰ জুই
বস্ত্ৰহীন আশ্ৰয়ত আওঠাৰ কাষতে থাকে শুই
ৰং নাথাকিলে ছবি আকিবা কেনেকৈ

প্ৰায়ে মোৰ শব্দৰ পৃথিৱী বিহ্বল হৈ পৰে পল্লৱী
একৈশ শতিকাৰ জুই আৰু ধোঁৱাৰ ৰে'লগাড়ীখন দেখি দেখি
মৃত ঈশ্বৰৰ দৰে হৈ পৰে ট্ৰেড্ চেণ্টাৰ অথবা কুতুবমিনাৰ



জানো, ভোকৰ বজাৰত বিক্ৰী হয় দেহ আৰু শুচিতা
সিহঁত নিৰ্যাতিতা চন্দ্ৰলোকলৈ যোৱাৰ প্ৰৱণতা ক'ত
কোনোবা অখ্যাত গাঁৱৰ মাছুৱৈ ছোৱালীজনীক সোধা
কোনে বান্ধি দিছে সিহঁতৰ কঁকালত মেটমৰা বোজা
দুৰ্বল মানুহৰ দৰে সিহঁতে আঁঠুকাঢ়ি যায় অপ্ৰেমী ঘৰলৈ
হ'ব পাৰে এইসকলৰ নাম হেনো হোজা

স্বাধীনতা সিহঁতৰ বাবে বিষাদৰ মালিতা
জীৱন মানে নগ্নতা নে বঞ্চনা

যদি তুমি দিব পাৰা দিয়া
নেলচন মেণ্ডেলা আৰু এজন মহাত্মা
যদি নোৱাৰা শব্দই বগাই আছে চোৱা, পলে পলে যন্ত্ৰণাৰ আত্মা

ঋতু পাহৰি থকা মই কবি
কবিতা মোৰ প্ৰাণৰ ফচল সেয়ে...

তুঁহজুইত উম দিয়া বুকুৰ কলিজাটো তোমাক দিলোঁ
কমাৰশালত গঢ়ি-পিটি
তুমি এজাক দবাপিটা বৰষুণৰ প্ৰেমিক হোৱা

পিছে নুসুধিবা— মই কেনে আছোঁ
মই কেনে আছোঁ। ■





# ছোৱালীজনী

অনুপম কুমাৰ

বহাগ যেতিয়াই আহে
বহাগে সেই ছোৱালীজনীক বিচাৰি ফুৰে
যিয়ে কেৱল হাঁহিব জানে
হাঁহিলে কিন্তু অনৰ্গল হাঁহি থাকে তাই

কিন্তু! বহুদিন হ'ল
বহাগে তাইক বিচাৰি অহা দেখা নাই

বহাগৰ সৈতে
খিলখিলাই হাঁহি থকা
কোনেও নেদেখা হ'ল ছোৱালীজনীক

ছোৱালীজনীয়ে মোক এখন অৰণ্যৰ কথা ক'ব খোজে
যিখন অৰণ্যক তাই পৰম আত্মীয়তাৰে গঢ় দিছিল

গছবোৰ ডাঙৰ হোৱাৰেপৰা
চিনি নোপোৱা হৈছে ছোৱালীজনীক

তথাপিও
তাইৰ চকুত দেখিছিলোঁ
পৃথিৱীৰ আটাইতকৈ ধুনীয়া অৰণ্যখন
য'ত হেৰাই যাব খোজে ছোৱালীজনী

অৰণ্যই জানে— অৰণ্যত
কিমান পশু আছে, পখী আছে
পখীয়ে জানে
পশুৱে জানে
অৰণ্যৰ ঘনত্ব আৰু বিশালতা

ছোৱালীজনীয়ে
এটা কথা কিন্তু নাজানে
অৰণ্যখনত কিমান চিকাৰীয়ে খাপ পিটি আছে
ছোৱালীজনী
বিতৰ্কিত উপন্যাস এখনৰ এখিলা পাত,
এখিলা পৃষ্ঠা
সকলো সময়তে
পাতখিলা ফালি পেলাব খোজে ছোৱালীজনীয়ে। ■

# অমল বৈভৱ

অৰুণা ঠাকুৰীয়া কলিতা

অন্তহীন সমৰসজ্জাৰে বিৰক্ত
এই জীৱনযাত্ৰা
য'ত ধূসৰিত হ'ব খোজে
দৃষ্টিৰ নান্দনিক মাধুৰ্য
হেৰাই যাব খোজে
জীৱনৰ প্ৰতি সাঁচি ৰখা
অনন্ত অভিলাষ
হে সময়!
কোনেনো পিন্ধালে তোমাক
আন্ধাৰ ক'লা পোছাক
বিষণ্ণ বতাহত নিৰ্বাপিত হ'ব খোজে
কৌমুদী বনৰ সুলভ সুগন্ধ
হে সময়!
তুলি ধৰা এবাৰ
সমৰ্পিত তোমাৰ সেই মহাশক্তি
নমাই আনা কোনোবা
নৈসৰ্গিক উৎসৰপৰা
কবিতাৰ দৰে কোমল আৰু
সহানুভূতিৰ দৰে সহৃদয়
সেই নিৰ্মল অনুভৱ
যাৰ সুষম নিৰ্যাসত
আস্বাদিত হ'ব পাৰে
বৰ্ণময় আকাশ আৰু
ফুল ফুলা ৰ'দৰ অমল বৈভৱ। ■



# কৃষ্ণ

*(শ্ৰদ্ধাৰে ড° নগেন শইকীয়াদেৱলৈ)*

**ভূষণ কলিতা**

*সেইদিনাই সাত সুৰৰ জিঞ্জিৰি*
*খুলি আহিছোঁ মই যমুনাৰ তীৰত*
*দহি-পুৰি মই যাতনাত কৃষ্ণ হৈছোঁ*

*অতীত মোৰ কি আছিল*
*নে নাছিল*
*কিয় লাগে মোক চন্দ্ৰাৱলী নিশা*
*মই যে পুৰুষবৰপৰা পুৰুষোত্তম হ'বলৈ ওলাইছোঁ*

*জানো মই জীৱনৰ পৰিভ্ৰমণ*
*কোনে ক'লে মই হেৰাই যাম*
*বনৰ ব্যাধৰ বাবে*
*জীৱনৰ জৰী গুঠি গুঠি*
*পাণ্ডুৰ হোৱা নাই মই*

*স্বপ্নই খেদি ফুৰিছে মোক*
*মোৰ বাবে স্বৰ্গৰ দুৱাৰ মুকলি হ'ব*
*মোক বিচাৰি কৰুণ হ'ব ত্ৰিসন্ধ্যা*
*কৃষ্ণ কৃষ্ণ বুলি উদয় হ'ব সূৰ্য*
*অস্ত যাব সূৰ্য*
*ব্যাপ্ত হ'ব মোৰ গৰিমা*

*কাৰো বাবে কেতিয়াও মই চকুলো টোকা নাই*
*উটুৱাই লৈ যোৱা নাই মোক ঢৌৱে*
*অৰ্থৰ বাবে অৰ্থহীন হোৱা নাই মই*
*মই যে কৃষ্ণ*
*পুৰুষবৰপৰা পুৰুষোত্তম হ'বলৈ ওলাইছোঁ*

*দ্বৈত কি অদ্বৈত কি*
*মৃত্যু কি জন্ম কি*
*জন্ম-মৃত্যু মোৰ বাবে অসাৰ*
*জন্ম-মৃত্যুৰ কি প্ৰতীক আছে*
*জন্ম মানেই নে আৰম্ভ*

*মৃত্যু মানেই নে অন্ত*
*কতবাৰ লাঞ্ছিত হৈছোঁ মই*

*সেয়াতো কপট নিদ্ৰা নাছিল মোৰ*
*আছিল সুখে-দুখে একাকাৰ হৈ*
*চকুলোৰে ভৰি আছিল মোৰ দুনয়ন*

*মোৰ কোনো শত্ৰু*
*নাই মিত্ৰ*
*কোনে ক'লে নিয়তিয়ে নিয়ন্ত্ৰণ কৰে সকলো*
*মোৰ বাবে কোনেও চিকুণাই থোৱা নাই বাট*
*এৰি থৈ যোৱা নাই হিচাপ-নিকাচ*

*কোনো মৃত্যুৰ যন্ত্ৰণাত আকুল হোৱা নাই মই*
*অজস্ৰবাৰ হত্যা কৰিও*
*হত্যাকাৰী হোৱা নাই মই*
*পুৰুষোত্তম হ'বলৈতো মই*
*এৰি আহিছোঁ মোৰ ৰম্যপুৰী*
*কৃষ্ণ হোৱা বাবেইতো বন্দী হোৱা নাই বন্ধনত*
*পুৰুষোত্তম হ'বলৈতো কেতিয়াও কাৰো বাবে*
*বন্ধ কৰি থোৱা নাই মোৰ দুৱাৰ*

*মোৰ ছায়াবাজীত ছায়া নৃত্য হ'ব কুৰুক্ষেত্ৰত*
*এই কুৰুক্ষেত্ৰৰপৰাইতো মই পুৰুষোত্তম হ'ম*
*জীৱন-মৃত্যুৰ লীলাত মত্ত হ'ম*
*জানিবা হে পাৰ্থ*
*চকুৰে চাব নোৱাৰি মোক*
*মই যে এই জলচক্ৰৰ মায়া।* ■





# তোমাক ভালপাওঁ বাবে

**বলেন্দ্ৰ চন্দ্ৰ কুমাৰ**

*বুকুত শিল লৈ শুই থকা*
*মোৰ আই,*
*আচলতে আমি তোমাৰ*
*অতন্দ্ৰ প্ৰহৰী*
*নিভীক যোদ্ধা।*
*হেঁপাহবোৰ কুটি কুটি খায়*
*আন্ধাৰৰ পোকে*
*সূৰ্যস্নান কৰি আমি থমকি নৰওঁ*
*তোমাৰ বুকুৰ শিল আঁতৰাবলৈ'।*
*শৈশৱৰ ওমলা বালিৰ*
*ৰ'দ-কাঁচলিত বহি*
*তোমাৰ নাম লিখোঁ মৰমতে*
*যৌৱনৰ নিৰিবিলি সন্ধিয়াতো*
*প্ৰেমৰ উমান পাওঁ*
*তোমাৰ লাৱনি হাতে*
*বৰলুইতৰ বলীয়া বান উপচি পৰে*
*তাৰেই পৰশতে।*
*হাঁহি হেৰুওৱা গাভৰু-বোৱাৰী*
*শানিতকাঁচি হাতত লোৱা*
*ৰোৱণী-দাৱনী,*
*হাতে হাত থৈ*
*বুকুত বুকু থৈ এক হয় আমাৰ স'তে।*
*আইতাৰ জুহালৰ সপোন*
*চুৰ্চমৈ হোৱা আঁচলৰ দাপোন*
*সন্তৰ্পণে তুলি লওঁ, মনে-প্ৰাণে*
*তোমাৰ বুকুৰ শিল আঁতৰাবলে'।*
*ওৰেটো ৰাজবাটত*
*হাতত নিচান লৈ আগবঢ়া মিছিল*
*কৃষক-শ্ৰমিকৰ,*
*ভৌগোলিক পৰিধি ভাঙি*
*প্ৰতিধ্বনিত হোৱা ৰণধ্বনি*
*জয় পৰিব নিদিওঁ থাউকতে*
*ক'লা ডাৱৰ আঁতৰাই*
*হেঙুলী কিৰণ আগচোতালত নবহালৈকে।*
*আই মোৰ,*
*তোমাক ভালপাওঁ বাবেইতো*
*চতুৰ্দশীৰ ৰাতিৰ আন্ধাৰলৈ ভ্ৰূক্ষেপ নাই*
*কেঁচা তেজৰ গোন্ধ*
*আচন্দ্ৰাই আঁতৰি যায়*
*জনম ভেটিৰ আওঁঠা উত্তাপত*
*সুবাসিত মলয়াই*
*একা-বেঁকাকৈ উৰুৱাই নিয়ে*
*সেমেকা ঘামৰ ৰঙা ৰুমাল*
*সেওঁতা ফালি বাট পোনাই*
*আঘোণৰ পথাৰৰ লখিমী চাদৰ।*
*আই মোৰ,*
*সদৌটি বুকুৰ কুটুম*
*থাউকতে মাউখে উটিল*
*তোমাৰ বুকুৰ শিল আঁতৰাবলে'*
*আচলতে*
*তোমাক ভালপাওঁ বাবে।।* ■

# আজি বিহুৰে সলালে মোৰ

## (এটি ৰোমন্থন)

যোগেশ কুমাৰ কলিতা

অনুপম বসুন্ধৰাৰ নিৰ্দিষ্ট কোণ
দখিণ কোল— জন্মস্থান মোৰ জগলীয়া পাৰ
বৃতিছে সজা চাহ বাগানৰ নাতিদুৰৈত
ৰাণী-ভোলাগাঁও মৌজাৰ এক হাটী
কলীয়া ঠাকুৰ সত্ৰৰে পূৰ্ণ পয়োভৰ শিকাৰহাটী
ককা-আইতা, মা-পিতাৰে ভৰপূৰ যৌথ ঘৰ
ওপজা মাটিৰ গোন্ধ বহাগ বিহু
চ'ত পৰিলেই বিহুমৰা চোক চৰে
ঢোল-পেঁপা লৈ বিহুগীতৰ আখৰা চলে
দোভাগ ৰাতিলৈ সূতা কাটি বিহুৱান সজা
ঠগি দিয়া, থৰকা বজোৱা, জেজেৰা নাচ
জেংবিহু, বিহুনাচ— ঘৰে ঘৰে মঞ্চ
পিছে পিছে চাউল ধানৰ ভাৰুৰৈ
জয়ধ্বনি দি দীঘল লেথেৰি ভেদি
যাওঁ আগুৱাই বিমল আনন্দত
হাঁহি-মাতি পাৰ হৈ যোৱা স্মৃতি সোণালী
জাতি-বৰ্ণভেদ তথা ৰাজনীতিৰো
নাছিল গোন্ধ সমুলি
কেৱল প্ৰীতি-সম্প্ৰীতি ডেকা-গাভৰুৰ।
ডাঙৰ বাৰীৰ, আম-জাম, লেটেকু-পনীয়ল খোৱা
কেতেকী কপৌ তগৰ বকুলৰ মালা গাঁথা
কত যে খেলা আমাৰ বিহু বতৰৰ মেলা
সাত বিহুৰ সুঁৰৰীত গোসাঁই ঘুৰালেই
উপচি পৰে মন আনন্দত অধি আত্মিক হৈ
নৰে নৰৰ সেৱা ধৰে গীতা-ভাগৱতপ্ৰেমী হৈ
কাণসমনীয়া লগত খেলা হুদু-গুদু
গল্লা-মল্লা, মাৰ্বল, বাতা, কচুপাত খেল
ৰবাব টেঙাৰ বল সাজি, কণীযুঁজ খেলি
পোৱা আনন্দ কোৰ্হাল আজি আৰু নাই।
ভোক লাগিলেই ডাঙৰ কুঁহিয়াৰ বাৰীত সোমাই
হেঁপাহ পলুৱাই কুঁহিয়াৰ চুৰ কৰি খোৱা
নৈৰ ঘাটৰ দৃশ্যও আজি জয় পৰি গ'ল।
কাণিমুনি বেলিৰ পোহৰত পথাৰত
কাণী-বগলী, কপৌ, হাইতালেৰে ভোজ পতা
শৈশৱৰ জগলীয়া নদী আজি উকা উকা।
একৈশ শতিকাৰ বহাগ বিহু এয়া
সলালে মোৰ আহিল ৰূপান্তৰ
আধুনিকতাৰ ধামখুমীয়াৰ পাকঘূৰণিত
অসমীয়াৰ বাপতি-সাহোন বিহু
বিজতৰীয়া নহওক অসমীয়া সমাজত
তাৰেই প্ৰাৰ্থনাৰে ওলগ যাচিলোঁ
বিহুবলীয়া সংস্কৃতিপ্ৰেমী ৰাইজ আপোনাসবলৈ। ■

# প্ৰেম

অৰুন্ধতী দাস

প্ৰেম বা ভালপোৱা
কথাষাৰ ভাবিলেই
মন হয় বলিয়া
বুকুৰ উদং পথাৰ
হৈ পৰে সেউজীয়া
হৈমন্তিক ওঁঠযোৰ
কঁপে অজানিতে
চকুৰে চকুৰে কথা পাতে
নিঃশব্দে, নীৰৱে
হৃদয়ৰ চোতালত
শৰতৰ শেৱালি ফুলে
ৰূপালী জোনাকে
মনৰ বতৰা দিয়ে
এয়াই প্ৰেম
এয়াই ভালপোৱা
অনুভৱৰ নিভাঁজ বৰ্ণমালা। ■



# স্বতন্ত্ৰতাৰ পম খেদি

মনু কলিতা

স্বাধীনতা! তুমি ক'ত?
'শিশু দিৱস' কি নজনা
কোনো পৱিত্ৰ শিশুৰে ভোকৰ যন্ত্ৰণাত খাবলৈ বিচৰা
ডাষ্টবিনত পৰি থকা উচ্ছিষ্টবোৰৰ মাজত
নে বিদ্যুৎহীন গাঁৱৰ পঢ়াশালি কি নুবুজা
শিশুজাকৰ আলসুৱা মনৰ মাজত
নে কোনো শিক্ষিতই জ্ঞানহীন উচ্চ শিক্ষাৰ প্ৰভাৱত
তেওঁৰ লগুৱা গাভৰুজনীৰ ওপৰত কৰা
উগ্ৰ যৌন আতিশয্যৰ মাজত
হয়তো তুমি শুই আছা
কোনো দুৰ্ভগীয়া মাতৃৰ নীৰস স্তনত মুখ দি থকা
নৱজাতকৰ শুকান খাদ্যনলীৰ মাজত, নহয়তোবা
চহৰৰ বিলাসী হোটেলৰ (চাৰিশ বিশ নং) আবদ্ধ কোঠাত
অচিনাকী আদবয়সীয়াৰ সতে আলিংগনৰত
নিংকিন অথচ সুনয়না তেজোদ্দীপ্ত
কোনো তৰুণী নাৰীৰ উঠন বুকুৰ মাজত
নে তুমি নিহপালী দি আছা
হাড়ভগা শ্ৰম কৰিও প্ৰাপ্যখিনি নোপোৱাজনক
কোনোবাই বাৰে বাৰে দি থকা
মিঠা মিঠা আশ্বাসবোৰৰ মাজত
নে বাৰে বাৰে লুইতৰ কৰাল গ্ৰাসত
সৰ্বস্বান্ত হোৱাজনৰ চালিখনৰ তলত
স্বাধীনতা!
প্ৰচণ্ড 'ধুমুহা'ৰ আগমনৰ আগতে
তুমি 'সিহঁত'কো আশ্ৰয় দিয়া
তোমাৰ নিৰাপদ ঘৰত
নহ'লে তোমাক পাবলৈ 'সিহঁত'ৰ
মন-ফুলনিৰ প্ৰতিটো ফুলৰ পাহ
অগ্নি-স্ফুলিংগ হৈ ছানি ধৰিব
তোমাৰ ঘৰৰ চতুৰ্দিশ। ■

# বয়সে যেতিয়া ভটিয়াই যায়

বাসন্তী তালুকদাৰ ভৰালী

বয়সে যেতিয়া ভটিয়াই যায়
তেজাল মনটো সেমেকি
সোণাৰুফুলীয়া দেহাটো
শীৰ্ণতাই বিমৰ্ষ কৰে।
ভাবে ঢকা মনটো
অনুক্ৰমে পতিত হয়
বাখৰ সলকা জোনবিৰিটোৰ দৰে
চৌপাশে কিবা এটা উৎকণ্ঠাই
কিল্‌কিলাই সম্ভোগৰ মোহত
আশাৰ থুন্‌পাকে মুখাগ্নি কৰে
'অথিৰ ধন-জন
অথিৰ যৌবন
অথিৰ এই সংসাৰ'
অতীত মন্থন আৰু
অনাগত সংকল্পই
দুফাল কৰে জীৱনৰ পাৰ
আপোন মঙহো ফালৰি কাটে
ভটিয়নী বয়সে সামৰি লয়
বাৰ্ধক্যৰ উদাস সম্ভাৰ। ■



# এজাক ক'লা বতাহ

মামনি শৰ্মা

বতাহৰ স্বচ্ছন্দ সোঁত এটা
সিৰাই সিৰাই কঁপাই যোৱা মায়াবী
এসোঁতা ক'লা বতাহ
দেহত, মনত কঁপনি তুলি
ভাবনা জোকাৰি যায়
সমুখৰ দৃশ্যপট হৈ পৰে ধুঁৱলী-কুঁৱলী।

অনৰ্থ হৈ পৰে আশা
পলকতে ছেদেলি-ভেদেলি হয় পোহৰ
আনি দিয়ে পাৰাপাৰহীন আন্ধাৰ
সুন্দৰ, মোহনীয়, কমনীয় সকলোতে
যেন নিদাৰুণ বতাহজাকৰ
ছাই লগা প্ৰলেপ

নিৰ্জনতাক বেৰি ৰাখিব খোজা
এজাক ঘূৰ্ণী বতাহ
বুকুত বাজি থাকে ডেউকাভগা পখীৰ বিননি
উকমুকাই মৰা জীৱই তাৰে সুৰত
সুৰ মিলাই কান্দি-কাটি মাথোঁ মৰে

এপলকৰ উদাসীনতা,
তাতেই লুকাই থাকিব পাৰে
জীৱনৰ সোঁত ভেটিব পৰা প্ৰচণ্ডতা

কলিজা খৰ্‌মৰাই মৰা
(দেহৰ) কুৰুং ভাঙি ওলাই অহা
এই ক'লা বতাহজাকেই ছুমুনিয়াহ।■

# সন্তান

বিভা কলিতা (ভাগ্য)

তোৰ কোলাতে
কেঁচুৱা বিননি
দুগ্ধপান কৰি
ঠুনুক-ঠানাক খোজ
লালন-পালন
ঘৰুৱা, নীতিশিক্ষা
আদৰ্শবাজিৰে
জীৱনশৈলী
মানুহ হোৱাৰ
পথৰ গঢ় দিলি
তোৰে সান্নিধ্যৰে জিলিকি উঠে।
তোৰ গৰ্ভত জীপাল
হীৰা-মুকুতা বিৰল
সুগভীৰ হৃদয় সমুদ্ৰত
হেঁপাহৰ সেউজীয়া সৃষ্টি
চকুৰে নিগৰে অশ্ৰু
নাকেও সহিব নোৱাৰে
শুনিব নিবিচাৰে কাণে
এটা শিহৰণ জাগে
কলুষিত ধলপুৰাৰ বাবে
আজি মাথোঁ নিৰৱে নিমগ্ন
আমিবোৰে বেদনা সহিছোঁ।
ভাগ্যৰ ভাগ্য বিধাতা
ধৰ্মৰ পক্ষত নে?
যদি ধৰ্মৰ পক্ষত
মানৱ হিতাৰ্থে বসুন্ধৰাত
মহাশক্তিমান তোমাৰে সন্তান।❑



# মধ্যবিত্ত

অঞ্জনজ্যোতি দাস

দৈনন্দিনৰ ঘাটি বাজেটত কিমান আনিম কৰ্তন প্ৰস্তাৱ।
দুঃসময়ে ছানি ধৰিছে আকাশ বতাহ
ধামখুমীয়াত পৰি ক্ৰমে ছাই হৈ যায়
আমাৰ হা-হুতাশ

স্কুলৰ ফিজ, বাছৰ ভাড়া, গোৱালৰ গাখীৰ....
মাইনাৰ পকেট খৰচত নতুনকৈ যোগ হ'ল মোবাইলৰ বিল

মাছ বজাৰত 'গেংষ্টাৰ'ৰ দৌৰাত্ম্য
'চিণ্ডিকেট'ৰ হাতোৰাৰ আঁচোৰত
হোলোকা-হোলকে ওলায়
আমাৰ সিৰাৰ তেজ

চাউলত তেজ, দাইলত তেজ,
তেজ বাংলাপাটি-মিঠাপাট্টি পাণৰ পাতত
শ্ৰীৰামপুৰ, বক্সিৰহাটত সদায় ফালে
ট্ৰাক ড্ৰাইভাৰৰ মূৰ

পেটুৱা পানিকৰ চকুৰ ঠাঁৱত
হৰলুকি হয় আলু-পিয়াঁজ

বছৰ বছৰ ধৰি দেখি আহিছোঁ
লেবেল মৰা 'পেট্ৰিয়ট'ৰ 'ইনকিলাব জিন্দাবাদ'
ৰাতিৰ আন্ধাৰৰ হিচাপ-নিকাচত
বতাহ এৰা বেলুনৰ দৰে হয়
শেঙুন মচা ছাত্ৰৰ হাতত ফেষ্টুন দি
দিনত কৰোৱা উত্তাল প্ৰতিবাদ

সকলো দেখিও নিৰ্বিকাৰ আমি
আমাৰ বাজেটত মাথোন কৰ্তন প্ৰস্তাৱ

জজফিল্ডৰ ভাৰাতীয়া (?) জনসমাৱেশৰ পৰত
কৰ্তব্যত নাক ডুবাই ব্যস্ত হৈ থাকোঁ আমি
ব্যস্ত থাকে আমাৰ স্কুল, কাছাৰী, কাৰ্যালয়

ব্ৰেকিং নিউজ..., ইন্‌চাইদ ষ্ট'ৰি...
'পাচলিৰ স'তে পেটত সোমায় ৰঙীণ ৰসায়ন'...
'পাউচ্ পেকেটতো সুৰক্ষিত নহয় মিঠাতেল...'

ক্ৰমশঃ কমি আহে
আমাৰ বজাৰৰ মোনাৰ ওজন
কাৰ্যকৰী কৰোঁ আমাৰ কৰ্তন প্ৰস্তাৱ।

সপোন বেচা সদাগৰৰ যাদুকৰী ইস্তাহাৰত মোহাচ্ছন্ন হৈ
বহুবাৰ লুণ্ঠিত কৰিছোঁ কষ্টোপাৰ্জিত ধন

আজিকালি বুকুৰ বিষতো ওচৰ নাচাপো ডাক্তৰৰ
কিজানি ই. চি. জি., ব্লাড টেষ্ট, ছন'গ্ৰাফীৰ হেঁচাত
কটা যায় বেংকৰ 'ই. এম. আই.'
'ৰিকভাৰী এজেণ্ট'ৰ ত্ৰাসত
থৰ্‌থৰ্‌কৈ কঁপি থাকে ঋণত সজোৱা ঘৰ।

এ. টি. এম. চেম্বাৰত সদায় যাওঁ
চিনাকি-অচিনাকি সহগামীৰ গালি
এবাৰ 'বেলেঞ্চ চেক' কৰিহে মেচিনত দিওঁ
'কেচ্ছ্ উইদ্ৰ'ৰ ফৰমাচ
প্ৰয়োজন আৰু সামৰ্থ্যৰ দ্বন্দ্ব
আমাৰ মধ্যবিত্ত সিৰাই সিৰাই

উছৱৰ বতৰত কাৰনো মন নাযায়
অৰ্ধাংগিনীৰ গাত দিবলৈ এসাজ নতুন পোছাক
পেটৰ পোনাক হাতত ধৰি কোনে নিবিচাৰে
উজ্জ্বল আলোকত চলাথ কৰিবলৈ
অলি-গলি, দোকান-পোহাৰ

পোনাকণৰ মাক
অনিচ্ছাসত্বেও আনিব লাগে কৰ্তন প্ৰস্তাৱ

জিভাৰ জোখেৰে নহয়
পেটৰ জোখেৰে জ্বলি থাককচোন ভোকৰ আখল!

'এদিন সঁচাকৈয়ে আমাৰ সুখ আহিব,
তৰা-জোনে হাঁহি হাঁহি আমালৈ চাব'..
আমাৰ চকুত প্ৰতিনিয়ত লৈ ফুৰোঁ
ৰামধেনু ৰঙী ভৱিষ্যতৰ উৎসৱ
পোনাকণহঁতে আপোন হাতেৰে সলাই সজাব
ঘৰ, জাতি, দেশ
ৰূপৰ ৰাণী হৈ মাইনাহঁতে সিঁচি ফুৰিব ৰং
তুমিতো জানাই
নিজৰ আধৰুৱা সপোন সন্তানৰ চকুত দেখা
মধ্যবিত্তৰ আজন্ম স্বভাৱ।■



# এই চহৰৰ

**ৰবীন্দ্ৰ কুমাৰ দাস**

এইখন চহৰৰ অন্তৰাগে
কান্দি কান্দি আজি টোপাল পেলায়।

প্ৰকৃতিৰ নিৰ্মম প্ৰহাৰত
হঠাৎ কি হৈ গ'ল
ব্যস্ততাৰে ভৰা চহৰখনি।

যেন যন্ত্ৰণাৰ সাগৰ হৈ বৈ পৰা গভীৰ জলৰাশি।
শস্যহীন পথাৰৰ উদং বুকুৰ দৰে
সাৰে আছে মাথোঁ
এটা অৰ্ধমৃত সৰীসৃপ হৈ।

জুই একুৰা বিয়পি পৰাৰ দৰে
এতিয়া নিৰ্জনতা বিয়পি পৰিছে সৰ্বত্ৰতে।

সুখ গলি দুখ নামি
দুঃখ গলি প্লাৱন নামিছে
আকালৰ ভয়াৱহতাৰ।

ক্লান্ত আৰু বিপৰ্যস্ত শৰীৰেৰে
ভেটিব পৰা নাই
মহাবাহুৰ শকতি।

উৰণীয়া কৰ্মৰ আয়ুস
দুচকুৰ লোতক মাথোন।
চকুৰ শূন্য গৰ্ভত মাথোঁ
অন্ধকাৰৰ ক্লীৱ বিষাদতা।

তথাপিও আমাৰ আছে গভীৰ আস্থা
জীয়াই থকাৰ আশা।

জীৱনটোক অৰ্থপূৰ্ণ কৰাৰ কথা ভাবি
স্পৰ্শৰপৰা স্পৰ্শকাতৰ হৈছে হৃদয়।

আমাক তোমাৰ কাৰাগাৰত বন্দী কৰি ৰাখা
অনন্ত কাললৈ।
তোমাৰ বিষণ্ণ বদনৰ মৌনতাই
আমাক কাতৰ কৰি তুলিছে
অনাকাংক্ষিত বিপদৰ মুখামুখি হ'বলৈ।

আমিয়েই সেই নাৱৰীয়া
তোমাৰ ঘাটত বান্ধিছোঁ নাও।
বেলি আৰু নৈৰ পলসৰ বিছনাত
একেলগে পুৱাম দুখৰ ৰাতি।

বুৰ যাম আমি সহৃদয় প্ৰাচীনতাত।
আমিয়েই হ'ম সেই বাঁহীবাদক
তোমাক জগাই তুলিবলৈ।
ভৱিষ্যতৰ কোনো এক বীজ হৈ
সাৰপাই উঠাৰ প্ৰয়াসেৰে
নিজকে কৱবস্থ কৰি তুলিলোঁ এই চহৰত।

# বসন্তৰ ধৰিত্ৰী

**মাধৰী চৌধুৰী**

ফাগুনী পছোৱাই কিৰিলি পাৰিলে
বসন্ত আহিল বুলি,
কুলি-কেতেকীয়ে সুৰীয়া গীতেৰে
বসন্তক আনে আদৰি।
বৰদৈচিলাই গুৰুম্ গুৰুম্ শব্দেৰে
আকাশত তুলিলে ৰোল,
কোন ক'ত আছা ওলাই আহা নাচনী
বিহু মাৰিবৰ হ'ল।
ৰংঘৰ-কাৰেংঘৰ বসন্তৰ ৰঙেৰে
উদুলি-মুদুলি হ'ল,
বুঢ়া-ডেকাসৰেও আনন্দত
ফাকু সানি খেলে ৰং।
বসন্তৰ পৰশত লঠঙা বননি
গছে-পাতে সেউজী হ'ল,
আই ধৰিত্ৰীক সেউজীয়া আঁচলে
ষোড়শী সজালে ঐ।
কিনো মোহনীয়া ৰূপে বিনন্দীয়া
আই বাসন্তী তুমি,
চাই থাকোঁ মানে হেঁপাহ নপলায়
তোমাৰ সেউজী আঁচলখনি। ■





# বাহুৰা বতাহত আত্মানুসন্ধান

**হিৰণ্য কুমাৰ মজুমদাৰ**

প্ৰত্যেক মুহূৰ্ততো নীৰৱ না-খোলা না-বন্ধ
নিঃশব্দ নিস্তেজ অদৃশ্য আগান
যাত্ৰা আমাৰ জনগণৰ সংগে
মৃতদেহৰ নিশ্বাসত বতাহ বাগি
প্ৰতিক্ষাৰত প্ৰজ্ঞাৰ যাত্ৰা অবিৰাম।

সমগ্ৰ স্বাধীন শ্বাপদ আঁজুৰি প্ৰবাহিত শ্ৰী
ধ্বনি-প্ৰতিধ্বনি গুণ গুণ আখৰা দুখৰ কবচ আফালি
দৰাচলতে দহৰ বাবেই কল্যাণ বিচাৰি ৰ'বলৈ ফচল
ৰাতি-দিন অথবা হৃদয় কুটি কুটি কৰিছোঁ আত্মানুসন্ধান
য'ত মানুহৰ বাবেই বিচাৰোঁ প্ৰেম আৰু বিশ্বাস।

বতাহ বলিছে অস্তিত্বহীন প্ৰতিকূলতাৰ
ব্ৰহ্মপুত্ৰৰ পাৰত প্ৰতিনিয়ত
প্ৰৌঢ়তাই পিড়িছে ভাষা, জাতি দেশ অবিৰত
বিগত প্ৰতিটো স্মৃতি— আহত যন্ত্ৰণা
সকলো সত্য বুলি ক'ব নোৱাৰি
সেইসৰ মথোঁ স্বাৰ্থানন্ধৰ আকুল বাসনা।

হৃদয় আমাৰ সূৰ্যৰ সমান পোহৰ
আন্ধাৰত অপচয় সকলো
নদী নাৰী জীৱন শূন্যতাৰ বান
সত্য কি! ক'ত আছে সত্য
আজি মানুহেই মানুহক ছলনা কৰাটোৰেই মানৱতা।

স্বপ্ন আমাৰ জাগি উঠিছে
ভাল পাম কাক শুনাক নে দেখাক
নে অযত্নত লালিত-পালিত সমস্যাক
আৰু বা প্ৰাত্যহিক নীৰৱ স্পৰ্শই সজীৱ কৰি ৰখা
সূৰ্য অথবা সমুদ্ৰসম চিৰ বসন্তক।

কূল-উপকূল আকুলতাত ব্যাকুল
কি আশ্চৰ্য! প্ৰতিজন দ্ৰোহী-বিদ্ৰোহীয়ে আজি
হিংসা-প্ৰতিহিংসাত বাহুৰাই আছে গা। ■

# সংস্কৃতি

**অনিমা দাস বড়া**

সংস্কৃতিয়ে
ৰাজসভাত বিবস্ত্ৰ কৰিব খোজা দ্ৰৌপদীৰ
কৃষ্ণৰ হাতত অন্তহীন বস্ত্ৰ
হাতত পাশাগুটি লৈ
শকুনি যেতিয়া আগশাৰীত বহে
নিৰ্বোধ কৌৰৱে বিচাৰি খিতাপ
সংস্কৃতিক ঢাকিব খোজে।

ক্লীৱ, আত্মতৃপ্ত চন্দুকে
অভিজাত ক্ৰীতদাসৰ ডিঙিয়ে ডিঙিয়ে
যেতিয়া আঁৰি দিয়ে দুকুৰি গামোচা
গামোচা উচুপি উঠে

শোভাযাত্ৰা চলে
চকুমুদা মানুহৰ শোভাযাত্ৰা
সকলোৰে দেহত অলংকৰণ
কণ্ঠত নিজীৱ পুতলাৰ আচৰণ
নিলাজ নিলাজ বুলি
বতাহজাকে সিয়াঁৰি মৰে
পোছাক ক'ত— পোছাক
আভৰণ
শোভাযাত্ৰা দেখোঁ বিবস্ত্ৰ মানুহৰ
শিৰ নত সংস্কৃতি বাটৰ কাষৰ। ■



# আৰ্দ্ৰতা

ভূচিত্ৰ নাৰায়ণ মজুমদাৰ

মোৰ ভৰিৰ তলৰ মাটি
য'ত খোজ দি আছোঁ
সেমেকা, কোমল
জলবায়ু সেমেকা
আৰ্দ্ৰতাই ধৰি ৰাখে
হৃদয়ৰ বাণী
এক অস্ফুট শব্দৰ কোলাহল
একুৰা জুই দুভাগ কৰাৰ
তিনিভাগ কৰাৰ,
নিয়ৰৰ শক্তি কুঁৰলীৰ উত্তাপ
ৰক্ত প্ৰবাহিত দেহৰ ৰন্ধ্ৰে ৰন্ধ্ৰে
সন্ধিয়াৰ আকাশ সুৰুযৰ হেঙুল ৰঙৰ
আভা জিলিকে প্ৰবাহিত ধাৰাত
শিলত খুন্দা খাই ছিটিকি পৰা
পানীৰ স্ফুলিংগ
আৰ্দ্ৰতাই ধৰি ৰাখে হৃদয়ৰ কোমলতা
উতনুৱা মৰমৰ বান্ধোনৰ কি যে উত্তাপ
হে হৃদয়ৰ তোমাৰ মহানতা কিমান বিশাল
বুজিবৰ বাবে কত সংগ্ৰাম
তথাপিও বৃথা প্ৰয়াস
বিচাৰি পালোঁ আজিহে
অমৃতসম ধাৰা। ■

# নৈপৰীয়া গান এটাৰ দৰে

কিশোৰ কুমাৰ কলিতা

(এক)

আবেলিৰ শূন্যতাত ওলমি আছে
ভালপোৱাৰ সেন্দুৰীয়া সপোন

নিৰ্জনতাও কেতিয়াবা প্ৰিয় হৈ পৰে
হেৰোৱা ঠিকনা বিচাৰি নোপোৱাৰ কথা জানিও
খোলা থাকে হৃদয়ৰ দুৱাৰ

ঠেঁটুৰৈ লগা জোনাকতো আপোন হৈ পৰে
নাৱৰীয়া ককাই গোৱা বিৰহৰ গান।

(দুই)

আবেলিৰ শূন্যতাই কি দিয়ে!

নৈখনৰ বক্ষত হেঙুলী আভা
নীড়মুখী পক্ষীৰ কাকলি
হেঁপাহৰ দুচকুত সিপাৰৰ ছাঁয়ামায় দৃশ্য
বুকুৰ উদং পথাৰত এবুকু আশা

নৈপৰীয়া গান এটাৰ দৰেই
নিশাবোৰ যাপন কৰাৰ জোখাৰে
সকলো হেৰুৱায়ো কৰ্মঠ হোৱাৰ অযুত স্বপ্ন
ওভতনি খোজ হেঁপাহৰ পঁজাটিলৈ। ■





# বাটৰ ক্ৰিকেট, সকলোবোৰ বীজগণিতৰ দৰে ধৰি লোৱা হয়

দেৱজিত ৰাভা

বাটৰ ক্ৰিকেট, ইয়াত পাতনিৰপৰা যৱনিকালৈ
সকলোবোৰ বীজগণিতৰ দৰে ধৰি লোৱা হয়
বিপৰীত পক্ষ কোন হ'ব— অষ্ট্ৰেলিয়া, পাকিস্তান নে
দক্ষিণ আফ্ৰিকা— এইবোৰ ধৰি লোৱা হয়
ধৰি লোৱা হয় টচ্ কোনে কৰিব বা সেই সময়ত
ৰবি শাস্ত্ৰী উপস্থিত থাকিব নে কোনোবা জীৱন্ত লেজেণ্ড

বাটৰ ক্ৰিকেট, সকলোবোৰ বীজগণিতৰ দৰে ধৰি লোৱা হয়
ঘৰৰ চোতালখন বা ঘৰলৈ প্ৰৱেশ কৰা পদূলিমুখৰপৰা অহা
সৰু বাটটো হ'ব পাৰে ইডেন গাৰ্ডেন
নৱাণিৰ খেতিপথাৰখন নাইবা বিদ্যালয়ৰ খেলপথাৰখন
হ'ব পাৰে লৰ্ডছ
গৃহস্থৰ মূঢ়াটো বা জেওৰাৰ কাঠীডাল হ'ব পাৰে
উইল্‌ছ, কোকাকোলা, পেপ্‌ছি বা
হিৰোহোণ্ডাৰ মোহৰ মৰা ষ্টাম্প

সকলোবোৰ ধৰি লোৱা হয় যেতিয়া এইটোও ধৰি লোৱা হয়
নাৰিকল গছৰ বৌখা বা কোনো গছৰ বখলা হ'ব পাৰে
ব্ৰিটেনিয়াৰ বেটখন নাইবা
বজাৰৰ সস্তীয়া বেটখন হ'ব পাৰে এম. আৰ. এফৰ.
ধৰি লোৱা হয় বাইশ গজ
ধৰি লোৱা হয় পিচ্ছ বেটিং সহায়ক হ'ব নে বলিং সহায়ক হ'ব
ধৰি লোৱা হয় এক ৰাণ, দুই ৰাণ, তিনি ৰাণ, বাউণ্ডেৰী, অভাৰ বাউণ্ডেৰীবোৰ
ধৰি লোৱা হয় ৱাইড বল, ন' বল, ফ্ৰি হিট ইত্যাদি

বাটৰ ক্ৰিকেট, ইয়াত সকলোবোৰ ধৰি লোৱা হয়
বলৰ ক্ষেত্ৰতো কোনো ধৰা-বন্ধা নাই
খুব শিথিল কৰি ৰখা হয় সকলোবোৰ
বেটিং-বলিং কৰিবপৰাকৈ এটা ৰবৰৰ বল হ'লেই যথেষ্ট
অৱশ্যে টেনিছ বল হ'লে ভাল



সাধাৰণ টুপী এটাকে হেলমেট বুলি ধৰি লোৱা হয়
সাধাৰণ পোছাক এযোৰকে ছাহাৰা বা
অন্য কোনো বিদেশী কোম্পানীৰ জাৰ্ছি বুলি ধৰি লোৱা হয়
ফটা ছিগো ছিগো ছেণ্ডেলযোৰকে স্পোৰ্টচ্ শ্বু বুলি ধৰি লোৱা হয়

বাটৰ ক্ৰিকেট, পাতনিৰপৰা যৱনিকালৈ
সকলোবোৰ বীজগণিতৰ দৰে ধৰি লোৱা হয়
বলিং ফাষ্ট হ'ব নে স্পিন হ'ব ধৰি লোৱা হয়
নিজেই নিজক ধৰি ল'ব পাৰে ৱাছিম আক্ৰাম, ডেল ষ্টেইন... বুলি
নিজেই নিজক ধৰি ল'ব পাৰে শ্বেনৱাৰ্ণ, মুৰুলীধৰণ... বুলি
ধৰি ল'ব পাৰে আম্পায়াৰ হৈ থিয় দি আছে ষ্টিভ ৰাকনাৰ বা
সু-মীমাংসাৰ বাবে অপেক্ষা কৰি আছে থাৰ্ড আম্পায়াৰ
ধৰি লোৱা এল. বি. বা কেচ্ছ বা বল্ড আউটত
উল্লাসিত হৈ সাফল্যৰ চিঞৰ মাৰিব পাৰে
নিজেই নিজক ধৰি ল'ব পাৰে ব্ৰেডমেন, গাভাস্কাৰ, তেণ্ডুলকাৰ.. বুলি
শ্বটবোৰ স্কোৱাৰ কাট, ষ্ট্ৰেইট ড্ৰাইভ বা ক্লাছিক বুলি ধৰি লোৱা হয়
বেট দাঙি হাফ্ চেঞ্চুৰীৰ অভিবাদন ল'ব পাৰে, দিব পাৰে
হেলমেট খুলি আকাশলৈ চাই চেঞ্চুৰীৰ অভিবাদন ল'ব পাৰে, দিব পাৰে
দৰ্শকৰ সেৱা কাৰ্যই চিয়েৰলিডাৰ্ছৰ নৃত্যকো চেৰ পেলাব পাৰে
সকলোবোৰ ধৰি লোৱা হয় ইয়াত
প্ৰভুসকলে যি কৰে, মন গ'লে তাকেই কৰাৰ ভাও দিব পাৰে,

সকলোবোৰ ধৰি লোৱা হয় যেতিয়া
অ'ত-ত'ত দৃষ্টিগোচৰ হোৱা বাটৰ ক্ৰিকেটবোৰ আচলতে LPL
অৰ্থাৎ Local Premier League
ধৰি লোৱা হয় ইয়াত পৰীক্ষামূলকভাৱে নতুন নতুন সংস্কৰণবোৰ
T-20, F-15, T-10, F-5 ইত্যাদি তাৰেই শেহতীয়া উদাহৰণ

বাটৰ ক্ৰিকেট, সকলোবোৰ বীজগণিতৰ দৰে ধৰি লোৱা হয়
থিয়-দণ্ডা দিব পৰা শিশুটিও তুলি ল'ব পাৰে প্লাষ্টিকৰ বেট বা
তিনিঠেঙীয়া আলবীয়াজনেও প্লাষ্টিকৰ বল লৈ
মিডিয়াম, ফাষ্ট কিম্বা স্পিন ডেলিভাৰী দিব পাৰে

ধৰি লোৱা হয় যেতিয়া ক্ৰিকেটাৰসকল ভগৱান বা অতিমানৱ
কাৰনো ইচ্ছা নহ'ব গোপনে
ভগৱান বা অতিমানৱ হ'বলৈ'
বাটৰ ক্ৰিকেট, ইয়াত সকলোবোৰ ধৰি লোৱা হয়। ■

**বিঃ দ্ৰঃ** Warning : Bator Cricket may be injurious to rural talents.
**শব্দৰ অৰ্থ ঃ** T-20– Twenty Twenty, F-15– Fifteen Fifteen, T-10– Ten Ten, F-5– Five Five.





# অৰূপ-ৰূপ কামৰূপা আৰু ফাগুন

**নৱ কুমাৰ নাথ**

পলাশবাৰীৰপৰা মই পলাশে কৈছোঁ
লুইতে উচ্ছেদ কৰা
তাহানিৰ সেই বাণিজ্য নগৰ,
দুখ-বেজাৰৰ অলেখ পৃষ্ঠাই
আজিও উচুপে ইয়াত।
না, না, আজি দুখৰ কাহিনী নকওঁ
পলাশবাৰীত এতিয়া পলাশ ফুলিছে, (ফাগুনৰ বতৰ)
দেখিছ জানো কেতিয়াবা
হাৰাঘাটৰ কলিজাৰ ৰং?
কলহীৰ বুকুত যৌৱনৰ উথপ্ থপ্
নৃত্যাংগনা কলহীৰ নৃত্যত
উদুলি-মুদুলি হয় মেৰঘৰৰ চোতাল।
হেৰ' অচিন ককাই
জালুকবাৰীৰ কৃষ্ণচূড়া পাৰ হৈ
যি বাটত লানি নিছিগা
শাৰী শাৰী পলাশ দেখিছ
সেয়াই সুদক্ষিণাৰ ঠিকনা
বেউলাৰ পদুলিৰে গোবিন্দপুৰলৈ যায়।
বাটত বুঢ়া মালিয়াটাক পাবি
শেতা পৰা দুচকুত
অলেখ যুগৰ ইতিহাস,
বয়সৰ অংক নাজানিলেও
বুঢ়া মালিয়াটা এতিয়াও দুৰন্ত তৰুণ
বাহুত হেজাৰ সৈন্যৰ বল।
আৰু কি চাবি?
পানীৰ তলত পাহাৰ দেখিছ
দেখিছ জানো শাল-চেগুন?
এয়া যাদু নহয়, বাস্তৱ
উনৈশ শতিকাৰ আৱিষ্কাৰ।
পিয়াহ লাগিলে ৰাজাপুখুৰীলৈ আহিবি
ৰজা আৰিমত্তৰ জলভাণ্ডাৰ আছে ইয়াত
পাৰত কেইজোপামান মদাৰ-শিমলু
আৰু এই অভাগাৰ পঁজা।
হেৰ' অচিন ককাই, কি ভাবিছ?
আহ আকৌ......
আঃ কি যে সংজ্ঞাবিহীন
..... ব্যাখ্যাতীত আহ্লাদ
মালিয়াটাৰ বুকুৰেদি দুৰণিৰ আকাশত
সেয়া পূৰ্ণিমাৰ পূৰ্ণ জোনাক
গোবিন্দপুৰত বাজিছে দবা-কাঁহ
স্নিগ্ধ বতাহত সন্ধিয়াৰ সুবাস আৰু
সমস্ত আকাশ জুৰি
মদাৰ-শিমলু-পলাশৰ বিচিত্ৰ ৰং.... / ■

# অলপ মাটি

**হিতেশ চন্দ্ৰ কলিতা**

ক্ষত-বিক্ষত পলাশবাৰীৰ ছবি দাঙি ধৰা
কবি অমৰেন্দ্ৰ ছাৰৰ
কলমৰ চিয়াহী হেৰালে
কি হ'ব ভোকাতুৰ শ্ৰমিকৰ কান্দোন ধ্বনি?
কি হ'ব গৃহহীন পৰিয়ালৰ দুখৰ বোজা?
থান্-বান্ সমৃদ্ধিশালী পলাশবাৰী চহৰ
নকৈ গঢ়া নেহৰুৰ স্বপ্ন
মাইলাটা পাহাৰত ঠেকা খাই আজিও বিনায়।
কবি অমৰেন্দ্ৰ
তোমাৰ কলমৰ চিয়াহী
সদায়ে নিগৰি থাকিবই লাগিব;
তুমি যে আঁকিব লাগিব আল্পনা
ঐতিহ্যপূৰ্ণ পলাশবাৰী চহৰৰ,
তুমি যে লিখিব লাগিব
অতিথিপৰায়ণ 'পলাহবেৰীয়া'ৰ কথা,
তুমি যে ৰচিব লাগিব
ভোকাতুৰ শ্ৰমিক,
গৃহহীন নৰ-নাৰী আৰু
কৃষকৰ বাবে,
গীত— অলপ মাটিৰ। ■



# ব'হাগ

মনোজ কুমাৰ দাস

ভালপোৱা মানেইতো নহয়
আকাশ-বতাহক হিয়া উজাৰি
কৈ ফুৰা কথা

ব'হাগ আহিলে সকলো আহে
কপৌ ফুলে
নাহৰ ফুলে
ফুলৰ সুগন্ধত মন উৰে
গোপনে গোপনে
কাৰোবাৰ কাষলে'

মাথোঁ ক'ব নোৱাৰি খুলি
মনৰ কথাবোৰ

নাজানো ব'হাগৰ কি যাদু
জ্বলি-পুৰি ছাই হ'লেও বুকু
জীয়াই থাকিব পাৰি
সুখ-দুখ, চকুলো সামৰি। ■

# শৰতৰ শেৱালি

ভাগিৰথী মজুমদাৰ দাস

জোনৰ ৰূপালী পোহৰত
নৈৰ বুকুত লুকাই থকা
বালিচন্দাই
কেতিয়া বাৰু সাৰ পালে?

মোৰ হৃদয় গহনত
কাৰ সপোন ৰচিলে
অনুক্ত ভাষাৰে
শৰতৰ শেৱালিৰ দৰে ফুলিছে অলেখ ফুল
নিয়ৰৰ স্নিগ্ধ পৰশত
মোৰ হিয়াত তোমাৰ প্ৰেমৰ
সৌন্দৰ্য সুষমাৰ
এটিয়েই প্ৰতিশ্ৰুতি

যেনেকৈ ভাবোঁ মই
মোৰ জীৱনৰ প্ৰতিটো ক্ষণেই
সোণালী-ৰূপালী ৰহণ হয়

শীতৰ কোমল বতাহজাকে
হৃদয় কপাই গ'ল
তুমিও আঁতৰি যোৱা
এটি নতুন দিগন্তলৈ। ■





# মই সপোন দেখা ল'ৰা আছিলোঁ

সুৰেশ কলিতা

মই
সপোন দেখা ল'ৰা আছিলোঁ

গোটেই নিশা সপোন দেখি
ফেকুৰি ফেকুৰি কান্দিছিলোঁ দোকমোকালি

সপোনৰ বন্যাত উটি-ভাঁহি
শৈশৱ কৈশোৰ যৌৱন
দিহিঙে-দিপাঙে ঢপলিয়াইছিলোঁ

আইৰ বুকুত মুখ গুজি
প্ৰায়ে বিৰ্‌বিৰ্‌কৈ আলাপত বহিছিলোঁ
সপোনৰ স'তে

বিছ্নাত
আইৰ হাতৰ মৃদু আঘাত পাই
চক্‌মক্‌কৈ ভাঙিছিল মায়াময় সপোন

মই সপোন দেখা ল'ৰা আছিলোঁ

কত যে সপোন
সপোন নিজক গঢ়াৰ
ইকৰাৰ বেৰেৰে এটি পঁজাঘৰ সজোৱাৰ
সপোন আছিল
সাধুৰ পৰীৰ ডেউকাত উঠি
দিগন্তত ফুৰাৰ

সপোনবোৰ লাগি আছিল
সমনীয়াৰ স'তে
হৰা-জিকা খেলত
অলপ ইফাল-সিফালতে
মাতবোল নকৰা খণ্ডত

সমনীয়াবোৰ হাৰিলে
শৰবিদ্ধ পখীৰ দৰে ধৰ্‌ফৰাই আছিলোঁ
প্ৰায়ে সিহঁতক জিকাই
কি যে আনন্দত পাৰ কৰিছিলোঁ ক্ষণ

কৈশোৰত প্ৰায়ে মই দেখিছিলোঁ
সকলো মানুহ গোটাই
এটি পৰিয়াল গঢ়াৰ সপোন
নাৰিকলৰ খোলাত গছ-পাতেৰে ৰন্ধা
সপোনৰ ভাত-আঞ্জাৰে লগে-ভাগে খোৱাৰ
প্ৰায়ে আমি ন-কৈ গঢ়িছিলোঁ
আমাৰ সপোনৰ পৃথিৱী

সকলো আছিল সপোনত
ফুল তৰা পখিলা
দুৰ্গম অনাৱিষ্কৃত অৰণ্য যাত্ৰা
অসাধ্য সাধনৰ
শিহৰিত কতনা পৰিকল্পনা

আলফুলে সযতনে
হিয়াৰ খোঁটালীয়ে খোঁটালীয়ে
সজাই থৈছিলোঁ সপোনৰ থাক্
এয়া সাগৰ যেন মৰমৰ সপোন
সেইটো আনৰ দুখবোৰ নিজে গাত পাতি
লোৱাৰ সপোন
দূৰণিত সেয়া অলপকে ভগাই খোৱাৰ সপোন
সপোনৰ থাক্ আছিল
নিতে নিযুত সপোন দেখাৰ

মই সপোন দেখা ল'ৰা আছিলোঁ

প্ৰেমেৰে আৰম্ভ কৰিছিলোঁ
যৌৱনৰ উতলা সপোন



আবেলিৰ সপোন এটি আঁকি
দিবা-নৈশ পাৰ কৰিছিলোঁ
সপোন কটা পদ্য লিখি

স্বাৰ্থপৰভাৱে ভাল পাইছিলোঁ
তেওঁৰ উশাহ-নিশাহ সমগ্ৰ

ক'ৰবাত হেৰাই যায় বুলি
দুচকুৰ টিপ্ নমৰাকৈ
সপোনত মই পহৰা দিছিলোঁ

হৃদয়ৰপৰা নিগৰি নিগৰি
দুই ওঁঠত ভিৰ পাতিছিল
অসংখ্য গানৰ কলি

মই সপোনত ডেই-পুৰি মৰা
সপোন দেখা ল'ৰা আছিলোঁ

দুৰন্ত সাহসৰ
পাহোৰাল ডেকাৰ দুৰ্জেয় শকতিৰে
কিমান অত্যাচাৰী-অনাচাৰী অসুৰক
শূলত দি ভাওনা পাতিছিলোঁ সপোনত
মুমূৰ্ষু কত জনক
দুহাতেৰে আঁকোৱালি
হিয়াৰ তাপ দিছিলোঁ
সপোনৰ জুই জ্বালি জ্বালি

কত সপোন বিয়লি গ'ল
আধা আঁকাতে কিমান নোহোৱা হ'ল
অসহনীয় হ'ল কতনা সপোনৰ মোৰ ছাঁ

আঁকি থব নোৱাৰিলোঁ
সপোন দেখা সজল দুচকু
আৱেগৰ স-সাগৰ ঊৰ্মি
দিগন্ত প্ৰসাৰী মন
আনৰ দুখত নিগৰা তপত চকুলো

মই সপোন দেখা ল'ৰা আছিলোঁ

লৌহ কঠিন বাস্তৱে
মোক সপোনৰ স'তে শুব নিদিয়ে

থাকিব নিদিয়ে মানৱীয় আৱেগৰ লগত
বন্ধুত্বৰে গঢ়িব নিদিয়ে ভাঙি যোৱা বিশ্বাস

ছবিবোৰে মোক এতিয়া নামাতে
গান শুনি কঁপি নুঠে দুই ওঁঠ
কবিতাৰ পিছে পিছে ঘূৰি
নিৰ্জনতাত মাৰ নাযায় আজিৰ বেলি
ৰূপক চৰিত্ৰৰ স'তে কান্দি নুঠে
তাহানিৰ সহজাত অনুভূতি

আজিকালি মই সপোন নেদেখোঁ
সপোনৰ স'তে নকৰোঁ কাজিয়া
ঠেহ-পেচ, ৰাগ-অভিমান নাই
নাই সপোনৰ লগত ধেমালি

বৰ নিৰ্দয় নিষ্ঠুৰ স্বাৰ্থপৰ
সপোন ভঙা দিনলিপিৰ আৱৰ্তিত পাত

চুলিত ৰূপালী ৰং লাগিছে
মোৰ বিছনাৰ চৌদিশে
শেতা পৰা সপোনৰ মৰা হাঁহি

বিছনাৰ কাষলে' গৈ
লিৰিকি-বিদাৰি চাওঁ—
সঁচা মানুহ হোৱাৰ এইটো সপোনৰ জঁকা
অন্যায়-অনীতি দেখি
বিপ্লৱী বাহিনীৰ পেৰেড গ্ৰাউণ্ডৰ সেইজন তীখৰ
মোৰ অবয়ৱৰ বিবৰ্ণ শৰীৰ
গাৰুটোত মুখ গুজি মৰহি শুই আছে
প্ৰেমৰ ভুৱন ভুলোৱা শতদল
পৃথিৱীখনক ন-কৈ গঢ়া
সপোনৰ ছবিবোৰত উই পোকৰ দ'ম

সপোনৰ বিননিত
মই এতিয়া শুব নোৱাৰোঁ
ক'ত শুম

মই সপোন দেখা ল'ৰা আছিলোঁ। ■





# সোণসেৰীয়া

## এই শিতানটি সজাইছে—



# প্ৰসংগ শ্ৰীমন্ত শংকৰদেৱ

**শোভা ব্ৰহ্ম**

মোৰ নিজা অনুভৱ, মহতৰ মহৎ মহাপুৰুষসকলক সততে সংগ দিয়া নিম্নলিখিত জীৱনৰ আটাইতকৈ অন্তৰস্পৰ্শী অভিজ্ঞতাসমূহ শ্ৰীমন্ত শংকৰদেৱৰ জীৱনৰ লগতো জড়িত আছিল।

**প্ৰথমত ঃ** তেওঁৰ জীৱনলৈ সংকট কঢ়িয়াই অনা আশংকাৰপৰা পৰিত্ৰাণ পাবৰ কাৰণে তেওঁৰ জীৱিত কালত শাসনাধিষ্ঠিত বিভিন্ন ৰজাসকলৰ ৰাজ্যত যেনে— আহোম, কছাৰী, কোঁচ আৰু কিছুমান কম উল্লেখনীয় ৰাজত্বৰ স্থান-স্থানান্তৰে পলাই ফুৰিবলৈ বাধ্য হৈছিল।

**দ্বিতীয়ত ঃ** তেওঁৰ জীৱনলৈ মাৰ্মান্তিক আঘাত হানি দিয়া বিয়োগাত্মক ঘটনাসমূহ আৰম্ভ হয় জীৱনৰ সূচনা পৰ্বত অতি কম বসয়ত মাতৃ বিয়োগত; পুত্ৰৰ মৃত্যুৰ মাজেদি, যেতিয়া তেওঁৰ পত্নী বিধৱা হয়। যিগৰাকী আছিল অঞ্চলটোৰ ভিতৰতে শ্ৰেষ্ঠা সুন্দৰী; তাৰোপৰি সুন্দৰী বিধৱাগৰাকীক যেতিয়া তেওঁৰ স্বামীৰ মৃত্যুৰ পিচত ৰাজন্য নিবাসৰ ৰংগশালালৈ ভোগ-বিলাস আৰু নান্দনিকতাৰ স্বাৰ্থত বলপূৰ্বক টানি লৈ যোৱা হয়। আকৌ আহোম ৰাজপৰিয়ালে আয়োজন কৰা 'হাতী ধৰা অভিযান'ত যেতিয়া হাতী ব্যূহ ভেদ কৰি পলাই সাৰে, শংকৰদেৱৰ জোঁৱায়েকক দোষী সাব্যস্ত কৰি মৃত্যুদণ্ড দিয়া হয়; ইয়াৰদ্বাৰাই আৰু এগৰাকী বিধৱা, স্বয়ং গুৰুজনাৰ আপোন কন্যা। যিগৰাকীয়ে প্ৰতি প্ৰভাতত গুৰুজনাৰ মুখ্য শিষ্য মাধৱদেৱলৈ উচৰ্গা কৰা ৰং-বিৰঙী ফুলৰ মালা গাঁথি প্ৰস্তুত কৰি ৰাখে। আনহাতে যিগৰাকী শিষ্যই শপত খাই থৈছে বিবাহ বন্ধনত কোনোকালে আবদ্ধ নহৈ 'আধ্যাত্মিকতাৰ যুদ্ধ'ত অৱতীৰ্ণ হোৱাৰ; গুৰুজনাৰ উপদেশ অনুসৰি বিবাহ বান্ধোনৰদ্বাৰাই ৰক্ষাব্যূহ তথা দুৰ্গ প্ৰস্তুত কৰি প্ৰকাৰান্তৰে সপ্তম হোৱাৰ কথালৈ আওকাণ কৰি।

**চতুৰ্থত ঃ** এনে এটা যুগত যেতিয়া এইখন দেশ অসম আৰু উত্তৰ-পূৰ্বাঞ্চল আছিল অকলশৰীয়া, একাষৰীয়া; উপমহাদেশখনৰ লগত সম্পৰ্কহীন বিশেষ তেনে সময়ত শংকৰদেৱে তেওঁৰ শিষ্য-প্ৰশিষ্য প্ৰায় চল্লিশজনীয়া দল সমন্বিতে একেটা জীৱনত বাৰ বছৰৰ কাৰণে তীৰ্থভ্ৰমণলৈ যাত্ৰা কৰে। দ্বাৰকা, বেনাৰস, গকুল, গয়া, পুৰী, প্ৰয়াগ, সীতাকুণ্ড, বৰাহকুণ্ড, অযোধ্যা, বদৰিকাশ্ৰম ইত্যাদি স্থান ভ্ৰমণ কৰাৰ উপৰিও মথুৰা আৰু বৃন্দাবনত ক্ৰমে চাৰি বছৰ আৰু আঠ বছৰ বসবাস কৰে; এই বৃত্তান্ত তেওঁৰ জীৱনীকাৰসকলৰপৰা জানিব পৰা যায়।

এই কথা সামৰণি হ'লেও উপেক্ষণীয় নহয় যে, শ্ৰীমন্ত শংকৰদেৱৰ একনিষ্ঠভাৱে আধ্যাত্মিকতাৰ চৰ্চা-সাধনাৰ দিশ, গোষ্ঠী-ধৰ্মগত বা জীৱনৰ চৰ্চা-সাধনাৰ ক্ষেত্ৰত বজৰুৱা উৎসৱ-পাৰ্বণৰ ওপৰত বিতশ্ৰদ্ধ আছিল; কিন্তু এইবোৰ ক্ষেত্ৰত মহান গুৰুজনাৰ মৃত্যুৰ পিচত বাহুল্য-ব্যতিক্ৰম ঘটিছিল। তীৰ্থভ্ৰমণৰ বছৰবিলাকে, সন্দেহ নাই, সাধু-সন্ত, ভক্তকুল, ভক্তিমাৰ্গৰ নেতৃবৃন্দ এইসকলৰ লগত তেওঁক তাৎপৰ্যপূৰ্ণ সংস্পৰ্শত আপ্যায়িত কৰিছিল। অত্যন্ত স্বাভাৱিক এইবোৰে আধ্যাত্মিক চিন্তা আৰু প্ৰাসংগিক সংস্কৃতিগত পাৰস্পৰিক সম্পৰ্ক ইত্যাদিৰ পটভূমি গঢ়ি তুলিছিল। আমি জনাত, আজিকোপতি অৱশ্যে এনে প্ৰচেষ্টা, বিস্তাৰিত গৱেষণা, এইবোৰ সম্পৰ্কে সুনিৰ্দিষ্ট পন্থাৰে অধিগ্ৰহণ কৰা হোৱা নাই।

কিমানখিনি পৰিমাণৰ প্ৰভাৱ শংকৰদেৱৰ ওপৰত বৌদ্ধধৰ্মই পেলাইছে বা কেনেবোৰ উপাদান বৌদ্ধধৰ্মৰপৰা আহি একশৰণ নামধৰ্মত অংগীভূত হৈছে আমি নেজানো; কিন্তু এই কথা নিশ্চিত, কিছুমান বৌদ্ধধৰ্মৰ অংগীভূত অংশই বৌদ্ধধৰ্মৰ বিহাৰৰপৰা আহি শংকৰী সত্ৰৰ



মণিকূটত সুৱৰ্ণ ৰংগগৃহই মণিকূট নাম লৈ, স্তূপৰপৰা টুপ নাম লৈ সত্ৰসমূহৰ উপাদান হৈ পৰিছে— এইবোৰ কথা লক্ষ্মীনাথ বেজবৰুৱাকে আদি কৰি পণ্ডিতসকলৰপৰা জনা যায়। ভগৱান বুদ্ধৰ নিচিনাকৈ সম্পূৰ্ণ ত্যাগধৰ্মত দীক্ষিত শ্ৰীমন্ত শংকৰদেৱে নিশ্চয় বৌদ্ধধৰ্মৰ তিনিটা স্তম্ভৰ এটি 'বৌদ্ধ সংঘ'ৰদ্বাৰাই প্ৰভাৱিত হৈছিল আৰু প্ৰকাৰান্তৰে সত্ৰসমূহৰ প্ৰতিষ্ঠা-স্থাপনাসূচীত ইন্ধন যোগাইছিল। ভগৱান বুদ্ধ যিহেতু 'জনজাতি' কুলগোত্ৰৰ সন্তান আছিল, যাৰ কাৰণে 'সংঘ' তেওঁৰ 'বিহাৰ'ৰ আত্মাস্বৰূপ— নিশ্চয় তাক বৌদ্ধধৰ্মৰ তিনিটা স্তম্ভৰ এটি অনন্য স্তম্ভ হিচাপে (বুদ্ধং শৰণং গচ্ছামি, ধৰ্মং শৰণং গচ্ছামি, সংঘং শৰণং গচ্ছামি) প্ৰতিষ্ঠা কৰিছিল।

আন তাৎপৰ্যপূৰ্ণ দিশ হৈছে— 'মধুৰ ভাব'; মিলনৰ সেঁতু ভগৱান আৰু ভক্তৰ মাজত, কৃষ্ণ আৰু ৰাধাৰ মাজত, শিৱ-পাৰ্বতী, ৰাম-সীতাৰ মাজত দাস্যভাৱে তাৰ স্থান লৈছিল; যাৰদ্বাৰাই দাসানুদাস তথা সেৱকৰ ভগৱানৰ ওচৰত পৰিপূৰ্ণ আত্মসমৰ্পণ আৰু ভক্তি। এই ক্ষেত্ৰত প্ৰেমৰ সম্পৰ্ক তথা শ্ৰীৰাধা ভগৱান কৃষ্ণৰ মাজত, নায়ক-নায়িকাৰ মাজত অপ্ৰাসংগিক হৈ পৰিল। এই দিশটো শ্ৰীমন্ত শংকৰদেৱে নিশ্চয় বৌদ্ধধৰ্মৰপৰা গ্ৰহণ কৰিছিল; য'ত নাৰী দীক্ষা গ্ৰহণৰপৰা বঞ্চিত আছিল। বাস্তৱতে তেওঁ যেতিয়া সৎমা, গোতমীৰদ্বাৰাই বাধ্য-বাধ্যকতাত পৰি বৌদ্ধধৰ্মত নাৰীৰ দীক্ষা দানৰ অনুমতি দিছিল, তেওঁ যথাৰ্থতে ভৱিষ্যৎবাণী কৰিছিল— এই ধৰ্মৰ স্থায়িত্ব অৱশ্য তেতিয়াৰপৰা পাঁচশ বছৰ অতিক্ৰম কৰি যাব নোৱাৰে। তাৰোপৰি ভগৱান বুদ্ধৰ বিপদসংকুল কালৰ বিপৰীতে শ্ৰীমন্ত শংকৰদেৱৰ তেতিয়াৰ সময়, যি সময়ত তেওঁ আন কথা বাদ দিয়ো বিপদসংকুল জীৱনৰ স্বাৰ্থত সততে স্থান পৰিৱৰ্তন কৰি পলাই ফুৰিবলগা হৈছিল। এনে এক সংকট কালত বুদ্ধৰ পাৰমাৰ্থিক তৎপৰতা আছিল তেওঁৰ ধৰ্মৰ প্ৰতি আশ্ৰয় আৰু সুৰক্ষা দান তথা 'বিহাৰ'বিলাকত লালিত হৈ থকা জাগ্ৰত আদৰ্শৰ প্ৰতি। এই সম্পৰ্কত বিশ্বাস কৰাৰ যুক্তি আছে— শ্ৰীমন্ত শংকৰদেৱেও একেবোৰ আদৰ্শৰেই পোষকতা কৰিছিল আৰু সেই কাৰণে সত্ৰসমূহ তেওঁৰে ধৰ্ম আৰু সংস্কৃতিৰ সাৰাৎসাৰৰ আছিল ভঁৰাল। অসমৰ নব্য-বৈষ্ণৱ আন্দোলনৰ ফলশ্ৰুতি।

এইবোৰৰ বাহিৰেও আৰু অতিৰিক্ত যিখিনি কোৱা হৈছে, মই মনে-প্ৰাণে বিশ্বাস কৰোঁ— সমসাময়িক আৰু সামাজিক জীৱনত সংযম আৰু আধ্যাত্মিক উৎকৰ্ষতাৰ প্ৰয়োজন। শংকৰদেৱে তেওঁৰ ধৰ্মসাধনাৰ তথা তাৰ জনপ্ৰিয়তাৰ উদ্দেশ্যে ৰং-বিৰঙী উৎসৱ-পাৰ্বণৰ বাহুল্য উদ্‌যাপন অপচন্দ কৰিছিল। যদি এই দিশৰ প্ৰতি যথাযথ সন্মান প্ৰদৰ্শন কৰা হয়, গুৰুজনা, তেওঁৰ জীৱনধাৰা আৰু শিক্ষাৰ নামত এই উৎসৱ উদ্‌যাপনৰ বাহুল্য সেই আদৰ্শৰ ওপৰত ভিত্তিমূল হোৱাটো বাঞ্ছনীয়।

সেইটো আছিল তেনে এক সময়, যেতিয়া 'বিগত প্ৰজন্ম', জনগোষ্ঠীসমূহৰ (জনজাতি?) সাংগঠনিক সৌধবোৰ ৰাষ্ট্ৰতন্ত্ৰ-ৰাজতন্ত্ৰৰ পৰিবৰ্ধমান অভ্যুদয়ৰদ্বাৰাই বিধ্বস্তপ্ৰাপ্তি-অৱলুপ্তিৰ পথত। ভগৱান বুদ্ধ নিশ্চিত আছিল যে, সেইটো এটা অপসৃয়মা তথা বিলীয়াম মহাৰত্ন বিশেষ, যাৰ কোনো পুনৰুদ্ধাৰৰ সম্ভাৱনা হোৱা নাই। গতিকে তেওঁ বিধান দিলে— "সংঘৰ পুনৰ প্ৰতিষ্ঠা হক।" তেওঁৰ যুগৰ জাতিৰ সন্মুখত এটি 'অপহৃত-বাস্তৱতা', এটি অনুকৃতি— 'মৃত জনগোষ্ঠীয় সমাজতন্ত্ৰৰ' এটি সপোনৰ ভ্ৰমৰংগ। তেওঁৰ আকাংক্ষা, লক্ষ্য হৈছে— তেওঁৰে সতীৰ্থ ভিক্ষুসকলে সম্পূৰ্ণ অপৰিচিত উদাসীন ব্যক্তিৰ সমষ্টিৰ জীৱন যাপন কৰি আছে, যিসকলৰ লগত বহিৰ্বিশ্বত সংঘটিতমান বিপুল পৰিৱৰ্তনৰ স্তূপাকৃতিৰ কোনো সম্পৰ্ক নাই, সেই দৃশ্য অৱলোকন কৰা। সংঘৰ জীৱনযাত্ৰাত তেওঁলোকৰ কাৰণে এটি মাত্ৰ বিধান নিৰ্ণয় কৰি দিয়া হৈছে, যাৰদ্বাৰাই তেওঁলোকৰ ব্যক্তিত্বৰ আমূল পৰিৱৰ্তন সাধিত হয় তথা বৰ্ণাশ্ৰমপূৰ্ব জনগোষ্ঠীয় জীৱনৰ আদৰ্শ সম্ভৱ হয়— অকল বৰ্ণাশ্ৰমপূৰ্বৰ আৰ্হিত কৃতকাৰ্যতাৰে সংঘৰ সংগঠন তেওঁ সাধন কৰাই নহয়। এইটো দৃষ্টিভংগীৰ ওপৰত ভগৱান বুদ্ধই প্ৰৱৰ্তন কৰা ধৰ্মৰ বিধান সম্বন্ধে আমি ব্যাখ্যা দাঙি ধৰিব পাৰোঁ— দেৱীপ্ৰসাদ চট্টোপাধ্যায়ৰ 'লোকায়ত দৰ্শন'।

শ্ৰীমন্ত শংকৰদেৱৰ জীৱন আৰু সাধনাৰ সন্দৰ্ভত মহাকাব্য ৰামায়ণ, ভগৱান বুদ্ধ আৰু বৌদ্ধধৰ্ম, যুক্তি-যুক্ত, স্বাভাৱিক আৰু পশ্চাতপৰ্ব হিচাপেই প্ৰাসংগিকতা আহি পৰে যেন বোধ হয়। অযোধ্যাৰ যুৱৰাজ হিচাপে অভিষিক্ত হোৱাৰ আগমুহূৰ্তত শ্ৰীৰামক বনবাসলৈ নিৰ্বাসিত কৰা হয়; পঞ্চৱতীলৈ বনবাসৰ কালছোৱাত তেওঁৰ পত্নী





সীতা ৰাক্ষসনৃ পতি ৰাৱণৰদ্বাৰাই অপহৃতা হৈ লংকালৈ আনীতা, বন্দীদশা কাল যাপন কৰে। সুদীৰ্ঘকাল যুদ্ধ, স্বৰ্ণনগৰী লংকা অগ্নিদগ্ধ, ধ্বংসপ্ৰাপ্ত; সসন্মান সীতাৰ পুনৰুদ্ধাৰ আৰু অযোধ্যালৈ আনয়ন। এইখিনিতে আমি অন্যতমা দুয়োখনি শ্ৰেষ্ঠ সুপ্ৰাচীন সভ্যতাৰ দুয়োখনি মহাকাব্যৰ ঐতিহাসিক নথি-পত্ৰৰ আটাইতকৈ চৰম উত্তেজনামূলক বৈপৰিত্যৰ সন্মুখীন হওঁ— বিজয়া দশমীৰ নৈশ শোভাযাত্ৰাৰ দীপান্বিতাৰ ৰাতি হনুমান, জাম্বুবান, সুগ্ৰীৱ আদি সেনানায়ক-সৈন্যবাহিনী অনুসৃত, পৰিৱেষ্টিত শ্ৰীৰাম, সীতা, লক্ষ্মণ, শ্ৰীৰামৰ দ্বিতীয় ভ্ৰাতা ভৰতৰদ্বাৰাই বিপুলা সম্বৰ্ধনাৰদ্বাৰাই আপ্যায়িত হয়; সেইগৰাকী ভৰত যিগৰাকী প্ৰভু ঈশ্বৰৰ প্ৰতিনিধি হৈ তেওঁৰে প্ৰতীকচিহ্ন কাষ্ঠনিৰ্মিত পাদুকাযোৰ আপোন শিৰৰ ওপৰত সু-উন্নত উচ্চতাত ধাৰণ কৰি আৰু তাকে নন্দিগ্ৰামৰ বেদীৰ ওপৰত সুপ্ৰতিষ্ঠা কৰি অযোধ্যা নগৰীৰ ৰাজকাৰ্য অব্যাহত ৰাখিছিল।

সেইখিনি আছিল শ্ৰীৰামৰ ক্ষেত্ৰত আৰু তেওঁৰ নেতৃত্বত জয়জয়কাৰ হৈ প্ৰত্যাৱৰ্তন কৰা সৈন্য বাহিনীৰ কি হৈছিল তাৰ কথা; কিন্তু মায়াচনীৰ ৰজা আৰু ট্ৰয় নগৰীত 'একীয়ান' ফৌজৰ সৰ্বাধিনায়ক সেনাধ্যক্ষ ৰজা আগামেমননৰ, সুদীৰ্ঘ দহবৰীয়া ট্ৰয় যুদ্ধৰ অন্তত তেওঁৰ বিজয়োল্লাসত জয়জয়কাৰ সৈন্য বাহিনীৰ সমন্বিতে তেওঁৰে ৰাজধানী নগৰীলৈ প্ৰত্যাৱৰ্তনৰ পথত কি হৈছিল! অকল মাত্ৰ আচম্বিতে তেওঁক হত্যা কৰা হৈছিল; তেওঁৰে পত্নী কলাইটেমনেস্ত্ৰা আৰু তেওঁৰ প্ৰেমিক এগীস্টাসৰদ্বাৰাই, যিসকলে গ্ৰীচলৈ প্ৰত্যাৱৰ্তনৰ মুহূৰ্তত তেওঁক হত্যা কৰাৰ চক্ৰান্তৰ পৰিকল্পনা কৰি থৈছিল। এই হত্যাৰ অৱশ্যে যথাযথভাৱেই পৰিশোধ হৈছিল; পত্নী আৰু তেওঁৰ প্ৰেমিক দুয়োগৰাকী আগামেমননৰ পুত্ৰৰদ্বাৰাই নিধন হয়। এই কাহিনী অন্যতম শ্ৰেষ্ঠ গ্ৰীক মহাকাব্য 'ইলিয়াড'ৰ প্ৰণেতা হোমাৰৰদ্বাৰাই বিবৃত হয়।

এতিয়া আহিছে ভাৰত মহাসাগৰৰ ওপৰত নিৰ্মিত দলং 'ৰামেশ্বৰ সেতুবন্ধন'ৰ কথা। এইটো এনে এটা কৰ্ম, যি সেইবোৰ দিনত সমাধা হোৱাটো সাধাৰণ দৃষ্টিত অসম্ভাব্য প্ৰতীয়মান হয়; আৰু মানুহৰপৰা আৰম্ভ কৰি বন্য পশু, প্ৰকৃতি আৰু বিশ্ব-ব্ৰহ্মাণ্ডৰ যাৱতীয় ঔপদানিক সন্মিলিত আত্মদান অবিহনে বাস্তৱায়িত হোৱাটো সুদূৰপৰাহত আছিল। অধিকন্তু ধৰা, আকাশ, সমুদ্ৰ আৰৱা তিনিটা বিশ্ব নিসিক্ত বিশ্বজনীন প্ৰেমভক্তি অবিহনে দুঃসাধ্য হ'লেহেঁতেন।

ৰামায়ণৰ এই দিশটো সমসাময়িক বিশ্বৰ ধাৰণাৰ লগত যথাযথভাৱে সম্পৰ্কিত, য'ত সাৰ্বভৌমত্ব অকল মানৱ জাতিৰ কাৰণেই স্বীকৃতি সাব্যস্ত নহয়; পক্ষীকুল, স্বাপদকুল সমন্বিতে সকলো শ্ৰেণী জাতিৰ প্ৰাণীপদবাচ্য জীৱৰ বিশ্বভাতৃত্বৰ প্ৰতিও সনামে স্বীকৃত সাব্যস্ত। ■

বিঃ দ্ৰঃ- ৪/১১/২০০৫ তাৰিখ অনুষ্ঠিত দ্বিতীয় আন্তৰ্জাতিক ৰামায়ণ উৎসৱৰ শ্ৰীমন্ত শংকৰদেৱ নিশাত প্ৰদান কৰা ইংৰাজী উদ্বোধনী ভাষণৰ লেখকৰদ্বাৰা অনূদিত প্ৰবন্ধ।





# অসমীয়া ভাষাৰ অস্তিত্বৰ সংকট আৰু সমাধান

**বীৰেন্দ্ৰ কুমাৰ লহকৰ**

১৯৭৯ চনত ভোটাৰ তালিকাত লাখ লাখ বিদেশীৰ নাম অন্তৰ্ভুক্ত হোৱাৰ প্ৰমাণ পোৱাৰ পিচত সিয়েই অসম তথা অসমীয়াৰ অস্তিত্বৰ প্ৰতি ভাবুকিস্বৰূপ হৈ পৰিব বুলি আশংকা কৰিয়েই আজিৰপৰা প্ৰায় ৩০ বছৰ পূৰ্বেই সদৌ অসম ছাত্ৰ সন্থাই দেশজুৰি গঢ়ি তুলিছিল এক ব্যাপক আন্দোলন, যাক সময়ত অসম আন্দোলনৰূপে সমগ্ৰ বিশ্বই জানিছিল।

ছবছৰ জুৰি চলা সেই আন্দোলনৰ সমাপ্তি ঘটিছিল এক চুক্তিৰ মাধ্যমেৰে, তাৰ পিচত আন্দোলনকাৰীসকলেই কি দৰে অসমত আঞ্চলিক চৰকাৰ গঠন কৰিলে, তাৰ ফলত কি হ'ল, সেয়া এক অন্য ইতিহাস।

অসম আৰু অসমীয়াৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনত ব্যস্ত থকাৰ সময়তে যে অসমীয়া ভাষা-সাহিত্যৰ প্ৰতিও এক অসম বিৰোধী চক্ৰই তলে তলে চক্ৰান্ত কৰি আহিছিল, তাৰ উমান আন্দোলনকাৰী বা শাসনৰ গাদীত থকাসকলে নাপালেও আমাৰ দৰে বহুতেই সেই সম্পৰ্কে বাতৰি কাকতযোগে বহু সময়ত সকীয়াই আহিছিল। যোৱা দহ বছৰতকৈও অধিক কাল সেই সকীয়নিৰ প্ৰতি কোনেও গুৰুত্ব নিদিয়া বাবেই আজি অসমতেই অসমীয়া ভাষাৰ অস্তিত্ব বিপদাপন্ন হৈ পৰা পৰিলক্ষিত হৈছে। সম্প্ৰতি সেই বিষয়টো দৈনিক অসম কাকতে গুৰুত্বসহকাৰে লৈ, সেই সম্পৰ্কত বিভিন্নজনৰ মতামত গ্ৰহণ কৰি ধাৰাবাহিকভাৱে বিষয়টোৰ সম্পৰ্কত চৰ্চা আৰম্ভ কৰিছে। সেই ধাৰাবাহিক চৰ্চাৰ আলমতে সাহিত্য সভাকে ধৰি অন্যান্য সংগঠনেও বিষয়টো আলোচনা কৰি, এতিয়াই ইয়াৰ সু-সমাধান এটা কৰিবলৈ মনোনিৱেশ কৰাত আমি কিছু আশ্বস্ত হৈছোঁ যদিও কোনো কোনো ভাষাবিদৰ মন্তব্যই আমাক উদ্বিগ্নও কৰি তুলিছে।

অসমীয়া ভাষাৰ অস্তিত্বৰ সংকটৰ এই মুহূৰ্তত আমাক ভাষাতত্ত্ববিদ বা ভাষাবিদসকলৰ তথ্যগধুৰ গৱেষণামূলক প্ৰবন্ধৰ পৰিবৰ্তে এই সমস্যাৰ আশু সমাধানৰ পৰামৰ্শহে অতি প্ৰয়োজন। ভাষা এক বহমান নদীৰ দৰে। জাতিৰ জনক শংকৰদেৱে সেই সময়ত সেই যুগৰ স'তে খাপ খোৱা ভাষাৰ সংমিশ্ৰণেৰে সাধাৰণ জনসাধাৰণে বুজি পোৱাকৈ গীত-পদ-তত্ত্বমূলক ৰচনা আদিৰে অসমীয়া জাতিটোক একগোট কৰাৰ লগে লগে অসমীয়া সাহিত্যকো সমৃদ্ধ কৰি গ'ল। সেই সাহিত্যৰাজিকেই লৈ আমি আজিও গুৰুজনাৰ তিৰোভাৱৰ পাঁচশ বছৰৰ পিচতো জাতীয় সম্পদ হিচাপে গৌৰৱ কৰি আছোঁ। তাৰ পিচত সময়ৰ সোঁতত অসমীয়া ভাষাই মোট সলাই সময়ৰ পৰিৱৰ্তনক উদাৰ হৃদয়েৰে গ্ৰহণ কৰি নতুন ৰূপ পৰিগ্ৰহণ কৰিছে, নানা পৰীক্ষা-নিৰীক্ষা, সংঘাত-প্ৰতিঘাতৰ মাজেৰে আহি বৰ্তমানৰ অৱস্থাত উপনীত হৈছেহি। প্ৰয়োজনীয়তাৰ খাতিৰত অসমীয়া সাহিত্যৰ ওজা হেমচন্দ্ৰ বৰুৱাই অশেষ কৃচ্ছ্ৰসাধনাৰে 'হেমকোষ' অভিধান ৰচনা কৰিলে। ব্ৰন্সন চাহাবৰ পিচত অসমীয়া ভাষাত সেইখনেই হ'ল প্ৰথম অভিধান। হেমকোষ প্ৰকাশৰ ৩২ বছৰৰ পিচতো ১৯৩৩ চনত প্ৰকাশ পায় অসমীয়া ভাষাৰ দ্বিতীয়খন অভিধান চন্দ্ৰকান্ত অভিধান।

হেমকোষ আৰু চন্দ্ৰকান্ত অভিধানৰ পিচত প্ৰকাশ পোৱা উল্লেখযোগ্য অভিধান হ'ল আধুনিক অসমীয়া শব্দকোষ। সঁচা কথা, এই তিনিওখন অভিধানতে আমাৰ অসমীয়া ভাষাৰ বানানৰ কিছু অমিল নিশ্চয় আছে; কিন্তু সেই অমিলে আমাৰ ভাষাটোৰ অস্তিত্বৰ ক্ষেত্ৰত অকণো ভাবুকিৰ সৃষ্টি কৰা নাই। আমি যদি অভিধানকেইখনত থকা আটাইবোৰ শব্দৰে ই একাধিক বানানৰ মাথোঁ এটা শব্দকেই আটায়ে গ্ৰহণ কৰিবলৈ সিদ্ধান্ত কৰি লওঁ, তেনেহ'লে আমাৰ ভাষাৰ বানানৰ ক্ষেত্ৰত থকা খেলিমেলি



বহুগুণে হ্ৰাস পাব। গুৱাহাটী মহানগৰৰপৰাই আজিৰ তাৰিখত ১১/১২ খনকৈ অসমীয়া দৈনিক প্ৰকাশ পাই আছে আৰু সেই ১১/১২ খন কাকতত যদি আমি সিদ্ধান্ত কৰি লোৱা মতে একাধিক বানান থকা শব্দৰ মাত্ৰ এটাহে ছপা হয়, তেনেহ'লে আমাৰ মাজত থকা খেলিমেলিবোৰো আঁতৰ হ'বই।

এই চিন্তাৰেই ৩০/৩৫ বছৰ আগতে অসমৰ মহাবিদ্যালয়সমূহত শিক্ষাৰ মাধ্যম অসমীয়া হোৱাৰ সময়ত যেতিয়া সকলোবোৰ পাঠ্যপুথি অসমীয়া ভাষাত ছপা কৰাৰ প্ৰশ্ন আহি পৰিছিল, তেতিয়া সেই পাঠ্যপুথি ছপোৱাৰ দায়িত্ব গ্ৰহণ কৰা দূৰদৰ্শী শিক্ষক তথা বিষয়াগৰাকীয়ে অসমীয়া ভাষাত দখল থকা সাতগৰাকী পণ্ডিত-ভাষাবিদৰ হতুৱাই তেনে এক নিৰ্দেশনা সম্বলিত ভাষা সম্পৰ্কীয় হাতপুথি প্ৰথমেই ছপা কৰি লৈছিল। মহাবিদ্যালয় মহলাৰ বাবে অসমীয়া ভাষাত লিখিত পাঠ্যপুথি প্ৰকাশৰ সময়ত অসমীয়া আখৰ জোঁটনি শীৰ্ষক এখন হাতপুথি প্ৰথমেই ছপা কৰি উলিওৱাৰো এক উদ্দেশ্য নিশ্চয় আছিল। কাৰণ, যিকোনো বিষয়ৰ পাঠ্যপুথি এখন লিখাৰ বাবে হয়তো কেইবাজনো লিখকক বিভিন্ন অধ্যায় লিখাৰ বাবে দায়িত্ব দিয়া হ'ব, তেতিয়া আটাইকেইজন লেখকৰ লেখাত বানানৰ সাদৃশ্য বা মিল নাথাকিবও পাৰে, কোনোবা এজনে লিখিব পিচত, কোনোবাজনে পিচত, কোনোবাজনে ছেক্সপিয়াৰ, কোনোবাজনে ছেক্সপীয়াৰ, কোনোবাজনে ছেক্সপিয়েৰ অথবা কোনো এজনে শ্বেক্সপিয়েৰ ইত্যাদি। তেনে ক্ষেত্ৰত এখন পাঠ্যপুথিত সম্পাদক বা প্ৰুফৰিডাৰে, কোনটো বানান শুদ্ধ বুলি গ্ৰহণ কৰি বাকীবোৰ বাদ দিব। এনেবোৰ সমস্যাৰ আশংকা কৰিয়েই সন্মানীয় ভাষাবিদ-পণ্ডিতসকলৰ হতুৱাই পাঠ্যপুথি প্ৰকাশৰ প্ৰাক্‌মুহূৰ্ততে তেনে এখন হাতপুথি প্ৰস্তুত কৰি লৈছিল কাৰণেই সেইগৰাকী বিষয়াই ভাষাৰ ক্ষেত্ৰত অকণো আউল নলগাকৈ বিভিন্ন বিষয়ৰ প্ৰায় চাৰে তিনিশ পাঠ্যপুথি সুকলমে ছপাই উলিয়াই ছাত্ৰ-ছাত্ৰীৰ হাতত দিব পাৰিছিল। এটা বিষয়ত পাণ্ডিত্য প্ৰকাশ কৰিবলৈ তথ্যসমৃদ্ধ তথা গৱেষণামূল প্ৰবন্ধ লিখা আৰু হাতে-কামে কাৰ্যকৰী কৰিব পৰাকৈ সেই বিষয়টো গ্ৰহণ কৰাৰ মাজত পাৰ্থক্য আছে। আজিৰ তাৰিখত আমাক পঞ্চাশ বছৰৰ আগতে কোনে কি ভুল কৰি গ'ল, সেই সম্পৰ্কে শুনোৱাৰ সলনি সম্প্ৰতি আমি সন্মুখীন হোৱা সমস্যাটোৰ সমাধান কেনেকৈ কৰিব পাৰি তাৰহে পৰামৰ্শ অতি প্ৰয়োজন। এই সম্পৰ্কে ইতিমধ্যে বহুবাৰ বাতৰি কাকতত লিখা হৈছে আৰু কেৱল লিখাই নহয়, যোৱা বছৰৰ অসম সাহিত্য সভাৰ উদ্যোগত অনুষ্ঠিত অসমীয়া আখৰ জোঁটনি সম্পৰ্কীয় এখনি কৰ্মশালাত এই বিষয়টো আলোচনা কৰি সমস্যাটো সমাধানৰ এটা পৰামৰ্শও দিয়া হৈছিল, যিটো সাহিত্য সভাই গ্ৰহণ কৰি পিচৰ বছৰত কাৰ্যকৰী কৰাৰ বাবে বিবেচনা কৰিবলৈ সাহিত্য সভাক উক্ত হাতপুথিখন পুনৰীক্ষণৰ বাবে দিবলৈ কৈ গৈছিল। সম্প্ৰতি উক্ত কাম প্ৰায় সমাপ্ত হৈছেহি আৰু অচিৰেই সেয়া সাহিত্য সভাৰ পুনৰীক্ষণ আৰু অনুমোদনৰ বাবেও দিব পৰা হ'ব বুলি আমি আশা কৰিছোঁ।

অসমীয়া ভাষাৰ অস্তিত্বৰ সংকটৰ এই মুহূৰ্তত আমাৰ সকলোৰে বাবে অতি প্ৰয়োজনীয় কথাটো হৈছে প্ৰথমে নিজকে অসমীয়া বুলি চিনাকি দি গৌৰৱ কৰিব পৰাটো। প্ৰথমেই আমি কথাই-কামে অসমীয়া হ'ব পাৰিব লাগিব। অসমীয়া নাজানো বুলি গৌৰৱেৰে কোৱাৰ সলনি ভুলে-শুদ্ধই ইংৰাজী বা হিন্দীত ক'ব বা লিখিবলৈ আমি এৰিব লাগিব। সভা-সমিতিৰ উপস্থিতিৰ বহীতো নিজৰ নামটো অসমীয়াত লিখি গৌৰৱ কৰাৰ মানসিকতাৰ জন্মও আমি দিব পাৰিব লাগিব। অসমীয়া ভাষাৰ বানানৰ খেলিমেলি আঁতৰাবলৈ পুনৰ প্ৰথম সংস্কৰণৰ হেমকোষ বানানলৈ, অৰ্থাৎ এশ বছৰ পিছুৱাই যোৱাৰ সলনি বৰ্তমান থাকিয়েই সেই সমস্যা সমাধানৰ বাস্তৱ তথা কাৰ্যকৰী ব্যৱস্থা গ্ৰহণৰ মানসিকতা আমি গঢ়ি তুলিব পাৰিব লাগিব। সময়ৰ সোঁতক উলাই কৰি এশ বছৰ অতীতলৈ উভতি গ'লে সময়ে আমাক কাহানিও ক্ষমা নকৰিব। তৰ্কৰ খাতিৰত তৰ্ক কৰাৰ মানসিকতা ত্যাগ কৰি সময়ৰ প্ৰত্যাহ্বানক আমি সহজভাৱে গ্ৰহণ কৰি আমাৰ ভাষা-সাহিত্যক সময়ৰ লগে লগে আগবাঢ়ি যোৱাত আমিয়েই ভাষাৰ সহায়ক হ'ব লাগিব।

মোৰ বোধেৰে অসমীয়া ভাষাৰ বানান সম্পৰ্কীয় খেলিমেলিৰ বিষয়ে ইতিমধ্যে বহুজনে বিভিন্ন সময়ত বাতৰি কাকতত লিখি থাকিলেও বিষয়টো গভীৰভাৱে কোনেও গ্ৰহণ কৰা নাছিল বাবে সমস্যাটো সমস্যাই হৈ



আছিল। এতিয়া বিষয়টো এখন বাতৰি কাকতে গভীৰভাৱেই লৈছেই যিহেতু, এতিয়াই ইয়াৰ সু-সমাধান এটা কৰি পোলোৱা উচিত। মই জনাত অসমত সাহিত্য সভাৰ এখন আৰু গুৱাহাটী বিশ্ববিদ্যালয় প্ৰস্তুতি সমন্বয় সমিতিয়ে আজিৰপৰা ৩০/৩৫ বছৰ পূৰ্বেই প্ৰস্তুত কৰা এখন অসমীয়া ভাষাৰ আখৰ জোঁটনিৰ হাতপুথি আছে। দুয়োটা অনুষ্ঠানে এতিয়া লগ লাগি দুয়োখন হাতপুথিত থকা আসোঁৱাহবোৰ, অমিলবোৰ নিজৰ জেদ বা আঁকোৰগোঁজৰ মনোভাব বাদ দি, এৰা-ধৰাৰ মাজেৰে এখন হাতপুথি প্ৰস্তুত কৰি, সকলোৱে ব্যৱহাৰ কৰিব পৰাৰ ব্যৱস্থা কৰিব লাগে, এটা অসমীয়া শব্দৰ বানান সকলোৱে একে ধৰণেই লিখাৰ ব্যৱস্থা কৰিব লাগে আৰু সেই ব্যৱস্থা অসমত অসম সাহিত্য সভা বা বিশ্ববিদ্যালয় এখনে নকৰিলে আৰু কোনে কৰিব?

যোৱা কিছু বছৰৰপৰা অসমীয়া ভাষাৰ বানানৰ ক্ষেত্ৰত অৰাজকতা চলিছে বুলি বিভিন্নজনে মাজে-সময়ে বাতৰি কাকত আৰু আলোচনী আদিত লিখা-মেলা আৰু সমালোচনা কৰিলেও উক্ত সমস্যাটো সমাধানৰ বাবে কোনেও আগবাঢ়ি আহি কাৰ্যকৰী ব্যৱস্থা হাতত লোৱা আমাৰ চকুত পৰা নাই। এটা কথা ঠিক যে, কাকতে-পত্ৰই সমস্যাটোৰ কথা আলোচনা কৰি থাকিলেও সমস্যাটোৰ সমাধান নহয়। তাৰ বাবে আমি কোনোবাই আগভাগ লৈ ইয়াৰ সু-সমাধানৰ বাবে চেষ্টা কৰিব লাগিব। তাৰ কাৰণে মোৰ বোধেৰে, সততে আমি যিসকল লোক সদায়েই এই সমস্যাটোৰ সন্মুখীন হৈ থাকিবলগীয়া হয়, সেইসকল লোক একগোট হৈ সৰ্বসন্মত আৰু ব্যাকৰণসিদ্ধ সিদ্ধান্ত এটা গ্ৰহণ কৰিব পাৰিলে, এই সমস্যাটো সমাধানৰ পথ এটা অতি সহজেই উলিয়াব পাৰিম বুলি মোৰ দৃঢ় বিশ্বাস।

দীৰ্ঘদিনীয়া এই সমস্যাটোৰ সমাধানৰ পথৰ সন্ধান কৰাৰ আগেয়েই আমি প্ৰথমেই জানি লোৱা ভাল, কি কি কাৰণত লিখাৰ সময়ত আমি ভুল কৰোঁ। মোৰ বোধেৰে, চিকিৎসক এগৰাকী যিদৰে চিকিৎসা সম্পৰ্কীয় জ্ঞান আহৰণ নকৰাকৈ ৰোগীৰ চিকিৎসা কৰিবলৈ উপযুক্ত নহয়, গায়ক এগৰাকী যিদৰে সংগীতৰ উপযুক্ত প্ৰশিক্ষণ নোলোৱাকৈ গান গাবলৈ আগবাঢ়িব নোৱাৰে, তেনেদৰে সাহিত্য চৰ্চা কৰিবলৈ স্বেচ্ছাই আগবাঢ়ি অহা লেখক-লেখিকাসকলৰ লিখিবলৈ লোৱাৰ আগতে প্ৰথম আৰু প্ৰধান কৰ্তব্যই হ'ব, যিটো ভাষাত তেওঁ সাহিত্য চৰ্চা কৰিবলৈ ওলাইছে, সেই ভাষাটো পোনতে আয়ত্ত কৰি লোৱা। আমাৰ বৰ্তমানৰ প্ৰায়বোৰ লেখক-লেখিকাই সেই প্ৰধান দিশটোৰ প্ৰতিয়েই আওকাণ কৰে। ফলস্বৰূপে, সেইচাম লেখক-লেখিকাই কলমৰ আগত যি আহে তাকেই লিখে, একেটা শব্দকে ভিন ভিন ৰূপত লিখে। তেনে লেখা এটা ছপোৱাৰ সময়ত বাতৰি কাকত বা আলোচনীৰ ক'ম্প'জিটৰ আৰু প্ৰুফৰিডাৰসকলৰ বহুবাৰ অসুবিধাৰ সন্মুখীন হৈ, অৱশেষত লেখকে লিখা বানানকে শুদ্ধ বুলি প্ৰুফ চোৱাৰ ফলত ছপা ৰূপত বহু বৰ্ণাশুদ্ধি ৰৈ যায় আৰু ভুল বানানৰে লেখা এটা ছপা হৈ বাতৰি কাকতত বা গ্ৰন্থাকাৰে প্ৰকাশ হৈ ওলোৱাৰ পিচত, তাত দেখা ছপাৰ ভুলৰ বাবে সাধাৰণতে দোষ দিয়া দেখা যায় ছপাশালৰ প্ৰুফৰিডাৰসকলকহে। স্বনামধন্য লেখক-লেখিকাসকলেও যে বানান ভুলকৈ লিখিব পাৰে, সেই কথা কিন্তু এই ক্ষেত্ৰত ভুলতেও কোনেও উল্লেখ নকৰে।

প্ৰকৃততে চাবলৈ গ'লে, যিকোনো লেখক-লেখিকাৰ ছপা হৈ প্ৰকাশ পোৱা লেখাত থকা ভুল বানানৰ বাবে মূলতে দোষী হোৱা উচিত লেখক-লেখিকাসকলেহে। লেখক-লেখিকাসকল সতৰ্ক হ'লে, লিখাৰ সময়ত লেখক-লেখিকাই বানান ভুল নকৰিলে, সম্পূৰ্ণ শুদ্ধকৈ লিখা পাণ্ডুলিপি এখনৰপৰা কেৱল প্ৰুফৰিডাৰৰ দোষ বা অজ্ঞতাৰ বাবেই কিতাপ এখন, বা প্ৰবন্ধ এটা, গল্প এটা, অথবা এটা বাতৰি ভুল বানানেৰে প্ৰকাশ হ'ব নোৱাৰে। অৱশ্যে তাৰ মাজতো, ছপাশাল বা প্ৰুফৰিডাৰৰ ভুলৰ বাবেও যে কিতাপ এখনত বা প্ৰকাশ হৈ ওলোৱা লেখা এটাত ছপাৰ ভুল দুই-এটা ৰৈ নাযায়, তেনে নহয়; কিন্তু সেয়া তেনেই নগণ্য। নিজৰ মাতৃভাষাটো লেখক-লেখিকাসকলে শুদ্ধকৈ লিখিব নজনাটো যে কিমান পৰিতাপৰ কথা, সেয়া আমি জনা উচিত। কিয়নো স্বেচ্ছাই সাহিত্য চৰ্চা কৰিবলৈ আগবাঢ়ি অহা লেখক-লেখিকাসকলে নিজৰ ভাষাটো শুদ্ধকৈ লিখাৰ ক্ষেত্ৰত সদায়েই অতি সতৰ্ক হোৱাটোৱেই হোৱা উচিত তেওঁলোকৰ প্ৰথম আৰু প্ৰধান কৰ্তব্য।

লেখক-লেখিকাসকলে লিখাৰ সময়ত বানানৰ ভুল-শুদ্ধ সম্পৰ্কত নিশ্চিত হ'বৰ কাৰণে সদায়েই অভিধান চোৱাৰ অভ্যাস কৰা উচিত; কিন্তু আমাৰ বহু লেখক-লেখিকাৰে লিখাৰ সময়ত অভিধান চোৱাৰ অভ্যাসেই নাই।

অৱশ্যে অভিধান চালেও আমি বহুতেই বহু সময়ত





একোটা বিশেষ শব্দৰ বানানৰ বাবে বিমোৰত পৰিবলগীয়াও নোহোৱা নহয়। কাৰ, সম্প্ৰতি বজাৰত কিনিবলৈ পোৱা আমাৰ অসমীয়া অভিধানকেইখনত বহুবোৰ শব্দৰ বানান বেলেগ বেলেগ ৰূপত পোৱাৰ উপৰি একেটা শব্দৰে বানানো বেলেগ বেলেগ ৰূপত পোৱা কাৰণে, কোনটো বানান শুদ্ধ আৰু কোনটো অশুদ্ধ, সেয়া থিৰাং কৰাৰ সময়তো আমি বিমোৰত পৰিবলগীয়া হওঁ। অভিধানত থকা একেটা শব্দৰ বিভিন্ন বানানবোৰৰ প্ৰত্যেকটোকে শুদ্ধ বুলি ধৰি, লেখকভেদে বেলেগ বেলেগ বানান ব্যৱহাৰ কৰাৰ বাবেও ইজনে সিজনৰ বানানটো ভুল বুলি ক'লে, ব্যৱহাৰ কৰাজনে তেওঁ লিখা বানানটোহে শুদ্ধ বুলি দাবী কৰিলে আমি বহু সময়ত অভিধান চাই অস্বস্তিত পৰিবলগীয়া হওঁ।

অসমৰ অস্তিত্ব ৰক্ষাৰ বাবে ছবছৰ ধৰি চলা অসম আন্দোলনৰ সময়ছোৱাত, আন্দোলনৰ সপক্ষে মাত মতাৰ খাতিৰত অসমৰ বিভিন্ন ঠাইৰপৰা আলোচনী, বাতৰি কাকত, পুস্তিকা, প্ৰচাৰপত্ৰিকা আদি প্ৰকাশ হৈছিল আৰু সেইবোৰ অতি কম সময়ৰ ভিতৰতে, তাৎক্ষণিকভাৱে ছপাই উলিয়াবলগীয়া হোৱা হেতুকে, ভাষাটোৰ প্ৰতি গুৰুত্ব নিদি, প্ৰধানকৈ মূল বক্তব্যৰ ওপৰতহে অধিক গুৰুত্ব দিয়া হৈছিল। আৰু সেয়ে, সেই সময়ত, লৰালৰিৰ কোবত, যাৰ কলমৰ আগেৰে যি লিখা গৈছিল, ভাষাৰ, বানানৰ শুদ্ধাশুদ্ধিলৈ চকু নিদি তেনেভাৱেই কথাবোৰ ছপা হৈছিল আৰু সেয়ে, বহুবোৰ বানান অশুদ্ধ ৰূপতেই প্ৰকাশ পাইছিল।

অসম চুক্তি স্বাক্ষৰিত হোৱাৰ পিচত এসময়ত আন্দোলনৰ সামৰণি পৰিল, নতুন চৰকাৰ গঠন হ'ল। আন্দোলনৰ সামৰণিৰ লগে লগে আন্দোলনৰ সময়ত, আন্দোলন সপক্ষে মাত মতাৰ খাতিৰত অসমৰ বিভিন্ন ঠাইৰপৰা প্ৰকাশ পোৱা আলোচনী, বাতৰিকাকত, পুস্তিকা, প্ৰচাৰপত্ৰিকা আদিৰ প্ৰকাশো স্বাভাৱিকভাৱেই বন্ধ হৈ গ'ল; কিন্তু থাকি গ'ল সেই অশুদ্ধ বানানেৰে ছপা হোৱা লেখাবোৰ, যিবোৰ জীৱিত তথা প্ৰচলিত ভাষা এটাৰ বাবে অতি ক্ষতিকাৰক। এই ক্ষতিৰপৰা পৰিত্ৰাণ বিচাৰি, বিভিন্নজনে বিভিন্ন সময়ত, কাকত-আলোচনীৰ জৰিয়তে নিজা মত প্ৰকাশ কৰি আহিছে। অসমীয়া ভাষাত বৰ্তমানেও চলি থকা বানানৰ ভুলবোৰ কেনেকৈ শুধৰাব পাৰি, কি উপায় অৱলম্বন কৰি বানানৰ ভুলবোৰ আমাৰ ভাষাটোৰপৰা আঁতৰাই এক নিৰ্ভুল ৰূপত কিতাপ এখন, লেখা এটি, অথবা বাতৰি কাকত, আলোচনী এখন ৰাইজৰ হাতত তুলি দিব পাৰি, সেই সম্পৰ্কে বিভিন্ন সময়ত, বিভিন্ন উদ্যোগত চিন্তা-চৰ্চা চলিছে, আলোচনা চক্ৰও পতা হৈছে, আনকি অসম সাহিত্য সভাৰ উদ্যোগতো প্ৰতিগৰাকী সভাপতি-প্ৰধান সম্পাদকৰ কাৰ্যকালত, এক অপৰিহাৰ্য কাৰ্যসূচী হিচাপে অসমীয়া ভাষাৰ আখৰ জোঁটনি আৰু লিপ্যন্তৰ পদ্ধতিয়ে সুকীয়া মৰ্যাদা পাইছে; দুই-তিনিদিনীয়াকৈ আলোচনা বা কৰ্মশালা অনুষ্ঠিত হৈছে, সামৰণিৰ দিনা কেইজনমান লেখক-ভাষাবিদক লৈ এখন কমিটি কঠন কৰি দিয়া হৈছে। তাৰ পিচত সেই কমিটিয়ে সেই সন্দৰ্ভত কি কৰিলে, তাৰ গম কোনেও নাপায়। তাৰ পিচত স্বাভাৱিকভাৱেই দুবছৰীয়া কাৰ্যকালৰ এদিন অন্ত পৰে, পুনৰ এখন নতুন কমিটি হয়, সভাপতি-সম্পাদক নতুন হয়, তেওঁলোকেও পূৰ্বৰ কমিটিৰ পদানুসৰণ কৰি আলোচনা-কৰ্মশালা পাতে, ইত্যাদি। আমি জনাত, এই বিষয়টো ইয়াতকৈ আৰু বেছি আগবঢ়া নাই।

আৰু আগ নবঢ়াৰ ফলত অসুবিধা হৈছে আমাৰ দৰে লিখা-মেলা কৰা মানুহখিনি আৰু উঠি অহা ছাত্ৰ-ছাত্ৰীৰ তথা ন শিকাৰুসকলৰ। বৰ্তমান সাহিত্য-সংস্কৃতি, শিল্প-বাণিজ্য তথা উচ্চ শিক্ষাৰ কেন্দ্ৰস্বৰূপ ৰাজধানী মহানগৰ এই গুৱাহাটীৰপৰাই প্ৰকাশিত হয় বাৰখনকৈ দৈনিক বাতৰি কাকত আৰু কুৰিখনতকৈও অধিক সৰু-বৰ, নামী-কম দামী, অভিজাত তথা ক্ষুদ্ৰ আলোচনী আৰু পত্ৰিকা; তদুপৰি প্ৰতি দুই-তিনিমাহৰ মূৰে মূৰে একোখনকৈ নতুন আলোচনী প্ৰকাশ হৈয়েই আছে। আমাৰ সৰহসংখ্যক সাহিত্যিক আকৌ বাতৰি কাকত আৰু আলোচনীকেন্দ্ৰিক। সেই ফালৰপৰা লেখক-লেখিকাসকলৰ বাবে নিতৌ ন ন আলোচনী, বাতৰি কাকত প্ৰকাশ পাই থকা খবৰটো বেছ আশাব্যঞ্জক আৰু আনন্দৰ বতৰাই। কিন্তু পৰিতাপৰ কথা হৈছে, কোনখন কাকত-আলোচনীৰ ভাষানীতিয়েই কোনোখনৰ লগত নিমিলে। ভিন ভিন আলোচনী, বাতৰি কাকতত একেটা শব্দৰেই ভিন ভিন বানান পোৱাৰ ফলত, ন শিকাৰুসকল আৰু ছাত্ৰ-ছাত্ৰীসকল হয় বিভ্ৰান্ত। শব্দ একেটাই, কিন্তু বানান বেলেগ বেলেগ, শুদ্ধ আচলতে কোনটো! এনেবোৰ প্ৰশ্ন আৰু সমস্যা, মনৰ মাজত



আমাৰ উদয় হৈছে, কিন্তু তাৰ উত্তৰ বা সমাধান আমি আজিলৈকে উলিয়াব পৰা নাই। “তুমি বিশ্বৰ শৰীৰত পঙ্গু অঙ্গ হ'লে, বিশ্বই জানো ভাল পাব” বুলি কবি-গীতিকাৰে প্ৰশ্ন কৰিলেও, আমাৰ ভাষাটোৰ শৰীৰত দীৰ্ঘদিন ধৰি দেখি অহা এই ব্যাধি অৱসানৰ উপায় আমি এই একবিংশ শতিকাৰ দুৱাৰডলিত থিয় হৈও কৰিব নোৱাৰাটো জাতিটোৰ বাবেই অতি দুৰ্ভাগ্যজনক, লজ্জাজনক আৰু অক্ষমণীয়।

নাই নাই, আমাৰ আচলতে একোৰে অভাৱ নাই, কিহবাৰ অভাৱৰ বাবে যে এই কামটো হৈ উঠা নাই, তেনে নহয়। আমাৰ সকলোবোৰ আছে, জাতীয় অনুষ্ঠানৰূপে আমাৰ অসম সাহিত্য সভা আছে, ৰাজ্যিক ভাষা প্ৰয়োগ সঞ্চালকালয় আছে, যি সততে চৰকাৰী কাৰ্যালয়বোৰক অসমীয়া ভাষাৰে লিখা পত্ৰেৰে যোগাযোগ কৰিবলৈ নিৰ্দেশ দিয়ে (যদিও সেই নিৰ্দেশপত্ৰখনো বোধকৰোঁ ইংৰাজীতেই লিখি প্ৰেৰণ কৰা হয়।) তদুপৰি আছে পাঁচখনকৈ বিশ্ববিদ্যালয়, যিকেইখন বিশ্ববিদ্যালয় সেইবোৰত চলা নৱতম গৱেষণা আৰু বৈজ্ঞানিক আৱিষ্কাৰৰ বাবে বিখ্যাত নহৈ সততে বাতৰিৰ শিৰোনামা দখল কৰিছে বিত্তীয় কেলেংকাৰী নাইবা দুৰ্নীতিৰ বাবে। বাতৰি কাকত, আলোচনীৰ ক্ষেত্ৰতো আমি দুখীয়া নহয়; পণ্ডিত, ভাষাতত্ত্বদিব, সমালোচকো আমাৰ আছে; অভাৱ মাথোঁ আমাৰ একতাৰ, অভাৱ আমাৰ আগবাঢ়ি অহা মানুহৰ, কামত নেতৃত্ব দিয়া মানুহৰ, বক্তৃতাৰ সলনি হাতে-কামে লাগি কাম কৰা মানুহৰ।

অন্ততঃ যোৱা কিছু বছৰ ধৰি এই বিষয়টোৰ সম্পৰ্কত বিভিন্ন সময়ত বাতৰি কাকতযোগে বিদ্বৎ সমাজৰ দৃষ্টি আকৰ্ষণ কৰাৰ পিচত আমাৰ এটা অভিজ্ঞতাই হৈছে যে, এইবোৰ বিষয় আচলতে এনেদৰে বাতৰি কাকতত লিখি একো লাভ নাই। এইবোৰ সমস্যা আচলতে হাতে-কামে লিখি সমাধান কৰা বিষয়। অসমত ৰাজ্যিক ভাষা অসমীয়া যদিও চৰকাৰী কাৰ্যালয়ৰ নামফল কবোৰতে ‘মুখ্য’ শব্দটোৰ ‘ম’ত দীৰ্ঘ ‘ঊ’কাৰ হৈ আছে খোদ এই ৰাজধানী চহৰ গুৱাহাটীতেই; সুলভ শব্দটোৰ দন্ত্য ‘স’টোত সদায়েই ‘ঊ’কাৰেই লিখি আহিছে ইমান বছৰ ধৰি। সেয়া আমি সদায়ে দেখিও আছোঁ। চকুৰ আগেদি পাৰ হৈ যোৱা গুৱাহাটীৰ ছিটিবাছবোৰৰ গাৰ দুয়োফালে লিখা বিভিন্ন গন্তব্যস্থানবোৰৰ নামবোৰ বানানৰ ভুলৰ প্ৰতাপত মাতিবই নোৱাৰি; পাৰিছোঁ জানো আমি সেইবোৰ শুধৰাব? ইমানবোৰ শিক্ষিত, উচ্চ শিক্ষিত সাহিত্যিক, পণ্ডিত, সমালোচক, ভাষাতত্ত্ববিদ, সমাজসেৱক, স্বেচ্ছাসেৱী অনুষ্ঠান আদিৰে ভৰি থকা গুৱাহাটী চহৰখনৰ ৰাজপথত ভৰি দিয়েই সদায় দেখি থকা আমাৰ ভাষাটোৰ সেই ভুলখিনিকে দেখোন আমি শুধৰাব পৰা নাই! কামৰ ভিতৰত মাথোঁ ইজনে-সিজনক দোষ দিছোঁ। কোনো কিন্তু হাতে-কামে লাগি সেই সমস্যাটোৰ স্থায়ী এক সমাধানৰ বাবে আগবাঢ়ি অহা নাই। এই ‘কোনো’ৰ ভিতৰত অৱশ্যে আমি নিজকো অন্তৰ্ভুক্ত কৰিছোঁ।

বহুতেই আকৌ আমাৰ বিজ্ঞানভিত্তিক, সৰ্বজনগ্ৰাহ্য অভিধান নাই বাবে এনেবোৰ ভুল হোৱা বুলিও ক'ব খোজে। দোষ আচলতে অভিধানৰ অভাৱত নহয়, দোষ আমাৰ লিখা-মেলা কৰা মানুহখিনিৰেই। ভুল হোৱাটো একো দোষৰ কথা নহয়; কিন্তু ভুলটো ধৰা পৰাৰ পিচত সেয়া শুধৰাই লোৱাটো আমাৰ কৰ্তব্য আৰু ভুল যে আমাৰ হয় সেয়াও আমি নজনাৰ বাবে বা অসাৱধানতাৰ বাবেহে হয়। সেয়ে নজনা কথাটো জানিবলৈ আমাৰ আগ্ৰহ থাকিব লাগিব। সেয়ে প্ৰকৃত জ্ঞানী মানুহৰ লক্ষণ। প্ৰকৃত কথাটো নজনাৰ বাবেই আজিকালি বহুতেই কলমৰ আগত যি আহে তাকেই লিখিবলৈ লৈছে আৰু সেয়ে আমাৰ ভাষাত ভুলৰ সংখ্যা দিনকদিনে বাঢ়ি গৈ আছে। লিখাৰ সময়ত বহু লেখকেই এবাৰলৈও চিন্তা কৰি নাচায়, তেওঁলোকে লিখা শব্দকেইটাৰ বানান ঠিক আছে নে নাই। অৱশ্যে তেনেকৈ চিন্তা কৰি নোচোৱাৰো কাৰণ নথকা নহয়। কিয়নো, অসমীয়া ভাষাটোৰ বানানৰ সম্পৰ্কত তেওঁলোকৰ সম্যক ধাৰণাই নাই। ‘সুৰেন’ নামটোৰ ‘সু’টোৰ উচ্চাৰণ ‘চু’ হ'লেও যে প্ৰথম ‘চ’ত হ্ৰস্ব ‘উ’কাৰ দি ‘চু’ নিলিখি দন্ত্য ‘স’ত হ্ৰস্ব ‘উ’কাৰ দি ‘সু’ লিখি ‘চু’ উচ্চাৰণেই কৰিব লাগিব, কিয়নো, ‘সুৰেন’ শব্দটোৰ মূল যে প্ৰকৃততে সংস্কৃতহে, সেই মূল কথাটোকেই তেওঁলোকে নাজানে। এইবোৰ ভুল সাধাৰণতে আমাৰ ক্ষেত্ৰত নহয়; কাৰণ, হাইস্কুল পাঠ্যক্ৰমত আমি বাধ্যতামূলকভাৱে সংস্কৃত বিষয়টোও পঢ়ি আহিছোঁ বাবে সেই সম্পৰ্কীয় সাধাৰণ জ্ঞানখিনি কম-বেছি পৰিমাণে আমাৰ আছে। কিন্তু সংস্কৃত বিষয়টো এতিয়া হাইস্কুলৰ পাঠ্যক্ৰমৰপৰা নোহোৱা হৈ





যোৱা বাবে, নতুন প্ৰজন্মৰ নতুন চাম লেখক-লেখিকাখিনি সেই সাধাৰণ, অথচ আৱশ্যকীয় জ্ঞানখিনিৰপৰা বঞ্চিত হৈ ৰ'ল।

লেখা এটা প্ৰস্তুত কৰাৰ সময়ত লেখাটো শুদ্ধকৈ লিখিবলৈ হ'লে, লিখাৰ সময়তে লিখোঁতাজনৰ মনত প্ৰশ্ন হ'ব লাগিব, সন্দেহ হ'ব লাগিব, তেওঁ লিখা শব্দবোৰৰ বানান লিখোঁতে শুদ্ধ হৈছে নে নাই আৰু যদি কোনোবা এটা শব্দ লিখাৰ সময়ত বানানটোৰ সম্পৰ্কত তেওঁৰ খোকোজা লাগিছে, তেনেহ'লে লগে লগে অভিধান চাই তেওঁ সেই খোকোজাটো মাৰি ল'ব লাগিব। শুদ্ধকৈ লিখাৰ প্ৰয়োজনত লেখক এজনে এই কামটো কৰিবই লাগিব। সেইটো তেওঁৰ দায়িত্ব আৰু কৰ্তব্য আৰু সেইখিনি যদি কৰিব নোৱাৰে, তেনেহ'লে তেওঁ লিখাৰ কথাটো দ্বিতীয়বাৰৰ বাবে ভাবি চোৱাটো ভাল হ'ব। কিয়নো, বিশ্বৰ ভিতৰত লেখকসকলেই এনে এক কলাৰ সৃষ্টিকৰ্তা, যি আন কাৰো সহায় নোলোৱাকৈয়ে নিজৰ সৃষ্টিকৰ্মত ব্ৰতী হয় আৰু নিজৰ সেই সন্মানজনক কৰ্মৰদ্বাৰা সমাজত নিজকে প্ৰতিষ্ঠা কৰাৰ লগে লগে ভাষা-সাহিত্যৰ জগতলৈও সুনামৰ জৰিয়তে গৌৰৱ কঢ়িয়াই আনিবলৈ সক্ষম হয়।

আটাইবোৰ বাতৰি কাকত-আলোচনী, গ্ৰন্থ আদিত সকলোবোৰ বানান একে ৰূপত প্ৰকাশ হোৱাৰ কাৰণে আৰু সকলোবোৰ লেখকৰ লেখাবোৰ নিৰ্ভুলকৈ লিখাৰ সুবিধাৰ কাৰণে, বহু কথা ভাবি-চিন্তি আমি ব্যক্তিগতভাৱে এক উপায় উদ্ভাৱন কৰি এখন আঁচনি যুগুতাই উলিয়াইছিলোঁ আৰু সেই আঁচনিখন বাস্তৱায়িত কৰাৰ দিশত অগ্ৰসৰো হৈছিলোঁ। এখন সৰ্বজনপ্ৰিয় আলোচনী সম্পাদকৰ তাগিদাত প্ৰস্তুত কৰা সেই আঁচনিখন আছিল এনে ধৰণৰ—

সম্প্ৰতি আমাৰ ভাষাত কেইবাখনো অসমীয়া অভিধান আছে। অভিধানত একাধিক বানান থকা শব্দবোৰৰ আটাইবোৰকে যদি আমি শুদ্ধ বুলিয়েই ধৰি লওঁ আৰু একাধিক বানান থকা শব্দবোৰৰ মাথোঁ এটা বানানৰ শব্দকে যদি আমি সকলোৱে লিখাৰ সিদ্ধান্ত কৰোঁ (যেনে— নিৰৱ, নীৰৱ; পৰিবহণ, পৰিবহন) তাৰ লগতে সচৰাচৰ ভুল কৰি থকা শব্দবোৰৰ তালিকা এখন কৰি যদি আমি শব্দবোৰৰ অশুদ্ধ ৰূপটো এফালে আৰু শুদ্ধ ৰূপটো এফালে দেখুৱাই এখন হাতপুথি প্ৰস্তুত কৰি, সেই হাতপুথিখন সকলো লেখক-লেখিকা, বাতৰি কাকত-আলোচনীৰ প্ৰকাশক, সম্পাদক, সাংবাদিক, ষ্টাফ ৰিপ'ৰ্টাৰ, বিভিন্ন গ্ৰন্থ প্ৰকাশক, গ্ৰন্থবিপণী আৰু ছপাশালবোৰে ব্যৱহাৰ কৰিব পৰাকৈ যোগান ধৰাৰ ব্যৱস্থা হাতত লওঁ, তেনেহ'লে আমি ভাবোঁ, দীৰ্ঘদিন ধৰি অসমীয়া ভাষাত চলি থকা এই অৰাজকতাৰ নিশ্চয় কিছু অৱসান ঘটিব।

এইখিনিয়েই অসমীয়া ভাষাৰ আখৰ জোঁটনি সম্পৰ্কত আমাৰ ব্যক্তিগত মতামত আৰু দীৰ্ঘদিন ধৰি চলি থকা অৰাজকতা আৰু বৰ্ণাশুদ্ধিবোৰ শুধৰোৱাৰ বাবে এক আন্তৰিকতাপূৰ্ণ পৰামৰ্শ।

তথাপি শেষত এটা কথা পুনৰ দোহাৰিবই লাগিব। সেইটো হৈছে, লেখা এটা শুদ্ধ ৰূপত প্ৰকাশ কৰি উলিওৱাৰ ক্ষেত্ৰত লেখক-লেখিকাৰ দায়িত্বই সৰ্বাধিক। লিখাৰ সময়ত লেখকে প্ৰতিটো শব্দ যত্নসহকাৰে, নজনা শব্দটো অভিধান চাই শুদ্ধকৈ লিখিবই লাগিব, সকলো সময়তে হাতৰ ওচৰতে পোৱাকৈ নিৰ্ভৰযোগ্য অভিধান এখন অথবা আমি কোৱা সেই হাতপুথিখন ৰাখিবই লাগিব আৰু লেখক, আৰ্হিকাকত চাওঁতাসকলে সেইখনৰ সদ্ব্যৱহাৰ কৰিবই লাগিব।

ইয়াৰ উপৰি আমাৰ প্ৰয়োজন এক স্পষ্ট ভাষানীতিৰ। স্পষ্ট এক ভাষানীতি নথকা বাবেই আজি আমাৰ ভাষাটোত লিপ্যন্তৰৰ আসোঁৱাহবোৰে দেখা দিছে। সেয়ে লিপ্যন্তৰ সম্পৰ্কীয় নিৰ্দেশনাৱলী এখনো আমি প্ৰস্তুত কৰি, সেই নিয়ম সকলোকে মানি চলিবলৈ অনুৰোধ জনালে বহুবোৰ আসোঁৱাহ দূৰ হ'ব বুলি মোৰ একান্ত বিশ্বাস। ■



# শিশু সাহিত্যৰ বিষয়ে আষাৰ চেৰেক

**সুৰেন্দ্ৰ কুমাৰ দাস**

যিবোৰ সাহিত্যই শিশুৰ চৰিত্ৰ গঠনত সহায় কৰে, যিবোৰ সাহিত্যই শিশুৰ মানসিক উৎকৰ্ষ সাধন কৰে, যিবোৰ সাহিত্যই শিশুক সত্য আৰু সুন্দৰৰ সন্ধান দিব পাৰে, তেনেবোৰ সাহিত্যক আমি শিশু সাহিত্যৰূপে গণ্য কৰোঁ।

শিশু বুলিলে সাধাৰণতে আমি তেৰ বছৰৰ কম বয়সৰ ল'ৰা-ছোৱালীকেই বুজোঁ। শিশু সাহিত্য বুলিলে পাঁচ বছৰ বয়সৰপৰা তেৰ বছৰ বয়সৰ ভিতৰৰ ল'ৰা-ছোৱালীৰ বাবে লিখা সহজ-সৰল ভাষাৰ সাধুকথাৰ কিতাপ, কাহিনী, ভ্ৰমণ কাহিনী, উপন্যাস, মহৎ লোকৰ জীৱনী, বিজ্ঞান, ভূগোল, বুৰঞ্জী আদি কিতাপবোৰক সামৰি ল'ব পাৰোঁ। শিশুৱে সাধাৰণতে নানা ৰং-বিৰঙৰ ছবি থকা, সহজে বুজি পোৱা আৰু পঢ়িলে আমোদ পোৱা কিতাপ পঢ়িবলৈ ভাল পায়।

শিশু সাহিত্য ৰচনা কৰিবলৈ যাওঁতে লেখকে প্ৰধানতঃ চিন্তা কৰিব লাগে যে তেওঁ ৰচনা কৰা কিতাপখনি শিশুৰ বাবে উপযোগী হৈছে নে নাই, অৰ্থাৎ কিতাপখনিয়ে শিশুসৰৰ কিবা নহয় কিবা এটা দিশত অৰিহণা যোগাব পাৰিছে নে নাই, কিতাপখনিত ব্যৱহাৰ কৰা শব্দৰ গাঁথনি সহজ-সৰল হৈছে নে নাই, তেওঁ ৰচনা কৰা কিতাপখনিৰ ভাষা শুৱলা আৰু শুদ্ধ হৈছে নে নাই, কিতাপখনিয়ে শিশুৰ চৰিত্ৰ গঠন আৰু মানসিক উৎকৰ্ষ সাধন কৰিব পাৰিছে নে নাই? যদি এইবোৰ দিশত সফলতা লাভ কৰিছে, তেতিয়াহে তেওঁ প্ৰকৃত শিশু সাহিত্যিক হ'ব তাত সন্দেহ নাই। যদি পৰা নাই তেওঁ লেখক হ'লেও কিন্তু শিশু সাহিত্যিক হোৱাৰ যোগ্যতা অৰ্জন কৰিব পৰা নাই বুলিলে বঢ়াই কোৱা নহ'ব।

মহৎলোকৰ জীৱনী পঢ়িলে শিশুৰ চৰিত্ৰ গঠনত সহায়ক হয়। একেজনা মহৎলোকৰ জীৱনীকেই শিশুৰ বাবে ৰচনা কৰোঁতে মহৎলোকৰ স্বভাৱ-চৰিত্ৰ, আদৰ্শবোৰ সহজ-সৰল ভাষাত শিশুৰ মনোগ্ৰাহী হ'ব পৰাকৈ আৰু সহজে মহৎলোকজনৰ আদৰ্শ অনুকৰণ কৰিব পৰাকৈ যুগুতাব লাগে। প্ৰাপ্তবয়স্কৰ বাবে ৰচিত সেই একেজনা মহৎলোকৰ জীৱনত মহৎলোকজনাৰ কৰ্মপদ্ধতি বিতংভাৱে আলোচিত হ'ব লাগে। শিশুৰ বাবে লেখা মহৎলোকৰ জীৱনীত মহৎলোকজনে কেনেকৈ মহৎ গুণৰ অধিকাৰী হৈছিল, সেই কথাবোৰ বেছি বিশ্লেষণ কৰিব লাগে। লগতে সেই মহৎলোকজনৰ শাৰীৰিক শক্তি, খেল-ধেমালি, পঢ়াৰ প্ৰতি থকা ধাউতি, পিতৃ-মাতৃ, শিক্ষাগুৰুৰ প্ৰতি ব্যৱহাৰ, চুবুৰীয়াৰ প্ৰতি ব্যৱহাৰ, সমাজৰ প্ৰতি অৱদান, সমাজে তেওঁক কিয় মহৎলোক বুলি জ্ঞান কৰিলে ইত্যাদি কথাবোৰ সহজ-সৰল ভাষাত শিশুৰ মনোগ্ৰাহীকৈ লিখিব লাগে। এটি উদাহৰণ দিয়া হওক—

আমি যদি মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ জীৱনী লিখিবলৈ যাওঁ, তেতিয়া শিশুৰ বাবে লিখিলে শংকৰদেৱে কেনেকৈ খেল-ধেমালি কৰিছিল, তেওঁৰ দেহত কিমান শক্তি আছিল, সমনীয়াৰ লগত কেনেদৰে আচৰিত আচৰিত খেল প্ৰদৰ্শন কৰিছিল, পঢ়াশালিত গুৰুদেৱক কেনে ব্যৱহাৰ কৰিছিল, 'আ-কাৰ', 'ই-কাৰ' নিশিকোঁতেই কেনেদৰে ঈশ্বৰৰ মহিমা বৰ্ণনা কৰি কবিতা লিখিছিল ইত্যাদি কথাবোৰ ৰস লগাই শিশুৰ মনোগ্ৰাহীকৈ ৰচনা কৰা প্ৰয়োজন। সেই একেজনা মহাপুৰুষৰ জীৱনী প্ৰাপ্তবয়স্কৰ বাবে লিখোঁতে শংকৰদেৱৰ চৰিত্ৰৰ দিশটোৰ চমু বৰ্ণনা দি তেওঁৰ উদ্দেশ্য কি আছিল সেই উদ্দেশ্যৰ বিষয়ে বেছি বৰ্ণনা কৰা দৰকাৰ। প্ৰাপ্তবয়স্কৰ বাবে লিখা জীৱনীত মহাপুৰুষজনা যে এজন সমাজ সংস্কাৰক, এজন ধৰ্ম প্ৰচাৰক, নাট্যকাৰ, গীতিকাৰ, কবি আৰু পৰোপকাৰী আছিল, সেই দিশবোৰৰ বিশদ বিৱৰণ দাঙি ধৰিব লাগে। লগতে মহাপুৰুষজনাৰ উদ্দেশ্য কি আছিল আৰু তেওঁৰ ৰচিত অমূল্য গ্ৰন্থসমূহ



যে অসমীয়া সাহিত্যৰ ভঁৰালৰ অমূল্য সম্পদ, তেওঁৰ বাবে যে অসমীয়া জাতিয়ে গৌৰৱ কৰিব পাৰে সেইবোৰ বহলভাৱে বৰ্ণনা কৰিব লাগে।

শিশুৰ বাবে লিখা সাধুকথাৰ পুথিত সাধুৰ ছলেৰে জীৱ-জন্তুৰ স্বভাৱ-চৰিত্ৰ আৰু উপকাৰিতাৰ বিষয়ে সম্যক জ্ঞান দিব পৰা হ'ব লাগে। সাধুকথাৰ ছলেৰে সৎ আৰু অসৎ স্বভাৱৰ মানুহৰ বিষয়ে সম্যক জ্ঞান, সাধুৰ চলেৰে সমাজৰ বিষয়ে, বিজ্ঞানৰ বিষয়ে, বুৰঞ্জী, ভূগোল, ৰাজনীতিৰ বিষয়ে, নিয়মানুৱৰ্তিতাৰ বিষয়ে, পিতৃ-মাতৃ, গুৰুজনৰ প্ৰতি থকা কৰ্তব্য আদিৰ বিষয়ে সহজ-সৰল ভাষাত শিশুৰ মনোগ্ৰাহী হোৱাকৈ শিশু সাহিত্য ৰচনা কৰিব লাগে। যি কোনো কথাৰ প্ৰকৃত সত্য উদ্‌ঘাটন কৰিব নোৱাৰালৈকে মানুহে কিছুমান অলৌকিক কল্পনাৰ আশ্ৰয় লয়— এয়া মানুহৰ স্বভাৱ। এই স্বভাৱৰ বাবেই মহাকাব্য ৰচকসকলেও কিছুমান অলৌকিক আখ্যান-উপাখ্যান ৰচনা কৰিছিল। উদাহৰণস্বৰূপে— ৰামায়ণ, মহাভাৰত আৰু পুৰাণ আদিৰ কথা উল্লেখ কৰিব পাৰি। বাল্মীকিৰ ৰামায়ণ আৰু বেদব্যাসে তেওঁৰ ওঠৰখন পুৰাণত এনে কিছুমান আখ্যান আৰু উপাখ্যান ৰচনা কৰিছিল, যিবোৰৰ সত্যতা তাহানিৰ মানুহে জনা নাছিল। সেইবোৰত পানীক বৰুণ দেৱতা, বতাহক বায়ুদেৱতা, জুইক অগ্নিদেৱতা, সূৰ্যক সূৰ্যদেৱতা, পৃথিৱীক মাতৃদেৱী, শনি গ্ৰহক শনিদেৱতা, বৃহস্পতি গ্ৰহক দেৱগুৰু বৃহস্পতি, শুক্ৰ গ্ৰহক দৈত্যগুৰু শুক্ৰাচাৰ্য, তেনেদৰে চন্দ্ৰ, বুধ, মংগল আদি গ্ৰহবোৰক একোজন দেৱতাৰূপে বৰ্ণনা কৰিছিল। জ্যোতিষ শাস্ত্ৰত এইবোৰ গ্ৰহক আজিৰ মানৱেও দেৱতাৰূপে মানি আছে। ইয়াৰ প্ৰধান কাৰণ সত্য উদ্‌ঘাটন কৰিব নোৱাৰাটো। সৌ সিদিনা মানুহে যেতিয়া চন্দ্ৰৰ বুকুত পদাৰ্পণ কৰিছিল, তাৰ পাছৰপৰা শতকৰা ষাঠি ভাগ মানুহে চন্দ্ৰক দেৱতা জ্ঞান নকৰি পৃথিৱীৰ উপগ্ৰহ বুলি ধৰি লৈছে। এতিয়াও কিন্তু শতকৰা চল্লিশ ভাগ মানুহে চন্দ্ৰক দেৱতাৰ আসনত প্ৰতিষ্ঠা কৰিয়েই আছে। বহুতো নদ-নদীক দেৱ-দেৱীৰূপে বৰ্ণনা কৰা আছে মহাভাৰত, ৰামায়ণ আৰু বিভিন্ন পুৰাণত। আজিৰ মানৱৰ শতকৰা চল্লিশ ভাগে আজিও সেই নদ-নদীবোৰক দেৱ-দেৱীৰূপে পূজা-অৰ্চনা কৰা দেখা যায়।

মহাভাৰত, ৰামায়ণ আৰু পুৰাণবোৰত তাহানিৰ যুদ্ধত ব্যৱহাৰ হোৱা ব্ৰহ্মাস্ত্ৰ, পাশুপাত অস্ত্ৰ, আগ্নেয়াস্ত্ৰ, সুদৰ্শন চক্ৰ, একাঘ্নী বাণ, শব্দভেদী বাণ, শক্তিশেল, বৰুণাস্ত্ৰ, গৰুড় বাণ, সৰ্প বাণ (নাগপাশ) আদি অলেখ যুদ্ধাস্ত্ৰৰ উল্লেখ আছে। এই মহাকাব্য আৰু পুৰাণৰ অলৌকিক ঘটনাবোৰেই কিন্তু সত্য উদ্‌ঘাটনৰ মূল উৎস— এই কথা স্বীকাৰ কৰিবই লাগিব। এই মহাকাব্য আৰু মহাপুৰাণৰপৰা শিশুৰ বাবে অলেখ আখ্যান-উপাখ্যান যুগুতাব পাৰি।

শিশু সাহিত্যিকে পুৰণি আখ্যান-উপাখ্যানবোৰত উল্লেখিত পুষ্পক ৰথ, ইন্দ্ৰ, বৰুণ, সূৰ্য আদিৰ ৰথবোৰৰ লগত আজিৰ উৰাজাহাজ, ৰকেট আদিৰ লগত কৌশলেৰে শিশুক বুজাব লাগে। তাহানিৰ যুদ্ধাস্ত্ৰৰ লগত আজিৰ যুদ্ধাস্ত্ৰবোৰৰ বিষয়ে, পৃথিৱী, পানী, বায়ু, শনি, মংগল, বৃহস্পতি, বুধ আদি গ্ৰহবোৰক কৌশলেৰে দেৱতাৰ শাৰীৰপৰা নমাই অনাৰ প্ৰয়াস কৰিব লাগে। তেহে শিশুসৰে প্ৰকৃত সত্যৰ সন্ধান পাব। সেইদৰে পানী কি, পানীৰ উপকাৰিতা, পানীৰ উৎপত্তি কেনেকৈ হয়, নদ-নদী নাথাকিলে কি হয়, জুইৰ উৎপত্তি কেনেকৈ হয়, সূৰ্য প্ৰকৃততে কি, পৃথিৱী কি, আমি ক'ত বাস কৰোঁ, আমাৰ পৃথিৱীখনে সূৰ্যৰ চৌপাশে কিয় পৰিভ্ৰমণ কৰে, ঘূৰণীয়া পৃথিৱীখনত আমি কিহৰ বাবে স্থিৰেৰে থাকিব পাৰোঁ ইত্যাদি বিজ্ঞান আৰু ভূগোলৰ কথাখিনি আখ্যান-উপাখ্যানৰ লগতে কৌশলেৰে শিশুক বুজাব পাৰিলে অতি সহজে বিজ্ঞান আৰু ভূগোল বিষয় দুটিৰ প্ৰতি শিশুৰ মন আকৃষ্ট হ'ব।

সাধুৰ ছলেৰে জীৱ-জন্তুৰ স্বভাৱ, জীৱ-জন্তুৰপৰা মানুহৰ উপকাৰ-অপকাৰ, গছ-লতাৰপৰা মানুহৰ উপকাৰ-অপকাৰ আদিৰ বিষয়ে শৈশৱৰপৰা শিশুক শিক্ষাদান কৰাও শিশু সাহিত্যিকৰ কৰ্তব্য।

সাধুকথাৰ চলেৰে শিশুৰ চৰিত্ৰ গঠন কৰিব পাৰি। পিতৃ-মাতৃৰ প্ৰতি ব্যৱহাৰ আৰু কৰ্তব্য, গুৰুজনৰ প্ৰতি ব্যৱহাৰ আৰু কৰ্তব্য, সন্তানৰ প্ৰতি মাক-দেউতাকৰ কৰ্তব্য আৰু ব্যৱহাৰ, ছাত্ৰৰ প্ৰতি বা শিষ্যৰ প্ৰতি গুৰুৰ ব্যৱহাৰ আৰু কৰ্তব্য, নাগৰিক অধিকাৰ, ভাল দেশনেতাৰ কৰ্তব্য কি, সমাজৰ কৰ্তব্য কি, সমাজ কিয় লাগে ইত্যাদি ইত্যাদি কথাবোৰো সাধুকথাৰ ছলেৰে শিশুক শিকাব পাৰি। পাঠ্যপুথিৰ নিৰস কথাবোৰ সাধুৰ ছলেৰে শিকোৱাটো শিশু সাহিত্যিকৰ কৰ্তব্য।

মহৰ্ষি বাল্মীকিৰ ৰামায়ণ, ব্যাসদেৱ বিৰচিত ওঠৰ



মহাপুৰাণ আৰু পঞ্চ বেদস্বৰূপ মহাভাৰতত শিশুৰ চৰিত্ৰ গঠন কৰিব পৰা অলেখ কাহিনী পোৱা যায়। শিশু সাহিত্যিকে সেইবোৰৰপৰাও সহজ-সৰল ভাষাৰে অলেখ শিশু সাহিত্য ৰচনা কৰিব পাৰে। ইয়াৰ বাহিৰেও পঞ্চতন্ত্ৰ, কথা সৰিৎ সাগৰ, আৰব্য উপন্যাস, পাৰস্য উপন্যাস, ব্যাসদেৱ ৰচিত ওঠৰখন পুৰাণ, মহাকবি কালিদাসৰ কাব্যসমূহ, বেতাল পঞ্চবিংশতি, কথামালা, বত্ৰিশ সিংহাসন, জাতকমালা, উপনিষদ আদি অমৰ গ্ৰন্থসমূহৰপৰা শিশুৰ চৰিত্ৰ গঠন কৰিব পৰা অলেখ উপন্যাস শিশুৰ বাবে ৰচনা কৰিব পাৰি।

আমাৰ এই পৃথিৱীৰ আৱিষ্কাৰক, দেশ-বিদেশ আৱিষ্কাৰক, নিত্য ব্যৱহাৰ্য বস্তু-বাহানিৰ আৱিষ্কাৰক, যান-বাহন, যন্ত্ৰপাতি, যুদ্ধাস্ত্ৰ, গ্ৰহ-নক্ষত্ৰ আদিৰ আৱিষ্কাৰকসকলৰ অলেখ জীৱনী আছে। সেই জীৱনীবোৰৰ সৰহভাগেই চেমনীয়াৰ উপযোগীকৈ লিখা। সেইবোৰ শিশুৰ উপযোগী কৰি ৰচনা কৰাও শিশু সাহিত্যিকৰ কৰ্তব্য বুলিব পাৰি। ভ্ৰমণ কাহিনী পঢ়িও শিশুসৱে আমোদ পায়। ৰস লগাই ভ্ৰমণ কাহিনী ৰচিব পৰাও শিশু সাহিত্যিকৰ কৰ্তব্য। ইয়াৰ বাহিৰেও অলেখ লোককথা এতিয়াও মানুহৰ মুখে মুখে প্ৰচলিত হৈয়েই আছে। সেইবোৰ শিশুৰ উপযোগীকৈ লিপিবদ্ধ কৰিব পাৰি। লিপিবদ্ধ নকৰিলে হয়তো পাহৰণিৰ অতল গৰ্ভত এদিন বিলীন হ'ব। শিশু সাহিত্যিকৰ প্ৰতি এইখিনিয়েই মোৰ বক্তব্য দাঙি ধৰিলোঁ।

এতিয়া মই প্ৰকাশকলৈ অনুৰোধ কৰোঁ— যেন প্ৰকাশকবৃন্দই শিশু সাহিত্যৰ প্ৰকাশৰ বাবে সাগ্ৰহেৰে আগবাঢ়ি আহে। অৰ্থৰ অভাৱত বহুতো শিশু সাহিত্যিক আৰু সাহিত্যিকাৰ লেখা অপ্ৰকাশিত অৱস্থাত হাতনি পেৰাত আবদ্ধ হৈ আছে। সেইবোৰ প্ৰকাশ পালে অসমীয়া শিশু সাহিত্যৰ ভঁৰাল নিশ্চয় টনকিয়াল হ'ব তাত সন্দেহ নাই। কেৱল অধিক মুনাফাৰ আশাত কেতবোৰ সস্তীয়া কিতাপ প্ৰকাশ কৰি অসমীয়া সাহিত্যৰ মৰ্যাদা হানি কৰাতকৈ মূল্যৱান দুই-এক সাহিত্যকৰ্ম প্ৰকাশ কৰি অসমীয়া জাতিৰ উজ্জ্বল ভৱিষ্যৎ কামনা কৰাৰ সংকল্প গ্ৰহণ কৰক।

অসম সাহিত্য সভালৈ বিনম্ৰ অনুৰোধ— অসমৰ চুকে-কোণে অলেখ শিশু সাহিত্যিক-সাহিত্যিকা আছে। তেওঁলোকক পোহৰলৈ আনক। বন্ধ কোঠাৰ দুৱাৰ ভাঙিব পাৰিব একমাত্ৰ অসম সাহিত্য সভাই আৰু শাখা সাহিত্য সভাবোৰে।

শাখা সাহিত্য সভাবোৰলৈ মোৰ অনুৰোধ— তেওঁলোকৰ এলেকাত জন্মলাভ কৰা শিশু সাহিত্যিক আৰু সাহিত্যিকাৰ মৰ্মবেদনাবোৰ উপলব্ধি কৰিবলৈ চেষ্টা কৰক। অন্ধকাৰ বন্ধ কোঠাৰপৰা তেওঁলোকক পোহৰলৈ আনক। তেওঁলোকৰ লেখাবোৰ দান-বৰঙণিৰ জৰিয়তে প্ৰকাশৰ ব্যৱস্থা কৰক। অসমীয়া সাহিত্যৰ ভঁৰাল টনকিয়াল কৰক।

শিশুসৱৰ অভিভাৱকৰ প্ৰতি মোৰ অনুৰোধ— আপোনালোকে দৈনন্দিন খৰচৰপৰা সামান্য ধন ৰাহি কৰি আপোনালোকৰ সন্তানৰ বাবে মাহেকত কমেও এখন শিশু সাহিত্য ক্ৰয় কৰক। তেনে কৰিলে আপোনালোকৰ সন্তানৰ মহৎ উপকাৰ সাধন হোৱাৰ উপৰিও শিশু সাহিত্যিক বা সাহিত্যিকাৰ উপকাৰ সাধন হ'ব। লগতে প্ৰকাশকে শিশু সাহিত্য প্ৰকাশ কৰিবলৈ উৎসাহিত হ'ব। অসমৰ শতকৰা ষাঠিভাগ মানুহে ৰাগিয়াল দ্ৰব্য সেৱনত মাহেকত গড় হিচাপত কমেও এশ টকা খৰচ কৰে, সেই ধন অবাবত খৰচ হৈছে জানিব। সেই ধনৰ আধাখিনিও যদি নিজ নিজ শিশুকেইটিৰ শিশু সাহিত্যৰ বাবে খৰচ কৰে, তেতিয়াও অসমত কমেও মাহেকত এক লাখ শিশু সাহিত্যৰ কিতাপ বিক্ৰয় হ'ব তাত সন্দেহ নাই। এনে কৰিলে শিশু সাহিত্যৰ বজাৰখন, শিশুসৱ, শিশু সাহিত্যিক-সাহিত্যিকা আৰু অসমীয়া শিশু সাহিত্যৰ ভঁৰাল— এই আটাইবোৰৰ উন্নতি সাধন নহ'বনে? মই ভাবোঁ নিশ্চয় হ'ব। ■





# বিশ্বায়ন, বহুজাতিক আৰু আমিবোৰ

ড° নগেন চন্দ্ৰ দাস

সমগ্ৰ বিশ্বতে বৰ্তমান অতি গুৰুত্বপূৰ্ণ তথা বহু চৰ্চিত হিচাপে পৰিগণিত বিষয়টোৱে হ'ল বিশ্বায়ন। বিশ্বৰ পৰিৱৰ্তিত অৰ্থনৈতিক ইতিহাসত ই এক পৰিঘটনা মাথোন। আন্তঃৰাষ্ট্ৰীয় বিত্ত আৰু বাণিজ্যৰ মুক্ত প্ৰবাহৰ বাহক হ'ল বিশ্বায়ন বা উদাৰীকৰণ। ই এনে এক বাহক বা প্ৰক্ৰিয়া, যাৰদ্বাৰা উন্নত দেশবোৰৰপৰা উন্নয়নশীল দেশবোৰলৈ প্ৰযুক্তিবিদ্যা আৰু উদ্যোগীক প্ৰবাহিত কৰে। "Liberalization is a process of technology and entrepreneurial flow from developed to under developing countries." এই প্ৰক্ৰিয়াৰদ্বাৰা বৈ অহা বতাহজাকে আজি সমগ্ৰ বিশ্বকে ছানি ধৰিছে। উপক্ৰম হৈছে বিশ্বৰ ভৌগোলিক পৰিসীমা অতিক্ৰম কৰাৰ। বিশ্বৰ আয়তন চমু কৰি পেলোৱা হৈছে এই বিশ্বায়ন বা গোলকীকৰণ প্ৰক্ৰিয়াৰদ্বাৰা। এখন গাঁৱত পৰিণত কৰিছে গোটেই পৃথিৱীখনকে। যাক আখ্যা দিয়া হৈছে— গ্ল'বেল ভিলেজ (Global Village) বুলি।

মানৱ জাতিৰ উন্নয়নত পৰিকল্পনাই এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে। ভৱিষ্যতে কিবা কাম কৰাৰ পূৰ্বে এক সুপৰিকল্পিত পৰিকল্পনাৰ অতি আৱশ্যক। উত্তৰণ বা উন্নয়নৰ খাতিৰত শুদ্ধ পৰিকল্পনা এখনি পাবলৈ দূৰদৰ্শিতাপূৰ্ণ ব্যক্তিৰ গুৰুত্ব অতি তাৎপৰ্যপূৰ্ণ। এতেকে আগমনৰ সুপৰিকল্পিত পদ্ধতিয়েহে ব্যক্তি, জাতি বা দেশৰ ভৱিষ্যৎ উত্তৰণৰ পথ প্ৰশস্ত কৰি তুলিব পাৰে। ইয়াৰ অভাৱতে অনেকে ক'ৰবাত মুখ থেকেচা খাই পৰি থাকিবলগীয়া হয়। উল্লেখ্য, আজিৰ বিশ্বখন যে বিজ্ঞান-তথ্যপ্ৰযুক্তিৰে পূৰ্ণ বিকশিত ৰূপত দেখা দিব আৰু এইবোৰৰ ব্যৱহাৰে দেশবোৰত বিশেষকৈ উন্নত দেশবোৰত উপচাই পেলোৱা নিত্য-নতুন সামগ্ৰীৰ বিক্ৰীৰ বাবে ক্ৰেতা-বজাৰ-উৎপাদানৰ ৰক্তস্বৰূপ কেঁচামালৰ সন্ধানত গোটেই বিশ্বতে চলাথ কৰিব লাগিব— এনে ধৰণৰ কথাবোৰ আগত ৰাখি বিশ্বৰ কোনো কোনো অঞ্চলত তাৰ মূল বিষয় হিচাপে স্থান পাবলৈ সক্ষম হৈছিল এচাম লোকৰ মাজত আজিৰপৰা কেবাবছৰ পূৰ্বতে। হয়তো ইয়াৰে ফলশ্ৰুতিতে আন এটি বিষয়, যেনে— মুক্ত বাণিজ্যক মূল বিষয় হিচাপে গণ্য কৰি এই সম্পৰ্কে বিশ্বৰ দেশসমূহৰ মাজত একমত গঢ়ি তুলি বাণিজ্যিক সহযোগিতাৰ সমূহীয়া নীতি-নিয়ম গঢ়ি তোলাৰ মানসিকতাৰে পদক্ষেপ লোৱা হৈছিল ১৯৪৮ চনৰ জানুৱাৰী মাহত ভাৰতকে ধৰি বিশ্বৰ ২৩ খন দেশৰ প্ৰতিনিধিবৰ্গৰ স্বাক্ষৰ সম্বলিত চুক্তি সম্পাদন কৰি। যাৰ ফলত জন্মলাভ কৰিছিল গ্যাট (GATT) নামৰ সংস্থাটো। ব্যৱসায়-বাণিজ্যৰ ক্ষেত্ৰত থকা দেশবোৰৰ বাধা আঁতৰ কৰি সমগ্ৰ বিশ্ববাসীৰ হকে কাম কৰি বাণিজ্যক মুক্ত আৰু সম্প্ৰসাৰিত ৰূপত গঢ় দিয়াই সংস্থাটোৰ প্ৰধান উদ্দেশ্য। উল্লেখ্য যে, বিল ক্লিণ্টনেও এই সন্মিলনতে এক বিশেষ ভাষণ ৰাখিছিল উক্ত উদ্দেশ্য আগত ৰাখিয়ে। এতেকে বুজা যায় যে, বিশ্বায়ন বা গোলকীকৰণ আজিতেই জন্মলাভ কৰি, খোজ লৈ, আজিতেই বিশ্ব জুৰি সম্প্ৰসাৰিত হোৱা প্ৰক্ৰিয়া হ'ব নোৱাৰে। ১৯৯৯ চনৰ মানৱ উন্নয়ন প্ৰতিবেদনত প্ৰকাশিত কথাখিনিয়েও ইয়াৰে এক প্ৰমাণ দাঙি ধৰিছে— "Globalization is not new, but the present era has distinctive feature, shrinking pace, shrinking time and dissppearing borders are linking people's lives more deeply, more intensely, more immediately than ever before." অৱশ্যে তাহানিৰ মুক্ত বাণিজ্য আৰু আজিৰ গোলকীকৰণৰ মাজত কিছু হ'লেও প্ৰভেদ লক্ষ্য কৰা যায়। বিত্ত-বাণিজ্যৰ মুক্ত প্ৰবাহৰ বাহক গোলকীকৰণ প্ৰক্ৰিয়াক অধিক ত্বৰান্বিত কৰি বিশ্বৰ চৌদিশে বিলাবলৈ এক প্ৰকাৰ ঠিকা লোৱা দি আগ্ৰাসন হ'ল বহুজাতিক



নিগমবোৰ। অৰ্থনৈতিক দিশত শোষণ-লুণ্ঠনৰ পদ্ধতি অৱলম্বন কৰি ধনী হৈ সাম্ৰাজ্য স্থাপনৰ লালসাৰে উন্নত দেশবোৰত লালিত-পালিত হ'ব ধৰিলে ন ন বহুজাতিকবোৰ। কেৱল মাল্টিনেচনেল, ট্ৰান্সনেচনেল এণ্টাৰপ্ৰাইজ আদি নামেৰে নামাংকিত হ'ল উক্ত নিগমবোৰ। এই নিগমবোৰে বিশ্বৰ চৌদিশে অঘৰীৰ দৰে ঘূৰি ফুৰিলেও ইহঁতৰ জন্ম হয় কোনো নিৰ্দিষ্ট ঠাইতহে; কিন্তু পৰজীৱী উদ্ভিদৰ দৰে য'তেই খামুচি ধৰে, তাতেই জীৱন নিৰ্বাহ কৰে। বৰ্তমান পৃথিৱীৰ চল্লিশ হাজাৰো অধিক বহুজাতিকৰ ভিতৰত আধা বহুজাতিক আমেৰিকা, জাপান, জাৰ্মানী তথা চুইজাৰলেণ্ডৰ। বিশ্বৰ দেশবোৰত বিশেষকৈ উন্নয়নশীল দেশৰ লভ্যাংশ খণ্ডসমূহত তেওঁলোকৰ আছে লোলুপ দৃষ্টি। চিকাৰীয়ে হৰিণৰ মঙহৰ ওপৰত থকা লালসাৰ দৃষ্টি সদায় বিৰাজমান। অজস্ৰ বিনিয়োগ, অত্যাধুনিক প্ৰযুক্তি ব্যৱহাৰেৰে উৎপাদন, ব্যৱসায়-বাণিজ্য বা বজাৰ দখল কৰি অধিক মুনাফা অৰ্জন কৰাই এই নিগমবোৰৰ প্ৰধান উদ্দেশ্য। উক্ত নিগমবোৰক আধুনিক বিশ্বৰ পুঁজিবাদৰ প্ৰভু বোলা হয়। একো একোটা নিগমৰ বিনিয়োগ পুঁজি একো একোখন উন্নয়নশীল দেশৰ বছৰেকীয়া আয়তকৈ অধিক। ১৯৯৭ চনৰ Human Development Report ত প্ৰকাশ পোৱা তথ্য মতে বিশ্বৰ দুটা বহুজাতিক General Motors আৰু Ford ৰ ১৯৯৪ চনত প্ৰত্যেকৰে নিজস্ব সামগ্ৰীৰ বিক্ৰীমূল্য আছিল সেই সময়ৰ ছয়খন উন্নয়নশীল দেশ (ভাৰত, চীন, ব্ৰাজিল, মেক্সিকো, ইণ্ডোনেছিয়া আৰু কোৰিয়া গণতন্ত্ৰ) সমন্বিত মুঠ ঘৰুৱা উৎপাদনৰ উৎপাদনতকৈ অধিক।

১৯৯১ চনতে ভাৰত চৰকাৰে গ্যাট চুক্তি স্বাক্ষৰ কৰি বহুজাতিক নিগমবোৰক ভাৰতত মুক্ত বাণিজ্য চলাবলৈ প্ৰত্যক্ষ স্বাধীনতা প্ৰদান কৰিলে। লগে লগে অন্ত পৰিল ১৯৫০ চনৰপৰা অনুসৰণ কৰি অহা নেহৰু মডেলৰ অৰ্থনৈতিক নীতিৰ। ভাৰতলৈ এই নিগম বা কোম্পানীৰ আগমন ১৯৯১ চনতে যে ঘটিছিল সেয়াও নহয়। এইবোৰৰ আগ্ৰাসন চলি আছে সৌ তাহানিৰেপৰা। ১৬০০ খ্ৰীষ্টাব্দতে ভাৰতলৈ আহি খোপনি পোতা ইষ্ট ইণ্ডিয়া কোম্পানী এই ক্ষেত্ৰত এক জীয়া উদাহৰণ। আজিৰ বহুজাতিক আৰু তাহানিৰ ইষ্ট ইণ্ডিয়া কোম্পানীৰ মাজত বিশেষ প্ৰভেদ দেখা নাযায় যদিও পদ্ধতিগত ব্যৱস্থাৰ মাজত কিছু অমিল পৰিলক্ষিত হয়। উপনিৱেশিকতাবাদত বিদেশী শক্তিয়ে দেশৰ আৰ্থ-সামাজিক, ৰাজনৈতিক আদি দিশত প্ৰত্যক্ষভাৱে যুদ্ধংদেহী মনোভাবেৰে হস্তক্ষেপ কৰি জনসাধাৰণৰ ইচ্ছা স্বাধীনতাক হাতৰ মুঠিত ৰাখে। আনহাতে বহুজাতিক নিগমবোৰে পৰৰাষ্ট্ৰৰ নীতি-নিয়ম উলংঘা কৰি যুদ্ধংদেহী মনোভাবেৰে প্ৰৱেশ নকৰে। চুক্তি সম্পাদন, বুজা-বুজি, ৰাষ্ট্ৰ এখনৰ প্ৰচলিত নিয়ম-কানুনৰ মাজেৰে সোমাই এই নিগমবোৰে ধনৰ বলেৰে বলীয়ান হৈ দেশৰ জনসাধাৰণ, শাসক সকলোকে উঠা-বহা কৰিবলৈ বাধ্য কৰায় বুলি সততে অভিযোগ শুনা যায়।

বহুজাতিক নিগমবোৰক সকলো প্ৰকাৰে সহায় কৰাৰ উদ্দেশ্যে বিশ্ব বাণিজ্য সংস্থা (WTO) শেহতীয়াকৈ গঠন কৰা হৈছে। উল্লেখ্য যে, ভাৰতো সদস্য ৰাষ্ট্ৰ হিচাপে অন্তৰ্ভুক্ত হৈছে ১৯৯৫ চনৰ ১ জানুৱাৰীত জন্মলাভ কৰা এই সংস্থাৰ (WTO) লগত। যাহওক, বহুজাতিক নিগম আৰু বিশ্ব বাণিজ্য সংস্থা এটি মুদ্ৰাৰ ইপিঠি-সিপিঠি। ইয়াৰ আগমনে বিশেষকৈ দেশীয় উদ্যোগৰ শ্মশানযাত্ৰা, দেশীয় সংস্কৃতিৰ কবৰস্থ হোৱা, নানা দিশত হ'ব পৰা কুফলৰ বাবে ত্ৰাসিত হৈ পৰিছে বিশ্বৰ বিভিন্ন ৰাষ্ট্ৰসমূহ। কেৱল ভাৰততে কিয়, সৌ সিদিনা ৱাশ্বিংটনৰ চিয়াটলতে বিশ্ব বাণিজ্য সংস্থাৰ বৈঠকৰ সময়ত সৃষ্টি হ'ল এক হুলস্থূলীয়া পৰিৱেশৰ। অভিযোগ কৰি অংকন কৰা হ'ল WTO ৰ অধিনায়ক Mike Moore ক এজন ৰঙা চকুৰ চয়তান আৰু হত্যাকাৰী বুলি। বাধ্য হৈ তেওঁ কৈফিয়ৎ দিবলগীয়া হৈছিল এইবুলি— "I am no dictator... The WTO is not a World Government, a global policeman, or an agent for multinational corporation– interest. It has no authority to tell countries what trade policies or any other policies they should adopt." উল্লেখ্য যে, বৰ্তমান বিজ্ঞান আৰু আধুনিক ন ন প্ৰযুক্তি ব্যৱহাৰেৰে উৎপাদিত সামগ্ৰীৰে উভৈনদী কৰি পেলাইছে উন্নত দেশবোৰত, যদিও ক্ৰেতাৰ নাটনিয়ে এক প্ৰধান সমস্যা হিচাপে মূৰ দাঙি উঠিছে। বিশেষকৈ আমেৰিকা, জাপান বা ইউৰোপ আদিৰ অৰ্থনৈতিক ক্ষেত্ৰত দেখা দিছে মন্দাৱস্থা। সেয়ে বজাৰ, ক্ৰেতা বা ভোক্তা, কেঁচামাল আদিৰ সন্ধানত ব্যাকুল হৈ পৰিছে বৰ্তমান এই দেশবোৰ।





এই কথা সকলোৰে জ্ঞাত যে, বিশ্বৰ মুঠ জনসংখ্যাৰ দুই-পঞ্চমাংশ পোৱা যায় চীন, ৰাছিয়া আৰু ভাৰতবৰ্ষত। উৎপাদনৰ ৰক্তস্বৰূপ কেঁচা সামগ্ৰীৰ ক্ষেত্ৰতো ভাৰতৰ নিচিনা তৃতীয় বিশ্বৰ দেশসমূহ অতি চহকী। ফলস্বৰূপে দুহাতত ধনৰ টোপোলা, মুখত সাম্যবাদী সুৰ লৈ বিশেষকৈ ক্ৰেতা আঁৰত কেঁচামালৰ সন্ধানত সোমাই পৰিছে পুঁজিবাদী দেশৰ বহুজাতিকে ভাৰতৰ দৰে দেশৰ অন্তেষপুৰত। নানা বিজ্ঞাপন আদিৰে জনসাধাৰণৰ মন ভোলাই বিভিন্ন শ্ৰেণীৰ ভোক্তাক সামগ্ৰী বিক্ৰী কৰিবলৈ সক্ষম হৈছে আৰু উন্নয়নশীল ৰাষ্ট্ৰৰ কেঁচামালত তথা লভ্যাংশ খণ্ডত অধিক বিনিয়োগ কৰি যথেষ্ট মুনাফা অৰ্জন কৰাৰ পথ প্ৰশস্ত কৰি তুলিছে এই নিগমবোৰে।

আজি ভাৰতৰ অৰ্থনীতিৰ প্ৰতিটো খণ্ডতেই বহুজাতিকৰ প্ৰৱেশ ঘটিছে আৰু সমগ্ৰ ভাৰতবৰ্ষ বহুজাতিকবোৰৰ বাবে হৈ পৰিছে ভূ-স্বৰ্গস্বৰূপ। বৰ্তমান ভাৰত বিশ্ব অৰ্থনীতিৰ চালিকা শক্তি। ইয়াত ইঞ্জিন ষ্টাৰ্ট হ'লেহে বিশ্ব অৰ্থনীতিৰ ৰে'লবোৰ চলিব পাৰে। বহুজাতিক অথবা বিশ্বায়নৰ ফলাফল জানিবলৈ হ'লে এটি দশক তেনেই হ্ৰস্বকালীন। বিগত দিনবোৰত হোৱা পৰ্যালোচনাৰপৰা এইটো সহজে অনুমেয় যে, বিশ্বায়নে ৰাষ্ট্ৰসমূহলৈ অকল যে কুফলে কঢ়িয়াই আনিছে সেয়া শতকৰা ১০০ শতাংশ সঁচা নহয়; কুফলৰ বিপৰীতে এইবোৰ সুফলো কঢ়িয়াই অনা পৰিলক্ষিত হয়। ১৯৯৯ চনৰ মানৱ উন্নয়ন প্ৰতিবেদনত কৈছে— "Globalization offers great opportunities for human advance– but only with stronger governance." বৰ্তমান গোলকীকৰণে সমগ্ৰ বিশ্বক একত্ৰিত কৰিছে। বিশ্বখন চমু কৰি গাঁৱত পৰিণত কৰিছে। দেশবোৰৰ মাজত প্ৰশাসন-প্ৰযুক্তি, সাংস্কৃতিক, পৰস্পৰ নিৰ্ভৰশীলতা বাঢ়িছে। ব্যক্তি, উদ্যোগ, ব্যৱসায়-বাণিজ্য, ভাষা-ধৰ্ম, সাহিত্য, সংস্কৃতিৰ কৃত্ৰিম বাধাবোৰ শিথিল কৰি দিয়া হৈছে। ভাষা-সংস্কৃতি, বিজ্ঞান-প্ৰযুক্তি, বিত্ত-বাণিজ্য, মুদ্ৰা বজাৰ আদিৰ বিশ্বব্যাপী সম্প্ৰসাৰণে বিশ্ববাসীলৈ আনি দিছে অনন্ত সা-সুবিধা। ইয়াৰ বিপৰীতে বিশ্বায়নে কঢ়িয়াই আনিছে অনেক কুফলো। আশংকা কৰা হৈছে যে, ভাৰতৰ নিচিনা দুৰ্বল তৃতীয় বিশ্বৰ দেশসমূহ পুঁজিবাদী বা সাম্ৰাজ্যবাদী দেশবোৰে অঘোষিত উপনিৱেশলৈ ৰূপান্তৰ কৰিব। ইয়াৰ উপৰিও আমাৰ সমগ্ৰ উৎপাদন ব্যৱস্থাকে গ্ৰাস কৰি তেওঁলোকৰ বহতীয়া কৰিব বুলি। কোনো কোনোৱে সন্ত্ৰস্ত হৈছে বিদেশৰ বিজতৰীয়া সংস্কৃতিৰ কবলত পৰি দেশীয় সভ্যতা-সংস্কৃতি অপসংস্কৃতিলৈ পৰিৱৰ্তিত হ'ব আৰু ড্ৰাগছৰ মুকলি যোগান তথা এইড্ছৰ দৰে মহাব্যাধিৰ বীজৰো প্ৰৱেশ কৰি আমাৰ নতুন প্ৰজন্ম পংগু হৈ পৰিব বুলি। উল্লেখ্য যে, আমেৰিকা, ইংলেণ্ডকে ধৰি উন্নত দেশবোৰেও বিশ্বায়নৰ কুফলৰপৰা সাৱধানতা অৱলম্বনত ব্যস্ত হৈ পৰিছে। বিশেষকৈ তেওঁলোকৰ Management বিষয়ক উচ্চ পদবীসমূহ যাতে অন্য দেশৰ লোকে গৈ অধিকাৰ কৰিব নোৱাৰে। বিশ্বায়নৰ প্ৰত্যাহ্বান গ্ৰহণৰ বাবে সকলোৱে সাজু হৈছে।

এতেকে দেখা যায় যে, বিশ্বায়নৰ সৈতে সুবিধা-অসুবিধা দুয়োটা দিশে নিবিড়ভাৱে জড়িত। অৱশ্যে এয়াও ঠিক যে, সুযোগ-সুবিধা পাবৰ বাবে সকলোৱে উপযুক্ততা আহৰণ কৰা দৰকাৰ। উক্ত সুবিধাবোৰ আহৰণ কৰাৰ ক্ষেত্ৰত দুৰ্বল দেশতকৈ উন্নত-সবল দেশৰ বাবে কিছু সহজসাধ্যৰ কথা। তেনেদৰে অসুবিধাবোৰ অতিক্ৰম কৰাৰ বেলিকাও উন্নত দেশতকৈ ভাৰতৰ দৰে উন্নয়নশীল দেশৰ সন্মুখত এক ডাঙৰ প্ৰত্যাহ্বান। অৱশ্যে বিশ্বায়নক লেইলেই-ছেইছেই, গালি-গালাজ পাৰি থাকিলে ই নিঃশেষ হৈয়ো নাযায়। এই বতাহজাকৰপৰা নিজকে আঁতৰাই ৰাখিলে বাস্তৱক অস্বীকাৰ কৰা হ'ব যেনহে লাগে। গতিকে সম্প্ৰতি ইয়াৰ মাজতে থাকি সন্মুখত থিয় দিয়া প্ৰত্যাহ্বানৰ বাবে আমি সাজু হোৱাৰ সময় বৰ্তমান সমাগত। তাৰবাবে আমাৰ প্ৰয়োজন যোগ্যতাৰ; বিশেষকৈ প্ৰশাসন, উৎপাদন, আধুনিক প্ৰযুক্তিৰ ব্যৱহাৰৰ শিক্ষা আদিৰ ক্ষেত্ৰত। উল্লেখ্য যে, ভাৰত তথা অসমৰ জনসাধাৰণৰ মানসিকতা এতিয়াও 'বিশ্ব নাগৰিক' (Global citizen) হোৱাৰ অনুকূলে গঢ় লৈ উঠা নাই। আৰ্থিক সংস্কাৰৰ পূৰ্বৰ বাতাবৰণটোৱে গঢ় লৈ নুঠাত অতি প্ৰয়োজনীয় প্ৰতিযোগিতামূলক মানসিকতাও ইয়াত আহি পৰা নাই। অথচ আচৰিত ধৰণে আদৰি লৈছে বিদেশী সামগ্ৰী। সেয়ে বিশ্বজুৰি বৈ যোৱা অৰ্থনৈতিক ঘটনাপ্ৰবাহৰ সোঁত গোলকীকৰণক এক প্ৰত্যাহ্বান হিচাপে গ্ৰহণ কৰি ন ন চিন্তাৰে দহজনৰ সৈতে ছন্দ মিলাই নিজকে প্ৰচলিত নিয়মৰ অধীনস্থ কৰাটো এক উত্তম উপায় হ'ব যেন লাগে। কাৰণ সময়ৰ সোঁতত অন্ধভাৱে উটি যোৱা আৰু সময়ৰ ওলোটা দিশে খোজ দিয়াজনৰ হৈ পৰে একেই দশা। ■



# আধুনিক সাহিত্যত নৱ সংযোজন ঃ চলচ্চিত্ৰৰ চিত্ৰনাট্য

**ভুবন লহকৰ**

সৃষ্টিশীল সাহিত্য মিডিয়াৰ এক এৰাবনোৱাৰা অংগ। মনোৰঞ্জন, নীতি শিক্ষা, বিভিন্ন জ্ঞান অৰ্জনৰ বাবে সাহিত্যৰ সৃষ্টি আৰু ইয়াৰ ৰস আস্বাদন কৰা হয়। ব্যাপক অৰ্থত ইয়াক প্ৰিণ্টিং মিডিয়া, ব্লেক এণ্ড হোৱাইট মিডিয়া আৰু মেকানিকেল মিডিয়া (Printing Media, Black & White Media and Mehenical Media) বুলিও কোৱা হয়। কবিতা, গল্প, উপন্যাস, উপন্যাসিকা, চুটিগল্প, আধুনিক চুটিগল্প, সাধুকথা, কথা কবিতা, গীত, গীতি সাহিত্য আদি বিভিন্ন ৰূপেৰে সৃষ্টিশীল সাহিত্যই নিজৰ বহুৰঙী চৰিত্ৰ উদ্ভাৱিত কৰিছে আৰু সময় বাগৰাৰ লগে লগে বিভিন্ন দেশ-বিদেশে নতুন নতুন পৰীক্ষা-নিৰীক্ষাৰ মাজেৰে অতি আধুনিক গল্প-উপন্যাস আদিৰ সৃষ্টিৰ মাজেৰে পাঠকক মনোৰঞ্জন দিয়ে, জ্ঞানেৰে সমৃদ্ধ কৰে।

সাহিত্যৰ দৰেই চলচ্চিত্ৰও আন এক মাধ্যম বা মিডিয়া। চলচ্চিত্ৰক একালত চেলুলয়েড মিডিয়া আৰু আজি চেলুলয়েডৰ লগতে ইলেক্‌ট্ৰনিক মিডিয়া বুলিও কোৱা হয়। আচলতে চলচ্চিত্ৰ হৈছে প্ৰিণ্টিং মিডিয়াৰপৰা বা ছপা মাধ্যমৰপৰা চেলুলয়েড মাধ্যমলৈ কৰা এক ট্ৰান্সফাৰ (transfer) বা ৰূপান্তৰ। উদাহৰণস্বৰূপে বিভূতিভূষণ বন্দোপাধ্যায়ৰ 'পথেৰ পাঁচালী' নামৰ বাংলাভাষাৰ উপন্যাসখন সাহিত্য হিচাপে জনপ্ৰিয় আৰু এই উপন্যাসখন নপঢ়া লোক অতি কম। এই উপন্যাসখনৰ কাহিনীৰ আলম লৈয়েই বিশ্ববিশ্ৰুত চলচ্চিত্ৰ নিৰ্মাতা সত্যজিৎ ৰয়ে একে নামেৰে এখন চলচ্চিত্ৰ নিৰ্মাণ কৰিছে আৰু এই চলচ্চিত্ৰখনে বিশ্বব্যাপী সমাদৃত আৰু জনপ্ৰিয় হৈছে।

'পথেৰ পাঁচালী' উপন্যাস গ্ৰন্থ আৰু চলচ্চিত্ৰ দুয়োটা মাধ্যমৰ কাহিনীতেই একেটা গল্পকেই কোৱা হৈছে। দুয়োবিধ মাধ্যমৰ মাজেৰেই কাহিনীৰ প্ৰধান চৰিত্ৰসমূহ হৰিহৰ, সৰ্বজায়া, অপু, দুৰ্গাই পাঠক তথা দৰ্শকৰ মনত ৰেখাপাত কৰিছে। অৰ্থাৎ কাহিনী একেটাই; সাহিত্যৰ মাধ্যমৰপৰা ই চলচ্চিত্ৰ মাধ্যমলৈ পৰিৱৰ্তিত হৈছে মাত্ৰ।

দুয়োবিধ মিডিয়াই পাঠক আৰু দৰ্শকৰ বাবেই সৃষ্ট, কিন্তু দেখা গৈছে এই দুয়োবিধ মিডিয়াই পাঠক তথা দৰ্শকক দিয়াৰ ক্ষেত্ৰত ভিন্ন ভিন্ন মাত্ৰাৰ সীমাবদ্ধতা আছে। উপন্যাস গ্ৰন্থ এখনত, লেখকে দিয়া বৰ্ণনা পঢ়ি প্ৰাকৃতিক দৃশ্য, চৰিত্ৰ, নাটক, নায়ক-নায়িকাৰ ৰূপ সৌন্দৰ্য সম্পৰ্কে পাঠকে সেই বিষয়ে কল্পনা কৰি ল'ব লাগিব। সেই কল্পনাৰ সীমাৰেখা নাই। আনহাতে সেই একেটা কাহিনীয়েই চলচ্চিত্ৰত দেখুৱালে তাত প্ৰাকৃতিক দৃশ্য, চৰিত্ৰ, নায়ক-নায়িকাৰ ৰূপ-সৌন্দৰ্য আদি আমি দৃশ্য-শ্ৰব্য বা অডিঅ' ভিচুৱেল (Audio-Visual)ৰ মাধ্যমেৰে পৰিচালকে কেমেৰাৰ মাধ্যমেৰেদেখুওৱাৰ দৰে পাওঁ। অৰ্থাৎ, সাহিত্যত কল্পনাৰ ব্যাপকতা আছে আৰু চলচ্চিত্ৰত ভিচুৱেল (Visuals) ৰ উপস্থাপন পোনপটীয়াকৈ কৰা বাবে তাত চিন্তা কৰাৰ তথা কল্পনা কৰাৰ প্ৰয়োজন খৰ্ব হৈ পৰে।

সাহিত্যক চলচ্চিত্ৰ মাধ্যমলৈ ৰূপান্তৰিত কৰাৰ বাবে প্ৰয়োজন হোৱা অন্তৰৱতী মাধ্যমটোৱেই হৈছে 'চিত্ৰনাট্য' মাধ্যম। কাহিনীৰ উপন্যাস বা গল্পৰূপটোক কেমেৰা, শব্দগ্ৰহণ, পোহৰ বা আলোক নিয়ন্ত্ৰণ পদ্ধতিৰ মাজেৰে যান্ত্ৰিক পদ্ধতিৰে ছবিত গ্ৰহণ কৰি সম্পাদনা কৰি দৰ্শকৰ সন্মুখত দাঙি ধৰা ৰূপটো ৰূপায়িত কৰাৰ বাবে সকলো শৈল্পিক আৰু যান্ত্ৰিক তথা কাৰিকৰী কাৰ্যৰ নিৰ্দেশনা চিত্ৰনাট্যত থাকে। গতিকেই সাহিত্য আৰু চলচ্চিত্ৰৰ মাজৰ ৰূপটোৱেই হৈছে চিত্ৰনাট্য। চিত্ৰনাট্যক চিনেৰিও (Scenario), ফিল্ম স্ক্ৰিপ্ট (Film Script) আৰু শ্বুটিং স্ক্ৰিপ্ট Shooting Script) আদি অন্যান্য নামেৰেও





জনা যায়। এই চিত্ৰনাট্যত চৰিত্ৰৰ সংলাপ, অভিনয়, কেমেৰাৰ স্থান আৰু গতি (Movement), নেপথ্য সংগীত, প্ৰয়োজনীয় শব্দ আদিৰ লগতে দিনৰ দৃশ্য নে নিশাৰ দৃশ্য, বাহিৰৰ দৃশ্যগ্ৰহণ নে ভিতৰৰ দৃশ্যগ্ৰহণ (outdoor shooting or indoor shooting) এই সকলো নিৰ্দেশনা ইয়াত দিয়া থাকে।

চিত্ৰনাট্যৰ মাধ্যমেৰে কাহিনীক চিত্ৰায়িত কৰি ছবি নিৰ্মাণ কৰিবলৈ আমি তিনিটা বিষয়বস্তুৰ ওপৰত দৃষ্টি ৰাখি, সেই বিষয়বস্তুৰ ওপৰত কাম কৰোঁ। সেই বিষয়বস্তু তিনিবিধ হ'ল স্থান, কাল আৰু পাত্ৰ। ছবিত স্থান দেখুওৱাৰ মাধ্যমেৰে কাহিনী আগবঢ়াবৰ ক্ষেত্ৰত বহুখিনি সুবিধা থাকে। যি কোনো নগৰ, চহৰ বা গাঁৱৰ দৃশ্য গ্ৰহণ কৰি ছবিৰ চৰিত্ৰটো সেই স্থানৰ বুলি বা তেওঁৰ কাৰ্যক্ৰমণিকা তাত ঘটিছে বুলি বুজিব পাৰি। সেইদৰে পৰিৱৰ্তিত স্থানৰ দৃশ্য দেখুৱাই ছবিৰ কাহিনীক্ৰমৰ অগ্ৰগতি বুজাব পাৰি। ছবিত স্থান দেখুৱাটো সহজ যদিও কাল বা সময় দেখুওৱাটো তুলনামূলকভাৱে টান কাম। কিয়নো 'সময়'ক চকুৰে দেখা নাযায়। সেইবাবে চিত্ৰনাট্যৰ নিৰ্দেশনা অনুযায়ী পিন্ধা কাপোৰৰ সলনি দেখুৱাই ঘড়ীৰ কাঁটা ঘূৰা দেখুৱাই, কেলেণ্ডাৰৰ পাতত মাহবোৰ সলনি হোৱা দেখুৱাই সময় ক্ৰম পাৰ হোৱা দেখুওৱা হয়। চলচ্চিত্ৰত চিত্ৰনাট্যৰ মাধ্যমেৰে চৰিত্ৰসমূহ প্ৰতিষ্ঠা কৰা হয়। চিত্ৰনাট্যৰ এক গুৰুত্বপূৰ্ণ দায়িত্ব হৈছে চৰিত্ৰ চিত্ৰণ। চৰিত্ৰয়ো প্ৰয়োজন সাপেক্ষে ছবিত উত্থাপিত হোৱাৰপৰা শেষলৈকে দৰ্শকে বুজিব পৰাকৈ প্ৰতিষ্ঠা হ'ব লাগে। নহ'লে, ছবিৰ মাজত হঠাতে চৰিত্ৰ এটা ওলাই পৰিলে দৰ্শক হতভম্ব হৈ পৰে। অসমীয়া চলচ্চিত্ৰত এই দোষটো দেখা যায়। ছবি এখন ভাল হোৱা, বেয়া হোৱা, পৰিচালকে ছবিৰ ছুটিং কৰাৰ ক্ষেত্ৰত সুবিধা পোৱাৰ ক্ষেত্ৰত চিত্ৰনাট্যৰ ভূমিকা থাকে।

চিত্ৰনাট্য যদিও ছবি নিৰ্মাণৰ বাবেহে ৰচনা কৰা হয়, কিন্তু সম্প্ৰতি চিত্ৰনাট্যও একপ্ৰকাৰৰ সাহিত্য হৈ পৰিছে। ইংৰাজী ভাষাত চিত্ৰনাট্য প্ৰায়েই ছপা কৰা হয় আৰু সেই ছপাকৰা চিত্ৰনাট্য বজাৰত বিক্ৰী কৰা হয় আৰু পাঠকে সেয়া কিনি পঢ়েও। ইয়াৰে বহু চিত্ৰনাট্যৰ ছবিৰূপ নাপায়গৈ। কিন্তু এচাম পাঠকে চিত্ৰনাট্য পঢ়ি সেইমৰ্মে কল্পনা কৰি আনন্দিত হয় বা ৰসস্বাদন কৰে।

অসমীয়া ভাষাতো ড° ভূপেন হাজৰিকাৰ ছবি এচামৰ চিত্ৰনাট্য লয়াৰ্চ বুক ষ্টলে ছপা কৰি উলিয়াইছিল। বঙলা ভাষাতো সত্যজিত ৰয়, মৃণাল সেন প্ৰভৃতিৰ ছবিৰ চিত্ৰনাট্যসমূহ বঙলা আৰু ইংৰাজী ভাষাত ছপা হৈ ওলাইছে। সি যি কি নহওক, চিত্ৰনাট্য সম্প্ৰতি এক নতুন সাহিত্য আৰু এই সাহিত্যই সাহিত্যক আৰু পঢ়ুৱৈক নতুন নতুন চিন্তাৰে সমৃদ্ধ কৰি আহিছে। ■



# একবিংশ শতিকাৰ বিভাজিত অসম আৰু অসমীয়াৰ জাতীয় অৱক্ষয়

যোগেন কলিতা

"অসম আমাৰ ৰূপহী গুণৰো নাই শেষ
ভাৰতৰে পূৰ্বদেশত সূৰ্য উঠা দেশ"

এৰা, আমি মুক্তকণ্ঠে কৈছোঁ, এইখনেই আমাৰ ওপজা ঠাই, 'জননী জন্মভূমি স্বৰ্গাদপী গৰীয়সী", যাৰ মাটি, পানী আৰু বায়ু আমাৰ দেহৰ ৰক্ত, আমাৰ প্ৰাণ আৰু আমাৰ জীৱনৰ চালিকা শক্তি। প্ৰাচীন কালৰেপৰা আমাৰ এই ৰাজ্যখনে নানা ঘাত-প্ৰতিঘাত, উত্থান-পতনৰ অলেখ কাহিনী বুকুত সামৰি লৈ পৰিৱৰ্তিত সময়ৰ কোবাল সোঁতত উটি আহি পৰিৱেশ আৰু পৰিস্থিতিৰ লগত সমন্বয়ৰ জৰিয়তে ৰূপান্তৰিত নামেৰে আত্মপ্ৰকাশ কৰি অহা এইখনেই আমাৰ মাতৃভূমি অসম। বিশ্ববিখ্যাত মহাকাব্য ৰামায়ণ আৰু মহাভাৰতৰ যুগৰপৰাই প্ৰাগজ্যোতিষপুৰ নামেৰে প্ৰতিষ্ঠা লাভ কৰা এই ৰাজ্যখনেই যে সেই সময়ত ক্ষমতাশালী ৰাজ্য আছিল তাৰেই প্ৰতিফলন ঘটি আহিছে মহাকাব্যৰ পাতে পাতে। সংহতি আৰু পুৰাণ কাব্যইও বহন কৰি আহিছে তাৰেই সাক্ষ্য। সেই প্ৰাগজ্যোতিষপুৰ ৰাজ্যই সময়ৰ গতিত কামৰূপ নামেৰে জনাজাত হোৱা বুলি কালিকাপুৰাণৰ তথ্যই প্ৰমাণ কৰিছে। ১২২৮ খৃষ্টাব্দত আহোমসকলে ৰাজত্ব কৰা দিনৰেপৰা কামৰূপৰ আকৌ ৰূপান্তৰ ঘটি অসম নামেৰে পৰিচিত হৈ অপৰূপা খ্যাতি অৰ্জন কৰি আহিছে।

অপূৰ্ব ভৌগোলিক অৱস্থান, অপৰ্যাপ্ত প্ৰাকৃতিক অৱদান আৰু অকল্পনীয় প্ৰাকৃতিক সৌন্দৰ্যৰ সমাহাৰে ভাৰতবৰ্ষৰ উত্তৰ-পূব প্ৰান্তত অৱস্থিত এই ৰাজ্যখনলৈ কঢ়িয়াই অনা বৈচিত্ৰ্যতাক অধিক বৈচিত্ৰ্যময় কৰি তুলিছে প্ৰভাতী সুৰুযৰ উত্তাপবিহীন ৰক্তিম আভাই। বৰলুইতৰ অবিৰত জলধাৰক, উপনদী, শাখানদীসমূহে ৰাজ্যখনৰ চৌদিশে প্লাৱিত কৰি জীপাল কৰিছে অসমৰ উৰ্বৰা মাটি আৰু তাৰেই ওপৰত অসমৰ কৃষক ৰাইজে ৰচে পকা ধানৰ সোণালী সপোন। ভূগৰ্ভত থকা 'পনীয়া সোণ', 'ক'লাহীৰা' আৰু অৰণ্যৰ মাজত থকা অমূল্য ৰত্নই আকৰ্ষিত কৰি আহিছে স্বদেশী-বিদেশীক। মৌচুমী বতাহে সাগৰৰপৰা কঢ়িয়াই অনা মুকুতামালাই নিৰাময় কৰিছে নৈ-নিজৰা, জান-জুৰিৰ অতৃপ্ত বাসনা। গছ-গছনি, হাবি-বননি আৰু তৰু-তৃণে সেউজীয়া ৰূপেৰে শোভা বঢ়াইছে। নিশাটোৰ ভিতৰতে কপৌ, নাহৰ, তগৰ, মদাৰ, পলাশ, গোলাপ, শিমলু আদি বাৰে বৰণীয়া ফুলৰ শোভাই মুখৰিত কৰিছে অসমৰ আকাশ-বতাহ। সেয়েহে সুন্দৰৰ সাধক ৰূপকোঁৱৰৰ ভাষাত ক'বলৈ হ'লে—

"সুন্দৰে যে ফুলাৰ মন্ত্ৰ অহোৰাত্ৰি মাতে
সেয়েহে আজি ইমান ফুল প্ৰভাতে প্ৰভাতে।"

অসম যেনেদৰে প্ৰাকৃতিক সৌন্দৰ্য আৰু সম্পদেৰে ভৰপূৰ, তেনেদৰে প্ৰাচীন অসম আছিল গৌৰৱময় কাহিনীৰে পৰিপুষ্ট; বীৰ-বীৰাংগণা, সতী-সাধিনীৰ দেশ হিচাপে ইতিহাস প্ৰসিদ্ধ। নৰকাসুৰ, ভগদত্ত, বভ্ৰুবাহন, ঘটোৎকচ আদি মহাযোদ্ধাসকল আছিল কুৰুক্ষেত্ৰ মহাসমৰৰ মহানায়ক। ভাস্কৰ বৰ্মা, বাণ ৰজা, মূলাগাভৰু, লাচিত বৰফুকন, সতী জয়মতী আদি অসমৰ উজ্জ্বল নক্ষত্ৰ। মনিৰাম দেৱান, পিয়লি ফুকন, কুশল কোঁৱৰ, কনকলতা আদি স্বাধীনতা সংগ্ৰামৰ ত্যাগৰ প্ৰতিমূৰ্তি। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ অসমীয়া জাতিৰ কলা-কৃষ্টিৰ জনক। অসমৰ শিক্ষাজগত আৰু কাছাৰীৰপৰা বিলুপ্ত হোৱা অসমীয়া ভাষাক পুনৰ প্ৰতিষ্ঠা কৰিছিল আনন্দৰাম ঢেকিয়াল ফুকনে। সেইসকল অসমৰ সু-সন্তানৰ বীৰত্ব ত্যাগ আৰু আত্মবলিদানৰ বাবে আদিও শ্ৰদ্ধাৰে স্মৰণ কৰে প্ৰতিজন অসমীয়াই। এই প্ৰবন্ধটোৰ জৰিয়তে



অতীতৰ গৌৰৱময় কাহিনীসমূহ উপস্থাপন কৰি বৰ্তমানৰ অসমীয়াক সোঁৱৰাই দিয়াৰ প্ৰয়োজন আহি পৰিছে। কাৰণ সেইবোৰ আজি পাহৰণিৰ গৰ্ভত নিমজ্জিত। আনহাতে বৰ্তমান অসমৰ শিক্ষাৰ পাঠ্যক্ৰমৰপৰা ইতিহাস বিষয়টো বিলুপ্ত কৰি নৱজাতকক অতীত ইতিহাস অধ্যয়ন কৰাৰপৰা বিৰত কৰিছে। এনে কাৰ্যই অসমীয়া জাতিৰ জাতীয় পৰিচয় হেৰুৱাই পেলোৱাৰ পথ প্ৰশস্ত কৰি তুলিছে। অসমীয়া জাতিৰ অতীত ইতিহাস বিলুপ্ত কৰাৰ কাৰণে ই এক পৰিকল্পিত অভিসন্ধি বুলি কোৱাৰ যুক্তি আছে। বৃটিছৰ ৰাজত্বকালত ১৮৩৬ চনত অসমৰ বিদ্যালয় আৰু কাছাৰীত অসমীয়া ভাষাৰ পৰিৱৰ্তে বাংলা ভাষা প্ৰচলন কৰিছিল। অসমৰ সিংহ পুৰুষ আনন্দৰাম ঢেকিয়াল ফুকনৰ চেষ্টাত ১৮৭৩ চনৰ এপ্ৰিল মাহত পুনৰ অসমীয়া ভাষা প্ৰচলন হৈছিল। ১৮৬০ চনত বৃটিছ চৰকাৰে অসমত কানি ব্যৱসায় সম্প্ৰসাৰণ ঘটাই অসমীয়া জাতিক কানীয়া কৰাৰ এটা গোপন অভিসন্ধি চলাইছিল, যাতে অসমীয়াই বৃটিছৰ বিৰুদ্ধে বিদ্ৰোহ কৰাৰ সাহস কৰিব নোৱাৰে। এনেদৰে অসমীয়া জাতিক নিঃশেষ কৰাৰ কাৰণে বৃটিছৰ দিনৰপৰাই বিভিন্ন ষড়যন্ত্ৰ চলাই আহিছিল।

অৱশেষত দেশ স্বাধীন হৈছিল আৰু ভাৰতৰ শাসনভাৰ দেশীয় কৰ্ণধাৰসকলৰ হাতত অৰ্পিত হৈছিল। প্ৰায় ৬২ বছৰে দেশীয় চৰকাৰখনে দেশ শাসন কৰাৰ অন্তত অসমৰ কেনেধৰণৰ উন্নতি সাধিত হৈছিল তাৰে চমু আভাস দিয়াৰ প্ৰয়াস কৰা হৈছে। অপ্ৰিয় হ'লেও এই কথাটো কোৱা উচিত হ'ব যে, যিখন অসমৰ বসবাস কৰা জাতি, জনজাতি, জনগোষ্ঠীসমূহে ঐক্যবদ্ধভাৱে স্বাধীনতা আন্দোলনত জঁপিয়াই পৰিছিল আৰু আত্মবলিদান দিছিল, আজি সেইখন অসমে স্বাধীন ভাৰতৰ দেশীয় চৰকাৰৰ দিনত খণ্ড-বিখণ্ড হৈ সাতখন ৰাজ্যত বিভক্ত হৈ পৰিছে। ১৯৬২ চনত নগাপাহাৰ জিলা 'নাগালেণ্ড' নামেৰে পূৰ্ণ পৰ্যায়ৰ প্ৰদেশৰূপে স্বীকৃতি লাভ কৰিছে। এয়াই আছিল স্বাধীন অসমৰ প্ৰথম অৱক্ষয়। তেনেদৰে ১৯৭০ চনত মেঘালয়, ১৯৭১ চনত মিজোৰাম আৰু ১৯৭৫ চনত অৰুণাচল প্ৰদেশ গঠিত হৈছে আৰু বৰ অসমৰ পৰিৱৰ্তে এখন ক্ষুদ্ৰ অসম হিচাপে অস্তিত্বৰ সংগ্ৰামত যুঁজ দি আছে। ইয়াৰ পাচত সুকীয়া সত্তাৰ বাবে কাৰ্বি, বড়ো, ৰাভা আৰু অন্যান্য সম্প্ৰদায়ৰ লোকেও দাবী কৰি আহিছে। এদিন হয়তো আটাইৰে আশাবোৰ পূৰ্ণ হ'ব। ৰাজ্য পুনৰ গঠনৰ ক্ষেত্ৰত চৰকাৰ বাহাদুৰসকলৰ দৃষ্টিভংগীৰ এয়া চমু আভাস মাত্ৰ। ভাৰত স্বাধীন হোৱা দিনৰেপৰা বৰ্তমানলৈ বাংলাদেশী নাগৰিকৰ সোঁত লানি নিছিগা পৰুৱাৰ দৰে অব্যাহত হৈ আছে। এনে কাৰ্যৰ কাৰণে অসমৰ ৰাজনীতি, সমাজনীতি আৰু অৰ্থনীতিৰ ওপৰত ভয়ানক সংকটে দেখা দিছে। আটাইতকৈ আচৰিত কথা যে, মূল অসমৰপৰা পৃথক হৈ যোৱা মেঘালয়, নাগালেণ্ড আৰু অৰুণাচল প্ৰদেশে অসমৰ মাটি বলপূৰ্বকভাৱে দখল কৰা বুলি সংবাদ মাধ্যমত প্ৰচাৰিত হৈ আহিছে। এনেবোৰ কাৰ্য দেখিও দেশ সেৱাৰ নামত আত্মনিয়োগ কৰা সকলে মৌনতাৰ ৰাজ্যখন তথা অসমীয়া জাতিক ধ্বংস কৰাৰ ষড়যন্ত্ৰত লিপ্ত হোৱা নাইনে? "বাহৰ আগ তল যাওক, কাউৰীৰ ৰং চাওঁ' বুলি ভবা শিয়ালটো বাৰু ক'ত থাকিব?

সঁচাকৈ অসম এখন বঞ্চিত, অৱহেলিত আৰু অনুন্নত ৰাজ্য। প্ৰাকৃতিক সম্পদত চহকী হোৱাৰ পাছতো আজি অসম আন আন ৰাজ্যতকৈ পিছপৰা। অসমত কেঁচা সামগ্ৰী আছে, কিন্তু উদ্যোগ নাই। অসমৰ খাৰুৱাতেল, শোধন হয় বিহাৰত, অসমৰ চাহ, প্ৰধান কাৰ্যালয় আছে পশ্চিমবংগত, অসমৰ হাবি-বননি অপৰ্যাপ্ত, কিন্তু তাৰ তুলনাত উদ্যোগ কম, অসমত কৃষিভূমি অধিক, কিন্তু উৎপাদনক্ষম কৃষি-সঁজুলিৰ অভাৱ; ইয়াত জলাশয় আছে, কিন্তু মীন শিল্প নগণ্য। অসমত গণতান্ত্ৰিক পদ্ধতিৰে নিৰ্বাচিত এখন চৰকাৰ আছে, কিন্তু তেওঁলোকৰ সৰহসংখ্যকে ভয়াবহ সংক্ৰমিত ব্যাধিৰদ্বাৰা আক্ৰান্ত, যিয়ে জাতীয় চেতনা, নৈতিকতা আৰু মানৱীয় গুণসমূহৰ অৱক্ষয় ঘটাই 'যন্ত্ৰ মানৱ'লৈ ৰূপান্তৰিত কৰিছে। তেওঁলোকৰ এটাই মাত্ৰ চিন্তা, নিজক কেনেকৈ প্ৰতিষ্ঠা কৰিব পাৰে। তাৰ কাৰণে তেওঁলোকে ৰাতিটোৰ ভিতৰতে নেতা হৈ ৰাজপাট দখল কৰাৰ সপোন দিঠকতে দেখে। এনেকুৱা এক অনাকাংক্ষিত পৰিৱেশে অৰাজকতা নমাই আনিছে, যাৰ ফলত হত্যা, হিংসা, অপহৰণ, ধৰ্ষণ, দুৰ্নীতি, ব্যভিচাৰ আদিয়ে কলংকিত কৰিছে অসমৰ সমাজব্যৱস্থাক আৰু অসমীয়া জাতিক। কাৰণ, ৰাজ্যখনত বসবাস কৰা বিভিন্ন জাতি-জনগোষ্ঠীয়েই হ'ল বৃহত্তৰ অসমীয়া জাতিৰ অংশীদাৰ, ইয়াৰ ভাষাও মূলতঃ অসমীয়া আৰু ৰাজ্যিক



প্ৰশাসন ব্যৱস্থাৰ লগত প্ৰত্যক্ষ বা পৰোক্ষভাৱে জড়িত হৈ আহিছে অসমীয়াই। অসমীয়া জাতিৰ এনে শ্মশানমুখী যাত্ৰাৰ বাবে দায়ী কোন, তাৰ বিশ্লেষণ কৰাৰ অতি প্ৰয়োজন হৈ পৰিছে। অৱশ্যে এনে ধৰণৰ অতি গুৰুত্বপূৰ্ণ আৰু স্পৰ্শকাতৰ বিষয়বস্তু এটাৰ ওপৰত পোণপটীয়া উত্তৰ দিয়া সহজসাধ্য নহয়। কাৰণ ৰাজ্যখনত সংঘটিত হোৱা এনে পৰিস্থিতিৰ বাবে প্ৰধানকৈ কিছুমান কাৰকে প্ৰভাৱ বিস্তাৰ কৰি আহিছে। সেই কাৰকসমূহ হ'ল ৰাষ্ট্ৰীয় দৃষ্টিভংগী, বাকহীন ৰাজ্যিক চৰকাৰ, ক্ষমতাৰ লালসা, আধ্যাত্মিক দৰ্শন বিবৰ্জিত শিক্ষাব্যৱস্থা, বিলাসী জীৱনযাত্ৰা, পশ্চিমীয়া দৰ্শন আৰু সংস্কৃতিৰ প্ৰতি অহেতুক অনুকম্পা আৰু মাত্ৰাবিহীন ব্যক্তিকেন্দ্ৰিক ভাবধাৰা।

সাধাৰণতে এখন ৰাজ্যৰ প্ৰগতি, শান্তি, সামাজিক সুস্থিৰতা আদি প্ৰধানকৈ নিৰ্ভৰ কৰে ৰাষ্ট্ৰীয় কাৰ্যক্ৰমণিকাৰ ওপৰত। ৰাষ্ট্ৰৰ নিৰপেক্ষ নীতিয়েই হ'ল ৰাষ্ট্ৰীয় সংহতিৰ প্ৰধান কাৰক। কিন্তু বাস্তৱত সংঘটিত ঘটনাসমূহে প্ৰতিপন্ন কৰি আহিছে যে ৰাষ্ট্ৰীয় বা ৰাজ্যিক নেতৃত্বৰ কিছুমান বৈষম্যমূলক নীতিৰ বাবে বৰ্তমান ভাৰতৰ বিভিন্ন ৰাজ্যত বিচ্ছিন্নতাবাদী মনোভাৱে সামাজিক বাতাৱৰণ বিনষ্ট কৰি আহিছে। উদাহৰণস্বৰূপে ক'বলৈ হ'লে স্বাধীনতাৰ দিনৰেপৰা প্ৰব্ৰজন হৈ অহা বাংলাদেশী নাগৰিকে অসমৰ জনগাঁথনিৰ ওপৰত ভয়াবহ পৰিস্থিতি সৃষ্টি হোৱা দেখিও ৰাষ্ট্ৰীয় নেতৃত্বই কোনো ব্যৱস্থা গ্ৰহণ কৰা নাছিল। অসমৰ ৰাইজক লগত লৈ অসমৰ ছাত্ৰসমাজে কৰা আন্দোলন ভাৰত চৰকাৰে কঠোৰ হাতেৰে দমন কৰিব যোৱাৰ ফলশ্ৰুতিয়েই হ'ল আলফাৰ সশস্ত্ৰ বিপ্লৱ। প্ৰায় ত্ৰিশ বছৰ ধৰি চলি অহা এই সংগ্ৰামত অলেখ লোকৰ মৃত্যুত অসমীয়া জাতিৰ অপূৰণীয় ক্ষতি হৈছে। কিন্তু ৰাষ্ট্ৰীয় তথা ৰাজ্যিক কৰ্ণধাৰসকলে আগভাগ লৈ এক আলোচনাৰ পৰিৱেশ গঢ়ি বিদ্ৰোহীসকলৰ মনৰ বেদনাবোৰ হৃদয়ংগম কৰি সমস্যা সমাধানৰ পথ নিৰ্ণয় কৰিব পৰা নাই। কেৱল 'অস্ত্ৰ সম্বৰণ', 'সাৰ্বভৌমত্বৰ দাবী প্ৰত্যাহাৰ' আদি চৰ্ত আৰোপ কৰি আলোচনাৰ পথ মুকলি আছে বুলি কৰা ঘোষণাই অসমীয়া ৰাইজৰ মাজত হোৱা প্ৰতিক্ৰিয়া পৰিলক্ষিত হৈছে। কিন্তু একেই উদ্দেশ্য লৈ বিদ্ৰোহ কৰা আন সংগঠনৰ লগত আলোচনাৰ পথ মুকলি ৰাখি বৈষম্যমূলক নীতি অৱলম্বন কৰা বুলি প্ৰকাশ। ইতিহাসৰ কথা এষাৰ মনত পৰিছে, এদিন বদন বৰফুকনে অসমলৈ 'মান' আনিছিল ৰাজভোগ খোৱাৰ বাবে আৰু এদিন লাচিত বৰফুকনে বিদেশী খেদি পঠিয়াইছিল দেশ ৰক্ষাৰ বাবে। কিন্তু বৰ্তমান পৰিৱেশে আমাক সন্দিহান কৰি তুলিছে, প্ৰকৃততে কোনজন দেশপ্ৰেমিক?

প্ৰাচীন কালৰেপৰা মানৱ জীৱনৰ অগ্ৰগতিত শিক্ষাই আগবঢ়াই অহা অৱদানৰ ফলশ্ৰুতিয়েই হ'ল বৰ্তমানৰ আধুনিক মানৱ সমাজ। বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ অভূতপূৰ্ব সফলতাই মানৱ কল্যাণ আৰু বিলাসী জীৱন যাপনৰ বাবে প্ৰয়োজন হোৱা সকলো সামগ্ৰী উদ্ভাৱন কৰি বিশ্বৰ বুকুত অভিলেখ সৃষ্টি কৰি আহিছে। তথাপি অভিলাষী মানুহৰ অতৃপ্ত বাসনা পূৰ্ণ হোৱা নাই আৰু তাৰেই ফলত সামাজিক জীৱনত মানুহে শিক্ষাৰ লক্ষ্য আৰু মূলতত্ত্বক বিকৃত ৰূপত প্ৰতিফলন ঘটাই সামাজিক বাতাৱৰণ দুষিত কৰি পেলাইছে। আধ্যাত্মিক জ্ঞান বিবৰ্জিত বৰ্তমানৰ শিক্ষা ব্যৱস্থাই কাৰিকৰী জ্ঞানেৰে বিশ্বক আলোকিত কৰিছে যদিও নৈতিক চৰিত্ৰ গঠন কৰা, মনুষ্যত্ব ধৰ্ম পালন কৰা আৰু মানৱীয় গুণসম্পন্ন চৰিত্ৰ গঠন কৰা আদি কাৰ্যত বৰ্তমানৰ শিক্ষানীতিয়ে সম্পূৰ্ণ সফলতা অৰ্জন কৰিব পৰা নাই। তাৰ ফলতে বৰ্তমানৰ শিক্ষা আৰু সামাজিক ব্যৱস্থা কলংকিত হৈছে। অসমীয়া সমাজখনত ইয়াৰ প্ৰভাৱ অভাৱনীয়। শিক্ষা-দীক্ষাৰে পৰিপুষ্ট আজি বুজন পৰিমাণৰ অসমীয়াই পাহৰি গৈছে নিজৰ জন্মভূমি, জাতীয়তা আৰু সভ্যতা-সংস্কৃতিৰ কথা। পশ্চিমীয়া সংস্কৃতিৰ প্ৰভাৱত অসমীয়া জাতিৰ কলা-কৃষ্টিসমূহ আজি অসমীয়াৰ দৃষ্টিৰপৰাই হেৰাই যাব ধৰিছে। মহাপুৰুষ শংকৰদেৱ আৰু মাধৱদেৱক জীয়াই ৰাখিছে কিছুসংখ্যক 'শংকৰ সংঘ'ৰ ভক্তই। বৰগীত পাহৰণিৰ সোঁতত উটি গৈছে। 'জ্যোতি সংগীত'ৰ জ্যোতি ম্লান পৰিছে, লোকগীত, বিয়াগীত আদি কাহানিবাই হেৰাই গ'ল। অসমীয়া জাতিৰ অতি আদৰৰ বিহুগীত, বিহুনৃত্যসমূহ ব্যৱসায়িক ভিত্তিত গঢ়ি উঠাৰ ফলত ইয়াৰ প্ৰকৃত সৌন্দৰ্য ম্লান পৰা বুলি অভিযোগ উঠিছে। পুৰণি অসমীয়া কলা-কৃষ্টিসমূহ অসমীয়া জাতিৰ মাজত জীয়াই ৰখাৰ বাবে সময়ে সময়ে তেনে অনুষ্ঠানৰ আয়োজন কৰিব লাগে আৰু শংকৰদেৱ, মাধৱদেৱৰ বৰগীতৰপৰা আৰম্ভ কৰি





'জ্যোতি সংগীত', 'বিষ্ণু ৰাভা সংগীত', 'ভূপেন্দ্ৰ সংগীত'ৰ লগতে পুৰণি গায়কৰ গীতসমূহ গোৱাৰ ব্যৱস্থা কৰিব লাগে। জাতীয় অনুষ্ঠানসমূহত পুৰণি গীত পৰিৱেশন কৰি যুৱ প্ৰজন্মক আকৰ্ষিত কৰিব লাগে। জাতীয় অনুষ্ঠানসমূহত জাতীয় সাজ-পাৰ পৰিধান কৰি জাতীয় চেতনাবোধ জগাই তোলাৰ সময় আহি পৰিছে।

অত্যাধুনিক সমাজ ব্যৱস্থাত আধুনিকতাৰ নামত অসমীয়া জাতিৰ ভৱিষ্যতৰ উত্তৰাধিকাৰী এচামে ৰক্ষণশীল অসমীয়া সমাজৰ ধ্যান-ধাৰণাৰ পৰিৱৰ্তে পশ্চিমীয়া ভোগবাদী দৰ্শনৰ ওপৰত অধিক আকৰ্ষিত হৈ পৰিছে। ইয়াৰ ফলত জাতীয় আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, সাজ-পাৰ আৰু জীৱন ধাৰণৰ প্ৰণালীসমূহৰ ওপৰত অশুভ প্ৰভাৱ পৰিছে। লাহ-বিলাস, বিলাসী জীৱন যাপন আৰু আভিজাত্যৰ চমকত তেওঁলোক যে আভৰণবিহীন হৈ গৈ আছে তালৈ ভ্ৰূক্ষেপ কৰা নাই। হোটেল, ৰেষ্টুৰেণ্টৰ এন্ধাৰ কোঠাবোৰে তেওঁলোকৰ জীৱন-যৌৱনৰ অৱক্ষয়ৰ সাক্ষ্য দি আহিছে। ৩১ ডিচেম্বৰত উৎসৱ পালন কৰা যুৱক-যুৱতীসকলে, প্ৰথম বহাগ যে অসমীয়াৰ নতুন বছৰ তাক পাহৰি গৈছে। 'ভেলেণ্টাইন দিৱস' পালনৰ নামত উদ্যানবোৰত দিনতেই ৰাতি এন্ধাৰৰ আগমন হয় বুলি প্ৰকাশ। আজিকালি কাঠফুলাৰ দৰে সৃষ্টি হোৱা ধাবাসমূহে অৱসৰ বিনোদনৰ নামত সহজে টকা অৰ্জনৰ পথ সুচল কৰিছে। ইয়াৰ উপৰিও মডেলিঙৰ নামত প্ৰদৰ্শন কৰা দৃশ্যসমূহে প্ৰায় উলংগ পৃথিৱীখনৰে বাৰ্তা বহন কৰিছে। পৰিৱৰ্তন সময়ৰে এটা বাস্তৱ পৰিঘটনা। কিন্তু অস্তিত্ববিহীন পৰিৱৰ্তন নদীৰ সোঁতত উটি যোৱা আৱৰ্জনাৰ দৰে।

এনেদৰে স্বাধীন ভাৰতত অসম আৰু অসমীয়া জাতিৰ অৱক্ষয় সাধিত হৈ আহিছে। এনে কাৰ্যৰ সন্দৰ্ভত ছাত্ৰ সন্থা আৰু এচাম সচেতন ব্যক্তিয়ে মাত মাতি আহিছে যদিও সফল হোৱা নাই। সেয়ে অসম তথা অসমীয়া জাতিৰ অস্তিত্ব ৰক্ষাৰ বাবে অসমৰ সকলো জাতি, জনজাতি, জনগোষ্ঠী, ধৰ্ম আৰু সংগঠনৰ প্ৰতিনিধিৰদ্বাৰা গঠিত এখন অৰাজনৈতিক 'জাতীয় মঞ্চ' গঠন কৰা অতি জৰুৰী হৈ পৰিছে। অসম সাহিত্য সভাই যেনেদৰে অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতি ৰক্ষাৰ হকে কাম কৰি আহিছে, তেনেদৰে অসমীয়া জাতিৰ জাতীয় অস্তিত্ব সুৰক্ষা কৰাৰ কাৰণে জাতীয় সংগঠন এটাই মাত মাতিব লাগিব। এনে জাতীয় মঞ্চ গঠন কৰাৰ ক্ষেত্ৰত অসম সাহিত্য সভাই উদ্যোগ ল'ব পাৰে। আমি আশা ৰাখিছোঁ অসম সাহিত্য সভাই এই বিষয়ে চিন্তাচৰ্চা কৰিব আৰু সময় থাকোঁতে বিপন্ন অসমীয়া জাতিক উদ্ধাৰৰ বাবে বিহিত ব্যৱস্থা গ্ৰহণ্ কৰিব। নহ'লে—

"পৃথিৱীত জনমি সচেতন নহ'লে
প্ৰাপ্যও থিতাতে হেৰাব।" ■





# অসমীয়া সংস্কৃতিত শিলশিল্প

**লীলাৱতী চৌধুৰী**

ভাৰতীয় সংস্কৃতিৰ এটা অন্যতম উপকৰণ হৈছে অসমীয়া সংস্কৃতি। অসমীয়া সংস্কৃতিয়ে অসমীয়াৰ জনজীৱন সদা জাগ্ৰত আৰু কৰ্মময় কৰি ৰাখিছে। যিদৰে ভাৰতীয় সংস্কৃতিয়ে ভাৰতবাসীৰ চিনাকি স্পষ্ট কৰে, ঠিক তেনে দৰে অসমীয়া সংস্কৃতিও অসমীয়া জাতীয় জীৱনৰ পৰিচায়ক।

অসমীয়া সমাজ জীৱনৰ লগত নিবিড়ভাৱে জড়িত এক অন্যতম শিল্প হৈছে শিল শিল্প। অসমৰ লোক-সংস্কৃতিৰ লগত শিল শিল্প আন্তৰিকতাৰে বান্ধ খাই আছে। পৰ্বপুৰুষসকলৰ দিনৰপৰা ব্যৱহাৰ হৈ অহা শিল শিল্পই বৰ্তমানতো অসমীয়া সংস্কৃতিত নিজস্ব স্থান দখল কৰি আছে। সঁচা অৰ্থত ইয়াৰ ব্যৱহাৰ অতি তাৎপৰ্যপূৰ্ণ। ৰাতিপুৱা উঠাৰপৰা ৰাতি দুপৰলৈকে দৈনন্দিন কাম-কাজতে শিল শিল্পৰ ব্যৱহাৰৰ কথা অস্বীকাৰ কৰিব নোৱাৰি।

আদিম মানৱেও শিল শিল্পৰ জৰিয়তে অস্ত্ৰ-শস্ত্ৰ তৈয়াৰ কৰি চিকাৰ কৰিছিল, মাছ ধৰিছিল, খেতি কৰিছিল আৰু আত্মৰক্ষাৰ কাৰণেও ব্যৱহাৰ কৰিছিল।

এই শিল শিল্প বিভিন্ন দেৱ-দেৱীৰ লগতো জড়িত। দেখা যায়, বেছিভাগ দেৱ-দেৱীৰ মূৰ্তি শিলত কটা আৰু ইয়াতেই মানুহে স-শ্ৰদ্ধাৰে প্ৰণাম জনাই পূজা-অৰ্চনা কৰে। অসমৰ বিভিন্ন ঠাইত থকা থান, মন্দিৰ আদিত শিলৰ মূৰ্তি বিৰাজমান। এনেকুৱা মূৰ্তিক লৈয়ে জনসাধাৰণৰ মুখে মুখে বিভিন্ন জনশ্ৰুতি প্ৰচলিত হৈ আছে। দক্ষিণ কামৰূপ অঞ্চলৰ বেছিভাগ মূৰ্তিয়ে শিলত কটা আৰু আকৰ্ষণীয় জনশ্ৰুতিৰ লগত জড়িত।

ইয়াৰ উপৰিও অসমীয়া সমাজৰ প্ৰতিঘৰ পৰিয়ালৰ লগত শিল শিল্পৰ সম্পৰ্ক আছে। এগৰাকী সুগৃহিণীৰ প্ৰধান দখলৰ স্থান হৈছে পাগঘৰটো। পাগঘৰত শিল শিল্পৰ স্থান মন কৰিবলগীয়া। ইয়াক পাগঘৰত মছলা গুড়ি কৰিবৰ বাবে ব্যৱহাৰ কৰা হয়। অসমীয়া সমাজত ই পটা-পটাগুটি বা পাটকু নামেৰে পৰিচিত। পটাত পিহা মছলাইহে অসমীয়া খাদ্যৰ প্ৰকৃত সোৱাদ দিব পাৰে। অসমীয়া সমাজত যেতিয়া ন-কইনা বিয়াৰ পিচদিনা দৰাঘৰত আহে, তেতিয়া কইনাক দৰাঘৰত পটা, পাটকুৰে মছলা, দাইল আদি পিহিব দিয়া হয়। যদিহে কইনাজনীয়ে মিহিকৈ পিহিব পাৰে, তেতিয়া কইনাজনী কামত মিহি হ'ব আৰু যদি মিহি কৰিব নোৱাৰে, তেনেহ'লে কইনাজনী কামত ধেপধেপীয়া হ'ব বুলি বিশ্বাস কৰা হয়। গতিকে পটা আৰু পটাগুটিয়ে প্ৰথমদিনাই ন-ছোৱালীক পৰিয়ালৰ লগত চিনাকি হোৱাত সহায় কৰে। ইয়াৰ মাজেৰেই ন-কইনাৰ কামৰ প্ৰতি থকা নিষ্ঠা আৰু একাগ্ৰতাৰ পৰিচয় পোৱা যায়।

অসমৰ বিভিন্ন প্ৰান্তত শিলক কাপোৰ ধোৱা পটা হিচাপেও ব্যৱহাৰ কৰা হয়। শিলৰ পটাত কাপোৰ ধুলেহে কাপোৰৰ উজ্জ্বলতা বাঢ়ে বুলি বিশ্বাস কৰা হয়। অসমীয়া সমাজত উৎসৱ-পৰ্ব, সভা-বিবাহ আদিত কাপোৰ সিজাই ধোৱা নিয়ম আছে। কাপোৰ সিজোৱা কেৰাহী বা থালি বহাই দিবলৈ শিলৰ চৌওঁকা বনোৱা হয়। এই চৌওঁকা বনোৱা শিলকেইটাক উধান বুলি কোৱা হয়। এই উধান গৰুৰ খাদ্য সিজোৱা কামত, কোনো ঠাইত অস্থায়ীভাৱে ৰন্ধা-বঢ়া কৰা কামতো ব্যৱহাৰ কৰা হয়।

অসমীয়া সমাজত পখলীৰ ব্যৱহাৰো অন্যতম। এই পখলী শিল শিল্পৰ পৰা কাটি বনোৱা হয়। পখলীত ঢেঁকীৰ সহায়ত যি কোনো বস্তু গুড়ি কৰা হয়। বিশেষকৈ তিথি-পৰ্ব, বিহু আদিত ঢেঁকীৰ সহায়ত পখলীত চাউল, তিল গুড়ি কৰি বিভিন্ন আকাৰৰ পিঠা, লাড়ু আদি বনাই তিথি-পৰ্ববিলাক অধিক উৎসৱমুখৰ কৰি তোলা হয়। লগতে ই অসমীয়া সমাজৰ জীয়ৰী-বোৱাৰীসকলৰ শৰীৰ আৰু মনলৈ উৎসাহ আৰু অধিক ব্যস্ততা কঢ়িয়াই আনে।

এইবিলাকৰ উপৰিও সৰু ল'ৰা-ছোৱালীৰ ঔষধ পিহা কামতো শিল শিল্পৰ ব্যৱহাৰ অতি গুৰুত্বপূৰ্ণ। এই পটাখন দেখিবলৈ নাওৰ নিচিনা। সৰু ল'ৰা-ছোৱালীক বেছিভাগ ঔষধে পটাত পিহি খুওৱা হৈছিল যদিও ইয়াৰ ব্যৱহাৰ বৰ্তমানত কিছু পৰিমাণে কমি আহিছে। অসমীয়া গাঁৱলীয়া সমাজত এই শিল শিল্পক সান হিচাপেও ব্যৱহাৰ কৰা হয়। ইয়াৰ জৰিয়তে লোৰ সঁজুলিবিলাকত ধাৰ দি চোকা কৰা হয়, যাতে কাম কৰিবলৈ অধিক সুবিধা হয়।

অসমত গাঁৱে-ভূঞে এই শিলশিল্পক পদশিলা আৰু ভঁৰাল ঘৰৰ দাং হিচাপেও ব্যৱহাৰ কৰা হয়। অসমীয়া সমাজৰ বেছিভাগ পৰিয়ালেই পানীপচাত পদশিলা হিচাপে শিল শিল্পক ব্যৱহাৰ কৰি আহিছে।

শিল শিল্পই বিভিন্ন ক্ষেত্ৰত ভিন্ ভিন্ কাৰ্যভূমিকা গ্ৰহণ কৰাৰ উপৰিও ধুনীয়া ধুনীয়া ডালান ঘৰ আৰু দলং আদি সজোৱা কামতো গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে।

গতিকে অসমীয়া সংস্কৃতিৰ পথৰখনত শিল শিল্পই সুদূৰ অতীতৰপৰাই তাৎপৰ্যপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে। প্ৰতিগৰাকী অসমীয়া জীয়ৰী-বোৱাৰীৰ লগত শিল শিল্পৰ এক এৰিব নোৱাৰা সম্বন্ধ আছে। তেওঁলোকে দৈনন্দিন কাম-কাজৰ মাজেৰেই শিল শিল্পৰ লগত আন্তৰিকতা গঢ়ি তোলে যদিও বৰ্তমান বিজ্ঞানৰ অপূৰ্ব সৃষ্টিয়ে এই সম্বন্ধ কিছু পৰিমাণে হ'লেও শিথিল কৰি তুলিছে। অৱশ্যে প্ৰতিগৰাকী ভৱিষ্যৎ অসমীয়াই এনেকুৱা শিল্পকলাৰ লগত চিনাকি হোৱা বাঞ্ছনীয়। ইয়াৰ অবিহনে এনেকুৱা মূল্যৱান আৰু ব্যৱহাৰ উপযোগী শিল্পকলাৰ জনমানসৰপৰা লুপ্ত হৈ পৰিব। সেয়ে সকলো সংস্কৃতিপ্ৰেমীয়ে ইয়াৰ প্ৰতি সচেতন হোৱা উচিত। ■







# থলুৱা উদ্যোগত গোলকীয় অৰ্থনীতিৰ প্ৰভাৱ

**ধৰণীধৰ মালী**

**আৰম্ভণি ঃ**

ভাৰত চৰকাৰে ১৯৮০ৰ দশকৰপৰাই দেশৰ অৰ্থনীতিত উদাৰীকৰণ প্ৰক্ৰিয়া আৰম্ভ কৰে; কিন্তু সৰ্বাত্মক উদাৰীকৰণৰ প্ৰক্ৰিয়া আৰম্ভ হয় ১৯৯০ দশকৰ আৰম্ভণিৰপৰা। এই প্ৰক্ৰিয়া আৰম্ভ কৰাৰ গুৰিতে আছিল সেই সময়ত দেশৰ অৰ্থনীতিত দেখা দিয়া চৰম সংকট। এটা সময়ত অৰ্থনৈতিক সংকট এনে এটা পৰ্যায় পায়গৈ যে আমাৰ দেশে যেন বিদেশী ঋণ ঘূৰাই দিব নোৱাৰিব। অৰ্থাৎ বেলেন্স অব পেমেণ্ট (Balance of Payment)ৰ চৰম সংকট। এনে এটা পৰিস্থিতত ভাৰত চৰকাৰে দেশৰ অৰ্থনীতিৰ উদাৰীকৰণ, ব্যক্তিগতকৰণ আৰু গোলকীকৰণৰ বাবে নতুন অৰ্থনৈতিক নীতি গ্ৰহণ কৰে। ইয়াৰ প্ৰথম পদক্ষেপ হিচাপে ১৯৯১ চনৰ ২৪ জুলাইত গুৰু উদ্যোগৰ বাবে আৰু ৬ আগষ্টত লঘু, লঘুতৰ আৰু গ্ৰাম্য উদ্যোগৰ বাবে নতুন ঔদ্যোগিক নীতি ঘোষণা কৰে। গুৰু উদ্যোগৰ ক্ষেত্ৰত উদ্যোগ স্থাপনৰ বাবে লিখা অনুজ্ঞাপত্ৰ নাইকিয়া কৰা, বিদেশী পুঁজি বিনিয়োগৰ নীতি উদাৰ কৰা, লগতে ৰাজহুৱা খণ্ডৰ উদ্যোগক ব্যক্তিগত খণ্ডৰ বাবে মুকলি কৰা, বিদেশী প্ৰযুক্তিৰ বাবে চুক্তি কৰা আদি ব্যৱস্থা গ্ৰহণ কৰে। এম. আৰ. টি. পি. আইনৰ (Monopolices and Restrictive Trade Practices Act. সংক্ষেপে MRTP Act) সংশোধনৰ বাবেও প্ৰস্তাৱ লয়। উদ্যোগৰ ক্ষেত্ৰত চৰকাৰে 'সুৰক্ষা'ৰ পৰিৱৰ্তে 'প্ৰমোচন'ৰ (Promotion) নীতি গ্ৰহণ কৰে আৰু গ্ৰাম্য উদ্যোগক নিয়োগ সৃষ্টিৰ আহিলা হিচাপে গ্ৰহণ কৰে।

নতুন ঔদ্যোগিক নীতি গ্ৰহণ কৰাৰ উপৰি গোলকীয় অৰ্থনীতিৰ বাবে লোৱা আন কিছুমান পদক্ষেপৰ ভিতৰত আছে আমদানিৰ ওপৰত থকা সীমাবদ্ধতা ক্ৰমাগতভাৱে হ্ৰাস কৰা আৰু আমদানি কৰ হ্ৰাস কৰাৰ ব্যৱস্থা। গোলকীয় অৰ্থনীতি গ্ৰহণ কৰাৰ আগলৈ আমাৰ দেশৰ উদ্যোগ খণ্ড চৰকাৰৰ 'সুৰক্ষা ছত্ৰছায়াত' (Protective Umbrella) গঢ়ি উঠিছিল; কিন্তু নতুন ঔদ্যোগিক নীতিৰ ফলত উদ্যোগখণ্ডই পাই থকা সুৰক্ষা নাইকিয়া হ'ল; কিন্তু উদ্যোগখণ্ডই যাতে গোলকীয় অৰ্থনীতিৰ প্ৰত্যাহ্বানৰ সন্মুখীন হ'ব পাৰে তাৰ বাবে চৰকাৰে বিভিন্ন পদক্ষেপ লোৱাৰ প্ৰস্তাৱ লয়। বিশেষকৈ উদ্যোগৰ উৎপাদকতা বৃদ্ধি, ব্যয় সংকোচন আৰু উৎপাদিত সামগ্ৰীৰ মান উন্নত কৰাৰ ক্ষেত্ৰত।

**গোলকীয়কৰণৰ অৰ্থ ঃ** গোলকীকৰণ বা গোলকীয় অৰ্থনীতিৰ প্ৰভাৱ সম্পৰ্কে লিখিবলৈ যাওঁতে গোলকীকৰণৰ অৰ্থৰ বিষয়ে অলপ উল্লেখ কৰিলে ভাল হ'ব যেন লাগে। গোলকীকৰণৰ কোনো সৰ্বসন্মত আৰু গ্ৰহণযোগ্য অৰ্থ নাই। এই ক্ষেত্ৰত বিভিন্নজনৰ বিভিন্ন মত; কিন্তু সকলোৰে লক্ষ্য হ'ল বিকাশৰ হাৰ বৃদ্ধি কৰা। সম্পূৰ্ণ নিয়োগৰ সুবিধা সৃষ্টি কৰা আৰু জীৱন ধাৰণৰ মান উন্নত কৰা। সেইবাবে ইয়াত বিশ্ব বেংকৰ মতে গোলকীকৰণৰ অৰ্থ দিয়া হৈছে। বিশ্ব বেংকৰ মতে গোলকীকৰণৰ অৰ্থ— '(ক) সকলো আমদানিকৃত সামগ্ৰীৰ ওপৰত থকা নিয়ন্ত্ৰণ ক্ৰমাগতভাৱে হ্ৰাস কৰা। খাদ্যবস্তুৰ (Consumption goods) ওপৰতো নিয়ন্ত্ৰণ হ্ৰাস কৰা। (খ) আমদানি কৰ হ্ৰাস কৰা আৰু (গ) ৰাজহুৱা খণ্ডৰ উদ্যোগবোৰক ব্যক্তিগতকৰণ কৰা।

সকলো দেশে এনেকুৱা ব্যৱস্থা ল'লৈ মুকলি বিশ্ব বাণিজ্য সম্ভৱ।'

গোলকীকৰণৰ প্ৰভাৱ সুদূৰপ্ৰসাৰী। ইয়াৰ প্ৰভাৱ অৰ্থনীতি, ৰাজনীতি, সাংস্কৃতিক, ধাৰ্মিক আৰু মনস্তাত্বিক আদি সকলো দিশতে দেখা যায়। লগতে অকল দেশ



বা সমাজৰ ক্ষেত্ৰতহে যে প্ৰভাৱ পেলায় এনে নহয়; ব্যক্তি আৰু পৰিৱেশৰ ওপৰতো গোলকীকৰণে প্ৰভাৱ পেলায়।

গোলকীকৰণে দেশীয় অৰ্থনীতিক অধিক মুকলি কৰে আৰু বিশ্ব অৰ্থনীতিৰ লগত একত্ৰীকৰণ কৰাত সহায় কৰে। ইয়াৰ উপৰি ঘৰুৱা উদ্যোগক প্ৰতিযোগিতাৰ সন্মুখীন হ'ব পৰাকৈ প্ৰস্তুত কৰি তোলে।

**গোলকীকৰণৰ পদক্ষেপ ঃ** গোলকীয় অৰ্থনীতিৰ বাবে ভাৰত চৰকাৰে ক্ৰমাগতভাৱে পদক্ষেপ লৈছে আৰু দেশীয় অৰ্থনীতি অধিক মুকলি অৰ্থনীতিৰ পিনে গতি কৰিছে। চৰকাৰে বিদেশী পুঁজি বিনিয়োগৰ বাবে উদাৰ আৰু স্বচ্ছ নীতি গ্ৰহণ কৰিছে আৰু বিদেশী বিনিয়োগৰ বাবে বিভিন্ন ধৰণৰ কাম মুকলি কৰিছে। বীমাখণ্ডত ৫১ শতাংশ আৰু চাহ উদ্যোগত ১০০ শতাংশ, বিদেশী পুঁজি বিনিয়োগৰ বাবে মুকলি কৰিছে। উদ্যোগ স্থাপনৰ বাবে অনুজ্ঞাপত্ৰ এক প্ৰকাৰ নাইকিয়া কৰা হৈছে। এম. আৰ. টি. পি. আইনৰ সংশোধন হৈছে। বৰ্তমান এম. আৰ. টি. পি. উদ্যোগৰ সম্প্ৰসাৰণৰ বাবে উদ্যোগীয়ে চৰকাৰৰপৰা আগতীয়াকৈ কোনো অনুমোদন লোৱাৰ প্ৰয়োজন নাই। আমদানিৰ ক্ষেত্ৰত থকা বাধাৰ সীমা ক্ৰমাগতভাৱে নাইকিয়া কৰাৰ বাবে পদক্ষেপ লোৱা হৈছে। আমদানি কৰ (Custom Duty) হ্ৰাস কৰা হৈছে। বিত্তীয় খণ্ডৰ সংস্কাৰৰ বাবে ব্যৱস্থা লোৱা হৈছে।

গোলকীয় অৰ্থনীতিয়ে প্ৰতিখন দেশকে আন দেশৰ লগত বৰ্ধিত পৰিমাণে নিৰ্ভৰশীল কৰি তোলে। আৰু প্ৰতিখন দেশে বৰ্ধিত পৰিমাণে প্ৰতিযোগিতাৰ সন্মুখীন হ'বলগা হয়। গোলকীয় অৰ্থনীতিৰ ফলত ভাৰতীয় অৰ্থনীতিৰ বিকাশৰ হাৰ বৃদ্ধি হৈছে। ১৯৮১-৮২ চনত ভাৰতবৰ্ষৰ বছৰি বিকাশৰ হাৰ আছিল ৫.৫ শতাংশ। অৰ্থনৈতিক সংকটৰ ফলত ১৯৯১-৯২ চনত বছৰি বিকাশৰ হাৰ হ্ৰাস পায় আৰু ১.৪ শতাংশ হয়; কিন্তু ২০০৬-০৭ চনত বছৰি বিকাশৰ হাৰ ৯.৬ শতাংশলৈ বৃদ্ধি পায়। ভাৰতবৰ্ষৰ বিকাশৰ হাৰ বৃদ্ধিৰ ফলত বিশ্বত দেশৰ স্থিতি বহুখিনি উন্নত হয়; তথাপিও ভাৰতবৰ্ষৰ বিকাশৰ হাৰ চীন, দক্ষিণ কোৰিয়া আৰু ইন্দোনেছিয়াতকৈ এতিয়াও কম। বিশ্বব্যাপী হোৱা মন্দা অৱস্থাৰ ফলত ভাৰতবৰ্ষৰ অৰ্থনীতিতো প্ৰভাৱ পৰে আৰু বিকাশৰ হাৰ হ্ৰাস পায়। ভাৰতীয় অৰ্থনীতিত ২০০৩-০৪ আৰু ২০০৭-০৮ চনৰ ভিতৰত বিকাশৰ হাৰ গড়ে বছৰি ৮.৮ শতাংশ হৈছিল; কিন্তু মন্দা অৱস্থাৰ ফলত ২০০৭-০৮ চনত প্ৰকৃত বিকাশৰ হাৰ ৬.২ শতাংশলৈ হ্ৰাস পায়। আৰু ২০০৯-১০ চনত বিকাশৰ হাৰ ৭.২ শতাংশ হয়; কিন্তু ২০১০-১১ চনৰ বাজেটত বিত্ত মন্ত্ৰীয়ে বিকাশৰ হাৰ ৮.৭৫ শতাংশলৈ বৃদ্ধি পাব বুলি অনুমান কৰিছে।

**গোলকীয় অৰ্থনীতি আৰু উদ্যোগ ঃ** গোলকীয় অৰ্থনীতিৰ বাবে উদ্যোগ খণ্ডই কিছুমান প্ৰত্যাহ্বানৰ সন্মুখীন হৈছে আৰু কিছুমান সুযোগৰো সন্ধান পাইছে। এই প্ৰবন্ধটোত মই গুৰু উদ্যোগৰ প্ৰত্যাহ্বান আৰু সুযোগৰ বিষয়ে গৱেষণা কৰিব বিচৰা নাই। লঘু উদ্যোগে সন্মুখীন হোৱা প্ৰত্যাহ্বান আৰু সুযোগৰ বিষয়েহে আলোচনা কৰিবলৈ লোৱা হৈছে। আন এটা কথা। থলুৱা উদ্যোগৰ সীমা অকল দক্ষিণ কামৰূপৰ ক্ষেত্ৰতে ৰাখিব বিচৰা নাই। অসম তথা সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ উদ্যোগৰ কথাও ইয়াত কিছু পৰিমাণে সামৰি লোৱা হৈছে।

নিচিয়েট (NISIET-National Institute of Small Industry Extention Training) অৰ্থনৈতিক উদাৰীকৰণ নীতি গ্ৰহণ কৰাৰ প্ৰথম তিনি বছৰৰ সময়ছোৱাত লঘু উদ্যোগৰ ওপৰত হোৱা প্ৰভাৱৰ বিষয়ে অধ্যয়ন কৰিছিল। এই অধ্যয়নত অসমকে ধৰি সমগ্ৰ দেশৰ ১০ খন ৰাজ্য আৰু দুখন কেন্দ্ৰীয়শাসিত ৰাজ্য সামৰি লৈছিল। এই অধ্যয়নৰ মতে লঘু উদ্যোগে অৰ্থনৈতিক উদাৰীকৰণ নীতিৰ বাবে কোনো বিশেষ প্ৰত্যাহবানৰ সন্মুখীন হোৱা নাই। সচৰাচৰ চলাৰ নিচিনা ব্যৱস্থা চলি আছে; কিন্তু অৰ্থনৈতিক উদাৰীকৰণৰ আগৰপৰা পোৱা প্ৰত্যাহ্বানৰ কোনো পৰিৱৰ্তনো হোৱা নাই। লঘু উদ্যোগীসকলে পোৱা প্ৰত্যাহ্বানবোৰ হ'ল—

- সীমিত প্ৰযুক্তি সংগ্ৰহৰ সুযোগ আৰু সীমিত বজাৰ সম্পৰ্কে তথ্য।
- লগা পৰিমাণৰ বেংক আৰু বিত্তীয় অনুষ্ঠানৰ ঋণৰ অভাৱ।
- বেংক আৰু বিত্তীয় প্ৰতিষ্ঠানৰ ঋণ মঞ্জুৰী আৰু ঋণ আদায় দিয়াৰ ক্ষেত্ৰত লেহেন গতি।
- বিজুলী শক্তিৰ নাটনি।
- সহায় কৰিব পৰা প্ৰতিষ্ঠানসমূহৰ শেহতীয়া জ্ঞানৰ অভাৱ।



- শেহতীয়া তথ্য সম্পৰ্কে বেংকৰ অজ্ঞতা আৰু জনাৰ বাবে অনীহা।

৬০ শতাংশ পঞ্জীয়নকৃত লঘু উদ্যোগৰ অৰ্থনৈতিক উদাৰীকৰণৰ তিনি বছৰৰ সময়ছোৱাত বিকাশ বৃদ্ধি হৈছে। অৰ্থাৎ তেওঁলোকৰ বিনিয়োগ, প্ৰত্যক্ষ নিয়োগ, উৎপাদন, শক্তিৰ ব্যৱহাৰ আৰু উৎপাদন ক্ষমতাৰ ব্যৱহাৰ বৃদ্ধি পাইছে। ৬ শতাংশৰ ক্ষেত্ৰত বিকাশৰ গতি হ্ৰাস হৈছে। বাকী ৩৪ শতাংশ উদ্যোগীয়ে তেওঁলোকৰ ব্যৱসায় আগৰ দৰে চলাই ৰাখিব পাৰিছে।

লঘু উগ্যোগে অৰ্থনৈতিক উদাৰীকৰণৰ বাবে হোৱা প্ৰত্যাহ্বানসমূহৰ ভিতৰত প্ৰধান প্ৰত্যাহ্বান হ'ল প্ৰতিযোগিতা। গোলকীয় অৰ্থনীতিৰ ফলত বিদেশী বস্তু আমদানি কৰিব পৰা হৈছে। আগতে আমাৰ উদ্যোগীয়ে এনেকুৱা প্ৰত্যাহ্বানৰ সন্মুখীন হোৱা নাছিল। ভাৰতীয় অৰ্থনীতি আছিল এক বন্ধ অৰ্থনীতি (Closed economy)। ইয়াৰ উপৰি ঘৰুৱা উদ্যোগক সুৰক্ষা দিয়াৰ বাবে চৰকাৰে বিভিন্ন ধৰণৰ নিয়ন্ত্ৰণ আৰু সুৰক্ষাৰ ব্যৱস্থা কৰিছিল; কিন্তু গোলকীয় অৰ্থনীতিত সুৰক্ষা ব্যৱস্থা নিয়ন্ত্ৰণবোৰ প্ৰত্যাহ্বান কৰা হ'ল। ফলত আমাৰ উদ্যোগীসকলে প্ৰতিযোগিতাৰ সন্মুখীন হ'বলগা হ'ল। প্ৰতিযোগিতাৰ সন্মুখীন হ'বলৈ উৎপাদকতা বৃদ্ধি কৰা, ব্যয় সংকোচন কৰা আৰু মান বিশিষ্ট সামগ্ৰীৰ উৎপাদন কৰা তেওঁলোকৰ বাবে এক প্ৰকাৰ বাধ্যতামূলক হ'ল।

আমদানি কৰো ক্ৰমাগতভাৱে হ্ৰাস কৰা হ'ল। এই কৰ হ্ৰাস কৰাৰ ফলত, আমদানিকৃত বস্তু সহজলভ্য হৈ উঠিল। ফলত থলুৱা ঔদ্যোগীয়ে প্ৰতিযোগিতাৰ সন্মুখীন হ'বলগা হ'ল।

নিচিয়েটইৰ অধ্যয়ন মতে ৬১ শতাংশ উদ্যোগীয়ে অৰ্থনৈতিক উদাৰীকৰণক যোগাত্মক দৃষ্টিৰে গ্ৰহণ কৰিছে। আৰু কম-বেছি পৰিমাণে সকলো উদ্যোগীয়ে প্ৰতিযোগিতাৰ সন্মুখীন হ'বৰ বাবে সাজু আছে বুলি তেওঁলোকৰ মন্তব্য দাঙি ধৰিছে।

চি. আই. আই. এ. (Confederation of Indian Industry) কৰা এক সমীক্ষা মতে সকলো লঘু উদ্যোগীয়ে অৰ্থনৈতিক উদাৰীকৰণক আদৰণি জনাইছে। তেওঁলোকৰ বেছিভাগে ভাবে যে, উদ্যোগ স্থাপনৰ পদ্ধতি স্বচ্ছ হৈছে। ৭১ শতাংশ উদ্যোগীৰ মতে বৰ্ধিত প্ৰতিযোগিতাই তেওঁলোকক দক্ষ হোৱাৰ বাবে সহায় কৰিছে। মাত্ৰ ২৩ শতাংশই ভাবে যে, অৰ্থনৈতিক উদাৰীকৰণৰপৰা তেওঁলোক লাভৱান হোৱা নাই। ৫৯ শতাংশ উদ্যোগীয়ে নতুন উদ্যোগ আৰু নতুন ক্ষেত্ৰত উদ্যোগ আৰম্ভ কৰিবলৈ সক্ষম হৈছে। সমীক্ষাটোৰ মতে লঘু উদ্যোগীসকলে এক আশাবাদী স্থিতি গ্ৰহণ কৰিছে। চি. আই. আই, এ ১৯৯৫ চনৰ নৱেম্বৰ মাহৰ পৰা ১৯৯৬ চনৰ অক্টোবৰ মাহলৈ লঘু উদ্যোগীৰ সমীক্ষা কৰিছিল দেশৰ বিভিন্ন ৰাজ্যত।

আই. আই. অফ্. টি.য়ে (Indian Institute of Foregin Trade) বাণিজ্য উদাৰীকৰণৰ ওপৰত আন এটা অধ্যয়ন কৰিছিল। এই অধ্যয়নৰ মতে বাণিজ্য উদাৰীকৰণৰ ফলত আমদানি কৰ ১৯৯১ চনত ১৫০ শতাংশৰপৰা ১৯৯৮ চনত ৪০ শতাংশলৈ হ্ৰাস হৈছিল। ক্ৰমাগতভাৱে আমদানি কৰ হ্ৰাস কৰাৰ ফলত ভাৰতীয় উদ্যোগৰ ক্ষেত্ৰত থকা সুৰক্ষা গুৰুত্বপূৰ্ণভাৱে হ্ৰাস হৈছে। লঘু উদ্যোগৰ বাবে সংৰক্ষণ কৰা সামগ্ৰীৰ সংখ্যা হ্ৰাস কৰা হৈছে। গোলকীকৰণৰ ফলত আমদানি কৰিবলৈ বাধা আৰোপ কৰা সামগ্ৰীৰ সংখ্যা প্ৰায় নোহোৱা কৰা হৈছে। আৰু আমদানিৰ বাবে কোনো বাধা নোহোৱা হৈছে। এইবোৰ লঘু উদ্যোগৰ বাবে প্ৰত্যাহ্বান। গোলকীয় অৰ্থনীতিয়ে একমাত্ৰ প্ৰত্যাহ্বান আনিছে এনে নহয়। উদ্যোগীৰ বাবে বহু নতুন নতুন সুযোগো ওলাইছে আৰু নতুন সুযোগ গ্ৰহণ কৰি বহু উদ্যোগীয়ে উদ্যোগ স্থাপন কৰিছে বা ব্যৱসায়-বাণিজ্য আৰম্ভ কৰিছে। বিভিন্ন ধৰণৰ সুযোগ দেশৰ সকলো ৰাজ্যতে ওলাইছে। অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ ৰাজ্যসমূহতো সুযোগ ওলাইছে। এই সুযোগবোৰৰ ভিতৰত আছে—

- **উচ্চ মানৰ প্ৰযুক্তিৰ সুযোগ আৰু প্ৰযুক্তি ব্যৱহাৰৰ সুযোগ** ঃ বিশ্ব মানৰ সামগ্ৰী তৈয়াৰ কৰাৰ বাবে উচ্চ মানৰ প্ৰযুক্তিৰ প্ৰয়োজন। দেশৰ ভিতৰতে প্ৰযুক্তি ক্ৰয় কৰাৰ সুবিধা নাথাকিলে বৰ্তমান বিদেশী প্ৰযুক্তিও আমদানি কৰিব পাৰি। তাৰ বাবে লগা বৈদেশীক মুদ্ৰা পোৱাত বৰ্তমান বিশেষ অসুবিধা নাই।
- **বিভিন্ন ধৰণৰ কেঁচামাল** বা উদ্যোগত ব্যৱহাৰৰ বাবে লগা অংশ (Part) বা আন বস্তু আমদানি





কৰাৰ সুবিধা আছে। অসমৰ প্লাইউড উদ্যোগৰ বাবে ম্যানমাৰৰ পৰা কাঠ আমদানি কৰিব পৰাৰ সম্ভাৱনা দেখা গৈছে। এই সুযোগ গ্ৰহণ কৰিব পাৰিলে অসমৰ প্লাইউড উদ্যোগ আকৌ জী উঠিব।

- উৎপাদিত সামগ্ৰীৰ মান উন্নত কৰাৰ বাবে প্ৰেৰণা পাইছে বহু উদ্যোগীয়ে। কাৰণ উন্নতমানৰ সামগ্ৰী উৎপাদন কৰিব নোৱাৰিলে ঘৰুৱা গ্ৰাহকে বিদেশী বস্তু ক্ৰয় কৰাত বাধা নাই।
- গোলকীয় অৰ্থনীতিয়ে দক্ষতা বৃদ্ধিৰ বাবে থলুৱা উদ্যোগীক প্ৰেৰণা যোগাইছে। বৰ্তমান অৱস্থাত দক্ষতা বৃদ্ধিৰ বিকল্প নাই। হয় উৎপাদকতা বৃদ্ধি কৰা, নহয় উদ্যোগ বন্ধ কৰা হ'ল আজিৰ মন্ত্ৰ।
- উদ্যোগীয়ে বিভিন্ন ধৰণৰ সামগ্ৰী উৎপাদনৰ বাবেও সুযোগ দেখিছে।
- অকল ঘৰুৱা বজাৰত বস্তু বিক্ৰীৰ সুযোগে নহয়; বিদেশৰ বজাৰতো বস্তু বিক্ৰী কৰাৰ সুযোগ ওলাইছে। বহু উদ্যোগীয়ে ইতিমধ্যে বাংলাদেশ, ম্যানমাৰ, ভূটান আদি দেশৰ লগত ব্যৱসায়ৰ সম্পৰ্ক গঢ়ি তুলিছে। বিজয়নগৰৰ ওচৰৰ হাৱোপাৰাৰ নৰমোহন দাসে এৰী কাপোৰ বিদেশলৈ, বিশেষকৈ জাৰ্মানী, ফ্ৰান্স আৰু জাপানলৈ ৰপ্তানি কৰিব পাৰিছে। গুৱাহাটীৰ শান্তনা শৰ্মাই দক্ষিণ কোৰিয়াত গামোচা বিক্ৰী কৰাৰ সুযোগ পাইছে ইত্যাদি।
- বহু উদ্যোগীয়ে ভাৰতবৰ্ষৰ বিভিন্ন ৰাজ্যত উদ্যোগ, ব্যৱসায়-বাণিজ্য দেখাৰ সুযোগ পাইছে আৰু বহুতে বিদেশলৈ গৈয়ো উদ্যোগ, বাণিজ্য আদি চাব পাৰিছে। আগতে এই সুযোগ অতি মুষ্টিমেয় উদ্যোগীয়ে লাভ কৰিব পাৰিছিল।
- আন বহু উদ্যোগীয়ে বিদেশলৈ এবাৰ গৈয়ে ক্ষান্ত থকা নাই। তেওঁলোকে দুই বা তিনিবাৰ বা বহুবাৰ বিদেশৰ বাণিজ্য মেলাত নিজৰ বস্তু প্ৰদৰ্শন কৰিব পাৰিছে আৰু বিদেশলৈ নিজৰ সামগ্ৰী ৰপ্তানি কৰাৰ বাবে অত্ম বিশ্বাস বাঢ়িছে।
- কৃষি, ব্যৱসায়-বাণিজ্য, উদ্যোগ আদি সকলো ক্ষেত্ৰতে সুযোগৰ অন্ত নাই আৰু এই সুযোগ দেখাৰ বা জনাটো সম্ভৱ হৈছে গোলকীয় অৰ্থনীতিৰ ফলত।
- উদ্যোগ, ব্যৱসায়-বাণিজ্য আদি সম্প্ৰসাৰণ হৈছে। অসমত নবীন উদ্যোগীয়ে উদ্যোগ স্থাপনৰ বাবে আগবাঢ়ি আহিছে আৰু প্ৰবীণ উদ্যোগীয়েও তেওঁৰ উদ্যোগৰ সম্প্ৰসাৰণ কৰা আৰু সামগ্ৰীৰ সংখ্যা বৃদ্ধি কৰাৰ মানসিকতা লাভ কৰিছে।

কামৰূপৰ 'জিলা উদ্যোগ আৰু বাণিজ্য কেন্দ্ৰ'ৰ তথ্য মতে জিলাখনত ২০০৬ চনত এপ্ৰিল মাহৰপৰা ডিচেম্বৰ মাহলৈ ২৩০ টা উদ্যোগ স্থাপন হৈছে। সেই বছৰৰে জানুৱাৰী মাহৰপৰা মাৰ্চ মাহলৈ অনুমান কৰা হৈছে আৰু ৭৭ টা উদ্যোগ গোট স্থাপন হৈছে। অৰ্থাৎ মুঠ ৩০৭ টা উদ্যোগ গোট স্থাপন হৈছে। ২০০৭ চনৰ জানুৱাৰী মাহৰপৰা মাৰ্চ মাহলৈ ২০৮ টা উদ্যোগ গোট স্থাপন হৈছে। সেই হিচাপে অনুমান কৰিলে বছৰটোত ৮০০ তকৈ বেছি উদ্যোগ গোট স্থাপন হৈছে। এই সময়ছোৱাৰ ভিতৰত দক্ষিণ কামৰূপত স্থাপন হোৱা উদ্যোগ গোটৰ সংখ্যা হ'ব ১৫০টা মাত্ৰ। এই উদ্যোগ গোটবোৰৰ প্ৰায় সকলো উদ্যোগ গোটে অতি ক্ষুদ্ৰ উদ্যোগ (Micro enterprise) গোট। এই উদ্যোগ গোটবোৰ পঞ্জীয়নকৃত উদ্যোগ। কেন্দ্ৰীয় চৰকাৰৰ তথ্য মতে পঞ্জীয়নকৃত উদ্যোগ গোটৰ সংখ্যা মাত্ৰ ৬ শতাংশ। ৯৪ শতাংশ উদ্যোগ গোটে পঞ্জীয়ন নকৰে। এই পিনৰপৰা চাবলৈ গ'লে দক্ষিণ কামৰূপত পঞ্জীয়ন কৰা আৰু পঞ্জীয়ন নকৰা উদ্যোগ গোটৰ সংখ্যা ২০০৬ আৰু ২০০৭ চনত ৫ হেজাৰমান হ'ব। ইয়াৰ লগত কৃষিভিত্তিক উদ্যোগ আৰু কৃষিৰ আনুষংগিক উদ্যোগ যোগ কৰিলে মুঠ উদ্যোগৰ সংখ্যা প্ৰায় ৭ হেজাৰমান হ'ব পাৰে। এই উদ্যোগ গোটবোৰে বিভিন্ন কাম কৰি আছে। যেনে— ধান বনা মিল, ইটা ভেটা, কাঠৰ তাঁতশাল উৎপাদন, ৰেডিমেড গাৰ্মেন্টি, ষ্টীল ফাৰ্ণিচাৰ, ৰিক্সা উৎপাদন, কাঠৰ ফাৰ্ণিচাৰ, বস্ত্ৰ উদ্যোগ, পাটৰ কাপোৰ উৎপাদন, বিউটি পাৰ্লাৰ, চাইকেল মেৰামতি, গহনা তৈয়াৰী, ঘড়ী মেৰামতি ইত্যাদি। এই উদ্যোগবোৰে গোলকীয় অৰ্থনীতিৰ প্ৰভাৱৰ কথা বৰ কমেহে গম লয়। কাৰণ এই উদ্যোগবোৰে স্থানীয় বজাৰৰ চাহিদা পূৰণ কৰে। এই উদ্যোগবোৰৰ কোনোটোৱে ৰপ্তানিৰ



লগত জড়িত নাই। ইয়াৰ উপৰি প্ৰতিযোগিতাৰ পৰাও এই উদ্যোগবোৰ মুক্ত বুলি ক'ব লাগিব; কিন্তু বেছিভাগ উদ্যোগীয়ে আজি উৎপাদকতা বৃদ্ধি কৰা, বস্তুৰ মান উন্নত কৰা আৰু ব্যয় সংকোচন কৰাৰ কথা বুজি পায়। এনেকুৱা কৰি যে লাভৱান হ'ব পাৰি তেওঁলোকে। ইয়াৰ কাৰণ এক উদাৰীকৰণ অৰ্থনীতি।

**সামৰণি ঃ** গোলকীয় অৰ্থনীতিৰ প্ৰভাৱ আমাৰ উদ্যোগৰ ওপৰত পৰিছে আৰু পৰিবই। আমাৰ থলুৱা উদ্যোগো গোলকীয় অৰ্থনীতিৰ প্ৰভাৱৰ বাহিৰত নহয়, হ'ব নোৱাৰে। লঘু উদ্যোগে প্ৰতিযোগিতাৰ সন্মুখীন হৈছে সঁচা; কিন্তু এই প্ৰতিযোগিতা সত্ত্বেও দেশত লঘু উদ্যোগৰ সংখ্যা বৃদ্ধি পাইছে। উত্তৰ-পূৰ্বাঞ্চলত লঘু উদ্যোগৰ সংখ্যা বৃদ্ধি পাইছে। আৰু অসমতো লঘু উদ্যোগৰ সংখ্যা বৃদ্ধি পাইছে। সমগ্ৰ ভাৰতবৰ্ষত লঘু উদ্যোগ খণ্ডই দেশৰ মুঠ ঘৰুৱা উৎপাদনত (Gross domestic Product) ৮ শতাংশ অৰিহণা যোগাব পাৰিছে। এই উদ্যোগ খণ্ডই মেনুফেকচাৰিং উদ্যোগৰ ৪৫ শতাংশ উৎপাদন কৰিছে আৰু ৪০ শতাংশ ৰপ্তানি কৰিছে। শেহতীয়া লঘু উদ্যোগৰ জৰীপ মতে সমগ্ৰ দেশতে ২৬০ লাখ লঘু উদ্যোগ গোট স্থাপন হৈছে। এই উদ্যোগ গোটসমূহত ৬০০ লাখ লোকে নিয়োগৰ সুবিধা লাভ কৰিব পাৰিছে। উত্তৰ-পূৰ্বাংঞ্চলৰ ৰাজ্যসমূহত ৯ লাখ লঘু উদ্যোগ স্থাপন হৈছে আৰু এই উদ্যোগবোৰত ১৮ লাখ লঘু উদ্যোগৰ ৪০ শতাংশতকৈ অধিক লঘু উদ্যোগ স্থাপন হৈছে অসমত। দক্ষিণ কামৰূপতো উদ্যোগ স্থাপন হৈছে; কিন্তু প্ৰায় সকলো উদ্যোগ অতি ক্ষুদ্ৰ উদ্যোগ। সকলো উদ্যোগে গোলকীয় অৰ্থনীতিৰ প্ৰত্যাহ্বানৰ সন্মুখীন হৈছে; কিন্তু লগতে নতুন নতুন দিশত উদ্যোগ স্থাপনৰ সুযোগ ওলাইছে আৰু বিশ্ব মানৰ সামগ্ৰী উৎপাদন কৰি প্ৰতিযোগিতাৰ সন্মুখীন হ'বৰ বাবে উদ্যোগীসকল সাজু আছে। এই পিনৰপৰা চাবলৈ গ'লে গোলকীয় অৰ্থনীতিৰ প্ৰভাৱ আমাৰ অৰ্থনীতি আৰু উদ্যোগৰ যোগাত্মক বুলি ক'ব পাৰি। ■


<u>সহায় লোৱা হৈছে ঃ</u>

1. NISIET : Impact of Liberalisation on Small Inddustry, 1998.
2. CII : Tenth Business Outlook Suvey on Small Industry, 1996.
3. S. Sharma : Trends in Globalisation in Indian Economy, Southern Economist, Feb., 2009.
4. IIFT : Study on Ipmact of Trade Liberalisation on SSI in India, March 1999.
5. S. P. Jalan :Economic Liberalisation– Current Scenario and Future Agenda.
6. Prime Minister's Task Force Report on Micro, Small and Medium Enterprise, Jan., 2010.
7. Kurukshetra, April, 2010.


*টোকা ঃ* *লঘু উদ্যোগৰ ভিতৰত অতি ক্ষুদ্ৰ উদ্যোগকো ধৰা হৈছে। মেনুফেক্সাৰিং অতি ক্ষুদ্ৰ উদ্যোগৰ বিনিয়োগৰ উচ্চতম পৰিমাণ ২৫ লাখ টকা আৰু লঘু উদ্যোগৰ ৫ কোটি টকা।*







# ঔপনিৱেশিক যুগৰ এখন ইচ্ছাপত্ৰ আৰু দক্ষিণ কামৰূপৰ ইতিহাসৰ সমল হিচাপে ইয়াৰ গুৰুত্ব


ড° গজেন্দ্ৰ অধিকাৰী


১.১ ১৮২৬ খ্ৰীঃৰপৰা ১৯৪৭ খ্ৰীঃলৈ এই সময়ছোৱাক অসমৰ ঔপনিৱেশিক যুগ বুলি কোৱা হয়। এই সময়ছোৱাত বৃটিছসকলে অসমত শাসন-শোষণ বৰ্তাই ৰাখিছিল। এই স্বাৰ্থতে সেই সময়ৰ সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক কাঠামো গঢ়ি তোলা হৈছিল। এনে ঔপনিৱেশিক গাঁথনিটো বৰ্তাই ৰখাত এটা মধ্যভোগী শ্ৰেণীয়ে সহায় কৰিছিল। এই শ্ৰেণীটো ইংৰাজ চৰকাৰৰ দেশীয় বিষয়া-কৰ্মচাৰীসকলৰ উপৰিও চৌধুৰী, ঠাকুৰীয়া বৰুৱা, বৰকায়স্থ, পাটোৱাৰী আদি আহোম ৰাজত্বকালীন (১৬৮২-১৮২৬) বিষয়ববীয়াসকলৰ উত্তৰাধিকাৰীসকল, বিভিন্ন সত্ৰৰ সত্ৰাধিকাৰসকল, বিভিন্ন মঠ-মন্দিৰৰ লগত জড়িত বৰদেউৰীসকলৰ প্ৰতিনিধি দলৈসকল, আহোম শাসকসকলৰদ্বাৰা প্ৰদত্ত ব্ৰহ্মোত্তৰ আৰু ধৰ্মোত্তৰ ভূমিবৃত্তিৰ গৰাকীসকলক লৈ গঠিত হৈছিল। পিচলৈ অধিক ধন দি একাধিক মৌজা ডাকি লোৱা মৌজাদাৰসকলো এই শ্ৰেণীৰ অন্তৰ্ভুক্ত হৈছিল।

১.২ ইংৰাজসকলে ১৮২৬ চনত অসম অধিকাৰ কৰি উঠিয়েই পূৰ্বৰ শাসকসকলে প্ৰদান কৰা ধৰ্মোত্তৰ, ব্ৰহ্মোত্তৰ বা দেবোত্তৰ নিষ্কৰ ভূমিসমূহৰ ওপৰত চৰকাৰৰ অধিকাৰ ঘোষণা কৰি নিৰ্দিষ্ট পৰিমাণৰ খাজনা আদায় দিবলৈ সকলোকে নিৰ্দেশ দিলে। শতিকাজুৰি বিনা খাজনাই ভোগ দখল কৰি অহা এনে মাটিৰ গৰাকীসকলে নতুন চৰকাৰৰ এই নীতিৰ প্ৰতিবাদ কৰাত শিয়াল চকুৱা ডেভিদ স্কটে এটা লাখেৰাজ তদন্তৰ ঘোষণা কৰিলে। এই তদন্তৰ মুখ্য উদ্দেশ্য আছিল পূৰ্বৰ শাসকসকলে প্ৰদান কৰা নিষ্কৰ ভূমিবৃত্তিৰ প্ৰমাণস্বৰূপে তাম্ৰফলিসমূহ চৰকাৰী কোষাগাৰত জমা কৰি সেইবোৰৰ সত্যাসত্য নিৰ্ণয় কৰা। এনে তদন্তত যিবোৰ ভূমিবৃত্তি দেবোত্তৰ অৰ্থাৎ কোনো মন্দিৰ বা সত্ৰ আদিৰ বিগ্ৰহৰ নিত্য-নৈমিত্তিক পূজা-সেৱাৰ অৰ্থে বিগ্ৰহৰ নামতে থকা বুলি প্ৰমাণ হ'লে, তেনে ভূমিবৃত্তিসমূহক লাখেৰাজ অৰ্থাৎ নিষ্কৰ ভূমি শ্ৰেণীভূক্ত কৰি পূৰ্বৰ গৰাকীক শোধাই দিয়া হ'ল। আনহাতে ব্ৰহ্মোত্তৰ আৰু ধৰ্মোত্তৰ অৰ্থাৎ যিবোৰ ভূমিবৃত্তিক কোনো ব্ৰাহ্মণ, ধাৰ্মিক লোক আৰু সত্ৰ আদিৰ নামত দিয়া হৈছিল, তেনেবোৰ ভূমিবৃত্তিক নিস্পখেৰাজ অৰ্থাৎ আধা খাজনা দিয়াৰ শ্ৰেণীভুক্ত কৰা হয় আৰু প্ৰস্তাৱিত তদন্ত শেষ নোহোৱালৈকে এই মাটিৰ উত্তৰাধিকাৰীসকলে আধা খাজনা দিবলৈ বাধ্য থাকিব। ডেভিদ স্কটৰ প্ৰস্তাৱিত এই তদন্ত অৱশ্যে কেতিয়াও সম্পূৰ্ণ হৈ নুঠিল আৰু ১৯৬১ চন পৰ্যন্ত লাখেৰাজ আৰু নিস্পিখেৰাজ ভূমিবৃত্তি বৰ্তি থাকিল।

২.১ ১৬৪৬ শকৰ ২৪ জেঠ তাৰিখে (১৭২৪ খ্ৰীঃৰ ৭ মে') স্বৰ্গদেৱ শিৱসিংহৰ প্ৰতিনিধি অনুজ দুৱৰা বৰফুকনে তদানীন্তন ছমৰীয়া পৰগণাৰ গৰৈমাৰী সত্ৰৰ শ্ৰীৰামদেৱ মেধিক 'শ্ৰৱণ-কীৰ্তনাদি ভাগৱত ধৰ্ম প্ৰৱৰ্তাই পুত্ৰ-পৌত্ৰাদি সন্ততিক্ৰমে পৰম সুখে' ভোগ দখল কৰিবৰ বাবে ৪৪০ পুৰা মাটি ধৰ্মোত্তৰ হিচাপে দান কৰে। ১৯৭০ চনত কামৰূপ



উপায়ুক্তৰ কাৰ্যালয়ৰপৰা আনি ৰাজ্যিক সংগ্ৰহালয়ত ৰখা এই সম্পৰ্কীয় তামৰ ফলিখন পূৰ্বৰ 'ধৰ্মোত্তৰ পত্ৰিকা যি আছিল সি গৃহদাহত দগ্ধ ভৈলা, কাৰণে 'জীৰ্ণোদ্ধাৰ পূৰ্বক প্ৰমাণ পট্ট' দিয়া হৈছিল। ফলিখনৰ পাতনিৰ সংস্কৃত অংশত ব্ৰহ্মপুত্ৰৰ দক্ষিণে ৰাজত্ব কৰা সকলাচলপাল' (সকল+আচল+পাল অৰ্থাৎ পৰ্বতৰ শাসকসকল)ক সম্বোধন কৰা হৈছে। 'কামৰূপ দেশ'ত প্ৰাপ্ত আহোমৰ ৰাজত্বকালীন কোনো ফলিতে পৰ্বতীয়া স্থানীয় শাসকসকলক এনেদৰে সম্বোধন কৰা দেখা নাযায়। উক্ত ধৰ্মোত্তৰ ভূমিবৃত্তি সকলো ধৰণৰ ৰাজকীয় কৰ-কাটলৰপৰা মুক্ত বুলি ঘোষণা কৰা হৈছিল।

গৰৈমাৰী সত্ৰৰ ধৰ্মোত্তৰ ভূমিবৃত্তিৰ গ্ৰহীতা এইগৰাকী ৰামদেৱ মেধিনো কোন— এই সম্পৰ্কে আমাৰ এই আলোচনাৰ আগলৈকে পণ্ডিতসকলে থিৰাং কৰিব পৰা নাছিল।

২.২ উপেন লেখাৰু সম্পাদিত 'কথাগুৰু চৰিত' গ্ৰন্থত গৰৈমাৰী সত্ৰৰ বিষয়ে উল্লেখ আছে এনেদৰে— 'আৰু হৰিচৰণ ঠাকুৰ (শ্ৰীমন্ত শংকৰদেৱৰ পুত্ৰ) দক্ষিণলৈ ভূষণ গুৰু ঠাইলৈ গ'ল, গৰৈমাৰীও বোলে, তাতে ৰ'লগৈ। তাতে সৰু গুৰুৱে (ভূষণ গুৰুৰ পুত্ৰ) নি তিনিখন নাও ভৰাই দিলে— ধান, চাউল, কোৰ, কপাহ, মাহ, সৰিহ (সৰিয়হ), কচু, কোমোৰা, আদা এয়েৰে। বৰ আদৰ-সাদৰ কৰিলে। ঠাকুৰদেউ সন্তোষ আছিল। আহিবৰ দিনা নাৱতে বহি বোলে জানিছা ঠাকুৰ, শ্ৰীশংকৰদেৱৰ শৰণে আমাৰ শৰণে বৰ বিলক্ষণ। তেহে ঠাকুৰদেউ বোলে ই বামুণি পুতেকে ক'ৰ সুলক্ষণ শৰণ পালে? গুৰু ধৰ্ম নিন্দকৰ দ্ৰব্যত কি কাম এই বুলি নাও বাৰত পাও দি বুৰাই উবুৰিয়াই পেলাই ধুই গুছি আহিল। বৰপেটাত সোমাই গুৰুজনত (শ্ৰীমন্ত মাধৱদেৱ) ক'লেহি সেৱাকৈ। গুৰুজনে পৰম সন্তোষ হৈ বোলে মোৰ শ্ৰীশংকৰদেৱৰ পুত্ৰহে হোৱা...। ভকতসকলে পূজো ফুলে জলে তুষ্ট হয় তাতে খাই। অভকতে যদি নানা দ্ৰব্য দেয়, তাতে মোৰ স্পৃহা নাই।' (পৃষ্ঠা-৫০২-৫০৩)। আকৌ ৰামৰায় কৃত গুৰুলীলাত কোৱা হৈছে— 'দামোদৰ পূৰ্বদিশে বংশীক স্থাপিলা/শ্ৰৱণ-কীৰ্তন ধৰ্ম তথা প্ৰৱৰ্তালা/ভগৱান দেৱ বোলে লোক নিৰন্তৰ/দক্ষিণত স্থাপি লোল সন্ত ভূষণক/পশ্চিমত থৈব পাচে বলয়ে দেৱক। কত দিন মধ্যে থাকি দেৱ দামোদৰ। শ্ৰৱণ-কীৰ্তন ধৰ্ম বঢ়াইলা বিস্তৰ (পদ-২৭২-২৭৩)। একেখন পুথিৰে আন এঠাইত কোৱা হৈছে—

*'আৰু এক কথা কহো শুনিয়ে বচন/চাৰিদিশে চাৰিজন কৈলো নিয়োজন।*
*যাৰ নাম ভগৱান পৰম মহন্ত।... উত্তৰ দিশত তাঙ্ক কৈলে নিয়োজন।/দক্ষিণক কৈলো সন্তয়ে ভূষণ।। (পদ-৭৯৬-৭৯৭)*

ড° মহেশ্বৰ নেওগ সম্পাদিত 'পবিত্ৰ অসম'ৰ বৰ্ণনামতে (পৃ.-২৭৫) গৰৈমাৰী সত্ৰ দামোদৰ ভক্ত সন্ত ভূষণ গুৰুৱে প্ৰতিষ্ঠা কৰে। গুমী পৰ্বতৰ দাঁতিত ছমৰীয়াৰ ওচৰত থকা সত্ৰখনক পলাশগুৰি সত্ৰ নামেও জনা হৈছিল। ওপৰৰ আটাইকেইটা বৰ্ণনাৰপৰা এই কথা স্পষ্ট হয় যে, ষষ্ঠদশ শতিকাৰ শেষৰফালে (১৫৮০ খ্ৰীঃত বৰবিষ্ণু আতাই ছমৰীয়া সত্ৰ প্ৰতিষ্ঠা কৰাৰ সময়ত) দামোদৰদেৱৰ আজ্ঞা অনুসৰি সন্ত ভূষণ নামৰ ব্ৰাহ্মণ এজনে গৰৈমাৰী সত্ৰ প্ৰতিষ্ঠা কৰে। তাৰেপৰা প্ৰায় ডেৰশ বছৰৰ পিচত উক্ত সত্ৰৰে ৰামদেৱ মেধিক আলোচ্য ধৰ্মোত্তৰ ভূমি সম্পত্তি প্ৰদান কৰা হৈছিল। এতিয়া প্ৰশ্ন হ'ল— এই ৰামদেৱ মেধিৰ লগত সন্ত ভূষণৰ সম্পৰ্ক কি? গৰৈমাৰী সত্ৰৰ হকে এনে ধৰ্মোত্তৰ দান গ্ৰহণ কৰিবলৈ ৰামদেৱ মেধিৰ কি অধিকাৰ আছিল? সত্ৰখনৰ প্ৰতিষ্ঠাতা ব্ৰাহ্মণ সন্ত ভূষণৰ উত্তৰাধিকাৰী ৰামদেৱ মেধি কেনেকৈ হ'ল?

২.৩ গৰৈমাৰী বা পলাশগুৰি সত্ৰৰ ইতিহাস বিচাৰিলে পোৱা যায় যে, সন্তদেৱ ওৰফে সন্ত ভূষণে পুত্ৰ গোবিন্দদেৱ ওৰফে চতুৰ্ভুজৰ হাতত সত্ৰৰ ভাৰ অৰ্পণ কৰি চকু মুদে। চতুৰ্ভুজৰ বৰপুত্ৰ কৃষ্ণদেৱে পূৰ্বলৈ উজাই আহি নহিৰা গাঁৱত সত্ৰ স্থাপন কৰি





গাৰো, মিকিৰ, কছাৰী আদি জনজাতীয় লোকসকলক শৰণ দিবলৈ ধৰে। সম্ভৱতঃ কৃষ্ণদেৱ নিঃসন্তান আছিল। দ্বিতীয় পুত্ৰ হৰিদেৱে অবিবাহিত অৱস্থাতে সন্ন্যাস গ্ৰহণ কৰে আৰু শুনা যায় বৰ্তমানৰ গুৱাহাটীৰ অন্তৰ্গত বেলতলা সত্ৰত (ৰুক্মিণীগাঁও) শেষ নিশ্বাস ত্যাগ কৰে। সেয়ে তৃতীয় পুত্ৰ ৰামদেৱে পৈত্ৰিক সত্ৰখনৰ দায়িত্ব কান্ধ পাতি ল'বলগাত পৰে। এইজনা ৰামদেৱৰ চেষ্টাতে সন্ত ভূষণ গুৰুৰ মহিমা, নাম-যশ সমগ্ৰ কামৰূপ, গোৱালপাৰা, দৰং আৰু নগাঁৱৰ কিছু অংশত প্ৰচাৰ হয়। ৰামদেৱৰ দুই পুত্ৰ মুহিধৰ আৰু উমাপতি। দুয়োপুত্ৰ সুখে-সন্তোষে আছিল যদিও মুহিধৰৰ পুত্ৰ হৃদয়ানন্দই তেওঁৰ পুত্ৰ ধৰ্মদেৱক লগত লৈ পিতৃভিঠা ত্যাগ কৰি ৰামপুৰৰ ওচৰৰ খিদিৰপুখুৰীলৈ আহি তাতেই নকৈ সত্ৰ পাতি বসবাস কৰিবলৈ ল'লে। উমাপতিৰ চাৰিপুত্ৰৰ ভিতৰত তিনিপুত্ৰৰ বংশধৰ নাথাকিল। চতুৰ্থ পুত্ৰ ৰাধাকান্তই ১৭১৫ খ্ৰীঃত স্বৰ্গদেউ শিৱসিংহৰপৰা ধৰ্মোত্তৰ, ব্ৰহ্মোত্তৰ আৰু দেবোত্তৰ ভূমিবৃত্তি লাভ কৰে বুলি কোৱা হয়। এনে দানসমূহৰ এখন ফলিয়েই সম্ভৱতঃ গৃহদাহত নষ্ট হোৱা কাৰণে ১৬৪৬ শকৰ ২৪ জেঠত নতুনকৈ জীৰ্ণোদ্ধাৰ পত্ৰ দিয়া হৈছিল। আমৰাংগা সত্ৰৰ ৰত্নকান্ত গোস্বামীয়ে অনুমান কৰে যে, এইগৰাকী ৰাধাকান্তয়েই গৰৈমাৰী সত্ৰৰপৰা আমৰাংগালৈ উঠি আহে। ৰাধাকান্তৰ পুত্ৰৰ নাম দেৱকান্ত আৰু দেৱকান্তৰ পুতেক গৌৰীকান্ত। এইগৰাকী গৌৰীকান্তৰ পুত্ৰ বিষ্ণুকান্ত দেৱগোস্বামী অধিকাৰীয়ে গুৱাহাটীৰ উপ-পঞ্জীয়কৰ কাৰ্যালয়ত ১৯১৩ খ্ৰীঃৰ ১৬ মে' তাৰিখে পঞ্জীয়ন কৰা ইচ্ছাপত্ৰ এখন পোৱা গৈছে। এইখন ইচ্ছাপত্ৰত অন্যান্য সা-সম্পত্তিৰ লগতে গৰৈমাৰী সত্ৰৰ নিষ্পিখেৰাজ মাটি পূৰ্বতে উনুকিয়াই অহা ৰামদেৱ মেধিৰ ধৰ্মোত্তৰ সম্পত্তিৰ অংশ হয়নে সেই কথা স্পষ্টকৈ উল্লেখ নাই। কিন্তু সৌভাগ্যক্ৰমে ১.২ দফাত উনুকিওৱা লাখেৰাজ তদন্তৰ অধীনত গৰৈমাৰী সত্ৰৰ লাখেৰাজ সম্পৰ্কীয় নথিৰ সত্য প্ৰত্যায়িত নকল এটা দক্ষিণ কামৰূপ ছোৱালী মহাবিদ্যালয়ৰ সংগ্ৰহালয়ত সংৰক্ষিত হৈছে। এইখন প্ৰতিলিপিৰ মতে ১৮৩৫ ইং চনৰ ২৩ জানুৱাৰী তাৰিখে (১৭৪৬ শকৰ ১১ মাঘ) পশ্চিম ছমৰীয়া পৰগণাৰ ভোগপুৰ মৌজাত সৰুজনা বৰফুকনে (অনুজ দুৱৰা বৰফুকন) গৰৈমাৰী সত্ৰৰ বাবদ ৰামদেৱ অধিকাৰীৰ নামে ১০০ পুৰা মাটি আৰু সৎসংগী দস্তুৰৰ ৩২ গোট ভকত দিয়া বুলি ইংৰাজ চৰকাৰে যুগুত কৰা লাখেৰাজ তদন্তৰ ৬ নং বহীত লিখা আছে। এই সূত্ৰ ধৰি গৌৰীকান্ত তস্যপিতা দেৱকান্ত (তস্যপীতা ৰাধাকান্ত তস্যপিতা মহীধৰ তস্যপিতা ৰামদেৱ তস্যপিতা চতুৰ্ভুজ) গোস্বামীয়ে পশ্চিম ছমৰীয়া ভোগপুৰ মৌজাৰ গৰৈমাৰী সত্ৰৰ বাবে ফৰিঙ্গতি ১০০ পুৰা, বড়িবাৰী ৪০ পুৰা, চৰু ৫৫ টা আৰু ভকত ৪০ জনৰ ওপৰত ধৰ্মোত্তৰ দাবী কৰে। এই দাবীৰ সমৰ্থনত তেখেতৰ প্ৰ-পিতামহ ৰামদেৱক শিৱসিংহ স্বৰ্গদেৱৰ ৰাজত্বকালত অনুজ দুৱৰা বৰফুকনে জীৰ্ণোদ্ধাৰ কৰি দিয়া ফলিখন (১৬৪৬ শকৰ ২৪ জেঠ) দাখিল কৰে। এই ফলিখনেই বৰ্তমান অসম ৰাজ্যিক সংগ্ৰহালয়ত সংৰক্ষিত হৈ আছে। ফলিখনত আহোম ৰজাৰ চাব-মোহৰ নথকা বাবে আৰু পেড়াৰ কাগজৰ লগত মিল নথকা বাবে নামঞ্জুৰ কৰা হয় যদিও মুঠতে ১০০ পুৰা মাটি আৰু ৩২ গোট ভকত ধৰ্মোত্তৰ বাহাল ৰখাৰ হুকুম হয়। এইগৰাকী গৌৰীকান্তৰ পুত্ৰৰ বিষ্ণুকান্ত দেৱ গোস্বামী অধিকাৰীয়ে আমাৰ আলোচ্য ইচ্ছাপত্ৰখন সম্পাদন কৰে। এতেকে উপৰোক্ত আটাইকেইখন নথি আৰু ফলিত থকা বংশাৱলী মিলাই চালে এতিয়া এইটো স্পষ্ট হয় যে, ১৬৪৬ শকৰ ২৪ জেঠ তাৰিখে স্বৰ্গদেউ শিৱসিংহই প্ৰদান কৰা তাম্ৰলিপিখনৰ গৃহীতা ৰামদেৱ মেধিয়েই হ'ল আমৰাংগা সত্ৰৰ ইচ্ছাপত্ৰ সম্পাদন কৰা বিষ্ণুকান্ত দেৱ গোস্বামী অধিকাৰীৰ পূৰ্বপুৰুষ। উত্তৰাধিকাৰী সূত্ৰে আমৰাংগা সত্ৰাধিকাৰৰ গাদীত বহা বিষ্ণুকান্তই সম্পাদন কৰা ইচ্ছাপত্ৰখনত উক্ত ধৰ্মোত্তৰ মাটিৰ তেখেতে লাভ কৰা অংশটোৰ উল্লেখ কৰা হৈছে।

৩.১ উক্ত ইচ্ছাপত্ৰখন গুৱাহাটীৰ উপ-পঞ্জীয়কে ১৯০৮ চনৰ Act XVIৰ অধীনত গ্ৰহণ কৰে আৰু ভাৰত চৰকাৰৰ ১৮৭০ চনৰ ৭০৭ নম্বৰ অধিসূচনামতে সকলো ধৰণৰ মাচুলৰপৰা এনে পঞ্জীয়নক ৰেহাই দিয়ে। কামৰূপ জিলাৰ পলাশবাৰী থানাৰ ছয়ানী মৌজাৰ আমৰাংগা সত্ৰৰ স্বৰ্গীয় গৌৰীকান্ত দেৱ গোস্বামীৰ পুত্ৰ শ্ৰীবিষ্ণুকান্ত দেৱ গোস্বামীয়ে বৃদ্ধাৱস্থাত উপনীত হোৱা হেতুকে তেখেঁতৰ যাৱতীয় সা-সম্পত্তিৰ এটি সুবন্দোৱস্ত কৰিবলৈ এই ইচ্ছাপত্ৰখন সম্পাদন কৰে। এইমতে তেখেতৰ সমস্ত সম্পত্তি ক, খ, গ, ঘ, ঙ— এই পাঁচোটা তপচিলত ভগাই দিয়ে। তপচিল 'ক'ৰ অন্তৰ্ভুক্ত স্থাৱৰ সম্পত্তি জ্যেষ্ঠপুত্ৰ ৰঘুকান্তৰ নামত নামজাৰীও আছে 'তাত বাজেও সি এতিয়া নিজে ছয়ানী মৌজাৰ সাতপখলী গাঁৱত কিছু মাটি উপাৰ্জন কৰি লৈছে।' তদুপৰি 'ৰঘুকান্তৰ হাতত বৰ্তমানে যথেষ্ট নগদ টাকা আছে আৰু সেইবিলাক টাকা কৰ্জ্জা দি আৰু বেপাৰত খাতায় ক্ৰমে বৃদ্ধি কৰিব লাগিছে।' সেয়ে ৰঘুকান্তক অন্য সম্পত্তি বা নগদ টাকা দিয়াৰ দৰকাৰ নাই বুলি কোৱা হৈছে। ইয়াৰ উপৰিও বিষ্ণুকান্তই তেওঁৰ গৃহদেৱতা ইশ্বৰ স্বৰ্গীয় গোপীনাথ বিগ্ৰহৰ সমস্ত দয়িত্ব, মালিকীস্বত্ব কনিষ্ঠ পুত্ৰ পদ্মকান্তৰ ওপৰত ন্যস্ত কৰি কৈছে 'মোৰ অভাৱে মোৰ অধিকাৰী পদ মোৰ কনিষ্ঠ পুত্ৰ শ্ৰীমান পদ্মকান্তে পাব আৰু মই অধিকাৰীৰূপে ব্যৱহাৰ কৰা মোৰ দঙ্গৰ (?) ছত্ৰ, হাতীৰ ঘণ্টা, দোলা, শৰাই, থগী আদিও.... উক্ত কনিষ্ঠ পুত্ৰহে পাব...। ৰঘুকান্তৰ তাত কোনো স্বত্ব সম্পৰ্ক নাথাকিব। মোৰ শিষ্য, যিসকল ব্ৰাহ্মণ-গোসাঁয়ো আৰু শূদ্ৰাদি আছে... তেওঁলোকৰ প্ৰতি মোৰ এই আদেশ থাকিল যে, তেওঁলোকে মোৰ কনিষ্ঠ পুত্ৰ শ্ৰীমান পদ্মকান্তক অধিকাৰী বুলি ভাবিব আৰু গুৰু ভজিব।'

বিষ্ণুকান্তই তেখেতৰ স্ত্ৰী অৰ্থাৎ ৰঘুকান্ত, পদ্মকান্তৰ মাক শ্ৰীমতী নৰেশ্বৰী দেৱীৰ 'খোৰাক পোষাক'ৰ বাবেও ৰাণী মৌজাৰ নাৰগাঁৱত খেৰাজ ২০ সনা আৰু ৮৫/২১৬১ নম্বৰ পট্টাৰ প্ৰায় ৩০ বিঘা জমি (দাম ৫০০ টকা)ৰ উইল কৰি দিয়ে। আলোচ্য উইলখনত এই কথাও উল্লেখ আছে যে, ১৯১৩ চনৰ ৭ জানুৱাৰী তাৰিখে একেগৰাকী বিষ্ণুকান্তই আন এখন উইল সম্পাদন কৰিছিল, পিচে নানা কাৰণে সেই উইল ৰদ কৰি এইখন সম্পাদন কৰে আৰু উল্লেখ কৰে যে, 'মোৰ এই উইলৰ মতেহে মৃত্যুৰ পৰে কাৰ্য হ'ব।'

৩.২ এই ইচ্ছাপত্ৰখনৰ তপচিল 'ক'ত ৰঘুকান্তক দিয়া মাটিৰ বিৱৰণ এনে ধৰণৰ— খেৰাজ ঃ ৰাণী মৌজাৰ নাৰগাঁৱত খেৰাজ মাটি প্ৰায় ১৪০ বিঘা (মূল্য অনুমান ২০০ টাকা), ভোলাগাঁও মৌজাৰ খপেগাঁৱত খেৰাজ মাটি প্ৰায় ৫৩ বিঘা (১০৫ টাকা)। আনহাতে তপচিল 'খ'ত পদ্মকান্তক দিয়া মাটিৰ বিৱৰণ এনে ধৰণৰ— ৰাণী মৌজাৰ পাট হালধীয়া গাঁৱত প্ৰায় ৬৫ বিঘা (১২৮ টাকা), একে মৌজাৰ আলীবাৰী গাঁৱৰ ৬৬ বিঘা, দেউৰাণী গাঁৱৰ ১০ বিঘা, শৰণীয়া গাঁৱত ৬ বিঘা, ছয়ানী মৌজাৰ আমৰাংগা গাঁৱত মুঠ ৩৮ বিঘা, বৰদুৱাৰ মৌজাৰ সানপাৰা গাঁৱত মুঠ ১০৪ বিঘা, সহৰ গৌহাটীক ৩ কঠা ৭ লেচা। নিষ্পখেৰাজ ছয়ানী মৌজাৰ আমৰাংগা গাঁৱৰ ২/১২ নং নিষ্পখেৰাজ পট্টাৰ ৩৪ বিঘা ১ কঠা ১৯ লেচা (দাম ১৩৭ টাকা); পূৰ্ব ছমৰীয়া মৌজাৰ গৰৈমাৰী গাঁৱৰ নিষ্পখেৰাজ ১/২১৫ পট্টাৰ মুঠ ৩৬৪ বিঘা ৪ কঠা ১০ লেচা (দাম ৫০ টাকা)। তপচিল 'ঙ' মতে ৰাণী মৌজাৰ নাৰগাঁৱৰ খেৰাজ ২০ সনা বিষ্ণুকান্তৰ নামৰ এজমালী ৮৫/২১৬২ পট্টাৰ মুঠ ৪৩২ বিঘা মাটিৰপৰা ৰঘুকান্তক দিয়া ১৪০ বিঘাক বাদ দিলে থকা ২৯২ বিঘা মাটি পত্নী নৰেশ্বৰী দেৱীৰ নামত উইল কৰি দিয়া হৈছে। ইচ্ছাপত্ৰখনৰ তপচিল 'খ'ৰ এটা অংশ 'গ'ত পদ্মকান্তক দিয়া স্থাৱৰ-অস্থাৱৰ একাংশ সম্পত্তিৰ তালিকা এনে ধৰণৰ—



| তপচিল | ইচ্ছাপত্ৰৰ ক্ৰমিক নং | সম্পত্তিৰ বিৱৰণ | পৰিমাণ | আনুমানিক দাম (টাকা) |
|---|---|---|---|---|
| খ | ১৩ | টিনৰ দুইচালি বাটঘৰ | ১ গোট | ১০০ |
| | ১৪ | স্বৰ্গীয় গোপীনাথক থোৱা টিনৰ চালি চালিয়া ঘৰ (পূৰ্বৰ চৌৰাঘৰ) | ১ গোট | ১৫০ |
| | ১৫ | বিষ্ণুকান্তই বাস কৰা দুই চালি টিনৰ বুলনি ঘৰ | ১ গোট | ১০০ |
| | ১৬ | টিনৰ পাকঘৰ | ১ গোট | ৫০ |
| | ১৭ | সভাৰ বস্তু থোৱা টিনৰ ভঁৰাল ঘৰ | ১ গোট | ৫০ |
| | ১৮ | টিনৰ অতিথিশালা | ১ গোট | ৫০ |
| | ১৯ | বৰঘৰ (বৰ্তমান খেৰৰ, কিন্তু টিনৰ কৰিব আৰম্ভ কৰা হেছে) | ১ গোট | — |
| | ২০ | খেৰৰ চাৰি চালি বড়চৌড়া | ১ গোট | ৬০ |
| | ২১ | খেৰৰ ধানৰ ভঁৰাল | ১ গোট | ২০ |
| | ২২ | খেৰৰ দুই চালিয়া গলিঘৰ | ১ গোট | ৫ |
| গ | ১ | মাণিক নামৰ দঁতাল হাতী | ১ | ১৫০০ |
| | ২ | ঘোঁৰা | ২ | ৮০ |
| | ৩ | ম'হ (ইয়াৰপৰা বৃদ্ধি পালেও পদ্মকান্তই পাব) | ৪ | ৫০ |
| | ৪ | হালৰ গৰু | ১৮ | ১০০ |
| | ৫ | অন্যান্য গৰু | ৩০ | ১২০ |
| | ৬ | গুৰি (গুটি?) ধান (৩ ভঁৰাল) | ২০০০ পুৰা | ৫০০ |
| | ৭ | কাঠৰ আলমিৰা | ২ টা | ৫ |
| | ৮ | কাঠৰ বৰপীৰা | ২ খন | ২ |
| | ৯ | কাঠৰ মধ্যম পীৰা | ৫ খন | ৩ |
| | ১০ | কাঠৰ শোৱা খাট | ২ খন | ৩ |
| | ১১ | কাঠৰ চকী | ৩ খন | ৩ |
| | ১২ | লোহাৰ ঢেকৰ সহ দোলা | ১ খন | ২০ |
| | ২৯ | মাৰ্বল পাথৰৰ থাল | ১ খন | ২ |
| | ৩২ | বন্দুক (বিষ্ণুকান্তৰ নামত) | ১ টা | ৫০ |
| | ৩৮ | বগা শাল | ২ যোৰ | ৫ |
| | ৩৯ | পাটৰ ধুতী | ২ খন | ১০ |
| | ৪০ | ৰাংগা পাটৰ ধুতী | ২ খন | ১০ |
| | ৪১ | অন্যান্য হড়কসম সূতাৰ এৰীয়াৰ আৰু মুগাৰ কাপোৰ | ৩০০ খন | ৮০ |

| | | | | |
|---|---|---|---|---|
| | ৪৪ | ছাক্ৰণী ৪ জনী (ফুলো, ৰূপে, জানকী, মহিমা) | — | ১০০ |
| ঘ | | **স্বৰ্গীয় গোপীনাথ বিগ্ৰহৰ মান** | | |
| | ১ | গোপীনাথ বিগ্ৰহ | ১ টা | — |
| | ২ | সোণৰ হাৰ | ১ ডাল, ওজন ৫ তোলা | ৪০ |
| | ৩ | সোণৰ ফুল | ৮ টা, ওজন ২ তোলা | ৬ |
| | ৪ | সোণৰ মোহৰ | ১টা, ওজন ১ তোলা | ৩ |
| | ৫ | সোণৰ মোহৰ | ৪ টা, ওজন ১/২ তোলা | ৩ |
| | ৬ | সোণৰ জংগৰ (?) | ৪ টা | ১০ |
| | ৭ | সোণৰ বৰফুল | ২০ টা, ওজন ১ সেৰ | ২০ |
| | ৯ | পিতলৰ বৰ জমা | ১ টা | ২০ |

৪.১ বিষ্ণুকান্তই সম্পাদন কৰা ইচ্ছাপত্ৰখন কুৰি শতিকাৰ আদিভাগৰ অৰ্থনৈতিক ইতিহাসৰ হিচাপে অতি গুৰুত্বপূৰ্ণ। এইখনত উল্লেখ থকা বিষ্ণুকান্তৰ চৌৰা (চ'ৰাঘৰ), বৰঘৰ, পাকঘৰ, বুলনিঘৰ, গলিঘৰ আটাইকেইটা টিনৰ চালিৰ। সেই সময়ত টিন কেৱল ইংৰাজ চৰকাৰৰ অনুগত সম্ভ্ৰান্ত লোককহে অনুজ্ঞাপত্ৰৰ জৰিয়তে বিতৰণ কৰা হৈছিল। সত্ৰাধিকাৰসকলে হাতী, ঘোঁৰা আৰু দোলাত উঠি যাতায়াত কৰিছিল। দোলা যেতিয়া আছিল দোলাভাৰীও নিশ্চয় আছিল।

পাট-মুগা আৰু এণ্ডিকাপোৰৰ ব্যৱহাৰ সঞ্চালনিকৈ হৈছিল। তিনিটাকৈ ভঁৰালত ২০০০ পুৰা (১৬০০০ মোন বা ১৬০ কুইণ্টল) ধানৰ গৰাকী বিষ্ণুকান্ত অঞ্চলটোৰ 'গুজগুজীয়া ধনী'সকলৰ অন্যতম আছিল। তেওঁলোকে দৈনন্দিন জীৱনত ব্যৱহাৰ কৰা কাঁহি-বাতি, থগী আদি বাচন-বৰ্তনবোৰ, বিভিন্ন আ-অলংকাৰ আদি সোণ, ৰূপ, তাম, কাঁহ, পিতল আদি ধাতুৰে নিৰ্মিত। এইবোৰৰ আনুমানিক দাম আদিৰ উল্লেখে ইচ্ছাপত্ৰখনৰ গুৰুত্ব বহুগুণে বৃদ্ধি কৰিছে। ১৯১৩ চনত এটা দঁতাল হাতীৰ দাম ১৫০০ টকা, এটা ঘোঁৰাৰ দাম ৪০ টকা, ম'হ এটাৰ দাম ১২.৫০ টকা, হালৰ গৰু এটাৰ দাম ১০ টকা, সোণৰ মূল্য তোলাত ৮ টকাৰ ১০ টকা। বৃটিছ চৰকাৰৰ অধীনত ভূমিৰ মধ্যভোগী হিচাপে জনসাধাৰণৰ মাজত সত্ৰাধিকাৰ সূত্ৰে লাভ কৰা সামাজিক প্ৰতিপত্তি আৰু আধ্যাত্মিক শাসনৰ সুবিধাৰ উপৰিও বিভিন্ন কাৰণত আৰু বিভিন্ন সময়ত প্ৰয়োজন সাপেক্ষে ব্যৱহাৰ কৰিবলৈ তেখেতসকলে 'বন্দুক' ৰখাৰো অনুমতি পাইছিল। আমাৰ ইচ্ছাপত্ৰখনত উল্লেখ কৰা বন্দুকটোৰ বিশেষ বিৱৰণ নাই; কিন্তু ৫০ টকা ধাৰ্য হৈছে।

কেৱল দক্ষিণ কামৰূপৰে নহয়, সমগ্ৰ অসমৰ অৰ্থনৈতিক ইতিহাস অধ্যয়নৰ ক্ষেত্ৰত ইচ্ছাপত্ৰখনত প্ৰাপ্ত গুৰুত্বপূৰ্ণ তথ্যটো হ'ল— ইয়াত উল্লেখ কৰা ফুলো, ৰূপে, জানকী আৰু মহিমা নামৰ চাকৰণী চাৰিজনীৰ আনুমানিক দাম নিৰ্ধাৰণ কৰা হৈছে মুঠতে ১০০ টকা, অৰ্থাৎ এজনী চাকৰণীৰ দাম ২৫ টকা। চাকৰণী কেইজনীৰ দাম নিৰ্ধাৰণ কৰা আৰু সিহঁতক পদ্মকান্তৰ নামত উইল কৰি দিয়াৰপৰা এইটো স্পষ্ট হয় যে, এই চাকৰণীকেইজনী বিষ্ণুকান্তৰ সম্পত্তি। অৰ্থাৎ চাকৰণীকেইজনী আৰু গৰু, ম'হ, হাতী আদিৰ মাজত হস্তান্তৰ আৰু মালিকীস্বত্বৰ ক্ষেত্ৰত একো পাৰ্থক্য নাছিল; কিন্তু প্ৰাচ্য শাসনাৱলীত উল্লেখ থকা শ'লগুৰীয়া মহন্তৰ মনুষ্য ক্ৰয়ৰপৰা জনাৰ দৰে এইখন ইচ্ছাপত্ৰৰ এই তথ্যটোৱে মানুহ 'কিনা-বেচা' হোৱাটো বুজাইছে নে নাই, সেই বিষয়ে অধিক অনুসন্ধানৰ পিচতহে বুজিব পৰা যাব।

দক্ষিণ কামৰূপত পূৰ্বতে প্ৰচলিত বিনিময় প্ৰথা লুপ্ত হোৱাত তাৰ ঠাই মুদ্ৰাই অধিকাৰ কৰিছিল সঁচা; কিন্তু মুদ্ৰা সঞ্চয়ৰ বাবে কোনো সঞ্চয় সন্থা বা বেংক আদিৰ ব্যৱস্থা নাছিল বাবে মানুহে নগদ টকা ঘৰতে সঞ্চয় কৰিবলগাত পৰিছিল। তদুপৰি সেই টকা ঋণ দি তাৰপৰা উদ্বৃত আদায় কৰাৰ এটা নতুন ব্যৱসায় গঢ়ি উঠিব ধৰিছিল। বিষ্ণুকান্তৰ ইচ্ছাপত্ৰখনৰ ২নং দফাত ইয়াৰ স্পষ্ট উল্লেখ আছে।

৪.২ ইচ্ছাপত্ৰখনত বিষ্ণুকান্তই সত্ৰাধিকাৰ নিৰ্বাচন পদ্ধতি আৰু গুৰুগিৰিৰ পৰম্পৰাক আওকাণ কৰিব পৰা নাই বাবেই লিখিছে যে, "মোৰ শিষ্য যিসকল ব্ৰাহ্মণ, গোসাঁই আৰু শূদ্ৰাদি আছে; সেইসকলে মোৰ অভাৱে মোৰ পুত্ৰদ্বয়ৰ ভিতৰত গুৰুলোৱা তেওঁলোকৰ ইচ্ছাধীন, তথাপি মোৰ আদেশ 'গুৰু বাক্য' বুলি যিসকল শিষ্যে মানে, তেওঁলোকৰ প্ৰতি মোৰ এই আদেশ থাকিল যে, তেওঁলোকে মোৰ কনিষ্ঠ পুত্ৰ শ্ৰীমান পদ্মকান্তক অধিকাৰী বুলি ভাবিব আৰু গুৰু ভজিব।" সত্ৰীয়া পৰম্পৰাত 'অধিকাৰী' নিৰ্বাচন কৰে সত্ৰৰ সমূহ ভকত ৰাইজে, সাধাৰণতে পূৰ্বৰ অধিকাৰী গৰাকীৰ জ্যেষ্ঠ পুত্ৰক অথবা সেই বংশৰ আটাইতকৈ জ্যেষ্ঠজনক। কোনো কোনো ক্ষেত্ৰত জ্যেষ্ঠজনৰ অৰ্হতা আৰু গুণৰ অভাৱ হ'লে সেই বংশৰে উপযুক্তজনক অধিকাৰীৰ অভিষেক উৎসৱ' সম্পন্ন হ'লেহে কোনো এজনক সত্ৰাধিকাৰ বুলি মানি লোৱা হয়। মণিৰাম দেৱান বৰভাণ্ডাৰ বৰুৱা কৃত 'বুৰঞ্জী বিবেক ৰত্ন'ত বৰ্ণিত 'সত্ৰাধিকাৰৰ গাদীত বহুওৱা হয়। কিন্তু আমাৰ আলোচ্য ইচ্ছাপত্ৰখনত বিষ্ণুকান্তই অধিকাৰীৰ গাদীৰ বাবে কনিষ্ঠ পুত্ৰ পদ্মকান্তক মনোনীত কৰি এটা নতুন পৰম্পৰা আৰম্ভ কৰে। অসমৰ সত্ৰীয়া সমাজ জীৱনৰ ইতিহাসৰ বাবে ই এক নতুন তথ্য। ইচ্ছাপত্ৰখনৰ আৰম্ভণিতে এইখন সম্পাদন কৰাৰ অন্যতম কাৰণ হিচাপে কোৱা হৈছে 'মোৰ দুইপুত্ৰ বৰ্তমান আছে... জ্যেষ্ঠ পুত্ৰ শ্ৰীমান ৰঘুকান্ত চালাক-চতুৰ ও মোৰ নিতান্ত অবাধ্য ও স্বেচ্ছাচাৰী। মই বৰ্তমান থাকোঁতে সদায় মোৰ ইচ্ছাৰ বিৰুদ্ধে কাৰ্য কৰে ও মোৰ শত্ৰু মানুহৰ সহিত যোগাযোগে মোক নানাৰূপে উৎপীড়ন কৰি মনোকষ্ট দিব লাগিছে আৰু ভৱিষ্যতে যে মোৰ কনিষ্ঠ পুত্ৰ শ্ৰীমান পদ্মকান্ত নাবালকৰ ও মোৰ স্ত্ৰীৰ অৰ্থাৎ তাৰ মাকৰ প্ৰতি যে, সদ্ব্যৱহাৰ কৰিব তাৰো ভৰসা নাই। এতিয়া মোৰ বৃদ্ধাৱস্থা উপস্থিত, অনিত্য শৰীৰ কেতিয়া কি হয় ঠিক নাই, অতএৱ মই জীৱিত ও সুস্থ শৰীৰে থাকোঁতে মোৰ সম্পত্তিৰ এটি সুবন্দোৱস্ত কৰা উচিত বিবেচনা কৰি আজি এই উইলনামা সম্পাদন কৰিলোঁ।"

ইয়াৰপৰা এইটো স্পষ্ট যে, অধিকাৰৰ গাদীত উপৱিষ্ট থকা অৱস্থাতো বিষ্ণুকান্ত অজাত শত্ৰু নাছিল; যিটো ১৯১৩ চনত আশা কৰা হৈছিল। ৰঘুকান্তই বাপেকৰ শত্ৰু মানুহৰ সহিতে যোগাযোগ কৰি মনোকষ্ট দিছে— এই মনোকষ্ট বিষ্ণুকান্তই নিজে নিজৰ মনত সৃষ্টি কৰাৰ অনুকূলেহে যুক্তিৰ ভৰ বেছি; কিয়নো ৰঘুকান্তৰ বিৰুদ্ধে উত্থাপন কৰা অভিযোগৰ আন দিশ এটাও থাকিব পাৰে।

সমকালীন জ্ঞানবিদ্যা আৰু অভিজ্ঞতাৰে পুষ্ট হোৱা ডেকা এজন আৰু পুৰণি চিন্তা-চৰ্চা, ৰীতি-নীতি, ৰুচি-অভিৰুচিৰে পূৰ্ণ বৃদ্ধ এজনৰ মাজত এটা পুৰুষৰ ব্যৱধান (Generation Gap) থকাটো খুবেই স্বাভাৱিক। এনে অৰ্থত বিষ্ণুকান্তই ৰঘুকান্তক এটা আৱেগিক অভিযোগত অভিযুক্ত কৰিব পাৰে। তদুপৰি কনিষ্ঠ পুত্ৰ পদ্মকান্তৰ প্ৰতি অধিক স্নেহ প্ৰদৰ্শন কৰাৰপৰাও বিষ্ণুকান্ত আঁতৰত থাকিব পৰা নাই; কিন্তু একে সময়তে ৰঘুকান্তৰ কৰ্মোদ্যম আৰু আত্মবিশ্বাসৰ ওপৰত বিষ্ণুকান্তই যুক্তিসংগত আস্থা প্ৰদৰ্শন কৰিছে। পিতা-পুত্ৰৰ মাজত মৰম-স্নেহ, মান-অভিমানেৰে পূৰ্ণ এটা মধুৰ সম্পৰ্কযুক্ত পৰিয়ালৰ ছবিও এনেবোৰ তথ্যৰপৰা পাব পাৰি।

এইদৰে ইচ্ছাপত্ৰখনৰ অধিক অধ্যয়নৰপৰা দক্ষিণ কামৰূপৰ সামাজিক, সাংস্কৃতিক আৰু অৰ্থনৈতিক ইতিহাসৰ অনেক তথ্য লাভ কৰিব পৰা যাব— এই কথাত সন্দেহ নাই। ■

*পুনৰ মুদ্ৰিত*



# দক্ষিণ কামৰূপত সংস্কৃতৰ চৰ্চা

কৈলাস নাথ শৰ্মা

সংস্কৃত ভাৰতৰ এটা পুৰণি ভাষা। ভাৰতৰ ৰাজ্যিক ভাষাবোৰৰ মূল সংস্কৃত ভাষা। এই ভাষাৰ চৰ্চা অতীত আৰু বৰ্তমানত দক্ষিণ কামৰূপত কেনেকুৱা, তাক তথ্য সংগ্ৰহেৰে উপস্থাপন কৰা এই প্ৰবন্ধৰ উদ্দেশ্য।

দক্ষিণ কামৰূপ বুলিলে কামৰূপ মহানগৰ আৰু কামৰূপ গ্ৰাম্য জিলাৰ ব্ৰহ্মপুত্ৰ নদীৰ দক্ষিণপাৰৰ সকলো ঠাইকেই বুজায় যদিও আমি দক্ষিণ কামৰূপৰ এলেকা কিছু সংকীৰ্ণ কৰিছোঁ। দক্ষিণ কামৰূপৰ পূব দিশ ধাৰাপুৰ অঞ্চল, পশ্চিম দিশ ধুপধাৰা অঞ্চল, উত্তৰ দিশ পলাশবাৰী-মাজিৰগাঁও-নগৰবেৰাৰ উত্তৰৰ ব্ৰহ্মপুত্ৰ নদী আৰু দক্ষিণ দিশ চান্দডুবি অঞ্চলক সামৰি লোৱা হৈছে।

দক্ষিণ কামৰূপত সংস্কৃতৰ চৰ্চা প্ৰসংগত প্ৰথমতে নাম ল'ব লাগিব দক্ষিণ কামৰূপৰ একমাত্ৰ সংস্কৃত টোল দক্ষিণপাৰ বিদ্যোৎসাহিনী চতুষ্পাঠীৰ। এই সংস্কৃত টোলখন স্থাপন হৈছিল ইং ১৯৫৪ চনত গুইমাৰা গাঁৱত। অৱশ্যে এই টোল ইং ১৯৮৪ চনত ৰাজাপুখুৰীলৈ স্থানান্তৰিত হৈছিল। টোল পৰিচালনা কমিটিৰদ্বাৰা ইং ১৯৮৬ চনৰপৰা একেৰাহে পাঁচ বছৰ স্বৰ্গীয় নিশিকান্ত গোস্বামীৰ সম্পাদনাত 'ভাৰতী' নামকৰণেৰে লেখক-লেখিকাৰ অসমীয়া ভাষাত সংস্কৃত বিষয়ক প্ৰবন্ধ, কবিতা আৰু নীতি বিষয়ক কথা বছৰেকীয়া প্ৰাচীৰ পত্ৰিকাৰ মাধ্যমেৰে উপস্থাপন কৰি ১৯৯১ ইং চনত 'ভাৰতী' দক্ষিণ কামৰূপৰ সংস্কৃত অনুৰাগী ব্যক্তিৰ লিখনিৰে ৪৭ পৃষ্ঠাত ছপা ৰূপত স্বৰ্গীয় নিশিকান্ত গোস্বামীৰ সম্পাদনাত প্ৰকাশ হৈছে। ১৯৯২ ইং চনৰপৰা বৰ্তমানলৈ 'ভাৰতী'ৰ প্ৰকাশ হোৱা নাই যদিও টোল পৰিচালনা কমিটিৰদ্বাৰা প্ৰতি বছৰে আহাৰ মাহৰ ১ তাৰিখে স্বৰ্গীয় নিশিকান্ত গোস্বামীৰ উদ্যোগত 'কালিদাস জয়ন্তী' পালন কৰি সংস্কৃতৰ প্ৰসিদ্ধ কবি-নাট্যকাৰ কালিদাসৰ সৃষ্টি সম্পৰ্কে ১৯৯৩ চনৰপৰা আলোচনা কৰি থকা হৈছে। ২০০২ ইং চনত কালিদাস জয়ন্তীৰ দিনা অসমীয়া ভাষাত সংস্কৃত বিষয়ক প্ৰবন্ধৰে ৰতিকান্ত শৰ্মাৰ সম্পাদনাত এখন স্মৃতিগ্ৰন্থও প্ৰকাশ হৈছিল। ৰতিকান্ত শৰ্মাৰ সম্পাদনাত প্ৰকাশ পোৱা 'সংস্কৃত জ্যোতি' আৰু সংস্কৃত সম্প্ৰসাৰণ সমিতিৰ ৰঞ্জন গোস্বামীৰ সম্পাদনাত প্ৰকাশিত 'সম্ভাষিণী' দক্ষিণ কামৰূপৰ সংস্কৃত চৰ্চাৰ সমল।

এই টোলখনৰ প্ৰতিষ্ঠাপক অধ্যক্ষ স্বৰ্গীয় গুণেশ্বৰ শৰ্মা শাস্ত্ৰী তৰ্কতীৰ্থ (১৯৫৪-৫৯) সেই সময়ৰ এজন গুণী সংস্কৃত পণ্ডিত। তেখেতে সংস্কৃত ভাষাত 'তৰ্কঃ সংগ্ৰহ' নামৰ ৩২ পৃষ্ঠাৰ এখন তৰ্ক বিষয়ক গ্ৰন্থ ৰচনা কৰিছিল। টোলৰ তৃতীয় অধ্যক্ষ স্বৰ্গীয় ৰাজেন্দ্ৰ নাথ ভাগৱতীয়ে কৰ্মকাণ্ডৰ সুন্দৰভাৱে পুৰোহিতালি কৰাৰ উপৰিও সংস্কৃত ভাষাত লিখা বিশ্বকৰ্মা আৰু কালীদেৱীৰ পূজাবিধি মৃত্যুৰ পিচত ছপা হৈছে। টোলৰ প্ৰথম বৰ্ষৰ ছাত্ৰ, সৰুপেটাৰ গিৰীশ বিদ্যাপীঠৰ অধ্যাপক তথা চৰকাৰী আয়ুৰ্বেদিক কলেজৰ সংস্কৃতৰ অধ্যাপক দখলা কল'নী নিবাসী স্বৰ্গীয় লক্ষ্মীথান শৰ্মাই সংস্কৃত ভাষাত লিখা 'কংসবধম্', দামোদৰদেৱঃ আৰু 'কৃষ্ণস্তোত্ৰম্' খণ্ড খণ্ডকৈ অসম সংস্কৃত বোৰ্ডে দুমাহে দুমাহে প্ৰকাশ কৰা 'প্ৰাচ্য ভাৰতী'ত ছপা ৰূপত প্ৰকাশ হৈছে। তেখেতৰ 'সৰস্বতী পূজা পদ্ধতি' এখন উল্লেখযোগ্য গ্ৰন্থ।

দক্ষিণ কামৰূপ এলেকাৰ পূব মাজিৰগাঁৱৰ বাসিন্দা নৰনাৰায়ণ শৰ্মাই ১৯৬০-৬৫ চনত উত্তৰ কামৰূপৰ কণিহা চতুস্পাঠীত কাম কৰিছিল। তেখেতে টোলৰ





পাঠদানতেই নিজক সীমাবদ্ধ নাৰাখি ১৯৭১ চনত 'ইন্দিৰা বিজয়ঃ' নামৰ সংস্কৃত একাংকিকা আৰু ১৯৭২ চনত 'পুত্তলিকা সমুচ্চয়ঃ' নাম দি এটা সংস্কৃত গল্প লিখিছিল। বৰটাৰী নিবাসী গোৰীকান্ত শৰ্মা (বৰভাগ চতুষ্পাঠীৰ অধ্যাপক)ই 'নৈতিক দৰ্পণ' নামৰ এখন কিতাপ লিখিছিল ভতৃহৰিৰ নীতি শতকৰ আলমত।

দক্ষিণ কামৰূপৰ এজন সংস্কৃত পণ্ডিত স্বৰ্গীয় কমলাকান্ত ভাগৱতী। তেখেতে দখলা পাহাৰত অৱস্থিত বিষ্ণু মন্দিৰ পৰিচালনা কমিটিয়ে প্ৰকাশ কৰা ভগৱত্জ্যোতি আলোচনীত মদ্ভাগৱত গীতাৰ বিষয়ে আৰু ছয়গাঁও-ৰামপুৰৰ বিষ্ণু যজ্ঞত প্ৰকাশিত স্মৃতিগ্ৰন্থ দুখনত বিষ্ণু যজ্ঞ আৰু কৰ্মকাণ্ড বিষয়ৰ ওপৰত দুটা অসমীয়া ভাষাত তথ্যগধুৰ প্ৰবন্ধ লিখিছিল। তেখেতৰ পুত্ৰ মনোৰঞ্জন ভাগৱতীয়েও অসমীয়া ভাষাত সংস্কৃতৰ প্ৰবন্ধ লিখাটো এই প্ৰসংগতে উল্লেখ কৰিলোঁ।

টোলৰ শিক্ষাৰে শিক্ষিত পলাশবাৰী আৰ. বি. উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ প্ৰাক্তন সংস্কৃত শিক্ষক কামাখ্যা শাস্ত্ৰী (পাণ্ডা)য়ে অসমৰ প্ৰসিদ্ধ সংস্কৃত পণ্ডিত স্বৰ্গীয় ধীৰেশ্বৰাচাৰ্যৰ বিষয়ে এখন চমু জীৱনী লিখিছিল অসমীয়া ভাষাত। লোহাৰঘাট হাইস্কুলৰ প্ৰাক্তন সংস্কৃত শিক্ষক স্বৰ্গীয় উত্তম দলৈয়ে ১৯৭৮ ইং চনত 'কামবিবেকঃ' নামৰ এখন সংস্কৃত কাব্যগ্ৰন্থ লিখিছিল। তেখেতৰ পুত্ৰ ৰজত দলৈয়ে ১৯৯৯ ইং চনত অসমীয়া ভাষাত পঞ্চতন্ত্ৰ আৰু হিতোপদেশৰ বিষয়ে দুখন সাধুকথাৰ কিতাপ লিখিছিল। ছয়গাঁৱৰ স্বৰ্গীয় অবিনাশ শৰ্মাই অসমীয়া ভাষাত লিখা সংস্কৃত মহাকাব্য আৰু নগৰবেৰাৰ ওচৰৰ বাসিন্দা স্বৰ্গীয় জয়ন্ত গোস্বামীয়ে সংস্কৃত ভাষাত লিখা 'সংস্কৃত কাব্য নাটকানি' নামৰ সংস্কৃত প্ৰবন্ধ (সন্দীপনীত প্ৰকাশিত) দক্ষিণ কামৰূপৰ সংস্কৃত চৰ্চাৰ উল্লেখনীয় কাম।

দক্ষিণ কামৰূপৰ সংস্কৃত শিক্ষকৰদ্বাৰা গঠিত 'সংস্কৃত উন্নয়ন পৰিষদ আৰু সংস্কৃত শিক্ষক তথা ছাত্ৰ-ছাত্ৰীৰদ্বাৰা গঠিত সংগঠন 'সংস্কৃত ভাষা সম্প্ৰসাৰণ সমিতি'য়ে দক্ষিণ কামৰূপৰ সংস্কৃত চৰ্চাত বৰঙণি আগবঢ়াইছে। বিশেষকৈ সংস্কৃত ভাষা সম্প্ৰসাৰণ সমিতিয়ে দক্ষিণ কামৰূপৰ এলেকাৰ ভিতৰত ছাত্ৰ-ছাত্ৰীয়ে হাইস্কুল শিক্ষান্ত পৰীক্ষাত সংস্কৃতত লেটাৰ মাৰ্ক পালে প্ৰতিবছৰে পুৰস্কাৰ দিয়াৰ ব্যৱস্থা কৰি সংস্কৃত বিষয় লোৱা ছাত্ৰ-ছাত্ৰীক উৎসাহ দিছে। দক্ষিণ কামৰূপ ব্ৰাহ্মণ সমাজে হাইস্কুল শিক্ষান্ত পৰীক্ষাত দক্ষিণ কামৰূপৰ ভিতৰত সংস্কৃতত সৰ্বোচ্চ নম্বৰ পোৱা ছাত্ৰ-ছাত্ৰীক বঁটা দি সংস্কৃত চৰ্চাত উৎসাহ যোগাইছে।

ভাগৱতীপাৰাৰ মনোৰঞ্জন ভাগৱতী, নহিৰাৰ ৰঞ্জন গোস্বামী, সত্ৰপাৰাৰ বিনয় শৰ্মা, ৰামপুৰৰ ত্ৰিবংগ শৰ্মা, ৰামপুৰ ভুৰাপাৰা নিবাসী ৰমেশ শৰ্মা (হাইস্কুল শিক্ষান্ত পৰীক্ষাত সংস্কৃতত সৰ্বোচ্চ নম্বৰ পোৱা), বকোৰ তাৰক শৰ্মা, মিৰ্জাৰ বাণী ভূষণ ভাগৱতী, নহিৰাৰ মহেশ্বৰ ঠাকুৰীয়াই অসমীয়া ভাষাত সংস্কৃত বিষয়ক প্ৰবন্ধ লিখিছে। দহালী নিবাসী দক্ষিণপাৰ বিদ্যোৎসাহিনী চতুষ্পাঠীৰ গ্ৰেজুৱেট শিক্ষক তৰুণ চন্দ্ৰ গোস্বামী আৰু ভাগৱতীপাৰাস্থিত মাধৱদেৱ ছোৱালী হাইস্কুলৰ প্ৰাক্তন প্ৰধান শিক্ষক গোলক গোস্বামী, দক্ষিণ কামৰূপৰ একমাত্ৰ সংস্কৃত বিষয় লৈ ডক্টৰেট ডিগ্ৰী লোৱা সন্দিকৈ ছোৱালী মহাবিদ্যালয়ৰ সংস্কৃত বিষয়ৰ মুখ্য অধ্যাপক শ্ৰীযুত ধীৰু কুমাৰে অসমীয়া ভাষাত সংস্কৃত বিষয়ক প্ৰবন্ধ লিখিছে। ধীৰু কুমাৰে ইংৰাজী ভাষাত সংস্কৃত বিষয়ৰ প্ৰবন্ধও লিখিছে। তেখেতৰ অদ্বৈত বেদান্ত দৰ্শনৰ থেচিচখনো দক্ষিণ কামৰূপৰ এখন সংস্কৃত চৰ্চাৰ সমল। দক্ষিণপাৰ বিদ্যোৎসাহিনী চতুষ্পাঠীৰ বৰ্তমানৰ অধ্যক্ষ বাসুদেৱ শৰ্মা শাস্ত্ৰীৰ সন্ধ্যাবিধি চাণক্য শ্লোকৰ কথা উল্লেখ কৰিলোঁ।

বিনয় শৰ্মা, ৰঞ্জন গোস্বামীয়ে দক্ষিণ কামৰূপৰ ছাত্ৰ-ছাত্ৰীক লোক-ভাষা (সংস্কৃত)ৰ কথন-লিখন আৰু গীতৰ শিবিৰৰদ্বাৰা সংস্কৃৰ ভাষাত কোৱা, লিখা আৰু গীত গোৱাৰ অভ্যাস কৰাইছে। ৰঞ্জন গোস্বামীয়ে লিখা চতুৰ্ভাষিক অভিধান (অসমীয়া-সংস্কৃত-ইংৰাজী-হিন্দী) আৰু সংস্কৃত বিষয় লোৱা নৱম আৰু দশম শ্ৰেণীৰ পাঠ্যক্ৰমৰ হাতপুথি লিখি ছাত্ৰ-ছাত্ৰীৰ যথেষ্ট উপকাৰ কৰিছে। এই প্ৰসংগতে আজাৱাস্থিত ৰাজধৰ বৰা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ প্ৰাক্তন সংস্কৃত শিক্ষক শ্ৰীসুশীল ভট্টই লিখা সন্ধ্যাবিধিৰ কথা উল্লেখ কৰিলোঁ।

এই প্ৰবন্ধৰ লিখকে অনাতাঁৰ কেন্দ্ৰই প্ৰকাশ কৰা সংস্কৃত কথিকা আৰু সংস্কৃত শিক্ষাৰ পাঠদান কৰি দক্ষিণ কামৰূপত সংস্কৃত চৰ্চাৰ বাট মুকলি কৰিছে। পঞ্চকন্যা আলোচনীত সংস্কৃত ভাষাত লিখা 'অসমীয়া জাতীয়



সংগীতম্' প্ৰবন্ধ, আলস্যাৰ্থং ফলনাশঃ নামেৰে সংস্কৃত ভাষাত লিখা সাধুকথা, সন্দীপনী আলোচনীত প্ৰকাশিত লক্ষ্মীনাথ বেজবৰুৱাৰ বুঢ়ী আইৰ সাধুৰ সংস্কৃত ভাবানুবাদ 'তেজীমলা', সংস্কৃত জ্যোতি আলোচনীত চন্দ্ৰকুমাৰ আগৰৱালাৰ অসমীয়া মানৱ বন্দনা কবিতাৰ সংস্কৃত ভাবানুবাদ, সম্ভাষিণী আলোচনীত অসমীয়া ভাষাত লিখা 'সংস্কৃত ভাষা উচ্চ মাধ্যমিক স্তৰত কিয় বাধ্যতামূলক কৰা দৰকাৰ' প্ৰবন্ধ আৰু দক্ষিণ কামৰূপ সাহিত্য মঞ্চৰদ্বাৰা প্ৰকাশিত 'প্ৰবন্ধ প্ৰভা'ত লিখা 'বিহংগম দৃষ্টিৰে সংস্কৃত নাটক' আৰু স্মৰণিকাত প্ৰকাশিত 'বৈদিক সংগীত' প্ৰবন্ধ ৰচনাৰে দক্ষিণ কামৰূপৰ সংস্কৃত পথাৰত যৎকিঞ্চিৎ ফচল দিছে। পাটাছাৰকুছিৰ জীয়ৰী দক্ষিণ কামৰূপৰ দখলা কল'নীৰ বোৱাৰী ড° সবিতা দেৱীয়ে (পাণ্ডু মহাবিদ্যালয়ৰ সংস্কৃতৰ অধ্যাপিকা) বৈদিক সাহিত্যৰ ওপৰত বিভিন্ন আলোচনীত কেইবাটাও প্ৰবন্ধ লিখিছে।

দক্ষিণ কামৰূপ এটা বিস্তীৰ্ণ অঞ্চল। এই অঞ্চলৰ মহাবিদ্যালয়কেইখনৰ এখনতো সংস্কৃত বিষয় পাঠ্য বিষয় হিচাপে নথকাৰ বাবে সংস্কৃত বিষয় ল'ব বিচৰা ছাত্ৰ-ছাত্ৰীয়ে অন্য বিষয় ল'বলগা হৈছে। উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ ভিতৰত পলাশবাৰী আৰ. বি. উচ্চতৰ মাধ্যমিক বিদ্যালয়তহে উচ্চতৰ মাধ্যমিক শাখাত সংস্কৃত বিষয়টো আছে। প্ৰাদেশীকৃত উচ্চ মাধ্যমিক বিদ্যালয়ৰ সংস্কৃত শিক্ষক-শিক্ষয়িত্ৰীসকলে পাঠদানৰ দ্বাৰা আৰু ছাত্ৰ-ছাত্ৰীয়ে পাঠগ্ৰহণৰদ্বাৰা সংস্কৃতৰ চৰ্চা কৰিছে। দক্ষিণ কামৰূপৰ এতমাত্ৰ সংস্কৃত টোল দক্ষিণপাৰ বিদ্যোৎসাহিনী চতুষ্পাঠীৰ অধ্যক্ষ প্ৰমুখ্যে অধ্যপক আৰু ছাত্ৰই ৰত্নমালা ব্যাকৰণ, কাব্য আৰু কৰ্মকাণ্ড পাঠ্যক্ৰমৰ পাঠদান আৰু পাঠ গ্ৰহণেৰে দক্ষিণ কামৰূপত সংস্কৃতৰ চৰ্চা কৰিছে।

সীমিত তথ্য সংগ্ৰহেৰে এনেদৰে সংস্কৃতৰ চৰ্চা দক্ষিণ কামৰূপত কেনেদৰে কৰা হৈছে, তাক পৰিবেশন কৰা হ'ল। অৱশ্যে তথ্য সংগ্ৰহ বৈ যোৱাৰ সম্ভাৱনা নথকা নহয়। তথ্য সংগ্ৰহ কৰিব পাৰিলে এই সম্পৰ্কে পুনঃ আলোচনা কৰাৰ আশা মনত পুহি ৰাখিছোঁ। ■







# বৈশিষ্ট্যপূৰ্ণ ৰাভা সংস্কৃতিত এভুমুকি

**ভুবিন ৰাভা**

চীন-তিব্বতীয় বা কিৰাটসকলৰ মাজৰে এটা আদিম জাতি হৈছে ৰাভাসকল। অতীতত কোঁচা বা কোঁচ বুলি কৈছিল আৰু ষোড়শ শতিকালৈকে এই নামেৰে পৰিচিত আছিল। তাৰ পিচত ৰাভা নামেৰে জনাজাত হয়। এওঁলোকৰ নিজা ভাষা আছে। ৰাভা ভাষা চীন-তিব্বতীয় ভাষাগোষ্ঠীৰ তিব্বত-বৰ্মীয় ঠালৰ অসম-বৰ্মী শাখাৰ অন্তৰ্গত। এই ভাষাৰ প্ৰথম প্ৰকাশিত কিতাপখন হৈছে 'সাইকাই কাথা', অনুবাদক স্বৰ্গীয় ৰন্দন ৰাভা, ১৯০৯ চন।

ইয়াত ৰাভাসকলৰ উপাস্য দেৱ-দেৱী আৰু নৃত্য-গীতৰ বিষয়ে সম্যক আলোচনা কৰিবলৈ সৰল প্ৰয়াস কৰা হ'ল। এওঁলোক বহু দেৱ-দেৱীৰ উপাসক। অধিষ্ঠাত্ৰী দেৱী হৈছে 'বায়খো' বা 'খোকচি'। কৃষিজীৱী ৰাভাসকলে খেতিৰ বতৰৰ আগেয়ে 'বায়খো' দেৱীৰ পূজা কৰে, পূজাত বলি-বিধান দিয়ে। 'হে মাৰু চায়' আৰু 'ছাথাৰ' গীত গায়। বিবিধ নিয়মেৰে পূজা কৰে— ৰুন্তুক (ঘৰ গোসাঁনী), ছোংবায়, তাংগুি, লাঙা পূজা, কেঁচাইখাইতী, মাৰাই বা মাৰে পূজা, বেৰাহাচু বায়, হায় মায়ৰং বায়, খেলাৰাম বায়, তিক্কাৰ বায় (ডাইনী), বীৰা বায়, বাক্ৰা বায়, ৰামৰাংগা বায়, বুদাবা বায়, কামা হাচু বায়, খিছাম বায়, বিষয়ালী বায়, ছিংগ্ৰা বায়, কনচো বায়, হুদুম বায়, বাগ্ৰ বায়, লায়কচ বায়, ময়ৰা বায়, মাৰাং মাথাং বায়, মাৰাংগা বায়, লান্বাং বায় আদি দেৱ-দেৱীক।

ৰাভাসকল সংগীতপ্ৰিয়। মানুহ মৰিলে কান্দে। কান্দোতে কাণ্টুকুৰী (এবিধ সৰু তাল) বজাই বজাই সুৰ লগাই কান্দে। কান্দোতে সুৰ আছে। কিংবদন্তি মতে ৰাংকাৰাং বা স্বীৰগিত (স্বৰ্গত) সৃষ্টিকৰ্তা 'ক্ৰিমিচুং' থাকে। 'ক্ৰিমিচুঙ'ৰ ৰাজপৰিয়ালৰ ওঠৰ (১৮) জন সদস্য আছে। সৃষ্টিকৰ্তাই মানুহৰ সুখ-দুখ, মনৰ ভাৱ-অনুভূতি প্ৰকাশ কৰিবৰ কাৰণে নৃত্য-গীত শিকোৱাৰ ব্যৱস্থা কৰে। সেয়েহে 'ক্ৰিমিচুঙে' জ্যেষ্ঠ ঋষি 'গ্ৰিমবুদাক' মৰ্ত্যবাসী মানুহক গীত-নাচ শিকাবলৈ আদেশ দিয়ে। এনেদৰেই মানুহৰ মাজত নৃত্য-গীতৰ প্ৰচলন হ'ল।

কেইবিধমান লোকগীত-নৃত্যৰ কথা থোৰতে উল্লেখ কৰা হ'ল।

**ছাথাৰ গীত ঃ** বসন্তৰ আগমনত প্ৰকৃতিয়ে ন-সাজেৰে সাজি-কাচি ওলায়। এনেহেন মাদকতাপূৰ্ণ সময়তে 'বায়খো' পূজা উৎসৱ পালন কৰে। এই উছৱত ডেকা-গাভৰুৰ ৰঙীণ মনে 'ছাথাৰ' গীত গায়, নাচ নাচে। এই গীতসমূহ বিহুগীতৰ লেখীয়া প্ৰেমমূলক।

(১)

আথাৰ মাচি ৰাংফাকায়
চিক্কা ঢল ৰিবাজ,
বায়খো হাদামিছে মানদায়
নাঙি নুক্কাং নুকজ।

অৰ্থ ঃ চেনাই ঐ! আহাৰতে নামিছে ধল, 'বায়খো' থানতহে তোমাৰ মুখ দেখা হ'ল।

**ফাৰকান্তি ঃ** ফাৰকান্তি ৰাভাসকলৰ শ্ৰাদ্ধক্ৰিয়া অনুষ্ঠান। শ্ৰাদ্ধ উছৱত কৰা গীত-নৃত্যই হৈছে ফাৰকান্তি নৃত্য। অতীতত সঘনে যুঁজ-বাগৰ হৈছিল। দিনটোৰ যুঁজত প্ৰাণ হেৰুওৱা মৃতকৰ শবোৰ নি বিল বা নদীৰ পাৰত দাহন কৰিছিল। সেই ঠাইখনকে 'মাংগ্ৰামদাম' (শ্মশান) বোলে। ৰাভাসকলে পুনঃজন্ম বিশ্বাস কৰে। পিচদিনাখন মৃতকৰ অস্থি আনিবলৈ যায়। ৰাতিৰ ভিতৰতে তিৰোতাসকলে 'দতাৰী' (নতুন গামোচা) বৈ লৈছিল। তিৰোতাসকলে 'দতাৰী' কাপোৰখন গতে মৃত স্বামীয়ে ব্যৱহাৰ কৰা ঢাল-তৰোলা লৈছিল আৰু পুৰুষ-মহিলা উভয়ে 'মাংগ্ৰামদাম'লৈ গৈছিল। তাতেই লঠঙা শিমলু



এজোপাত মানচেলেংকা, তন্দলেকা আৰু বাতিক্‌টিকা (মাছৰোকা, গছৰোকা, বাঢ়ৈটোকা) নামৰ তিনিটা চৰাই পৰি আছিল। মৃতকৰ অস্থি অনা আৰু তাত থকা চৰাই তিনিটাৰ পটভূমিতে ফাৰকান্তি নৃত্য-গীতৰ সৃষ্টি হৈছে। এক অনুপম লোক-নৃত্য। গীতত অতীত সোঁৱৰণৰ অৰ্থপূৰ্ণ সংগতি দেখিবলৈ পোৱা যায়।

(১)

মানচেলেংকা আনা আনা
ছলুক পুছুক খাৱা
চিঙ্‌ দাদা ৰিছে টোৱা
নাংছে ফামানা অ' ভাই মানচেলেংকা
নাংছে ফামানা।

ভাবাৰ্থ ঃ ঐ মানচেলেংকা চৰাই! আমাৰ ককাইটিৰ আত্মা ক'ত আছে তুমিহে জানা।

**গিৰকায় নৃত্য ঃ** ৰাভাসকলৰ অন্যতম লোক-নৃত্য। বহাগৰ বিহুত গীত গাই নৃত্য কৰি মাগি ফুৰে। এই মাগি ফুৰা নৃত্যই হৈছে গিৰকায় নৃত্য। গিৰকায় নৃত্যৰ গীতবোৰৰ এফাকি এনেধৰণৰ—

(১)

গিৰকায় ৰাখু মায় ৰাখু
চিঙা ৰাখু চিঙা ৰাখু
গিৰকায় ৰাখু ঢাকা ৰাখু
চিঙা ৰাখু চিঙা ৰাখু
যা টোৱা উৱন ৰাখু চিঙা ৰাখু চিঙা ৰাখু।
হেই হেই হেই হেই
চা নিং খাম।....

ভাবাৰ্থ ঃ আমি মাগিবলৈ আহিছোঁ। আমাক দান-দক্ষিণা কৰা। হয় ধান দিয়া, নহয় টকা দি আমাক বিদায় দিয়া।

**হামজাৰ নৃত্য ঃ** ৰাভাসকলে কেৱল সমতলতে নহয়, পাহাৰতো খেতি-বাতি কৰিছিল। হাবি-বন কাটি চিকুণাই লৈ খেতি কৰিছিল। এইদৰে কৰা খেতিয়েই হৈছে 'ঝুমখেতি'। কৃষিৰ আৰম্ভণীতে পৰম্পৰাগত লোক-উৎসৱ অনুষ্ঠিত হয়। 'ঝুমখেতি'ৰ আগত পালন কৰা লোক-উৎসৱত পৰিবেশিত হোৱা গীত-নৃত্যকেই কোৱা হয় 'হামজাৰ নৃত্য'। হা মানে মাটি, মাজাৰ মানে বন-জংঘলৰ মাজত থকা মাটি। এই হা-মাজাৰৰপৰাই হ'লগৈ হামজাৰ। হামজাৰ নৃত্যত গোৱা গীতবোৰে মানুহৰ হিয়া-মন পৰশি যায়।

(১)

ৰিবা ৰিবা ৰিবা ফুই ৰিবা
চাকায় ছোঙি দিমকায় ৰিবা।
হাৰুইনা হাচুনা তাচি বাকেং ৰায়না
চাকায়ান হামজাৰ বোনা।
হাবা হাচু বোনা চিমে।
পান বিৰিখ টানা চিমে
খৰে বাখু ৰায় মেন
কাংফা কদাল ৰায়মেন হামজাৰ প্ৰঙা।

ভাবাৰ্থ ঃ গাঁওখনৰ আমি সকলোৱে দা-কুঠাৰ লৈ পাহাৰত হামজাৰ (হাবি-বন চাফা) কৰিবলৈ যাওঁ। আহা হাবি-বন কাটি ঝুমখেতিৰ বাবে মাটিখিনি মুকলি কৰি উলিয়াওঁ।

**হাছোং নৃত্য ঃ** কৃষিজীৱী ৰাভাসকলে পৰিয়ালৰ আটাইৰে কুশলৰ বাবে, পোহনীয়া গৰু-ছাগলী, হাঁহ-কুকুৰা, গাহৰি, মেকুৰী, কুকুৰ আদিয়ে যাতে ৰোগ-ব্যাধি, দুখ-যন্ত্ৰণাৰপৰা ৰক্ষা পৰিব পাৰে, তাৰ বাবে 'দাৰ্ম্মাং' দেৱতাক পূজা কৰে। দাৰ্ম্মাং দেৱতাৰ পূজাকে 'হাছোং' পূজা বোলে। 'হাছোং' পূজাত নচা নৃত্যৰ নামেই 'হাছোং' নৃত্য। এই নৃত্যত গোৱা এফাকি গীত এনেধৰণৰ—

(১)

দায় অ দায়ছো
দায় অ দায়ছো
কোঅ ফোঅ
দায় অ দায়ছো।.....

ভাবাৰ্থ ঃ আমাৰ পূজাৰ কামবোৰ ঠিকমতে হৈছে নে নাই আমি নাজানো প্ৰভু। নাজানি-নুশুনি কৰা ভুলৰ বাবে আমাক যেন ক্ষমা কৰা। মনৰ ভয় ভাব দূৰ কৰা।

এনেকৈয়ে কত কাল, কত যুগ পাৰ হৈ গ'ল। নিজ ভাষা-সংস্কৃতিক সাৰটি লৈয়ে জাতীয় জীৱনৰ ডিঙাখনি বাই থাকিল; কিন্তু সময় পৰিৱৰ্তনশীল। ৰাজনৈতিক, সামাজিক, ধৰ্মীয় উত্থান-পতনৰ ফলত ৰাভাসকলৰ জীৱনলৈও ঢল নামি আহিল। সময়ৰ কুটিল গতিত ৰংদানীয়া, মায়তৰীয়া আৰু কোঁচ— এই তিনি ফৈদৰ বাহিৰে বাকী ফৈদকেইটাৰ মাজৰপৰা ভাষা-সংস্কৃতিয়ে





মেলানি মাগে। দক্ষিণ কামৰূপ আৰু দক্ষিণ গোৱালপাৰাত পাতি ফৈদৰ ৰাভাসকলৰপৰাও জাতীয় ভাষা-সংস্কৃতি লোপ পাবলৈ ধৰে ১৬ শ শতিকাৰ প্ৰথম ভাগৰপৰা। মহান কলাকাৰ বিষ্ণুপ্ৰসাদ ৰাভাদেৱে কৈ গৈছে— 'বাস্তৱ প্ৰয়োজনত সংস্কৃতিৰ জনম'। বাস্তৱ প্ৰয়োজনতেই পাতিৰাভাসকলৰ মাজতো নিজস্ব নৱ সংস্কৃতিয়ে জনম পালে। ইয়াৰ ভাষা লিখিত অসমীয়া ভাষা নহয়, ৰাভাসকলে কোৱা থলুৱা কথিত ভাষাহে। ৰাভাৰ এই থালৰ সংস্কৃতিৰ পম খেদি দেৱ-দেৱী আৰু নৃত্য-গীতৰ চমু আভাস দাঙি ধৰা হ'ল।

ৰাভাসকল মূলতঃ জড়োপাসক। আৰাধ্য দেৱতা লাঙাবুঢ়া (শিৱ)। লাঙাবুঢ়াৰ পূজাক লাংমাৰ পূজা বুলি কয়। পূজাথলীত দীঘল শিল পুতি লাঙাক স্থাপন কৰে। লগতে দুয়োকাষে সৰু সৰু শিল পুতি লাঙাবুঢ়াৰ লগত সম্পৰ্ক থকা লেংদেও, খুকুচি, বাঘদেও আদি দেৱ-দেৱীক স্থাপন কৰে। পূজাৰ সম্ভাৰ হৈছে— ৰঙা মতা কুকুৰা, তামোল-পাণ, বতৰৰ ফল-মূল, তুলসী পাতৰ মালা, চাকি-বন্তি, ধূপ-ধুনা, তেল-সেন্দুৰ, ছাগলী, চুতিয়াৰ মদ ইত্যাদি। 'চুতিয়া'ৰ মদ হৈছে তিৰোতা মানুহে ৰাতিপুৱাই লঘোণীয়া পেটেৰে গা-পা ধুই মুখত কাপোৰ বান্ধি খোৱা মদ। দেউৰীয়ে দীঘল খাৰা লৈ বুঢ়া লাঙাক সুঁৱৰি বলি কাটি যায়। চাউলৰ ভজা গুড়িৰে ভোগ ৰান্ধি বেদীত উৎসৰ্গা কৰে। সমাজৰ হিতৰ কাৰণে দেউৰীয়ে ভুটুকে (আহ্বান কৰে)।

আহাম্— কৰ বোলে লাঙাবুঢ়া মাকুডুবি,
ঘোগদালোৱা, বৰপাক, শিমিলিগুৰি, গলিয়াডুবি আদি
হে বুঢ়ালাঙা ভালে-কুশলে ৰাখিবা লাগে। গৰু-মানুহ
চৰিলে বাঘ-ভালুকে নোখাৱাকৈ ৰাখিবা লাগে,
বন-জংঘলে গ'লে গছে-পাতে নাকাটাকৈ ৰাখিবা লাগে।
আহাম— হে বুঢ়ালাঙা, বৰ বাঞ্ছা দিব লাগে
গোহালিত গৰু হ'ব লাগে
ভঁৰালত ধান হ'ব লাগে।.....

এইদৰে যথাৰীতি অনুসাৰে ভক্তিভাৱে পূজা কৰে। লাংমাৰ পূজাৰ উপৰিও বিভিন্ন মাৰি-মৰক, জ্বৰ-বেমাৰ, ভয়-ভীত পোৱা, বেয়া সপোন দেখা, মূৰ্চ্ছা যোৱা, টোপনিত চক্ খাই উঠা, ভ্ৰম বকা, মূৰ বিষোৱা, পেট কামোৰা বা আখুচা-খামোচা কৰা, চকুৰ অসুখ হোৱা, সন্তান জন্মি বাৰেপতি মৰা, ধানত গান্ধী পোকে ধৰা, বনৰ জন্তু-জানোৱাৰে উপদ্ৰৱ কৰা আদি অপায়-অমংগল, বিপদ-আপদ হ'লে সময় সাপেক্ষে, প্ৰয়োজনমতে ঘৰ গোসাঁনী, কুবেৰ নাচিনীশিলা, জঙৰ পূজা, আই ডাইনী, বাঘদেও, বাটৰদেও, শিলদেও, নাওদেও, চোৰদেও, খাখ্‌লাম, হামদেও, কেঁচাইখাইতি, কচু পাচালা দেও, চিলাচামেন, আকা ডাইনী, বৰমানী, বনৰীয়া গোঁসাই, গৰখীয়া গোসাঁই, তুকুৰীয়া পূজা, বীৰা বা পাষাণ, কালী পূজা, বিছুলী, সহনশীলা, বলিয়া গোসাঁই, শান্তি পূজাসমূহ নিয়মমতে সভক্তিৰে সমাপন কৰে।

**বগেজাৰী গীত ঃ** নৃত্য-গীতৰ ক্ষেত্ৰখনলৈ চালে আমি দেখিবলৈ পাওঁ, পাতিৰাভাসকলৰ মাজত বহুল প্ৰচলিত আৰু সমাদৃত কৃষ্টিবিধেই হৈছে বগেজাৰী কৃষ্টি। তাহানিকালত বৰ্তমানৰ বামুণীগাঁও আৰু বনগাঁৱৰ মাজত আছিল বগে ৰাজ্য। ৰজা বগা সিং বা বগে সিঙৰ ঔৰসত ৰাণী ধুন্দুলীৰ গৰ্ভত জন্ম হৈছিল পাঁচজনী ছোৱালীৰ— বগেজাৰী, বহুৰাঙী, খোপাৰাঙী, ৰূপেমালী আৰু টৰেংবো ঠৰেং পাগিলীৰ। আজন্ম শিল্পী ৰাজকন্যা বগেজাৰীয়ে ৰছা, গোৱা গীতবোৰকে বগেজাৰী গীত বোলে। অৱশ্যে সমসাময়িক সময় আৰু পিচৰ কালত নতুন নতুন গীত সংযোজিত হৈছে আৰু এয়াই বগেজাৰী গীতৰ জীৱনী শক্তি বঢ়াইছে। আনহাতে দুই ভনী বহুৰাঙী আৰু খোপাৰাঙী দক্ষিণ গোৱালপাৰালৈ যায়। তাতেই তেওঁলোকে এই গীত, নাচ শিকায়। তেওঁলোকৰ নাম অনুসৰি ৰংজুলি অঞ্চলত এই গীতসমূহ 'বহুৰঙী' গীত হিচাপে জনাজাত হয়। পোন প্ৰথমে সৰস্বতী দেৱীক স্মৰণ কৰে—

(১)

সৰস্বতী মোহিনী
গীতৰ চাহিনী
কায়ো বজায় ঢাক-ঢোল
কায়ো বজায় বাঁহী।

গীতসমূহ ধ্বন্যাত্মক। চাৰিশাৰীত শেষ হোৱা গীতসমূহত প্ৰথম দুইশাৰীত উপমাৰে পৰিৱেশৰ সৃষ্টি কৰি পিচত দুইশাৰীত আচল ভাবটো বুজাই দিয়ে। গীতৰ

ভাব-ভাষাত কৃত্ৰিমতা নাই, জটিলতা নাই। সমাজ জীৱনৰ পৰিৱেশৰ লগত খাপ খুৱাই গোৱা বগেজাৰী গীতসমূহত অন্তৰ্নিহিত হৈ আছে সহজ-সৰল জীৱন যাপনৰ মানৱ মনৰ অনুভূতিৰ সুন্দৰতম প্ৰকাশ। বিভিন্ন উপলক্ষত এই গীত গায়। প্ৰেম-বিৰহ-মিলন, জীৱন-গাঁথা, জীৱন-জীৱিকাৰ বতৰা, বোৱনী-শিপিনীৰ কথা, আ-অলংকাৰৰ আভাস, মাছ মৰা-চিকাৰ কৰাৰ বৰ্ণনা, পূজা-পাৰ্বণৰ উল্লেখ, নাৰীৰ ৰূপৰ বৰ্ণনা, কৰ্মঠ পুৰুষ সঁচা চিত্ৰ, সমাজ ব্যৱস্থা, নীতি-নিয়মৰ কথা, বিসংগতি দেখিলে ঠাট্টা-মস্কৰা কৰা, গভীৰ জীৱনবোধৰ উপলব্ধি প্ৰকাশ কৰে গীতেৰে। গীতত প্ৰকাশ পাইছে মানৱ মনৰ সাৰ্বজনীন ভাবৰাশি। এনেহেন বগেজাৰী আপোনাৰা আপোন, গাই থাকিলেও যেন ওৰকে নপৰে—

(১)

বগেজাৰী কামিনী
বগেজাৰী ভগিনী
গাই থাকং অৰা নহয়
জীৱন থাকে মানে।

**ৰাজাঢোল ঃ** ঢোল-বাদ্য মংগোলীয় সংস্কৃতিৰ অৱদান। ঢোলৰ ভিতৰত আটাইতকৈ ডাঙৰ ঢোল হৈছে বৰঢোল আৰু আটাইতকৈ সৰু ঢোল হৈছে ৰাজাঢোল। ৰাজাঢোল ৰাভাসকলৰ অন্যতম কৃষ্টি। খাচী ৰজাই অতীতত খাজনা তুলিববৈলে বৰদুৱাৰ ৰাজ্যলৈ আহিছিল। ৰাজাবাটত (বৰ্তমান লোহাৰঘাট ৰাজ্যিক পশু চিকিৎসালয়) বাহৰ পাতি আছিল। ৰজাক নিদ্ৰাৰপৰা জগাই তুলিববৈলে শেষ ৰজনীত ৰাজাঢুলীয়াই ঢোল বজাইছিল এনেদৰে—

টুক্ টুক্ টুক্ টুক্ টুক্ টুক্
গ্ৰিম গুৰু গেনজং গুৰু গেনজং
চাং গুৰু গেনজং গুৰু গেনজং গ্ৰিম্
চাং গুৰু গেনজং গুৰু গেনজং গ্ৰিম্
টুক্ টুক্ টুক্
গুৰু গেনজং গ্ৰিম্
টুক্ টুক্ টুক্
গুৰু গেনজং গ্ৰিম্।

এয়া জাগন তালৰ বাদ্যধ্বনি। পুৱতি নিশাৰ ফেঁচাৰ মাতক অনুকৰণ কৰি ডুগুৰীত টুক্ টুক্ ধ্বনি তুলি বাদ্য আৰম্ভ কৰে। ডুগুৰী, কাঢ়া, কাহিলি আৰু ঢোল— এই চাৰিবিধি বাদ্যৰ সুমধুৰ ঐক্যতান। ৰজাক স-সন্মানে আদৰি আনোতে বাট বুলনি বজায়—

গেন্ গেন্ গেন্ গেন্
গেন্ জং গেন্ জং
গেনেট টুগ্ৰে গেন্ জং
চুং চুং চুং।

মহাবাহু লুইতেৰে বহু পানী বাগৰি গ'ল, ইতিহাসৰ গতি সলনি হ'ল। ভাৰতবৰ্ষ ইংৰাজৰ হাতলৈ গ'ল, খাচী ৰজাৰ দখল উঠি গ'ল। ৰজাঘৰ বাদ পৰিল জনগণৰ প্ৰাণৰ মানসতীৰ্থ দৌল-দেৱালয়, গোসাঁনী থানত ৰাজাঢোলৰ ঝংকাৰধ্বনি বাজিয়ে থাকিল। আজিও মদনমোহন মাটিফুটা দেৱালয়ত দৌল উৎসৱত আৰু টিয়াঁমাৰী গোসাঁনী থানৰ বছৰেকীয়া পূজাথলীত ৰাজাঢুলীয়া অপৰিহাৰ্য।

**হানাঘোঁৰা নৃত্য ঃ** হানাঘোঁৰা নৃত্য হৈছে ৰাভা জনজাতিৰ কলাসুলভ এক ধৰ্মীয় কৃষ্টি। হানা ৰাভাসকলে পোন প্ৰথমে নচুওৱা এই ঘোঁৰা নাচকে হানাঘোঁৰা নৃত্য বোলে। আৰাধ্য দেৱতা লাঙাবুঢ়াৰ পূজাবদ্বাৰা সমাজৰ অপায়-অমংগল, বিপদ-বিঘিনি নাইকিয়া হয় বুলি বিশ্বাস কৰে। এই বিশ্বাসমতে হানাঘোঁৰা সাজি গাঁৱে গাঁৱে ঘূৰি ফুৰে। আগেয়ে প্ৰতি বহাগত হানাঘোঁৰা তুলিছিল।

ঘোঁৰাৰ আকৃতিৰ এটি সজা বাঁহ, বেত আৰু মৰাপাটৰ ৰছীৰে সাজে। গোটেই গাটো কাপোৰেৰে ঢাক খুৱাই লয়। ঘোঁৰাৰ মূৰত দেও ছাগলীৰ শিং লগাই দিয়ে। ডিঙিত আঁৰি দিয়ে এটি ঘাণ্টি। মৰাপাটৰ ৰং দি ঘোঁৰাৰ নেজৰ দৰে নেজ লগাই দিয়ে। নেজৰ অংশত ওপৰমূৰাকৈ আঢ়ৈ বা তিনি ফুট দীঘল ক্ৰমে ওপৰ অংশ জোঙা আকৃতিৰ এডাল ৰঙীণ কাঠ লগাই দিয়ে (সচৰাচৰ চতিয়না গছৰ কাঠ ব্যৱহাৰ কৰে)। ইয়াকে চৌধলা বোলে। কোনো কোনোৱে পিতলৰ চৌধলাও ব্যৱহাৰ কৰে। এয়াই হানাঘোঁৰা। ঘোঁৰাৰ পিঠিৰ ওপৰৰ ফালে কিছু অংশ খোলা ৰাখে। নাচত পাকৈতজনে খোলা অংশেৰে মূৰটো উলিয়াই ৰাখি সজাটো কান্ধত পিন্ধি লয়। মানুহজনৰ ভৰি ঢাক খোৱাকৈ ঘোঁৰাৰ কাগোৰ ওলমি থাকে। বাদ্য আৰু নৃত্যৰ আহিলাৰ ভিতৰত আছে মাদল, ঢাল, তৰোৱাল, বাঁহী, শিঙা আৰু যাঠি চালান (ঘণ্টা)।

এই নাচত ল'ৰাৰপৰা বয়সীয়াজনলৈ কেৱল পুৰুষেহে অংশগ্ৰহণ কৰে। বিহুত গ'লে নঙলামুখৰপৰা আৰম্ভ কৰে। বাদ্য বজায় চাংতক্ চাংতক্ চাংতক্; লগে লগে গান জুৰে—

অ দায়া হে হে হে
হায় হায় কিহৰ বুলিল কায়
আমাৰ ঘোঁৰা নাচিছে
তেল খুজিছে
হায় হায় তেল খুজিছে।
হানাঘোঁৰা নাচিছে
মাহী ঐ ডিমা খুজিছে
হায় হায় ডিমা খুজিছে।....

এইদৰে বগেজাৰী গীতৰ লেখীয়া গীত গাই গাই ঘোঁৰাটো মাজত লৈ বৃত্তাকাৰে ঘূৰি ঘূৰি গানৰ তালে তালে নাচে, নিষ্প্ৰাণ ঘোঁৰাটো যেন জীৱন্ত হৈ উঠে। জনবিশ্বাসমতে হানাঘোঁৰাৰ অদ্ভুত শক্তি। সেয়েহে অতীতত ৰোগীজনে ৰোগ নিৰাময়ৰ কাৰণে , নিঃসন্তান দম্পতীয়ে সন্তান লাভৰ বাবে আশীৰ্বাদ বিচাৰিছিল। নৃত্যদলৰ জ্ঞানজ্যেষ্ঠজনে আশীৰ্বাদ প্ৰাৰ্থীক ঘোঁৰাৰ সন্মুখত ৰাখি আশীৰ্বাদ দিছিল। এনেদৰেই ঠাইবিশেষে সাত বিহুলৈ আৰু কোনা কোনো ঠাইত গোটেই বহাগ মাহ জুৰি নৃত্য-গীত কৰি ঘূৰি ফুৰিছিল। আগৰ সেই দিন নাই, তথাপিও আজিও মানুহে হানাঘোঁৰাক শ্ৰদ্ধা, ভক্তি, বিশ্বাস কৰে।

**গৰখীয়া বাঁহী ঃ** বাঁহীৰ মাতত, সুৰত, লহৰত, ধ্বনিত মধুৰস আছে, মনোমোহিনী যাদু আছে। দ্বাপৰ যুগত কৃষ্টিৰ আকৰ ভগৱান শ্ৰীকৃষ্ণ সুমধুৰ বংশীধ্বনিয়ে গোপিনীসকলৰ তন-মন-প্ৰাণ হৰি নিছিল। সদা সৰ্বদা প্ৰাণীৰ প্ৰাণত শিহৰণ তোলা, জনমন আলোড়িত কৰিব পৰা সুষিৰ বাদ্য বাঁহী ভিন্ ভিন্ প্ৰকাৰৰ আছে।

অসমৰ লুইতপৰীয়া ভৈয়াম অধিবাসী ৰাভাসকল কৃষিজীৱী। জীৱিকাৰ কাৰণে গো-পালন কৰে। হাবিয়ে-বননিয়ে গৰু চাৰি ফুৰে। গৰু চৰাবলৈ যাওঁতে ৰাভা গৰখীয়াই বাঁহী বজায়। গৰখীয়াই বজোৱা এই বাঁহীকে গৰখীয়া বাঁহী বোলে। বাঁহীডালো বাঁহৰ। প্ৰায় তিনিফুট দীঘল। ডাঙৰ মূৰটো খোলাকৈ ৰাখি সৰুৰ ফালে গাঁঠি ৰাখে। গাঁঠিৰ গুৰিত চাৰিকোণীয়াকৈ কটা এটি বিন্ধা আৰু মাজত আন এটি বিন্ধা, মুঠ দুটা বিন্ধা থাকে। এনেকৈয়ে সাজি লয়। ৰাতিপুৱা গৰু মোলোতে বৰ গৰখীয়াই বাঁহীৰ গুৰিৰ বিন্ধাত মুখেৰে ফুৱাই মাজৰ বিন্ধাটোত সোঁহাতৰ আঙুলি বুলাই সুৰ তোলে এনেদৰে—

তু হুঁৰেট হুঁৰেট হুঁৰেট হুঁৰেট
তু হুঁৰেট হুঁৰেট হুঁৰেট হুঁৰেট
তু হুঁৰেট হুঁৰেট হুঁৰেট হুঁৰেট।

কোনো কোনোৱে বজায়—

তুৰুৰাঁই ৰুৰাঁই ৰুৰাঁই ৰুৰাঁই ৰুৰাঁই
তুৰুৰুৰু ৰুৰাঁই ৰুৰাঁই ৰুৰাঁই ৰুৰাঁই

এয়া আনন্দৰ কৰুণ সুৰ। বাঁহীৰ মাত শুনি গাঁওখনৰ সকলো গৰখীয়াই গৰু মেলে। হাবি-বননি-পাহাৰত গৰু চাৰে। গৰুজাক মাজত লৈ চক্ৰাকাৰে গৰখীয়াসকল থাকে। তেতিয়া বজায়—

তৰু ৰুৰু তু হুঁৰেট
দৰু ৰুৰু তু হুঁৰেট
তু হুঁৰেট
হুঁৰেট হুঁৰেট তু হুঁৰেট।....

হাবিৰ মাজত বাঘৰ মুখামুখি হ'লে গৰুবোৰ তৎক্ষণাৎ আঁতৰাই আনে আৰু নিৰাপদ ঠাইলৈ আনি বাঁহী বজায়, যাতে গৰুৰ মনৰ অৱস্থা স্বাভাৱিক হয়। কেতিয়াবা ৰং-ৰহইচ কৰিবৰ মনেৰে বাঁহী বজাই গৰু যুঁজৰ মেলা পাতে। যুঁজৰ শাম কটায় বাঁহীৰ সুৰেৰেই।

সময় ৰথৰ চকৰি ঘূৰিল। বিস্তৃত বনভূমি নাইকিয়া হ'ল। আগৰ দৰে গাঁওখনৰ গৰুবোৰ লগে-ভাগে চাৰিবলৈ নোযোৱা হ'ল। ফলত অতীতৰ দৰে গৰু চৰোৱা গৰখীয়াও নোহোৱা হ'ল। সেয়েহে গৰখৰীয়া বাঁহীও কালৰ সোঁতত হেৰাই গ'ল। নিৰৱ-নিমজ বননিত সুৰৰ মূৰ্চ্ছনা তোলা গৰখীয়া বাঁহীৰ সুৰ আমাৰ বাবে মধুৰ স্মৃতি হৈ ৰ'ল। ■

# দক্ষিণ কামৰূপৰ অনাখৰি আয়তীৰ বুকুৰ এমুঠি গীতৰ আৰিয়া

সৰোজিনী দাস

মানুহে শৈশৱ পাৰ হৈ কৈশোৰ পায়। বয়োসন্ধিৰ এক বিশেষ ক্ষণত দেহলৈ পৰিৱৰ্তন আহে। ছোৱালী পুষ্পিতা হয় (The girl attains puberty) পুষ্প প্ৰস্ফুটিত হোৱাদি ছোৱালী জীৱনলৈ নামি আহে ৰঙীন জীৱনৰ প্ৰভঞ্জন। তোলনি হ'লে ছোৱালীজনীক কিছুমান নীতি-নিয়মৰ মাজত ৰাখি চতুৰ্থদিনা আনুষ্ঠানিকভাৱে ধুৱায়। তোলনি বিয়াৰ আগদিনা জাপাথোৱা উৎসৱ। জাপাত ফল, কটাৰী (ডালিমৰ কৰ, বাৰমাহী বেঙেনা আৰু পদুমৰ নালৰ কটাৰী একেলগে বন্ধা হয়) ভৰাই এজনী অকুমাৰী ছোৱালীৰ মূৰত দি। আয়তীসকলে তোলনি হোৱা ছোৱালীজনীৰ মামাক বা আত্মীয় (ভাগী নহয়) মানুহৰ ঘৰত থৈ আহে। আজিকালি অৱশ্যে টেঁকীশালত নাইবা ভঁৰাল ঘৰতো থোৱা হয়। জাপাৰ ভিতৰত ভৰাই অনা 'ফল, কটাৰী' সাঁথৰ সাঁথৰ যেন লাগিলেও সেয়া অনাগত কোনোবা 'গাজিৰাম' কোনোবা 'লক্ষেশ্বৰ'। পুষ্পিতা হোৱাৰ পিচত ছোৱালীৰ মন ফুলনিত ফুলি থকা কল্পনা ৰাজ্য, ডেও দি পোৱাৰ বাটত। বাস্তৱ দুৱাৰ চুকত। তাৰেই যেন আখৰা কৰা হয় এই জাপা থোৱা আৰু তোলনি বিয়া উৎসৱত। তাৰ উমান পাওঁ গীতবোৰত আৰু আনুষ্ঠানিক কাৰু-কাৰ্যত।

আগদিনা আয়তীসকলে জাপা থৈ উভতি আহে। পিচদিনা জাপা ৰখা গাঁৱৰ আয়তীসকলে জাপা লৈ আহে আৰু দুয়োদলে মিলি কইনা ধুৱায়।

জাপা থব যাওঁতে আয়তীসকলে গায়—

কইনাৰ মামাকথেৰ মেৰে মেৰে ঘৰ
জাপাত কে আপা আন্‌ছু নাম 'লক্ষেশ্বৰ'।
গাজী কৰে আমোলমোল
গাজী ৰামক খুৰে আন্‌ছু কৰ্পূৰ তামুল।
'গাজী' বৈহ্‌ছি চিয়াৰে
'গাজী' বৈহ্‌ছি চিয়াৰে
'গাজী'ৰামক ভৰে আন্‌ছু ঝাপাৰে ভিতাৰে।

এই উৎসৱতো খীজা গীত বা জোৰা নামেৰে অয়তীসকলে আনক জোকায়। তেওঁলোকে জাপা থ'ব যাওঁতে গায়—

ঢাৰি পাৰি পাটী পাৰি
আমাক আছা চাই
তেৰিয়া মেৰিয়া বাট
যাবাৰ উপায় নাই।
* * *
পল্‌হাবেইৰা আয়া আছু এ
সাজে দিবা আলি
য'তে আছে খালা-বামা এ
তোতে পাৰিম গালি।

জাপা ৰখা ঘৰৰ নঙলাত গায়—

ইঘৰৰ পচলি সিঘৰে যায়
এতিয়াহে পচলি পাণ বিচৰয়।
* * *
মাছৰ নাম পুঠি
বৰিবা আহিছি
লেৰুৱা ওঠী।
* * *
মাছৰ নাম গৰে
বৰিবা নৰে তাই
আগ দাঁত লৰে
* * *
মাছৰ নাম কৰে
বৰিবা নৰে তাই
ওঁঠে ঝোল বৰে
* * *

জাপা বৰি নিয়াৰ পিচত চোতালত বহি আয়তীসকলে গায়—

এ লাইট্ নাইকা বাজাৰে
বহিবাৰে ঢাৰা নাইকা
মান্‌হু আছু হাজাৰে
লাইট্ নাইকা বাজাৰে।
* * *
ঐ আৰে চাৰি ঘৰৰ
চাইৰ্‌টা আহিছু ঐ
ঐ আৰে ভাল মানুহৰে ঝী গুৱালকুছি নাথাকু
যাম গুচি।
ঐ আৰে ঢাৰা পাৰি
নেদ্‌বি আমাকে ঐ
ঐ আৰে চিয়াৰ পাৰি দিবি গুৱালকুছি নাথাকু
যাম গুচি।
* * *
বাঁহো আছে বেতো আছে
পুৰাণ চেইমা গিৰী
ঢাৰা দেখি হাঁহি উঠে
মিৰ্জাপুৰৰ তিৰী।
* * *
হাচটি এ নীলা
বহিবাৰ চিয়াৰ নাই
টেঁকীটোকে দিলা।
* * *
নাঙালৰ ডিলা ভাঙা
কইনাৰ মামাৰ ছটেমাৰা
বৈহ্‌ৱা দিবা নৰা।
* * *

জা-জলপান খাই উঠি আয়তীসকলে গায়—

আকু মুঠা পিঠা গুড়ি
আকু আইদ্‌খান কল
সানি-পত্‌কি হাতত লওঁতে
দনা উদি হ'লা।
পেট কাটা চৰে
মামাকথেৰ্ চিৰা দিছি
পেটকে নভৰে।
* * *
গাখীৰৰ টেকেলি
খোলো-মোলো
আমি চিৰা খালু
কইনাৰ মামীনাকে দনা পেলৌ।
* * *
আকু আইদ্‌খান কেঁচা তামুল
আকু আইদ্‌খান পাণ
মিৰ্জেলিয়াই নাজেনিলা
সবপেৰীয়াৰ মান।

পিচদিনা কইনা ধুৱাওঁতে দুয়োদল আয়তীয়ে লগ হৈ গায়—

এ বৌমাছৰ ঘাবদেনা
খাবা জুটি জানা
ধুৱাবা নাজানা কিয়া এ
* * *
এ ধানৰ নাম মাগুৰি
মেখেলা হাগুৰী
ভাল্‌কে নুধুৱা কিয়া এ
* * *
এ বৌমাছৰ মূৰ খাইতী
হত্‌কে উঠেতি
পত্‌কে নুধুৱা কিয়া এ
* * *
বাৰীৰ পিচৰ গবৰৰ গুঠা
ঘোহো-মোহো কৰে
মামাকথেৰ চোলা দিছি
পিঠিত চিৰা পৰে।

নিজস্ব সুৰেৰে সমৃদ্ধ এই গীতবোৰ সুৰেৰে নুশুনিলে মনে মৌ নিপিয়ে। গীতৰ ৰূপত শুনিলেহে ইয়াৰ প্ৰকৃত স্বাদ পোৱা যায়।

আইতা, আজো আইতৰ মন নিজৰাৰ এই কল্লোল আজি স্তব্ধ। নিজক নিচিনি আনক চিনিব খোজা আমি সৱক লোকে ভেলেকি বাণ মাৰি বোবা কৰিলে

অনুষ্ঠানবোৰ আছে, সুৰ নাই। খোৱা-লোৱা, দিয়া-পোৱাৰ বিৰাট প্ৰতিযোগিতাত সংস্কৃতি হৈ পৰিছে দুষ্কৃতি, আমিও নিঃসহায়।

শিশুৰ মুখত মাত ফুটাদি কোনোবা শুভ লগনত মানুহৰ কণ্ঠতো নিনাদিত হ'ল শব্দ হিল্লোল, ধ্বনিৰ ঝংকাৰ। বিৱৰ্তনৰ সোঁতত আহি পালে আজিৰ ভাষা। মানৱে লাভ কৰিলে ভাব প্ৰকাশৰ শ্ৰেষ্ঠতম মাধ্যম।

অঘৰী জীৱনত মানুহে উদ্‌ঘাটন কৰিছিল কৃষি কৃষ্টি। এই কৃষি বস্তিৰ পোহৰতেই মানুহে বিচাৰিলে মনৰ খোৰাক। সৃষ্টি হ'ল ভিন্নসুৰী কলা বিদ্যাৰ। শিলত কাটিলে, মৃণ্ময় মূৰ্তি গঢ়িলে, জোঙা অস্ত্ৰেৰে আঁকিলে। গছ-লতা আৰু প্ৰকৃতিৰ বিভিন্ন অৱস্থা প্ৰকাশ কৰিলে দেহ ভংগিমাৰে আৰু মনৰ গভীৰ কোণত জাগি উঠা ভাবৰ বুদ্‌ বুদ্‌বোৰ প্ৰকাশ কৰিবলৈ ধৰিলে বিভিন্ন গীত-মাত, ফকৰা-যোজনা, সাধুকথা-উপকথাৰ সাজেৰে; ইয়াতেই জন্ম হ'ল লোক-সাহিত্যৰ।

অনাখৰি যুগৰ কোনোবা অনামী আই-ভাইৰ সৃষ্টি এই লোক-সাহিত্য আমাৰ পূৰ্বপুৰুষৰ সাহিত্য, সংস্কৃতিৰ বাহন। ইয়াত লুকাই আছে আমাৰ অতীত পুৰুষৰ অপূৰ্ব কাব্য প্ৰতিভা, অনুপম বৰ্ণনা। এইবোৰ আদৰি-সাদৰি সাহিত্যৰ বৰঘৰত থাপিলে ই হয়তো বিশ্বজনীন সাহিত্যতো স্থান পাব।

অসমীয়া সমাজত প্ৰচলিত বিয়াগীত, তোলনিগীতসমূহো এই লোক-সাহিত্যৰ অমূল্য সম্পদ। এই সম্পদ নাৰী জাতিৰ গৌৰৱ। এই গীতবোৰ গাই কেৱল আই-বাই সকলেহে। সেয়ে এই গীতবোৰৰ ৰচয়িতা যে নাৰী তাত কণমানো সন্দেহ নাই। এইবোৰ অসমীয়া নাৰীৰ মুক্ত মনৰ প্ৰকাশেই নহয়, ই সাহিত্য সুলভ মনৰো সুন্দৰ পৰিচায়ক। এই গীতবোৰত আয়তীসকলৰ প্ৰত্যুৎপন্নমতিতাৰো পৰিচয় পোৱা যায়।

আমাৰ সমাজত পুৰুষ-প্ৰকৃতিক অৰ্থাৎ নাৰী-পুৰুষক একাত্ম কৰি বন্ধা অনুষ্ঠানটোৰ নামেই হ'ল বিবাহ। বিভিন্ন সমাজত বিভিন্ন পদ্ধতিৰে এই নাৰী-পুৰুষক পতি-পত্নী ৰূপে স্বীকৃতি দিয়া হয়। হিন্দু সমাজত এই মিলন কিছুমান সামাজিক ৰীতি-নীতি আৰু বৈদিক ক্ৰিয়াকাণ্ডৰ মাজেৰে পালন কৰা হয়।

এই বিবাহ উৎসৱত আয়তীসকলে বিয়াৰ বিভিন্ন অনুষ্ঠানত বিভিন্ন বিয়াগীত পৰিৱেশন কৰে। বৰ্তমান বিয়াগীত এপাচি শাকত এটা জালুক হৈছে যদিও তাহানিৰ বিয়াঘৰ বিয়া নামেৰে ৰজনজনাই আছিল। ড° প্ৰফুল্ল দত্ত গোস্বামীৰ ভাষাত— 'অসমীয়াৰ বিবাহ এটা বিৰাট সংগীতানুষ্ঠান।' অঞ্চল ভেদে কথিত ভাষা বেলেগ বেলেগ। সেয়ে বিয়াগীতবোৰৰ কথা-সুৰো বেলেগ হোৱা দেখা যায় যদিও মূলতঃ কথাবোৰ প্ৰায় একেই।

আমাৰ দক্ষিণ কামৰূপ অঞ্চল, এই বিয়াগীত আৰু তোলনি গীতত বৰ চহকী বুলি খ্যাত।

এই গীতবোৰৰ ভিতৰৰে আন এবিধ গীত হ'ল খিজা গীত। লিখিত ভাষাত বা উজনিৰ ফালে ইয়াক কোৱা হয় যোৰা নাম। বিয়াৰ প্ৰতিটো অনুষ্ঠানতে এই গীতেৰে আয়তীসকলে দৰা-কইনা আৰু বিয়াঘৰৰ বিভিন্নজনক জোকাই ৰং পায়। এই গীতবোৰত উল্লেখ থকা কিছুমান বিশেষণাত্মক শব্দ অয়তীসকলৰ মনত লুকাই থকা হাস্যৰসৰ স্বচ্ছ প্ৰকাশ। এই খিজা গীতবোৰৰ কিছুমান অলপ সালসলনি কৰি দৰা-কইনা উভয়ৰে আয়তীসকলে গাব পাৰে যদিও কিছুমান অকল দৰাঘৰৰ আৰু কিছুমান অকল কইনাঘৰৰ বাবে নিৰ্দিষ্ট। বিয়াৰ এটা ঘাই অনুষ্ঠান হ'ল পানী তোলা। পানী তুলিব যাওঁতে, আহোঁতে আয়তীসকলে পানী তুলিব যোৱা বিভিন্নজনক জোকাই গীতৰ মাজেৰে এনেদৰে—

লীলা এ খুতুৰা তুলিলু
লীলা এ হাততকে আনিলু
লীলা এ কোচতকে আনিলু লাই,
লীলা এ বৰৰ বোৱাকটো
লীলা এ এনে হাড়ীত খাৱা
লীলা এ গাখীৰৰ চামেনি খায়।
লীলা এ খুতুৰা তুলিলু
লীলা এ হাততকে আনিলু
লীলা এ কোচতকে আনিলু লাই,
লীলা এ কাইনাৰে মামীনাক
লীলা এ এনাই হাড়ীত খাৱা
লীলা এ ভাজা মাছ চুৰ কৰি খায়।
* * *
এ শিকিয়াৰ কথোৰি
দেওৰাকৰ আদেৰী



বুলে ঠগ ধৰি ধৰি এ
* * *
এ লেতুকৰে থোপা
বাপুই খাৱা হকা
বোৱাকৰ ছয়কুৰি ঢকা এ
* * *
আয়া এ তিয়াঁই কুটা ঔ
কইনাৰ বৈনাকক মাঝতকে লোউ এ
মিলিটাৰী নিয়া বুলি কোউ।
* * *
ৰাম ৰাম বৰৰ বোৱাক ঢুলি
ৰাম ৰাম নাযায় বাট বুলি
ৰাম ৰাম লৈ যাওঁ ঢেকুৰাত তুলি এ।
* * *
শিৱসাগৰ নাজিৰা
শিৱসাগৰ নাজিৰা
ছাতি ধৰা মানুহজনৰ
কিমান টাকা হাজিৰা।

ঢুলীয়া-বেণ্ডপাৰ্টীকো আয়তীসকলে শুদাই নেৰে। তেওঁলোকে গায়—

এ ঢুলীয়া কালীয়া
হতাচিৰি যাৱা
ঢোলত কুব নামাৱা কিয়া এ
* * *
বেণ্ডপাৰ্টী বেণ্ডপাৰ্টী তই বৰ বেণ্ডপাৰ্টী ঐ
বাজাবা নাজানা সুৰে নিৰমালা বিমলা ঐ
এই থোৱা বেণ্ডপাৰ্টীক কুনেনো মাতিছি ঐ
গানৰে নাজানে সুৰে নিৰমালা বিমলা ঐ
এই থোৱা বেণ্ডপাৰ্টীক বাপুইতো মাতা নাই ঐ
আহিছি পাৰাৱাৰ লোভত নিৰমালা বিমলা ঐ
* * *
পিতঘলাৰ পাৰতে কাপুৰ ধুই আহিলু
পাহেৰি এৰিলু পাতা,
ছয়গাণ্ডা মহুৱা হুপি থৈ আহিলু
বেণ্ডপাৰ্টীৰ ছানাৱা বুবা।
* * *

ৰাতি কইনাঘৰলৈ গৈ দৰাঘৰৰ তিৰোতাকেইজনীমানে কইনা উলিয়াব যায়। কইনাক মাজত লৈ আয়তীসকলে বিভিন্ন গীত গোৱাৰ উপৰিও খিজা গীত গায় এনেদৰে—

বেহাৰ জুখাওঁতে পাল্লা লৰে পাল্লা লৰে
মুৰটো চুচুাওঁতে ফেফে মৰে
বিলেতী সিনুৰৰ ফটা মাৰে।
* * *
মুৰ চুচোৱা তিৰীটোৰে
তালুত নাইকা চুলি
ভৈৰ (ভৰি) দুখান ভোল্‌কা ঠেঙা
পেটটো ভাঙা ডুলি।
* * *
মুৰ চুচোৱা তিৰীটোকে
চিনু চিনু কৰে,
তই আছা মুৰ চুচাবা
লালেক নিলা চুৰে।
যেইটা আছা মুৰ চুচাবা
সেইটা আমি নাই,
সিন্‌হিৰ মুখত পায়।
* * *
একপাট তঙালৰ দুই পাট দৈ
হে বৰৰ বোৱাক কাপুৰযুৰ (যোৰ) কৈ
কাপুৰ যুৰ নানিলি
ধাৰ লাগ্‌বো বুলি
ঢুলীয়া আনিছা ফুটানি মাৰি।
* * *
কাঠিতে নুঠিবি পিচল খাই পৰিবি
মোঝিয়াত ময়ানৰ কাঁটা
তেলৰভাৰৰ দিনা কাপুৰযুৰ নানিলি
আজি দিম জনমৰ খটা।

দৰা আহি চোতাল পোৱাৰ পিচৰেপৰা কইনাঘৰত কইনা, কইনাৰ মাকে কান্দোনৰ ৰাউচি জোৰে। তেতিয়া দৰাঘৰৰ আয়তীয়ে গায়—

কইনাথেৰ কাঠি কাঠি
জ্বালা বটা পাতা
ওলে চাৱা কইনাৰ মিয়াক
জোঁৱাই কুনত কাটা।
* * *



নাকেনিবি কইনাৰ মিয়াক
নকৰিবি শোক
জী চায়ে জোঁৱাই পালি
মালভোগ কলৰ থোক।
* * *
নাকেনিবি কইনাৰ মিয়াক
হালা বেঁৰাত ধৰি
ঝীয়াৰেকে নিবা আছু
কালা দলা কৰি।
* * *
নাকেনিবি কইনাৰ মিয়াক
জীয়েৰ গলে ধৰি
জী চায়ে জোঁৱাই পালি
তিয়াঁহৰে জালি।

কইনা সজাই-পৰাই চোতালত উলিওৱাৰ পিচত দুয়োঘৰৰ আয়তীয়ে বিভিন্ন গীতৰ লগে লগে যোৰা নামো গায় এনেদৰে—

**কইনাঘৰৰ আয়তী ঃ**

শুনাওঁতে শুনিলু দৰাঘৰ বৰ ধনী
ঐ ৰাম হাতী হালে হালে বায় হে
এতিয়া শুনিলু দৰাঘৰ দুখীয়া
ঐ ৰাম কথা বৰে বৰে কয় হে।
* * *
পাণো আনিছে মেকুৰী কণীয়া
ঐ ৰাম তামুলো আনিছে ধনা হে,
আগে নাজানিলু এতিয়া জানিলু
ঐ ৰাম দৰাটো কুকুৰী কণা হে।
লাউৰ তলে তলে লাঙি জাল পাতিলু
ঐ ৰাম লাগিল পাহে পাহে মোৱা হে
আগে নাজানিলু এতিয়া জানিলু
ঐ ৰাম দৰাটো খুটি তাল বাৱা হে।
বৰালি মাছৰে তিনিটা টোটোলা
ঐ ৰাম খাৰত দি খাবলৈ ভাল হে
দৰাৰ ককায়েকৰ দাৰি-গোফ বাঢ়িছি
ঐ ৰাম চতাল সাৰিবলৈ ভাল হে।

এনেধৰণৰ গীত শুনি দৰাঘৰৰ আয়তীৰ মনে ছট্‌ফটাই, সহ্যৰ বান্ধ সুলকি যায়। তেওঁলোকেও আৰম্ভ কৰে এনেদৰে—

শুনোৰে কাকা ঐ শুনোৰে দাদা
ঐ শুনোৰে সদৰৰ ভাই,
আগে লাগে দিছি পিচে শুজ্যে দিম
আমাৰ গাত কিছু দোষ নাই।
* * *
বাঁহৰ পাতৰ ঝকৌ মকৌ
ঝকা যদি ভালকে ঝকৌ
আত্‌চা বাৰু ভয় নকৰু
লাগা যদি লাগবা পাৰু।
* * *
বৰুৱা লাউটো লাটিলু
বৰুৱা দুইফাল্লা কৰিলু
বৰুৱা কুনফাল্লা বুলিবি সৰু মন বৰুৱা
বৰুৱা ফুকনৰ জীয়েকক
বৰুৱা কম নুবুলিবি
বৰুৱা যায় কি জুৰিব চৰু মন বৰুৱা।
* * *
লোকে মাছ মাৰে আনুলি কানুলি
ঐ ৰাম আমি মাছ মাৰু কুঢ়ী হে,
লোকে বিয়া কৰায় অকণমান ছোৱালী
ঐ ৰাম আমি বিয়া কৰাওঁ বুঢ়ী হ।

**কইনাঘৰৰ আয়তী ঃ**

আহু ধানৰ মাঝে মাঝে সৰল কাঠৰ মুৰা
আইদেৱে দৰা পাইছে বাপেকতকৈ বুঢ়া
বুঢ়া দৰা কমল কইনা কথাৰ নাপাওঁ আশে
খৰকৈ আহা আইদেউৰ মাক সৰাই দিয়া দাঁতে।
* * *
আইদেৱে পিন্ধি আছে পাতৰে মেখেলা
ঐ ৰাম দৰাই পিন্ধি আছে চোলা হে
ওৰণিৰ তলেদি কি চাইছা আইদেউ
ঐ ৰাম দৰাটো তুমাতকৈ ক'লা হে।

**দৰাৰ আয়তী ঃ**

টেঁকীৰে কাঁটাৰা ঐ বাপু মন্থৰা
নকৰাওঁ বুলছিলি বিয়া,
যাচেনী শাহাৰে যাচি যাচি দিলা
পাহেৰি কৰালি বিয়া।





টেবুলতে আইনা টেবুলতে আইনা
বেছি টেম্পাৰ নকৰিবি যাচি দিয়া কইনা,
ও গৰম মচলা ও গৰম মচলা
তোমালোকৰ কইনাজনী আঠীয়া কলৰ পচলা।

**কইনাৰ আয়তী ঃ**

শিৱসাগৰ নাজিৰা, শিৱসাগৰ নাজিৰা
দৰাঘৰৰ আয়তীৰ কিমান টকা হাজিৰা।
আমি খেলো লুডু আমি খেলো লুডু
দৰাৰ বাপেকটো বাঁহৰ তলৰ হুদু।
* * *
অ' মনে সেন্দূৰ
অ' মনে সেন্দূৰ
দৰাৰ সখীয়েক গাঁতৰ তলৰ এন্দুৰ।
* * *
এ চাউল ধুৱা খুখুৰী
দৰাঘৰৰ আপিকেটাৰ
মুখত ওল্‌চি ফুচুৰি
চাউল ধুৱা খুখুৰী।
* * *
এ বাৰীৰে আমলখু
দৰাঘৰৰ আপাকেটাৰ
দামাৰা হান চক্ষু
বাৰীৰে আমলখু।
* * *
কটা বাঁহৰ ঝিকিনি
কটা বাঁহৰ ঝিকিনি
দৰাঘৰৰ বামুণৰ
আজি কাটিম টিকিনি।
* * *
বেণীত বন্ধা তাৰ্চেল
বেণীত বন্ধা তাৰ্চেল
দৰাৰ ভিনিহিয়েকক
এতিয়াই কৰিম পাৰ্চেল।
* * *
বাৰীৰ পিচৰ বগৰী
দৰাঘৰৰ আপীকেটাৰ
মূৰত হোছি চকৰী।
* * *
পাণ মজা মজা
তামুল মজা
পল্‌হাবেইৰা বৰৰ কিহত মজা,
পল্‌হাবেইৰা বৰৰ গজাত মজা
গজা খাবা পায়ে বিয়া কৰালা।
* * *
ৰভাৰ খুঁটা হালিছে
দৰাঘৰৰ পদতিক
নগা নগা লাগিছে।

**দৰাৰ আয়তী ঃ**

মিছা মাছে বেচা মাছে
মাঝ মঝিয়াত নাচে,
কইনাঘৰৰ বেন থোৰাই
চোখু ভেল্টে আছে।
* * *
বাৰীৰ পিচৰ নেচেৰা
বাৰীৰ পিচৰ নেচেৰা,
কইনাঘৰৰ পদতিটো
এক নম্বৰ খেচেৰা।
* * *
ৰভাৰ খুঁটা হেলেকা
ৰভাৰ খুঁটা হেলেকা,
কইনাৰ ভায়েকৰ
চখুকেইটা টেলেকা।

**দৰাঘৰৰ আয়তী ঃ**

অ' মন জালুক
কইনাৰ বাপেকটো
অৰণ্যৰ ভালুক।
* * *
আমেৰিকা এছিয়া
আমেৰিকা এছিয়া
কইনাৰ সখীয়েক চিলঙৰে খাচীয়া।
* * *
অ' তিতা ভেঁকুৰি
অ' তিতা ভেঁকুৰি
কইনাৰ বোৱেকজনী



গাখীৰ খোৰা মেকুৰী।
* * *
চাহ চেকা চেকনী
আঞ্জা ৰুকা ৰুকুনী,
কইনাৰ ভনীয়েক
বাঁহৰ তলৰ জুখুনী।
* * *
কইনাৰ বামুণ বহি আছে
মূৰত নাইকা চুলি,
চলিমাখাই হাঁহি মৰে
পকা কদম বুলি।
* * *
এ বাৰীৰে আমাৰা
কইনাৰ বায়াকৰ
চকুকেইটা দামাৰা
বাৰীৰে আমাৰা।

**কইনাঘৰৰ আয়তী ঃ**

বাৰীৰ পিচৰ খুতুৰা
বাৰীৰ পিচৰ খুতুৰা
দৰাঘৰৰ আপাকেইটা
এক নম্বৰ মুতুৰা।
* * *
বাৰীৰ পাচৰ হেলেচি
বাৰীৰ পাচৰ হেলেচি;
দৰাঘৰৰ পদতিৰ
কঁকাল ভাঙিম থেকেচি।

**দৰাঘৰৰ আয়তী ঃ**

আলি নহয় ধূলিবাট
আলি নহয় ধূলিবাট;
কইনাঘৰৰ আয়তীৰ
মুখ নহয় কচুপাত।

**কইনাঘৰৰ আয়তী ঃ**

বান্দৰক নচুৰা
বান্দৰক নচুৰা,
আমি যদি কচু গছ
তুমালোকে খুজোৰা।

এনেদৰে গীত গাওঁতে কেতিয়াবা উত্তপ্ত পৰিস্থিতিৰ সৃষ্টি হৈছিল। শেষত যেনিবা ৰাইজৰ অনুৰোধত গীত সামৰে। এই গীত দুয়ো দলেই গাব পাৰে।

কোনোবা দলে গায়—

এক কুৰি খিজা গীত গালু হৰি হৰি
দুই কুৰি খিজা গীত গালু,
ভাঙৰীপেইৰা ৰাইজে হাতুযুৰ কৰিলা
খিজা গীত সামেৰি থোলু।
* * *
কেঁচা মাটিতে বিড়ালী নাহাগে
শুকান মাটিতে হাগে,
হে কইনাৰ মিয়াক
আমাক দোষ নেদিবি
সিহঁতে জকাইছি আগে।
কেঁচা মাটিতে বিড়ালী নাহাগে
শুকান মাটিতে হাগে,
হে কইনাৰ দেউতাক বেয়া নাপাবি
আয়তীক আয়তী লাগে।

বিয়াত হোমৰ গুৰিত বৈদিক কাৰ্য সম্পন্ন কৰাৰ পিচত চোতালত বেং ফুৰায়। তেতিয়া কইনাঘৰৰ আয়তীয়ে গায়—

চাউল পায় চালেঙী ঘূৰে
তহঁতৰ দৰাটোক ভালাকে ৰাখিবি
আয়াৰ পাচে পাচে ফুৰে।

বেং ফুৰোৱাৰ পিচত দৰা-কইনাই বৰঘৰৰ মজিয়াত পাশা খেলে। তেতিয়া কইনাঘৰৰ আয়তীয়ে গায়—

বৰ বৰ বৈঢ়ানৰ টোপ হৰি হৰি
বৰ বৰ বৈঢ়ানৰ টোপ,
মুখ টিপি টিপি হাঁহিবা নালাগে
ঘৰজীয়া নাৰাখু তোক।
* * *
সৰু সৰু চাৰাইবোৰে ফৰিং ধৰি খায়
কোমল কইনা বিচাৰোঁতে দাৰি পকি যায়।
আনি থৈছু গোন্ধ তেল
সজাই থৈছু কাঁচি;
সত্যে সত্যে বুঢ়া দৰাৰ
দাৰি কাটিম আজি।।
ক'লা কচু বগা কচু ৰান্ধি খাব ভাল
বুঢ়া দৰা কোমল কইনাৰ বিয়া চাব ভাল।





বৈবাহিক কাৰ্য শেষ কৰি ৰাইজ সহিতে দৰাই কইনা লৈ নিজ ঘৰলৈ যায়। তাতো চোতালত পাটীত বহি দৰা-কইনাই পাশা খেলে। তাত নামতীসকলে গায়—

গাৱোঁ আদাৰ চাপাৰা
গাৱোঁ আদাৰ চাপাৰা,
আমাৰ বাপুৰ কইনাজনী
একেবাৰে টেপেৰা।
* * *
বিজেলী বাঁহৰে লৰু হৰি হৰি
বিজেলী বাঁহৰে লৰু,
হে বাপুৰ মিয়াক কি কইনা চাছিলি
বয়সত বাপু হই সৰু।
হে বৰৰ মিয়াক
হে বৰৰ মিয়াক
কেইচৰু বহালি ধান,
ৰাতি খপিও
বইৰাৰেক আনিলু
পাণ পাৰা জাখালা হান।
* * *
হে বৰৰ মিয়াক
হে বৰৰ মিয়াক
হাতে কাটু এৰী,
ৰণ্ জিকি আনি দিলু
কালা দলা পেৰী।

মই ইয়াত আঙুলি মূৰত লেখিবপৰা কেইটামান গীতহে উল্লেখ কৰিলো। এতিয়াও গাঁৱৰ পুৰণি চাম আই-বাইৰ মুখত বিয়াগীতৰ খলকনি মাৰ যোৱা নাই। সেইবোৰ সংগ্ৰহ কৰি জীয়াই ৰাখিব পাৰিলে আমাৰ জাতি তথা ভাষাৰ মহৎ উন্নতি হ'ব। নহ'লে আধুনিকতাৰ বানত সেইবোৰ উটি যাব। ■

বি- দ্ৰঃ - গীতবোৰৰ কিছুমান আমাৰ গদেবড়ী গাঁৱৰ আয়তীসকলৰ মুখত শুনা আৰু কিছুমান উপৰহালীৰ ইন্দ্ৰ নামৰ ছোৱালী এজনীৰ মুখত শুনিছিলোঁ। কিছুমান আকৌ সৰুৰেপৰা বিভিন্নজনৰ কণ্ঠত শুনি নিজৰ কণ্ঠত জীয়াই ৰাখিছো।

তোলনি বিয়াৰ গীত কেইটামান মিৰ্জাৰ নামতী শ্ৰীশ্ৰীমতী কুমাৰৰ সহায় লৈ লিখা।





# দক্ষিণ কামৰূপত ভেল দিয়া উৎসৱ ঃ চমু আলোকপাত

সৰ্বেশ্বৰ দাস

প্ৰাকৃতিক সম্পদেৰে পৰিপূৰ্ণ অসমৰ সংস্কৃতি সমন্বয়ৰ সংস্কৃতি। বিশাল ব্ৰহ্মপুত্ৰৰ দুয়োপাৰে পৰিৱেষ্টিত হৈ থকা নৈ, জান-জুৰি, পৰ্বত-পাহাৰ, বায়ু-পানীৰে অসমভূমিক ৰহস্যময় তথা বৰ্ণাঢ্য ৰূপত সজাই তুলিছে। মাদকতা সনা লুইতৰ পাৰৰ বিনন্দীয়া ভৌগোলিক পৰিৱেশে বিভিন্ন জাতি-উপজাতিক সামৰি লৈ এক বিশাল তথা বৰ্ণাঢ্য সংস্কৃতিৰ ধৰ্মীয় বেদীৰ নিৰ্মাণত বিপুল অৰিহণা যোগাই আহিছে। অসমৰ থলুৱা জাতি-জনজাতিৰ মাজত প্ৰকৃতিয়ে সৃষ্টি কৰা অপায়-অমংগলৰ ভেটিত মনে জন্ম দিয়া বিশ্বাসৰ পৰম্পৰাৰে বিধি মাৰিমাৰক, বিপদ-বিঘিনিৰপৰা উদ্ধাৰ পাবৰ অৰ্থে আগবঢ়োৱা পূজা-পাতালৰ লগতে আৰ্য সংস্কৃতিৰ আগমন আৰু অনাৰ্য সংস্কৃতিৰ লগত সংমিশ্ৰণে বহুতো পূজা-অৰ্চনাৰ সংযোগ কৰিলে। এই পূজা-অৰ্চনা তথা উৎসৱবোৰৰ বৈজ্ঞানিক সত্যতা থাকক বা নাথাকক— এই উৎসৱবোৰ কিন্তু পৰম্পৰাগতভাৱে চলি অহা উৎসৱ। এই উৎসৱবোৰত প্ৰকৃতিৰ সৰু-বৰ ধেমালিৰে চলি অহা লোক-বিশ্বাস নিবিড়ভাৱে জড়িত হৈ পৰিছে। লোক-বিশ্বাস বিজড়িত এই উৎসৱসমূহ সেই ঠাইৰ কৃষ্টি-সংস্কৃতিৰ সৈতে মিলি এক বৰ্ণাঢ্য ৰূপ লৈ সেই অঞ্চলৰ লোক-সমাজত স্বতঃস্ফূৰ্ত আনন্দ দিয়াৰ লগতে উৰ্বৰা বিশ্বাসৰ জন্ম দিছে। পৰম্পৰাগত এই উৎসৱবোৰত গ্ৰামাঞ্চলৰ আদিম মানৱৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া আৰু তেওঁলোকৰ মনত সঞ্চিত হৈ থকা গভীৰ বিশ্বাসৰ উমান পোৱা যায়। অসমৰ প্ৰায়বোৰ উৎসৱেই গ্ৰামাঞ্চলৰ কৃষি কাৰ্যৰ লগত জড়িত লোকসকলে উৰ্বৰা বৃদ্ধিৰ বাবে পালন কৰা দেখা যায়। কৃষিকাৰ্য সম্পাদনা কৰোঁতে বিভিন্ন সময়ত বিভিন্ন ধৰণৰ পৰম্পৰাগত উৎসৱ উদ্‌যাপন কৰা দেখা যায়। এই উৎসৱসমূহৰ ভিতৰত ভেল দিয়া উৎসৱ অন্যতম। ভেল দিয়া উৎসৱ অসমৰ বিভিন্ন ঠাইত বিভিন্ন জনগোষ্ঠীৰ মাজত অনাদি কালৰপৰা চলি আহিছে। ভেল দিয়া উৎসৱ অসমৰ উপৰি পশ্চিমবংগৰ কোনো কোনো ঠাইত পৰম্পৰাগতভাৱে উদ্‌যাপন হোৱা দেখা যায়। আনকি এনেধৰণৰ বিশ্বাস পৃথিৱীৰ বহুতো দেশত থকাৰ কথাও উমান পোৱা যায়।

তদুপৰি পদ্মা পুৰাণ মতে সৰ্পৰ অধিষ্ঠাত্ৰী দেৱী পদ্মাৱতীৰ নিৰ্দেশমতে চম্পকনগৰৰ চান্দো সদাগৰৰ পুত্ৰ লক্ষীন্দাৰক যেতিয়া মেৰঘৰৰ ভিতৰত কালিনাগে দংশন কৰি মৃত্যু ঘটাইছিল, তেতিয়া সতী বেউলাই মৰা স্বামীক ভেলত লৈ দেৱপুৰীলৈ নি জীয়াই আনিছিল। সেই কথা পদ্মা পুৰাণত স্পষ্টভাৱে পোৱা যায়।

'শুভক্ষণে ভেল চলাইয়া কন্যা যায়।
তীৰে থাকি নগৰীয়া কৌতুহলে চায়।'

আজিৰ এই চমু লেখনীত দক্ষিণ কামৰূপৰ বিভিন্ন গাঁৱত এই ভেল দিয়া উৎসৱ কিদৰে পালন কৰা হয় তাৰ এটি চমু আভাস দাঙি ধৰাৰ প্ৰয়াস কৰা হ'ল। দক্ষিণ কামৰূপত ভেল দিয়া উৎসৱ পশ্চিম গুৱাহাটী সমষ্টিৰ আজাৰা হাটুৱাপাৰা, কেওটপাৰা, নোৱাপাৰা, বৰুৱাপাৰা, চকৰ্দৈ, ধাৰাপুৰ, গড়ল, খেলিয়াপাৰা, ভট্টাপাৰা, কেন্দুকুছি, মাজিৰগাঁও আদিত; পলাশবাৰী সমষ্টিৰ মনপুৰ, বাজিৰিপাৰা, খিদিৰপুখুৰী, কৈৱৰ্তপাৰা, আমোদপুৰ, দখলা, ভোলাপাৰা, দখলা গাঁওবুঢ়াপাৰা, দখলা মাজপাৰা, সত্ৰপাৰা, কুকুৰীয়া, হুদুমপুৰ, গদেবড়ী, বৰতেজপুৰ, কুকুৰমাৰা, আমত'লা, কন্দলপাৰা, ২নং জীয়াকুৰ, লক্ষীৰটাৰী আদি গাঁৱৰ লোকসকলে তথা ছয়গাঁও বিধানসভা সমষ্টিৰ অন্তৰ্গত নোৱাপাৰা, ৰতনপুৰ, কালাবাকাৰা, জাৰুৱাগাঁও,



বাকাৰাপাৰা, জালুকবাৰী, কুলসী, কাহুৱা আদিৰ জনজাতীয় লোকসকলে অতীজৰেপৰা পৰম্পৰাগতভাৱে উদ্‌যাপন কৰি আহিছে। এই গাঁওবোৰত ভেল দিয়া উৎসৱ ৰাজহুৱাভাৱে উদ্‌যাপন কৰাৰ উপৰিও প্ৰতিখন গাঁৱৰ লোকসকলে নিজস্ব ৰীতি-নীতিৰে পালন কৰে যদিও কিছু কিছু ক্ষেত্ৰত সকলো গাঁৱৰে সাদৃশ্য দেখা যায়। ভেল দিয়া উৎসৱ জলক কেন্দ্ৰ কৰি অৰ্থাৎ যিসকলে নৌ যানৰ লগত নিবিড়ভাৱে জড়িত, সেইসকল লোকে জলৰ অধিষ্ঠিত দেৱতা জলদেৱতাক সন্তুষ্ট কৰিবৰ অৰ্থে আৰু বানপানী, মাৰিমাৰক, অপায়-অমংগল, অপদেৱতাই যাতে লোকসকলক কোনো অনিষ্ট সাধন কৰিব নোৱাৰে; জলদেৱতাৰপৰা যাতে কৃপা লাভ কৰিব পাৰে, তাৰ বাবে সমূহীয়াভাৱে ভেল দি প্ৰাৰ্থনা জনোৱা হয়।

দক্ষিণ কামৰূপত অঞ্চলভেদে কোনে কেনেকুৱা ৰীতি-নীতিৰে ভেল দিয়া উৎসৱ পালন কৰে, এটি থুলমূল আলোচনা কৰা হওক। দক্ষিণ কামৰূপৰ আমত'লা অঞ্চলত ভেল দিয়া উৎসৱ প্ৰতি বছৰে শাওণ মাহৰ শনিবাৰে অথবা মংগলবাৰে বছৰত এবাৰ উদ্‌যাপন কৰে। সেইদিনা যিকেইজন মানুহে ভেলখন সাজিব, সেইকেইজন মানুহে উপবাসে থকাটো নিয়ম। সেইদিনা সেইখন গাঁৱৰ প্ৰতিঘৰতে চৰু-হাড়ী ধুই ঘৰ-চোতাল গোবৰেৰে মচি তাল দিয়া হয়। নামঘৰৰ চোতালত কলগছ কাটি আনি ছয়-সাতডাল কল বিজুলী বাঁহেৰে ফুটাই শাৰীকৈ একগোট কৰি লোৱা হয়। তাৰ পিচত কলৰ দীঘল দীঘল ছটিয়া উঠাই সেই ছটিয়াবোৰ কলকেইডালৰ ওপৰত চাৰিৰ নিচিনাকৈ বিজুলী বাঁহৰ খিলা মাৰি দিয়া হয়। খিলা মৰাৰ পিচত ধুনীয়াকৈ কাটি নাও আকৃতিৰ কৰি লোৱা হয়। নাও আকৃতিৰ হৈ উঠাৰ পিচত ছটিয়াবোৰৰ ভিতৰ ফালটো ওপৰত দি চৈ দিয়া নাও আকৃতিৰ কৰি লোৱা হয়। অৱশ্যে তাত এখন সৰু দুৱাৰ ৰখা হয়। সেই দুৱাৰেৰে ভেলখনৰ ভিতৰত ৰাজহুৱাভাৱে মাহ-প্ৰসাদ, মালভোগ কল, মিঠাতেলৰ চাকি, ধূপ-ধুনা, হাঁহৰ কণী, পাৰ চৰাই এযোৰত তেল-সেন্দুৰ পিন্ধাই দিয়া হয়। ৰাজহুৱাভাৱে এইবোৰ দিয়াৰ উপৰি মানস কৰা থাকিলে ব্যক্তিগতভাৱেও উল্লেখিত দ্ৰব্যসমূহ আগবঢ়োৱা হয়। ভেলখনৰ বাহিৰৰ অংশত মিঠাতেলত সেন্দুৰ সানি সেই সেন্দুৰেৰে ধুনীয়াকৈ সৌন্দৰ্যবৰ্ধন কৰি দিয়াৰ উপৰি ফুলৰ মালাৰে সুশোভিত কৰি দিয়ে। ভেলখন সজা হোৱাৰ পিচত শান্তিজল ছটিয়াই শুদ্ধ কৰি লোৱা হয়। তাৰ পিচত পুৰোহিতে মন্ত্ৰ পাঠ কৰি হৰিধ্বনি কৰাত গাঁওবাসীৰ লগতে সেই অঞ্চলৰ লোকসকলে সভক্তিৰে প্ৰণাম জনায়। প্ৰণামৰ অন্তত কেইজনমান পাহোৱাল ডেকাই ভেলখন কান্ধত তুলি লয়। অতীজতে এই অঞ্চলবোৰত যেতিয়া ৰাস্তা-ঘাটৰ ব্যৱস্থা নাছিল, তেতিয়া দুখন নাও মাৰবান্ধি ভেলখন নাৱৰ আগত তুলি দি বেণ্ড-ঢুলীয়া, কালীয়া, চৈতালী নামৰীয়া দল তথা আয়তী সমন্বিতে নাৱত উঠি গোটেই অঞ্চলটো ঘুৰাই নদীত উটাই দিয়ে। ভেলখন লৈ গৈ থাকোঁতে নিজা নিজা দলবোৰে বাদ্য-বাজনা বজাই বজাই যায়। তদুপৰি আয়তীসকলে গায়—

'ভেলৰ মূৰৰ মালা
ৰ'দ পাই লেটেৰা
চেঙা পাই মেলিলা পাহি।'

অৱশ্যে আজিকালি গোটেই অঞ্চলবোৰত ৰাস্তা-ঘাট হোৱা হেতুকে ভেলখন ছয়জন পাহোৱাল ডেকাই কান্ধত লৈ গোটেই গাঁওখন ঘুৰাই আনে আৰু বাকী দলবোৰে পিছে পিছে গীত গাই গাই আনন্দ-স্ফূৰ্তি কৰি গৈ গাঁওখন ঘুৰাই আনে। গাঁওখন ঘুৰোৱাৰ অন্তত ভেলখন পানীত উটুৱাই দিয়ে। উটুৱাই দিয়াৰ লগে লগে আয়তীসকলে গায়—

'এ ভেল ভাসিলৰে
বেউলা সুন্দৰী।
গোসাঁইক জয়াবা যায়
যমৰে পুৰী
ভেল ভাসিলৰে ...।'

ভেলখন পানীত দিয়াৰ পিচত ভেলখন যেতিয়া উটি যাব, তেতিয়া আয়তীসকলে গীত জোৰে—

'এ ভেল বৈ যাৰে
ৰাইজৰ দুখৰ কথা
শুনি যাৰে
ভেল বৈ যাৰে
ৰাইজৰ দুখৰ কথা
কৈ যাৰে
ভেল বৈ যাৰে।'



এনেকৈ পানীত উটুৱাই দিয়াৰ পিচত ডেকাসকলে প্ৰীতি নাওখেল খেলে। আনহাতে নামৰীয়াসকলে গোসাঁইঘৰত (নামঘৰত) নাম-কীৰ্তন কৰি মাহ-প্ৰসাদ খাই উৎসৱৰ সামৰণি মাৰে।

আনহাতে দক্ষিণ কামৰূপৰ আন আন অঞ্চলবোৰত ভেলখন মজু আকৃতিৰ সজায়। ভেলখন ৫/৬ ডাল কলগছ সভক্তিৰে কাটি আনি কলকেইডাল বাঁহেৰে ফুটাই একগোট কৰি লৈ কলৰ ছুটিয়া উঠাই লৈ এডাল বাঁহ চাৰিফলা কৰি লৈ আনটো মূৰত তমালেৰে বান্ধি লৈ মেজি সজাৰ নিচিনাকৈ থিয় কৰি লৈ ফলা মূৰটো কলকেইডালত থিয়কৈ পুতি দিয়ে। মাজত সৰু সৰুকৈ গুৰি বান্ধি লয়, যাতে কোনোফালে হালি যাব নোৱাৰে। ছুটিয়াবোৰত বাঁহৰ খিলি মাৰি মজু আকৃতিৰ ভেলখন সজায়। ভেলখন সেন্দুৰৰ ৰং আৰু ফুলৰ মালাৰে সুশোভিত কৰি লয়। ভেলখন সৌন্দৰ্যবৰ্ধন কৰি লোৱাৰ পিচত শান্তি পানী ছটিয়াই শুদ্ধ কৰি লয়। তদুপৰি নামঘৰত বৈদিক পদ্ধতিৰে সেইদিনা হোম পুৰে। ভেলখনৰ ভিতৰত ধূপ-ধুনা, চাকি, নৈৱেদ্য, মালভোগ কল, হাঁহৰ কণী, পাৰ চৰাই এযোৰ আদি দিয়ে। কোনো কোনো অঞ্চলত ন যোৰ কল, ন যোৰ কণী, ন গছি চাকি আদি দিয়ে। তাৰ পিচত হৰিধ্বনি দিয়া সভক্তিৰে ছজন ডেকাই কান্ধত লয়। ঢুলীয়া, খুলীয়া, সংকীৰ্তনৰ দল, আয়তী সমন্বিতে গাঁওবাসীয়ে সভক্তিৰে জলদেৱতাক স্মৰণ কৰি নদীত উটুৱাই দিয়ে। আনহাতে দক্ষিণ কামৰূপৰ কোনো কোনো অঞ্চলৰ জনজাতীয় লোকসকলে আহাৰ মাহৰ অম্বুবাচীৰ সময়ত ভেল দি উৎসৱ পালন কৰে। সেইদিনা তেওঁলোকে পৰম্পৰাগতভাৱে হাৱাল খেদা দেখা যায়। ডেকাসকলে সেইদিনা গাঁওখনৰ এমূৰৰপৰা হাতত এডাল মাৰি লৈ ঘৰ, বেৰ আদিত কোবাই কোবাই গৈ থাকে। জনবিশ্বাস মতে মানুহৰ অনিষ্ট কৰিব পৰা অপায়-অমংগল তথা অপদেৱতাই মানুহ তথা পোহনীয়া জীৱ-জন্তুবোৰৰ যাতে অনিষ্ট সাধন কৰিব নোৱাৰে, তাৰ বাবে কোবাই কোবাই বাহিৰ উলিয়াই দি সভক্তিৰে ভেলখন উটুৱাই দিয়ে; কিন্তু দক্ষিণ কামৰূপৰ বিস্তীৰ্ণ অঞ্চল ব্ৰহ্মপুত্ৰ নদীৰ গৰাখহনীয়াৰ ফলত নিঃচিহ্ন হোৱাত আৰু প্ৰায় চল্লিশখন গাঁও স্থানান্তৰ হোৱাত উৎসৱটোৰ কিছু ম্লান পৰিছে।

ভেল দিয়া উৎসৱে দক্ষিণ কামৰূপৰ লোকসকলৰ মাজত প্ৰেম-প্ৰীতি, ঐক্য-সংহতি কটকটীয়া কৰি ৰখাৰ লগতে পাৰস্পৰিক সহযোগিতা তথা থলুৱা সংস্কৃতিৰ বিকাশত অৰিহণা যোগাই আহিছে।


**সহায়ক গ্ৰন্থ আৰু ব্যক্তি ঃ**

(১) অসমৰ লোক-সংস্কৃতি— ড° নিৰ্মলপ্ৰভা বৰদলৈ।

(২) পদ্মা পুৰাণ— ড° ৰাধানাথ চৌধুৰী।

(৩) দক্ষিণ কামৰূপৰ লোক-সংস্কৃতি— পলাশবাৰী সাহিত্য সভা।

(৪) গীতসমূহ— ইন্দু কলিতা, ৰামপুৰ বাজিৰিপাৰা

(৫) প্ৰজেন ৰাভা— ঝাৰুৱা গাঁও।

(৬) দক্ষিণ কামৰূপৰ লোক-সংস্কৃতিৰ একাঁজলি— সৰ্বেশ্বৰ দাস।








# জনবিশ্বাসত কাউৰী

**ধীৰেন্দ্ৰ কুমাৰ দাস**

কাউৰী চহা জীৱনৰ ‘এলাৰ্ম ক্লক’। আগৰ দিনত চহা লোকসকলৰ মাজত ঘড়ীৰ প্ৰচলন নাছিল। কাউৰীৰ কা কা মাতে ৰাতি পুৱাৰ সংকেট দিয়ে আৰু গৃহস্থৰ লোকসকলে ঢাৰিপাটী এৰিছিল। কাউৰীৰ মাতটো কৰ্কশ। চৰাইৰ দৰে শুৱলা নহয়।

অসমীয়া কবিতাত আমি বিভিন্ন চৰাইৰ উল্লেখ পাওঁ। বিহুগীত, বনগীত, নিচুকনি গীত, আইনাম, বিয়ানাম আদিতো চৰাইৰ নাম উল্লেখ পোৱা যায়। বহুতো জনগোষ্ঠীয়ে বিশ্বাস কৰে যে, তেওঁলোকৰ পূৰ্বপুৰুষে জীৱ-জন্তু, চৰাই-চিৰিকটি আদিৰ বেশত এই মৰতত জন্মলাভ কৰে। মৃত ব্যক্তিৰ প্ৰেতাত্মাই কেতিয়াবা বাঘৰ ৰূপ ধাৰণ কৰে। অসমৰ অনেক আখ্যানতো এনে ধৰণৰ ঘটনা পঢ়িবলৈ পোৱা যায়। জীৱ-জন্তুৰপৰা মানুহে অনেক বিপদৰপৰা ৰক্ষা পৰে। অনেক জীৱ-জন্তুৱে বিপদৰ আগজাননী দিয়ে। এইদৰে আমাৰ জন-সাহিত্য চহকী কৰি ৰাখিছে।

অসমত বিচিত্ৰ প্ৰকাৰৰ চৰাই আছে। সেইবোৰ হৈছে কপৌ, পাটমাদৈ, কেতেকী, দহিকটৰা, মইনামতী, সখীয়তী, হাঁহিয়তী, কাঠৰোকা আদি। কিন্তু মানুহৰ অত্যাচাৰ আৰু সংৰক্ষণৰ অভাৱত এই চৰাইবোৰ লুপ্ত হৈছে।

অৱশ্যে কাউৰীৰ সংখ্যা এতিয়াও কমা নাই। আমাৰ চহৰ-নগৰবোৰ গেলা-পঁচা আৰু আৱৰ্জনাৰে ভৰি পৰিছে। এইবোৰৰ লগত কাউৰীৰ সংখ্যা ক্ৰমে বৃদ্ধি পাইছে। মানুহৰ দৰে কাউৰীও চহৰমুখী হৈছে। বিয়া-সবাহ, ভোজ আদি পাতিলে কাউৰীয়ে গম পায় আৰু গৃহস্থৰ ঘৰৰ চুৰা পাতনিত উপস্থিত হয়। কাউৰীৰ ঘ্ৰাণশক্তি অতি প্ৰবল। বহুত দূৰৈৰপৰাই সেইবাবে বস্তুৰ গোন্ধ পায় আৰু ততালিকে উৰা মাৰে। মাছ-মঙহৰ প্ৰতি কাউৰীৰ লোভ বৰ বেছি। মৰা গৰু-ছাগলীত ঢোৰা কাউৰীৰ চকু থিয়। কাউৰীৰ পিচতহে শগুণ নামে। কাউৰীয়ে অন্য চৰাইৰ কণী আৰু পোৱালী চোৰ কৰি খায়। কাউৰী ধূৰ্ত; কিন্তু সাহস কম বাবে অন্য চৰাইৰ লগত সিহঁতে যুঁজ কৰিব নোৱাৰে।

জনবিশ্বাসমতে কাউৰী মৃত ব্যক্তিৰ আত্মা। কাউৰীক খাবলৈ দিয়া মানে নিজৰ আপোন মৃত ব্যক্তিক সন্তুষ্ট কৰা। ৰামায়ণত উল্লেখ আছে যে, শ্ৰীৰামচন্দ্ৰই সীতা দেৱীক কাউৰীৰ উদ্দেশ্যে ভোগ উচৰ্গা কৰিবলৈ উপদেশ দিছিল। শ্মশানত দান কৰা পিণ্ড কাউৰীয়ে ভক্ষণ কৰিলে মৃত ব্যক্তিৰ আত্মাই স্বৰ্গ লাভ কৰে বুলি অনেক কাহিনী আমাৰ জনশ্ৰুতিত পোৱা যায়। কাউৰীয়ে আনে উচৰ্গা কৰা আহাৰ ভক্ষণ কৰা বাবে কাউৰীক বলীভুজ নামেৰে বৰ্ণোৱা হৈছে। প্ৰাচীনকালৰ যুদ্ধক্ষেত্ৰত কাউৰীৰ প্ৰচলিত নাম আছিল ভুচুণ্ডী। ভুচুণ্ডীয়ে ৰক্তাক্ত ৰণথলীত আহত সৈন্যৰ তেজ খাই ভ্ৰমি ফুৰিছিল। মহাভাৰতৰ কাহিনীত আছে যে, কাউৰীৰ মগজুটো ধাৰণ কৰিলে বৃদ্ধ অৱস্থালৈ যাব নালাগে। যাত্ৰাৰ সময়ত কাউৰীয়ে মাতিলে সেই যাত্ৰা অশুভ হৈ পৰে বুলি বিশ্বাস আছে। পৃথিৱীৰ অনেক আদিম উপজাতিৰ মাজত কাউৰীক কেন্দ্ৰ কৰি বহুতো বিশ্বাস প্ৰচলিত আছে।

আমাৰ নিচুকনি গীতত কাউৰীৰ উল্লেখ আছে এইদৰে—

‘কাউৰী গ’ল<br>
গধুলি হ’ল<br>
আমাৰ চাউল একঠা<br>
মুকলি হ’ল।’

বিহুগীতত কাউৰীৰ উল্লেখ এনে ধৰণৰ—



'কাউৰী কাউৰী চিঞৰি মৰিলি
ওলাওঁতেই লগালি মাত;
খৰি শুকোৱাদি দেহাটো শুকালি
পেটৰ মোৰ হৰিলি ভাত।
মৰিয়াই মাৰিবৰ মনে ঐ লাহৰি
মৰিয়াই মাৰিবৰ মন
কাউৰী ওলালে শতৰু শালিব
পিতায়ে ভৰিব ধন।'

ৰুক্মিণীহৰণ কাব্যত কাউৰীক অমংগলৰ চিন বুলি বৰ্ণোৱা হৈছে।

'আকাশত শগুণ বনাঐ জাকে জাক
মুখ চাই চাই তাক ৰটে ঢোণ্ডা কাক।'

আগলতি কলপাতত কাউৰী দেখি কবি-গীতিকাৰ কেশৱ মহন্তদেৱে সেই বিখ্যাত গীতটি ৰচনা কৰিছিল—

'কলৰে পাততে কাউৰী পৰে
আগলতি চিত মোৰ লৰে চৰে
ডুম ডুম ডবাতে কোনে কোৱ মাৰে
আষাৰৰ ডাৱৰৰ আঁৰে আঁৰে
অ ... অ... জেউতি তোলৈ
মোৰ মনত পৰে।'

এইদৰে কাউৰী সম্পৰ্কিত নানা উপকাহিনী বিয়পি আছে। ■









# জনস্বাৰ্থ ঃ মে' দিৱসৰ প্ৰাসংগিকতাৰে

তাৰিণীকান্ত বৈশ্য

আজি কিছু বছৰ আগলৈকে অসমৰ শিক্ষিতা যুৱতীসকলৰ কথা বাদেই যুৱকসকলেও কোম্পানী বা ফেক্টৰীসমূহত চাকৰি কৰিবলৈ টান পাইছিল। চৰকাৰী চাকৰিকহে প্ৰকৃত চাকৰি বুলি ভাবিছিল। এতিয়া ধাৰণাবোৰ সলনি হ'ল। লাখ লাখ যুৱক-যুৱতী কোম্পানীসমূহত নিয়োজিত হৈ আছে। আৱামী চৰকাৰী চাকৰিকেই প্ৰাধান্য দি বহি থকা যুৱক আজিৰ অসমত নায়েই বুলিব পাৰি। কোম্পানী বা ফেক্টৰীসমূহত নিয়োজিত হোৱাতো এফালে যেনেকৈ ভাল খবৰ, আনফালে ই এক বিপজ্জনক খবৰো— যদিহে শ্ৰমিক কৰ্মচাৰীসকল এক হৈ নাথাকে। বিপদ বুলিবলৈ দুবছৰ আগৰ ৰাষ্ট্ৰীয় কাকতসমূহলৈ চকু দিলেই হ'ল। বিমান কোম্পানীসমূহে হঠাৎ কোম্পানীসমূহত কাম কৰি থকা হাজাৰ হাজাৰ কেবিন ক্ৰুক কামৰ পৰা খেদি দিলে। কোনো পূৰ্ব জাননী নোহোৱাকৈ, কোনো কাৰণ নেদেখুওৱাকৈ লোৱা এই সিদ্ধান্তৰ প্ৰতিবাদ হ'ল, কিন্তু প্ৰতিবাদ ব্যাপক নহ'ল। চাটাই হোৱা কৰ্মচাৰীসকলক সমৰ্থন দিবলৈ অইন সংগঠনসমূহৰ অভাৱ হ'ল। মিডিয়াবোৰেও এদিনৰ মছলা নিউজ প্ৰকাশ কৰি পিছত মনে মনে থাকিল। কোনেও গম নাপালে চাটাই কৰ্মচাৰীসকলৰ কি হ'ল। কোনোবাখনত সৰুকৈ নিউজ এটা ওলাল। এনে ঘটনা বিক্ষিপ্তভাৱে সকলোতে হয় য'ত কৰ্মচাৰীসকল সংঘবদ্ধ হৈ নাথাকে।

শ্ৰমিক-কৰ্মচাৰীসকলৰ এনে সংকটপূৰ্ণ মুহূৰ্ততেই ইতিহাসৰপৰা শিক্ষা লোৱাটো প্ৰয়োজন। ইতিহাসৰ স্থান হ'ল আমেৰিকা যুক্তৰাষ্ট্ৰ— য'ত পুঁজিবাদৰ দপ্‌দপনিত কোনেও তিষ্ঠিব নোৱাৰে। যেতিয়া কাৰখানাসমূহৰ শ্ৰমিকৰ ওপৰত শোষণৰ মাত্ৰা বাঢ়িব ধৰে এফালে কামৰ সময় বৃদ্ধি (সূৰ্যোদয়ৰপৰা সূৰ্যাস্তলৈ), আনফালে অত্যাধিক কামৰ হেঁচা, তেতিয়াই শ্ৰমিকসকল অতিষ্ঠ হৈ পৰিছিল আৰু কামৰ সময় কমোৱাৰ দাবীত উত্ৰাৱল হৈ পৰিছিল। শ্ৰমিকসকলে বুজিছিল যে শ্ৰমৰ এটা সীমা থাকিব লাগে আৰু ইয়াৰ বিৰুদ্ধে প্ৰতিবাদ হ'ব লাগে। তেতিয়া সময় আছিল ঊনৈশ শতিকাৰ আৰম্ভণি, অৰ্থাৎ ১৮০৬ চন।

তেতিয়াৰপৰাই শ্ৰমিকৰ মনত বিদ্ৰোহৰ জুই উমি উমি জ্বলি আছিল। শেষত কামৰ সময় হ্ৰাস কৰাৰ দাবীত ধৰ্মঘট হ'বলৈ ধৰে ১৮২০ চনৰপৰা ১৮৪০ চনলৈ। এই সময়ছোৱাৰ ভিতৰতে ইংলণ্ডকে ধৰি শিল্পপ্ৰধান দেশসমূহত শ্ৰমিক ইউনিয়ন গঠিত হয় আৰু কামৰ সময় ১০ ঘণ্টা কৰাৰ দাবীত আন্দোলন কৰিবলৈ ধৰে। ফলত চৰকাৰী ষড়যন্ত্ৰৰ কবলত পৰি সময়ে সময়ে এই আন্দোলন ব্যাহত হৈছিল যদিও যুক্তৰাষ্ট্ৰৰ শ্ৰমিকসকলৰ বাবে ১০ ঘণ্টা কামৰ সময়ৰ নিৰ্ধাৰণ কৰিবলৈ বাধ্য হৈছিল। এই আইন বিভিন্ন ক্ষেত্ৰলৈ সম্প্ৰসাৰণ কৰাৰ সংগ্ৰাম চলি থকাৰ সময়তে পৰৱৰ্তী কালত শ্ৰমিকসকলে পুনৰ ৮ ঘণ্টা কামৰ সময় নিৰ্ধাৰণ কৰিবলৈ দাবী তোলে। যুক্তৰাষ্ট্ৰৰ চিকাগো চহৰত 'নেশ্বনেল লেবাৰ ইউনিয়ন'ৰ আন্দোলনৰ ফলত ১৮৬৮ চনত কামৰ সময় ৮ ঘণ্টা নিৰ্ধাৰণ কৰিবলৈ সক্ষম হয়। এই দাবী অকল যুক্তৰাষ্ট্ৰতেই সীমাবদ্ধ হৈ থকা নাছিল। উদীয়মান পুঁজিবাদী ৰাষ্ট্ৰ অষ্ট্ৰেলিয়াতো শোষিত শ্ৰমিকে কামৰ সময় ৮ ঘণ্টাৰ দাবী তুলি আন্দোলনৰ জন্ম দিছিল।

উল্লেখনীয় কথা যে, যুক্তৰাষ্ট্ৰৰ ইউনিয়নৰ নেতা ছিলভিচৰ মৃত্যুৰ পাছত 'নেশ্বনেল লেবাৰ ইউনিয়ন'ৰ বিলুপ্তি ঘটে। তেতিয়া কৃষ্ণাংগ আৰু শ্বেতাংগ শ্ৰমিকৰ মাজত মতভেদ বৃদ্ধি পাবলৈ ধৰে। কৃষ্ণাংগ শ্ৰমিকৰ অৱস্থা ক্ৰীতদাসতকৈ অধিক শোচনীয় হৈ পৰে। ইউনিয়নৰ এই শোচনীয় অৱস্থা দেখি মাৰ্ক্সে কৈছে— 'য'ত কৃষ্ণাংগ শ্ৰমিক ক্ৰীতদাস হৈ থাকে তাত শ্বেতাংগ শ্ৰমিকে নিজকে মুক্ত কৰিব নোৱাৰে। ক্ৰীতদাসত্বৰ সমাধিৰ ওপৰতে নৱ জীৱনৰ অভ্যুদয় ঘটে।...'



মাৰ্ক্সৰ কথাই পৰৱৰ্তী কালত প্ৰমাণিত হ'ল আৰু দৈনিক কামৰ সময় আঠ ঘণ্টা নিৰ্ধাৰণক লৈ কৰা আন্দোলন বিস্তাৰিত হৈ সমগ্ৰ বিশ্বৰ শ্ৰমিকসকলৰৰ সাধাৰণ দাবীত পৰিণত হয়।

লেলিনেও তেওঁৰ কৰ্মজীৱনৰ আৰম্ভণিতে ৰাছিয়াৰ শ্ৰমিকসকলক 'মে' দিৱসক বিক্ষোভ আৰু সংগ্ৰাম দিৱস'ৰূপে গণ্য কৰিবলৈ প্ৰেৰণা যোগাইছিল। আনকি কাৰাবন্দী হৈ থকা সময়তো লেলিনে শ্ৰমিক শ্ৰেণীৰ মুক্তি সংগ্ৰামৰ বাবে 'মে' দিৱস'ৰ এক ইস্তাহাৰ প্ৰস্তুত কৰি গোপনে দেশৰ বাহিৰলৈ পঠাইছিল। ফলত ১৮৯৬ চনত সেই ইস্তাহাৰখনেই ৰাছিয়াৰ বিখ্যাত সূতাকলৰ শ্ৰমিকক ধৰ্মঘট তীব্ৰতৰ কৰাত প্ৰেৰণা যোগাইছিল।

লেলিনৰ ইস্তাহাৰত মে' দিৱসৰ বৰ্ণনাৰপৰা জনা যায় যে ফ্ৰান্স, ইংলণ্ড, জাৰ্মানী আদি দেশসমূহৰ শ্ৰমিকসকলে শক্তিশালী ইউনিয়ন গঠন কৰি অনেক অধিকাৰ আদায় কৰিছে আৰু ১৯ এপ্ৰিলৰ দিনটো ১ মে'ৰ সলনি সাৰ্বজনীন কৰ্মবিৰতি দিনৰূপে গণ্য কৰিছে। এইক্ষেত্ৰত কৰ্মবিৰতি পালন কৰা শ্ৰমিকসকলক জৰিমণা আদায় কৰিবলৈও ৰাষ্ট্ৰই সাহস কৰা নাছিল এই ভাবি— জানোচা পুনৰ ধৰ্মঘট হয়। তেতিয়াই শ্ৰমিকে চৰকাৰ তথা মালিক পক্ষৰ ওচৰত প্ৰধান দাবী তুলিছিল— কামৰ সময় ৮ ঘণ্টা, আমোদ-প্ৰমোদ ৮ ঘণ্টা আৰু জিৰণি ৮ ঘণ্টা। এয়াই আছিল অন্যান্য ৰাজ্যৰ শ্ৰমিকসকলৰো দাবী।

মন কৰিবলগা কথাটো হ'ল- আন্তৰ্জাতিকভাৱে স্বীকৃত শ্ৰমিক শ্ৰেণীৰ মে' দিৱসত কামৰ সময় আঠ ঘণ্টা বান্ধি দিয়াৰ লগতে আন কেতবোৰ দাবীও সংযোজিত হৈ পৰিল। যেনে—

(ক) আন্তৰ্জাতিক শ্ৰমিক শ্ৰেণীক ভোটৰ অধিকাৰ দিয়া।
(খ) সাম্ৰাজ্যবাদী যুদ্ধ আৰু ঔপনিবেশিক অত্যাচাৰৰ বিৰোধিতা কৰা।
(গ) সমদলৰ অধিকাৰ দিয়া।
(ঘ) শ্ৰমিক শ্ৰেণীৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক সংগঠন গঢ়াৰ অধিকাৰ আদি দাবীসমূহ অন্তৰ্ভুক্ত হ'ল।

এই সকলোবোৰ দাবী আদায় কৰাৰ দাবীত আন্তৰ্জাতিক কংগ্ৰেছে সমগ্ৰ দেশৰ সকলো পাৰ্টি আৰু ট্ৰেড ইউনিয়নৰ প্ৰতি বিক্ষোভ প্ৰদৰ্শন কৰিবলৈ আহ্বান জনোৱা হৈছিল। এই আহ্বানত বিশ্বৰ সমগ্ৰ দেশৰ শ্ৰমিকসকল মে' দিৱসত কৰ্মবিৰতি পালি সমবেত হয়। বিশেষকৈ ১৮৯০ চনত পহিলা মে'ত নিউইয়ৰ্কৰ ইউনিয়ন স্কোৱাৰত প্ৰথম মে' দিৱসত সমবেত হয় আৰু 'আমেৰিকান ফেডাৰেশ্বন অব লেবাৰ'এ লোৱা প্ৰস্তাৱক সাৰোগত কৰি শ্লোগান দিবলৈ ধৰে— 'আঠ ঘণ্টা কামৰ দিনৰ দাবী পূৰণৰ সংগ্ৰাম আমি চলাই যাম, আমাৰ লক্ষ্য হ'ল মজুৰি ব্যৱস্থাৰ উচ্ছেদ সাধন কৰা —এই কথা আমি কদাপি পাহৰি নাযাওঁ। এনে ধৰণৰ শ্লোগানেৰে সমগ্ৰ দেশ উত্তাল কৰি তুলিছিল। বিশেষকৈ স্মৰণীয় দিনটো হ'ল ১৮৮৬ চনৰ ১ মে' আন্দোলনত আমেৰিকাৰ চিকাগো চহৰত শ্ৰমিকৰ ওপৰত পুলিচৰ গুলি লাগি ছজন শ্ৰমিকৰ মৃত্যু হৈছিল। গতিকে শ্ৰমিকৰ এই ৰক্তক্ষয়ী আন্দোলনৰ প্ৰতি লক্ষ্য কৰি ১৮৮৯ চনৰ ১৪ জুলাইত ফ্ৰেড্ৰিক এঞ্জেচৰ নেতৃত্বত পেৰিছত বহা দ্বিতীয় আন্তৰ্জাতিক শ্ৰমিক সন্মিলনত মে' মাহৰ ১ তাৰিখটো 'শ্ৰমিক দিৱস' হিচাপে গৃহীত হয়।

এতিয়া মে' দিৱসৰ জন্ম কাহিনী আৰু ইতিহাসৰ সংক্ষিপ্ত বিৱৰণীৰপৰাই ক'ব পৰা গৈছে যে, সংগ্ৰাম অবিহনে শ্ৰমিক-কৰ্মচাৰীৰ কোনো দাবীয়ে ফলপ্ৰসূ হ'ব নোৱাৰে। বৰ্তমান শ্ৰমিক-কৰ্মচাৰীয়ে ভোগ কৰি থকা কামৰ সময় ৰক্তক্ষয়ী সংগ্ৰামৰ দ্বাৰাহে নিৰ্ধাৰণ কৰা হৈছে। সেয়ে সাম্প্ৰতিক কালৰ উদ্যোগক্ষেত্ৰত শ্ৰমিকৰ ওপৰত চলোৱা শোষণভিত্তিক আচৰণ দেখি মে' দিৱসতে শ্ৰমিক-কৰ্মচাৰী পুনৰ সংগঠিত হোৱাৰ দিন আহি পৰিছে। সংগঠনৰ লগত জনসাধাৰণকো সংগঠিত কৰাৰ প্ৰয়োজন আছে। কিয়নো, জনসাধাৰণৰ মাজতো শ্ৰমিক-কৰ্মচাৰী হোৱাৰ সম্ভাৱনীয়তা লুকাই আছে। লগতে পৰৱৰ্তী প্ৰজন্মৰ ভৱিষ্যতৰ কথাও নিহিত আছে। এই কথা এই কাৰণেই কোৱা হৈছে যে চৰকাৰীখণ্ডতে হওক বা মালিকীখণ্ডতে হওক, যিটো হাৰত শ্ৰমিক কৰ্মচাৰীৰ চাটাই অভিযান চলাই নিয়োগনীতি হ্ৰাস কৰি আছে, লগতে মজুৰি ব্যৱস্থাৰ প্ৰৱৰ্তন কৰাৰ জনস্বাৰ্থবিৰোধী ব্যৱস্থা প্ৰৱৰ্তন কৰিব ধৰিছে তাক কলিতে উচ্ছেদ কৰিব নোৱাৰিলে শোষণৰ মাত্ৰা বাঢ়ি যাব আৰু দেশৰ ভৱিষ্যৎ নাগৰিকৰ সংস্থাপনৰ দিশ অন্ধকাৰ হ'ব। সেয়ে মে' দিৱসৰ প্ৰাসংগিকতা উপলব্ধি কৰি শ্ৰমিক-কৰ্মচাৰী সমন্বিতে সকলো শ্ৰেণীৰ লোকে সংগঠিত হৈ অত্যাধিক মুনাফাখোৰ ৰাষ্ট্ৰ তথা উদ্যোগপতিৰ বিৰুদ্ধে থিয় দি ঐক্যমতত উপনীত হোৱাৰ সময় সমাগত। ■





# যুৱ উচ্ছৃংখলতা আৰু সমাজ তথা পিতৃ-মাতৃৰ ভূমিকা

**প্ৰফুল্ল দাস**

আজিকালি আমি প্ৰত্যক্ষ কৰিছোঁ যে, আমাৰ একাংশ যুৱক-যুৱতী ক্ৰমাগতভাৱে উচ্ছৃংখলতাৰ পিনে ধাৱমান হৈছে। নিজে গম নোপোৱাকৈ তেওঁলোক এই উচ্ছৃংখলতাৰ মেৰপাকত সোমাই পৰিছে। এনে উচ্ছৃংখলতা যে অকল যুৱ প্ৰজন্মৰ মাজতেই হৈছে তেনে নহয়; প্ৰৌঢ়ৰ মাজত, ৰাজনৈতিক নেতাৰ মাজত, সাংস্কৃতিক কৰ্মীৰ মাজত, সামাজিক কৰ্মী আদিৰ মাজতো এনে আচৰণ ৰাইজে প্ৰত্যক্ষ কৰি আহিছে। হত্যা, হিংসা, দুৰ্নীতি, ধৰ্ষণ অভাৱনীয়ভাৱে সমাজত বৃদ্ধি পাইছে। আইনৰ সুৰুঙাৰে দোষী সাৰি যায়। তদন্ত প্ৰতিবেদনবোৰত প্ৰকৃত কথাবোৰৰ প্ৰতিফলন নঘটে। এইবোৰে অপৰাধ প্ৰৱণতাক উৎসাহিতহে কৰা দেখা যায়। ক্ষমতাৰ বাবে, সম্পত্তিৰ বাবে, প্ৰতিহিংসা পৰায়ণতাৰ বাবে, তথাকথিত বিপ্লৱৰ বাবে সমাজত দিনে দিনে বৃদ্ধি পাইছে অপৰাধমূলক কাৰ্য। সৰ্বত্ৰ নীতি-নিয়মৰ সাংঘাটিক উলংঘন প্ৰত্যক্ষ কৰা যায়।

যুৱ প্ৰজন্মৰ উচ্ছৃংখলতাৰ মূল কাৰণ নিঃসন্দেহে সামাজিক পৰিৱেশ। তেওঁলোকে চাৰিওফালে দেখিছে কেৱল বৈষম্য। শ্ৰম কৰাসকলে ভালদৰে চলিব পৰা নাই; কিন্তু নকৰাসকলে দুৰ্নীতি, শোষণ, প্ৰৱঞ্চনাৰে দিনে দিনে বৃদ্ধি কৰিছে তেওঁলোকৰ সম্পত্তি। আইনে, প্ৰশাসনে সিহঁতক ঢুকি নাপায়— অথচ এইবোৰৰ একো প্ৰতিবাদো কৰিব পৰা নাই। একো কৰিব নোৱাৰাৰ হীনমন্যতাত ভুগিছে আজিৰ যুৱ প্ৰজন্ম। মানসিক অস্থিৰতাই তেওঁলোকক সুৰা, ড্ৰাগছ আদিৰ কাষ চপাই আনিছে। এখোজ-দুখোজকৈ আগবাঢ়ি এতিয়া লক্ষণীয়ভাৱে নিম্নস্তৰলৈ পৰ্যবসিত হৈছে আমাৰ একাংশ যুৱ প্ৰজন্মৰ ৰুচি, চিন্তা, সাজ-পোছাক, চাল-চলন আৰু আচাৰ-ব্যৱহাৰ। কমি গৈছে তেওঁলোকৰ কষ্টকৰ উপাৰ্জনৰ প্ৰতি ধাউতি। বাঢ়ি গৈছে সহজ অৰ্থোপাৰ্জনৰ প্ৰতি মোহ। ইয়াৰ পূৰ্ণ সুযোগ গ্ৰহণ কৰিছে শোষক শ্ৰেণীটোৱে। কাৰণ এই শোষক শ্ৰেণীটোৱে যুৱ প্ৰজন্মক নিজ কৰ্তব্যৰ কক্ষপথৰপৰা বিচ্যুতি ঘটাই ৰাখিবলৈ এটা সুপৰিকল্পিত প্ৰচেষ্টা অনবৰতে অব্যাহত ৰাখিছে। এই শ্ৰেণীটোৱে উচ্ছৃংখলতাৰ সৃষ্টি কৰিব পৰা উপাদানসমূহ সমাজত সৰবৰাহ কৰি আছে তেওঁলোকৰ নিজৰ নিৰাপত্তাৰ বাবে। যুৱ সমাজ যদি সুচিন্তিতভাৱে নিজ কৰ্তব্যত আগবাঢ়ে, সামাজিক চেতনাবোধ যদি জাগ্ৰত হয়, ভীতিগ্ৰস্ত হৈ পৰে শোষক শ্ৰেণী। কেতিয়াবা যদি কেনেবাকৈ সিহঁতৰ বিৰুদ্ধেই মাৰ বান্ধি থিয় হয়! আচলতে এই শোষক শ্ৰেণীটোৱে বজাৰত সহজলভ্য কৰি তুলিছে ড্ৰাগছ, মদ আদি নিচাজাতীয় সামগ্ৰী; নগ্ন, অশ্লীল কাৰ্যক্ৰমেৰে ভৰাই তুলিছে টিভি; সস্তীয়া আৰু উত্তেজক লেখা-মেলাৰে প্ৰকাশ কৰাইছে আলোচনী, পুস্তিকা আদি। এনেদৰেই অপসংস্কৃতিৰে ভৰাই তুলিছে সমাজ। এনে অপসংস্কৃতিৰ অক্টোপাছৰপৰা মুক্ত হ'ব নোৱাৰিলে যুৱ প্ৰজন্মৰপৰা জাতিয়ে একো আশা কৰিব নোৱাৰে। নিজৰ, দেশৰ, জাতিৰ কামত আহিব লাগিলে তেওঁলোক কৰ্তব্যপৰায়ণ আৰু ৰুচিসম্পন্ন সত্তা হিচাপে গঢ় লৈ উঠিব লাগিব। যুৱ সমাজক যদি শিক্ষা-দীক্ষা গ্ৰহণ কৰাৰ শেষত সংস্থাপিত কৰিব পৰা এটা ব্যৱস্থা থাকিলহেঁতেন, তেতিয়া হয়তো উচ্ছৃংখলতাৰ সৃষ্টি কৰিব পৰা কাৰকবোৰে সহজে কাম কৰিব নোৱাৰিলেহেঁতেন। এই ক্ষেত্ৰত চৰকাৰৰ এটি স্পষ্ট নিয়োগ নীতিও থকা বাঞ্ছনীয়। অসম চৰকাৰৰ বিভিন্ন বিভাগ আৰু অসমত থকা কেন্দ্ৰীয় চৰকাৰৰ কাৰ্যালয় আৰু ব্যক্তিগত খণ্ডৰ প্ৰতিষ্ঠানবোৰত তৃতীয় আৰু চতুৰ্থ শ্ৰেণীৰ পদসমূহত অগ্ৰাধিকাৰৰ ভিত্তিত ৰাজ্যখনৰ শিক্ষিত নিবনুৱা যুৱক-



যুৱতীখিনিক মকৰল কৰাৰ ব্যৱস্থা কৰিব পৰা হ'লেও এই সমস্যাটোৰ এটা আংশিক সমাধান হ'লহেঁতেন। চৰকাৰী চাকৰি যিহেতু সীমিত আৰু ব্যক্তিগত খণ্ডত নিয়োগপ্ৰাপ্তিৰ বাবেও অসমত তেনেকৈ ডাঙৰ কোম্পানী নাই, সেয়ে চৰকাৰে নিজে উদ্যোগ লৈ স্বেচ্ছাসেৱী সংগঠনসমূহক অৰ্থসাহায্য দি সেই সংগঠনসমূহৰদ্বাৰাই বিভিন্ন কৰ্মক্ষেত্ৰত নিয়োগৰ ব্যৱস্থা কৰিব পাৰে। এনে ধৰণৰ স্ব-নিয়োগৰ ব্যৱস্থাই যুৱ প্ৰজন্মক কিছু সুশৃংখল কৰিব বুলি আশা কৰিব পাৰি। এখন নিৰ্বাচিত জনহিতকৰ চৰকাৰে শিক্ষিত ল'ৰা-ছোৱালীখিনিয়ে কৰ্মসংস্থাপন পাব পৰা এটি ব্যৱস্থাৰ যেনেদৰে সৃষ্টি কৰিব লাগে, ঠিক তেনেদৰে শিক্ষিত ল'ৰা-ছোৱালীখিনিয়েও বিভিন্ন ক্ষেত্ৰত নিয়োজিত হ'ব পৰাকৈ নিজকো উপযুক্ত কৰি তুলিব লাগে। চাকৰি নকৰি বেপাৰ-বাণিজ্য কৰিলেও তাতো দক্ষতাৰ প্ৰয়োজন। আচলতে সকলো ক্ষেত্ৰতে কি চাকৰি, কি বেপাৰ-বাণিজ্য, সফলতাৰ বাবে আটাইতকৈ প্ৰয়োজনীয় কথাটো হ'ল প্ৰতিকূল অৱস্থাতো ধৈৰ্য অটুট ৰাখি অবিৰতভাৱে চেষ্টা অব্যাহত ৰখাটো; কিন্তু ভালদৰে পৰ্যবেক্ষণ কৰিলে দেখা যায় যে, যি কোনো কাৰণতে নহওক কিয় আমাৰ এচাম যুৱ প্ৰজন্মৰ মাজত এনে ধৰণৰ নিষ্ঠা আৰু নেৰানেপেৰাকৈ লাগি থকাৰ মানসিকতা একেবাৰে নাই। ই নিশ্চয় শুভ লক্ষণ নহয়।

সমাজ বিজ্ঞানী এৰিষ্ট'টলে (Aristotle) এটি অতি সৰল আৰু তাৎপৰ্যপূৰ্ণ কথা কৈছিল যে— 'Man is a social animal'। সমাজৰ লগত মিলি থকা প্ৰাণী বাবেই নহয়, সমাজখনেই মানুহৰ অন্তৰ্নিহিত গুণৰাশিৰ পূৰ্ণ বিকাশ ঘটাই মানুহক পূৰ্ণাংগ মানুহ কৰি তোলে; সেইবাবেই তেখেতে তেনেদৰে কৈছিল। সামাজিক পৰিৱেশ অনুকূলে থাকিলে আৰু নিজৰ অনুশীলন আৰু অধ্যৱসায় থাকিলে মানুহৰ ভিতৰত সুপ্ত হৈ থকা মানৱীয় গুণৰাশি বিকশিত হৈ উঠে আৰু মানুহজন পূৰ্ণাংগ আদৰ্শ মানুহলৈ ৰূপান্তৰিত হৈ উঠে। মানুহৰ মাজত সদায় দুটি চৰিত্ৰ বিৰাজ কৰি থাকে। জাৰ্মান দাৰ্শনিক কাণ্টে (Kant) মানুহৰ এই দ্বৈত চৰিত্ৰক 'Unsocial sociable' বুলি কৈছে। এটিয়ে বিচাৰে নিজ ইচ্ছাৰ পূৰ্ণপ্ৰাপ্তি আৰু আনটিয়ে বিচাৰে সমাজৰ সৰ্বাংগীণ উন্নতি। মানুহ এজনে কেনেকুৱা পৰিৱেশত ডাঙৰ-দীঘল হয়, কেনেদৰে ৰুচিবোধ গঢ় লৈ উঠে তাৰ ওপৰত নিৰ্ভৰ কৰিব তেওঁৰ কোনটো সত্তাই প্ৰাধান্য লাভ কৰে। এক সুস্থ সামাজিক পৰিৱেশৰ মাজত থাকি ডাঙৰ-দীঘল হোৱা মানুহজনৰ ৰুচিবোধ, মাৰ্জিত হয় আৰু তেওঁৰ সামাজিক দায়বদ্ধতাও বেছি হয়। তেওঁৰ ক্ষেত্ৰত ব্যক্তিস্বাৰ্থ গৌণ হৈ পৰে। আমাৰ সমাজখন যদি মাৰ্জিত হয়, আমাৰ ভৱিষ্যৎ প্ৰজন্মও নিশ্চয় মাৰ্জিত হ'ব। সেয়ে সমাজখন লেতেৰা নোহোৱাকৈ ৰখাটো প্ৰতিজন সচেতন ব্যক্তিৰে কৰ্তব্য হ'ব লাগে আৰু তাকে কৰিবলৈ অভিভাৱকসকলে, ছাত্ৰ-ছাত্ৰীসকলে, যুৱক সমাজে নিজৰ নিজৰ দায়িত্ব নিষ্ঠাসহকাৰে পালন কৰিব লাগে। সমাজৰ এটি অংশ হিচাপে আমি প্ৰথমে নিজৰ ঘৰখনত এটি সুস্থ পৰিৱেশ গঢ়ি তুলিব লাগে। নিজৰ ল'ৰা-ছোৱালীক বেয়া কাম নকৰিবলৈ কোৱাৰ আগতে নিজেও তেনে বেয়া কামৰপৰা আঁতৰি থাকিব লাগিব। ঘৰখনতে শিক্ষাৰ পাতনি মেলা হয়। মাক-দেউতাকৰ ব্যৱহাৰ, ওচৰ-চুবুৰীয়াৰ প্ৰতি কৰ্তব্য পালন, ঘৰখনৰ ডাঙৰসকলৰ ব্যৱহাৰ, তেওঁলোকৰ ৰুচিবোধ এই আটাইবোৰে কম বয়সীয়া ল'ৰা-ছোৱালীখিনিৰ অন্তৰত বাৰুকৈয়ে প্ৰভাৱ পেলায়। শৈশৱকালতে মাক-দেউতাকে সন্তানক সিহঁতৰ সমনীয়াৰ লগত মিলা-মিচা কৰিবলৈ, সিহঁতৰ বন্ধু-বান্ধৱীৰ উত্তৰণত আনন্দ প্ৰকাশ কৰিবলৈ শিকাব লাগে। ওচৰ-চুবুৰীয়াৰ বিপদৰ সময়ত সমবেদনা জ্ঞাপন কৰিবলৈ, সামৰ্থ্য অনুযায়ী সহায়ৰ হাত আগবঢ়াবলৈ নিজেও যাব লাগে আৰু ল'ৰা-ছোৱালীকো তেনে কামত আগবাঢ়ি যাবলৈ শিক্ষা দিব লাগে। তাকে নকৰি আমি যদি নিজৰ সন্তানসকলক আলাসৰ লাডু কৰি সমাজৰপৰা বিচ্ছিন্ন কৰি নিজৰ পৰিয়ালতে আবদ্ধ কৰি ৰখাৰ চেষ্টা কৰোঁ, তেতিয়া সেই সন্তান কেতিয়াও সামাজিক সত্তা হিচাপে গঢ় লৈ উঠিব নোৱাৰে। ঘৰখনৰ সামগ্ৰিক পৰিৱেশটোৱে সিহঁতৰ সমগ্ৰ জীৱনটোতেই ৰেখাপাত কৰি থাকে। এই পৰিৱেশটোতেই সিহঁতৰ চৰিত্ৰই গঢ় লয়। ঘৰখনৰপৰা ওলাই গৈ শিক্ষানুষ্ঠানসমূহত যি পাঠ্যক্ৰম অধ্যয়ন কৰে, তাৰপৰা ল'ৰা-ছোৱালীৰ চৰিত্ৰ গঠন হ'ব নোৱাৰে। সেই পাঠ্যক্ৰমবোৰত নম্বৰপ্ৰাপ্তিৰ প্ৰতিযোগিতা আছে; কিন্তু জ্ঞানপ্ৰাপ্তিৰ অথবা





চৰিত্ৰ গঠনৰ প্ৰতিযোগিতা নাই। উচ্চ নম্বৰ পাই সুখ্যাতিৰে উত্তীৰ্ণ হোৱা ছাত্ৰ-ছাত্ৰীৰ বহুতকে শেষত একো একোজন বিয়াগোম দুৰ্নীতিগ্ৰস্ত বিষয়াত পৰিণত হোৱাহে দেখা গৈছে; মানুহ কিন্তু বৰ কমহে হৈছে। সমাজ সুন্দৰ হ'বলৈ প্ৰকৃত মানুহহে লাগে; মানৱতাবিহীন ডাক্তৰ, ইঞ্জিনিয়াৰ, বিষয়া নালাগে। যিবোৰ ছাত্ৰ-ছাত্ৰীৰ এনে নৈতিক বিচ্যুতি ঘটিছে, তেনে ছাত্ৰ-ছাত্ৰীৰ অভিভাৱকসকলৰ যদি নেপথ্যৰ কৰ্মৰাজি অধ্যয়ন কৰা যায়, দেখা যাব যে তেওঁলোকৰ বেছিভাগেই হয় দুৰ্নীতিগ্ৰস্ত, নহয় চৰিত্ৰহীন। তেওঁলোকে নিজ সমাজখনত নিকা কৰাৰ গুৰু দায়িত্ব পালন কৰাৰ পৰিৱৰ্তে অধিক লেতেৰাহে কৰি পেলাইছে। অভিভাৱক হিচাপে সমাজ গঠনত যেনে ভূমিকা হ'ব লাগে, তেনে ভূমিকা পালন কৰিব পৰা নাই; বৰং বস্তুবাদী চিন্তাইহে তেওঁলোকৰ বেছিভাগকে গ্ৰাস কৰি পেলাইছে। এচাম শিক্ষিত অভিভাৱকে চৰকাৰী সা-সুবিধাৰ মোহত সকলো অনিয়মৰ লগত আপোচ কৰিছে আৰু আন এচামে যি কোনো উপায়েৰে অৰ্থ ঘটাৰ প্ৰতিযোগিতাত নামি পৰিছে। তেওঁলোকক ভাল ঠাইত মাটি লাগে, বিল্ডিং লাগে, গাড়ী লাগে, ল'ৰাই যাতে একো নকৰিলেও চলি যাব পাৰে তাৰ কাৰণে বৃহৎ বেংক বেলেঞ্চ লাগে। মুঠতে কেৱল লাগে। এই লগাৰ প্ৰতিযোগিতাত তেওঁলোকৰ আজৰি নাই। এই 'লাগে'বোৰ পাবলৈ দুৰ্নীতি, প্ৰবঞ্চনা আদি সকলো উপাদানকে প্ৰয়োগ কৰে। বেছিভাগ অভিভাৱকৰ আজি নিজ সন্তানৰ লগত বহি কথা পাতিবলৈ, তেওঁলোকৰ সমস্যাসমূহৰ বিষয়ে আলোচনা কৰিবলৈ সময় নাই। সকলো ক্ষেত্ৰতে নিৰাপত্তাহীনতাত ভূগিছে এই চাম অভিভাৱক। তেওঁলোকে ভাবে যে, তেওঁলোকৰ মৃত্যুৰ পিচত তেওঁলোকৰ সন্তানসকলক চোৱা-চিতা কৰিবলৈ কোনো নাথাকিব। এই নিৰাপত্তাহীনতাৰ আশংকাৰ কিছু সত্যতা হয়তো আছে। কাৰণ বৰ্তমানৰ সমাজ ব্যৱস্থাত আমাৰ সন্তানসকল দেশৰো সম্পদ হিচাপে, আমাৰ সমস্যাসমূহ দেশৰো সমস্যা হিচাপে গণ্য কৰা নহয়। দেশৰ অৰ্থনীতি বৰ্তমান সম্পূৰ্ণৰূপে নিয়ন্ত্ৰিত এচাম পুঁজিপতিৰদ্বাৰা। বিভিন্ন প্ৰকাৰে শোষিত হৈ আছে জনসাধাৰণ এই পুঁজিপতিসকলৰদ্বাৰা। সেয়ে এই ব্যৱস্থাটোত গৰিববোৰ আৰু অধিক গৰিব আৰু ধনীবোৰ আৰু অধিক ধনী হৈ গৈ আছে। এই ব্যৱস্থাটোৰ এটা আমূল পৰিৱৰ্তনৰ প্ৰয়োজন; কিন্তু এটা সামাজিক গাঁথনিৰ পৰিৱৰ্তন ইমান সহজে হ'ব নোৱাৰে। আমি সকলোৱে মিলি ব্যৱস্থাটোৰ এটা সংস্কাৰ সাধন কৰাৰ চেষ্টা কৰিব লাগিব। তাকে নকৰি আমি যদি এনেদৰে নিজ নিজ সন্তানসকলৰ ভৱিষ্যতৰ বাবে সম্পদ আহৰণত লাগি পৰোঁ, তেনেহ'লে এই সমাজ বৰ্তমান অৱস্থাটোতকৈও বেছি ভায়ৱহ হৈ পৰিব। নিজৰ চৰিত্ৰ সম্পূৰ্ণৰূপে হেৰুৱাই পেলোৱা এই অভিভাৱকসকলে নিজ সন্তানক শাসন কৰাৰ নৈতিক অধিকাৰো হেৰুৱাই পেলাইছে। সেয়ে মদ খাই, জুৱা খেলি, ব্লু ফিল্ম চাই বহু ৰাতি ঘৰ সোমালেও মুখেৰে একো মাতিব নোৱাৰা হৈ পৰিছে। ই অতি ভয়াৱহ কথা। এই চাম অভিভাৱকে নিজ নিজ অপকৰ্মৰ এখন সুকীয়া ৰাজ্যত বিচৰণ কৰি ফুৰে। নিজ সন্তানৰ লগত থকা মৰমৰ আৰু অভিভাৱকত্বৰ বান্ধোনডাল ক্ৰমান্বয়ে শিথিল হৈ গৈ থাকে আৰু এটা সময়ত ই নিয়ন্ত্ৰণৰ সম্পূৰ্ণ বাহিৰ হৈ পৰে। চেষ্টা কৰিলে নিশ্চয় বৰ্তমান অৱস্থাটোৰ উন্নতি হ'ব পাৰে, অভিভাৱকসকলে যদি নিজ কৰ্মৰাজিৰ আত্মসমালোচনা কৰে আৰু নিজৰ ব্যক্তিগত স্বাৰ্থতকৈ সমাজৰ স্বাৰ্থক অগ্ৰাধিকাৰ দিয়ে আৰু সদা জাগ্ৰত প্ৰহৰীৰ দৰে কাম কৰে।

আমাৰ সকলো অভিভাৱকে নিজৰ ল'ৰা-ছোৱালীক স্কুল-কলেজত পঢ়ুৱায় পঢ়াৰ শেষত এটি সংস্থাপন পোৱাৰ আশাত; কিন্তু সেই আশা বহুতৰে পূৰণ নহয়। চৰকাৰী চাকৰি নাপালে বুলিয়েই হাত সাৱটি বহি থাকিলে সমস্যাৰ সমাধান নহয়। একাগ্ৰতা থাকিলে জীৱিকাৰ বাবে নিশ্চয় কিবা কৰিব পাৰি। সমাজৰ বাবেও কিবা এটা কৰাৰ মানসিকতা আমাৰ সকলোৰে থাকিব লাগে। কাৰণ আমি একো নকৰিলে সমাজখনৰ ওচৰত ঋণী হৈ থাকিব লাগিব। যুৱশক্তি সদায় এক বৃহত্তম শক্তি। এই শক্তিয়ে সমাজৰ বহু কাম কৰিব পাৰে, যদিহে ইয়াক সঠিকভাৱে পৰিচালিত কৰা হয়; কিন্তু পৰিতাপৰ কথা যে, বিভিন্ন ৰাজনৈতিক দল আৰু স্বাৰ্থজড়িত মহলে এই শক্তিক নিজ স্বাৰ্থ পূৰণৰ বাবে ব্যৱহাৰ কৰি মুনাফা লুটি আছে। ই সমাজৰ কিমান ক্ষতিকাৰক তাক ভালদৰে উপলব্ধি কৰিলেহে বুজিব



পাৰি। আমি আমাৰ যুৱ প্ৰজন্মক সঠিকভাৱে শিক্ষিত কৰি গঢ়ি তুলিব পৰা নাই বাবে নিশ্চয় এনেধৰণৰ পথচ্যুতি ঘটিবলৈ সম্ভৱ হৈছে। আমাৰ অভিভাৱকৰ এক বুজন অংশই সমাজৰ স্বাৰ্থৰ পৰিপন্থী কাৰ্যত লিপ্ত আছে। বৰ্তমান সমাজৰ অতি লক্ষণীয় দিশটো হ'ল— আমি মানুহবোৰ বেয়া ধৰণে কাপুৰুষ হৈ গ'লোঁ। আমি কোনো অন্যায়ৰ প্ৰতিবাদ কৰিব নোৱাৰা হৈছোঁ। দেখদেখকৈ কৰা বেয়া কামৰ প্ৰতিবাদ কৰিব নোৱাৰোঁ, দেখদেখকৈ কৰা দুৰ্নীতিৰ বিৰুদ্ধেও মাতিব নোৱাৰোঁ। মাথোঁ নিজৰ সমস্যা হ'লেহে আমাৰ গাত লাগে; কিন্তু এনে কিছুমান সমস্যা আছে, যিবোৰ ব্যক্তিগত হ'লেও সামাজিক সমস্যা হয়। অন্ততঃ সেইবোৰত হ'লেও মাত মতাৰ সৎ সাহস আমাৰ সকলোৰে থাকিব লাগে। তেনে কৰিলেও বেয়া কামৰ প্ৰতিবাদ কৰাৰ এটা মানসিকতাই গঢ় লৈ উঠিব পাৰে আৰু এনে কাৰ্যই নৱ অথবা যুৱ প্ৰজন্মক কিছু হ'লেও সৎ পথেৰে গতি কৰাত সহায়ক হ'ব পাৰে। বেয়া কামবোৰ বন্ধ কৰিবলৈ গ'লে বেয়া কোনোবাই পাবই। মাজা-মাজিকৈ থাকিলে সমস্যাৰ সমাধান নোলায়। সেয়ে আমি কথাবোৰ ভালকৈ চিন্তা কৰি সচেতন ব্যক্তিসকল ওলাই আহি মহিলা সমাজকো লগত লৈ নিজ নিজ ঠাইত চলি থকা অসামাজিক কাৰ্যবোৰ বন্ধ কৰাৰ বাস্তৱ কাৰ্যকৰী ব্যৱস্থা নল'লে পিচলৈ আমি অনুতপ্ত হ'লেও কোনো কামত নাহিব। ■







# বিহংগম দৃষ্টিত
# পলাশবাৰীৰ অতীত ঐতিহ্য আৰু বৰ্তমান

অনিল কলিতা

ঐতিহ্যমণ্ডিত পলাশবাৰীৰ ইতিহাস কেৱল অসমৰেই নহয়, ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তৰ একাংশৰ ইয়াৰ মনোৰম কাহিনী মানসপটত এতিয়াও সজীৱ হৈ আছে। অতীত ঐতিহ্য বহন কৰি অহা পলাশবাৰী এতিয়া তেনেই এখন সৰু বাণিজ্যিক চহৰ হ'লেও দেশৰ বিখ্যাত নগৰ-মহানগৰৰ নাম সঘনাই সলনি হৈ থকা সময়ত **'পলাশবাৰী'** নামটি একে ৰূপতে থকাটো চাৰিশ পঞ্চাশ বছৰীয়া কেৱল এক গৌৰৱোজ্জ্বল ঘটনাই নহয়, ইয়ো এক মনোৰম ইতিহাস।

অসমৰ ৰাজধানী দিছপুৰৰপৰা মাত্ৰ পঁচিশ কিলোমিটাৰ পশ্চিমে অৱস্থিত চহৰখনে সম্প্ৰতি কেৱল অতীত মাধুৰী সুঁৱৰি অস্তিত্বৰ সংকটত ভূগি আছে। ভালেমান পুথি অধ্যয়ন আৰু পলাশবাৰীৰ কেইগৰাকীমান বয়োজ্যেষ্ঠ লোকৰপৰা জানিব পৰা মতে পলাশবাৰীৰ প্ৰায় চাৰিশ পঞ্চাশ বছৰীয়া এক মনোৰম ইতিহাস আছে। এই ইতিহাস নিৰ্ণয়ৰ ক্ষেত্ৰত বৰ্তমানে বৰাতলীত বাস কৰি থকা গোসাঁইসকলক জীৱন্ত সাক্ষী হিচাপে ল'ব পৰা যায়। কিয়নো তেওঁলোকৰ আদিপুৰুষ শিৱানন্দ গোস্বামীয়ে লগত কেইটামান পৰিয়াল লৈ আহি ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰে ঝাও আৰু পলাশ গছেৰে পৰিপূৰ্ণ সেউজীয়া অৰণ্যত শ্যামৰাই সত্ৰ স্থাপন কৰিছিল। ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰৰ শ্ৰীহাটী সত্ৰৰ তেতিয়াৰ সত্ৰাধিকাৰ শিৱানন্দ গোস্বামীৰ জ্যেষ্ঠ ভাতৃ ৰূপনাৰায়ণ গোস্বামীৰ পৰামৰ্শমতে ১৫৫৪ চনৰ আগছোৱাত এই শ্যামৰাই সত্ৰৰ জন্ম দি প্ৰতিষ্ঠাপক সত্ৰাধিকাৰ হিচাপে সুখ্যাতি অৰ্জন কৰে।

ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰৰ শ্ৰীহাটী সত্ৰ আৰু দক্ষিণপাৰৰ শ্যামৰাই সত্ৰৰ প্ৰতিষ্ঠাপক সত্ৰাধিকাৰ ক্ৰমে ৰূপনাৰায়ণ গোস্বামী আৰু তেওঁৰ ভাতৃ শিৱানন্দ গোস্বামী গুণী-জ্ঞানী লোক বাবে সত্ৰ স্থাপনৰ প্ৰাক্‌মুহূৰ্তত উজনিৰ নদিয়া জিলাৰপৰা শ্ৰীহাটীৰ প্ৰজাই নাৱেৰে গৈ লৈ আহে। শ্যামৰাই সত্ৰ স্থাপনৰ সময়ত ৰূপনাৰায়ণ গোস্বামীয়ে তেওঁৰ ভাতৃ শিৱানন্দ গোস্বামী আৰু চাৰিটিমান পৰিয়ালক পলাশ গছ কাটি সত্ৰ স্থাপনৰ লগতে বসবাসৰ সুবিধা কৰি দি ঠাইখনিৰ নাম **'পলাশবাৰী'** নামকৰণ কৰি তেতিয়াৰ ঠেক ব্ৰহ্মপুত্ৰ নৈখন পাৰ হৈ শ্ৰীহাটী সত্ৰলৈ উভতি যায়। এনেদৰে অতীত শ্ৰীহাটী সত্ৰৰ দক্ষিণপাৰৰ এই ঠাইখনিৰ নাম **'পলাশবাৰী'** হয় বুলি ইতিহাসে কয়।

এদিনাখন এজন নমঃশূদ্ৰই নৈত জাল মাৰোঁতে পোৱা এটি শিলৰ মূৰ্তি শিৱানন্দ গোসাঁইক দিয়ে। শ্যামবৰণীয়া মূৰ্তিটো সত্ৰত স্থাপন কৰি সকলোৰে সহমতত ইয়াৰ বৰণেৰে সত্ৰখনৰ নাম **'শ্যামৰাই'** সত্ৰ ৰখা হয়। পৃথিৱীৰ প্ৰাচীন সভ্যতা নৈৰ উৰ্বৰ ভূমিত গঢ় লৈ উঠাৰ দৰে ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰৰ বিশুদ্ধ বায়ু-পানী আৰু উৰ্বৰ সেউজীয়া ভূমিৰ এই সত্ৰৰ চৌদিশে উত্থান হৈছিল পলাশবাৰী আৰু শ্যামৰাই সত্ৰ। গঢ়ি উঠিছিল ঐতিহ্যমণ্ডিত পলাশবাৰী নগৰ।

অতীত পলাশবাৰীয়ে এক দীঘলীয়া পৰিক্ৰমাৰ মাজেৰে ১৮২১ চনত মানৰ আক্ৰমণৰ সময়ত এক জনবহুল তথা সকলো দিশতে আগবঢ়া এখন উন্নত গাঁৱলৈ পৰিৱৰ্তিত হৈছিল। এই সময়ছোৱাত পলাশবাৰীৰ **মথুৰা হাটলৈ** ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰৰ লোকসকলৰ লগতে এক বিস্তীৰ্ণ অঞ্চলৰ লোকসকলে ধান, মাহ, মৰাপাট, গুৰ, গাখীৰ, মাছ, শাক-পাচলি, ফল-মূল আদি বেচা-কিনা কৰিবলৈ ঢাপলি মেলিছিল। পৰৱৰ্তী কালত অসমৰ ভিতৰতে উল্লেখযোগ্য এই **মথুৰা হাট হাৰাহাটলৈ** আৰু ইয়াৰ ঘাটৰ নাম **হাৰাঘাটলৈ** ৰূপান্তৰ হয় যদিও পৰিশেষত এই নামৰ পৰিসমাপ্তি ঘটি **পলাশবাৰী হাট** আৰু **পলাশবাৰী**



ঘাট নামেৰে চলি আছে। জানিব পৰা মতে ১৮৮৩ চনতে পলাশবাৰীত জাহাজ ঘাট স্থাপন হৈছিল। এই জাহাজ ঘাট স্থাপনৰপৰা পলাশবাৰীৰ অৱস্থা নদন-বদন হ'বলৈ ধৰে। ইয়াৰ তিনি বছৰমান আগৰেপৰা অসমলৈ ব্যৱসায়ৰ সূত্ৰে মাৰোৱাৰী সম্প্ৰদায় লোকৰ আগমন হৈছিল। গুৱাহাটীৰ কেইটামান মাৰোৱাৰী সম্প্ৰদায়ৰ পৰিয়ালে সকলো দিশতে সুবিধা থকা হেতুকে পলাশবাৰীতে ব্যৱসায়-বাণিজ্য আৰম্ভ কৰিছিল। এনেদৰে পলাশবাৰীৰ সমাজ জীৱনত এক মিশ্ৰ জনগাঁথনি গঢ়ি উঠিছিল আৰু বাণিজ্যিক ভিত্তিত পলাশবাৰী গাঁৱৰপৰা নগৰলৈ উত্তৰণ পথত অগ্ৰসৰ হৈছিল।

গ্ৰামীণ পলাশবাৰীয়ে সকলো দিশতে পূৰ্ণতা লাভ কৰাত ইংৰাজ চৰকাৰে ১৯১৮ চনত পোনপ্ৰথমে **পলাশবাৰী টাউন ইউনিয়ন** গঠন কৰে।

**'পলাশবাৰী টাউন ইউনিয়ন'**ৰ প্ৰথম চেয়াৰমেন আছিল উত্তৰ গুৱাহাটীৰপৰা সপৰিয়ালে আহি পলাশবাৰীত স্থায়ীভাৱে থাকিব লোৱা ছয়ানী মৌজাৰ মৌজাদাৰ কালিৰাম বৰুৱা। **'পলাশবাৰী টাউন ইউনিয়ন'** গঠনত বলিষ্ঠ ভূমিকা লৈছিল **'অসম গৌৰৱ'** মাণিক চন্দ্ৰ বৰুৱাই।

১৯২৪ চনত **'পলাশবাৰী টাউন ইউনিয়ন' 'পলাশবাৰী টাউন কমিটি'**লৈ পৰিৱৰ্তিত হয়। **'পলাশবাৰী টাউন কমিটি'**ৰ প্ৰথম চেয়াৰমেন আছিল মহেন্দ্ৰ সিং।

**'পলাশবাৰী টাউন কমিটি'**ৰ প্ৰাক্তন চেয়াৰমেন তথা ছয়ানী মৌজাৰ মৌজাদাৰ নৰেন্দ্ৰ নাথ বৰুৱা, প্ৰাক্তন চেয়াৰমেন ধৰ্মেশ্বৰ দাস, বিশিষ্ট শিক্ষাবিদ অৱলাকান্ত গোস্বামী আৰু বিশিষ্ট নাগৰিক গঙ্গোৰাম কলিতাৰ বিশেষ প্ৰচেষ্টাত ১৯৫৪ চনৰ ২১ ফেব্ৰুৱাৰীৰ দিনাখন **'পলাশবাৰী টাউন কমিটি' 'পলাশবাৰী পৌৰসভা'**লৈ পৰিৱৰ্তিত হয়। **'পলাশাবাৰী পৌৰসভা'**ৰ প্ৰথম চেয়াৰমেন আছিল গঙ্গোৰাম কলিতা। এনেদৰে এক দীঘলীয়া জয়যাত্ৰাৰে পলাশবাৰীয়ে পৌৰসভাৰ স্বীকৃতি লাভ কৰি সমগ্ৰ দক্ষিণ কামৰূপৰ শিক্ষা, যাতায়াত, সংস্কৃতি, ক্ৰীড়া আদিত প্ৰভূত বৰঙণি আগবঢ়াইছিল। সম্প্ৰতি দক্ষিণ কামৰূপত যিবোৰ অনুষ্ঠান, পৰ্ব, আখৰা, সংস্কৃতি চলি আছে, তাৰ প্ৰায়ভাগৰেই মূল কেন্দ্ৰ আছিল পলাশবাৰী।

**শৈক্ষিক দিশত পলাশবাৰী ঃ**

উনৈশ শতিকাৰ অষ্টম-দশকত পলাশবাৰীত এখন ছাত্ৰবৃত্তি (এম. ভি.) স্কুল স্থাপিত হয়। পলাশবাৰীৰ ওচৰত শদিলাপুৰত এখন নিম্ন প্ৰাইমাৰী স্কুল স্থাপিত হয়। ছাত্ৰবৃত্তি স্কুলখনত বঙালী ভাষাত শিক্ষা দিয়া হৈছিল আৰু শিক্ষাৰ মাধ্যম আছিল বঙালী। ১৯০১ চনত এই ছাত্ৰবৃত্তি স্কুলখন মাইনৰ (এম. ই.) স্কুলত পৰিণত হয়। তেতিয়া এই স্কুলত অসমীয়া ভাষা আৰু অসমীয়া ভাষাৰ মাধ্যমেৰে শিক্ষাদান আৰম্ভ হয়। গুৱাহাটীৰ বাহিৰে তেতিয়া দক্ষিণ কামৰূপত ইংৰাজী শিক্ষাৰ এইখনেই আছিল একমাত্ৰ অনুষ্ঠান। এই স্কুলৰ প্ৰথম প্ৰধান শিক্ষক আছিল গোলাঘাটৰ জগত চন্দ্ৰ গোস্বামী। ১৯২০ চনত এই মাইনৰ স্কুলখনেই **'পলাশবাৰী আৰ. বি. (ৰিড়কৰণ বালচান্দ) হাইস্কুল'**লৈ ৰূপান্তৰিত হয়। পলাশবাৰীৰ বিখ্যাত ব্যৱসায়ী স্বৰ্গীয় ৰিড়কৰণ চেৰাউগীয়ে তেওঁৰ একমাত্ৰ পুত্ৰ স্বৰ্গীয় বালচান্দ সেৰাউগীৰ অকাল মৃত্যু হোৱাত পুতেকৰ স্মৃতিত আগবঢ়োৱা ২৫,০০০ টকাৰ সহায়ত পলাশবাৰীৰ মাজমজিয়াত ৫৪ বিঘা মাটিৰ এক বৃহৎ এলেকাত এই হাইস্কুল স্থাপিত হৈছিল। সেই ঠাই এতিয়া ব্ৰহ্মপুত্ৰৰ বুকুত। ছয়ানী মৌজাৰ মৌজাদাৰ কালিৰাম বৰুৱা, শিৱমোহন গোস্বামী, গেন্ধেলু গাঁওবুঢ়া আদি পলাশবাৰীৰ বিশিষ্ট ব্যক্তিসকলৰ প্ৰচেষ্টাত সেই সময়ৰ কামৰূপৰ ডি. চি. বেণ্টিং চাহাবৰ সহানুভূতি আৰু ৰিড়কৰণ সেৰাউগীৰ উদাৰতাৰ বাবেই এদিন **'পলাশবাৰী আৰ. বি. হাইস্কুল'** স্থাপিত হৈছিল। এই হাইস্কুলৰ প্ৰথম হেডমাষ্টৰ আছিল নগাঁৱৰ যোগেশ চন্দ্ৰ তামুলী। দক্ষিণ কামৰূপত সেই সময়ত গুৱাহাটীক বাদে এইখনেই ইংৰাজী উচ্চ শিক্ষাৰ একমাত্ৰ বিদ্যালয় আছিল। ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াৰ কাৰণে **'পলাশবাৰী আৰ. বি. হাইস্কুল'** মিৰ্জালৈ স্থানান্তৰিত কৰিবলগা হয়।

ইয়াৰ পিচত পলাশবাৰী আৰু ইয়াৰ ওচৰ-চুবুৰীয়া গাঁৱৰ ল'ৰা-ছোৱালীৰ পঢ়াৰ সুবিধাৰ বাবে আগছিয়াত **'পলাশবাৰী আঞ্চলিক হাইস্কুল'** আৰু **'পলাশবাৰী বয়জ হাইস্কুল'** স্থাপিত হয়। **'পলাশবাৰী আৰ. বি. হাইস্কুল'** ১৯৬১ চনত **'উচ্চতৰ মাধ্যমিক আৰু বহুমুখী বিদ্যালয়'**লৈ উন্নীত হয়।

১৯২৮ চনত **'পলাশবাৰী টাউন প্ৰাথমিক বালিকা বিদ্যালয়'** স্থাপিত হয় আৰু ই এতিয়াও সুকলমে চলি আছে। অৱশ্যে এই বিদ্যালয়ত আজি ১০/১৫ বছৰ মানৰপৰা **'বালিকা'**ৰ লগতে **'বালক'**ও পঢ়া দেখা যায়।

১৯২৭ চনত পলাশবাৰীত স্থাপিত **'পলাশবাৰী টাউন**





**নন্দিৰাম বিদ্যালয়'**খন ২৭/৩/৬৩ ইং তাৰিখৰপৰা পলাশবাৰীৰ বিশিষ্ট নাগৰিক তথা ব্যৱসায়ী নন্দিৰাম মহাজনৰ নামেৰে **'পলাশবাৰী টাউন নন্দিৰাম মহাজন প্ৰাথমিক বিদ্যালয়'** নামকৰণ কৰা হয়।

**'পলাশবাৰী টাউন বালিকা নিম্ন প্ৰাইমাৰী বিদ্যালয়'**ৰূপে স্থাপিত বিদ্যালয় এখন ১৯৪১ চনত মজলীয়া স্কুললৈ (এম. ভি.) উন্নীত কৰা হয় আৰু খুব সম্ভৱ এই বিদ্যালয়ৰ প্ৰধান শিক্ষক আছিল হেমচন্দ্ৰ মজুমদাৰ।

ছয়ানী মৌজাৰ মৌজাদাৰ তথা পলাশবাৰী টাউন কমিটিৰ প্ৰাক্তন চেয়াৰমেন নৰেন্দ্ৰ নাথ বৰুৱা, বিশিষ্ট শিক্ষাবিদ অৱলাকান্ত গোস্বামী, প্ৰাক্তন চেয়াৰমেন ধৰ্মেশ্বৰ দাস আৰু প্ৰাক্তন চেয়াৰমেন গঙ্গোৰাম কলিতাৰ চেষ্টাত এই এম. ভি. স্কুলখন ১৯৫৪ চনত এম. ই. স্কুললৈ ৰূপান্তৰিত হয়। উপৰোক্ত ব্যক্তিসকলৰ অশেষ চেষ্টা আৰু অসমৰ তেতিয়াৰ শিক্ষামন্ত্ৰী অমিয় কুমাৰ দাস আৰু প্ৰাক্তন উপশিক্ষামন্ত্ৰী ৰাধিকাৰাম দাসৰ সহানুভূতিপূৰ্ণ সহযোগত এম. ই. স্কুলখন ১৯৫৬ চনত হাইস্কুললৈ উন্নীত কৰা হয়। **'পলাশবাৰী ছোৱালী হাইস্কুল'**ৰ প্ৰথম প্ৰধান শিক্ষক মনুদেৱ শৰ্মা।

**'পলাশবাৰী টাউন কমিটি'**ৰ প্ৰাক্তন চেয়াৰমেন তথা ছয়ানী মৌজাৰ মৌজাদাৰ নৰেন্দ্ৰ নাথ বৰুৱাই তেওঁৰ ৰাজনৈতিক পৰম বন্ধু ৰোহিণী কুমাৰ চৌধুৰীক (অসমৰ প্ৰাক্তন শিক্ষামন্ত্ৰী তথা লোকসভাৰ সদস্য) পলাশবাৰীৰ লগত থকা মধুৰ সম্পৰ্কৰ চিনস্বৰূপে তেখেতৰ নামেৰে এখন প্ৰাথমিক বিদ্যালয় স্থাপন কৰিবলৈ অনুৰোধ জনায়। তেতিয়া চৌধুৰীদেৱে বৰুৱাদেৱৰ অনুৰোধত সন্মতি জ্ঞাপন কৰি ৩০০০ (তিনি হাজাৰ) টকা ঘৰ নিৰ্মাণৰ বাবে দিয়ে। এনেদৰে ইংৰাজী ১৯৪২ চনত পলাশবাৰীত **'আৰ. কে. চৌধুৰী নিম্ন বুনিয়াদী বিদ্যালয়'**খন স্থাপিত হয়। এই বিদ্যালয়ৰ ঘৰ নিৰ্মাণ নোহোৱালৈকে পুৰাৰ ভাগত **'পলাশবাৰী আৰ. বি. হাইস্কুলৰ'**ৰ কোঠাত শ্ৰেণী আৰম্ভ হৈছিল। ১৯৬২ চনত এই বিদ্যালয়খন নৰেন্দ্ৰ নাথ বৰুৱা আৰু বিশিষ্ট শিক্ষাবিদ অৱলাকান্ত গোস্বামীৰ অনুৰোধত অসমৰ তেতিয়াৰ মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাই **'উচ্চ বুনিয়াদী বিদ্যালয়'**লৈ উন্নীত কৰায় (প্ৰাক্ প্ৰাথমিক শ্ৰেণীৰপৰা সপ্তম শ্ৰেণীলৈ)। এই বিদ্যালয়খন বৰ্তমান **'পলাশবাৰী টাউন ৰোহিণী কুমাৰ চৌধুৰী উচ্চ বুনিয়াদী বিদ্যালয়'** নামেৰে খ্যাত।

ইমান দিনে বৃহত্তৰ পলাশবাৰী অঞ্চল উচ্চ শিক্ষাৰপৰা বঞ্চিত হৈ আছিল। সেই অভাৱ দূৰ কৰিবলৈ ১৯৬১ চনত **'দক্ষিণ কামৰূপ মহাবিদ্যালয়'** স্থাপিত হয়। কলেজৰ নিজা ঘৰ নথকাত প্ৰথমে মিৰ্জাস্থিত **'পলাশবাৰী আৰ. বি. হাইস্কুল'**ৰ ঘৰতে ৰাতি কলেজৰ শিক্ষা দিয়া হৈছিল। এইখন কলেজৰ স্থাপনৰ বিষয়ে **'পলাশবাৰী সাহিত্য সভা'** আৰু **'দক্ষিণ কামৰূপ মহাবিদ্যালয়'**ৰ লগত নিবিড়ভাৱে সেই সময়ত জড়িত থকা বিশিষ্ট শিক্ষাবিদ, লিখক ড° ভাৰত চন্দ্ৰ কলিতাই কি কয় অলপ পঢ়োঁ আহকচোন— 'অসম সাহিত্য সভাৰ অষ্টাবিংশ অধিবেশনখন মহাসমাৰোহেৰে মিৰ্জাত ১৯৬০ চনত সম্পন্ন হৈ গ'ল। ... ইচ্ছা হ'ল আৰু এটা কিবা ডাঙৰ কাম হাতত লোৱা হওক। ...... শ্ৰীযুত ভৱানীকান্ত চৌধুৰী (অধ্যক্ষ) ছাৰৰ পলাশবাৰীৰ নদীৰ কাষৰ ঘৰত সভাৰ হিচাপ-পত্ৰ সম্পন্ন কৰি দেখা গ'ল যে, প্ৰায় ৩ হেজাৰ টকা উক্ত অধিবেশনত ৰাহি হৈছে। মই প্ৰস্তাৱ দাঙি ধৰিলোঁ যে, অধিবেশনখন চলোৱা কাৰ্যকৰী সমিতিৰ শেষ সভাখনত এখন কলেজৰ কাৰ্যকৰী সমিতি গঠন কৰা হওক। উপস্থিত অমৰেন্দ্ৰ নাথ বৰুৱা আৰু শ্ৰীসুৰেণ শৰ্মাই জঁপ মাৰি উঠিল— 'হাৰে, আমি আজি তাকেই চিন্তা কৰি আছোঁ— তুমিও তাকেই ক'লা।' তেতিয়াই বিশ্বাস হ'ল— একে ধৰণেই আৰু বহুতেই চিন্তা কৰিছে নিশ্চয়— গতিকে কাম হ'ব।'

উক্ত কথাখিনি **'দক্ষিণ কামৰূপ মহাবিদ্যালয়'**ৰ ৰূপালী জয়ন্তী উৎসৱৰ স্মৃতিগ্ৰন্থ (১৯৬১-১৯৮৭)ত ড° ভাৰত চন্দ্ৰ কলিতাই লিখা **'স্মৃতিৰ বুলনি'** নামৰ প্ৰবন্ধৰপৰা উল্লেখ কৰা হৈছে, পৃষ্ঠা ৬৯। প্ৰবন্ধটো তথ্য সমৃদ্ধ আৰু মূল্যৱান।

অতীত পলাশবাৰীত সংগীত চৰ্চা আৰু জ্যোতিষ চৰ্চাও হৈছিল বুলি ইতিহাসে কয়। সম্প্ৰতি পলাশবাৰীৰ সোঁমাজত অৱস্থিত **'পলাশবাৰী সংস্কৃতি বিকাশ ভৱন'**ৰ উদ্যোগত তথা উদ্যোক্তাসকলৰ প্ৰচেষ্টাত শিক্ষা, সাহিত্য, সংস্কৃতি, ক্ৰীড়া, সংগীত, চিত্ৰকলা আদি দিশত চৰ্চা চলি আছে যদিও ইয়াৰ উত্তৰণত অৰ্থনৈতিক দিশটিয়ে প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিছে।

**সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত ঃ**



সাহিত্য-সংস্কৃতিৰ বৰপথাৰখনত পলাশবাৰী জাকত জিলিকা আৰু লেখত ল'বলগীয়া। ১৯০৫ চনৰপৰা পলাশবাৰীত সাহিত্যচৰ্চা হোৱা বুলি ক'ব পৰা যায়। জানিব পৰা মতে গোবিন্দ চৌধুৰীয়ে '**সূতিকা পটল**' নামে এখন পুথি পোনপ্ৰথমে ছপা কৰি উলিয়াইছিল। ইয়াৰে পৰৱৰ্তী কালত মায়াৰাম, শ্যামলাল চৌধুৰীকে আদি কৰি ভালেকেইগৰাকী লিখকে নিজ প্ৰচেষ্টাত পুথি ৰচনা কৰিছিল যদিও পৰৱৰ্তীকালত সাহিত্যচৰ্চাৰ প্ৰাণবিন্দুস্বৰূপ 'হৈ পৰিছিল— '**পলাশবাৰী আৰ. বি. হাইস্কুল**'। এই বিদ্যালয়ৰ মুখপত্ৰ '**উষা**' দক্ষিণ কামৰূপৰ (গুৱাহাটীক বাদে) ছপা আলোচনীৰ বাটকটীয়া। ১৯৫৮ চনত তেতিয়া কটন কলেজৰ ছাত্ৰ অমৰেন্দ্ৰ নাথ বৰুৱাৰ নেতৃত্বত '**পলাশবাৰী সাহিত্য সভা**'ৰ জন্ম হোৱাৰ ফলত অঞ্চলটোত এক সাহিত্যচৰ্চাৰ পৰিৱেশ গঢ় লৈ উঠে। ফলত ১৯৬০ চনত অসম সাহিত্য সভাৰ পলাশবাৰী অধিবেশন সফলভাৱে সম্পন্ন হয়।

১৯৬১ চনত প্ৰণৱেশ্বৰ গোস্বামী আৰু যোগেশ পালৰ সম্পাদনাত বাৰ্ষিক আলোচনী '**বিহুৱান**' আৰু ১৯৬৯ চনৰপৰা সাংবাদিক ভৱেন বৰুৱাৰ সম্পাদনাত পযেকীয়া '**স্বাধীনতা**' বাৰ্তা আলোচনী পলাশবাৰীৰপৰাই প্ৰকাশ হৈছিল। ১৯৭০ চনত অমৰেন্দ্ৰ নাথ বৰুৱাৰ সম্পাদনাত '**জাগৃতি**' নামেৰে এখন উচ্চ মানবিশিষ্ট বছৰেকীয়া আলোচনী প্ৰকাশ হয়। উক্ত আলোচনীত স্থানীয় লিখকৰ উপৰিও অসমৰ ভালেমান বিশিষ্ট লেখক, লেখিকা, চিন্তাবিদ আৰু ৰাজনৈতিক লেখকৰ তথ্য সমৃদ্ধ লেখা প্ৰকাশ হৈছিল। পৰৱৰ্তী কালত '**অসমী**', '**ন-জোৱান**', '**পাপৰি**', '**পলাশী**' আদি আলোচনী পলাশবাৰীৰপৰাই প্ৰকাশ হৈছিল। পলাশবাৰী ৰাস মহোৎসৱৰ মুখপত্ৰ '**ৰাসক্ৰীড়া**', পলাশবাৰী ৰঙালী বিহু সন্মিলনৰ মুখপত্ৰ '**সুতুলি**', পলাশবাৰী ভূপেন্দ্ৰ সংগীত প্ৰচাৰ সমিতিৰ '**স্মৰণিকা**'খনেও সাহিত্যৰ দিশত এক বলিষ্ঠ ভূমিকা গ্ৰহণ কৰি আহিছে। সেইদৰে পলাশবাৰী সাহিত্য সভাৰ '**দখিণ কোল**' এখন উল্লেখযোগ্য মানবিশিষ্ট মুখপত্ৰ।

পলাশবাৰীৰ সৈতে জড়িত থাকি যিসকল নমস্য ব্যক্তিয়ে সাহিত্য সৃষ্টিত অৰিহণা যোগাইছিল, সেইসকল প্ৰবীণ লিখকৰ ভিতৰত— মেদিনী ঠাকুৰীয়া, ভাৰত চন্দ্ৰ দাস, নৰেশ্বৰ শৰ্মা, হলিৰাম হাজৰিকা, শান্তিৰাম দাস, ছগনলাল জৈন, বেলিৰাম দাস, কামাখ্যাচৰণ ভট্টাচাৰ্য, প্ৰফুল্ল চন্দ্ৰ দাস, অভয় ডেকা, ভৱানীকান্ত চৌধুৰী, অমৰেন্দ্ৰ নাথ বৰুৱা, কৃষ্ণ ভৰালী, ড° ভাৰত চন্দ্ৰ কলিতা, খৰ্গধৰ কলিতা, কামিনী প্ৰসাদ ভূঞা, আনন্দ কুমাৰ, মহেন্দ্ৰ দাস, বলেন কলিতা, উমেশ পাল, থানেশ্বৰ কুমাৰ, ৰমেন মেধি আদিয়ে প্ৰধান। উপৰোক্ত লিখকসকলৰ ভিতৰত কেইগৰাকীমানে এতিয়া সাহিত্য-সংস্কৃতি তথা সাংবাদিকতাৰ দিশত নিজৰ সৃষ্টি অব্যাহত ৰাখিছে।

ইংৰাজী ৭/১২/৬৯ তাৰিখে অমৰেন্দ্ৰ নাথ বৰুৱাৰ প্ৰচেষ্টাত পলাশবাৰীত '**দক্ষিণ কামৰূপ সাংবাদিক সন্থা**'ৰ জন্ম হয়। ইং ৩১/১২/৭২ তাৰিখে '**পলাশবাৰী আৰ. কে. চৌধুৰী উচ্চ বুনিয়াদী বিদ্যালয়**'ত অনুষ্ঠিত প্ৰথম অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি ধৰ্মেশ্বৰ দাসে (তেখেত তেতিয়া পলাশবাৰী পৌৰসভাৰ চেয়াৰমেন আছিল) তেখেতৰ আদৰণি ভাষণত কৈছিল— 'ক'বলৈ গ'লে দক্ষিণ কামৰূপৰ অন্যতম প্ৰবীণ সাংবাদিক আৰু সাহিত্যপ্ৰেমী শ্ৰীঅমৰেন্দ্ৰ নাথ বৰুৱাৰ প্ৰচেষ্টাতে '**দক্ষিণ কামৰূপ সাংবাদিক সন্থা**'ৰ জন্ম হয়। ... ... আদিৰেপৰা এই সন্থাৰ লগত শ্ৰীঅমৰেন্দ্ৰ নাথ বৰুৱাৰ উপৰিও ভাৰত চন্দ্ৰ কলিতা, গোপাল শৰ্মা, ৰমেন মেধি, জমৰুদ্দিন আহমেদ, বলেন কলিতা আৰু নিতাই দাস নিবিড়ভাৱে জড়িত হৈ আছে।'

প্ৰথম বাৰ্ষিক অধিবেশনৰ সভাপতি আছিল খগেন বায়ন, মুখ্য অতিথি '**নতুন অসমীয়া**' কাকতৰ সম্পাদক হৰেন্দ্ৰ নাথ বৰুৱা আৰু অসমৰ তেতিয়াৰ শিক্ষামন্ত্ৰী হৰেন্দ্ৰ নাথ তালুকদাৰ।

অতীত পলাশবাৰীৰ ঐতিহ্য তথা সাংস্কৃতিক পৰম্পৰা আছিল অতি চহকী, লেখত ল'বলগীয়া। ভাওনা অথবা খুলীয়াৰ সূত্ৰধাৰী ৰাগ আৰু ছেৱে এক সময়ত পলাশবাৰীক উত্তাল কৰি ৰাখিছিল। ১৯০২ চন মানৰপৰা যাত্ৰাৰ জৰিয়তেও অঞ্চলটোত সাংস্কৃতিক পৰিৱেশ গঢ় লৈ উঠিছিল। শ্যামদেৱ গোস্বামীৰ নেতৃত্বত গঢ় লৈ উঠা যাত্ৰাদলটিয়ে '**কংসবধ**' নাটকেৰে অঞ্চলটোত যাত্ৰাৰ পাতনি মেলিছিল। এক দীঘলীয়া জয়যাত্ৰাৰ মাজেৰে সময় বাগৰি ১৯৩৮ চনত পলাশবাৰী 'লিটেৰাৰী' ক্লাৱ জন্ম হোৱাত অঞ্চলটোত সাংস্কৃতিক পৰিৱেশৰ অগ্ৰগতি হ'বলৈ ধৰে। এই অগ্ৰগতি ১৯৫৪ চনলৈ পূৰ্ণ গতিত চলিছিল যদিও এই চনতেই পলাশবাৰীত হোৱা ভয়াৱহ গৰাখহনীয়াই সকলো





দিশতেই অঞ্চলটোলৈ কাল ধুমুহা বোৱাই আনে। সাংস্কৃতিক দিশতো ইয়াৰ প্ৰভাৱ পৰে। পলাশৰ ৰঙেৰে ৰঙিয়াল পলাশবাৰীৰ লোকসকলক প্ৰকৃতিয়ে নিঃশেষ কৰিব নোৱাৰিলে। লিটেৰাৰী ক্লাৱৰ স্মৃতিৰে ১৯৭৩ চনত পুনৰ স্থাপন কৰিলে '**পলাশবাৰী সংস্কৃতি বিকাশ ভৱন**'। এই '**পলাশবাৰী সংস্কৃতি বিকাশ ভৱন**'ত আছে এটি **প্ৰেক্ষাগৃহ**, '**শিউ প্ৰসাদ জৈন পুথিভঁৰাল**', '**মদন চন্দ্ৰ কুমাৰ সংগীত বিদ্যালয়**' আৰু '**চিত্ৰকলা বিদ্যালয়**'। এই আটাইকেইটা অনুষ্ঠান '**পলাশবাৰী সংস্কৃতি বিকাশ ভৱন**'ৰ বৰ্তমানৰ সভাপতি অমৰেন্দ্ৰ নাথ বৰুৱা আৰু সাধাৰণ সম্পাদক নীৰেন্দ্ৰ চন্দ্ৰ দাসৰ পৰিচালনাত সুচাৰুৰূপে চলি আছে।

অতীত পলাশবাৰীৰ উৎসৱ আৰু পৰম্পৰাই ঠাইখিনি সাংস্কৃতিক ঐতিহ্য মহীয়ান কৰি তুলিছিল। উৎসৱসমূহৰ ভিতৰত পুৰণি আৰু অন্যতম উৎসৱ আছিল '**দৌল উৎসৱ**'। আজিও নতুন উদ্যম আৰু উৎসাহেৰে এই উৎসৱ সগৌৰৱে চলি আছে।

পলাশবাৰীৰ সংস্কৃতিৰ আন এটা অবিচ্ছেদ্য অংগ হ'ল '**ৰঙালী বিহু উদ্‌যাপন**'। ১৯৫৩ চনত বান্ধৱ সন্মিলনৰ ৰংগমঞ্চত প্ৰথমে ৰঙালী বিহু উদ্‌যাপন কৰা হৈছিল যদিও বহু উত্থান-পতনৰ মাজেৰে সম্প্ৰতি নতুন বজাৰৰ পূজা সভাঘৰত এই ৰঙালী বিহু প্ৰতি বছৰে উলহ-মালহেৰে উদ্‌যাপিত হৈ আছে।

<u>ব্যৱসায়-বাণিজ্য ঃ</u>

অতীতৰপৰাই পলাশবাৰীৰ সৰহসংখ্যক লোক ব্যৱসায়-বাণিজ্যৰ লগত জড়িত। অতীত পলাশবাৰীৰ '**মথুৰা হাট**' জনবহুল বিখ্যাত হাট হিচাপে জনাজাত আছিল। ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াৰ বাবে এই হাটখন বহুবাৰ স্থানান্তৰিত হৈছিল। ব্যৱসায়-বাণিজ্যত মথুৰা হাটৰ ভূমিকা মুখ্য আছিল যদিও কাঠ ব্যৱসায়ৰ বাবে অঞ্চলটো ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তত পৰিচিত হৈ পৰিছিল। পলাশবাৰীত ভোলা বৰুৱাই কাঠৰ ব্যৱসায়ৰ আৰম্ভণি কৰিছিল। কাঠ ব্যৱসায়ৰ বাবে কলকাতাৰপৰা পলাশবাৰীলৈ জাহাজেৰে আমদানি-ৰপ্তানি কৰাৰ ব্যৱস্থাই পলাশবাৰীক ব্যৱসায়-বাণিজ্যৰ দিশত জাকতজিলিকা কৰি গঢ়ি তুলিছিল। এসময়ত এৰী কাপোৰৰ ব্যৱসায় আছিল ৰমৰমীয়া। এই ঠাইৰ এৰী কাপোৰ দিল্লী, কলকাতা, নেপাল, দাৰ্জিলিং আদিলৈ ৰপ্তানি হৈছিল। মৎস্য, মাটিৰ বাচন-বৰ্তন, লা, মৰাপাট, ধান-মাহ আদিৰো ব্যৱসায় ভালধৰণে চলিছিল। তদুপৰি ১৯৫২ চনৰপৰা পলাশবাৰীত এটি-দুটিকৈ প্ৰায় কুৰিটামান চ' মিল স্থাপন হোৱাত ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তৰ কাঠ ব্যৱসায়ী ইয়ালৈ ঢাপলি মেলে। চ' মিলবোৰক কেন্দ্ৰ কৰি আন বহু ব্যৱসায় গঢ়ি উঠাৰ ফলত এই সময়ছোৱাত পলাশবাৰীয়ে উন্নতিৰ শীৰ্ষত উপনীত হয়। ১৯৫৪ চনৰপৰা আৰম্ভ হোৱা গৰাখহনীয়াৰ প্ৰভাৱ আৰু কেন্দ্ৰীয় চৰকাৰৰ এক নিৰ্দেশৰ ফলত চ' মিলবোৰ বন্ধ হোৱাত পলাশবাৰীৰ লগতে দক্ষিণ কামৰূপৰ অৰ্থনীতিত এক বিপৰ্যয় আহি পৰে।

<u>**গৰাখহনীয়া আৰু পলাশবাৰীৰ বিপৰ্যয় ঃ**</u>

পলাশবাৰীত প্ৰকৃততে ১৯৩৬/৩৭ চনত গৰাখহনীয়া আৰম্ভ হৈছিল যদিও ১৯৫৪ চনৰপৰা ইয়াৰ ভয়াৱহতা বৃদ্ধি হয়। ১৯৫৪ চনৰ ৪ জুলাইৰপৰা ১৯৮৭/৮৮ চনলৈ ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াই পলাশবাৰীৰ অস্তিত্ব বিপৰ্যাপন কৰি তোলে।

এই সময়ছোৱাত ৮০/৯০ বিঘা মাটিকালিৰ পুৰাণ বজাৰ ২০/২৫ বিঘাৰ মাছ বজাৰ, দুৰ্গাপূজা মন্দিৰ, সভাঘৰ, মাৰোৱাৰী হাস্পতাল, জৈন মন্দিৰ, ট্ৰেন্সপোৰ্ট অফিচ, পলাশবাৰী আৰ. বি. হাইস্কুলৰ ১০০ বিঘা মাটি, পলাশবাৰী ক্লাৱ আদিৰ লগতে ঘৰ-দুৱাৰ, দোকান-পোহাৰ, ৰাজহুৱা বহুতো অনুষ্ঠান-প্ৰতিষ্ঠান ব্ৰহ্মপুত্ৰৰ বুকুত জাহ যায়।

ইমানৰ পিচতো চহৰখনৰ পুনৰ নিৰ্মাণৰ কথা আজিলৈ কোনো চৰকাৰে আন্তৰিকতাৰে নোলোৱাটো দুৰ্ভাগ্যৰ কথা। ১৯৫৪ চনত নেহৰুৱে পলাশবাৰীৰ ভয়াৱহ খহনীয়া প্ৰত্যক্ষ কৰি চহৰখন মিৰ্জালৈ ৰূপান্তৰিত কৰাৰহে পৰামৰ্শ আগবঢ়াইছিল। চৰকাৰে খহনীয়াগ্ৰস্ত কেইটামান পৰিয়ালক মিৰ্জাত ব্যৱসায় কৰিবলৈ মাটিৰ পট্টা দিয়ে। মাৰোৱাৰী সম্প্ৰদায়ৰ লোকসকলে বিজয়নগৰত ব্যৱসায়-বাণিজ্য কৰিবলৈ আৰম্ভ কৰে। তদুপৰি পলাশবাৰীৰ ভালেমান চৰকাৰী কাৰ্যালয় মিৰ্জালৈ স্থানান্তৰিত হয়। এই সময়ত সকলো দিশত পূৰ্ণতা লাভ কৰা পলাশবাৰী দুৰ্যোগৰ গৰাহত পৰাত ইয়াৰ সমীপৱৰ্তী মিৰ্জা আৰু বিজয়নগৰত দুখন সুকীয়া বাণিজ্যিক ঠাই গঢ়ি উঠে। ■

(প্ৰবন্ধটো যুগুত কৰোঁতে পলাশবাৰীৰপৰা প্ৰকাশিত ভালেমান কিতাপ আৰু আলোচনীৰ সহায় লোৱা হৈছে— লিখক।)



# অসমীয়া বিজ্ঞান সাহিত্যত দক্ষিণ কামৰূপ

ড° সূৰ্য কলিতা

সকলো মানুহে সহজতে বুজি পাব পৰাকৈ বিজ্ঞানৰ বিভিন্ন আৱিষ্কাৰ, তথ্যপাতি, তাত্ত্বিক বিষয় বা প্ৰযুক্তি কৌশলৰ বৰ্ণনা থকা আৰু সাহিত্যৰ ৰসত জুবুৰীওৱা লেখনীসমূহেই হ'ল বিজ্ঞান সাহিত্য। আনুষ্ঠানিক শিক্ষাৰ তত্ত্বীয় ৰূপত থকা পাঠ্যক্ৰমৰ নিৰস লেখনীয়ে ছাত্ৰ-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰী তথা সৰ্বসাধাৰণ ৰাইজক বিজ্ঞানৰ ওচৰ চাপি যোৱাত বিশেষ ভূমিকা লোৱা দেখা নাযায়। বিজ্ঞানৰ ডাঙৰ ডাঙৰ ডিগ্ৰীধাৰী আমাৰ সমাজৰ প্ৰায়খিনি মানুহে সেয়ে বৈজ্ঞানিক দৃষ্টিভংগীৰ অভাৱত অন্ধ হৈ জীৱন জগতৰ সুন্দৰ ৰূপ দেখাৰপৰা বঞ্চিত হৈছে। বৈজ্ঞানিক দৃষ্টিভংগী অবিহনে কোনো মানুহেই এটা সুস্থ জীৱন দৰ্শন, এটা সুস্থ সমাজদৰ্শনৰ অধিকাৰী হ'ব নোৱাৰে। **জনগণৰ মাজত জীৱনজগত সম্পৰ্কে বিজ্ঞানসন্মত দৃষ্টিভংগী গঢ় দিবলৈ, জনগণক সুস্থ জীৱন দৰ্শনৰ অধিকাৰী কৰাৰ প্ৰয়াসেৰে বিজ্ঞানৰ তত্ত্বগধুৰ কথাবোৰ সহজ-সৰল ভাষাৰে গল্প, কবিতা, নাট, গীত, প্ৰবন্ধ ইত্যাদি সাহিত্যৰ বিভিন্ন শাখা-প্ৰশাখাৰ জৰিয়তে উপস্থাপন কৰাৰ যি কৌশল** সেয়ে বিজ্ঞান সাহিত্য। এই লেখনীসমূহৰ উদ্দেশ্য হ'ল বিজ্ঞান চৰ্চাৰ মাধ্যমেৰে জনসাধাৰণৰ মন বৈজ্ঞানিক জ্ঞানেৰে চহকী কৰি মানুহক জীৱন জগতৰ বিভিন্ন কাৰু-কাৰ্যৰ প্ৰতি অনুসন্ধিৎসু কৰি তোলা আৰু দায়িত্বশীল বিজ্ঞানমনস্ক নাগৰিক গঢ়ি তোলা।[১,২,৩]

বিজ্ঞান সাহিত্যক প্ৰধানকৈ তিনিটা ভাগত ভগাব পাৰি—

১। গৱেষণা পৰ্যায়ৰ বিজ্ঞান সাহিত্য
২। পাঠ্যপুথিৰ বিজ্ঞান সাহিত্য
৩। জনপ্ৰিয় বিজ্ঞান সাহিত্য

অসমীয়া ভাষাত গৱেষণা পৰ্যায়ৰ বিজ্ঞান সাহিত্যৰ সংখ্যা অতি কম। ইয়াৰ কাৰণ হ'ল বিদ্যায়তনিক গৱেষণা পুথিবোৰ ইংৰাজী ভাষাতে লিখা হয়। তথাপিও অসমীয়া ভাষাত প্ৰকাশিত বিজ্ঞানৰ কেৱখনো পুথিয়ে লেখকৰ বিস্তৃত গৱেষণা আৰু গভীৰ অধ্যয়নৰ স্বাক্ষৰ বহন কৰিছে, যদিও এই পুথিসমূহ কোনো ডিগ্ৰীলাভৰ বাবে প্ৰণয়ন কৰা হোৱা নাই। অসমীয়া বিজ্ঞান বিশ্বকোষকো এই ভাগত ৰাখিব পাৰি।

অসমৰ বিদ্যালয় আৰু মহাবিদ্যালয়সমূহত পাঠ্যপুথি হিচাপে প্ৰচলিত অসমীয়া ভাষাত ৰচিত হোৱা বিজ্ঞানৰ পুথিসমূহৰ কিছুসংখ্যক পুথি বা অধ্যায় নিঃসন্দেহে উচ্চমান বিশিষ্ট সাহিত্যিক গুণেৰে সমৃদ্ধ; কিন্তু পাঠ্যপুথি হোৱা বাবে সিবিলাক পুথিৰ সাহিত্যিক গুণাগুণ সাধাৰণতে বিচাৰ কৰা নহয়।

জনসাধাৰণক বিজ্ঞানৰ ৰোমাঞ্চকৰ জগতখনৰ লগত চিনাকী কৰি দিয়াৰ ক্ষেত্ৰত জনপ্ৰিয় বিজ্ঞান সাহিত্যই মুখ্য ভূমিকা লৈ আহিছে। জনপ্ৰিয় বিজ্ঞান সাহিত্য সম্ভাৰক বিষয়বস্তু আৰু উদ্দেশ্যৰ ফালৰপৰা বিচাৰ কৰি তলত দিয়া ধৰণে ভগাব পাৰি—

১। প্ৰবন্ধ সাহিত্য
২। বিজ্ঞানৰ জীৱনীভিত্তিক সাহিত্য
৩। পত্ৰ সাহিত্য আৰু কবিতা।
৪। বিজ্ঞানভিত্তিক গল্প, নাটক আৰু গীত
৫। সংবাদভিত্তিক বিজ্ঞান সাহিত্য
৬। অনূদিত বিজ্ঞান সাহিত্য
৭। ছাইন্টুন আৰু কমিক্‌ছ
৮। কল্পবিজ্ঞান আৰু
৯। ৰস ৰচনা।

এই ভাগসমূহক আকৌ বৰ্ণনাৰ সুবিধাৰ কাৰণে আন কিছুমান উপ-ভাগত ভাগ কৰি ল'ব পাৰি।[২,৩]



**প্ৰাচীন অসমীয়া বিজ্ঞান সাহিত্য ঃ**

অসমীয়া ভাষাত বিজ্ঞান চৰ্চাৰ অতীত যদিও উৎসাহজনক নাছিল তথাপি তাৰ মাজত এক ঐতিহ্যমণ্ডিত ইতিহাস পৰিলক্ষিত হয়। বৰ্তমান বিজ্ঞান সাহিত্য বুলিলে আমাৰ মনলৈ অহা ধাৰণাৰে পুষ্ট লেখনী অতীতত সৃষ্টি হৈছিল নে নাই সঠিককৈ কোৱা টান। ফকৰা যোজনা. বেদৰ বাণী, জনশ্ৰুতি আৰু চতুৰ্থ-ষষ্ঠ শতিকাৰ ডাকৰ বচনসমূহত কৃষি, স্বাস্থ্য, প্ৰসূতি, ৰোগীৰ শুশ্ৰূষা, সন্তানৰ প্ৰতিপালন আদি অনেক বিজ্ঞানধৰ্মী মূল্যবান কথা মৌখিক সাহিত্য ৰূপে পৰিগণিত হৈ আহিছে। জনজীৱনৰ ব্যৱহাৰিক দিশৰ সৈতে জড়িত এই মৌলিক সাহিত্যৰ প্ৰতি অতীতৰেপৰা আমাৰ সমাজত আদৰ থকা দেখা যায়। ৰজা নৰনাৰায়ণৰ পৃষ্ঠপোষকতাত বকুল কায়স্থই গণিতৰ পুথি 'কিতাবত মঞ্জৰী' অসমীয়ালৈ অনুবাদ কৰি উলিয়াইছিল ১৪৩৪ চনত। এই পুথিখনেই অসমীয়া ভাষাত ৰচিত বিজ্ঞান বিষয়ৰ প্ৰথম পুথি। পৰৱৰ্তীকালত কবিৰত্ন দ্বিজৰ গণিতৰ পুথি 'লীলাৱতী কথা' চূড়ামণিৰ জ্যোতিষ আৰু গণিত বিষয়ত 'জ্যোতিষ চূড়ামণি' আৰু 'অংকৰ আৰ্যা', কবিৰাজ চক্ৰৱৰ্তীৰ 'ভাস্বতীশাস্ত্ৰৰ কথা' (১৬৯৫), সুকুমাৰ বৰকাথৰ 'হস্তিবিদ্যাৰ্ণৱ সাৰ সংগ্ৰহ' (১৭৩৪), সাগৰখৰি দৈৱজ্ঞৰ 'ঘোঁৰা নিদান' (১৭৪০) ৰচিত হয়। এই পুথিবোৰৰ আটাইবোৰ আছিল হাতেলিখা। ইয়াৰে কিছুমান সাঁচিপাতত আৰু আন কিছুমান তুলাপাতত। অসমীয়া ভাষাত লিখিত ৰূপত পঞ্চদশ শতিকাতে আৰম্ভ হোৱা এই বিজ্ঞান চৰ্চা ভাৰতৰ প্ৰান্তীয় ভাষাসমূহত পাবলৈ বিৰল। আমাৰ চুবুৰীয়া বাংলা ভাষাতো আনকি ১৮৮৫ চন পৰ্যন্ত আয়ুৰ্বেদক বাদ দি এনেকুৱা আন ৰচনা আছিল বুলি ক'ব নোৱাৰি।[১,৪,৫]

**নৱজাগৰণ ঃ**

অসমীয়া ভাষাত আধুনিক বিজ্ঞান চৰ্চা মিছনেৰীসকলৰ অৱদান। অলিভাৰ টি. কুট্টাৰ সহযোগত নাথান ব্ৰাউনে ১৮৩৬ চনত পোন প্ৰথম অসমীয়া আখৰৰ ছপাশাল স্থাপন কৰাৰ পাচত অসমীয়া ভাষাত বিজ্ঞান চৰ্চাই গতি লাভ কৰে। নাথান ব্ৰাউনে ১৮৪৫ চনত প্ৰথমবাৰৰ বাবে বকুল কায়স্থৰ 'গণিতৰ পুথি', নাথান ব্ৰাউনৰ 'প্ৰথম গণনা', এলিজা ব্ৰাউন আৰু নাথান ব্ৰাউনৰ 'দুতিয় গণনা' ছপা কৰি উলিয়ায়। ১৮৪৬ চনৰ জানুৱাৰী মাহৰপৰা প্ৰকাশিত প্ৰথম অসমীয়া বাতৰি কাকত 'অৰুণোদই'ৰ পাতত বিজ্ঞান বিষয়ত লেখনী প্ৰকাশ হোৱাৰ পৰা আৰম্ভ কৰি অসমীয়া বিজ্ঞান সাহিত্য আজি এক গৌৰৱপূৰ্ণ ঐতিহ্যৰ অধিকাৰী হৈ এক সুকীয়া আসন দখন কৰিবলৈ সক্ষম হৈছে।[৩] সম্প্ৰতি অসম বিজ্ঞান সমিতি, জ্ঞান-বিজ্ঞান সমিতি, অসম, আঞ্চলিক বিজ্ঞান কেন্দ্ৰ, ভাৰত জন বিজ্ঞান যাত্ৰা, অসম বিজ্ঞান লেখক সংস্থা, অসম সাহিত্য সভা, প্ৰাগজ্যোতিষ মহাবিদ্যালয় বিজ্ঞান সমিতি, যুক্ত বিকাশ সমিতি, অসম, ইলোৰা বিজ্ঞান মঞ্চ আদি স্বেচ্ছাসেৱী অনুষ্ঠান আৰু কেবাগৰাকীয়ো প্ৰতিষ্ঠিত বিজ্ঞান লেখকৰ আশাশুধীয়া প্ৰচেষ্টাত অসমীয়া বিজ্ঞান সাহিত্যই এক মাত্ৰা লাভ কৰিছে। অসমীয়া বিজ্ঞান সাহিত্যৰ গতি, প্ৰকৃতি, বৰ্তমান আৰু ভৱিষ্যৎ, বিভিন্ন ধাৰা, ভাষা আদি বিষয়ত সম্প্ৰতি কেবাখনো গ্ৰন্থও প্ৰকাশ হৈছে। তথাপিও অসমীয়া বিজ্ঞান সাহিত্যৰ সংখ্যা প্ৰায়বোৰ ভাৰতীয় ভাষাৰ তুলনাত কম। **দুই-এটা ব্যতিক্ৰম বাদ দি অসমীয়া সমাজত বিজ্ঞানী বা বিজ্ঞানৰ গৱেষকসকলক বুদ্ধিজীৱীৰ ভূমিকা গ্ৰহণ কৰা দেখা নাযায়। সৰহসংখ্যক শিক্ষিত মানুহৰে বিজ্ঞানৰ দৰ্শন আৰু ইতিহাস সম্পৰ্কে অধ্যয়নপুষ্ট ধাৰণা গঢ়ি উঠা দেখা নোজোৱাটো এক চিন্তাৰ বিষয়। আনকি বিজ্ঞানৰ উচ্চতম ডিগ্ৰীধাৰী আৰু কালজয়ী সু-সাহিত্য সৃষ্টিকাৰী লেখকসকলৰ ভিতৰতো খুব কম সংখ্যকৰহে অসমীয়া বিজ্ঞান সাহিত্য সৃষ্টিত গুৰুত্ব দিয়া দেখা যায়।** এটা জাতিৰ উন্নতি নিৰ্ভৰ কৰে বিজ্ঞান মানসিকতা আৰু চেতনাৰে পৰিপুষ্ট জনসাধাৰণৰ সংখ্যাৰ ওপৰত। ইয়াৰ বাবে প্ৰয়োজন যথেষ্টসংখ্যক গুণগত বিজ্ঞান সাহিত্যৰ।[৪]

**দক্ষিণ কামৰূপত অসমীয়া বিজ্ঞান সাহিত্য ঃ**

দক্ষিণ কামৰূপত আনুষ্ঠানিক বিজ্ঞান শিক্ষাৰে শিক্ষিত লোকৰ সংখ্যা বৰ্তমান যথেষ্ট। এই অঞ্চলত বিজ্ঞান শিক্ষাৰ ব্যৱস্থা থকা উচ্চতৰ মাধ্যমিক বিদ্যালয়, মহাবিদ্যালয় আৰু ব্যক্তিগত অনুষ্ঠানকেইখনে উচ্চতৰ মাধ্যমিক আৰু স্নাতক পৰ্যায়লৈ বিজ্ঞান শিক্ষাৰ সুবিধা আগবঢ়াই আহিছে। পলাশবাৰী আৰ. বি. উচ্চতৰ মাধ্যমিক আৰু বহুমুখী বিদ্যালয়ে ষাঠি দশকৰ প্ৰথম আৰু দক্ষিণ কামৰূপ মহাবিদ্যালয়ে ষাঠিৰ দশকৰ শেষৰপৰা বিজ্ঞান শাখা আৰম্ভ কৰে। ইয়াৰ আগতে কিছুসংখ্যাক ছাত্ৰ-ছাত্ৰীয়ে এই অঞ্চলৰ বাহিৰৰ অনুষ্ঠানত



বিজ্ঞান প্ৰযুক্তিবিদ্যাৰ শিক্ষা গ্ৰহণ কৰিছিল। তেখেতসকল এতিয়া ৰাজ্য আৰু দেশৰ বাহিৰে-ভিতৰে বিভিন্ন ক্ষেত্ৰত নিয়োজিত হৈ আছে। এতিয়াও কিছুসংখ্যাক ছাত্ৰ-ছাত্ৰীয়ে বিজ্ঞান প্ৰযুক্তিৰ অধ্যয়ন আৰু কৰ্মক্ষেত্ৰ হিচাপে দক্ষিণ কামৰূপ অঞ্চলৰপৰা বাহিৰত আছে। বিজ্ঞান শিক্ষাৰে শিক্ষিত আৰু বিদ্যালয়, মহাবিদ্যালয় আৰু আন আন ক্ষেত্ৰত নিয়োজিত হৈ থকা ব্যক্তিসকলৰ বিভিন্নজনক আমি তেখেতসকলে বিজ্ঞান সাহিত্যলৈ আগবঢ়োৱা অৱদানৰ খবৰ লৈছিলোঁ। **বেছিভাগৰ ক্ষেত্ৰতেই বিজ্ঞান শিক্ষাক তেখেতসকলৰ জীৱিকাৰ উপায় হিচাপে গণ্য কৰাহে পৰিলক্ষিত হৈছিল।** বিজ্ঞান মানসিকতাৰ ক্ষেত্ৰতো বেছিভাগৰে অৱস্থা পুতৌ লগা ধৰণৰ। ডোল, তাবিজ, তন্ত্ৰ-মন্ত্ৰ, দেহত ধাৰণ কৰা পাথৰ আদিয়ে তেওঁলোকৰ অন্ধবিশ্বাস আৰু কু-সংস্কাৰেৰে ভৰি থকা মনটোৰহে পৰিচয় দিয়ে। বিজ্ঞান শিক্ষাৰে শিক্ষিত লোকসকলৰ এই অৱস্থাই আমাৰ বৰ হতাশ কৰিছিল। এই অৱস্থাৰ অবসান ঘটোৱাৰ ক্ষেত্ৰত আমি আটাইৰে বহুত কৰণীয় আছে।

আনুষ্ঠানিক বিজ্ঞান শিক্ষাৰ ডিগ্ৰীধাৰী ব্যক্তি পঞ্চাশৰ দশকৰপৰা আৰম্ভ কৰি এতিয়ালৈ সংখ্যাত যথেষ্ট যদিও এই অঞ্চলৰপৰা বিজ্ঞান সাহিত্যলৈ অৱদান আগবঢ়োৱা তথা বিজ্ঞান মানসিকতা গঢ়াৰ ক্ষেত্ৰত জড়িত লোকৰ সংখ্যা বৰ কম। ইয়াৰ ভিতৰত ধাৰাপুৰৰ গোবিন্দ চৌধুৰীয়ে 'সুঁতিকো পটল' নামৰ পুথিত স্ত্ৰী ৰোগৰ কাৰণ আৰু প্ৰতিকাৰৰ বৰ্ণনা কৰিছিল। পলাশবাৰীৰ পাঞ্জী গাঁৱৰ প্ৰয়াত শান্তিৰাম দাস সম্ভৱতঃ এই অঞ্চলৰ প্ৰথম বিজ্ঞানৰ স্নাতক। ১৯২০ চনত কটন মহাবিদ্যালয়ৰপৰা বি. এছ. চি. পৰীক্ষাত উত্তীৰ্ণ কৃতী শিক্ষক প্ৰয়াত দাস ছাৰৰ প্ৰকাশিত কেবাখনো পুথিৰ ভিতৰত উজু গণিত, ন-পাটিগণিত, উজু নেওতা, জ্যামিতি প্ৰৱেশ (১ ম-৪ ৰ্থ খণ্ড), জ্যামিতি প্ৰৱেশ (৫ ম খণ্ড) আৰু ত্ৰিকোণমিতি প্ৰৱেশ অন্যতম। ১৯৫৩ চনত 'ন-পাটিগণিত' নাম দি তেখেতৰ ন-পাটিগণিতৰ প্ৰথম-তৃতীয় খণ্ড ভাগ নামৰ তিনিখন কিতাপক একেলগ কৰি প্ৰকাশ কৰা হৈছিল। ৩৪৬ পৃষ্ঠাত এই কিতাপখন ১৯৫১ চনৰ শিক্ষাবিভাগৰ নতুন পাঠ্যক্ৰম অনুসৰি প্ৰস্তুত কৰা হৈছিল। এই পুথিখনৰ ১৯৬১ চনলৈ মুঠ সাতটা সংস্কৰণ প্ৰকাশ হৈছিল। পলাশবাৰীৰে নৃতত্ত্ববিদ খগেন মহন্তই নৃতত্ত্ব বিষয়ত, নবেশ্বৰ শৰ্মাই 'ভূগোল সাৰ' মাণিকক দত্তই 'ধাৰাপাত' আৰু কুকুৰমাৰাৰ শিৱৰাম বড়াই 'এৰীমুগা' নামৰ পুথি ৰচনা কৰিছিল। প্ৰধানতঃ আলোচনী, স্মৰণিকা আদিত প্ৰবন্ধ হিচাপে বিজ্ঞানৰ লেখা-মিলা চলি থকাৰ মাজতে অতি উৎসাহৰ কথা হ'ল— অসমৰ অগ্ৰণী স্বেচ্ছাসেৱী অনুষ্ঠান অসম বিজ্ঞান সমিতিৰ সন্মানীয় সম্পাদকৰ দায়িত্বত একেলেথাৰিয়ে এটা দশকৰো অধিক কাল (১৯৭৫-১৯৮৭) সেৱা আগবঢ়ায় আমাৰ এই অঞ্চলৰ তিনিগৰাকী সুযোগ্য ব্যক্তিয়ে। পদাৰ্থবিজ্ঞানৰ উচ্চতম শিক্ষাৰে শিক্ষিত তেখেতসকল হ'ল ক্ৰমে খটিয়ামাৰীৰ ড° অনিল কুমাৰ গোস্বামী (১৯৭৫-৭৯), নগৰবেৰাৰ ড° কুলেন্দু পাঠক (১৯৭৯-৮৫) আৰু ছয়গাঁৱৰ ড° মহন্ত কুমাৰ কলিতা (১৯৮৫-৮৭)। ইয়াৰে প্ৰথম দুগৰাকীয়ে সমিতিৰ সভাপতিৰ পদো অলংকৃত কৰিছে। তিনিওগৰাকীয়ে বৰ্তমানলৈও সক্ৰিয়ভাৱে আমাৰ ৰাজ্যখনত বিজ্ঞান শিক্ষাৰ মানদণ্ড উন্নত কৰাকে ধৰি জনবিজ্ঞান আন্দোলনত নিজকে জড়িত ৰাখি সেৱা আগবঢ়াই আছে। ইয়াৰ উপৰিও ১৯৮২ চনত মিৰ্জাত স্থাপিত অসম বিজ্ঞান সমিতিৰ দক্ষিণ কামৰূপ শাখা, ছয়গাঁও শাখা (১৯৮৯), বকো শাখা (২০০০) আৰু নগৰবেৰা শাখা (১৯৯১)ৰ লগত কিছুসংখ্যক বিজ্ঞানপ্ৰেমী ব্যক্তি জড়িত হৈ অঞ্চলটোৰ বিজ্ঞান শিক্ষাৰ বিভিন্ন দিশত কাম কৰাৰ প্ৰচেষ্টা হাতত লৈ আহিছে। এই কামবোৰৰ ভিতৰত বিজ্ঞানৰ জনপ্ৰিয় বক্তৃতা, বিজ্ঞানৰ মডেল প্ৰস্তুতি আৰু প্ৰদৰ্শনী, শিশু বিজ্ঞান সমাৰোহৰ প্ৰকল্প প্ৰস্তুতি, বিজ্ঞানৰ বিভিন্ন দিৱস উদ্‌যাপন, পৰিৱেশ শিবিৰ, বিজ্ঞান শিক্ষক কৰ্মশালা, পৰিৱেশ সচেতনতা অভিযান, বিজ্ঞানৰ সঁজুলি বাকচ প্ৰদৰ্শন, ছাত্ৰ-ছাত্ৰীৰ মাজত বিজ্ঞান বিষয়ক বিভিন্ন প্ৰতিযোগিতা আদিয়েই প্ৰধান। শাখাবোৰৰ এই দিশত কৰণীয় বহুত বাকী আছে। বিশেষকৈ আলোচ্য বিষয় 'বিজ্ঞান সাহিত্য' সৃষ্টিত শাখাসমূহৰ ভূমিকা প্ৰায় নাই বুলিবই পাৰি। ব্যক্তিগত উদ্যোগ, প্ৰচেষ্টা আৰু তাগিদাত বিভিন্নজনে বিজ্ঞানৰ বিভিন্ন প্ৰপঞ্চত সাহিত্যৰ ৰস সঞ্চাৰ কৰি জনসাধাৰণৰ মাজলৈ নিবৰ বাবে প্ৰয়াস কৰি আহিছে। তেখেতসকলৰ কিছুমানৰ লেখনী পুথি আকাৰে প্ৰকাশ হৈছে, আন কিছুমান পাণ্ডুলিপি অৱস্থাতে ৰৈ আছে। আন কিছুমান লেখনী প্ৰবন্ধৰ আকাৰত বিভিন্ন





বিদ্যালয়-মহাবিদ্যালয়ৰ আলোচনী, স্মৰণিকা আদিৰ পাতত বিস্তৃত হৈ আছে।[২] পাঠ্যপুথি, গীত, কবিতা, নাটক, ৰসৰচনা, কল্পকাহিনী আদি হিচাপেও কিছু লেখনী আছে। এই আটাইবোৰৰ উল্লেখ, সংগ্ৰহ আৰু মূল্যায়ন এক কষ্টসাধ্য আৰু বেছি সময় দিবলগীয়া কাম। এই প্ৰবন্ধত আমাৰ হাতত পৰা আৰু বিভিন্নজনৰপৰা জানিবপৰা লেখাসমূহৰ মাত্ৰ চমু উল্লেখ কৰাৰ প্ৰচেষ্টা কৰা হ'ল। ইয়াত ৰৈ যোৱা ত্ৰুটি-বিচ্যুতি আৰু অলিখিত তথ্য সম্পৰ্কে আঙুলিয়াই দি আমাক কৃতাৰ্থ কৰে যেন।

দক্ষিণ কামৰূপ অঞ্চলৰপৰা বিজ্ঞান সাহিত্যলৈ বিশিষ্ট অৱদান আগবঢ়োৱা ব্যক্তিসকলৰ ভিতৰত প্ৰথমতে নগৰবেৰাৰ ড° কুলেন্দু পাঠক ছাৰৰ নাম মনলৈ আহে। ছাত্ৰাৱস্থাৰেপৰা বিজ্ঞানৰ প্ৰবন্ধ লেখা ড° পাঠক ছাৰে বহুতো মূল্যবান প্ৰবন্ধৰে বিজ্ঞান সাহিত্যৰ ভঁৰাল টনকিয়াল কৰিছে। কটন মহাবিদ্যালয়ৰ পদাৰ্থ বিজ্ঞান বিভাগৰ প্ৰাক্তন অধ্যাপক, ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ প্ৰাক্তন উপাচাৰ্য ড° পাঠক ছাৰৰ অসমীয়া বিজ্ঞান সাহিত্যলৈ যি অৱদান তাক দৰাচলতে দক্ষিণ কামৰূপত সীমাবদ্ধ কৰা নাযায়। অসমত জনবিজ্ঞান আন্দোলনৰ অন্যতম গুৰি ধৰোঁতা, অসম বিজ্ঞান সমিতিৰ প্ৰাক্তন প্ৰধান সম্পাদক, প্ৰাক্তন সভাপতি আৰু অসমীয়া বিজ্ঞান সাহিত্যৰ বিশিষ্ট সেৱক ড° পাঠক ছাৰৰ বিজ্ঞান সাহিত্যৰ কেবাখনো মৌলিক, অনূদিত আৰু সম্পাদিত গ্ৰন্থ প্ৰকাশ হৈছে। এইবোৰৰ ভিতৰত 'চন্দ্ৰ শেখৰ ভেংকটৰমণ', হেলিৰ ধূমকেতু' কম্পিউটাৰ (১৯৮৪), বিজ্ঞান আৰু সভ্যতা, প্ৰথম খণ্ড (১৯৯৭), বিজ্ঞান আৰু সভ্যতা, দ্বিতীয় খণ্ড (২০০০) আদি তেখেতৰ মৌলিক গ্ৰন্থ। ডাৰউইন আৰু ক্ৰমবিকাশ-মৃত্যু শত বাৰ্ষিকী শ্ৰদ্ধাঞ্জলী (১৯৮৫), বিজ্ঞান আৰু মানৱতাবাদ (১৯৮৬) সম্পাদিত গ্ৰন্থ আৰু সাগৰিকা, আজিৰ মহাকাশ, আমাৰ পৰিৱেশ আৰু প্ৰদূষণ তেখেতৰ অনূদিত গ্ৰন্থ। তাৰোপৰি আগশাৰীৰ বিভিন্ন আলোচনী, বিভিন্ন স্মৰণিকাত তেখেতৰ তত্ত্বগধুৰ মূল্যবান বিজ্ঞান সাহিত্যৰ প্ৰবন্ধসমূহ সিঁচৰতি হৈ আছে। অতি সম্প্ৰতি 'প্ৰান্তিক'ত 'কথোপকথোন' শিৰোনামাৰে এলানি গুৰুত্বপূৰ্ণ প্ৰবন্ধ প্ৰকাশ হৈ আছে। 'চন্দ্ৰশেখৰ ভেংকটৰমণ' নামৰ জীৱনী সাহিত্যখনত বিখ্যাত ৰমণ পৰিঘটনা আৱিষ্কাৰেৰে ন'বেল বঁটা লাভ কৰা বিজ্ঞানী চন্দ্ৰশেখৰ ভেংকটৰমণৰ জীৱন আৰু কৃতিৰ বিষয়ে সৰস বৰ্ণনা আছে। তেখেতৰ 'কম্পিউটাৰ' নামৰ পুথিখনত কম্পিউটাৰ সম্পৰ্কে প্ৰাৰম্ভিক আভাসৰ লগতে পৰিশিষ্টত সন্নিৱিষ্ট কৰা হৈছে বহুলভাৱে ব্যৱহৃত কিছুমান শব্দ আৰু চুটি ব্যাখ্যা। লেখকৰ 'বিজ্ঞান আৰু সভ্যতা' নামৰ ছয়টা খণ্ডত প্ৰকাশ কৰিবলৈ লোৱা গ্ৰন্থখনিৰ প্ৰথম আৰু দ্বিতীয় খণ্ড দুটা অসম বিজ্ঞান সমিতিয়ে প্ৰকাশ কৰিছে। প্ৰথম খণ্ডত দাঙি ধৰা হৈছে বিশ্ব, পৃথিৱী, জীৱন, সমাজ আৰু সংস্কৃতিৰ বিকাশ সম্পৰ্কে এক বিজ্ঞানভিত্তিক চমু অথচ মনোগ্ৰাহী আলোচনা। পৰীক্ষা-নিৰীক্ষালব্ধ বৈজ্ঞানিক চিন্তা-চৰ্চাই জনসাধাৰণৰ মাজত প্ৰচলিত কিছুমান অন্ধবিশ্বাস ক্ৰমে আঁতৰ কৰিছে। মানৱ প্ৰগতিৰ ইতিহাস বিজ্ঞান প্ৰযুক্তিৰ ক্ৰমবিকাশৰ লগত অভিন্ন বুলি সুন্দৰকৈ গ্ৰন্থখনত দাঙি ধৰা হৈছে। দ্বিতীয়খণ্ডত লেখকে পাঠকক অতীতৰ বিভিন্ন সভ্যতাৰ লগত পৰিচয় হোৱাৰ সুযোগ দিছে; প্ৰাচীন গ্ৰীছ, ভাৰত, চীন আদি নানা সভ্যতাত হোৱা বিজ্ঞান চৰ্চাৰ আলেখ-লেখ দাঙি ধৰিছে। একক প্ৰচেষ্টাৰে এনে এখন অতি মূল্যৱান আৰু উপাদেয় পুথি নিঃসন্দেহে অসমীয়া বিজ্ঞান সাহিত্যলৈ এক মূল্যৱান সংযোজন।

১৯৮০ চনত অসম বিজ্ঞান সমিতিয়ে প্ৰথমবাৰৰ বাবে 'অসমীয়া বিজ্ঞান সাহিত্য' শীৰ্ষক আলোচনা অনুষ্ঠিত কৰি আলোচিত বিষয়সমূহ ১৯৮২ চনত শ্ৰীদীনেশ বৈশ্যৰ সম্পাদনাত পুথি আকাৰে প্ৰকাশ কৰে। এই পুথিত 'বিজ্ঞান সাহিত্যৰ বিষয়বস্তু' প্ৰবন্ধত ড° পাঠক ছাৰে অসমীয়া সমাজত বিজ্ঞানৰ স্থান', 'বুদ্ধিজীৱীৰ মানসত বিজ্ঞান', 'কলোত্তীৰ্ণ সাহিত্যৰ বিষয়বস্তু হিচাপে বৈজ্ঞানিক চিন্তা আৰু তথ্য' আদি শিৰোনামাৰে এক চিন্তা উদ্ৰেককাৰী বস্তুনিষ্ঠ বিশ্লিষণ আগবঢ়াইছে। 'বিজ্ঞান আৰু মানৱতাবাদ' অসম বিজ্ঞান সমিতিয়ে ১৯৮৬ চনত ড° কুলেন্দু পাঠক ছাৰৰ সম্পাদনাত প্ৰকাশ কৰি উলিয়ায়। যুক্তিবাদ, অন্ধবিশ্বাস, বিজ্ঞান আৰু মানৱতাবাদৰ সম্পৰ্কৰ বিষয়ে কিতাপখনত আলোচনা কৰা হৈছে। ড° পাঠক ছাৰে বিজ্ঞান আৰু মানৱতাবাদৰ নামৰ প্ৰবন্ধটোত চমুকৈ জীৱৰ আৱিৰ্ভাৱৰ পৰা আধুনিক স্তৰলৈ মানুহৰ মগজু বৰ্ণনা কৰিছে। মেজিক আৰু ধৰ্মৰ মাজেদি আধুনিক বিজ্ঞানৰ বিকাশৰ অন্তত আধুনিক মানৱতাবাদৰ ঘাই উপাদান বিজ্ঞান মানসিকত' বুলি তেখেতৰ ৰচনাত সজোৰে উথাপিত হৈছে।



অসম সাহিত্য সভাই ১৯৯৪ চনত শ্ৰীডিম্বেশ্বৰ চলিহাৰ সম্পাদনাত প্ৰকাশ কৰি উলিওৱা 'অসমীয়া বিজ্ঞান সাহিত্য' নামৰ সংকলনটোক ড° পাঠক ছাৰৰ 'অসমীয়া বিজ্ঞান সাহিত্যঃ বৰ্তমান আৰু ভৱিষ্যৎ' ৰচনাখন প্ৰকাশ পায়। এই প্ৰবন্ধত তেখেতে অসমীয়া বিজ্ঞান সাহিত্যৰ বিভিন্ন সমস্যা আঙুলিয়াই দিছে। তাৰ ভিতৰত অসমীয়া বিজ্ঞান সাহিত্যত লেখক তথা ভাল লেখকৰ অভাৱ, পৰিভাষাৰ অভাৱ, অনুবাদ আৰু মৌলিক ৰচনা, মনোজ্ঞ প্ৰবন্ধ সংকলন, জীৱনীভিত্তিক বিজ্ঞান, কল্পবিজ্ঞানৰ কাহিনী আদিৰ অভাৱ আৰু যুগান্তকাৰী বিষয় আৰু ধাৰণাসমূহত প্ৰাঞ্জল আৰু সুখপাঠ্য ৰচনা নোহোৱা আদি কেবাটাও সমস্যাৰ কথা উল্লেখ কৰি তাৰ সমাধানৰ বাবেও তেখেতে পৰামৰ্শ আগবঢ়ায়। আমাৰ সমাজ জীৱনত বিজ্ঞানভিত্তিক প্ৰযুক্তি আৰু বিজ্ঞানৰ বস্তুগত অৱদানসমূহ বহুলভাৱে ব্যৱহৃত হৈছে যদিও বৌদ্ধিক ক্ষেত্ৰত বিজ্ঞান আমাৰ সংস্কৃতিৰ অংগ নোহোৱাটো আমাৰ জাতীয় জীৱনৰ দুৰ্বলতা আৰু অসমীয়া বিজ্ঞান সাহিত্যই এই ক্ষেত্ৰত বিশেষ ভূমিকা ল'ব পাৰে বুলি তেখেতে উল্লেখ কৰিছে। ড° প্ৰমোদ চন্দ্ৰ নেওগৰ সম্পাদনাত অসম সাহিত্য সভাই ১৯৯৮ চনত অসমীয়া বিজ্ঞান সাহিত্যৰ বিভিন্ন ধাৰা' নামৰ পুথিখন প্ৰকাশ কৰি উলিয়ায়। এই কিতাপত ড° পাঠক ছাৰৰ 'বিজ্ঞান আৰু সমাজ' নামৰ প্ৰবন্ধটো প্ৰকাশ পায়। এই প্ৰবন্ধত তেখেতে সপ্তদশ শতিকাৰ আৰম্ভণিতে গেলিলিঅ'ৰ ক্ৰান্তিকাৰী পুথি 'ডায়লগ' আৰু শেষৰ ফালে নিউটনৰ 'প্ৰিন্সিপিয়া' আৰু ডাৰউনৰ 'অৰিজিন অৱ স্পেচিচ' আদি গ্ৰন্থৰ বৌদ্ধিক মূল্য আৰু সামাজিক প্ৰভাৱৰ কথা বৰ্ণনা কৰিছে আৰু অসমীয়া বিজ্ঞান সাহিত্যৰ লগতে বিজ্ঞানে আমাৰ সমাজৰ ওপৰত কিমান প্ৰভাৱ বিস্তাৰ কৰিব পাৰিছে তাৰ আলোচনা হোৱাটো বিচাৰিছে। বিজ্ঞান মানসিকতাৰ প্ৰসাৰ, ইঞ্জিনিয়াৰিং, মেডিকেল, স্নাতকোত্তৰ শিক্ষাই আমাৰ প্ৰকৃত সমস্যাবোৰ সমাধানৰ সামৰ্থ আৰু মনোবৃত্তি বিজ্ঞানৰ ডিগ্ৰীধাৰীসকলক প্ৰদান কৰি জনগণৰ সেৱাত বিজ্ঞানক নিয়োজিক হোৱাৰ ক্ষেত্ৰত কিমান অৰিহণা যোগাইছে— এনেবোৰ প্ৰশ্নৰ সদুত্তৰ বিচাৰিলে আৰু দিবলৈ যত্ন কৰিলেহে বিজ্ঞান সাহিত্য জনগণৰ বেছি ওচৰৰ হ'ব বুলি আশা প্ৰকাশ কৰিছে। প্ৰাগজ্যোতিষ মহাবিদ্যালয়ৰ বিজ্ঞান সমিতিয়ে ১৯৯৫ চনত প্ৰকাশ কৰা 'অসমত বিজ্ঞান প্ৰতিষ্ঠানসমূহৰ ভূমিকা' শীৰ্ষক প্ৰবন্ধত বিজ্ঞানৰ গৱেষণা আৰু উচ্চস্তৰৰ বৌদ্ধিক কাৰ্যৰ বাবে অনুষ্ঠানসমূহৰ বৌদ্ধিক বাতাৱৰণৰ প্ৰয়োজনৰ কথা বৰ্ণনা কৰিছে। স্বৰাজোত্তৰ কালত পশ্চিমক অনুসৰণ কৰাৰ মানসিকতা কমিছে যদিও সামূহিক প্ৰচেষ্টাৰ ওপৰত গুৰুত্ব দিয়া দেখা নাযায়। বিজ্ঞানৰ বিভিন্ন ডিগ্ৰী লাভৰ পাচত ছাত্ৰ-ছাত্ৰীৰ নিচা হ'ল এটা চাকৰি যেনে-তেনে যোগাৰ কৰা আৰু চাকৰিৰ পদোন্নতিৰ তাগিদাত বাধ্যত পৰি গৱেষণালৈ মন মেলা। বেছিভাগ গৱেষকেই বয়সৰ জোখেৰে সৃষ্টিশীলতাৰ মূল সময়ছোৱা পাৰ হৈ যোৱাৰ পাচতহে গৱেষণাত জড়িত হোৱাটো আমাৰ জাতীয় জীৱনৰ বাবে চিন্তাৰ বিষয়। তেখেতে আমাৰ দেশৰ বাবে চিনাক্ত কৰা গৱেষণাৰ অগ্ৰাধিকাৰ ক্ষেত্ৰসমূহ উল্লেখ কৰিছে। আমাৰ মহাবিদ্যালয়, বিশ্ববিদ্যালয়ে বিজ্ঞানক কৰা বিভাজনৰ পৰিসীমাৰ উৰ্দ্ধলৈ গৈ আমাৰ সম্পদৰ ওপৰত ভিত্তি কৰি এক সুসংহত দলবদ্ধ পৰিকল্পনা লোৱাৰ প্ৰয়োজনীয়তাৰ কথা দোহাৰিছে।

দক্ষিণ কামৰূপত অসমীয়া বিজ্ঞান সাহিত্যলৈ অৱদান আগবঢ়োৱা ব্যক্তিসকলৰ ভিতৰত আন এগৰাকী হ'ল মিৰ্জাৰ শ্ৰীবলেন্দ্ৰ কুমাৰ দাস ছাৰ। তেখেতে 'বিজ্ঞানৰ কিয় আৰু কেনেকৈ' নামৰ পুথিখনৰ ভৌতিক বিজ্ঞান খণ্ড ৰচনা কৰে আৰু ৰাজ্যিক বিজ্ঞান শিক্ষা সংস্থাই ১৯৭৪ চনত প্ৰকাশ কৰি উলিয়ায়। ৯৬ টা প্ৰশ্ন উত্তৰৰ মাধ্যমেৰে পাঠ্যপুথিত নথকা বা স্পষ্ট নোহোৱা কেতবোৰ বিষয় খুব সহজ-সৰল ভাষা আৰু প্ৰাথমিক ধাৰণা সমন্বিতে ব্যাখ্যা কৰিছে। পুথিখনৰ সাৰদ প্ৰকাশে ১৯৭৯, ৮০ আৰু ১৯৮৮ চনত পুনৰ প্ৰকাশ কৰে। লক্ষী প্ৰকাশৰ 'জোন, বেলি তৰা' তেখেতৰ আন এখন সুখপাঠ্য কিতাপ। ১৯৯০ চনত সাৰদ প্ৰকাশে উলিওৱা 'খেতিৰ কথা' সহজ-সৰল ভাষাত খেতিৰ বিভিন্ন বিষয়ৰ বৰ্ণনা থকা তেখেতৰ আন এখন পুথি। সাৰদ প্ৰকাশৰ 'পোনাকণ ডাক্তৰ' (১৯৮৮) শ্ৰীদাস ছাৰৰ ৰন্ধন প্ৰণালীত থকা খুটি-নাটি খৰচি মাৰি আলোচনা কৰা এখন পুথি। সাৰদ প্ৰকাশৰ 'পদ্যত বিজ্ঞান' (১৯৯২) তেখেতৰ শেহতীয়া পুথি। 'কি খালে তৰিব' নামেৰে আন এখন পুথিৰ পাণ্ডুলিপি প্ৰকাশৰ আপেক্ষাত বুলি জানিব পৰা গৈছে।





কৰ্মসূত্ৰে বিদ্যালয় পৰ্যায়ৰ শিক্ষা প্ৰশাসন আৰু বিজ্ঞান শিক্ষক প্ৰশিক্ষণত দীৰ্ঘদিন জড়িত শ্ৰীদাস ছাৰ অনাতাঁৰ মাধ্যমৰ যোগেদিও বিজ্ঞান শিক্ষা মনোগ্ৰাহী কৰাৰ ক্ষেত্ৰত জড়িত হৈ আছে। কেবাটাও প্ৰবন্ধ আৰু কল্পবিজ্ঞান কাহিনী বিভিন্ন আলোচনীত প্ৰকাশ হৈছে। অসম বিজ্ঞান সমিতিৰ প্ৰকাশ 'অসমীয়া বিজ্ঞান সাহিত্য' (১৯৮২)ত তেখেতৰ সুচিন্তিত আৰু পৰিকল্পিত ৰচনা 'অসমীয়া বিজ্ঞান সাহিত্য আৰু পঢুৱৈৰ পৰ্যায়' এক অমূল্য সংযোজন। এই ৰচনাত তেখেতে অসমীয়া বিজ্ঞান সাহিত্য হিচাপে প্ৰকাশিত বেছিভাগ পুথিৰ গাত পাঠ্যপুথিৰ গোন্ধ লাগি থকাৰ বাবে অসমীয়া বিজ্ঞান সাহিত্য জনপ্ৰিয় হোৱা নাই বুলি তেখেতে মত প্ৰকাশ কৰিছে। তেখেতে কেবাটাও উদাহৰণেৰে কোন পৰ্যায়ৰ পঢুৱৈৰ বাবে কি বিষয়বস্তু উপযুক্ত হ'ব আৰু সেই অনুপাতে ভাষা কি পৰ্যায়ৰ হ'ব তাৰ বিশদ বিৱৰণ দাঙি ধৰিছে উক্ত ৰচনাত। লেখকৰ 'অসমীয়া বিজ্ঞান সাহিত্যত বাক্যৰ গঠন আৰু শব্দ গ্ৰহণ' ১৯৯৪ চনত অসম সাহিত্য সভাই প্ৰকাশ কৰা 'অসমীয়া বিজ্ঞান সাহিত্য' নামৰ সংকলনটোৰ এখন গুৰুত্বপূৰ্ণ ৰচনা। অসমীয়া ভাষাৰ বিজ্ঞান চৰ্চাৰ বিভিন্ন সমস্যাৰ কথা উল্লেখ কৰি সেইবোৰৰ সমাধানৰ পৰামৰ্শ আগবঢ়াইছে। সকলো বিষয়বস্তু যিমান সৰল কৰিলেও সকলো স্তৰৰ পঢুৱৈৰ বাবে বোধগম্য হ'ব বুলি আশা কৰিব নোৱাৰি। সততে ব্যৱহাৰ হোৱা শব্দ, চুটি চুটি বাক্য গাঁথনি আৰু বৈজ্ঞানিক পৰিভাষাৰ ন্যূনতম ব্যৱহাৰে বিজ্ঞানক বহুতৰে ওচৰ চপাত সহায় কৰিব বুলি তেখেতে এই ৰচনাত মত প্ৰকাশ কৰিছে।

বিজ্ঞান সাহিত্যলৈ দক্ষিণ কামৰূপ অঞ্চলৰপৰা অৱদান আগবঢ়োৱা ব্যক্তি হিচাপে ছয়গাঁৱৰ ড° মহন্ত কুমাৰ কলিতা ছাৰৰ নাম উল্লেখযোগ্য। ইন্‌ছটিউট অৱ এডভান্‌ছ ষ্টাডিছ ইন ছায়েন্স এণ্ড টেকন'ল'জিৰ পঞ্জীয়ক হিচাপে অৱসৰ গ্ৰহণ কৰা ড° কলিতা ছাৰৰ বিজ্ঞান সাহিত্যত প্ৰকাশিত পুথি পাঁচখন। ইয়াৰ উপৰিও বিজ্ঞান বিষয়ত ভালেমান প্ৰবন্ধ বিভিন্ন আলোচনীৰ পাতত সিঁচৰতি হৈ আছে। নলবাৰীৰ 'জ্ঞানপীঠে' ১৯৭৬ চনতে প্ৰকাশ কৰা 'বিজ্ঞানীৰ বিচিত্ৰ জীৱনী'ত দহগৰাকী বিজ্ঞানীৰ জীৱন আৰু কৰ্মৰাজি আকৰ্ষণীয়ভাৱে বৰ্ণনা কৰা হৈছে। তেনেদৰে 'ভৱিষ্যদ্ৰষ্টা কালাম' প্ৰকাশ পায় ২০০২ চনত, প্ৰকাশ কৰিছে বাণী মন্দিৰে। জীৱনী গ্ৰন্থখনত কালামৰ জীৱনৰ বিভিন্ন ঘটনাৰাজি মনোগ্ৰাহী ৰূপত বৰ্ণিত হৈছে। একেটা বছৰতে বাণী মন্দিৰৰপৰা প্ৰকাশিত হয় 'পৰিৱেশ আৰু ইয়াৰ ৰক্ষণাৱেক্ষণ'। এই পুথিখন অষ্টম শ্ৰেণীৰ দ্ৰুতপাঠ হিচাপে স্বীকৃতি পাইছে আৰু সহজতে ছাত্ৰ-ছাত্ৰীক পৰিৱেশৰ প্ৰতি আগ্ৰহান্বিত কৰি তুলিবলৈ সক্ষম হৈছে। তেখেতৰ 'মহাবিশ্বৰ ভিতৰচ'ৰা'ত নামৰ কিতাপখনত তেখেতে সকলোৱে বুজিব পৰাকৈ সম্প্ৰসাৰিত মহাবিশ্বৰ কথা, তৰাৰ জন্ম-মৃত্যু আদি অতি প্ৰাঞ্জল আৰু সহজ-সৰল ভাষাত বৰ্ণনা কৰিছে। সৌৰজগতৰপৰা আৰম্ভ কৰি বিশ্ব-ব্ৰহ্মাণ্ড সম্পৰ্কে শেহতীয়া অধ্যয়নৰ বৰ্ণনা এই পুথিখনত সন্নিৱিষ্ট হৈছে। ২০০৩ চনত প্ৰকাশিত এই পুথিখনৰ প্ৰকাশক 'উদিতা প্ৰকাশন'। প্ৰকাশন পৰিষদে ২০০৭ চনত প্ৰকাশ কৰি উলিয়ায় তেখেতৰ গ্ৰন্থ 'আইনষ্টাইন আৰু মানৱতাবাদ'। এই আটাইকেইখন গ্ৰন্থতে লেখকৰ দীৰ্ঘদিনীয়া বিজ্ঞান সংগঠক হিচাপে থকা অভিজ্ঞতা আৰু সমাজৰ প্ৰতি থকা বিজ্ঞানীৰ দায়বদ্ধতা প্ৰতিফলিত হৈছে। বিভিন্ন আলোচনীত কেবাটাও প্ৰবন্ধৰে সমাজত প্ৰচলিত অন্ধবিশ্বাস-কুসংস্কাৰৰ বিৰুদ্ধে বলিষ্ঠ পদক্ষেপ লৈ আহিছে মিৰ্জাৰ অৱসৰপ্ৰাপ্ত কৃতী শিক্ষক তাৰিণীকান্ত বৈশ্য ছাৰে। সমাজত বিজ্ঞান মানসিকতা গঠনৰ হকে কলমেৰে যুঁজি অহা বৈশ্য ছাৰৰ 'শাস্ত্ৰৰ বৈজ্ঞানিক বিশ্লেষণ' অসমীয়া বিজ্ঞান সাহিত্যলৈ এক উল্লেখযোগ্য সংযোজন। ৰামায়ণ আৰু মহাভাৰতৰ বস্তুনিষ্ঠ বিশ্লেষণ থকা এই অনূদিত পুথিখন ১৯৯৫ চনত সচেতন সতীৰ্থই প্ৰকাশ কৰে, মূল বাংলা ভাষাৰ উমেশ চন্দ্ৰ দেৱৰ শাস্ত্ৰৰ মাক্সবাদী সমীক্ষা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰিৱেশ বিজ্ঞান বিভাগৰ প্ৰতিষ্ঠাপক মুৰব্বী অধ্যাপক ড° সূৰ্যকান্ত শৰ্মা আমাৰ ৰাজ্যখনৰ এগৰাকী আগশাৰীৰ পৰিৱেশ বিজ্ঞানী। পলাশবাৰীৰ ড° শৰ্মা ছাৰৰ বিজ্ঞান বিষয়ত কেবাটাও প্ৰবন্ধ পদাৰ্থ বিজ্ঞানৰ ব্যৱহাৰিক পাঠ্যপুথি থকাৰ উপৰিও প্ৰকাশিত পুথি হ'ল— ভূমিকম্প (১৯৮৭), পৰিৱেশ পৰিচয় (১৯৯৮) আৰু মহা সমুদ্ৰৰ ইপাৰে সিপাৰে (২০০৯)।

পলাশবাৰী আৰ. বি. উচ্চতৰ মাধ্যমিক আৰু বহুমুখী বিদ্যালয়ৰ উদ্ভিদ বিজ্ঞান বিভাগৰ অৱসৰপ্ৰাপ্ত কৃতী বিষয়শিক্ষক শ্ৰীধীৰেন্দ্ৰ চন্দ্ৰ দাস ছাৰৰ প্ৰকাশিত



প্ৰবন্ধসমূহৰ ভিতৰত 'মহাকৰ্ষণৰ মতবাদসমূহ', 'নিষ্ক্ৰিয় গেছবাশি আৰু সিহঁতৰ ব্যৱহাৰ', 'বেক্টেৰিয়া', 'ভাৰত জনবিজ্ঞান যাত্ৰা' আদি উল্লেখযোগ্য। তেখেতৰ 'দক্ষিণ কামৰূপত বিজ্ঞান চৰ্চা ঃ এটি পৰ্যালোচনা' নামৰ প্ৰবন্ধটো দক্ষিণ কামৰূপ মহাবিদ্যালয়ৰ ৰূপালী জয়ন্তী উপলক্ষে প্ৰকাশিত স্মৃতিগ্ৰন্থত (১৯৮৭) প্ৰকাশ হৈছে। অসম বিজ্ঞান সমিতি, দক্ষিণ কামৰূপ শাখাৰ প্ৰতিষ্ঠাপক সভাপতি শ্ৰীদাস ছাৰে উক্ত প্ৰবন্ধত এই অঞ্চলৰ বিজ্ঞান শিক্ষাৰ ছবি এখন দাঙি ধৰাৰ উপৰিও কেবাজনো ব্যক্তিয়ে অসমীয়া বিজ্ঞান সাহিত্যলৈ আগবঢ়োৱা অৱদান উল্লেখ কৰিছে। সেই লিখনিবোৰ তলত উল্লেখ কৰা ধৰণৰ—

১। প্ৰাচীন ভাৰতত মেৰুদণ্ডী প্ৰাণীৰ জীবাশ্ম (ড° নিৰঞ্জন কুমাৰ দাস)।
২। পাৰমাণৱিক শক্তিৰ জন্ম কাহিনী (প্ৰয়াত অমৃত চন্দ্ৰ দাস)।
৩। শক্তি, বিজ্ঞান আৰু মানুহ (প্ৰয়াত ভৱানীকান্ত চৌধুৰী)।
৪। পূৰ্বাঞ্চলৰ খনিজ সম্পদ (শ্ৰীলালমোহন চৌধুৰী)।
৫। পৰমাণু শক্তিৰ ব্যৱহাৰ (শ্ৰীপৰশুৰাম কুমাৰ)।
৬। পৰমাণু ঃ ইয়াৰ তেজস্ক্ৰিয়তা আৰু পৰমাণৱিক বোমা (শ্ৰীঘনশ্যাম দাস)।
৬। মহাকাশ অভিযান ঃ এটি সমীক্ষা (শ্ৰীপ্ৰদীপ তালুকদাৰ)।
৬। বায়ুত কাৰ্বন-ডাই অক্সাইড প্ৰতিক্ৰিয়া (শ্ৰীৰমেন চন্দ্ৰ দাস)।

পৰৱৰ্তী সময়ত আমি এই লেখনীবোৰৰ প্ৰকাশৰ বিতং তথ্য সংগ্ৰহৰ প্ৰচেষ্টা হাতত ল'ম। 'বিজ্ঞান শিক্ষাত পেলনীয়া সামগ্ৰীৰ ব্যৱহাৰ' নামৰ ৰাজ্যিক বিজ্ঞান শিক্ষা সংস্থাৰ আলোচনীত প্ৰকাশিত এলানি মনোগ্ৰাহী প্ৰবন্ধৰ লেখক মিৰ্জাৰ শ্ৰীদ্বিজেন চন্দ্ৰ কলিতা ছাৰ এগৰাকী বিজ্ঞান জনপ্ৰিয়কৰণত বহু বছৰ জড়িত ব্যক্তি। 'সংখ্যা আৰু গণনা পদ্ধতি', 'বিজ্ঞানৰ দৃষ্টিত বস্ত্ৰ পৰিধান' আদি তেখেতৰ বিভিন্ন আলোচনীত প্ৰকাশিত প্ৰবন্ধৰ নমুনা। দৃশ্য-শ্ৰাব্য মাধ্যমেৰে বিজ্ঞান শিক্ষা প্ৰদান, বিজ্ঞানৰ মডেল প্ৰস্তুতি আৰু প্ৰদৰ্শনীত উপস্থাপন, অনাতাঁৰ বিজ্ঞান কথিকা, বিজ্ঞান শিক্ষক প্ৰশিক্ষণ, উচ্চ প্ৰাথমিক স্তৰৰ পাঠ্যপুথি প্ৰস্তুতি আদিৰ লগত দীৰ্ঘদীন ধৰি ওতঃপ্ৰোতঃভাৱে জড়িত হৈ থাকি তেখেতে বিজ্ঞান সাহিত্যৰ উদ্দেশ্য পূৰণত সচেষ্ট হৈ আছে। অসম বিজ্ঞান সমিতি, দক্ষিণ কমৰূপ শাখাৰ প্ৰতিষ্ঠাপক সম্পাদক শ্ৰীকলিতা ছাৰ বৰ্তমান শাখা সমিতিৰ কাৰ্যকৰী সভাপতি আৰু এই অঞ্চলৰ অনতম বিজ্ঞান সংগঠক।

মানুহৰ সামগ্ৰিক কল্যাণৰ প্ৰতি সদা সচেতন, দয়াবদ্ধ চিকিৎসক আৰু গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ৰ অধ্যাপক মিৰ্জাৰ ডাঃ জয়দেৱ শৰ্মা জনগণৰ মাজত বিজ্ঞান মানসিকতা গঢ়াত অহৰহ ব্যস্ত থকা আন এগৰাকী বিজ্ঞান সাহিত্যৰ লেখক। বিভিন্ন বেমাৰ-আজাৰ আৰু ইয়াৰ প্ৰতিকাৰৰ উপায় বিষয়ত কেবাটাও মনোগ্ৰাহী প্ৰবন্ধৰে তেখেতে বিভিন্ন ৰোগ আৰু চিকিৎসা বিষয়ত অসমীয়া ভাষাত থকা লেখনীৰ অভাৱ কিছু পৰিমাণে পূৰণ কৰাত সফল হৈছে। কেবাটাও স্বেচ্ছাসেৱী সংস্থাৰ লগত জড়িত ডাঃ শৰ্মা 'ইলোৱা বিজ্ঞান মঞ্চ'ৰ প্ৰতিষ্ঠাপক সম্পাদক। তেখেতৰ ৰচিত (যুটীয়াভাৱে) প্ৰথমখন পুথি 'কুৰি শতিকাৰ মহাব্যাধি এইডছ্' (১৯৯৫), সৰ্বসাধাৰণে বুজি পোৱাকৈ খৰছি মাৰি লেখা এইডছ্ বিষয়ক প্ৰথম অসমীয়া গ্ৰন্থ। ২০০২ চনৰ অসম সাহিত্য সভাৰ লক্ষীমপুৰ অধিবেশনত শ্ৰেষ্ঠ অসমীয়া বিজ্ঞান সাহিত্যৰ সন্মান লভা কৰা 'হিউমেন এনাটমী এণ্ড ফিজিঅ'লজী- মানৱ শৰীৰৰ চমু আভাস' নামৰ পুথিখন মানৱ শৰীৰৰ বিশাল ৰহস্য, অংগ-প্ৰত্যংগসমূহৰ গঠন আৰু কামৰ বিষয়ে সাধাৰণ মানুহেও সহজতে বুজি পাব পৰাকৈ আকৰ্ষণীয় চিত্ৰ আৰু বৰ্ণনা থকা এখন সুখপাঠ্য পুথি। ২০০১ চনৰ জুন মাহত এলাইড বুক ডিষ্ট্ৰিবিউটৰ্চে প্ৰথম প্ৰকাশ কৰাৰ পাচত এই পুথিখনৰ আৰু চাৰিটা সংস্কৰণ প্ৰকাশ হৈছে। জনস্বাস্থ্য আৰু বিজ্ঞান মানসিকতা গঢ়াই তেখেতৰ বিজ্ঞান বিষয়ত লেখা লেখনীসমূহৰ মূল উপজীৱ্য। বিভিন্ন আলোচনী আৰু সম্পাদিত গ্ৰন্থত প্ৰকাশিত তেখেতৰ প্ৰবন্ধসমূহ তলত দিয়া ধৰণৰ—

১। ভাৰতৰ জনস্বাস্থ্য আৰু জনস্বাস্থ্য আন্দোলন (শাৰদীয় জনজীৱন, বিশেষ সংখ্যা; ১৯৯১)।
২। উন্নয়নশীল দেশত মাতৃ আৰু শিশুৰ স্বাস্থ্য সমস্যা (অভিমত, শৰৎ সংখ্যা, অক্টোবৰ; ১৯৯৪)।
৩। আমাৰ দেশত মাতৃ আৰু শিশুৰ স্বাস্থ্য সমস্যা (স্মৃতিগ্ৰন্থ, অসম বিজ্ঞান সমিতিৰ ৪০ তম মিৰ্জা অধিবেশন; ১৯৯৫)।





৪। ভাৰতবৰ্ষৰ নদী সংযোগ প্ৰকল্প আৰু অসম (নতুন পৃথিৱী, জুলাই-ছেপ্তেম্বৰ; ২০০৩)।
৫। বৈজ্ঞানিক দৃষ্টিভংগী-সংগ্ৰামী ঐতিহ্য আৰু তাৰ গুৰুত্ব (নতুন পৃথিৱী, অক্টোবৰ-ডিচেম্বৰ; ২০০৪)।
৬। সমাজত বৈজ্ঞানিক মানসিকতাৰ গুৰুত্ব (নতুন অভিমত, ডিচেম্বৰ; ২০০৫)।
৭। মেলেৰিয়া আৰু কিছু আনুসংগিক চিন্তা (কাঞ্চনজংঘা, ১ম সংখ্যা; ২০০৬)।
৮। ডাইনী বিশ্বাসৰ উৎস সন্ধান (সমীক্ষণ, জুলাই-ডিচেম্বৰ; ২০০৬)।
৯। নাৰীৰ গৰ্ভাৱস্থা কিছু ভিত্তিহীন বিশ্বাস (সমীক্ষণ, জানুৱাৰী-জুন; ২০০৭)।
১০। নাৰী দেহৰ বিভিন্ন সমস্যা আৰু কুসংস্কাৰ ('বিজ্ঞান আৰু আমাৰ সমাজ' নামৰ শশী শৰ্মা সম্পাদিত গ্ৰন্থৰ দ্বিতীয় প্ৰবন্দ, অক্টোবৰ; ২০০৮)।
১১। প্ৰাচীন ভাৰতীয় চিকিৎসা বিজ্ঞান আৰু শল্য চিকিৎসা (মন্থন, জুলাই-আগষ্ট; ২০০৯)।
১২। পাৰিপাৰ্শ্বিক পৰিৱেশ আৰু জনস্বাস্থ্য (বিজ্ঞান জেউতি, সংখ্যা ২৩/৩, ১৯৮৮)।
১৩। আমাৰ দেশত প্ৰচলিত অপ্ৰয়োজনীয় আৰু অবৈজ্ঞানিক ঔষধ (বিজ্ঞান জেউতি, সংখ্যা ২৪/৪/১৯৮৯)।
১৪। টোপনি আৰু কিছু আনুসংগিক কথা (বিজ্ঞান জেউতি, সংখ্যা ২৭/৩, ২০০২)।
১৫। খাদ্যৰ বিহক্ৰিয়া কিয় আৰু কেনেকৈ হয়? (বিজ্ঞান জেউতি, সংখ্যা ৩৬/৩, ২০০১)।
১৬। মৃত্যু- যি নিজেই হ'ব পাৰে এক মহান মানৱ সেৱা (বিজ্ঞান জেউতি, সংখ্যা ৪১/৬, ২০০৭)।
১৭। পুৰুষ প্ৰষ্টেট (স্বাস্থ্য, জি. এন. আৰ. চি., আগষ্ট; ২০০৮)।
১৮। প্ৰষ্টেট গ্ৰন্থিৰ কেন্সাৰ (স্বাস্থ্য, জি. এন. আৰ. চি., ছেপ্তেম্বৰ; ২০০৮)।
১৯। মেলিনা (স্বাস্থ্য, জি. এন. আৰ. চি., নৱেম্বৰ; ২০০৮)।
২০। চিকিৎসা বিজ্ঞানৰ মহান পথিকৃৎ- এন্দ্ৰিয়াচ ভেচেলিয়াচ (স্বাস্থ্য, জি. এন. আৰ. চি., ডিচেম্বৰ; ২০০৯)।
২১। বমিৰ ভাব আৰু বমি (স্বাস্থ্য, জি. এন. আৰ. চি., নৱেম্বৰ; ২০০৮)।

প্ৰগতিশীল সাহিত্য সম্ভাৰেৰে ৰূপান্তৰৰ প্ৰচেষ্টাত সদাব্যস্ত মিৰ্জাৰ মইনা গোস্বামী ছাৰৰ 'অংক কিয় শিকিব লাগে' বিজ্ঞআন সাহিত্যলৈ এক সুন্দৰ সংযোজন। অসম প্ৰকাশন পৰিষদৰ শিশু আলোচনী 'মুকুতা'ত প্ৰকাশিত এই প্ৰবন্ধটো ছাত্ৰ-ছাত্ৰী আনকি আনৰো অংকভীতি আঁতৰ কৰি প্ৰণালীবদ্ধভাৱে চিন্তা কৰা, যি কোনো বস্তু সঠিককৈ সজাবলৈ শিক্ষা আৰু যুক্তিবাদী মন গঢ়াত যথেষ্ট সহায়ক হৈছে বুলি নিঃসন্দেহে ক'ব পাৰি। চাৰু প্ৰকাশন আৰু লয়াৰ্ছ বুক ষ্টলে প্ৰকাশ কৰা (১৯৯০, ১৯৯৬) তেখেতৰ পুথি 'মোক বন্ধু কৰি লোৱা' বিজ্ঞানৰ বতৰা আৰু শিক্ষা সহজ-সৰল ৰূপত ছাত্ৰ-ছাত্ৰী আৰু সাধাৰণ মানুহৰ মাজলৈ নিবলৈ সক্ষম হৈছে। কিতাপখনত সন্নিৱিষ্ট 'তোমাৰ কেমেৰা আৰু ৰেকৰ্ডাৰটো'ত কথোপকথনৰ মাজেৰে দুয়োবিধ সঁজুলিৰ বিষয়ে বৰ্ণনা কৰা আছে। 'শূন্যৰ আত্ম জীৱনীত শূন্যক লৈ থকা বিভিন্ন মুখৰোচক কাহিনীৰে আৰম্ভ কৰি শূন্যৰ অৱিষ্কাৰে যে ভাৰতবৰ্ষ তাক মনত পাহৰি নোযোৱাকৈ সাঁচ বহুৱাই যাবলৈ সক্ষম হৈছে। শেষৰ ফালে সংখ্যাৰেখাৰ ধাৰণা সুন্দৰকৈ দাঙি ধৰিছে। পুথিখনৰ 'বিজ্ঞান কেৱল শ্ৰেণী কোঠাৰ বিষয় নহয়' প্ৰবন্ধটোত গোস্বামী ছাৰে বিজ্ঞান বিষয়টোৰ লক্ষ্য উদ্দেশ্য আৰু কাৰ্যকাৰিতা প্ৰকাশ কৰাৰ ধাৰণ অতি সৰল।

ছয়গাঁও মহাবিদ্যালয়ৰ সদ্য অৱসৰপ্ৰাপ্ত অধ্যক্ষ অৰুণ চন্দ্ৰ শৰ্মা ছাৰ এই অঞ্চলটোৰ বিজ্ঞান জনপ্ৰিয়কৰণ আৰু বিজ্ঞান মানসিকাত গঢ়াৰ বিভিন্ন কাৰ্যসূচীত সক্ৰিয়ভাৱে জড়িত হৈ আছে। বিভিন্ন আলোচনীত বিজ্ঞান বিষয়ত কেবাটাও প্ৰবন্ধ প্ৰকাশ হোৱাৰ উপৰিও অসম সাহিত্য সভাই প্ৰকাশ কৰা বিজ্ঞান বিশ্বকোষৰ জ্যোৰ্তিবিজ্ঞান আৰু মহাকাশ বিজ্ঞান অংশত মনোজ্ঞ লেখনী প্ৰকাশ হৈছে। বিজ্ঞান বিশ্বকোষত তেখেতে ৰচনা কৰা বুধ, শুক্ৰ, পৃথিৱী আৰু চন্দ্ৰ বিষয়ত সুদীৰ্ঘ প্ৰবন্ধকেইটাৰ বিষয়বস্তু অতি প্ৰাঞ্জল ৰূপত বৰ্ণিত হৈছে। বিমলা প্ৰসাদ চলিহা মহাবিদ্যালয়ৰ প্ৰবক্তা যতীন্দ্ৰ নাথ তালুকদাৰৰ পৰিসংখ্যা বিষয়ত প্ৰবন্ধ বিজ্ঞান বিশ্বকোষত প্ৰকাশিত হৈছে।

দক্ষিণ কামৰূপ মহাবিদ্যালয়ৰ ভূগোল বিজ্ঞান বিভাগৰ প্ৰবক্তা ইছাহক আলী এগৰাকী প্ৰতিষ্ঠিত বিজ্ঞান



লেখক। তেখেতৰ অসমীয়া বিজ্ঞান সাহিত্যৰ প্ৰকাশিত পুথি ছয়খন হ'ল ক্ৰমে প্ৰাকৃতি দুৰ্যোগ (২০০২), ছুনামি আৰু সাগৰ (২০০৫), পৃথিৱীৰ কথা (২০০৬), জ্ঞান-বিজ্ঞানৰ কথা (২০০৭), ৰং-বিৰঙৰ কথা (২০০৮) আৰু দুৰ্যোগ ব্যৱস্থাপনা (যুটীয়াভাৱে, আনোৱাৰ হুছেইনৰ লগত (২০০৯)। পুথিকেইখনৰ শিৰোনামাবোৰেই পঢ়ুৱৈৰ মাজত আগ্ৰহৰ সৃষ্টি কৰিবলৈ যথেষ্ট বুলি ক'ব পাৰি। তেখেতৰ 'ছুনামি আৰু সাগৰ' নামৰ পুথিখনে ২০০৬-০৭ বৰ্ষত অসম সাহিত্য সভাৰদ্বাৰা বিজ্ঞান লেখকৰ শ্ৰেষ্ঠ গ্ৰন্থ হিচাপে স্বীকৃত হৈছে।

বিমলা প্ৰসাদ চলিহা মহাবিদ্যালয়, নগৰবেৰাৰ প্ৰবক্তা ড° সূৰ্য কলিতাৰ প্ৰকাশিত পুথি (যুটীয়াভাৱে) 'শিক্ষা, বিজ্ঞান আৰু আমাৰ শিশুহঁত (২০০৭)। মিৰ্জাৰ সদিচ্ছা প্ৰকাশনে প্ৰকাশ কৰা এই প্ৰবন্ধ সংকলনখনত বিভিন্ন আলোচনীত প্ৰকাশিত প্ৰবন্ধ সম্পাদিত ৰূপত প্ৰকাশ হোৱাৰ উপৰিও তেখেতৰ নতুন প্ৰবন্ধও সন্নিৱিষ্ট হৈছে। কিতাপখনৰ নামৰ সৈতে একে নামৰ প্ৰবন্ধৰ উপৰিও আনকেইটা প্ৰবন্ধ হ'ল— 'সমাজ আৰু বিজ্ঞান', 'বিজ্ঞান বিশ্বাস আৰু আমি' আৰু 'বিজ্ঞান, বিজ্ঞান মানসিকতা আৰু সমাজ'। সমাজত বিজ্ঞান আৰু অন্ধবিশ্বাসৰ প্ৰভাৱ বিষয়ত প্ৰস্তুত কৰা গৱেষণা পুথিখনো অসমীয়া ভাষাত প্ৰকাশৰ আশা পুহি ৰখা ড° কলিতা কেবাটাও বিজ্ঞান সংস্থাৰ কাম-কাজৰ লগত সক্ৰিয়ভাৱে জড়িত হৈ আছে। সংকলনখনৰ 'মানুহৰ কাম-কাজ, মন আৰু বাস্তৱতা' নামৰ প্ৰবন্ধটোত আনগৰাকী লেখিকা ছয়গাঁও মহাবিদ্যালয়ৰ প্ৰবক্তা ৰীণা কলিতাই মনোবিজ্ঞানৰ কেবাটাও দিশ সহজ-সৰলভাৱে প্ৰকাশ কৰিবলৈ সক্ষম হৈছে।

মিৰ্জাৰ নয়নমণি বৈশ্যৰ চাৰিখন একাংকিকা নাটৰ সংকলন এটা ২০০৮ চনত প্ৰকাশ হৈছে। 'জাগতে ৰহো' নাম দিয়া এই সংকলনটোৰ একে নামৰ বাটৰ নাটখন অন্ধবিশ্বাসীৰ বিৰুদ্ধে এক বলিষ্ঠ পদক্ষেপ। চিকিৎসাৰ নামত চলি থকা ঠগবাজীৰ ভেদ ভাঙি যুক্তিৰ আধাৰত আগবাঢ়ি যাবলৈ জনোৱা আহ্বান নাটখনে সজোৰে উত্থাপন কৰাত সফল হৈছে।

ডাঃ ফৰিজুল ৰহমানৰ সম্পাদনাত ভি. আই. পি. অঞ্চলৰপৰা হোমিঅ' চিকিৎসাৰ আলোচনী 'হোমিঅ'জ্যোতি' প্ৰকাশ হৈ আছে। মিৰ্জাৰ বলেন চৌধুৰীয়ে কেবাটাও প্ৰবন্ধৰ মাজেৰে সমাজত চলি থকা অন্ধ পৰম্পৰা কিছুমানৰ বিৰুদ্ধে মাত মাতি যুক্তিবাদী হ'বলৈ আহ্বান জনাই আহিছে। 'কন্যাকাল প্ৰাপ্তিত ৰৌজাল বৌজাল কিয়' প্ৰবন্ধত তেখেতে বিজ্ঞানসন্মত ব্যাখ্যা আগবঢ়াই সকলোকে চিন্তান্বিত কৰি তুলিবলৈ সক্ষম হৈছে। এই অঞ্চলৰ বিভিন্ন পৰ্যায়ৰ শিক্ষানুষ্ঠানকেইখন আৰু আন আন সৰু-ডাঙৰ অনুষ্ঠানৰ উদ্যোগত প্ৰকাশিত আলোচনী, স্মৃতিগ্ৰন্থ, প্ৰবন্ধ সংকলন, ক্ষুদ্ৰ আলোচনী আদিত বিজ্ঞান সাহিত্যৰ লেখনী প্ৰকাশিত হৈ আহিছে। বাতৰি কাকততো বিভিন্নজনৰ বিজ্ঞানৰ লেখা-মেলা প্ৰকাশ হৈছে আৰু বিজ্ঞান বিষয়ত লেখনী ক্ৰমে বাঢ়ি অহা পৰিলক্ষিত হৈছে। শিক্ষানুষ্ঠানৰ আলোচনীত ছাত্ৰ-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰীৰ লেখনীৰ বিষয়বস্তু হিচাপে বিজ্ঞান এক অপৰিহাৰ্য অংগত পৰিণত হোৱাটো এক উৎসাহৰ কথা হৈছে। এই লেখনীসমূহৰ আমাৰ হাতত পৰা এটা অংশৰ তালিকা তলত দিয়া হ'ল। আপোনালোকৰপৰা বাদ পৰি গুৰুত্বপূৰ্ণ লেখনীসমূহৰ তথ্য পালে ভৱিষ্যৎ এই প্ৰবন্ধৰ পূৰ্ণাংগ ৰূপত দিব পাৰিম।

'দক্ষিণ পট'ত প্ৰকাশিত প্ৰবন্ধ—

১। ডিনামাইটৰ আৱিষ্কাৰক আলফ্ৰেড বাৰ্ণাড ন'বেল (হিৰুমণি কলিতা, সংখ্যা ৩৫, পৃ. ৬; ২০০৬-০৭)।
২। ভাৰতবৰ্ষত সংখ্যাৰ ব্যৱহাৰ (নকুল দেৱ গোস্বামী, সংখ্যা ৩৫, পৃ. ১৪; ২০০৬-০৭)।
৩। মৌচুমীৰ মন বুজিবলৈ (ইছাহক আলী, সংখ্যা ৩৫, পৃ. ২০; ২০০৬-০৭)।
৪। অসম আৰু আলহী পক্ষী (হীমা নাথ, সংখ্যা ৩৫, পৃ. ২৮; ২০০৬-০৭)।
৫। বিজ্ঞান আৰু মানুহ *(অনূদিত)* (ছন্দসুধা গোস্বামী, সংখ্যা ৩৫, পৃ. ৫৯; ২০০৬-০৭)।
৬। ৰহস্যাবৃত মহাবিশ্ব (অনুপ কুমাৰ চক্ৰৱৰ্তী, সংখ্যা ৩৬, পৃ. ৭; ২০০৭-০৮)।
৭। তাপজনিত প্ৰদূষণ আৰু ইয়াৰ ভয়াৱহতা (দ্বিজেন দত্ত, সংখ্যা ৩৬, পৃ. ৯; ২০০৭-০৮)।
৮। গণিতত প্ৰশ্ন সমাধান (নকুল দেৱ গোস্বামী, সংখ্যা ৩৬, পৃ. ১৬; ২০০৭-০৮)।
৯। জ্যোতিষ বিজ্ঞানৰ ইতিহাসৰ চমু আভাস (নকুল দেৱ গোস্বামী, সংখ্যা ৩৩, পৃ. ৯; ২০০৪-০৫)।
১০। কম্পিউটাৰৰ ভাইৰাছ কি? (ৰূপম কুমাৰ দাস, সংখ্যা ৩৩, পৃ. ৮১; ২০০৪-০৫)।
১১। বৈজ্ঞানিক দৃষ্টিভংগীৰে পপীয়াতৰা (দীপমণি দাস, সংখ্যা ২৮, পৃ. ১৯; ১৯৯৯-২০০০)।
১২। ক্ল'নিং-এক নতুন অধ্যায়ৰ সূচনা (অনুপম বৈশ্য, সংখ্যা ২৮, পৃ. ৯; ১৯৯৯-২০০০)।
১৩। প্ৰাকৃতিক দুৰ্যোগৰ গৰাহত ভাৰতবৰ্ষ (ইছাহক আলী, সংখ্যা ২৮, পৃ. ১; ১৯৯৯-২০০০)।
১৪। কেইবিধমান চিনাকী-অচিনাকী ভেষজ উদ্ভিদ (কৰুণাকান্ত দাস, সংখ্যা ২৮, পৃ. ৬৪, ১৯৯৯-২০০০)।
১৫। বিকল্প শক্তিৰ উৎস— পাৰমাণৱিক শক্তি (পল্লৱী গোস্বামী, সংখ্যা ৩১, পৃ. ৮; ২০০০-২০০১)।
১৬। প্ৰদূষণ (দীপমণি দাস, সংখ্যা ৩১, পৃ. ১০; ২০০০-২০০১)।
১৭। অম্ল বৃষ্টি বা এচিদ ৰেইন কি? (কম তালুকদাৰ, সংখ্যা ৩১, পৃ. ১৯; ২০০০-২০০১)।
১৮। নিমগছ (বনজ্যোতি ডেকা, সংখ্যা ৩১, পৃ. ৫৮; ২০০০-২০০১)।

'দখিণ কোল'ত প্ৰকাশিত প্ৰবন্ধ—

১। ইলেকট্ৰিক চক আৰু বজ্ৰপাত (ডাঃ ৰাজেন কলিতা, সংখ্যা ২১, পৃ. ৫৫; ২০০০-০১)।
২। দীপৰ বিল বনৰীয়া পক্ষীৰ অভয়াৰণ্য (ইছাহক আলী, সংখ্যা ২১, পৃ. ৫৭; ২০০০-০১)।
৩। দক্ষিণ কামৰূপৰ ভৌগোলিক পৰিচয় (ইছাহক আলী, সংখ্যা ২৬, পৃ. ১; ২০০৬)।
৪। বংশানুক্ৰমিক ৰোগ (ডাঃ ৰাজেন কলিতা, সংখ্যা ২৬, পৃ. ১২০; ২০০৬)।
৫। সুসাহিত্যিক, গণিতজ্ঞ শান্তিৰাম দাসৰ জীৱন আৰু সৃষ্টিকৰ্ম (কুশল কলিতা, সংখ্যা ২৭, পৃ. ১৯; ২০০৭)।
৬। কৰ্কট ৰোগ আৰু বয়সৰ লগত ইয়াৰ সম্পৰ্ক (ডাঃ ৰাজেন কলিতা, সংখ্যা ২৭, পৃ. ১২৭, ২০০৭)।
৭। নিউক্লিয়াৰ জৈৱ সন্ত্ৰাস (ডাঃ ৰাজেন কলিতা, সংখ্যা ২৮, পৃ. ৩৭, ২০০৯)।

কলহীত প্ৰকাশিত প্ৰবন্ধ—

১। বিজ্ঞানৰ অভিশাপ— হিৰোচিমা (গীতুমণি দাস, সংখ্যা ১৪, পৃ. ৭; ১৯৯৮-৯৯)।
২। হেলিৰ অনুসন্ধান, হুকৰ নীৰৱতা আৰু নিউটনৰ প্ৰিন্সিপিয়া (মণীষা চৌধুৰী, সংখ্যা ১৪, পৃ. ৩; ১৯৯৮-৯৯)।
৩। কৃত্ৰিম ৰঙৰ আৱিষ্কাৰক 'পাৰ্কিন' (মালব্য দাস, সংখ্যা ২০, পৃ. ৩; ২০০৪-০৫)।
৪। সেউজগৃহ প্ৰক্ৰিয়া, গোলকীয় উত্তাপ বৃদ্ধি আৰু কিয়'ট প্ৰটকল (আতিকুৰ ৰহমান, সংখ্যা ২০, পৃ. ৫; ২০০৪-০৫)।
৫। ডাইন'চৰ ঃ ইয়াৰ উৎপত্তি আৰু বিলুপ্তি (গৌতম কুমাৰ দাস, সংখ্যা ২০, পৃ. ১৩; ২০০৪-০৫)।
৬। বিশ্বৰ মহান বিজ্ঞানী চাৰ আইজাক নিউটন (গীতু দাস, সংখ্যা ২১, পৃ. ১০; ২০০৫-০৬)।
৭। প্ৰাকৃতিক বিপৰ্যয় ঃ ভূমিকম্প আৰু আগ্নেয়গিৰি (হিৰুমণি তালুকদাৰ, সংখ্যা ২১, পৃ. ২৩; ২০০৫-০৬)।
৮। ডাইনী আৰু অন্ধবিশ্বাস (মনোজ কুমাৰ ৰাভা, সংখ্যা ২৩, পৃ. ৩৬; ২০০৭-০৮)।

জৱাহৰ জ্যোতিত প্ৰকাশিত প্ৰবন্ধ—

১। পৰিৱেশ আৰু আমি (সুশীল পাটোৱাৰী, সংখ্যা ১৭, পৃ. ১৭; ১৯৯৪-৯৫)।
২। সৌৰ শক্তি ঃ অপৰম্পাৰগত শক্তিৰ উৎস আৰু ইয়াৰ ব্যৱহাৰ (প্ৰণৱ শৰ্মা, সংখ্যা ১৭, পৃ. ৩১; ১৯৯৪-৯৫)।
৩। চৰাই ঃ ইয়াৰ উৎপত্তি আৰু জীৱন কাহিনীৰ চমু আভাস (মোবাচ্ছিৰ হাছান, সংখ্যা ১৯, পৃ. ৩৯; ১৯৯৬-৯৭)।
৪। শব্দ প্ৰদূষণ— পৰিৱেশ সুৰক্ষাৰ প্ৰতি এক প্ৰত্যাহ্বান (পংকজ কলিতা, সংখ্যা ২১, পৃ. ৪; ১৯৯৮-৯৯)।
৫। আধুনিক বিশ্বত শেলাইৰ গুৰুত্ব (দীপজ্যোতি বড়ো, সংখ্যা ২১, পৃ. ৪; ১৯৯৮-৯৯)।
৬। প্ৰাণীজগতৰ অনন্য বিস্ময় (জগদীশ চন্দ্ৰ নাথ, সংখ্যা ২৩, পৃ. ৪৪; ২০০০-০১)।
৭। ফিবনাকী সংখ্যা (দীপাংকৰ শৰ্মা, সংখ্যা ২৩, পৃ. ৪৬; ২০০০-০১)।
৮। নৱপ্ৰস্তৰ যুগ আৰু বকো-হাহিম অঞ্চলত ইয়াৰ সমল (বিনয়া দেৱী, সংখ্যা ২৪, পৃ. ৪৯; ২০০১-০২)।





৯। প্ৰকৃতিৰ বিভীষিকা *(কবিতা)* (মানস প্ৰতীম শৰ্মা, সংখ্যা ২৭, পৃ. ৮; ২০০৪-০৫)।

১০। যুগান্তকাৰী জীৱবিজ্ঞানী চাৰ্লচ ডাৰউইন (নিতুমণি তালুকদাৰ, সংখ্যা ২৮, পৃ. ৮; ২০০৫-০৬)।

১১। দীপৰ বিল (সৌৰভ ভট্টাচাৰ্য, সংখ্যা ২৮, পৃ. ২৩; ২০০৫-০৬)।

১২। সামাজিক নিষিদ্ধতা— টেবু (বিনয়া দেৱী, সংখ্যা ২৯, পৃ. ৫; ২০০৬-০৭)।

১৩। পৰিৱেশ, প্ৰদূষণ আৰু আমি (অৰ্চনা দাস, পৃ. ৪৯; ১৯৯০-৯১)।

**বিমলা প্ৰসাদ চলিহা মহাবিদ্যালয়ৰ আলোচনীত প্ৰকাশিত প্ৰবন্ধ—**

১। নগৰবেৰা অঞ্চলৰ ভৌগোলিক পৰিৱেশ আৰু আৰ্থ সামাজিক অৱস্থা (ড° ভাৰত কলিতা, সংখ্যা ৮, পৃ. ১৩; ২০০১-০২)।

২। পদাৰ্থৰ চতুৰ্থ অৱস্থা 'প্লাজমা' (নিপুল চন্দ্ৰ শইকীয়া, সংখ্যা ৮, পৃ. ৩৫; ২০০১-০২)।

৩। এইডছ আৰু আমাৰ চিন্তাধাৰা (শ্বহিদুল ইছলাম, সংখ্যা ৮, পৃ. ৩৯; ২০০১-০২)।

৪। জৈৱ বৈচিত্ৰ আৰু ঔষধি উদ্ভিদৰ সংৰক্ষণ (নুৰ আলাম হক, সংখ্যা ৯, পৃ. ৭; ২০০২-০৩)।

৫। গণিত শিক্ষাৰ ক্ষেত্ৰত ছাত্ৰ-ছাত্ৰীৰ দুৰ্বলতা (নিপুল চন্দ্ৰ শইকীয়া, সংখ্যা ৯, পৃ. ৮; ২০০২-০৩)।

৬। কাগজ ঃ উৎপত্তি আৰু উদ্যোগীকৰণ (দীনেশ চন্দ্ৰ কলিতা, সংখ্যা ৯, পৃ. ১০; ২০০২-০৩)।

৭। এইডছ ঃ একবিংশ শতিকাৰ প্ৰত্যাহ্বান (হেমেন কুমাৰ পাটোৱাৰী, সংখ্যা ৯, পৃ. ১৪; ২০০২-০৩)।

৮। শব্দ প্ৰদূষণ ঃ মানৱ জাতিৰ বাবে এক ভয়াৱহ সমস্যা (বীৰেন্দ্ৰ কুমাৰ বৰা, সংখ্যা ৯, পৃ. ১৮; ০২-০৩)।

৯। নিচাজাতীয় দ্ৰব্য সেবন আৰু ইয়াৰ প্ৰৱণতি (মিজানুৰ ৰহমান, সংখ্যা ১০, পৃ. ৬; ২০০৪-০৫)।

১০। ভাৰত গৌৰৱ ড° এ. পি. জে. আব্দুল কালাম (পাপৰি মেধী, সংখ্যা ৮, পৃ. ৬১১, ২০০৪-০৫)।

১১। ছুনামি ঃ ২০০৮ (মইদুল ইছলাম, সংখ্যা ১০, পৃ. ১১; ২০০৪-০৫)।

১২। আদিম যুগৰ গণিতৰ বিকাশ (নিপুল চন্দ্ৰ শইকীয়া, সংখ্যা ১০, পৃ. ১৫; ২০০৪-০৫)।

১৩। আন্তৰ্জাতিক খ্যাতিসম্পন্ন পক্ষীবিজ্ঞানী ড° চালিম আলী ঃ জীৱন আৰু সাধনা (নাজনীন আৰা হক, সংখ্যা ১১, পৃ. ১৯; ২০০৬-০৭)।

১৪। সৌৰশক্তি (বীৰেন্দ্ৰ কুমাৰ বৰা, সংখ্যা ১১, পৃ. ২৮; ২০০৬-০৭)।

১৫। পৰম্পৰাগত চিকিৎসাত বনৌষধি (নুৰ আলম হক, সংখ্যা ১১, পৃ. ৩১; ২০০৬-০৭)।

**অসম বিজ্ঞান সমিতিৰ মিৰ্জা অধিবেশনৰ স্মৃতিগ্ৰন্থত প্ৰকাশিত প্ৰবন্ধ—**

১। পদাৰ্থ, প্ৰতি পদাৰ্থ আৰু মহানাদ তত্ত্ব (প্ৰয়াত ভবানীকান্ত চৌধুৰী, পৃ. ৯; ১৯৯৫)।

২। গ্যাট চুক্তি আৰু আমাৰ বিজ্ঞানীসকল (ডাঃ দেবেশ্বৰ দাস, পৃ. ১৮; ১৯৯৫)।

৩। কৃত্ৰিম পজনন পদ্ধতি (ডাঃ অলকা গোস্বামী, পৃ. ২২; ১৯৯৫)।

৪। পৰম্পৰাগত শক্তিৰ উৎসৰ সন্ধানত (অজন্ত কুমাৰ গোস্বামী, পৃ. ২৬; ১৯৯৫)।

৫। পৰিৱেশ প্ৰদূষণ আৰু আমি (মানৱ চন্দ্ৰ কাকতি, পৃ. ৪৯; ১৯৯৫)।

৬। বিজ্ঞানীৰ পুতলা (প্ৰয়াত অমৃত চন্দ্ৰ দাস, পৃ. ৪৮; ১৯৯৫)।

৭। দক্ষিণ কামৰূপত উদ্যোগৰ সম্ভাৱনীয়তা (ড° ধৰণী ধৰ মালী, পৃ. ৫২; ১৯৯৫)।

৮। অসম বিজ্ঞান সমিতিৰ দক্ষিণ কামৰূপ শাখাৰ এটি খতিয়ান (হিৰণ্য কুমাৰ শৰ্মা, পৃ. ৬৫, ১৯৯১)।

৯। গুৱাহাটী প্লেনেটেৰিয়াম অসম বিজ্ঞান সমিতিৰ অন্যতম প্ৰস্তাৱনা (ড° অনিল কুমাৰ গোস্বামী, পৃ. ৭২; ১৯৯৫)।

১০। বিজ্ঞান *(কবিতা)* (মনোৰঞ্জন চৌধুৰী, পৃ. ৭০; ১৯৯৫)।

১১। বিজ্ঞানৰ গান (নৰেশ্বৰ দাস, পৃ. ৭০; ১৯৯৫)।

১২। বিজ্ঞানক লওঁ আদৰি *(কবিতা)* (তুলসী দাস, পৃ. ৭১; ১৯৯৫)।

**'কামৰূপা'ত প্ৰকাশিত প্ৰবন্ধ—**

১। মহাকাশ গৱেষণাত ভাৰতবৰ্ষৰ সাফল্য (আনন্দ দেৱ গোস্বামী, ৩৪ সংখ্যা, পৃ. ১৩১; ২০০৯)।

**আঞ্চলিক পৰীক্ষা পৰিষদ, ছয়গাঁৱৰ ৰূপালী**





**জয়ন্তীৰ স্মৃতিগ্ৰন্থত প্ৰকাশিত প্ৰবন্ধ—**

১। প্ৰদূষণ (জনাৰ্দন দাস, পৃ. ৪; ২০০৮)।

২। বিজ্ঞান শিক্ষা আৰু বিজ্ঞান মানসিকতা (অৰুণ চন্দ্ৰ শৰ্মা, পৃ. ৪৪; ২০০৮)।

**বিভিন্ন আলোচনীত প্ৰকাশিত প্ৰবন্ধ—**

১। মাধ্যমিক স্তৰত বিজ্ঞান শিক্ষাৰ উদ্দেশ্য আৰু দক্ষিণ কামৰূপ বিদ্যাপীঠ হাইস্কুলত ইয়াৰ ৰূপায়ণ— সুভাষ চৌধুৰী, *স্মৃতিগ্ৰন্থ সোণালী জয়ন্তী*, পৃ. ৩৩; ২০০২।

২। ধূমপান ঃ স্বাস্থ্য বিপৰ্যয়ৰ এক জলন্ত সমস্যা— ডাঃ চাবান আলী *স্মৃতিগ্ৰন্থ সোণালী জয়ন্তী, নগৰবেৰা*, পৃ. ৫৯; ২০০০।

৩। চাহ খেতিৰ তাৎপৰ্য ঃ অতীত বৰ্তমান আৰু ভৱিষ্যৎ— হৰকান্ত বৰা, *স্মৃতিগ্ৰন্থ সোণালী জয়ন্তী, নগৰবেৰা উচ্চ মাধ্যমিক বিদ্যালয়*, পৃ. ২৭; ২০০৯।

৪। বিষয় ঃ ডাইনী— উঁৰিয়লিৰ আলোচনা, *উঁৰিয়লি, দুমহীয়া আলোচনী*, পৃ. ৪; ২০০৯।

৫। জণ্ডিছ ঃ সাধাৰণ মানুহৰ পৰম্পৰাগত ধাৰণা— ডাঃ প্ৰণৱ ৰাভা, *উঁৰিয়লি, দুমহীয়া আলোনী*, পৃ. ১৮; ২০০৯।

৬। প্ৰদূষণ ঃ প্ৰগতিৰ অন্য এক অভিব্যক্তি (অনূদিত)— জীৱেশ্বৰ বড়ো, *উঁৰিয়লি, দুমহীয়া আলোনী*, পৃ. ২৭; ২০০৯।

৭। বিজ্ঞান আৰু মানৱ— প্ৰল্লৱী মালী, *'ৰঙালী' স্মৃতিগ্ৰন্থ, ৰূপালী জয়ন্তী*, পৃ. ৩৫; ২০০৫।

৮। অসম বিজ্ঞান সমিতিৰ উত্তৰণ ঃ মোৰ অভিজ্ঞতা— ড° অনিল কুমাৰ গোস্বামী *বিজ্ঞানে আনিব জোৱাৰ, সোণালী স্মৃতি স্মৃতিগ্ৰন্থ, অসম বিজ্ঞান সমিতিৰ সোণালী জয়ন্তী*, পৃ. ৩৮; ২০০৩।

৯। বাহ্— প্ৰহ্লাদ বড়ো, *ভাস্কৰ, স্মৃতিগ্ৰন্থ, দশম বৰ্ষপূৰ্তি কলে অব এডুকেশন, বকো*, পৃ. ৫৪; ২০০৯।

১০। ধৰ্মীয় অন্ধবিশ্বাস আৰু অপপ্ৰচাৰ— দ্বিজেন চন্দ্ৰ কলিতা, *সদিচ্ছা, মুখপত্ৰ*, পৃ. ১৩; ২০০৯।

১১। ২০১০ চনত পৃথিৱী ধ্বংস হ'ব— দ্বিজেন কলিতা, *সদিচ্ছা*, ১ম সংখ্যা, পৃ. ২১; ২০১০।

১২। পৰিৱেশ অবনমন— বিষ্ণুৰাম তালুকদাৰ, *বিজ্ঞান জেউতি*, সংখ্যা ৪৩/৬, পৃ. ৩; ২০০৯।

১৩। কেইগৰাকীমান বিজ্ঞানীৰ বিচিত্ৰ বতৰা— জ্ঞানেন্দ্ৰ কলিতা, *বকো ছোৱালী হাইস্কুলৰ আলোচনী*, পৃ. ১৭; ১৯৯৮।

১৪। শিশুৰ ৰোগ আৰু প্ৰতিকাৰ— ডাঃ প্ৰদীপ ভাস্কৰ বড়ো, *বীৰপাৰআ প্ৰাথমিক বিদ্যালয় সোণালী জয়ন্তী স্মৃতিগ্ৰন্থ*, পৃ. ১৫; ২০০৩।

১৫। ডাইনীৰ অন্ধবিশ্বাসত ৰাভা জনজাতি— মহানন্দ দাস, *'দৌৰ-ছৌন চাফা' বকো বনগাঁও আঞ্চলিক ৰাভা জাতীয় পৰিষদৰ অধিবেশন*, পৃ. ৫; ২০০৮।

১৬। কম্পিউটাৰ আৰু ইন্টাৰনেট ব্যৱস্থাৰ ইতিহাস— নৱকান্ত বৈশ্য, *ছমৰীয়া চৰকাৰী উচ্চ বুনিয়াদী সোণালী জয়ন্তী স্মৃতিগ্ৰন্থ*, পৃ. ৭৫; ২০০৬।

১৭। অ'জন স্তৰ আৰু ইয়াৰ প্ৰভাৱ— ৰঞ্জিত বৈশ্য, *ছমৰীয়া চৰকাৰী উচ্চ বুনিয়াদী সোণালী জয়ন্তী স্মৃতিগ্ৰন্থ*, পৃ. ৭৮; ২০০৬।

১৮। বিজ্ঞান শিক্ষা দেশৰ প্ৰগতিৰ অন্যতম কাৰণ— ড° গণেশ্বৰ চহৰীয়া, *পূৰণমল জৈন ছোৱালী মধ্য ইংৰাজী মহাবিদ্যালয়ৰ ৰূপালী জয়ন্তী স্মৃতিগ্ৰন্থ*, ২০০৬।

১৯। বিজ্ঞান আৰু প্ৰদূষণৰ প্ৰভাৱ— বিপিন ৰাভা, *বন্দাপাৰা আঞ্চলিক হাইস্কুল ৰূপালী জয়ন্তী স্মৃতিগ্ৰন্থ*, পৃ. ৪১; ২০০৩।

২০। ধূমপান ঃ এক বদ্ অভ্যাস— ডাঃ সত্যেন্দ্ৰ চৌধুৰী, *স্বাস্থ্য মেলা, বকো, স্মৃতিগ্ৰন্থ*, পৃ. ২৪; ২০০৪।

২১। এইডছ নিয়ন্ত্ৰণত VCCTC ৰ ভূমিকা— ডাঃ হেমচন্দ্ৰ বৰ্মন, *স্বাস্থ্য মেলা, বকো, স্মৃতিগ্ৰন্থ*, পৃ. ৩৩; ২০০৪।

২২। দক্ষিণ কামৰূপৰ নদীৰ বুকুত থকা মণিকৰ ভঁৰাল— ড° গণেশ্বৰ চহৰীয়া, *অৰাবাৰী আঞ্চলিক হাইস্কুলৰ ৰূপালী জয়ন্তী স্মৃতিগ্ৰন্থ*; ২০০৩।

২৩। বিজ্ঞান, বিশ্বাস আৰু প্ৰায়োগিক চিন্তা— ড° গণেশ্বৰ চহৰীয়া, *উদমাৰী প্ৰাথমিক বিদ্যালয় শত বাৰ্ষিকী স্মৃতিগ্ৰন্থ*, পৃ. ২৭; ২০০৩।

২৪। বিশ্বাস, বিশ্লেষণ আৰু ধৰ্ম— ড° গণেশ্বৰ চহৰীয়া, *পকাদলি উচ্চতৰ মাধ্যমিক বিদ্যালয় সোণালী জয়ন্তী স্মৃতিগ্ৰন্থ*, পৃ. ৯৫; ২০০৩।




২৫। মহান বিজ্ঞানী আইকেল ফেৰাডে— সান্ত্বনা মেধি, *নিৰ্মালি, মিৰ্জা ছোৱালী হাইস্কুলৰ প্ৰকাশন*, পৃ. ২৬; ২০০১।

২৬। আমি ভাগ্যবাদৰপৰা কেতিয়া মুক্ত হ'ম— তাৰিণীকান্ত বৈশ্য, *নিৰ্মালি, মিৰ্জা ছোৱালী হাইস্কুলৰ প্ৰকাশন*, পৃ. ১১, ২০০৬।

২৭। বৰ্তমান সমাজত অপদ্ৰব্যৰ প্ৰভাৱ— সৰলা দাস, *নিৰ্মালি, মিৰ্জা ছোৱালী হাইস্কুলৰ প্ৰকাশন*, পৃ. ১৮; ২০০৬।

২৮। শব্দ প্ৰদূষণৰ ভয়াৱহতা— জেউতি বৈশ্য, *নিৰ্মালি, মিৰ্জা ছোৱালী হাইস্কুলৰ প্ৰকাশন*, পৃ. ৩৪; ২০০৬।

২৯। গণিত শিক্ষাৰ প্ৰয়োজনীয়তা— জেউতি বৈশ্য, *নিৰ্মালি, মিৰ্জা ছোৱালী হাইস্কুলৰ প্ৰকাশন*, পৃ. ৩৫; ২০০৬।

৩০। অন্ধ বিশ্বাস— লিপিকা দাস, *নিৰ্মালি, মিৰ্জা ছোৱালী হাইস্কুলৰ প্ৰকাশন*, পৃ. ৩৬; ২০০৬।

৩১। সংগীতও নিৰাময় কৰিব পাৰে ৰোগ— সৰ্বেশ্বৰ কলিতা, *নিৰ্মালি, মিৰ্জা ছোৱালী হাইস্কুলৰ প্ৰকাশন*, পৃ. ৩৯; ২০০৬।

৩২। ভীমকলৰ মাহাত্ম্য— সৰলা দাস, *নিৰ্মালি, মিৰ্জা ছোৱালী হাইস্কুলৰ প্ৰকাশন*, পৃ. ৪৪; ২০০৬।

৩৩। জ্যোতিষ আৰু জ্যোৰ্তিবিজ্ঞান— অৰুণ চন্দ্ৰ দাস, *বেউলা, ছয়গাঁও আঞ্চলিক ছাত্ৰ সন্থাৰ বাৰ্ষিক মুখপত্ৰ;* ১৯৯৮-৯৯।

৩৪। মোৰ মনত বিজ্ঞান— অংকুৰ, *সদিচ্ছা, মুখপত্ৰ*, পৃ. ২৯; ২০০৯।

৩৫। ডিনামাইডৰ আৱিষ্কাৰক আলফ্ৰেড ন'বেল আৰু প্ৰেম— কমল দাস, *কলহী*, সংখ্যা ২২, পৃ. ৯; ২০০৬-০৭।

৩৬। এক বিৰল প্ৰতিভা সুনীতা উইলিয়ামছ— মালব্য দাস, *কলহী*, সংখ্যা ২২, পৃ. ১৩; ২০০৬-০৭।

৩৭। ৰহস্যময়ী জাতিংগা— ৰাহুল কুমাৰ বড়ো, *কলহী*, সংখ্যা ২২, পৃ. ২২; ২০০৬-০৭।

৩৮। প্ৰদূষণ ঃ সমস্যা আৰু সমাধান— শংকৰ দাস, *বিমলা প্ৰসাদ চলিহা মহাবিদ্যালয় আলোচনী*, সংখ্যা ৭, পৃ. ২৮; ১৯৯৭-৯৮।

৩৯। অন্য এক পৃথিৱীৰ সন্ধানত— প্ৰসেনজিৎ শইকীয়া, *বিমলা প্ৰসাদ চলিহা মহাবিদ্যালয় আলোচনী*, সংখ্যা ৭, পৃ. ৩০; ১৯৯৭-৯৮।

৪০। এইডছ ঃ এক জৈৱিক যুদ্ধ— নয়নমণি বৈশ্য, *কঠীয়া*, সংখ্যা ৪/৩, পৃ. ৪; ২০০৫।

৪১। জনস্বাস্থ্য কোন দিশে— তপন দাস, *কঠীয়া*, সংখ্যা ৪/৩, পৃ. ২৫; ২০০৫।

৪২। বৈজ্ঞানিক বস্তুবাদ (অনূদিত)— কল্যাণ গোস্বামী, বন্দনা গোস্বামী, *কঠীয়া*, সংখ্যা ৩/১, পৃ. ১৫; ২০০২।

৪৩। অসমৰ অন্ধ মোহৰপৰা মুক্ত হোৱাৰ প্ৰয়াস— তাৰিণীকান্ত বৈশ্য, *কঠীয়া*, সংখ্যা ১/১, পৃ. ১৯; ২০০০।

৪৪। অন্ধবিশ্বাস আৰু শিক্ষিত বনাম শিক্ষিত— ভূপেন গোস্বামী, *কঠীয়া*, সংখ্যা ৪/২, পৃ. ২৭; ২০০৫।

৪৫। অসমীয়া বিজ্ঞান সাহিত্য (১৯৮২)— দীনেশ বৈশ্য (সম্পা.), *অসম বিজ্ঞান সমিতি*।

৪৬। অসমীয়া বিজ্ঞান সাহিত্য (১৯৯৪)— ডিম্বেশ্বৰ চলিহা, *অসম সাহিত্য সভা।*

৪৭। বিজ্ঞান সাহিত্য ঃ অসমীয়া বিজ্ঞান সাহিত্যৰ বিভিন্ন ধাৰা (১৯৯৮)— ড° প্ৰমোদ চন্দ্ৰ নেওগ (সম্পা.) *অসম সাহিত্য সভা।*

৪৮। অসমত বিজ্ঞান চৰ্চাৰ ধাৰা (১৯৯৫)— পৰমানন্দ মজুমদাৰ (সম্পা.) *প্ৰাগজ্যোতিষ মহাবিদ্যালয় বিজ্ঞান সমিতি*, প্ৰিয়বালা প্ৰকাশন।

৪৯। বিশং শতাব্দীৰ অসমীয়া বিজ্ঞান সাহিত্য (২০০১)— ড° পৰমানন্দ মহন্ত, *অসম সাহিত্য সভা।*

৫০। অসমীয়া বিজ্ঞান সাহিত্য, অতীতৰপৰা বৰ্তমানলৈ (২০০৫)— ক্ষীৰধৰ বৰুৱা (সম্পা.), *অসম বিজ্ঞান সমিতি।*




বিজ্ঞান ঃ

# হৃৎপিণ্ডৰ মুমূৰ্ষু অৱস্থাত আধুনিক চিকিৎসা

ডাঃ ৰাজেন কলিতা

হৃৎপিণ্ড (Heart) হৈছে জীৱনৰ সমস্ত শৰীৰ পৰিচালনা কৰা এক অতি প্ৰয়োজনীয় অংগ। আৰু ই হাওঁফাওঁৰ লগত লগ লাগি একত্ৰিতভাৱে শৰীৰৰ তেজ পৰিশোধন কৰি দেহক খাদ্য আৰু অক্সিজেন যোগান ধৰি সততে ৰক্ষা কৰে। ই মাতৃৰ গৰ্ভাৱস্থাত থকাৰপৰাই মৃত্যুৰ আগমুহূৰ্তলৈকে অবিৰতভাৱে স্বকীয় বৈশিষ্টতাৰে স্পন্দিত হৈ বিশুদ্ধ তেজ যোগান ধৰাত সক্ৰিয় হৈ থাকে। যেতিয়াই হৃৎপিণ্ডৰ স্পন্দন বন্ধ হয়, তেতিয়াই দেহৰ জীৱন্ত ৰূপৰো পৰিসমাপ্তি ঘটে। সেয়েহে সহজ ভাষাত ক'বলৈ গ'লে এই হৃৎপিণ্ড সঠিকভাৱে চালিত হৈ সক্ৰিয় অৱস্থাত ৰাখিবলৈ হ'লে ইয়াক নিয়মিত ৰূপত খাদ্য যোগান ধৰাৰো আৱশ্যকতা আছে। হৃৎপিণ্ডৰ মূল আৰু প্ৰধান খাদ্য হৈছে 'অক্সিজেন'। স্বাস্থ্য বিজ্ঞানৰ সমীকৰণমতে দেখা যায় যে, পৃথিৱীৰ উন্নত দেশবিলাকতকৈয়ো আমাৰ ভাৰতবৰ্ষত ৪-৫ গুণৰো অধিক লোকে এই হৃৎপিণ্ডজনিত ৰোগত আক্ৰান্ত হয়। লগতে এই হৃৎপিণ্ডৰ স্পন্দন বন্ধ হৈ মৃত্যুমুখত পৰা ৰোগীৰো সংখ্যা বছৰি প্ৰায় ৫০ মিলিয়নৰ ওপৰত দেখা যায়।

**এই ৰোগ হোৱাৰ কাৰণ ঃ** জীৱৰ শৰীৰত থকা ধমনীবিলাক বন্ধ হৈ কলিজালৈ তেজ-খাদ্য-অক্সিজেন যোৱাত আংশিকৰপৰা সম্পূৰ্ণলৈকে বাধা পালে এই ৰোগ হয়।

১। প্ৰাথমিক চিকিৎসা ঃ যেতিয়াই দেহত হৃৎপিণ্ডৰ স্পন্দ আংশিক বা সামান্যভাৱে বাধাপ্ৰাপ্ত হৈ বুকুৰ বাওঁফালে বিষোৱাৰ উপক্ৰম হয়, তেতিয়াই ৰোগীয়ে যেনেভাৱে থাকি ভাল পাই তেনেভাৱেই লৰচৰ নকৰাকৈ ৰাখি বিশুদ্ধ বায়ু সেৱন কৰিব দিব লাগে। সম্ভৱ হ'লে 'Nitrate' বড়ি এটা বা 'Asparin'বড়ি এটা খুৱাই দি সোনকালে চিকিৎসকৰ ওচৰলৈ নিব লাগে।

২। চিকিৎসালয়ৰ চিকিৎসা ঃ ৰোগীক চিকিৎসালয়লৈ অনাৰ লগে লগে চিকিৎসকে ICU লৈ নি ভৰ্তি কৰাব লাগে। আৰু তাৎক্ষণিকভাৱে 'মণিটাৰিং' কৰি লাগে। তাৰ পিচত 'চেলাইন' আদি পৰ্যায়ক্ৰমে দিব লাগে। এই সময়ত ৰোগীক ভয় নাখাবলৈ আশ্বাস দি 'Nitrate', Asprine বা Thomblytic Injection দিব লাগে। এই Thomblytic বেজীৰ মূল্য অত্যন্ত অধিক পৰিমাণৰ। সচৰাচৰ এই সময়ত ৰোগীক কোনো আত্মীয় ইষ্ট-কুটুম্ব আদিক লগ কৰিব দিয়া নহয়। লাহে লাহে ৰোগীক পনীয়া খাদ্য খাবলৈ দিব পাৰি। ৰোগীৰ অৱস্থা বুজি দ্বিতীয়দিনা লৰচৰ কৰিব দিয়া হয় আৰু প্ৰায় সাতৰপৰা দহ দিনৰ ভিতৰত ৰোগীক আৰোগ্য কৰি নিজ ঘৰলৈ যাবলৈ দিয়া হয়। সম্ভৱ হ'লে ছয় সপ্তাহৰ পিচত ইচ্ছা কৰিলে নিজৰ নিয়মিত কামতো যোগদান কৰি দিয়া হয়।

৩। তৃতীয় পৰ্যায়ৰ চিকিৎসা ঃ শতকৰা পাঁচৰপৰা ছয়ভাগ হৃৎপিণ্ডৰ ৰোগীক Interventional Surgery কৰিব লগা হয়। এই ক্ষেত্ৰত তলত দিয়া ব্যৱস্থাৱলী অতি উল্লেখনীয়—

1. Ballon Angioplasty. 2. Drug Stenting 3. Bypass Graft Surgery. 4. Artificial pacemaking. 5. Artificial Hreat. 6. Heart Transplantation.

**1. Batton Angioplasty ঃ** কলিজাৰ ধমনীবিলাক বন্ধ হৈ গ'লে এটা চিকিৎসা বিজ্ঞানৰ বিশেষ যন্ত্ৰ 'বেলুন'ৰ সহায়ত বন্ধ হোৱা ধমনীবোৰ

কাৰ্যক্ষম কৰি তোলা হয়। ইয়াকেই Botton Angoiplasty বোলা হয়।

**2. Drug Stenting** ঃ এটা চুঙাজাতীয় বস্তু (যন্ত্র) সোমাই দি ধমনীৰ বন্ধ হোৱা ঠাইৰপৰা চৰ্বি আদি উলিয়াই দি হৃৎপিণ্ডৰ তেজ চলাচল সক্ৰিয় কৰা পদ্ধতিটোকেই Drug Stenting বোলা হয়। যিটো নেকি Titanium ধাতুৰে গঢ়া Ballpen ৰ spring সদৃশ আকৃতিৰ।



চিত্ৰ নং-১

**3. By pass Graft Surgery :** এইবিধ চিকিৎসা সাধাৰণতে জটিল অৱস্থাত কৰা হয়। হৃৎপিণ্ডৰ তেজ চলাচলৰ কোনো পথ বন্ধ হ'লে অথবা বিকল হ'লে বিকল্প হিচাপে ওচৰৰে অইন পথ এটা তৈয়াৰ কৰি হৃৎপিণ্ডৰ খাদ্য আদি যোগান ধৰাৰ ব্যৱস্থা কৰা হয়। যেনেকৈ কোনো ঠাইৰ পথৰ ওপৰৰ দলং চলাচলৰ বাবে নিষ্ক্ৰিয় হ'লে কাষেৰে অইন পথ বা দলঙৰ ব্যৱস্থা কৰা হয়। এই ব্যৱস্থাৰেও ৰোগীক আসন্ন বিপদৰপৰা ৰক্ষা কৰা হয়।

**4. Artificial Pace-making :** Heart is a Generator and pumping Station হৃৎপিণ্ড বা কলিজাৰ বৈদ্যুতিক শক্তি উৎপাদন কৰাৰ নিজা শক্তি আছে। ইয়াৰ Pumping স্পন্দন গড়ে প্ৰতি মিনিটত ৭২ যদিও কিবা কাৰণত ৪০ৰ তললৈ কমি যায়, তেতিয়াই সুচাৰুৰূপে চলিব নোৱাৰা হয়। তেতিয়া



চিত্ৰ নং-২
[Artificial Pacing]



চিত্ৰ নং-৩
[By pass Graft Surgery]

কৃত্ৰিমভাৱে Pace maker সংলগ্ন কৰি দিয়া হয়। সেয়েহে ইয়াক Artificicial Generator বুলিও কোৱা হয়। সহজ অৰ্থত ই এটা Lithium Battery সদৃশ। প্ৰতিমিনিটত ইয়াৰ স্পন্দন ৭২ পৰ্যন্ত গড় হিচাপত Contrd কৰি ৰখা হয়। এই যন্ত্ৰটো প্ৰয়োজন সাপেক্ষে পাঁচ বছৰৰ পৰা এশ বছৰ বয়সলৈ লগাই দিয়াৰ ব্যৱস্থা আছে।

**5. Artificial Heart :** আধুনিক চিকিৎসা বিজ্ঞানৰ অগ্ৰগতিৰ ফলতেই হৃৎপিণ্ডৰ ৰোগীক আজিকালি অতি সহজতেই Artificial Heart সংলগ্ন কৰি মৃত্যুৰ মুখৰপৰা বচোৱা হয়। এনে পদ্ধতি বহুবিধ আছে যদিও এইবোৰে এতিয়াও স্থায়িত্ব লাভ কৰিব পৰা নাই। যি



কোনো মুহূৰ্তৰতেই ই বিকল হোৱাৰ সম্ভাৱনা অধিক।

**6. Heart Transplantation** ঃ পৃথিৱীত পোন প্ৰথমে Dr. Christian Barnard নামৰ বিশিষ্ট চিকিৎসকজনে ইং ১৯৬৭ চনত দক্ষিণ আফ্ৰিকাৰ এখন হাস্পতালত এই Herart Transplantation পদ্ধতি প্ৰয়োগ কৰি ৰোগীক মৃত্যুমুখৰপৰা ৰক্ষা কৰে। এইজনা বিখ্যাত চিকিৎসকৰ ছয়জনীয়া দলটোৰ ভিতৰত অসমৰ সুযোগ্য সন্তান ডাঃ ভবানন্দ দাসো অন্যতম এজন হিচাপে আছিল। পৃথিৱীৰ প্ৰথম Transplantation Surgion ৰ দলটোৰ ভিতৰত অসম সন্তান বিখ্যাত ডাঃ হামিজউদ্দিন আহমেদৰ কাম কৰাৰ সৌভাগ্য হৈছে।

আমাৰ ভাৰততো নতুন দিল্লী, চেন্নাই, মুম্বাইৰ দৰে Super Special Hospital বিলাকতো এনে পদ্ধতি প্ৰয়োগ কৰা হয়। এই পদ্ধতি প্ৰয়োগ কৰা ভাৰতীয় প্ৰথম ডাক্তৰজনৰ নাম ডাঃ বেণুগোপাল। এই পদ্ধতি অৱশ্যে সম্পূৰ্ণভাৱে Heart failure হোৱাৰ পিচতহে কৰা হয় যদিও Heart ৰ দাতা পোৱাই নাযায়। পালেও দাতাজন ৰোগমুক্ত হোৱাটো অতি আৱশ্যকীয়। এটা জানি থোৱা ভাল যে, কোনো এক্সিডেণ্টজনিত কাৰণত ৰোগীৰ Brain ৰ ক্ৰিয়া বন্ধ হৈ মৃত্যুমুখত পৰিলেও ৰোগীৰপৰা সাৱধানে Heart টো উঠাই আনি আধুনিক কৃত্ৰিম চিকিৎসা বিজ্ঞানৰ সহায়ত সংৰক্ষিত ঠাইত উপযুক্তভাৱে সংৰক্ষিত কৰি ৰাখিব পাৰি। প্ৰয়োজন সাপেক্ষে অন্য ৰোগীৰ দেহত সংস্থাপিত কৰি ৰোগীক বচাব পাৰি। ইয়াকেই Harvesting কৰা বুলি কোৱা হয়। মুঠতে Heart ৰ ওপৰত সদায় নিত্য-নতুনভাৱে গৱেষণা চলি থকাতো অতি মন কৰিবলগীয়া।❑





# যৎকিঞ্চিৎ বিজ্ঞান চিন্তা

দ্বিজেন কলিতা

১৯৬০ চন; তেতিয়া আমি স্কুলীয়া ছাত্ৰ। পলাশবাৰীত অসম সাহিত্য সভাৰ অধিবেশন অনুষ্ঠিত হ'ব। বৰলুইতে জুৰুলা কৰা পলাশবাৰীত সাহিত্য সভাৰ অধিবেশন পতা অসম্ভৱ কাৰণে মিৰ্জাত পতাৰ সিদ্ধান্ত লোৱা হ'ল। অসম সাহিত্য সভাৰ সভাপতি ত্ৰৈলোক্য নাথ গোস্বামীদেৱক পলাশবাৰীৰপৰা আদৰি অনা হ'ব। সভাপতিৰ বাবে দুই ৰঙৰ একে ফুলৰ মালা এধাৰি গাঁথি অনাৰ কাৰণে প্ৰয়াত অমৃত চন্দ্ৰ দাসে আমাক দায়িত্ব দিলে। বগা আৰু গোলাপী ৰঙৰ স্থলপদ্ম বহুতৰ ঘৰত ফুলি জাতিষ্কাৰ হৈ আছিল। সহজতে ডাঙৰ মালা এধাৰি তৈয়াৰ কৰা হ'ল। আজি পলাশবাৰীত সেই স্থলপদ্মৰ পয়োভৰ নাই। গছবোৰে ক'লৈ গ'ল?

১৯৭১-৭২ চনমানৰ কথা। পলাশবাৰী সাহিত্য সভাৰ বাৰ্ষিক অধিবেশন পলাশবাৰী ছোৱালী হাইস্কুলত অনুষ্ঠিত হ'ব। সেই সময়ত সাহিত্য আলোচনা আছিল সাহিত্য সভাৰ অধিবেশনৰ মূল লক্ষ্য। প্ৰয়াত ধৰ্মেশ্বৰ কুমাৰৰ সৈতে আমাৰ ওপৰত অভ্যৰ্থনা সমিতিৰ সম্পাদকৰ দায়িত্ব পৰিল। বুৰঞ্জীবিদ বেণুধৰ শৰ্মা আৰু পণ্ডিতপ্ৰবৰ তীৰ্থনাথ শৰ্মাক বিশিষ্ট অতিথি হিচাপে নিমন্ত্ৰণ কৰা হ'ল। দুয়োজনকে আনিবলৈ যোৱাৰ দায়িত্ব আমাৰ ওপৰত। গুৱাহাটীৰ ভৰলুমুখৰপৰা তীৰ্থনাথ শৰ্মাছাৰৰ গাড়ীখন লৈ সুৱাগপুৰৰ বেণুধৰ শৰ্মাদেৱৰ বাসভৱন পালোঁগৈ। পলাশবাৰীৰ 'মলা ধপাত' তেখেতৰ বৰ প্ৰিয় আছিল। আনদিনাৰ দৰে সেইদিনাও হাতত থকা টোপোলাটো আগবঢ়াই দিলোঁ। ভাত খাই তেখেতে পিতলৰ গুৰগুৰি হোকাটোৰ পাইপডাল মুখত লৈ আছিল। শোহা এটা মাৰি তেখেতে হোকাত কিয় ধপাত খাব লাগে ব্যাখ্যা কৰিলে। হোকা ব্যৱহাৰ কৰিলে ধপাতৰ ধোঁৱা পানীৰ মাজেৰে গৈ মুখত সোমায়। দুই দিনৰ মূৰে মূৰে হোকাৰ পানী বদলোৱা হয়। সেই দুইদিনতে পানীৰ বৰণ সলনি হৈ গোন্ধ উগ্ৰ হৈ পৰে। ধোঁৱাৰ লগত যোৱা ধপাতৰ ক্ষতিকাৰক দ্ৰব্য পানীত ৰৈ যায়। পোনপটীয়াকৈ ধপাত সেৱন কৰা মানুহৰ হাওঁফাওঁলৈ দূষিত পদাৰ্থবোৰ গৈ ক্ষতি কৰে। তেখেতৰ বিজ্ঞানসন্মত ব্যাখ্যা শুনি স্তম্ভিত হ'লোঁ। দুজন পণ্ডিতৰ লগত কথা পাতি আহিবলৈ পাই নিজকে বৰ সৌভাগ্যৱান বুলি ভাবিলোঁ। আমি আহি কেন্দুকুছি পালোঁ। আমি অহা এম্বেচাদৰ গাড়ীখনৰ সামান্য বিজুতি ঘটাত গাড়ীৰপৰা নামি গছৰ তলত থিয় হ'লোঁগৈ। দুয়োজনে গছৰ তলত বৰ আনন্দ প্ৰকাশ কৰিলে। 'কিমান শান্তিৰে উশাহ-নিশাহ ল'ব পাৰিছোঁ। গুৱাহাটীত বিশুদ্ধ বায়ু আৰু অক্সিজেনৰ অভাৱ হ'বলৈ ধৰিছে। গুৱাহাটীত ইমান গছ থকাহেঁতেন....!' —এইদৰে মনৰ ভাব প্ৰকাশ কৰিছিল দুয়োজন পণ্ডিতে। কিন্তু আজি ইয়াত সেই পৰিৱেশ আছে জানো?

উদ্ভিদ আৰু প্ৰাণী সকলোকে জীয়াই থাকিবলৈ অক্সিজেন গেছ অপৰিহাৰ্য। উশাহ লওঁতে উদ্ভিদ আৰু প্ৰাণী উভয়ে বায়ুৰপৰা অক্সিজেন গেছ গ্ৰহণ কৰে আৰু নিশাহত উভয়ে কাৰ্বন-ডাই-অক্সাইড গেছ এৰি দিয়ে। অকল এই কাৰ্য অহৰহ চলি থাকিলে পৃথিৱীৰ বায়ু মণ্ডলৰ অক্সিজেন গেছ শেষ হ'বলৈ বেছি সময় নালাগিব; কিন্তু উদ্ভিদে সকলো জীৱকে ৰক্ষা কৰি আছে। সেউজীয়া উদ্ভিদে দিনত সূৰ্যৰ পোহৰত নিজে এৰি দিয়া কাৰ্বন-ডাই-অক্সাইডৰ লগতে প্ৰাণীয়ে এৰি দিয়া কাৰ্বন-ডাই-অক্সাইডো গ্ৰহণ কৰি খাদ্য প্ৰস্তুত কৰে আৰু লগে লগে বায়ুমণ্ডললৈ অক্সিজেন গেছ এৰি দিয়ে। এনেদৰে অক্সিজেন গেছৰ সমতা ৰক্ষা কৰি থকাত পৃথিৱীত জীৱজগত বৰ্তি আছে। উদ্ভিদৰ সংখ্যা কমি যোৱাত আজি জীৱজগতৰ প্ৰতি ভাবুকি আহি পৰিছে। কাৰণ উদ্ভিদৰ সংখ্যা কম মানে বায়ুত অক্সিজেনৰ পৰিমাণ কমি যোৱা।

উদ্ভিদে ৰাতি সূৰ্যৰ পোহৰ নাপায় কাৰণে অক্সিজেন প্ৰস্তুত কৰিব নোৱাৰে; কিন্তু উশাহ-নিশাহ কাৰ্য চলি থাকে



কাৰণে কাৰ্বন-ডাই-অক্সাইড গেছ এৰি দি থাকে। সেয়েহে ৰাতি বেছি ডাল-পাত থকা আৰু তললৈ বতাহ চলাচল কৰিব নোৱাৰা গছৰ তলত আশ্ৰয় ল'ব নালাগে। তেনে গছৰ তলত মানুহ শুই থাকিলে শেষ ৰাতি বায়ুতকৈ গধুৰ কাৰ্বন-ডাই-অক্সাইডে মানুহজনক আগুৰি ধৰিব আৰু অক্সিজেনৰ অভাৱত তেওঁ মৃত্যুমুখত পৰিব। এইদৰে ৰাতি গছৰ তলত শুই থাকি মৃত্যুমুখত পৰা মানুহক ভূতে মাৰিলে বুলি মানুহে বিশ্বাস কৰে।

পুৰণি অব্যৱহৃত কুঁৱাত একেই ঘটনা ঘটে। কাৰ্বন-ডাই-অক্সাইড বায়ুতকৈ গধুৰ বাবে দ ঠাইত সহজে জমা হ'ব পাৰে। ব্যৱহাৰ নকৰা কুঁৱাত তেনেকৈ বহু পৰিমাণৰ কাৰ্বন-ডাই-অক্সাইড জমা হৈ থাকে বাবে সেই কুঁৱা খান্দিবলৈ তললৈ নামি যোৱা মানুহ মৃত্যুমুখত পৰে। অক্সিজেনৰ অভাৱত এইদৰে কুঁৱা খান্দোতে মৃত্যু হোৱা বাতৰি মাজে মাজে প্ৰচাৰ মাধ্যমৰ জৰিয়তে প্ৰচাৰ হোৱা দেখা যায়। এবছৰমান আগতে গুৱাহাটী মহানগৰীতো তেনেকৈ এজন লোকৰ মৃত্যু হৈছিল। কুঁৱা খন্দা লোক আৰু গৃহস্থৰ সামান্য বিজ্ঞান মানসিকতাৰ অভাৱেই এনে ঘটনাৰ কাৰণ। তেনে কুঁৱা খান্দোতে জ্বলি থকা চাকি বা জুইৰ আঙঠা গুণাৰে বান্ধি তললৈ নমাই দিলে কাৰ্বন-ডাই-অক্সাইডৰ উপস্থিতিয়ে জুই বা আঙঠা সম্পূৰ্ণকৈ নিৰ্বাপিত কৰিব। তেতিয়া সেই কুঁৱাত কাৰ্বন-ডাই-অক্সাইডৰ উপস্থিতি নিশ্চিত ক'ব পৰা যায়। তেনে কুঁৱাত নমাৰ আগতে কুঁৱাৰ ভিতৰলৈ যথেষ্ট পৰিমাণৰ চুণৰ পানী ছটিয়াই পুনৰ পৰীক্ষা কৰি চাইহে নামিব লাগে। কুঁৱাৰ তলিত যদি সূৰ্যৰ পোহৰ পৰে আৰু গছ-বন বেছিকৈ থাকে, তেতিয়া কাৰ্বন-ডাই-অক্সাইড বেছি থকাৰ সম্ভাৱনা কম থাকে।

অতীত কালৰেপৰা বহু মানুহে গছৰ পূজা কৰা উদাহৰণ আমি পাইছোঁ। গছ ৰক্ষাৰ কাৰণে ভাৰতবৰ্ষত সভ্য সমাজক জোকাৰি যোৱা ঘটনা এটা ঘটা বহুতে জানে নিশ্চয়। ঘটনাটো এনে ধৰণৰ— প্ৰায় আঢ়ৈশমান বছৰ আগৰ কথা। ৰাজস্থানত বিষ্ণৈ নামৰ জনগোষ্ঠী এটা আছে। বিষ্ণৈসকলে প্ৰকৃতিক বৰ ভাল পায়। গছ-গছনি ৰক্ষা কৰিবলৈ গৈ এবাৰ প্ৰায় ৩৬০জন বিষ্ণৈ সম্প্ৰদায়ৰ লোকে প্ৰাণ আহুতি দিবলগা হৈছিল। আঢ়ৈশমান বছৰ আগতে ৰাজস্থানৰ যোধপুৰত এজন ৰজা আছিল। ৰজাক এবাৰ দুৰ্গ সাজিবৰ বাবে ডাঙৰ ডাঙৰ গছৰ প্ৰয়োজন হ'ল। বিষ্ণৈ সম্প্ৰদায়ৰ মানুহে বাস কৰা অঞ্চলত ডাঙৰ ডাঙৰ গছ থকা খবৰ পাই ৰজাই তালৈকে গছ কাটি আনিবলৈ মানুহ পঠালে; কিন্তু বিষ্ণৈসকলে তেওঁলোকক গছ কাটিবলৈ নিদিলে। ৰজাৰ আদেশ কাৰ্যকৰী কৰিবলৈ নিদিয়াত ৰজাৰ বৰ খং উঠিল। তেওঁ যি কোনো উপায়ে গছ কাটিবই। সেয়েহে দ্বিতীয়বাৰ সৈন্য-সামন্তসহ গছ কটা মানুহ তালৈকে পঠিয়ালে। গছ কটা মানুহবোৰ এইবাৰো একে বাধাৰ সন্মুখীন হ'ল। সৈন্যৰ সহায়ত কাটিবলৈ ওলোৱাত ওচৰ-পাঁজৰৰ বিষ্ণৈসকল আহি গছবোৰক সাৱটি ধৰি থাকিল। তেওঁলোকে ঘোষণা কৰিলে— প্ৰাণ দি হ'লেও গছবোৰ ৰক্ষা কৰিব। সেনাপতিৰ আদেশত অৱশেষত সেয়াই হ'ল। সৈন্যবোৰে মানুহবোৰক কাটি গছ কটাৰ ব্যৱস্থা কৰিলে। এই ঘটনাত প্ৰায় তিনিশ ষাঠিজন মানুহ কটা গৈ তেজৰ নৈ বৈ গ'ল। মানুহৰ মৃত্যু দেখি গছ কাটিবলৈ যোৱা লোকসকলে গছ কাটিবলৈ অমান্তি হ'ল। ঘটনাই এই ৰূপ লোৱাত অৱশেষত ৰজাৰো চেতনা আহিল। তেওঁ বিষ্ণৈসকলৰ ওচৰত হাৰ মানি ক্ষমা খুজিলে। তেতিয়াৰপৰা বিষ্ণৈসকল বাস কৰা এলেকাত গছ কটা নিষেধ। সেই অঞ্চলৰ লোকসকলে আজিও বনাঞ্চল ৰক্ষা কৰি আছে। তাত বন্যপ্ৰাণী নীল গাই, হৰিণ আদিয়ে মুক্তভাৱে বিচৰণ কৰে। হিন্দী ভাষাৰ শব্দ 'চিপ্‌কা' অৰ্থাৎ সাৱটি ধৰা। তাৰপৰাই এই আন্দোলনৰ নাম 'চিপ্‌কো' হৈছে।

আমাৰ ঠাইত চাৰিলেনযুক্ত ৰাস্তা বনোৱাৰ স্বাৰ্থত হকে-বিহকে কেৱল গছ-গছনি ধ্বংস কৰা হৈছে; কিন্তু কটা গছৰ পৰিৱৰ্তে আমি কিমানজোপা গছ ৰুইছোঁ ক'ব পাৰিম জানো? সীমাৰ বাসিন্দাৰ গছৰ ছাঁ পৰে বাবে সেই গছ কাটিবলৈ বাধ্য কৰোঁৱা, নাকাটিলে আমি নিজেই কাটি দিয়া তাৰ বাবে কাজিয়া কৰা মানুহ আমি। গছ কটা নিষেধ হৈ থকা সময়তে আমাৰ চৌপাশে থকা বনাঞ্চল ধ্বংস নহ'ল জানো? টকা আৰু সম্পত্তিৰ লালসাত আমি মানৱ সভ্যতাক মৃত্যুৰ গৰাহলৈ ঠেলি দি আছোঁ। মানৱ সভ্যতাই যদি শেষলৈ গতি কৰে, তেনেহ'লে আমাক অট্টালিকা, ধন-সম্পত্তিৰেই বা প্ৰয়োজন ক'ত আমি এবাৰ ভাবি চাইছোঁনে? আমাৰ এই মানসিকতাই আজি গোলকীয় উষ্ণতা বৃদ্ধিৰ অন্যতম কাৰণ হৈ পৰিছে। মোবাইল কোম্পানীবোৰক

মোবাইল টাৱাৰ বহুৱাই দিয়াৰ বিনিময়ত মাহে কিছু ভাড়া পোৱা যায়। এই ভাড়াৰ টকাৰ বাবে নিজৰ ঘৰৰ চৌহদৰ গছ কাটি হ'লেও টাৱাৰ বহুৱাবলৈ ঠাই উলিয়াই দিয়া হৈছে; কিন্তু মোবাইল টাৱাৰৰপৰা ইয়াৰ চৌপাশৰ এলেকাত হ'ব পৰা মানুহৰ ক্ষতিৰ কথা আমি এবাৰো চিন্তা কৰি চাইছোঁনে?

সৰু কালৰ কথা। বহাগ বিহুৰ প্ৰথম দিনা ৰাতিপুৱা। খেতিয়কসকলে ওখ বিজুলী বাঁহ একোটা কটি কেঁচা বাঁহটো ভাং গছৰ পুলি এটাৰ সৈতে নিজৰ নিজৰ খেতিৰ মাটিডৰাৰলৈ নি বাঁহটো ভালদৰে পুতি দি তাৰ গুৰিত ভাং গছজোপাও পুতি দিয়ে। এই কামটো প্ৰত্যেকে নিজৰ নিজৰ খেতিৰ মাটিডৰাত কৰা দেখা গৈছিল। এইটো এক পৰম্পৰা হিচাপে মানি লৈ পালন কৰি আছিল যদিও ইয়াৰ মাজত বিজ্ঞানসম্মত দৃষ্টিভংগী এটা আছিল বুলি ভাবিবৰ থল আছে। বহাগ বিহুৰ পিচতে বৰষুণ পৰিলে খেতিয়কসকলে খেতিপথাৰত হালবোৱা কাম আৰম্ভ কৰে। সেই সময়টো ধুমুহা, বিজুলী-ঢেৰেকণিৰ সময়। ঠায়ে ঠায়ে বজ্ৰপাতো হয়। তেনে সময়ত মুকলি খেতিপথাৰত বিপদৰ সম্ভাৱনা বেছি। বজ্ৰপাত হ'লে বিদ্যুৎ পৰিবাহী ওখ বস্তু পালে তাৰ মাজেৰে পৃথিৱীলৈ বৈদ্যুতিক আধান গতি কৰে। মুকলি পথাৰৰ প্ৰতিডৰা মাটিত থিয় হৈ থকা কেঁচা ওখ বিজুলী বাঁহবোৰে বিদ্যুৎ পৰিবাহীৰ কাম কৰে, তেতিয়া হাল বাই থকা গৰুহাল আৰু মানুহজন ৰক্ষা পৰাৰ সম্ভাৱনা থাকে। আনহাতে ভাং গছে বহু কীট-পতংগৰপৰা খেতিডৰাক ৰক্ষা কৰে। আজিও মানুহে ধানৰ ভঁৰালত পোক-পতংগ নোসোমাবৰ বাবে ভাং গছৰ ডাল ৰাখি থয়; কিন্তু বহাগ বিহুৰ এই পৰম্পৰা আজি লুপ্তপ্ৰায়। হাল বাই থকা অৱস্থাত বজ্ৰপাতত মৃত্যু হোৱাৰ বাতৰি সঘনে পোৱা যায়। আজিকালি খেতিপথাৰৰ মাজত ডাঙৰ গছ দেখিবলৈ নোপোৱা হ'ল। তাহানিৰ হুগলি বিলৰ পাৰৰ খেতিৰ মাটিত হাল বাই 'হিদাল গছ'ৰ তলত জিৰাই খেতিয়কে জলপান খোৱা দৃশ্য মনত পৰিলে সপোন সপোন লাগে।

আমাৰ সমাজত প্ৰচলিত আন কিছুমান প্ৰথাই বিজ্ঞ সমাজক চিন্তিত কৰি তোলে। মেকুৰী গাড়ীৰ আগেৰে পাৰ হ'লে গাড়ী ৰখাই, গাড়ীৰ আইনাত পূৰণ চিন দি, গাড়ী পিচুৱাই ষ্টাৰ্ট বন্ধ কৰি পুনৰ চলোৱা পৰম্পৰা আমাৰ মাজত চলি আছে। মেকুৰী এটা নিৰীহ প্ৰাণী। তাক ৰক্ষা কৰা আমাৰ সকলোৰে কৰ্তব্য; কিন্তু এই চিন্তা আন প্ৰাণী বা মানুহৰ ক্ষেত্ৰতো হ'ব লাগে। মানুহক খুন্দিয়াই পেলাই থৈ যায়, অথচ মেকুৰী গাড়ীৰ আগেৰে পাৰ হ'লে তাৰপৰা হ'ব পৰা নিজৰ অমংগলৰ কথা চিন্তা কৰিহে স্বাৰ্থপৰ মানুহ এই কাম কৰি আছে। আমাৰ দুৰ্বলতাৰ সুযোগ গ্ৰহণ কৰি গণমাধ্যম, নাটক-চিনেমা আদিতো তেনে মেকুৰীৰপৰা হোৱা অমংগলৰ দৃশ্য অৱতাৰণা কৰা দেখা যায়।

অলপদিন আগৰ কথা। মৰিগাঁও জিলাৰ এখন ঠাইত ফুলকুমলীয়া শিশু এটিক জলকীয়া খুৱাই দি মূৰটো তললৈ দি দুই ভৰিত ধৰি জোকাৰি জোকাৰি ভূত খেদাৰ দৃশ্য গণমাধ্যমত বহুতে প্ৰত্যক্ষ কৰিছে নিশ্চয়। আমাৰ ইয়াত তাতোকৈ অলপ কম হ'লেও তথাকথিত 'মুখ ভঙা' দৃশ্য দেখিবলৈ পোৱা যায়। লহপহকৈ বঢ়ি অহা শিশু এটিৰ 'মুখ লাগে' হেনো। সেয়েহে বেজৰ হতুৱাই শিশুৰ মুখৰ চাৰিওফালে সৰিয়হ, কপাহ, জলকীয়া আদি ঘূৰাই কাষত একুৰা জুই জ্বলাই তাত দিয়া হয়। ইয়াত শিশুক জলকীয়াৰ ধোঁৱাৰ ওচৰত ৰখা নহয় জানো? মাতৃ আৰু শিশুকল্যাণ আঁচনিৰ প্ৰতি ভেঙুচালি কৰি এইবোৰ কৰি থকা নাই নে? জলকীয়াৰ ধোঁৱা ডাঙৰ মানুহেই সহ্য কৰিব নোৱাৰে। শিশু এটাৰ ক্ষেত্ৰত ই কিমান ক্ষতিকাৰক হ'ব পাৰে আমি ভাবি চোৱা উচিত। তথাকথিত শিক্ষিত বিজ্ঞানৰ মানুহেও এনে কাৰ্যত উৎসাহ দেখুৱাই থকা আমাৰ দৃষ্টিত পৰে। আমাৰ সমাজত চলি থকা এনেবোৰ উদাহৰণ লিখি শেষ কৰিব নোৱাৰি।

আমাৰ সমাজত বিজ্ঞানৰ উচ্চ ডিগ্ৰী লোৱা, ডক্টৰেট পোৱা মানুহৰ সংখ্যা যিদৰে বাঢ়িছে, বিজ্ঞান মানসিকতা থকা তেনে লোকৰ সংখ্যা দুখ লগাকৈ কমি গৈ আছে। যোৰহাটত অনুষ্ঠিত ৰাষ্ট্ৰীয় শিশু বিজ্ঞান সমাৰোহৰ ৰাজ্যিক সমাৰোহত এজন বিজ্ঞানীয়ে কোৱা কথা এষাৰ উল্লেখ নকৰি নোৱাৰিলোঁ— "গ্ৰহৰ দোষৰপৰা ৰক্ষা পাবৰ বাবে হাতৰ প্ৰতিটো আঙুলিতে ৰত্নৰ আঙঠি পৰিধান কৰি শিশুবিজ্ঞানীক গাইড কৰি থকা শিক্ষকসকল ভৱিষ্যতে শিশুবিজ্ঞানীক গাইড কৰা কৰ্মৰপৰা আঁতৰি থাকক।"

আমাৰ সমাজৰ বাবে, ভৱিষ্যৎ প্ৰজন্মক আগুৱাই নিয়াৰ বাবে এইবোৰ অশুভ সংকেত নহয় জানো? এই মানসিকতা লৈ আমি ডাইনী হত্যাৰ দৰে কাৰ্য কিদৰে ৰোধ কৰিবলৈ আগবাঢ়িম? ■





# সুৰভিৰ পাতেদি

এই শিতানটি সজাইছে—





# ভোজ খোৱা স্কুল

ড° নবীন চন্দ্ৰ শৰ্মা

ঃ কিহে বৰা, ক'ৰপৰানো আহিলা?

ঃ স্কুলৰপৰা।

ঃ কোনখন স্কুলতনো কাম কৰা?

ঃ ঝাকুৰাপাৰা হাইস্কুলত।

ঃ কোন শ্ৰেণীৰপৰা কোন শ্ৰেণীলৈনো আছে?

ঃ পঞ্চম শ্ৰেণীৰপৰা অষ্টম শ্ৰেণীলৈ।

ঃ ভোজ খোৱা বা খুওৱা কাৰবাৰ সদায় চলি থাকে নে?

ঃ অ সদায়েই চলি থাকে। দেওবাৰ বন্ধৰ দিন। সেইদিনা ভোজভাত নচলে।

ঃ স্কুল কেইবজাত বহে?

ঃ ৯ বজাত বহে, ৩ বজাত ছুটী হয়।

ঃ পঢ়া-শুনা?

ঃ ভোজ খোৱাৰ মাজে মাজে যি হয় সেয়ে।

ঃ কিয়? পঢ়াত গুৰুত্ব দিয়া নহয় নেকি?

ঃ চাওকচোন দাদা, স্কুলত উপস্থিত হোৱাৰেপৰা ছাত্ৰ-ছাত্ৰীসকলক পেট ভৰাই খুৱাবলৈ যত্ন কৰোঁতে গোটেই দিনটো পাৰ হয়।

ঃ কিয়?

ঃ চাওক দাদা, চৰকাৰৰ ঘৰৰপৰা সকলো বস্তুৰে যেনে— খৰি-খেৰ, বাচন-বৰ্তন, লাৰণী-বাঢ়নী, চাউল-দাইল, তেল-তুল, নিমখ-মচলাৰ খৰচৰ হিচাপ নিৰ্দিষ্টকৈ দিয়া হৈছে। সেই হিচাপমতে খৰচ নহ'লে শেহত হিচাপ মিলোৱা টান হৈ পৰিব। তেতিয়া আমি ক্ষতিপূৰণ দিব লাগিব।

কান্তাৰাম বৰদলৈ গৈছিল তেওঁলোকৰ গাঁৱলৈ এঘৰ ভাগীৰ খবৰ ল'বলৈ। তেখেতসকলৰ দেউতাকৰ মৃত্যু হৈছে। মানুহৰ ঘৰলৈ, বংশ-পৰিয়ালৰ ঘৰলৈ যাব লাগে আনন্দতো, বিষাদতো। দুখাৰ্ত-শোকাৰ্তজনক 'আই ঐ দেহী' বাণী এষাৰেৰে অকণমান শান্তি দিব পৰাটো বৰ ডাঙৰ কথা। শোক-দুখৰ সময়ত খা-খবৰ ল'লে, এষাৰ সান্ত্বনা বাণী শুনালে তেওঁৰ দুখৰ, শোকৰ মাত্ৰা কমে; বহুতোখিনি বোজা কমে। আনন্দৰ সময়তো এষাৰ মাত দিব পাৰিলে তেওঁৰ আনন্দ বৰ্ধিত হয়।

তেওঁ মটৰ ৰখি আছে। মটৰ মানে পোনতে মিলৰ চৌকাৰপৰা অটো বা আন গাড়ীত যাব লাগিল বৰদেউলগোৰলৈ— তাৰ পিছতহে গুৱাহাটীৰ বাছত যাব লাগে। মিলৰ চৌকাত মটৰ ৰাখি থাকোঁতেই স্কুলৰপৰা বাইচাইকেলেৰে আহি থকা খিতেশ্বৰ কোঁচ আৰু বগীৰাম কলিতাক দেখা পাই মাত লগালে। তেওঁলোক দুয়ো বাইচাইকেলৰপৰা নামিল আৰু কান্তাৰামক সেৱা জনাই ক'লে—

ঃ দাদা, কেতিয়া আহিছিল?

ঃ আজিয়েই, বাৰমান বজাত পালোঁহি। আমাৰ বংশৰ খুড়া এগৰাকীৰ দেহান্তৰ ঘটিছে। আজি চতুৰ্থী আছিল। খবৰো ল'লোঁ, চতুৰ্থীও খালোঁ।

ঃ আৰু কোনোবাদিনা আহিব নেকি?

ঃ ভাবিছোঁ ৰ'বা। আজিকালি বাছত অহা টান হৈ পৰিছেহে। তোমালোক স্কুল কেইবজামানত পোৱাহি?

ঃ দাদা, আমি প্ৰায় ৯-১৫ মানত পাওঁহি।

ঃ অহাৰ লগে লগে কি কৰা?

ঃ শিক্ষকে চহী কৰা হাজিৰা বহীত আমি শিক্ষকসকলে চহী কৰোঁ। ক্লাছে ক্লাছে শিক্ষকবিলাক যায়— হাতত হাজিৰা বহী লৈ হাজিৰা কৰিবলৈ। হাজিৰা কৰা শেষ হোৱাৰ লগে লগে ছাত্ৰ-ছাত্ৰীসকলক প্ৰায় প্ৰত্যেকজন শিক্ষক-শিক্ষয়িত্ৰীয়েই কয়— তোমালোকে নিজৰ নিজৰ ঠাইতে বহি থাকি নিজৰ নিজৰ কাম কৰি থাকা। তোমালোকে খবৰ বাবে আমি

ভাত ৰন্ধা-বঢ়াৰ ব্যৱস্থা কৰোঁ।

ঃ হ'ব ছাৰ। মই পঢ়ি বহি থাকিম। আমাৰ ভোক লাগিছেই। স্কুলত খাম বুলি ঘৰত একো খাই অহা নাই।

ঃ সময় লাগিব। নীৰৱে বহি থাকা।

ঃ সেইদিনাৰ ভোজত কিমান খাৱৰীয়া হ'ব তাৰ হিচাপ কেনেকৈ নিৰ্ণয় কৰিবা?

ঃ বৰ টান কাম নহয় দাদা। —বাপাৰাম চলিহাই ক'লে।

ঃ কেনেকৈ?

ঃ প্ৰত্যেকজন শিক্ষকে নিজৰ নিজৰ শাখাত উপস্থিত থকা ছাত্ৰ-ছাত্ৰীসকলৰ সংখ্যাৰ হিচাপ প্ৰধান শিক্ষকৰ হাতত দিয়েগৈ। সেই সংখ্যাকেইটা যোগ কৰাৰ লগে লগে আমি খুৱাবলগীয়া ছাত্ৰ-ছাত্ৰীৰ সংখ্যাটো পালোঁ।

ঃ সাধাৰণতে কিমান হয়?

ঃ ৩৫০ জন ছাত্ৰ-ছাত্ৰী প্ৰায়ে উপস্থিত থাকে।

ঃ এই সংখ্যাটোৰ লগত আৰু ১২০ জনমানক যোগ দিব লাগিব।

ঃ এইসকল কোন?

ঃ নৱম আৰু দশম শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীৰ ভাত খোৱাৰ অধিকাৰ নাই; কিন্তু খোৱাৰ সময়ত তেওঁলোকৰ ফালৰপৰা অতি কমেও ৬০ জনমান প্ৰায়ে উপস্থিত থাকে। আমাৰ শিক্ষকৰ সংখ্যাও ৫০ জন। তাৰে ভিতৰত অতি কমেও ৪০ জন উপস্থিত থাকে। ইয়াৰ বাহিৰেও চকীদাৰ, পিয়ন, কাৰবাৰীকে ধৰি প্ৰায় ২০ জন উপস্থিত থাকে। এইদৰে হিচাপ কৰিলে অতি কমেও ৪৫০-৪৮০ জনমান খাৱৰীয়া উপস্থিত থাকে।

ঃ তোমালোকে যে ৪৫০ জন বা ৪৮০ জন খাৱৰীয়াক ভোজ খুৱাবলগীয়া হয়, চৰকাৰী হিচাপমতে কিমানজনক খুৱাব পাৰা?

ঃ হিচাপটো এনে ধৰণে কৰা হয়— পঞ্চম শ্ৰেণীৰপৰা অষ্টম শ্ৰেণীলৈ উপস্থিত থকা ছাত্ৰ-ছাত্ৰীৰ সংখ্যা + কাৰবাৰী ৫ জন + শিক্ষক ১০ জন বা ১৫ জন। ছাত্ৰ-ছাত্ৰীৰ মুঠ সংখ্যাৰ লগত মুঠতে ১৫ জন খাৱৰীয়াক ওপৰঞ্চিকৈ খুৱাব পাৰি।

ঃ অৰ্থাৎ এইমতে সংখ্যাটো দেখুৱাব লাগিব। নহয় জানো?

ঃ হয়।

ঃ অধিকখিনিক কি কৰিবা?

ঃ প্ৰতিজন ছাত্ৰ-ছাত্ৰীৰ বাবে যি পৰিমাণৰ চাউল, দাইল, পাচলি, তেল-হালধি দিয়া হয়, তাৰেই ৪৫০ জনক খুৱাব পাৰি।

ঃ বয়-বস্তুবোৰ ক'ত থাকে?

ঃ প্ৰধান শিক্ষকৰ ঘৰত অথবা ভাল ব্যৱস্থা থাকিলে স্কুলঘৰৰ সুকীয়া কোঠা এটাত তলা-ছাবি মাৰি থোৱা হয়।

ঃ জোখা-মেলা কেনেকৈ কৰা?

ঃ চৰকাৰৰ ঘৰৰপৰা চাউল-দাউল জুখিবৰ বাবে দগা-পাল্লা দিছে। তেল জুখিবলৈ লিটাৰৰ চুঙা দিছে।

ঃ খৰি-খেৰ?

ঃ খৰি-খেৰৰো হিচাপ আছে। খৰি-খেৰৰ অকুলন হ'লে গাঁৱৰ মানুহৰ ঘৰৰপৰাও অনা হয়।

ঃ ভাত খাবৰ বাবে পাত?

ঃ পোনতে কলপাত ব্যৱহাৰ কৰা হৈছিল; কিন্তু প্ৰতিদিনাই পাত লাগে গাঁৱত যিকেইখন স্কুল আছে, বিশেষকৈ প্ৰাথমিক আৰু মাধ্যমিক স্তৰৰ— সকলোতে ল'ৰা-ছোৱালীক ভোজ খুওৱা হয়। ইমান কলপাত ক'ত পাব? সেইবাবে আজিকালি প্লাষ্টিকৰ কাঁহীহে ব্যৱহাৰ কৰিবলৈ লোৱা হৈছে।

ঃ ভাত ৰন্ধা, দাইল-পাচলি ৰন্ধা টৌ-কেৰাহী আদি?

ঃ এইবোৰৰ ব্যৱস্থাও চৰকাৰে কৰি দিছে। ডাঙৰ ডাঙৰ লোহোৰা ৪/৫ টা, টৌ ৬/৭ টা, বাল্টিং ১২/১৪ টা, মগ ২০/২৫ টাৰো সু-ব্যৱস্থা কৰি দিছে।

ঃ এসাঁজ ৰান্ধি-বাঢ়ি শেষ কৰোঁতে প্ৰায় দুঘণ্টা লাগে। ছাত্ৰ-ছাত্ৰীক খুৱাওঁতেও অতি কমেও লাগে এঘণ্টা সময়। প্ৰত্যেকজন ছাত্ৰ-ছাত্ৰীয়ে খাবলৈ পাইছে নে নাই তাৰ হিচাপ ৰাখিব লাগিব প্ৰধান শিক্ষকে। কোনোবা এজনে খাব নাপালে তাৰ জবাবদিহি তেওঁ হ'ব লাগিব।

ঃ তোমালোকৰো বহুত দায়িত্বহে বাপাৰাম।

ঃ কি কৰিম দাদা? পঢ়া-শুনাত গুৰুত্ব দিয়া নহ'লেও খোৱা-লোৱাত কিন্তু গুৰুত্ব দিওঁ সৰ্বাধিকভাৱে। প্ৰত্যেকজন শিক্ষকেই নিজৰ নিজৰ ছাত্ৰ-ছাত্ৰীখিনিক শাৰী পাতি বহুৱাই দিয়ে স্কুলৰ বাৰাণ্ডাত অথবা নিজৰ নিজৰ শ্ৰেণীৰ ভিতৰত। জাৰকালি স্কুলৰ সন্মুখত থকা খেলপথাৰখনতেই ছাত্ৰ-ছাত্ৰীসকলক শাৰী পাতি বহুৱাই লওঁ। প্ৰত্যেকজন ছাত্ৰৰ হাত-মুখ ধুৱাই দিওঁ।

ঃ আমি যে সৰস্বতী পূজাত ভোজ খাইছিলোঁ, আজিও মনত পৰে দেই খিতেশ্বৰ। আমি স্কুলৰ খেলপথাৰত বহিয়েই কলগছৰ পাতত ভোজ খাইছিলোঁ। আজিকালি তেনেকৈয়ে খায়নে?

ঃ হয় দাদা, তেনেদৰেই খায়। এতিয়াৰ দিনৰ ছাত্ৰ-ছাত্ৰীসকলে স্কুলতেই নিতৌ ৰাজহুৱাভাৱে ভোজভাত খাবলৈ পায়; গতিকে সৰস্বতী পূজাত বা বিয়া-সভা আদিত খোৱা ভোজভাতৰ সমাদৰ প্ৰায় নোহোৱা হৈছে।

ঃ একো দেখোন নাইহে বগীৰাম বৰদেউলগোৰলৈ যাবলৈ? খোজকাঢ়িও নগ'লোঁ। যাব পাৰিম বুলি ক'লে।

ঃ অ' দাদা, যাব পাৰিব ৰ'ব। আহিব। গুৱাহাটীলৈ যোৱা বাছৰ অভাৱ নাই —প্ৰায় ৫/৬ বজালৈ পোৱা যায়। এতিয়া চাৰেতিনিহে বাজিছে।

ঃ পাত দিয়া হ'লে পাতবোৰত বিলনীয়ে ভাত বাঢ়ি দিয়ে। পিছে পিছে আন এজনে বাল্টিঙত দাইল ভৰাই আনি এখন কৰচেৰে একো কৰচকৈ দাইল ভাতৰ বুকুত কৰচেৰে কৰা খোলটোত দি থৈ যায়। তাৰ পিছত আন এজনে বাল্টিং বা চৰিয়াত কঢ়িয়াই ভাজি বা লেবেৰা বা তৰকাৰী দিয়ে। সকলোকে ভাত-আঞ্জা, তৰকাৰী দিয়া হোৱাৰ পিছতহে সেই শাখাৰ শিক্ষকজনে তেওঁৰ ছাত্ৰ-ছাত্ৰীসকলক উদ্দেশ্য কৰি কয়— খোৱা। কোৱাৰ লগে লগে ছাত্ৰ-ছাত্ৰীসকলে খাবলৈ ধৰে।

ঃ ছাত্ৰ-ছাত্ৰীসকলক সুধি-পুচি ভাত-দাইল-তৰকাৰী দিয়া হয়নে?

ঃ হয় দাদা। যাক যিমান লাগে সিমান খাবলৈ দিয়া হয়। খোৱাৰ পিছত ছাত্ৰ-ছাত্ৰীসকলক পৰিষ্কাৰকৈ মুখ-হাত ধুবলৈ শিকোৱা হয়। পাতবোৰ এটা ডাঙৰ বাচনত ভৰাই নি কিছুদূৰত খান্দি থোৱা গাঁত এটাত পেলাই দিয়াৰ ব্যৱস্থা কৰা হৈছে।

ঃ খোৱা শেষ হোৱাৰ পিছত ছাত্ৰ-ছাত্ৰীক পঢ়োৱা হয়নে?

ঃ ক'ত পঢ়োৱা হ'ব দাদা? খাওঁতে খাওঁতে ছাত্ৰ-ছাত্ৰীসকলৰ পেট গহীন হৈ পৰে। ইয়াৰ পিছৰ ডাঙৰ সমস্যা হ'ল শৌচ কৰা, পানী লোৱা। সময়ো প্ৰায় আঢ়ৈ বাজে। তলৰ শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীসকলক ঘৰলৈ যাবলৈ দিয়া হয়। বাকী দুই-এটা শ্ৰেণীত ৩০-৩৫ মিনিটমান পঢ়োৱা হয়।

ঃ শিক্ষক-শিক্ষয়িত্ৰীসকলে কেতিয়া খাবয়?

ঃ তাৰ মাজতেই শিক্ষক-শিক্ষয়িত্ৰীসকলৰ সৰহভাগেই খায়। দুই-এজনে তদাৰক কৰি থাকে।

ঃ কাৰবাৰীসকলে কেতিয়া খায়?

ঃ ছাত্ৰ-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰীসকলৰ খোৱা শেষ হোৱাৰ পিছত ৰান্ধনি-বাঢ়নি, কাৰবাৰী, যোগনিয়াৰ, চকীদাৰসকলে ভাত খায়।

ঃ আৰু কি কাম বাকী থাকিল?

ঃ আচল কামখিনিয়েই থাকি গ'ল নহয় দাদা?

ঃ কোনখিনি আচল কাম?

ঃ কিয়? বাচন-বৰ্তন ধোৱা, ৰন্ধা ঠাই, খোৱা ঠাই আদি পৰিষ্কাৰ কৰিব লাগিব। শিক্ষকসকলে এই ক্ষেত্ৰত সহায় কৰে। বাচন-বৰ্তনবোৰ গতাই দিব লাগে বা স্কুলৰ সুৰক্ষিত স্থানত সেইবোৰ জমা কৰিব লাগে।

ঃ তোমালোকে ঘৰলৈ কেতিয়া যাব পৰা হোৱা?

ঃ দাদা, তিনি বা চাৰে তিনি বজাত আমি আজৰি হওঁ। ইয়াৰ পিছতে হিচাপ-নিকাচ কৰি লেখা-মেলা কৰিব লাগে। পিছদিনালৈ বয়-বস্তু আছে নে নাই তাকো চাই ল'ব লাগিব। কিবা অভাৱ হ'লে প্ৰধান শিক্ষকে নিজৰ বিবেচনাৰে প্ৰয়োজনীয় বস্তুখিনিৰ যা-যোগাৰ কৰে।

ঃ ইয়াৰপৰা দেখা গ'ল আমাৰ অসমীয়া মাধ্যমৰ স্কুল বা বিদ্যালয়বোৰত পঢ়া-শুনা ভালকৈ বা বেয়াকৈও নহয়। তোমালোকেও পঢ়াব-শুনাবলৈ সময় নাপালা আৰু সিহঁতেও পঢ়িবলৈ সুযোগ-সুবিধা নাপালে।

ঃ আপুনি ঠিকেই কৈছে। এনে ছাত্ৰ-ছাত্ৰীয়ে বাধ্য হৈ টিউচন মাষ্টৰৰ সহায় ল'বলগীয়া হয়।

ঃ এনে বিধৰ ভোজ খোৱা স্কুলত চাকৰি কৰি তোমালোক সুখী নে?

ঃ নহয় দাদা। আমি পঢ়িছিলোঁ, আপোনালোকেও

পঢ়িছিল, ক'ত নোখোৱাকৈ আছিল? কিবা নহয় কিবা কৰি ভাতমুঠা মিলাইছিলোঁ।

ঃ কি যে চিন্তা-চৰ্চা? ল'ৰা-ছোৱালীক ভোজ খাবলৈ দিব লাগে। পঢ়া-শুনা নোহোৱাকৈ পৰীক্ষাত পাছ কৰাই দিব লাগে।

ঃ আৰু এটা কথা নহয় দাদা। আজিকালি ডেকা যুৱক বা বয়সীয়াসকলেও কাম-বন নকৰে। কোনো পৰিশ্ৰম নকৰাকৈ দুটকাত এক কেজিকৈ চাউল পোৱা যায়— অন্ততঃ ত্ৰিশ কেজি চাউল। ইয়াৰ বাহিৰেও বৃদ্ধ পেন্সন, মহিলা পেন্সন, দুখীয়া পেন্সন আৰু কত কি পেন্সন।

ঃ এৰাতো, গাঁৱৰ মানুহে এতিয়া কাম-বন এৰিলেই। পৰিশ্ৰম নকৰাকৈ পোৱা ধন বা সুবিধাৰ কোনো অৰ্থ নাই।

ঃ তোমালোকৰ ল'ৰা-ছোৱালী ক'ত পঢ়াইছা?

ঃ সৰহসংখ্যকেই জাতীয়বাদী স্কুলত পঢ়িছে — গাঁঠিৰ ধন ভাঙি।

ঃ কিয়?

ঃ খোজ খোৱা স্কুলত খাবৰ কাৰণেহে পঢ়ে। ভৱিষ্যতৰ ৰঙীণ সপোন ৰচনাৰ বাবে এনে বিদ্যালয়ৰ সামাজিক ভূমিকা কম হোৱাই স্বাভাৱিক।

ঃ খোৱা-লোৱা অৰ্থাৎ ভোজ খোৱাৰপৰা কেতিয়াবা কেতিয়াবা অপকাৰ হোৱাও দেখা যায়। বিশেষকৈ বেয়া বস্তু বা পুৰণি চাউল-দাইলৰ ভাত-আঞ্জা খালে অপকাৰ নোহোৱাকৈ নাথাকে।

ঃ এনে ধৰণৰ ঘটনা ঘটিছে নে?

ঃ ঘটিছে দাদা। কেতিয়াবা কেতিয়াবা কাউৰী, হাঁহ, পাৰ, মুৰ্গী আদিয়ে নোখোৱা চাউল-দাইল ৰান্ধি ল'ৰা-ছোৱালীক খুওৱা হৈছে আৰু তাৰ পৰিণতিত ল'ৰা-ছোৱালীৰ দেহত নানা ৰোগ-ব্যাধি, উপসৰ্গই দেখা দিছে। তাৰবাবে অভিভাৱকসকলে চৰকাৰক গালি নাপাৰে, শিক্ষকসকলকহে গালি পাৰে।

ঃ তোমালোকৰ মন্তব্য কি?

ঃ আমাৰ মন্তব্যত ক'ব লাগিব— স্কুলত ভোজ খুওৱা ব্যৱস্থাই ছাত্ৰ-ছাত্ৰীৰ মূল উদ্দেশ্য শিক্ষালাভত প্ৰতিবন্ধকতাৰহে সৃষ্টি কৰিছে।

ঃ হেৰা অটোখন আহিছে, যাওঁদেই। বৰ ভাল লাগিল —আকৌ কেতিয়াবা লগ পাম। ■





# কৌৰৱ

স্বপ্নালী শইকীয়া

গধূলি সময়ত পূৰ্ণ কাকতি ঘৰৰপৰা নাতিদূৰৰ চাৰিআলিৰ চ'কলৈ ওলাই যায়। তাতে তেওঁৰ সহপাঠী বন্ধু ডাঃ হৃদয় গোস্বামীৰ ফাৰ্মাচী। এই সময়ত ডাঃ গোস্বামীয়ে ৰোগী নাচায়। ফাৰ্মাচীৰ বাহিৰফালে থকা দীঘল বেঞ্চখনত বহি দুয়ো বন্ধুৱে সুখৰ-দুখৰ কথা পাতে। কেতিয়াবা তাতে অন্য দুই-চাৰিজনো গোট খায়। ৰাতি ভাত খোৱাৰ আগে আগে পূৰ্ণ কাকতি ঘৰলৈ ওলটি আহে।

পূৰ্ণ কাকতিৰ বাবে এই কামৰ ব্যতিক্ৰম কদাচিতহে হয়। মোহাচ্ছন্ন মানুহৰ দৰে কাকতিয়ে গধূলি হ'লেই ডাঃ গোস্বামীৰ ফাৰ্মাচীলৈ খোজ লয়। বাল্যবন্ধু গোস্বামীৰ কথা-বাৰ্তাৰ মাজত তেওঁ কিবা এক আশ্ৰয়ৰ ঠিকনা বিচাৰি পায়। প্ৰতিদিন দুয়ো বন্ধুৱে এনেদৰে হৃদয় বিনিময় কৰে।

নিঃসন্দেহে পূৰ্ণ কাকতি নামৰ এই মানুহজন আজিৰ পৃথিৱীৰ ভোগবাদী মানুহৰপৰা বহু নিলগত। আজিৰপৰা পোন্ধৰ বছৰ আগতে পূৰ্ণ কাকতি আছিল মোটা অংকৰ দৰমহা পোৱা এক চৰকাৰী বিষয়া; কিন্তু চাকৰিত সোমোৱাৰ দুবছৰমানৰ পাচৰপৰাই সেই চাকৰিয়ে তেওঁক তিতা দিবলৈ ধৰিলে। বিভিন্ন কামৰ বাবে তেওঁক লগ ধৰিবলৈ আহি অতি নিঃকিনজনেও যেতিয়া বন্ধ লেফাফা একোটা তেওঁলৈ আগবঢ়াবলৈ ধৰিলে, তেতিয়াই পূৰ্ণ কাকতিৰ বিবেকে তেওঁক ৰৰকৈ আমনি দিবলৈ ল'লে আৰু চৰম অন্তৰ্দ্বন্দ্বৰ পিচত তেওঁ সেই লোভনীয় পদবী এৰি হাইস্কুলৰ মাষ্টৰ হ'লহি।

এই কথাৰ বাবে পূৰ্ণ কাকতিক কোনোবাই শ্ৰদ্ধা আৰু সমীহ কৰে, কোনোবাই বুৰ্বক বুলি ইতিকিং কৰে। এতিয়া পূৰ্ণ কাকতি এজন মধ্য বয়সীয়া নিস্পৃহ মানুহ। এই নিস্পৃহতা কেৱল বাহিৰা টকা অহা চাকৰিৰ প্ৰতিয়ে নহয়; পুত্ৰ-কন্যা-পৰিবাৰ, ঐহিক সুখ-সম্পদৰ ওপৰতো তেওঁৰ একে ধৰণৰ নিৰাসক্তি। হৃদয় গোস্বামীৰ সংগসুখ লাভ কৰা সময়খিনিতহে মাথোঁ তেওঁৰ মুখমণ্ডলত এক আশ্চৰ্যকৰ প্ৰশান্তি বিৰাজ কৰে।

বিপদ-আপদৰ বাহিৰে অন্য সময়ত পূৰ্ণ কাকতি নিকটতম চুবুৰীয়াৰ ঘৰলৈও নাযায়। গ'লেনো হ'ব কি? কথাই কথাই তেওঁ অন্তঃসাৰশূন্যতা অনুভৱ কৰে। আজিকালি প্ৰায়বোৰ মানুহৰ কথা-বতৰাৰ বিষয়বস্তু কেৱল মাটি-সম্পত্তি, ঘৰ-দুৱাৰ, আধুনিক জীৱনৰ ভোগ-বিলাসৰ সামগ্ৰী। তাৰ বাহিৰে অন্য কথা চিন্তা কৰিবলৈ মানুহবোৰৰ যেন আহৰি নাই। তেওঁৰ ঘৰৰ সন্মুখৰ পৰিমল দত্তৰ ঘৰটো ৰাজহাউলি যেন। অথচ তেওঁ এদিন কাকতিক ক'লে— ঘৰটোৰ মজিয়াখন মাৰ্বল নলগোৱাৰ কাৰণে ঘৈণীয়েক, ল'ৰা-ছোৱালীয়ে বোলে আক্ষেপ থাকি থাকে। তেওঁতকৈ পিচত সজোৱাসকলে আটায়ে মাৰ্বল ফ্ল'ৰ কৰিলে। কৃষি সম্প্ৰসাৰণ বিষয়া প্ৰবাল বৰুৱাই তিনি মহলাটোৰ কাম কৰিব পৰা নাই কাৰণে আফচোচ কৰিলে। ৰজত ঠিকাদাৰৰ ছোৱালীজনীৰ বিয়াৰ গহনাখিনিত ত্ৰিশ হাজাৰ পৰিল; কিন্তু বৰপেটীয়া সোণাৰিৰ অসমীয়া গহনাৰ বাবে ঘৈণীয়েকে বোলে দিনে-নিশাই তেওঁক খেচ্খেচাই আছে।

পূৰ্ণ কাকতি বিস্ময়ত হতবাক হয়। মাৰ্বল ফ্ল'ৰ নোহোৱাৰ কাৰণেই অট্টালিকাহেন ঘৰৰ ভিতৰতো মানুহ অসুখী হয়? ন-দহটা কোঠাৰ দুটা মহলা সাজি উঠাৰ পিচতো একেটি ল'ৰাৰ দেউতাকৰ আৰু তিনি মহলা সজোৱাৰ প্ৰয়োজন হয়? আশী হাজাৰ টকাৰ সোণৰ গহনা ছোৱালীজনীক দিয়াৰ পিচতো অসমীয়া গহনাৰ বাবে পত্নীয়ে স্বামীৰ জীৱন বিষময় কৰি



তোলে? কিয়? দিনৰ পিচত দিন এনেকৈ কিহৰ পিচে পিচে দৌৰিছে এওঁলোক? অন্য একো কথা পাতিব নাজানে নেকি এই মানুহবোৰে? প্ৰতিৱেশী এজনক এওঁলোকে পৰম আন্তৰিকতাৰে সুধিব নোৱাৰে নেকি— আপুনি কেনে আছে কাকতি? অথবা আপোনাৰ স্বাস্থ্য আগতকৈ বেয়া যেন দেখিছোঁ, গা ভাল নহয় নেকি? নহ'লেবা— আহকচোন ভিতৰলৈ, একাপ চাহকে খাওক; আপুনি আমাৰ ঘৰলৈ ইমান দিনৰ মূৰত আহিল!! নাই নাই, তেনে হৃদয়সংবাদ কাকতিয়ে আজিকালি ক'তো শুনিবলৈ নোপোৱা হ'ল। সকলোৰে মাজত কেৱল ধন-ঐশ্বৰ্যৰ প্ৰতিযোগিতা। আনক চেৰ পেলাই আগবাঢ়ি যোৱাৰ প্ৰবল প্ৰতিদ্বন্দ্বিতা

আজিকালি যি কোনো সময়ত মানুহৰ ঘৰলৈ যাব নোৱাৰি। এদিন অধ্যাপক প্ৰণৱ হাজৰিকা বাৰাণ্ডাত বহি থকা দেখি কাকতিও গৈ তেওঁৰ ওচৰতে বহিলগৈ। হাজৰিকাই পত্নীক চাহ একাপ বনাবলৈ কৈ বিপাঙত পৰিল। কাৰণ তেওঁ তেতিয়া সাজি-কাচি লেডিজ ক্লাবৰ মিটিঙলৈ যাবলৈ ওলাইছিল। হাজৰিকাৰ বিমূঢ় অৱস্থাটো লক্ষ্য কৰি কাকতিয়ে নিজেই ক'লে— 'নালাগে নালাগে, চাহ মই এইমাত্ৰ খায়েই আহিছোঁ। আপোনাক বহি থকা দেখিহে সোমালোঁ।'

সেইবাবে কাকতি কাৰো ঘৰলৈ নাযায়। নিজৰ ঘৰৰ নিৰ্জন আন্ধাৰ বাৰাণ্ডাত বহি তেওঁ এৰি অহা জীৱনৰ পাতবোৰ লুটিয়াই চায়। পূৰ্ণ কাকতিৰ সকলোকে বৰ স্বাৰ্থপৰ যেন লাগে। তেওঁৰ প্ৰতিৱেশী, আত্মীয়, পুত্ৰ-কন্যা-পৰিবাৰ সকলোকে। আৰু এই ভাবটো প্ৰবল হ'লেই তেওঁ বিচলিত হৈ পৰে।

কাকতিৰ ডাঙৰ ছোৱালীজনীৰ নাম মণিকা। মণিকাৰ গিৰিয়েক চক্ৰ বিষয়া। তাইক বিয়া দিয়া পাঁচ বছৰমানেই হ'ল; কিন্তু ঘৰলৈ আহিলেই আজিও মণিকাই মাকৰ আগত নানা ধৰণৰ অভিযোগ উত্থাপন কৰে। তাইক দেউতাকে অৰ্ডিনাৰী ফাৰ্ণিচাৰবোৰ দিলে, টিভি, ফ্ৰীজ, ৱাশ্বিং মেচিন একো নিদিলে; সোণৰ গহনাবোৰৰ ডিজাইনটোও আউটডেটেড্ ইত্যাদি। মাতিব লাগে কাৰণেহে যেন মণিকাই তেওঁক যাবৰ পৰত মাত এষাৰ দি যায়। উগ্ৰ প্ৰসাধনেৰে নিজকে অনবৰতে সজাই ৰখা মণিকাক তেওঁৰ ক্ৰমাৎ অচিনাকি যেন লগা হৈ পৰিছে। অথচ এই ছোৱালীজনী জন্ম হওঁতে পূৰ্ণ কাকতি কিমান সুখী হৈছিল! তাই আছিল তেওঁৰ সকলো আনন্দৰ কেন্দ্ৰবিন্দু।

পূৰ্ণ কাকতিৰ পত্নীৰ মুখতো প্ৰচণ্ড অভিযোগৰ ছায়া অনবৰতে লাগি থাকে। মানুহজনীয়ে পুতেক-জীয়েকহঁতৰ পক্ষ লৈ সময়ে-অসময়ে তেওঁক আক্ৰমণ কৰে— 'আনে চাকৰি কৰি দুই-তিনি মহলীয়া বিল্ডিং সাজিছে, গাড়ী দৌৰাইছে, ঘৈণীয়েক-ল'ৰা-ছোৱালীক নানা ধৰণৰ সামগ্ৰীৰ যোগান ধৰিছে আৰু তুমি আদৰ্শেৰে কচুডাল কৰিছা। এতিয়া ল'ৰা-ছোৱালীয়ে বিচৰা বস্তুটো নিদিলে হ'ব নেকি?'

ডাঙৰ পুতেক ৰমেনে পাক্ঘৰত মাকৰ আগত কাকতিয়ে শুনাকৈ চিঞৰে— 'আদৰ্শৰ লেক্‌চাৰৰ বাহিৰে দেউতাৰ মুখত আজিলৈকে একো নুশুনিলো। তেনে আদৰ্শেৰে আজিৰ পৃথিৱীত কোন মানুহ জীয়াই আছে সুধিবিচোন।... ঐ মা, কৈ দিবি কিন্তু— য'ৰপৰাই নহওক মোক এক লাখ টকা দিবই লাগিব। মই চাকৰি বিচাৰি ঘূৰি ফুৰিব নোৱাৰোঁ।... বৰুণৰ লগত একেলগে কন্‌ট্ৰেক্ট কৰাৰ প্লেন কৰিছোঁ।...'

সৰু পুতেক দ্বিজেন —পঢ়া-শুনাত ভাল আছিল সি। কিন্তু তেওঁৰ সকলো আশা মষিমূৰ কৰি আজি দুবছৰ সি হায়াৰ চেকেণ্ডাৰী পৰীক্ষা নিদিলে। কদমতলৰ তীৰ্থৰ গুম্‌টিখন তাৰ আৰু লগৰ দুটামানৰ অৱস্থানক্ষেত্ৰ। পুৱাৰপৰা গধূলিলৈকে সিহঁতে তাত বৈ স্কুল-কলেজৰ ছোৱালীক টিট্‌কাৰী মাৰে, জুৱা খেলে আৰু নিচাজাতীয় আটাইকেইপদ দ্ৰব্য সেৱন-ভক্ষণ কৰে। তাক সেই পথৰপৰা ঘূৰাই আনিবলৈ কাকতিয়ে বহু চেষ্টা কৰিলে। তেওঁ বুজালে সি পিচদিনা গৈ তাৰ আধাখুণ্ডা বন্ধুকেইটাৰ আগত কয়— 'মোৰ আৰু ঘৰত থাকি ভাল নলগা হৈছে। দিন-ৰাতি বুঢ়াৰ লেক্‌চাৰ কিমান শুনিবি? খালী পঢ় আৰু পঢ়। আবে, পঢ়ি-শুনিনো কি হ'ব বে? বুঢ়াইনো ইমান পঢ়ি পঢ়ি কি মহাপুৰুষটো হ'লগৈ? অ' মাষ্টৰ। মই মাষ্টৰ-তাষ্টৰ হোৱাত নাই। মই আটাইতকৈ বেয়া পোৱা জাতিটোৱেই হৈছে এই মাষ্টৰ... বুজিছ। ...অ'ই মাণিক দে, একপুৰীয়া খাই লওঁ দে...।'

আৰু সৰু জীয়েক বিথীকা? নাই নাই, তাইৰ ওপৰতো কাকতিৰ কোনো ভাৰষা নাই। তাই অত্যন্ত





জেদী আৰু মুখৰা। তীক্ষ্ণ শৰৰ দৰে তাই মাৰি পঠিওৱা বাক্যবাণে কাকতিৰ বুকুখন বিন্ধি পেলায়— 'এইডাল ঘৰলৈ লগৰ ল'ৰা-ছোৱালীক কি আনিবা? লাজেই লাগে। ভাল চোফাচেট এটাও কিনি দিব নোৱাৰিলে আজিলৈকে।'

পুতেক-জীয়েক-পৰিবাৰৰ এই স্খলন, এই হৃদয়হীন আচৰণৰ এতিয়া কেৱল নীৰৱ দৰ্শক পূৰ্ণ কাকতি নামৰ এই মধ্য বয়সীয়া মানুহজন। অথচ এই মানুহজনে এই ল'ৰা-ছোৱালীকেইটাক লৈ এদিন সপোন দেখিছিল। জীৱনৰ প্ৰথম চাকৰিটো এৰি তেওঁ স্বস্তিৰ নিশ্বাস পেলাই ভাবিছিল— তেওঁ ভুল কৰা নাই আৰু ল'ৰা-ছোৱালীকেইটাক তেওঁ ধন-সম্পত্তি নহয়; তেওঁৰ এই নিজস্ব আদৰ্শহে দি যাব। মানুহৰ দৰে মানুহ হ'ব সিহঁত...। এতিয়া পূৰ্ণ কাকতিৰ নিজলৈকে বৰ লাজ লাগে। তেওঁৰ অনুভৱ হয়— সকলো থাকিও তেওঁ বৰ অকলশৰীয়া— বৰ অকলশৰীয়া। বিতৃষ্ণাত তেওঁৰ মুখখন বিকৃত হৈ পৰে— কন্‌ট্ৰেক্ট কৰে হুঁঃ? এক লাখ লাগে? মোক মানুহ হ'বলৈ কোনে দিছিল ইমানবোৰ টকা? মই মাষ্টৰ হ'লোঁ কি ক্ষতি হ'ল তহঁতৰ?... অ' স্বাৰ্থ। মোৰ মৃত্যুৰ পিচতো মজা কৰিব পৰাকৈ তহঁতক মই ধন-ঐশ্বৰ্যৰ দৌল এটা বান্ধি দি যাব লাগে?

তাৰ পিচত তেওঁ বন্ধুক উদ্দেশ্য কৰি কয়— 'বুজিছা হৃদয়, তুমি বৰ ভাগ্যৱান। তোমাৰ ল'ৰা দুটা তুমি বিচৰা মতেই ডাক্তৰ হৈ ওলাল। ছোৱালী হ'ল কলেজৰ অধ্যাপিকা। সিহঁত স্বাৱলম্বী, নিজৰ কামত অনুৰাগী আৰু তোমাৰ প্ৰতি দায়িত্বশীল। মোৰ পুত্ৰ-কন্যা সকলো স্বাৰ্থলোভী। এটা হ'লগৈ ড্ৰাগছ্ এডিক্‌টেড্। মই সিহঁতৰ মানত এক অপদাৰ্থ বৃদ্ধ।'

হৃদয় গোস্বামীয়ে তেওঁৰ মুখৰ কথা কাঢ়ি লৈ সান্ত্বনা দিয়ে— 'ৰ'বাচোন ৰ'বা। তুমি ইমান অধৈৰ্য হৈছা কিয়? দহো আঙুলি সমান নহয় নহয়...। এদিন চাবা সিহঁতে তোমাৰ দুখ উপলব্ধি কৰিব। তুমি চিন্তা নকৰিবা।'

'দুখ উপলব্ধি কৰিব? কিন্তু কেতিয়া? মই মৰাৰ পিচত?'— হতাশাত পূৰ্ণ কাকতিৰ স্বৰ ভাঙি পৰে।

এৰাতি পুৱতি নিশা হৃদয় গোস্বামীৰ ঘৰৰ কলিং বেল বাজি উঠিল। গোস্বামী পৰিয়াল শুই পৰিছিল। সাৰ পাই গোস্বামী উঠি আহিল; লগে লগে তেওঁৰ পৰিবাৰ। দুৱাৰ খুলি বন্ধুক দেখি তেওঁ আচৰিত হ'ল। পূৰ্ণ কাকতিয়ে অস্থিৰভাৱে ক'লে— 'মোৰ লগত এতিয়াই ব'লা হৃদয়। সৰ্বনাশ হ'ল বুজিছা।'...

'কি হ'ল কোৱাচোন?'

'পিচতো শুনিবা, তুমি ওলোৱাচোন আগতে।'

বন্ধুৰ কথাত ঘটনাৰ গুৰুত্ব উপলব্ধি কৰি হৃদয় গোস্বামীয়ে গেৰেজৰপৰা গাড়ী উলিয়ালে।

পূৰ্ণ কাকতিয়ে অসহায় কণ্ঠেৰে ক'লে— 'জীৱিত অৱস্থাত পোৱাগৈ নে নোপোৱাগৈ ঠিক নাই। দ্বিজেনক সংজ্ঞাহীন অৱস্থাত কোঠাত পোৱা গৈছে।'

'সংজ্ঞাহীন? হে ভগৱান!'... গোস্বামীয়ে আৰ্তস্বৰেৰে দোহাৰিলে।

বাটত আহি থাকোঁতে কাকতিয়ে সন্ধিয়াৰপৰা ঘটি যোৱা পৰিস্থিতিটোৰ বৰ্ণনা এটা দাঙি ধৰিলে। পৰিবাৰে আবেলিতে কাকতিক বজাৰ কৰাৰ কথা ক'লে। বজাৰলৈ ওলাই স্কুলৰপৰা আহি খুলি থোৱা কামিজটো পিন্ধি জেপত হাত ভৰাই দেখে যে, তাত তেওঁ থোৱা টকা দুহেজাৰ নাই। পৰিবাৰ আৰু বিথীকাক সুধি চালে। নাই, তেওঁলোকে নিয়া নাই। ৰমেন পুৱাৰেপৰাই ঘৰত নাই। তেওঁ স্কুলৰপৰা অহাৰ পিচতে দ্বিজেন এবাৰ ঘৰলৈ আহিছিল। অব্যক্ত ক্ৰোধেৰে কাকতি তীৰ্থৰ দোকান পালেগৈ। তেওঁৰ অনুমান ঠিকেই আছিল। তাত বাদলহঁতৰ লগত দ্বিজেনে জুৱা খেলি আছিল। তেওঁক দেখি নিচাসক্ত মাণিকে বেবেৰিবাং বকিবলৈ ধৰিলে— 'অ' বৰদেউতা, আপুনি? আপুনি ইয়ালৈ কিয় আহিল! আপুনি আদৰ্শৱান মানুহ, মান্যৱন্ত মাষ্টৰ, আপুনি ইয়ালৈ আহিব নালাগে।...'

পূৰ্ণ কাকতি মুহূৰ্তও ৰৈ নাথাকিল। খঙৰ ভমকত তেওঁ দ্বিজেনক চুলিকোচাত ধৰি পূৰ্ণহতীয়া চৰ দুটা শোধালে। তাৰ পিচত লগৰকেইটাক সাৱধান কৰি দি গুচি আহিল।

ৰাতি ভাত খোৱাৰ আগে আগে দ্বিজেন ঘৰ সোমাইছিলহি। সি কি খাইছিল তেওঁ নাজানে; কিন্তু ভাল হ'লে খোৱা নাছিল। নিচাসক্ত হৈ ৰাতি প্ৰায়ে দেৰিকৈ ঘৰলৈ অহা দ্বিজেনে ঢাকি থোৱা ভাতত পানী



ঢালে। সেইবাবে সি ভাত নোখোৱাৰ কৈফিয়ৎ তেওঁ আৰু লোৱা নাছিল। অত্যন্ত মানসিক ক্লেশত জৰ্জৰিত হৈ তেওঁ শুই পৰিছিল। তাৰ পিচত পৰিবাৰৰ চিঞৰত তেওঁৰ টোপনি ভাগিল।

হৃদয় গোস্বামীৰ গাড়ীৰেই দ্বিজেনক হাস্পতাললৈ লৈ অহা হ'ল। স্পেচিয়েলিষ্টক মানি অনা হ'ল। গোটেই মানুহবোৰ উৎকণ্ঠাত স্তব্ধ হৈ থাকিল; কিন্তু দ্বিজেনৰ সংজ্ঞা আৰু ঘূৰি নাহিল। ৰাতিপুৱা ডাক্তৰে তাক মৃত বুলি ঘোষণা কৰিলে।

এমাহমান ঘৰতে স্তব্ধ হৈ বহি ৰ'ল পূৰ্ণ কাকতি। খবৰ ল'বলৈ অহা বন্ধু-বান্ধৱ, আত্মীয়-স্বজনৰ কোনো কথাৰে উত্তৰ নিদিলে তেওঁ। ডেউকা ভগা পক্ষীৰ দৰে নিথৰ হৈ তেওঁ বহি থাকিল। তাৰ পিচত এদিন সন্ধ্যা এখোজ-দুখোজকৈ তেওঁ হৃদয় গোস্বামীৰ ফাৰ্মাচী পালেগৈ। তেওঁক দেখি গোস্বামী ব্যস্ত হৈ পৰিল— 'আহা পূৰ্ণ আহা, বহাচোন, ইয়াতে বহা।'

কাষতে বহি লৈ হৃদয় গোস্বামীয়ে কাকতিৰ মৰা মাছৰ দৰে নিথৰ চকু দুটালৈ চালে। চকু দুটাৰ দৰে মানুহটোৰ হৃদয়খনো কি শিল হৈ গ'ল!! আজি এমাহে আপ্ৰাণ চেষ্টা কৰিও তেওঁ কাকতিৰ মুখৰ মাত উলিয়াব পৰা নাই।

হৃদয় গোস্বামীয়ে কাকতিৰ হাত দুখন খামুচি ধৰিলে।

এই সম্পূৰ্ণ এমাহৰ পিচত পূৰ্ণ কাকতিয়ে হৃদয় উজাৰি কথা ক'লে— 'সি কুলাংগাৰ মৰিল ভালেই হ'ল, জীয়াই থাকি সি সমাজৰ মহাভাৰ হ'লহেঁতেন; কিন্তু কোৱাচোন হৃদয়— মোৰ পিতৃত্ব কি ইমান অক্ষম যে মই এটা ল'ৰা-ছোৱালীকো মানুহ কৰি গঢ়িব নোৱাৰিলোঁ!! মোৰ অক্ষমতাক মই কেনেকৈ ক্ষমা কৰিম, কেনেকৈ?'

পূৰ্ণ কাকতিৰ শিল হৈ পৰা দুচকুৰেদি ধাৰাসাৰে চকুলো ব'বলৈ ধৰিলে। হৃদয় গোস্বামীৰ হাত দুখন খামুচি ধৰি অৰ্ধবয়সীয়া মানুহজন বুকু ভঙা কান্দোনত ভাঙি পৰিল। ■







# আত্মানুসন্ধান

**নগেন বৰা**

ছোৱালীজনীক প্ৰথমতে দেখি মই স্থানীয় কলেজখনত অধ্যয়নৰত ছাত্ৰী হিচাপেই ধৰি লৈছিলোঁ। দীঘল চুলিটাৰিৰে, সুগঠী মুখখনেৰে ফ্ৰক এটা পিন্ধি থিয় হৈ থকা ছোৱালীজনীক দেখি মৰম উপজিছিল। দুৱাৰৰ কাঠগড়াত থিয় হৈ দৰ্জাৰ ফ্ৰেমটোত ভেজা দি যেতিয়া তাই হাতৰ আঙুলিৰে নখ বিদাৰি আছিল, তেতিয়া মই দিনটোৰ সকলো দুখ-ভাগৰ সামৰি এটা সুখ আৰু শান্তিৰ নিশ্বাস এৰাৰ আশ্ৰয়স্থল মোৰ সমুখৰ বাৰাণ্ডাৰ চকীখনত বহি পৰিছোঁ। এই বাৰাণ্ডাখন মোৰ বাবে গৱেষণাগাৰ বা Stress Therapy Centre বুলি ক'লেও অত্যুক্তি কৰা নহ'ব। যাহওক, এতিয়া মূল বিষয়বস্তু সেই ছোৱালীজনীৰ কথালৈকে আহোঁ। ঘৰটোত তাই নতুনকৈ আহিছে। এদিন বা দুদিন হৈছে ছাগে'। মাজে মাজে দুজনী বা ততোধিক ছোৱালী হায়াৰ ছেকেণ্ডাৰী, বি. এ. পৰীক্ষাৰ কাৰণে এমাহ বা দুমাহ সেই ঘৰটোত থাকি পৰীক্ষাৰ অন্তত নিজ ঘৰলৈ ওভতে। হয়তো যাতায়াতৰ প্ৰতিকূল কোনো দুৰ্গম ঠাইৰ সেই ল'ৰা-ছোৱালীবিলাকে কলেজখনৰ গাতে লাগি থকা সেই ঘৰটোৰপৰা পৰীক্ষা দিয়াৰ সুবিধাৰ অৰ্থে সেই কাম কৰে। কেতিয়াবা কেতিয়াবা আকৌ ছোৱালীৰ সলনি দুই-চাৰিজন ল'ৰায়ো মেচ কৰি থাকে। পৰীক্ষাৰ অন্তত ঘৰটো এৰে। এক কথাত ঘৰটো লব্ধ প্ৰকৃতিৰ। ঘৰটোৰ মালিক গকুল দাস। আনুমানিক চল্লিশ বছৰ বয়সীয়া উৰলি যাব ধৰা সেই ঘৰটো মাটিখিনি কিনি দখল কৰি লোৱাৰ উদ্দেশ্যেই ছাগে' সাজিছিল। কালক্ৰমত নিজ পৰিয়ালসহ কিছু বছৰ থাকি হাতত ধন অহাত গাতে লগালগিকৈ তিনিমহলীয়া বিল্ডিংটো সাজি Shift কৰিলে। ঘৰটো পৰিত্যক্ত হ'ল। হিটলাৰী শাসনৰ কঠোৰ নিয়মৰ অত্যাচাৰত মাজে মাজে দুই-এটা পৰিয়াল ভাৰালৈ দুই-এমাহতে সেই স্থান ত্যাগ কৰিবলগা হয়। এনেকৈয়ে কেতিয়াবা চাৰি বা ছমাহ আৰু কোনো সময়ত এবছৰমানৰ অন্তত এনেকুৱা ভাৰাতীয়া আহে তালৈ। সেয়ে বহুদিনৰ বিৰতিত ৰাতি ঘৰটোত লাইটৰ পোহৰ দেখিয়েই মই ভাৰাতীয়া অহাৰ উমান পাওঁ। ঘৰটো মোৰ বাৰাণ্ডাখনৰপৰা প্ৰায় বাৰ-চৈধ্যফুট আঁতৰত। ভাৰাতীয়া মালিকৰ সমুখ চোতালত প্ৰৱেশ নিষেধ। পিচফালৰ দুৱাৰখন, পকী সীমাবেৰ আৰু ঘৰটোৰ মাজৰ প্ৰায় পাঁচফুট ব্যৱধানৰ দীঘল মাটিখিনিয়েই ভাৰাতীয়াৰ বিচৰণথলী। সেয়ে মোৰ বাৰাণ্ডাখনৰপৰা সিহঁতৰ প্ৰতিটো কথা-কাণ্ডই মোৰ চকুত উজ্জ্বল ৰূপত প্ৰকট হৈ পৰে। নতুন মানুহ আহিলেই মোৰ চকুযোৰ তীব্ৰৰূপত চিকাৰী হৈ উঠে। মনটোত অলেখ প্ৰশ্ন, লগে লগে উত্তৰ। কেতিয়াবা বাক-বিতণ্ডা। শেষত সিদ্ধান্ত। বহু সময়ত পঞ্চাশোৰ্দ্ধৰ মোৰ দেহ-মনৰ এই কাৰ্যত নিজে নিজে ধিক্কাৰ দিওঁ, গৰিহণা দিওঁ; কিন্তু ইয়াৰ পিচতো মোৰ অবাধ্য চকুদুটা সেই দুৱাৰডলিত মোৰ অগোচৰেই উপস্থিত হয়। উৎসুকবিহ্বল মনটোত উদয় হয় অলেখ প্ৰশ্নৰ। সেয়ে আজিও কন্যাসম সেই ছোৱালীজনীৰ কথা নাভাবিবলৈ, নাচাবলৈ চকু-মনক বাধ্য কৰাব পৰা নাই মই। তাই ছাগে' অকলে থকা নাই তাত। লগত নিশ্চয় অইন দুই-চাৰিজনী সহপাঠী আছে। এদিন-দুদিনকৈ আজি চতুৰ্থদিনা যেতিয়া হাফপেণ্ট-গেঞ্জী পৰিহিত ডেকাল'ৰা এজন এহাতে মোবাইল, আনহাতে টুথব্ৰাছ লৈ দুৱাৰখনেৰে ওলাই আহিল, তেতিয়াই মোৰ আগৰ চিন্তাই বাট সলালে। তেনেহ'লে ছোৱালীজনী মেচ কৰি থকা নাই। এইজন ডেকাল'ৰা ছাগে' তাইৰ ভাই-ককাই নতুবা সম্বন্ধীয়। যাহওক, মোৰ ভাবনা তাতেই স্তব্ধ হৈ সময়বোৰ আগবাঢ়িল। তেতিয়ালৈ সকলো ঠিকেই আছিল। ল'ৰাজনে যেতিয়া নীলি বুলি মাতি কিবা এটা ক'ব খোজে, তাই "অ' গৈছোঁ" সংক্ষিপ্ত উত্তৰেৰে সামৰণি মাৰে। ছোৱালীজনীৰ নাম যে নীলিমা মই নিশ্চিত হ'লোঁ। ঘৰৰ সৰু ভনীয়েক, মৰমতে নীলি বুলি মাতে ছাগে'। আজি ষষ্ঠদিন। ৰাতিপুৱা নমান বজাত যেতিয়া "দীপ, আজি কেৰাচিন নাই" বুলি তাই সকীয়াই দিলে মই থিতাতে তাৰো নামটো পাই গ'লোঁ। তাৰ নাম নিশ্চয় দীপক বা দীপাংকৰ নতুবা দীপমণি। আৰু দুদিনমান পিচতেই যেন ছোৱালীৰ



জড়তা ভাঙিল, দুই-এটাকৈ কথা ক'বলৈ আৰম্ভ কৰিলে। পোন্ধৰদিনমান পিচৰপৰা মোৰ অনুসন্ধিৎসু মনে এইটো কথাৰো উমান নোলোৱাকৈ নাথাকিল যে, দিনবোৰ বাঢ়ি যোৱাৰ লগে লগে দীপৰ কথা-বতৰা কমিল, নীলিৰ কণ্ঠস্বৰ উচ্চ হ'ল, বক্তব্য দীঘলীয়া হ'ল। আৰম্ভ হ'ল হাঁহি-কান্দোনৰ সমাহাৰ, বাক-বিতণ্ডাৰ মিছিল, শাসন-প্ৰশাসনৰ অঘোষিত ৰণ। মোৰ সিহঁত দুটাক লৈ কৰা কল্পচিত্ৰৰ ৰূপ সলনি হ'ল। মোৰ মনে এই কথা আবিষ্কাৰ কৰাত অকণো পলম নকৰিলে যে, সিহঁতহাল প্ৰেমৰ আৱেগত এক সেউজীয়া কল্পচিত্ৰ চকুত লৈ পলাই অহা ডেকা-গাভৰু। এক অনিশ্চিত যুগ্মজীৱনৰ প্ৰাৰম্ভিক জীৱন যুদ্ধৰ অপৈণত দুই সেনানীৰ বেৰেকত সাময়িক জিৰণি। বাস্তৱ জীৱনৰ অনভিজ্ঞতাই দুচকুত কেৱল ৰং দেখা পোৱা দুই আৱেগিক ডেকা-গাভৰুৰ যুগ্মজীৱনৰ পাতনি ছাগে'; কিন্তু আন এটা কথাইহে মোক বাৰুকৈ আমোদ দিব ধৰিলে। দিন যোৱাৰ লগে লগে নীলিৰ যেন দীপৰ ওপৰত সকলো কথাতে কৰ্তৃত্ব খটুওৱাৰ প্ৰৱণতা প্ৰকট হৈ উঠিল।.... "এই, এই! পানী খোৱা বাল্টিটো পাইখানাত সোমাইছা? ঘিণ নালাগে তোমাৰ? একো নাজানা তুমি?" এক কঠোৰ ৰূঢ় নিৰ্দেশ তাইৰ। এটা দিনত দীপ যিমান নীৰৱ, নীলি সিমান সৰৱ হৈ পৰিল। "ৰ'বা, ৰ'বা। চেণ্ডেলযোৰ বাহিৰত খুলি থৈ আহা। এইমাত্ৰ ঘৰটো মচিলোঁ মই। লেতেৰা নকৰিবা।" প্ৰতিটো কামতে কঠোৰ নিৰ্দেশ জাৰি কৰা নীলিৰ ওপৰত এতিয়া দীপৰ খং নুঠা হ'ল। সি নীৰৱে সকলো মানি চলে। যেন একান্তবাধ্য ছাত্ৰ। এক কথাত নীলিৰ প্ৰভুত্বই কৃতাকাৰ্য হোৱা বাবে তাই হয়তো আত্মতৃপ্তি পাইছে, মই ভাবোঁ এনেদৰে। "নীলি! মই বজাৰৰপৰা আহোঁ।" "ৰ'বা, ৰ'বা, অলপ ধৈৰ্য ধৰি মোক গাটো ধুব দিয়াচোন। চাহকাপ খাই যোৱা।" —বাথৰূমৰপৰা নীলিৰ খং মিহলি সুৰেৰে কঢ়া নিৰ্দেশ। এটা সৰু ল'ৰাৰ দৰে দীপ ৰৈ থাকে নীলিৰ অপেক্ষাত। খাটিয়া এখনৰ ওপৰত এটা সৰু ষ্টোভ, দুখন থাল। সৰু কেৰাহী এটাত কিবা এটা লৰাই থকা অৱস্থাত খুলি থোৱা দুৱাৰৰ ফাঁকেদি যেতিয়া লাইটৰ পোহৰত তাইৰ মুখখন দেখা পাওঁ, মোৰ হাঁহি উঠে। পতিক বশ কৰি ৰাখিব পৰাৰ কৌশল, লগতে এগৰাকী সুচতুৰ গৃহিণী হোৱাৰ এয়া প্ৰাৰম্ভিক আখৰা নহয় জানো? যথাসময়ত তাই এজনী দন্দুৰী, বুদ্ধিমতী, পাকৈত পত্নী হোৱাৰ সকলো লক্ষণ মোৰ চকুত ধৰা পৰিল। কিয় জানো অজানিতে তাইৰ প্ৰতি অতিপাত খং উঠিল। মোৰ সমস্ত পুঞ্জীভূত খং-ৰাগ, বিতৃষ্ণা, উদ্বেগ যেন ডিঙি খেকাৰি ওলাই অহা থুথিনি দলিয়াই দি তাইৰ ওপৰত থকা ক্ষোভৰ বহিঃপ্ৰকাশ কৰিব খুজিলোঁ।

আজি দুদিনমান হ'ল সিহঁতৰ দুৱাৰখন বন্ধ। সন্ধিয়াও কোঠাৰ লাইট প্ৰত্যক্ষ নহ'ল। সিহঁতহাল ছাগে' ক'ৰবালৈ গৈছে। বাৰাণ্ডাখনত বহি অকলে সিহঁতৰ কথাকে ভাবি আছোঁ। কিয় জানো হঠাতে মোৰ আত্মানুসন্ধানৰ অনুভৱ হ'ল। এটা নিৰপেক্ষ দৃষ্টিৰে নিজকে চোৱাৰ বাবে তৃতীয় নয়ন খুলি দিলোঁ। মোৰ ভাবনাই দুটা কেঁকুৰি পাৰ হৈ পোন বাট ল'লে। সেউজীয়া পথাৰৰ মাজে মাজে গৈ আছোঁ। কেতিয়াবা বহল আকাশখনৰ পিনেও মূৰ তুলি চাইছোঁ। মোৰ দৃষ্টিৰ আয়ত্তত সৌ মোৰ ঘৰটো দেখা যেন পাওঁ। এৰা হয়তো! সেউজীয়া দেৱদাৰুকেইজোপাৰে বেষ্টিত মোৰ ঘৰটো সু-স্পষ্ট ৰূপত দেখা পালোঁ; কিন্তু দুৱাৰমুখত সেইজনী কোন? আঙুলিৰ নখ বিদাৰি সেই ছোৱালীজনী থিয় হৈ আছে দেখোন? তাই মানে নীলি। লাহে লাহে তাইৰ মুখৰ ছবি ধূসৰ হৈ আহিল। তাৰ ঠাইত প্ৰকট হৈ উঠিল মোৰ পত্নীৰ মুখ। লোহাৰ জপনাখন খুলি সোমোৱাৰ লগে লগে পত্নীৰ তৰ্জন-গৰ্জন কাণত পৰিল— "বজাৰৰপৰা আহোঁতেই ইমান দেৰি লাগেনে? নদীপৰা মাছ ধৰি আনিলা নেকি? নে বেকাৰীত বিস্কুট বনাই আনিলা? আপুনি একো কামৰ মানুহ নহয়, ঘৰটো এৰিলেই সকলো পাহৰে। বাকীবোৰ যে ইয়াত সোমাই মৰি আছোঁ, অকণো চিন্তা নাই।" বজাৰত মাছ, বিস্কুট, আলু-পিয়াঁজ আনিবলৈ গৈ বন্ধু এজনৰ লগত কথা পাতোঁতে কিছু দেৰি হ'ল, সেই কথাৰ উত্তৰ দিবলৈ গৈ মই সুযোগ বিচাৰি নাপালোঁ। বিমৰ্ষ মনে নিৰ্যাতিত পুৰুষ এজনৰ দৰে মোনাখন পত্নীৰ হাতত চমজি দিলোঁ। মোনাখন লৈ ফোঁ-ফোঁৱাই তেওঁ গ'লগৈ। ইমানদিনে একপক্ষীয়ভাৱে নীলিৰ দোষ খুঁচৰি ফুৰা মোৰ ঠেক মনোবৃত্তিৰ বাবে অনুশোচনা আহিল।

কিন্তু কিয় জানো মোৰ এটাত কথাত প্ৰতীয়মান হ'বৰ মন গ'ল যে, প্ৰতিগৰাকী নাৰীয়ে দুচকুত কঢ়িয়াই লৈ ফুৰা সেউজীয়া সপোনখিনি বাস্তৱায়িত কৰাৰ অৰ্থতেই ছাগে' কমাৰশালত কেঁচা লো পিটি পিটি সুন্দৰ চোকা দা-কটাৰী গঢ়াৰ দৰে নিজৰ মানুহজনকো গঢ়ি-পিটি সমাজৰ সৰ্বোত্তম ব্যক্তিৰূপে গঢ়াৰ বাবে এক নিৰলস নীৰৱ প্ৰয়াস নেকি বাৰু?





# উত্তৰণ

## ৰীণা কলিতা

বিমলা বৰুৱা স্থিৰেৰে থাকিব পৰা নাই। এবাৰ বাৰাণ্ডাৰ বেঞ্চখনত বহিছে, এবাৰ উঠি থিয় হৈ বাটৰ ফালে জুমি জুমি চাইছে, এবাৰ পেপাৰখন চকুৰ ওপৰলৈ আনি ছবিখন নিশ্চিত কৰিব খুজিছে। হয় নে নহয়? ছবিখনততো একেবাৰে সি যেনেই লাগে। চুলিকেইডাল পিচফালে হলা, ঠিক তাৰ দৰেই; নাকটো ওখ, বহল বুকুখনেৰে শুই থকা এই বিশাল দেহটো তাৰ হয় নে? সাইলাখ তাৰ দৰেই। ডাঙৰ বোৱাৰীয়েক জিণ্টিয়ে ফটোখন বিভিন্ন দিশৰপৰা চাই — এইটো সি হ'বই নোৱাৰে বুলি কৈছে। তাই বাতৰিখন পথালিকৈ লৈ যেতিয়া ফটোখন থিয়কৈ দেখাইছিল, তেতিয়া ফটোখনে এক বেলেগ ৰূপ পাইছিল। সি নহয় যেন লাগে। অথচ পেপাৰখন চিধাকৈ ৰাখিলে ফটোখনত সি শুই থকা যেন লাগে। হয়নে সি? যদি হয়! তেওঁৰ বুকুখনে ধান বানিব ধৰিলে। ডিঙিটো শুকাই গৈছে। উশাহটো চুটি হোৱা যেন লাগিছে। তেওঁ থিয় হৈ আকৌ এবাৰ বাটৰ ফালে চালে। নাই, মীনাজনীৰো দেখা-দেখিয়ে নাই, পেপাৰৰ ছবিখন চাই তাই বেগাবেগিকৈ ওলাই গৈছে সৰুবৌৱেক নীলিৰ তালৈ। বিমলাই অৱশ্যে মীনাক কৈ পঠিয়াইছে পোনপটীয়াকৈ নীলিক একো নুসুধিল। নীলি এতিয়া নিৰ্বাক, নিস্পন্দ। জেল, থানা, কোৰ্ট, কাছাৰী— এইবোৰ ঘূৰি ঘূৰি তাই ভাগৰি পৰিছে। পুলিচ অফিচাৰৰ কটু কথা, অশ্লীল ইংগিত, উকীলৰ মিছা কথা— এইবোৰে তাইৰ জীৱনটো দুৰ্বিসহ কৰি তুলিছে। সেইদিনা আহোঁতে বিমলা বৰুৱাই তাইক তাৰ কথা সুধিছিল। তাই নিৰুদ্বেগচিত্তে কৈছিল— 'ৰোহনৰ কথা ভাবিবলৈ মই এতিয়া এৰি দিছোঁ মা। এতিয়ালৈ যিমানখিনি কৰিলোঁ, তাতকৈ বেছি কৰিবৰ মোৰ সামৰ্থ্য নুকুলায়। উকীল, পুলিচ, মহৰীৰ পিছে পিছে ঘূৰি মই লেবেজান হৈ গৈছোঁ। সেই কাৰণে তাক কৈছোঁ সোনকালে ধৰা দি জেলত সোমাবলৈ। ছবছৰহে। পোনে যাব। তেতিয়ালৈ জোনাকো ডাঙৰ হ'ব; কিন্তু সি নুবুজে। সি কান্দে। কাৰাগাৰৰ সেই ভয়ানক পৰিৱেশত সি সোমাব নোখোজে। আইন-আদালত ন্যায়ৰ বাবে নহয় মা। অন্যায়, অনীতিক জীপ দি ৰাখিবৰ বাবেহে সৃষ্টি কৰা হৈছে এইবোৰ। পুলিচ থানাবোৰ, পুলিচবোৰ অপকাৰ ৰোধ কৰিবৰ বাবে, চোৰ ধৰিবৰ বাবে সৃষ্টি কৰা হোৱা নাই। সাধাৰণ মানুহক চোৰ সজাবৰ বাবে, অপৰাধী বনাবৰ বাবেহে জীয়াই ৰখা হৈছে এইবোৰ। কাৰাগাৰবোৰ হ'ল অপৰাধী সৃষ্টি কৰা কাৰখানা। পুলিচৰ ভয়ত, ন্যায়ালয়ৰ ভয়ত মানুহে এতিয়া ন্যায়ৰ হকে মুখ মেলিব নোৱাৰা হৈছে। পুলিচ, কাছাৰী, কাৰাগাৰবোৰ নোহোৱা কৰি দিলে বহু মানুহ অপৰাধী হোৱাৰপৰা বাছি যাব মা। আচল অপৰাধীক নিৰাপত্তা দি ৰোহনৰ দৰে নিৰ্দোষী ল'ৰাবোৰক অপৰাধী সজাবৰ বাবেহে সৃষ্টি কৰা হৈছে আইন-আদালত। ৰোহন সঁচাকৈয়ে অপৰাধী আছিলনে মা? নে তাক অপৰাধী সজোৱা হ'ল?'

নীলিয়ে সেইদিনা বিমলা বৰুৱাৰ ভিতৰত গুজৰি-গুমৰি থকা কথাখিনিকে ব্যক্ত কৰিছিল। সঁচাকৈয়ে ৰোহনক অপৰাধী সজোৱা হ'ল নে সি জন্মতে অপৰাধী হৈ জন্মগ্ৰহণ কৰিছিল? তেওঁ অপৰাধী এজনকহে জন্ম দিছিল নেকি?

নাই নাই— বিমলা বৰুৱাৰ ভিতৰৰ মানুহজনীয়ে চিৎকাৰ কৰি উঠিল। তেওঁৰ গৰ্ভত অপৰাধীৰ বীজ ৰোপিত হোৱা নাছিল। কোনো মাকৰ গৰ্ভত অপৰাধী সৃষ্টি নহয়। প্ৰতিজনী মাকেই গৰ্ভত তিল্‌তিল্‌কৈ গঢ় দিয়ে নিষ্পাপ, নিষ্কলুষ এটা সুন্দৰ ফুল। তেওঁৰ গৰ্ভত অপৰাধীয়ে বাস কৰা নাছিল। তেওঁ নিষ্পাপ, নিষ্কলুষ, সুন্দৰ শিশু এটাৰ জন্ম দিছিল। সি হাঁহিব শিকিছিল, বহিব শিকিছিল, খোজকাঢ়িব শিকিছিল। লাহে লাহে সি শব্দবোৰ শিকিছিল, বাক্য ক'ব পৰা হৈছিল, স্কুললৈ গৈছিল, কলেজলৈ গৈছিল। এৰা, সি কলেজলৈ গৈছিল আৰু ভাল পাবলৈ শিকিছিল। নিজৰাক



সি ভাল পাইছিল। মাজে মাজে থকাৰ দৰে সেইদিনাও আন্ধাৰ হওঁ হওঁ সময়ত ছেগ বুজি সিহঁত দুয়ো নৈৰ পাৰৰ বুঢ়া কদমজোপাৰ তলত কথা পাতি আছিল। খবৰটো গৈ ছাগে' কেনেবাকে' নিজৰাৰ ককায়েকহঁতৰ কাণত পৰিছিল। দা, কুঠাৰ লৈ সিহঁতৰ যৌথ পৰিয়ালটোৰ গোটেইবোৰ পুৰুষ নদীৰ পাৰলৈ দৌৰি আহিছিল। নিজৰাই সিহঁতক দূৰতে দেখা পাইছিল। প্ৰথমতে তাই কিংকৰ্তব্যবিমূঢ় হৈ তাৰ মুখলৈ চাই আছিল। সদায়ে একেলগে থকা এই আওপুৰণি আত্মীয় পুৰুষকেইজনৰ পৈশাচিক দানৱীয় ৰূপৰ লগত তাইৰ চিনাকী আজন্ম। মেলে-মিটিঙে বৰ বৰ কথা। পোছাক-পাতিয়ে, গাড়ীয়ে-মটৰে বৰ আধুনিক; কিন্তু সিহঁতৰ মনবোৰ একোটা অন্ধকূপ। কোনোদিনেই খোলা নহয় সিহঁতৰ মনৰ দুৱাৰ-খিৰিকীবোৰ। সিহঁতৰ চিন্তাত ভেঁকুৰ ধৰিছে, সিহঁতৰ চিন্তাত পচ ধৰিছে। এই ভেঁকুৰ ধৰা পচা চিন্তাৰ মানুহবোৰে যি ইচ্ছা তাকেই কৰিব পাৰে। এতিয়াই হয়তো সিহঁতে ৰোহনক পালে কাটি টুকুৰা-টুকুৰ কৰি নদীত উটুৱাই দিব পাৰে। আইন! আইন মাৰ গুলী। আইনতো সিহঁতৰ ফালেই থাকে সদায়। তাই আৰু দেৰি কৰা নাই। 'পলোৱা' বুলি চিঞৰ মাৰি ৰোহনক হাতত ধৰি গৰাই গৰাই দৌৰিব ধৰিলে। আন্ধাৰ ভালকৈয়ে হৈছিল। সিহঁত হালক বিচাৰি পোৱা নগ'ল। সেই নিশা নিজৰাৰ আত্মীয় দানৱকেইজনে সিহঁত হালক বিচাৰি চলাথ কৰিছিল। এই সৰু গাঁওখনৰপৰা ওলোৱা প্ৰতিটো ৰাস্তাত সিহঁতে পহৰা দিছিল। নিৰ্বোধ কপৌহালিৰ দৰে কেনেবাকে' সিহঁত হাল আহি ঘৰৰ পিচফালৰ জাবনিখনত লুকাই আছিল। ৰাতিপুৱা চৰাই নুঠোতে সিহঁত ধৰা পৰিল। তাৰ পিচত কি হ'ল! বিমলা বৰুৱাৰ বুকুৰ ভিতৰখন উখল-মাখল লাগি গ'ল। তেওঁ যেন আকৌ শুনিবলৈ পালে মাতৃ হৃদয় এফালৰপৰা মহটিয়াই অনা আকাশ বতাহ কঁপোৱা সেই মৰণকাতৰ ... চিঞৰটো— 'মা, মই মৰিলোঁ মা। মোক বচোৱা। মোক নামাৰিবা। মই ডকাইত নহয়। মই নিজৰাক অপহৰণ কৰা নাই। মই তাইক ভাল পাওঁ। তাই মোৰ লগত থাকিব খুজিছিল। মা, মোক বচোৱা মা।'

চিকুণ পুৰাটো ফালিব খোজা বুকুৰ আপোন চিঞৰটোৱে তাইৰ দিক্‌বিদিক্ হেৰুৱাই পেলাইছিল। কোনফালেদি আহি তাই জপনামুখত কৰ্ফাল খাই পৰিল গমেই নাপালে। সন্মুখৰফালে মূৰ তুলি চাওঁতে যিটো দৃশ্য দেখা পালে তাই আৰু উঠিবই নোৱাৰিলে। সেইভাঁজেই অচেতন হৈ পৰিল। একেবাৰে আগত এখন গাড়ী। তাক হাত আৰু কঁকালত পঘাৰে বান্ধি গাড়ীখনত জুতি দিছে। গাড়ীখন চলি গৈ আছে। গাড়ীখনৰ লগত তাল মিলাই সিও দৌৰিছে। পিছে পিছে এজাক পুলিচ। এজন পুলিচৰ পিচত আন এজন পুলিচৰ কোবত সৃষ্টি হোৱা চটপ চটপ শব্দটো এতিয়াও বাজি থাকে তাইৰ কাণত। পিঠিখন তাৰ বাঙলী হৈছিল। জপনাৰ মুখে মুখে থিয় হৈ সকলোৱে উপভোগ কৰিছিল সেই দৃশ্যটো চিনেমাৰ দৃশ্য চোৱাৰ দৰে।

দুদিন তাক পুলিচৰ জিম্মাত ৰখা হৈছিল। সেই দুটা নিশাতে সিহঁতে তাক পিটি পিটি অপহৰণকাৰী সজাইছিল। ডকাইত সজাইছিল। সেই দুটা নিশাতে সিহঁতে কৈশোৰ পাৰ হৈ যৌৱনত ভৰি দিয়া তাৰ দক্‌দকীয়া মসৃণ দেহটোত অবৰ্ণনীয় অত্যাচাৰ চলাইছিল। আঙুলিত গজাল মাৰি, নখত প্লাচেৰে চেপি, ভৰিৰ তলুৱাত লাঠিৰে কোবাই, বুটেৰে গচকি, ৰালত মূৰ থেকেচি সিহঁতে তাক সুধিছিল— হৰি মহাজনৰ ঘৰত ডকাইতি কৰোঁতে তাৰ লগত কোন কোন আছিল, কলেজৰ কম্পিউটাৰকেইটা ক'লৈ নিছে আৰু বহুতো। সি ধোঁৱা-কোঁৱা দেখিছিল— এইবোৰ ইহঁতে কি কয়? এই সকলোবোৰ 'কেচ' জাপি দি তাক পঠিয়াই দিয়া হৈছিল ন্যায়িক জিম্মালৈ। তাৰ ইচ্ছা-আকাংক্ষা, প্ৰেম-ভালপোৱা, আৱেগ-অনুভূতিক আবদ্ধ কৰি ৰখা হৈছিল চাৰিখন প্ৰাচীৰৰ মাজত।

তিনিমাহ পিচত সি ওলাই আহিছিল ভাগৰুৱা এজন পথিকৰ দৰে। দীঘল দাড়ি-চুলিৰে শীৰ্ণকায় ল'ৰাজনক দেখি তাই মূক হৈ গৈছিল। তেজে ফুটু ফুটু কৰা গাল দুখন, তাম বৰণীয়া বিশাল দেহটো, তজবজীয়া আঙুলিবোৰ সি ক'ত হেৰুৱালে? ক'ত হেৰুৱালে সাগৰৰ ঢৌৰ দৰে তাৰ মনৰ সুনীল উচ্ছ্বাস। মাৰি-পিটি সিহঁতে তাৰ দেহটো খাই পেলোৱাৰ দৰে খাই পেলাইছিল তাৰ মনৰ উৎসাহ-উদ্দীপনা, আশা-আকাংক্ষা, হেঁপাহ, সমস্ত। উৎসাহী, আৱেগিক, নতুন কিবা কৰোঁ কৰোঁকৈ থকা ল'ৰাটোৱে ঘৰৰ ভিতৰতে জুপুকা মাৰি থকা হ'ল। কাচিৎহে ক'ৰবালৈ ওলাই গৈছিল। কোৰ্টলৈ গৈ থাকিবলগা হৈছিল মাজে মাজে। সিহঁতে তাৰ ওপৰত 'অপহৰণ'ৰ কেচ দিছিল। সি হেনো নিজৰাক অপহৰণ কৰিছিল। প্ৰেমৰ সেউজী পাহাৰখন তাৰ চপৰা চপৰে খহি পৰিছিল। সেইখিনি সময়ত বিমলা বৰুৱাই তাক শান্ত কৰিব





নাজানিছিল। ৰীমা আহি মাজে মাজে সংগ দিছিল তাৰ অকলশৰীয়া হৃদয়খনক। নিজৰাৰ কথা মনত পৰিলে সি কেতিয়াবা ফেকুৰি ফেকুৰি কান্দিছিল। ৰীমাই তাক সাৱটি ধৰি, চুলিৰ মাজেৰে আঙুলি বুলাই কৈছিল— 'চা ৰোহন, তই এনেকে' কান্দিলে নহ'ব। হাঁহিতকৈ চকুলোৰ দাম বহুত বেছি। তই দুখ জয় কৰিব লাগিব। তুচ্ছ কথা এটাৰ বাবে তই চকুলোবোৰ কিয় খৰচ কৰিবি? নিজৰাৰ প্ৰতি তোৰ যি প্ৰেম, তাক গণপ্ৰেমলৈ, বিশ্বপ্ৰেমলৈ পৰ্যবসিত কৰ। ৰেখা বাইদেউক দেখা নাই তৰপে তৰপে জমা কৰি ৰখা চকুলোৰে তেওঁ এতিয়া কেনে সম্পদশালী হৈ উঠিছে। মৃত্যুৰ বাহিৰে দ্বিতীয় শক্তিয়ে তেওঁক বাধা দি ৰাখিব পাৰিব বুলি সন্দেহ আছে। ব্যক্তিপ্ৰেমৰ ব্যৰ্থতা তেওঁ যোৱাৰ বাটত হেঙাৰ হ'ব নোৱাৰিলে। জীৱনৰ দুৰ্ভাগ্যবোৰক একো একোটা অৰ্থপূৰ্ণ অভিজ্ঞতালৈ ৰূপান্তৰিত কৰি আগুৱাই যাবলৈ শিক সোণ।'

ছাগলীয়ে খাই মথিমুৰ কৰা গছজোপা লাহে লাহে পুনৰ ঠন্ ধৰি উঠিব খোজাৰ দৰে সি ঠন্ ধৰি উঠিব খুজিছিল। গাল দুখন তাৰ মঙহেৰে ভৰিব খুজিছিল, বুকুৰ কামিহাড়কেইডাল নেদেখা হ'ব খুজিছিল, হাতৰ সেউজীয়া সিৰকেইডাল ছালৰ তলত লুকাব খুজিছিল। এনেতে এদিন নিশা বুটৰ গৰপ্ গৰপ শব্দই শুই থকা ঘৰখনক জগাই দিছিল। সিহঁতৰ অশ্লীল শব্দ বৰ্ষণত বিমলাই দুৱাৰ খুলি দিছিল। শুই থকাৰপৰা সিহঁতে তাক টানি-আঁজুৰি গাড়ীত উঠাই লৈ গৈছিল। নৃপেন ঠিকাদাৰৰ ঘৰত হোৱা ডকাইতিত হেনো সিও জড়িত আছে। আন্ধাৰ ফালি পোহৰে পৃথিৱীৰ বুকু স্পৰ্শ কৰাৰ ঠিক লগে লগে বিমলা বাউলীজনী হৈ থানালৈ দৌৰি আহিছিল। হয়, তাই যি ভাবিছিল তাকেই ঘটিছিল সেই অমানিশাও। পুনৰ ঠন্ ধৰি উঠিব খোজা গছজোপাৰ পোখাবোৰ, ৰংচঙীয়া কুঁহিপাতবোৰ সিহঁতে এফালৰপৰা মোহাৰি দিছিল। লোহাৰ চিকেকেইডালৰ ভিতৰত, শুদা মজিয়াত তেজেৰে লুতুৰি-পুতুৰি হৈ সি পৰি আছিল। কপালখন ফুলি টেমুনা এটা হেন হৈছিল, ওপৰৰ ওঁঠটো ফুলি এটা তামোলৰ দৰে হৈ পৰিছিল, ভৰিৰ আঙুলিবোৰ চিনিব নোৱাৰা হৈছিল, হাতৰ আঙুলিবোৰ ফুলি উঠিছিল। মৰা মানুহ এটা পৰি থকা যেন লাগিছিল। তাই চিঞৰি চিঞৰি কান্দিছিল। পুলিচকেইটাই অশ্লীল শব্দেৰে তাইক ঠাট্টা কৰিছিল। অৱশেষত সি মূৰটো ঘূৰাই সেহাই সেহাই কৈছিল— 'মা, তুমি ঘৰলৈ যোৱা। মই আহি আছোঁ।'

চাৰিখন প্ৰাচীৰৰ মাজৰপৰা ওলাই আহোঁতে এইবাৰ সি আগৰবাৰৰ দৰে জলক-তবক দি থকা নাছিল। খং খং ভাব এটাই তাক আৱৰি ৰাখিছিল। প্ৰেম, ভালপোৱা, বিশ্বাসেৰে পৰিপূৰ্ণ হৃদয়খনত বাহ লৈছিল সন্দেহ, অবিশ্বাস আৰু ক্ৰূৰতাই। তাৰফালে কেৱাহিকৈ চোৱা মানুহবোৰক সি ভাবুকি দিছিল। সি কাকো পৰোৱাই নকৰা হৈছিল। এনেতে আকৌ এদিন সিহঁতে তাক ধৰি লৈ গৈছিল। আকৌ অবৰ্ণনীয় অত্যাচাৰ, অপবাদ। সিহঁতৰ ধাৰাবাহিক অত্যাচাৰ আৰু তাৰ প্ৰতি মানুহৰ দৃষ্টিভংগীয়ে লাহে লাহে সঁচাকৈয়ে তাক কিছুমান কাম কৰিবলৈ প্ৰস্তুত কৰি তুলিলে।

এৰা! সিহঁতে খুব সূক্ষ্মভাৱে তাক অপৰাধ জগতত প্ৰৱেশ কৰোৱালে। প্ৰায়ে নিশা সিহঁতে তাক ঘৰলৈ বিচাৰি অহা হ'ল। সি ঘৰত থাকিবলৈ এৰি দিলে। বিমলা বৰুৱায়ো গম নোপোৱা হ'ল সি ক'ত থাকে, কি কৰে, ক'ত খায়। হঠাতে কেতিয়াবা ধুমকেতুৰ দৰে আহি ওলায়হি। দেখা-নেদেখাতে আকৌ নোহোৱা হয়। ক'ৰবাত চুৰি হ'লে, ডকাইতি হ'লে মানুহৰ মুখে মুখে তাৰ নামটো বাগৰি ফুৰা হ'ল। একেবোৰ খবৰেৰে কেতিয়াবা বাতৰিতো পোৱা যায় তাৰ নাম। ধুমকেতুৰ দৰে হঠাতে আহি এদিন কৈ গৈছিল নীলি নামৰ ছোৱালী এজনীক হেনো সি বিয়া কৰাইছে। তাৰ পাছত এদিন ফোন কৰি জনাইছিল সিহঁতৰ হেনো এটা ল'ৰা জন্ম পালে।

হঠাতে বলা বতাহছাটিয়ে পেপাৰখন বিমলা বৰুৱাৰ কোলাৰপৰা উৰুৱাই পানীপচাৰপৰাই প্ৰসাৰিত হোৱা নিমজ ঘাঁহনিডৰাত পেলাই দিলে। সিঁচৰতি পৃষ্ঠাকেইটা বতাহে যিফালে নিছে, সেইফালেই নাচি-বাগি উৰি যাব ধৰিছে। তাই লাহেকৈ চিৰিয়েদি নামি কৈ যেনি-তেনি যাব খোজা পৃষ্ঠাকেইটা আলফুলে ধৰি আনি চিজিল লগাই ল'লে। মাজৰ পৃষ্ঠাটো মেলি পুনৰ তাই দৃষ্টি নিবন্ধ কৰিলে মৃত্যুৰ শীতল কোলাত শুই থকা ল'ৰাজনৰ যন্ত্ৰণাকাতৰ কোমল মুখখনত। তাইৰ বুকুখন আকৌ চিৰিংকৈ গ'ল। চপৰা চপৰে খঁহি আহিব ধৰিলে হৃদয়খন। ডিঙিটো শুকাই কৰ্কৰীয়া হৈছে। শুকান ডিঙিটোৱে উশাহটো চেপি ধৰাৰ উপক্ৰম কৰিছে। হয়নে? সি হয়নে? ৰোহনৰ ছবি হয়নে এইখন? এইবাৰ তাই পেপাৰখন পথালিকে' লৈ ছবিখন থিয় কৰাই দিলে জিণ্টিয়ে দেখুওৱাৰ দৰে। ছবিখনে বেলেগ ৰূপ পালে। নাই নাই, সি নহয়। ৰোহন হ'বই নোৱাৰে এইটো.



তেনেহ'লে কোন? যৌৱনে টল্‌মলাই থকা বিশাল দেহৰ এই ল'ৰাজন কোন? কাৰ বুকু শুদা কৰি তাক শুৱাই দিয়া হ'ল অনন্ত নিদ্ৰাত? ৰোহনৰ দৰে সিয়ো থুনুক-থানাক মাতৰ, থুপুক-থাপাক খোজৰ কোনোবা নিষ্পাপ, নিষ্কলুষ শিশুৰ মৰমৰ দেউতাক নেকি? তাৰ 'নীলি'জনীয়েও গভীৰ নিশা দুৱাৰত মৰমৰ টোকৰকেইটা শুনি পুলিচৰ ভয়ত হাতত সাৰে ভৰিত সাৰে তাইক কিছু সময়ৰ বাবে সংগ দিব অহা গিৰিয়েকটোলৈ উজাগৰী নিশা যাপন কৰি দুৱাৰ খুলিবলৈ ৰৈ আছিল নেকি? তাৰতো মাক আছে। আলফুলে গৰ্ভত লৈ ফুৰাই, বুকুৰ উমেৰে, বুকুৰ অমৃতেৰে প্ৰশান্ত কৰা সন্তানবোৰ মাকৰ কিমান আপোন! নিজতকৈও আপোন সন্তানৰ মৃত্যুত মাকৰ কেনে লাগিব বাৰু? বিমলা বৰুৱাৰ চিএঞৰি চিএঞৰি কান্দিবলৈ মন গ'ল। নাই নাই এইটো ৰোহন হ'ব নোৱাৰে। তাক তেওঁ তিলতিলকৈ ডাঙৰ কৰিছে। জন্মতে ডেৰফুটিয়া, আঢ়ৈ কিলোগ্ৰামৰ কেঁচুৱাটোক তেওঁ বুকুৰ উমেৰে, মৰম-স্নেহ-ভালপোৱাৰ আৱেশেৰে আজি ছফুটীয়া কৰি তুলিছে। তাৰ দেহৰ প্ৰতিটো বিন্দুৰ গৰাকী তেওঁ। মানুহ মাৰি পেলোৱাটো একেবাৰে সহজ কাম। টান কাম হ'ল মানুহক জীয়াই ৰখা। কেঁচুৱাৰপৰা কিমানটা অসুখত কিমানবাৰ তেওঁৰ বুকুৰপৰা মৃত্যুৱে কাঢ়ি নিব খুজিছিল তাক! ৰাতিক দিন কৰি, দেহক পানী কৰি জীয়াই ৰাখিছে তাক। তিলতিলকৈ ডাঙৰ কৰা সন্তানবোৰ তহঁতে এটা ছেকেণ্ডত শেষ কৰি দিয়? মানুহ খোৱাৰ অধিকাৰ তহঁতক কোনে দিলে? গিৰ্‌গিৰ্‌কৈ নিজৰাৰ দৰে নামি অহা চকুলো দুধাৰি তেওঁ চাদৰৰ আঁচলেৰে মচি ল'লে।

গেট খুলি ৰীমা সোমাই আহিছে। জীয়েকক দেখি বিমলা বৰুৱাৰ মনটোৱে যেন অলপ সকাহ পাব খুজিছে। পেপাৰত ছবিখন দেখি তেওঁ নিজেই ৰীমালৈ ফোন কৰিছিল। ঘৰখনত কিবা অলপ হ'লেই তাইক মতা যায়। আগৰ ভয়াতুৰ, আৱেগিক ছোৱালীজনী এতিয়া কেনে সাহসৰ প্ৰতীক হৈ থিয় দিছে। তাইক দেখিলেই বিপদবোৰ ভয়তে পলাব খোজে। জোঁৱায়েক ৰূপমো তেনেকুৱাই। দুয়ো ওচৰৰ স্কুলখনতে কাম কৰে।

ৰীমা চিধাই মাকৰ ওচৰলৈ গ'ল। মাকৰ উখহা চকু আৰু শেতা মুখখনে তাইক কিবা অঘটনৰ উমান দিলে।

ঃ কি হৈছে মা? মোক কিয় মাতিছিলা?

বিমলা বৰুৱাই মেলি ৰখা পেপাৰখন তাইলৈ আগবঢ়াই দিলে। তাই প্ৰথমে একো ধৰিব নোৱাৰি পেপাৰখন হাতত লৈ মাকৰ মুখলৈ চাই থাকিল। তাৰ পিচত মাকে মেলি ৰখা পৃষ্ঠাটোৰ সৰু সৰু বাতৰিবোৰত চকু ফুৰাব ধৰিলে। ৰোহনৰ নামটো চাগে' আৰু কিবা চুৰি-ডকাইতিত সাঙোৰ খাই পৰিল। হঠাতে তাইৰ বুকুখন চিৰাংকৈ গ'ল। কোন এইটো? কোন শুই আছে? শুই আছে নে মৰিছে? তাই ছবিখনৰ তলত লিখি দিয়া বাক্যটো পঢ়ি গ'ল— 'মংগলবাৰে নিশা মহানগৰীৰ লখৰাত পুলিচৰ গুলীত নিহত হোৱা ডকাইতজন, জি. এম. চি.ত।' ৰীমা মানুহজনী ভিতৰে ভিতৰে মৰি গ'ল। মুখমণ্ডলৰ তেজবোৰ যেন কোনোবাই শুহি খালে, মাকৰ দৰেই শেতা পৰিল তাইৰ মুখখনো। বুকুখন ডক্‌ডকাব ধৰিছে। কোনোবাই যেন বুকুৰ ভিতৰত বহি লৈ ঢোলহে বজাইছে। সি হয়নে এইজন? ৰোহন হয়নে? অৱশেষত সিহঁতে তাক মাৰি পেলালে নেকি? সেইদিনা লগ পাওঁতেতো তাই তাৰ বহুখিনি পৰিৱৰ্তন লক্ষ্য কৰিছিল। সি ভাল হ'ব খুজিছিল। জিন্তু, পলাশহঁতৰ দৰে স্বাভাৱিক জীৱন এটা কটাব খুজিছিল। সি তাৰ হিয়াৰ আমঠু, বুকুৰ কলিজাহেন কণমানি পুতেক জোনাকক মানুহ কৰাৰ কথা কৈছিল। সি সেইদিনা তাইক কৈছিল— 'মই জোনাকক বচাব খোজো বাইদেউ। মই তাক মানুহৰ দৰে জীয়াই থকাটো দেখিব খোজোঁ; কিন্তু মই কেনেকে' কি কৰোঁ? ছবছৰীয়া সশ্ৰম কাৰাদণ্ড মোৰ পিছে পিছে ঘুৰি আছে। নীলিয়ে কৈছে— পলাই ফুৰি কেতিয়াবা পুলিচৰ গুলীত মৰাতকৈ জেলত সোমাই থকা ভাল; কিন্তু চোৱা বাইদেউ, মিছা কথা এটাৰ বাবে মই মোৰ ইচ্ছা, আকাংক্ষা, প্ৰেম-ভালপোৱা, আৱেগ-অনুভূতিক কেনেকৈ স্বেচ্ছাই বন্দী কৰিব দিওঁ? মই নিজৰাক কিডনেপ কৰিছিলোঁনে? মোৰ বৰ ভাগৰ লাগিছে বাইদেউ। মই জিৰাব খোজোঁ। নিৰ্ভয়ে এটা টোপনি মাৰিবৰ মন গৈছে; কিন্তু মই ক'ত শোওঁ? ক'ত জিৰাওঁ? পুলিচ মোৰ পিছে পিছে পিয়াপি দি থাকে। দেখিলেই হ'ল— সিহঁতে ধৰি লৈ যায় আৰু অৱৰ্ণনীয় অত্যাচাৰ চলায় এই কেঁচা দেহটোত। মোক এটা উপায় দিয়া বাইদেউ। মই মুক্ত আকাশৰ তলত মুক্ত বায়ু সেৱন কৰিব খোজোঁ। মই জোনাকক বচাব খোজোঁ। তাৰো মোৰ দৰে অৱস্থা হ'ব বুলি মোৰ ভয় লাগি থাকে বাইদেউ।' শীৰ্ণ হাত দুখনেৰে চকুযুৰি সি ঢাকি ধৰিছিল।

তাক কিবা এটা ক'বলৈ তাই ভাষা হেৰুৱাই পেলাইছিল।





তাৰ ভিক্ষাৰ পাত্ৰ পূৰাবলৈ তাই যে সমৰ্থ নহয়। সিতো ধন-দৌলত বিচৰা নাই। সি বিচাৰিছিল শান্তি। জোনাক আৰু নীলিৰ লগত সি শান্তিৰে থাকিব খুজিছিল। সি ন্যায় বিচাৰিছিল, নিৰাপত্তা বিচাৰিছিল। সি সমাজৰ মাজত থাকিব খুজিছিল। এইবোৰ তাই তাক কেনেকে' দিয়ে? তাইৰ এখন হৃদয় আছে; সেই হৃদয়খন অৱহেলিতক, নিষ্পেষিতক ভালপোৱাৰে পূৰ। সেই হৃদয়খনে ন্যায় প্ৰতিষ্ঠা কৰিব খোজে। সেই হৃদয়খনে শান্তিৰ চৰাইযুৰিক আঁজলি ভৰাই দিব খোজে— ভঁৰালৰ এমুঠি ধান, পৰাণৰ একোটি গান; কিন্তু ক্ষমতা! তাইৰ হাততো ক্ষমতা নাই। ক্ষমতা আছে এজাক হৃদয়হীনৰ হাতত। আইন আছে অন্যায়ৰ পূজাৰীৰ হাতত। ভঁৰালৰ চাবি আছে দানৱৰ হাতত। অৱশেষত তাই তাক কৈছিল— 'তইতো গোটেইবোৰ কথা বুজি পাৱ ৰোহন। তোক বচোৱাৰ ক্ষমতা আমাৰ হাতত নাই। ক্ষমতা আছে এদল অসুৰৰ হাতত। দেশত আজি সিহঁতে যি কয়, তাকেই আইন হয়। সিহঁতে নেদেখাকৈ মই তোক ক'ত লুকুৱাই ৰাখিম সোণ। তই যুঁজিব লাগিব সোণ। যিয়ে তোৰ এনে দশা কৰিলে, যিয়ে তোক অপৰাধী সজালে, যিয়ে তোৰ দেহৰ কেঁচা মঙহবোৰ আঁজুৰি-পিজুৰি খালে— তই সেইবোৰৰ বিৰুদ্ধে যুঁজিব লাগিব। জোনাকক বচাব খুজিলে, তই বাচিব খুজিলে, মই বাচিব খুজিলে সমাজখন চলাই থকা পুৰণি মেচিনটো বদলোৱাৰ কথা ভাবিব লাগিব। নতুন দিনে নতুন বস্তু বিচাৰে। গাড়ী, টিভি, ফ্ৰীজ, কম্পিউটাৰ সকলোৰে নতুন মডেল ওলাইছে, তেল কম খোৱা বেগী গাড়ী ওলাইছে। তেনেস্থলত আমি কিয় সমাজখন পুৰণি ইঞ্জিনটোকে চলাই থাকিব দিওঁ? মই আৰু তোক কি ক'ম? হুলেৰেহে হুল কাঢ়িব পাৰি।'

জিণ্টিয়ে আহি পেপাৰখন তাইৰ হাতৰপৰা কাঢ়ি লৈ যোৱাতোহে তাই বাস্তৱলৈ ঘূৰি আহিল। জিণ্টিয়ে একো নোকোৱাকৈ পেপাৰখন পথালিকৈ লৈ ছবিখন থিয়কৈ তাইৰ আগত দাঙি ধৰিলে। তাই ছবিখনলৈ চাই থাকিল। কি হ'ল? ছবিখনৰ ৰূপটো দেখোন বেলেগ হ'ল। মূৰটো চেপেটা যেন লাগিছে, চেলাউৰিৰ মাজৰ ঠাইখিনিত নোম থকা যেন লাগিছে। তাৰমানে এইটো ৰোহন নহয়। ৰোহন জীয়াই আছে। সি এতিয়াও উশাহ লৈ আছে। তাৰ বুকুখনে এতিয়া ধপ্‌ঢপাই আছে। তাইৰ মুখখন আন্ধাৰ ফালি পোহৰে পৃথিৱীৰ বুকুত ভুমুকি মৰাৰ দৰে উজলি উঠিল। তেজবোৰ আহি আকৌ মুখত থুপ খালেহি। জিণ্টিয়ে পেপাৰখন পুনৰ তাইৰ হাতলৈ আনি ছবিখন চাই চাই ক'ব ধৰিলে— 'ৰাতিপুৱাৰপৰা মা পেপাৰখনৰ লগতে আছে। পেপাৰখন পথালিকৈ লৈ মই কিমানবাৰ দেখুৱালোঁ মাৰ বিশ্বাস নহয়। আকৌ চিধা কৰি লৈ চাবলৈ ধৰে।'

আকৌ চিধা কৰি লৈ চালে ৰীমায়ো। ৰোহন! হয়, ৰোহনেই হয়। একেবাৰে ৰোহনৰ দৰে। পুনৰ পথালিকৈ ল'লে। নহয়, ৰোহন হ'বই নোৱাৰে। এনেকে' চালে ৰোহনৰ দৰেতো নেদেখি। কোনটো সত্য? চিধা নে পথালি? হয়তো পথালি। হয়তো চিধা। চিধা হ'লে ৰোহন। চিধা নহৈ পথালি হ'লে অন্য কোনোবা। চিধা নে পথালি নিৰ্ণয় কৰিবলৈ আজি হয়তো আৰু এখন ঘৰ ভৰি পৰিছে চকুলোৰে আৰু এজনী মাকৰ, বায়েকৰ, ভনীয়েকৰ হিয়াত চলিছে ধান বনা মেচিন।

ক্ৰিং, ক্ৰিং, ক্ৰিং। ফোনটো বাজি উঠিল হঠাতে। জিণ্টি দৌৰি গ'ল খপজপকৈ। ৰীমা আৰু মাক দুয়ো দুয়ো কাণ উনাই থাকিল।

ঃ মা ফোন! ৰোহনৰ ফোন। ৰোহনৰ ফোন। আপোনাক মাতিছে।

বিমলা বৰুৱাই দৌৰি গৈ ৰিচিভাৰটো দুয়োখন হাতেৰে খামোচ মাৰি ধৰি থিয় হৈ থাকিল। ইমান সময়ে চেপি ৰখা দুখবোৰ যেন গলি দুটি নিজৰা হৈ ব'বলৈ ধৰিলে। লাহেকৈ কাণত লগাই থোকাথুকি মাতেৰে ক'লে— 'বাপা, তই ভালে আছ?'

ৰোহন আচৰিত হ'ল— 'আছোঁ মা। তই কিয় কান্দিছ?' বিমলা বৰুৱাৰ কাণলৈ তাৰ কথা যোৱা নাই। কান্দি কান্দিয়ে তেওঁ থোকাথুকি মাতেৰে ক'বলৈ ধৰিলে— 'বাপা, তই সোনকালে ধৰা দে। ছয় বছৰহে, পোনে যাব। তোক সিহঁতে কেতিয়াবা মাৰি পেলাব। জেলত থাকিলেও অন্ততঃ জীয়াই থাকিব পাৰিবি। তোক দেখা পাই থাকিম। তোক মই সদায় চাবলৈ যাম নহয় বাপা।' কথাখিনি কৈ ৰিচিভাৰটো ৰীমাৰ ফালে আগুৱাই দি তেওঁ বিছনাখনত শুই পৰিল।

ৰীমাই তাক পেপাৰৰ ফটোখনক লৈ সৃষ্টি হোৱা ঘটনাটো বিৱৰি ক'লে। ৰীমাৰ কথাখিনি শুনাৰ পিচত সি যি ক'লে আচৰিত হৈ গ'ল। দুচুকৰপৰা দুধাৰি মুকুতামণি লাহে লাহে বাগৰি আহিল। অৱশেষত সি ঘূৰি আহিল। সি বুজি পালে জীৱনৰ মূল্য। এইখিনি সময়ত তাইৰ মনত



পৰিল মূল চীনাৰপৰা বেংগলীলৈ অনুবাদ কৰা উপন্যাস এখনত পোৱা মেক্সিম গৰ্কীৰ সেই কথাখিনি— 'জীৱনে আমাদেৰ সবচেয়ে বড়, সবচেয়ে মহান কৰ্তব্য হ'ল মানুষ হয়ে উঠা। মনুষ্যত্বৰ মৰ্যাদাকে সবকিছুৰ ওপৰ তুলে ধৰাৰ জন্যে জীৱনটোকে হেলা ফেলা কৰে নষ্ট কৰাত আমি ৰাজী নেই।' এইখিনি কথা মাজে মাজে আওৰাই তাই বৰ ভাল পায়।

ৰিচিভাৰটো থৈ তাই বাৰাণ্ডালৈ ওলাই আহিল। মুক্ত আকাশখনলৈ চালে। বহু ওপৰত কেইজনীমান চিলনী আপোনমনে উৰি আছে। বন্ধন কোনেও ভাল নাপায়। বন্দীত্ব কাৰো কাম্য নহয়। সকলোৱে বিচাৰে মুক্ত বতাহ, মুক্ত আকাশ, মুক্ত মন। ৰোহনে ফোনত কোৱা কথাখিনি যেন আকাশে-বতাহে অনুৰণিত হ'বলৈ ধৰিলে— 'মই এতিয়া এনেয়ে মৰি যাবলৈ প্ৰস্তুত নহয় বাইদেউ। তৰপে তৰপে জমা হৈ থকা দৈহিক-মানসিক যাতনাক মূলধন হিচাপে লৈ সমৰ এখনৰ বাবে প্ৰস্তুত হ'ব খুজিছোঁ।' ■

# আমাৰে মইনা শুব এ...

মীনাক্ষি বৈৰাগী

কথাটো ক'বলৈ মনৰ ভিতৰতে কেইবাবাৰো আওৰাইছিল জোনালীয়ে। আজন্ম পৰিচিত মাককো তেনে এটা খবৰ দিবলৈ সংকোচ লাগিছিল যদিও পোন প্ৰথমে খবৰটো মাককে দিবলৈ ভীষণ ইচ্ছা হৈছিল। প্ৰতিগৰাকী মাকে হয়তো জীয়েকৰপৰা এনে এটা খবৰ পোৱাৰ কামনা কৰে। বিয়াৰ পিছত কিমান ধৰণৰ অভিজ্ঞতাৰ সন্মুখীন যে হ'ব লাগে প্ৰতিগৰাকী ছোৱালীয়ে। নতুন পৰিৱেশত, নতুন মানুহৰ স'তে খাপখুৱাই লোৱাৰ কত যে প্ৰচেষ্টা। বিচাৰ পিছৰ প্ৰতিটো অভিজ্ঞতাই জোনালীক অন্য এগৰাকী নাৰীত পৰিণত কৰিছিল। চঞ্চলা-চপলা অনুভূতিবোৰ ক্ৰমাৎ যেন গহীন হৈ পৰিছিল। বিবাহিত জীৱনৰ আটাইতকৈ আচৰিত আৰু ভাললগা অভিজ্ঞতা আছিল প্ৰথম সন্তান চুমিৰ জন্ম। তাইৰ শৰীৰৰ ভিতৰত বাঢ়ি অহা সন্তানৰ অনুভূতিয়ে জোনালীক উপনীত কৰাইছিল জীৱনৰ এক মহত্বম পৰ্যায়ত। লাজ, ভয়ৰ অনুভূতিক চেৰ পেলাই তাইৰ হিয়াত জীপ লৈ উঠিছিল কাহানিও অনুভৱ নকৰা কিছুমান অনুভূতি। খবৰটো পাই মাক অতি আনন্দিত হৈছিল আৰু তাইক সহায় কৰিছিল এই গুৰুত্বপূৰ্ণ সময়খিনিত। লাহে লাহে জোনালী পৰিণত হৈ পৰিব ধৰিছিল এগৰাকী মমতাময়ী মাতৃত— যি সন্তানৰ বাবে সকলো কৰিবলৈ প্ৰস্তুত।

আমাৰে মইনা শুব এ বাৰীতে বগৰী ৰুব এ...

গাবলৈ লৈ চাৰিওফালে চকু ফুৰাইছিল জোনালীয়ে। ননদ, দেৱৰ, শাহু, শহুৰে ভৰা ঘৰখনত, কাৰোবাক শুনাই নিচুকণি গীত গাবলৈ কিয় জানো লাজ লাজ লাগিছিল। জোনালীক আচৰিত কৰি, কোলাত কান্দি থকা কণমানিজনীয়ে মাকৰ খহটা মাতৰ বেসুৰীয়া গীতকে শুনি টোপনি গৈছিল। জোনালীৰ মন ভৰি গৈছিল। তাইৰ হিয়াৰ স্পন্দনেৰে স্পন্দিত, শৰীৰৰ টুকুৰা কনমাণিজনী। মাকক চিনি পালে তাই। মমতাৰে সাৱটি ধৰিছিল তাই। বুকুৰ উমেৰে ডাঙৰ হোৱা ছোৱালীজনী জোনালীৰ মনত ডাঙৰেই নহ'ল। আদৰুৱা, সৰু-বৰ কথাতে ওফান্দপতা চুমিজনীক বিয়া দি উলিয়াই দিয়া দিনাখনো সেই আঁজলী সৰু ছোৱালীজনী যেনেই বোধ হৈছিল। জোনালীক সাৱটি ধৰি যেনেকৈ কান্দিছিল, ভাব হৈছিল মাক অবিহনে তাই যেন আশ্ৰয়হীন লতাডালৰ দৰেই হৈ পৰিব। বিচ্ছিন্ন হৈ পৰিব সকলো নিৰাপত্তাৰ পৰা। বুকুৰ ভিতৰখনত এটা এন্ধাৰ খাৰৈৰ সৃষ্টি হৈছিল জোনালীৰ। সকলো মাতৃৰ বাবে বহু আকাংক্ষিত দিনটোত তাই জৰ্জৰিত হৈছিল ইচ্ছা আৰু কৰ্তব্যৰ সংঘাতত। মাতৃ হৃদয়ে কামনা কৰিছিল চুমি সদায় থাকক কাষতে তাইৰ, কিন্তু তাৰ বিৰুদ্ধে সৰৱ হৈ উঠিছিল দায়িত্বশীলা মাতৃগৰাকী। কেনেকৈ হ'ব তাই ইমান স্বাৰ্থপৰ? বুকুত এটা গধুৰ শিল থৈ হাঁহি-মাতি সকলোকে সোধ-পোচ কৰিছিল। আৰ চকুৰে





জীয়েকক চাই আপ্লুত হৈছিল। ইমান যে মৰম লাগিছিল তাইক। পঁচিশ বছৰ আগৰ ছোৱালীজনী যেন লাগিছিল চুমিক। মাকৰ দৰে চুমিয়েও লাভ কৰিব বিবাহিত জীৱনৰ সুখ, এগৰাকী সম্পূৰ্ণ নাৰীৰ উপলব্ধি।

পুৱাই ফোনটো সৰৱ হৈ উঠোতেই জোনালীয়ে বুজিছিল চুমিয়েই হ'ব। দূৰত থাকিলেও মাকৰ প্ৰতি চুমিৰ মৰম কমা নাই। দিনটোত দুবাৰকৈ খবৰ লয় হেজাৰ ব্যস্ততাৰ মাজতো। চুমিৰ অনুপস্থিতি অনুভৱ কৰিবলৈ নিদিয়ে জোঁৱাই অনুৰাগেও। বিশেষ ভূমিকা নকৰাকৈ চুমিয়ে ক'লে মাকক এটা খবৰ দিবলৈ ফোন কৰিলে ইমান সোনকালে। খবৰ? উত্তেজনাৰে ভৰি গ'ল জোনালীৰ মন। বহু প্ৰত্যাশিত খবৰটোৱেই নহয়তো? কিছু ইতস্ততঃ কৰি চুমিয়ে ক'লে যে তাই মাক হ'বলৈ ওলাইছে। ইমান দিনে বাট চাই থকা খবৰটোৱে সম্ভাব্য আইতাকগৰাকীৰ মনত আনন্দৰ ধল বোৱাই দিলে। বুকুৰ কোণত শুই থকা নিচুকণি গীত এটা যেন সাৰ পাই উঠল—

আমাৰে মইনা শুব এ...

আঃ ইমান ভাল খবৰ এটা দিলে চুমিয়ে। হওক দেৰিকৈ হ'লেও চুমিয়েও উপলব্ধি কৰিব মাতৃত্বৰ গৌৰৱ। কিন্তু নিজৰ ওচৰত বেছি সময় থাকিবলৈ নিদিলে চুমিৰ পিছৰ কথাকেইটাই। এপাত শেলৰ দৰে বিন্ধিলেহি জোনালীৰ কাণত।

'কিন্তু মা, মই যে এতিয়াই ইয়াৰ বাবে প্ৰস্তুত নহয়।'

মাকৰ আদৰত ডাঙৰ হোৱা জীয়েকৰ বাতুলতা এয়া বুলি ভাবিবলৈও সময় নাপালে জোনালীয়ে। চুমিয়ে পৰিষ্কাৰকৈ বুজাই দিলে যে মাকে ভবাৰ দৰে জীয়েক ইমান দুৰ্বল নহয় আৰু বাৰ্দ্ধক্যজনিত ৰোগত আক্ৰান্ত হৈ জোনালীয়ে ভুল শুনাও নাই।

'বুজিবলৈ চেষ্টা কৰা মা। দুবছৰীয়া প্ৰজেক্টৰ বাবে অনুৰাগে বিদেশলৈ যোৱাৰ সুবিধা পাইছে। তেৱোঁ কৈছে এতিয়া আৰু এইবোৰ জঞ্জালত সোমাব নোৱাৰি বাবে...'

জঞ্জাল? খোকোজা লাগিল জোনালীৰ। ইমানদিনে সন্তানৰ অহিত চিন্তাহে কৰি আছিল নেকি? মাক হৈ জীয়েকক জঞ্জালত সোমাবলৈহে উপদেশ দি আছিল নেকি? আজি-কালি উচ্চশিক্ষিত এজাক ল'ৰা-ছোৱালীৰ মনত সন্তান অদৰকাৰী বোজাহে হৈ পৰিল নেকি? যি সন্তানৰ বাবে জীৱনৰ সকলোবোৰ কথাই গৌণ হৈ পৰিছিল জোনালীৰ বাবে, এৰি দিছিল সকলোৱে ঈৰ্ষা হ'বপৰা এটা চৰকাৰী চাকৰি, সেই সন্তানে আজি জোনালীক বুজাই দিছে, ইমানদিনে ভুল কৰি আছিল জোনালীয়ে। ইমানদিনে জোনালীয়েও জানো ভুল বুজিছিল জীয়েকক? সকলো কথাতে মাক নহ'লে নোহোৱা, সাধাৰণ কথাতে মাকৰ বুকুত মুখ গোজা কোমল মনৰ ছোৱালীজনী কেতিয়াৰপৰা এনেকুৱা হ'ল? মাকৰপৰা দূৰলৈ যাবলগা কথাটো ওলালেই চকুৰ পানীয়ে, নাকৰ পানীয়ে একাকাৰ হোৱা চুমিৰ মগজুত কোনে সুমুৱাই দিলে এনে মানসিকতা? কেনেকৈ কঠোৰ হ'ল ইমান তাই? শৰীৰত থিতাপি লোৱা সন্তানক হত্যা? ছিঃ জীৱ হত্যাৰ উদ্ভ্ৰান্ত চিন্তাৰে কলুষিত তাইৰ মন, মগজু। জোনালীৰ কোনো প্ৰশ্নৰ উত্তৰ দিয়াৰ সামৰ্থ্য হয়তো চুমিৰ নহ'ব আৰু তাইৰ উত্তৰবোৰ বোধগম্য নহ'ব জোনালীৰ। বস্তুবাদী পৃথিৱীৰ কলুষিত বতাহে দুৰ্বোধ্য কৰি তুলিছে সিহঁতৰ ভাষা। আৱেগিক, সামাজিক মূল্যৰ ধ্যানধাৰণাও প্ৰয়োজন সাপেক্ষ। পাৰ্থিৱ সুখ-সম্ভোগৰ তাড়নাই আজি এচাম ল'ৰা-ছোৱালীক অনুপযুক্ত কৰি তুলিছে মানৱিক অনুভূতি লাভৰ বাবে। কিন্তু বুকুৰ কাষতে থকা নিজৰ ছোৱালীজনী কেতিয়া এনেদৰে সলনি হ'ল গমকে নাপালে। নিজকে এগৰাকী সফল মাতৃ বুলি আত্মসন্তুষ্টি লাভ কৰা জোনালীৰ অনুভৱ হৈছে ক'ৰবাত ভুল কৰি পেলাইছে তাই।

ফোনটোৱে কৰ্কশ মাতেৰে আকৌ এবাৰ বাজি উঠিল। জিলিকি উঠা নম্বৰটো পৰিচিত আৰু অতি আগ্ৰহৰ। কিন্তু এই মুহূৰ্তত মন যোৱা নাই ফোনটো দাঙি ল'বলৈ। মন যোৱা নাই আত্মপক্ষ সমৰ্থন কৰি আগবঢ়োৱা কিছুমান দুৰ্বোধ্য কথা শুনিবলৈ।

জোনালীৰ মনটোৱে হাহাকাৰ কৰি উঠিছে, এটা ক্ষুদ্ৰ মানৱ আকৃতিৰ বাবে যাৰ ভাগ্যত খোদিত হোৱা নাই পৃথিৱীৰ বিনন্দীয়া পোহৰ দেখাৰ; মাতৃৰ মমতাভৰা বুকুত সোমাই নিচুকণি গীত শুনাৰ। যি নোৱাৰে কাৰো আঙুলিত খামুচি ধৰি চাব সাতোৰঙী ৰামধেনু অথবা জোনালী আকাশ। অতি কম সময়ৰ ভিতৰতে বন্ধ কৰি দিয়া হ'ব তাৰ হৃদস্পন্দন, শুৱাই দিয়া হ'ব মৃত্যুৰ শীতল কোলাত। দুচকুৰে বন্যা নমাই মাতৃহৃদয়ৰ আকুলতাৰে জোনালীয়ে যাচিব খুজিছে তাক সমবেদনা। সেই ক্ষুদ্ৰ আকৃতিটোৰ বাবে জোনালীৰ বুকুত ৰিণ্ ৰিণ্কৈ বাজি উঠিছে এটি নিচুকণি গীত—

আমাৰে মইনা শুব এ... ■



# অন্য পৃথিৱী

বিনীতা ৰাভা

বহাগৰ বতৰত ফাগুনৰ পছোৱাই লঠঙা কৰা গছ-বিৰিখে সেউজীয়া কোমল পাত ধৰি উলাহত হালিছে-জালিছে। ডেকা-গাভৰুৰ উতনুৱা মনবোৰো উথলি উঠিল এক অজান আনন্দৰ উত্তেজনাত। পঞ্চাশৰ ডেওনা পাৰ হোৱা পানীমলৰ মন-প্ৰাণো এক আনন্দৰ অনুভূতিয়ে জোকাৰি গ'ল। বয়সকো নেওচি গ'ল সি কাউৰাৰ ঘৰৰ চোতালত বিহুৱা উৎসৱৰ বগেজাৰী গীতবোৰ গোৱা শুনি। সি এখন হাতেৰে শালপাতৰ খাছেৰেং হুপিছে আৰু আনখন হাতেৰে তাৰ নিতম্বত চাপৰ মাৰি মাৰি বগেজাৰী গীত গোৱা চেঙেৰা-চেঙেৰীবোৰৰ লগত সুৰ মিলাই কাউৰাৰ ঘৰৰ চোতাল পালেগৈ। ঘৈণীয়েক কুঙুৰীয়ে খুকুৰুৰ দোকানৰপৰা আনিব দিয়া মিঠাতেলৰ কথা সি একেবাৰে পাহৰি গ'ল আৰু বগেজাৰী দলটোৰ লগ লাগি ঘৰে ঘৰে মাগি ফুৰিব ধৰিলে।

এইদৰে ঘৰে ঘৰে মাগি ফুৰোঁতে পানীমলৰ মনত পৰিল সেই তাহানিতে সিহঁতমখাই গাই ফুৰা বগেজাৰী গীতৰ কথা। সিহঁতৰো এটা দল আছিল। দহজনীয়া দল। দলত চেঙেৰা-চেঙেৰীৰ সংখ্যা সমান সমান আছিল। সিহঁত বৰ উৎপতীয়া আছিল। ঘৰে ঘৰে সিহঁতে জুগুলি, মদ খুজি খাই অতি উৎসাহেৰে নাচ্-বাগ্ কৰিছিল। দলটোৰ সুকুৰা বোলা ল'ৰাটোৱে বৰ সুন্দৰকৈ খাম্ বজাইছিল। সেই খামৰ মাত-সুৰ এতিয়াও তাৰ কাণত বাজি থাকে। সিহঁতেও এনেদৰে গুৰ্পা-গুৰ্পিকৈ নাচি নাচি বগেজাৰী গীত গাইছিল। ক'ব নোৱাৰাকৈয়ে তাৰ গা-মন ৰিম্‌ঝিম্ কৰিছিল ওচৰতে নাচি নাচি গাই থকা কুঙুৰীক পাই। দেখিবলৈ সুগঢ়ী নহ'লেও সু-স্বাস্থ্যৱতী আৰু নিকা মনৰ ছোৱালী আছিল তাই। সঁচাকৈয়ে এদিন পলুৱাই নিছিল সি আৰু খোক্‌ছি দেওৰ ওচৰত শপত যোৱা মানুহখিনিয়ে ফিচিঙা-ফিচিঙি কৰিলে। তিৰোতামখাই হাঁহিলে। এনেকৈ হাঁহিলে যেন প্ৰকৃতিৰ ৰাজ্যখন ছাৰ্‌খাৰ্ হৈ যাব। এইবাৰ কুঙুৰীয়ে মুকলিভাৱে হাঁহিব নোৱাৰিলে। তাইৰ মনটো গধুৰ।

এইদৰে হাঁহি-তামাচা কৰি কেতিয়ানো গাঁও পালে সিহঁতে ক'বই নোৱাৰিলে। ফেঁচী বুঢ়ীৰ কাজিয়াখন শুনিহে গাঁৱৰ ভিতৰত সোমাল বুলি তত্ আহিল সিহঁতৰ। সকলোৱে ঘৰা-ঘৰি হ'ল। কুঙুৰীৰ ভোকত তিতামুৰীয়া লগাৰ দৰে হ'ল। তাই নঙলামুখৰ হৰকলাডাল খুলি গিৰিয়েকক মাতিব ধৰিলে। গিৰিয়েকচোন ঘৰত নাই। বাঁহৰ দুৱাৰখন মৰাপাটৰ ৰছীৰে বন্ধা আছে। তাইৰ পোহনীয়া ডেকেৰীজনীহে ওচৰলৈ আহি কক্‌ককাবলৈ ধৰিলে। ভিতৰলৈ গৈ তাই ডেকেৰীজনীলৈ চাউল এমুঠি ছটিয়াই দিলে। ডেকেৰীজনীয়ে এবাৰ চাউলত খোট মাৰিছে আৰু এবাৰ কুঙুৰীলৈ চাইছে। হয়তো খাবলৈ পাই গৰাকীলৈ কৃতজ্ঞতা জ্ঞাপন কৰিছে। কুঙুৰীয়ে গিৰিয়েকক নেদেখি খঙত একো নাই হ'ল। ভিতৰলৈ গৈ বিজুলী বাঁহৰ ডাঁৰডালৰপৰা ৰাঙা ফালিখন টান মাৰি আনি গাত গ'লে। তাই এই ৰাঙা ফালিখন বৰ হেঁপাহেৰে বৈছে। সাত বিহুৰ দিনা পাখাৰাপাবাৰ সুঁৱৰি চাবলৈ যাওঁতে ফালিখন ল'ম বুলি সাঁচি ৰাখিছিল। খঙত কুঙুৰীয়ে দুৱাৰখন জোৰেৰে বন্ধ কৰিলে। গিৰিয়েকৰ প্ৰতি খঙটো যেন দুৱাৰখনতে উঠালে। চাউল খুঁটি থকা ডেকেৰীজনী ভয়তে ধপ্‌ধপাই পাখি মেলি দূৰলৈ দৌৰ দিলে আৰু চোতালত পৰি থকা ধূলিখিনি সিঁচৰতি কৰি থৈ গ'ল। কুঙুৰীয়ে সযতনে ৰাঙা ফালিখনেৰে নাকটো ঢাকি ধৰিলে।

গিৰিয়েকক বিচাৰি বিচাৰি তাই গাঁৱৰ মাজ পালেগৈ। পিচে লেকেটাইহে তাইক আচল খবৰটো দিলে যে, সি বগেজাৰী গীত গোৱা পাৰ্টীটোৰ লগত ঘৰে ঘৰে মাগি





খাই তাইৰ শিৰত তেল-সেন্দুৰ পিন্ধাই দিছিল। আজিও যেন এই বগেজাৰী গীতৰ মাজত সি উপলব্ধি কৰিছে সেই অপূৰ্ব মাদকতা।

ৰাতিপুৱাৰ যাৱতীয় বনবোৰ সোনকালে কৰি আজৰি হৈ ডাংঘৰত থকা মাইনং বুঢ়ীৰ টিপত চাকি এগছি জ্বলাই থৈ কুঙুৰীয়ে গাঁৱৰ তিৰোতামখাৰ লগত গাঁৱৰ এমূৰে থকা ফৰেষ্ট ৰিজাৰ্ভত নাঙলভাঙা শাক ছিঙিবলৈ গ'ল। নাঙলভাঙা শাক কণীৰ সৈতে ভাজি খাবলৈ বৰ সোৱাদ হয়। এই শাক বহাগ মাহত খাব লাগে বুলি তাইৰ শাহুৱেকে শিকাই থৈ গৈছে। তাইৰ শাহুৱেক থাকোঁতে নাঙলভাঙা শাক ৰান্ধি খুৱাইছিল খুব জুতি লগাকৈ। মনত পৰিলে তাইৰ এতিয়াও জিভাৰ পানী পৰে। যোৱাবাৰ ন-ভাত খাবলৈ মাকৰ ঘৰলৈ যাওঁতে মাকে তাইক এজনী ডেকেৰী মুৰ্গী দিছিল। তাই এতিয়া কণী দি আছে। সেই কণীৰে কুঙুৰীয়ে শাক ভাজিব। ডেকেৰীজনী কুঙুৰীৰ বৰ মৰমৰ। গিৰিয়েকে কেইবাবাৰো ডেকেৰীজনীক খাবলৈ পাং পাতিছিল; কিন্তু কুঙুৰী কোনোপধ্যেই মান্তি নহ'ল। তাইৰ কাঢ়া তদাৰকত গিৰিয়েকে খাব নোৱাৰিলে।

নাঙলভাঙা শাক ছিঙা হ'লত সকলো ঘৰলৈ বুলি ৰাওনা হ'ল। এইদৰে হাবিতলীয়া বাটেদি ঘৰমুৱা হৈ আহি থাকোঁতে কুঙুৰীৰ বাৰে বাৰে তাহাঁতৰ উৰুখা ঘৰটিৰ কথা মনত পৰিল। যোৱাবাৰ বহাগৰ বৰদৈচিলাটো বলিয়া গজৰাজৰ দৰে আহি ঘৰটোৰ ধানখেৰৰ নৰাবে ছোৱা চালিখন মহতিয়াই নিলে। পানীমলে বাৰীত থকা উলুখেৰেৰে চালিখন যেনে-তেনে ঠিক্-ঠাক্ কৰিলে। তাইৰ ভয়, এইবাৰো যদি বৰদৈচিলাটো আহি তাণ্ডৱলীলা চলায়। সিহঁতে নিগমে মৰিব। এনেয়ে পাতলকৈ দিয়া উলুখেৰৰ চালিখনৰ মূধচেৰে আকাশমাৰ্গ দেখিবলৈ পোৱা যায়। মূধচেৰে সৰকি অহা পানীখিনি ভঙা চিলভাৰৰ চৰিয়াটোৰে ধৰি ধৰি তাই ভাগৰি পৰে। সেইবোৰলৈ গিৰিয়েকৰ কোনো ভ্ৰূক্ষেপ নাই। এইদৰে ভাবি ভাবি আহি থাকোঁতে তাই লগৰ তিৰোতাবোৰৰ অস্তিত্ব একেবাৰে পাহৰি গৈছিল। হঠাৎ তাই নিদ্ৰাৰপৰা সাৰ পোৱাৰ দৰে উচপ্ খাই উঠিল সিহঁতৰ মাজৰে দুজং নামৰ তিৰোতাজনীয়ে গীত জুৰা শুনি। দুজুঙে বগেজাৰী গীত জুৰিলে জোনজালি নামৰ ধুনীয়া তিৰোতাজনীৰ ফালে চাই নাচোনৰ ভংগীত—

বেং কান্দে তৰৰত্
চাপ্‌ৰা মাটিৰ তলত,
চিকণ ঝোৰাৰ চাৰা কান্দে
ছিৰা কেথাৰ তলত;
অ' ছিৰা কেথাৰ তলত।

গোটেইমখা তিৰোতাৰ মাজত হাঁহিৰ খলকনি উঠিল। কুঙুৰীয়েও নাহাঁহি থাকিব নোৱাৰিলে। ধুমুহাত গছ এডাল যেনেকৈ হালি-জালি পৰে, ঠিক তেনেকৈ কুঙুৰীয়ে হালি-জালি পৰিল হাঁহিৰ কোবত। তাইৰ মনটো ফৰকাল হ'ল এতিয়া।

জোনজালিৰ এবছৰ হ'ল বিয়া হোৱা মমৰেঙৰ সৈতে। তাইৰ গাত এতিয়া ছমহীয়া লেঠা। লাজকুৰীয়া স্বভাৱৰ জোনজালিয়ে লাজত কুঁচি-মুচি খাই পৰিল দুজুঙে গোৱা গীতৰ অৰ্থ বুজি।

জোনজালিক দেখি কুঙুৰীৰ মনটোও ক'ৰবালৈ উৰা মাৰিলে। তাই যেতিয়া পানীমলৰ লগত যুগ্ম জীৱনৰ মালা গাঁথিছিল সেই দিনটোলৈ। আজি দহ বছৰ হ'ল সিহঁতৰ বিয়া হোৱা; কিন্তু এতিয়ালৈ কোনো ল'ৰা-ছোৱালী নহ'ল। সিহঁতহালেও এদিন সপোন ৰচিছিল। এটি বাস্তৱ জীৱনৰ জীয়া সপোন। সযতনে সাঁচি ৰাখিছিল সপোনবোৰ সিহঁতৰ মনৰ কোঠাত; কিন্তু খোক্‌ছি দেৰে সিহঁতলৈ চকু মেলি নাচালে। ডাক্তৰৰ ওচৰলৈ গৈ নিজকে পৰীক্ষা কৰিবৰ বাবেও নাই টকা-পইচা। সকলো সিহঁতে নীৰৱে সহি গৈছিল। ভাবিছিল এয়া সিহঁতৰ কপালৰে লিখন।

দুজুং বৰ ৰাংঢালী তিৰোতা। তাইক কুঙুৰীয়ে বৰ ভাল পায়। সিহঁতমখাই গৈ থকা লুংলুঙীয়া ৰাস্তাৰ বিপৰীত ফালৰপৰা দুজুঙৰ দেওৰেক কান্দুৰা আহি আছে। আটায়ে কান্দুৰাক দেখি হাঁহিবলৈ ধৰিলে। কান্দুৰা ৰাইজৰ লগত বনৰীয়া গাহৰি আৰু পহু চিকাৰৰ বাবে দূৰৰ পাহাৰখনলৈ যাব। দুজুংজনীয়ে নিজৰ দেওৰেকক জোকালে পাং পাতিলে। কান্দুৰালৈ চাই আকৌ এফাকি বগেজাৰী গীত জুৰিলে—

দূৰৰপৰা দেখা পালং
একবাৰী এৰা,
সিগো আপা মন নাখাং
এটা চকু কেঁৰা;
অ' এটা চকু কেঁৰা।

কান্দুৰাই চকু ঘোপা কৰি চালে নবৌৱেকলৈ। লগত



ফুৰিছে। লেকেটাৰপৰা কথাটো গম পাই তাই গাঁৱৰ ভিতৰলৈ গৈ গিৰিয়েকক বিচাৰিব ধৰিলে। গাঁৱৰ মাজ পাই তাই দেখিলে মানুহৰ চোতালে চোতালে খাম্, মাদল, বাঁহী বজাই বজাই বগেজাৰী গীত, বাগৰুম্বা, ছাথাৰ গীত, বিহুগীত ভিন্ ভিন্ দল হৈ গাইছে, নাচিছে; কিন্তু তাইৰ গিৰিয়েকক হ'লে ক'তোৱেই দেখা নাপালে। ভোক আৰু ভাগৰে তাইক লেবেজান কৰিলে। লিষ্টু ৰাভাৰ ঘৰত গৈ তাই জকৰা ভাত এমুঠি খুজি খালে। জকৰা ভাতখিনি খাইহে তাইৰ গাত শকতি অকণমান আহিল। আহিবৰ সময়ত লিষ্টুৰ ঘৈণীয়েকে কুঞ্জুৰীক এবাতি ৰহি মদো বাকি দিলে। বাতিৰ ৰহিখিনি তাই একেবাৰতে পি দিলে আৰু দুখে-বেজাৰে লিষ্টুৰ ঘৰৰপৰা বিদায় ল'লে। সন্ধিয়া গুচি আন্ধাৰ নামিবহি এতিয়া। ঘৰলৈ ঘূৰি আহি ক্লান্তি আৰু অৱশ কুঞ্জুৰী বাঁহৰ চাংখনত ঢলি পৰিল। গভীৰ টোপনিয়ে তাইক হেঁচি ধৰিলে। নিজম পৃথিৱীখনৰ মানুহখিনিৰ লগতে নিশ্চুপ হৈ শুই পৰিল তায়ো।

হঠাৎ মাজৰাতি তাই সাৰ পাই উঠিল। বাহিৰত কাৰোবাৰ ভৰিৰ খোজৰ শব্দই ৰাতিৰ নীৰৱতাখিনিক ভংগ কৰিব ধৰিছে। কুঞ্জুৰীয়ে কাণদুখন সজাগ কৰি তুলিলে। ভৰিৰ খোজৰ শব্দ ক্ৰমান্বয়ে ওচৰ চাপি আহিল। তাই মনত সাহস গোটাই মাটিৰ বেৰখনত কাণ থৈ বাহিৰৰ শব্দবোৰ অনাব ধৰিলে। সেয়া বাহিৰতচোন গিৰিয়েক পানীমলৰ মাত। চাংখনৰপৰা একেকোবেই তাই জাঁপ মাৰি নামি বাহিৰলৈ ওলাই আহিল। এৰা হয়, তাইৰে গিৰিয়েক আহিছে; কিন্তু গিৰিয়েক অকলে অহা নাই। লগত পাঁচজনমান মানুহো আহিছে। তাই ভেবা লাগি চাই থাকিল তালৈ। সিচোন নিমাত। মানুহকেইজনৰ মাজৰপৰা এজনে মাত লগালে— "আমাক বহিবলৈ দে আৰু খাবলৈ ঠাণ্ডা পানী দে।" পানী আনিবলৈ গৈ কুঞ্জুৰীয়ে ভিতৰৰপৰাই শুনিবলৈ পালে মানুহকেইজনে ফুচ্‌ফুচাই কথা পাতি থকা। কি কথা পাতিছে কুঞ্জুৰীয়ে ঠিক ধৰিব নোৱাৰিলে। অৱশেষত এজনে সিহঁতৰ ঘৰৰ ভিতৰলৈ গৈ এটা ডাঙৰ টোপোলা ঘৰটোৰ চুকত ৰাখিলে আৰু আন এজনে আগবাঢ়ি আহি হাতত থকা মাৰণাস্ত্ৰ দেখুৱাই কুঞ্জুৰী আৰু পানীমলক ক'লে— "আমি অহা সপ্তাহত আহি আছোঁ। এই টোপোলাটোৰ বিষয়ে যদি কাৰোবাক কৈ দিয়, তেনেহ'লে দেখিছই নহয়, এই বন্দুকেৰে তহঁতৰ মাথা উৰুৱাই দিম। ভুলতে হাতেৰেও চুবলৈ চেষ্টা নকৰিবি।" ভয়ত কুঞ্জুৰীয়ে থৰ্‌থৰ্‌কৈ কঁপিবলৈ ধৰিলে বৰ ভূঁইকঁপে পৃথিৱীখন জোকাৰা দি। কাহানিও বন্দুক-বাৰুদৰ কথা দেখি-শুনি নোপোৱা কুঞ্জুৰী বিমৰ্ষ হৈ পৰিল। তাই চকুদুটা মুদি খোকুছি দেউলৈ আৰাধনা কৰিব ধৰিলে। খন্তেক পিচতে চকুদুটা মেলি মানুহকেইটালৈ চালে। আটাইকে টাই দেখোন উধাও। মাথোঁ গিৰিয়েকে চকু মুদি মূৰে-কপালে হাত দি লেপেটা কাঢ়ি মাটিত বহি আছে। তায়ো গিৰিয়েকৰ ওচৰতে লেপেটা কাঢ়ি বহি পৰিল। গিৰিয়েকক কিবা সুধিব খুজিও তাই সুধিব নোৱাৰিলে। দুয়োজনেই জড় পদাৰ্থৰ দৰে নিৰ্বাক আৰু নিশ্চুপ হৈ বহি থাকিল কাঁথিখনতে। যেন পুৰাতত্ত্ব বিভাগে আৱিষ্কাৰ কৰা দুটা শিলৰ মূৰ্তি। এইদৰে বহি থাকোঁতে কেতিয়া যে ৰাতি পুৱাল সিহঁতে ক'বকে নোৱাৰিলে।

দিনবোৰ বাগৰি থাকিল আৰু লগে লগে সিহঁতৰ মনৰ দুঃচিন্তাবোৰো বাঢ়িব ধৰিলে। খাবলৈ, কথা ক'বলৈ যেন সিহঁত পাহৰি গ'ল। সেই নিশাটোৰ কথাই যেন সিহঁতক খুলি খুলি খাব ধৰিলে। মাথোঁ কথাবোৰ চিগাৰেটৰ ধোঁৱাৰ দৰে পাক্‌ঘূৰণি খাই থাকিল সিহঁতৰ মগজুত। কোন বাৰু সিহঁত? কি উদ্দেশ্য বাৰু সিহঁতৰ? টোপোলাটোত আছে বাৰু কি? একো নজনা-নুশুনা গিৰিয়েকক সিহঁতে লক্ষিলে কিয়? অশিক্ষিতা কুঞ্জুৰীজনীয়ে একোকে ভাবিব নোৱাৰিলে। হয়তো এতিয়া সিহঁতৰ সপোনৰ সুখৰ সংসাৰখন দুঃস্বপ্নৰ পৃথিৱীত ছাৰ্‌খাৰ্ হৈ যাব। তাই এইদৰে ভাবিবলৈ ধৰিলে।

এদিন-দুদিনকৈ এটা সপ্তাহ পাৰ হৈ গ'ল; কিন্তু মানুহকেইটাচোন নাহিল। কুঞ্জুৰীয়ে শতবাৰ খোকুছি দেউলৈ প্ৰাৰ্থনা জনালে। সেই ভয়লগা মানুহকেইটা যাতে সিহঁতৰ ঘৰত দুনাই নাহে। সঁচাই মানুহকেইটা নাহিল। তাই স্বস্তিৰ নিশ্বাস এৰিলে।

এসপ্তাহ পাৰ হোৱাৰ দুদিনৰ পাচত সেইদিনা ৰাতিপুৱা পানীমলে কাঁথিখনত বহি গুণা-গঁথা কৰি আছিল। একো যেন উৱাদিহ পোৱা নাই। হঠাৎ পানীমলৰ নঙলামুখত চকু গ'ল। কেইজনমান ডেকা ল'ৰাই ইফালে-সিফালে দৌৰা-দৌৰি কৰি থকা দেখা পালে। কথাটো কিনো সুধিবলৈও ল'ৰামখাৰ কাকো





চিনি নাপায় সি। হঠাৎ পানীমলে দেখিলে ঘেনো ভাগিনো দৌৰা-দৌৰি কৰিছে। লগে লগে সি নঙলামুখলৈ দৌৰি গৈ 'ঘেনো ভাগিন, ঘেনো ভাগিন' বুলি মাতিব ধৰিলে। ঘেনোই দৌৰি আহি কোনোমতে দম ল'লে পানীমলৰ ওচৰত। পানীমলে সুধিলে— 'কি হ'ল ঘেনো ভাগিন?' জিভা চুটি ঘেনোই উত্তৰ খৰখেদাকৈ দিব নোৱাৰিলে। ইফালে পানীমলে ধৈৰ্য ধৰিব নোৱাৰা হৈছে। বহু চেষ্টাৰ ফলত তাৰ মুখৰপৰা উত্তৰটো ওলাল।

'পু... পু... পুলিচ মামা। পুলিচ আহিছে, পুলিচ।' ঘেনেই খোনাই খোনাই পানীমলক ক'লে— 'কাৰোবাৰ ঘৰত হেনো উগ্ৰপন্থীয়ে বোম ৰাখিছে। পুলিচে গম পাই গোটেই গাঁৱত মানুহৰ ঘৰে ঘৰে তালাচী চলাইছে আৰু যাকে পায় তাকে ধৰিছে উগ্ৰপন্থী বুলি।'

পানীমলৰ আৰু ধৈৰ্য নহ'ল ঘেনোৰ কথাখিনি শুনি। সি পোনেই দৌৰ দিলে ঘৰলৈ। কুঞ্জুৰীক টান মাৰি ঘৰৰ ভিতৰলৈ লৈ গৈ চকুৰে ইংগিত দিলে সিহঁতৰ ঘৰৰ চুকত থকা টোপোলাটো দাঙিবলৈ। কাৰণ পানীমলে ইতিমধ্যে বুজি উঠিছিল যে, পুলিচে বিচৰা বোমটো সিহঁতৰ ঘৰত ৰখা টোপোলাটোৱেই হয়। টোপোলাটো দাঙি নি দুয়োজনে ঘৰৰ পিচফালে থকা নৈখনত পেলাই দিব। দাঙিব খোজোঁতেই ঘটনাটো ঘটিল।

বৃহৎ এটা শব্দ। কাণ তালমৰা বিকট শব্দ। গোটেই ঠাই ধোঁৱা আৰু জুয়ে আৱৰি ধৰিলে। পানীমলৰ কোনো চিন্-চাব্ পোৱা নগ'ল; কিন্তু বেচেৰী কুঞ্জুৰীৰ দেহৰ প্ৰত্যেকটো অংগ-প্ৰত্যংগ খুতুৰা-খুতুৰি হৈ চোতালত সিঁচৰতি হৈ পৰিল। ঠাইখিনি তেজেৰে ৰাঙলী হ'ল। হাহাকাৰ লাগিল ৰাইজৰ মাজত। মানুহবোৰে পুলিচৰ ভয়কো বাদ দি 'বোম ফুটিল', 'বোম ফুটিল' বুলি পানীমলৰ ঘৰৰ ফালে ঢাপলি মেলিলে। পুলিচবোৰ সষ্টম হৈ উঠিল।

চোতালত পৰি থকা চুলি, বুকুত পিন্ধা মেঠনিখন দেখি কুঞ্জুৰী বুলি ধৰিব পাৰিলে; কিন্তু পানীমল! পানীমল ক'ত? সকলোৱে তাক বিচাৰি ব্যস্ত হৈ পৰিল। পানীমলৰ অংগ-প্ৰত্যংগ কোনেও প্ৰত্যক্ষ নকৰিলে। কুঞ্জুৰীৰ খুতুৰা-খুতুৰি হোৱা মাংসপিণ্ডবোৰ পুলিচে লৈ গ'ল পৰীক্ষা কৰিবলৈ ফৰেণচিক্ লেব'ৰেটৰীলৈ।

গোটেই গাঁও নিজম পৰিল। পুনৰায় ৰাতিৰ আন্ধাৰবোৰ নামি আহিল পৃথিৱীলৈ। হঠাৎ পানীমলৰ সম্বিৎ ঘূৰি আহিল। সি চাৰিওফালে কেৱল আন্ধাৰ দেখিলে। কুমজেলুকাৰ গতিত চুঁচৰি চুঁচৰি সি কলগছ চুপাৰপৰা ওলাই আহিল। গোটেই দেহটো তাৰ তেজেৰে লুতুৰি-পুতুৰি। দেহটোৰ কোনোবা অংশত গভীৰকৈ বিষাইছে। ক'ত বিষাইছে সি একো ধৰিব পৰা নাই। সি কেৱল কুঞ্জুৰীক বিচাৰিব ধৰিলে। কুঞ্জুৰীক সি ক'তো নেদেখিলে। মাথোঁ তাৰ ঘ্ৰাণেন্দ্ৰিয়ত পোৰা মাংসৰ গোন্ধ আৰু তেজৰ গোন্ধ লাগিব ধৰিলে।

তাৰ আৰু বুজিবলৈ বাকী নাথাকিল। অন্তৰে তাৰ হাহাকাৰ কৰি উঠিল। চিঞৰি চিঞৰি কান্দিব খুজিও যেন সি কান্দিব পৰা নাই। মাথোঁ তাহাঁতৰ পুৰি ছাই হোৱা ঘৰটোলৈ থৰ লাগি চাই থাকিল। তাৰ অনুসন্ধিৎসু, অশ্ৰুসিক্ত চকু দুটাই অতি সতৰ্কতাৰে বিচৰণ কৰিব ধৰিলে ছাইখিনিৰ ওপৰত, কিজানি কিবা বিচাৰি পায়েই। নাই, সি একো দেখা পোৱা নাই। সকলো হেৰাই গ'ল। তাৰ সাঁচতীয়া সপোনবোৰ নিমিষতে থান্‌বান্ হ'ল মৃণ্ময় পৃথিৱীৰ নিষ্ঠুৰ বাস্তৱৰ বুকুত। এনেতে তাত ৰৈ থকা মানুহখিনিৰ মাজৰপৰা দুজনে আহি তাক দাঙি ধৰিলেহি আৰু সি একো ভাবিব নোৱাৰা হ'ল। ■

বিঃ দ্ৰঃ- দক্ষিণ কামৰূপ, গোৱালপাৰা অঞ্চলত প্ৰচলিত কথিত ভাষা।

| | |
|---|---|
| বগেজাৰী | বিহুগীত, বনঘোষা সদৃশ ৰাভাসকলে গোৱা গীত। |
| জুগলি | ৰঙা চাউলৰ মদৰ ভাত। |
| খাম্ | ৰাভা লোক-বাদ্য। |
| ছাথাৰ গীত | বিহু উৎসৱত ৰাভাসকলৰ ডেকা-গাভৰুৱে গোৱা যৌৱনসুৰীয়া গীত-নৃত্য। |
| ৰহি মদ | মদৰ ভাতৰ প্ৰথম ৰস। |
| অনাব | শুনিব। |

# আত্মাৱলোকন

অলকা দাস (ঠাকুৰীয়া)

পিন্ধনত এখন শুধ বগা শাৰী। অনালংকৃতা মুখাবয়বত নম্ৰতাৰ ভূষণ। ব্যক্তিত্বত উজলি উঠিছে হৃদয়ৰ স্বচ্ছতা। প্ৰশান্ত দৃষ্টিৰে তেওঁৰ ফালে চকু ফুৰালোঁ। মাইকৰ সন্মুখত থিয় হৈ এক শান্ত, ধীৰ, স্পষ্ট কণ্ঠেৰে উচ্চাৰি গ'ল তেওঁ হৃদয়ৰ উপলব্ধিত বিশুদ্ধ হৈ উঠা ভাবনাৰ অন্তৰ্স্পৰ্শী কথা। এক আদৰ্শগত শূন্যতাত উপৱিষ্ট হোৱা মানৱ সমাজক আধ্যাত্মিক মূল্যবোধৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰিবলৈ স্থানীয় অনুষ্ঠান এটাই নিমন্ত্ৰণ কৰি আনিছে এই আধ্যাত্মিক জ্ঞান সাধিকাগৰাকীক বক্তৃতা প্ৰদান কৰিবলৈ। সোণালী জয়ন্তী উদ্‌যাপন কৰিবলৈ লোৱা অনুষ্ঠানটোলৈ ময়ো নিমন্ত্ৰিত হৈছোঁ নিৰ্দিষ্ট বক্তা হিচাপে। 'মনস্তাত্বিক পৰামৰ্শ কেন্দ্ৰ' এটাৰ সদস্য হিচাপে তেওঁলোকে মোক মানুহৰ মনৰ ওপৰত ব্যাহ্যিক কাৰকসমূহৰ প্ৰভাৱৰ ওপৰত আলোকপাত কৰি দুষাৰ ক'বলৈ দিছে। সুসজ্জিত সভাঘৰটোত দৰ্শক-শ্ৰোতাৰ উপস্থিতি ঠাহ খাই পৰা। বিভিন্ন বয়সৰ শ্ৰোতাই সভাত আসন পূৰণ কৰি বহি আছে। সাংসাৰিক বৈৰাগ্য গ্ৰহণ কৰি আজীৱন ব্ৰহ্ম সাধনাত নিজক সমৰ্পিত কৰা ৰাজযোগিনীগৰাকীয়ে মানুহক কৈ গ'ল আধ্যাত্মিক জ্ঞান সাধনাৰ সেই ধ্ৰুপদী চিন্তা-চেতনাক। জীৱন আৰু জগতৰ প্ৰকৃত সত্যৰ অনুসন্ধানত, সংসাৰত মানুহে ভোগ কৰা সীমাহীন দুখ-কষ্টৰ কাৰণ আৰু তাৰ নিৰাময়ৰ বাবে তেওঁলোকে বাছি লোৱা মোক্ষলাভৰ কঠোৰ সাধনাৰ পথৰ মূল্য একেবাৰে শূন্য হৈ যাব নেকি? এই জ্ঞানৰ গুৰুত্ব বুজাবলৈ তেওঁ আজিৰ মানুহৰ মানসিক সংকট, জীৱনত বাঢ়ি অহা উদ্বেগ, অশান্তিৰ প্ৰসংগ আনিছে। মানুহৰ মনোজগত দ্বিধাগ্ৰস্ত হৈছে। সঁচা-মিছা, শুদ্ধ-অশুদ্ধ নিৰ্ণয় কৰা কঠিন হৈ পৰিছে। জীৱনৰ-লক্ষ্য বিঘ্নিত হৈছে। একোৱেই যেন সঠিক, সুস্থিৰ হৈ থকা নাই। নেতিবাচক ভাব-চিন্তাৰ পয়োভৰে মনক জটিল কৰি তুলিছে। সকলো যেন দিশহাৰা হৈছে। কোনোবা যদি দিশহাৰা হৈছে অপৰ্যাপ্ত ধন, সম্পদ, ক্ষমতাই আনি দিয়া অবাধ স্বাধীনতা উপভোগৰ ৰাগিত, ভোগ বিলাসত সাঁতুৰি-নাদুৰি; আন কোনোবা দিশহাৰা হৈছে মানুহে তৈয়াৰ কৰা জীৱনধাৰণৰ বিভিন্ন অৱস্থাৰ বিপৰ্যয়ৰ মাজত। অভাৱ-অনাটনে কঠিনৰপৰা কঠিনতৰ কৰিছে তেওঁলোকৰ জীৱনযাত্ৰা। ইয়াৰপৰা পৰিত্ৰাণ পোৱাৰ উপায় কি? দৰ্শকসকলে গভীৰ আশাৰে তেওঁৰ উত্তৰলৈ বাট চাইছে। কি সমিধান দিব তেওঁ সন্ত্ৰাস, উদ্বেগ-আশংকাৰ মাজত পৰিশ্ৰান্ত হোৱা এই জনগণক!

সন্মুখত আসন কৰি থকা বিভিন্ন বয়সৰ শ্ৰোতাক আধ্যাত্মিক ভাব-চিন্তাত উদ্দীপ্ত কৰিবলৈ তেওঁ কৈ গ'ল— আমি যদি জীৱনত লাভ কৰা দুখ-কষ্টৰপৰা মুক্তি পাব বিচাৰিছোঁ, তেনেহ'লে আমি প্ৰথমে নিজৰ প্ৰকৃত স্বৰূপ সম্পৰ্কে জ্ঞান আহৰণ কৰিব লাগিব। আমাৰ প্ৰকৃত স্বৰূপ হৈছে আত্মা। আত্মা শুদ্ধ, মুক্ত, শাশ্বত, চৈতন্যস্বৰূপ; কিন্তু এই মুক্ত আত্মাই অনিত্য জগতত দেহৰ বন্ধনত আবদ্ধ হৈ জন্মলাভ কৰি সংসাৰত দুখ-কষ্ট, জৰা-ব্যাধি আৰু মৃত্যুৰ অধীন। অনিত্য জীৱন আৰু জগতৰ প্ৰতি অনাসক্ত হৈ আত্মাৰ প্ৰকৃত স্বৰূপ উপলব্ধি হ'লেই জীৱই মুক্তিলাভ কৰিব পাৰে।

কিন্তু জীৱনত শান্তি বিচাৰি অহা দুখ-কষ্টৰপৰা মুক্তি বিচাৰি ইয়াত আহি সমৱেত হোৱা জনতাক এই মুক্তিৰ ধাৰণাই সন্তুষ্ট কৰিব পাৰিবনে? আধ্যাত্মিকতাই নিৰ্ধাৰণ কৰা জীৱনৰ সেই পৰম লক্ষ্যই পাৰিবনে তেওঁলোকক আশ্বস্ত কৰিব? বস্তু আৰু শৰীৰক উপেক্ষা কৰি জীৱনধাৰণ কৰা সম্ভৱ হ'বনে? বস্তুৰ সৈতে গঢ়ি উঠা অপৰিসীম আকুলতা, বস্তুক উপভোগ কৰাৰ বাসনা, শৰীৰৰ প্ৰতি গঢ়ি উঠা প্ৰেম, আকৰ্ষণ, গভীৰ আসক্তি সম্ভৱ জানো ইমান সহজে ছিন্ন কৰাৰ?

সন্মুখত বহি থকা ডেকা-গাভৰুবোৰে উচপিচাই উঠিল— এয়া সম্ভৱ নহয়, সত্য হ'ব নোৱাৰে জীৱন বৈৰাগ্য। জীৱনৰ প্ৰতি, জগতৰ প্ৰতি অনাসক্ত হৈ পৃথিৱীত মানুহে কৰিব কি? আমি জীৱনক ভালপাওঁ। ভালপাওঁ এই সুন্দৰ পৃথিৱীখনক, বিভিন্ন বস্তুই দিয়া আনন্দক। বৰ কঠিন এই



পথ অনুসৰণ কৰা।

কিন্তু সিহঁতে জীৱনক যি ৰূপত চাব বিচাৰিছে, সেই ৰূপ কিমান শুদ্ধ তাক জানো বিচাৰ কৰি চোৱাৰ হেঁপাহ অনুভৱ কৰিছে?

ক'লৈ গ'ল সেই আত্মজিজ্ঞাসা? অন্তৰাত্মাক বুজাৰ বাসনা? কেৱল বৈষয়িক চেতনাত সীমিত হৈ সিহঁতে পাহৰি যাব নেকি হৃদয়ৰ অনন্য ভাব-অনুভূতিক? অন্তৰ্দৃষ্টিৰে নপঢ়িবনে জীৱন আৰু জগত প্ৰপঞ্চক?

ৰাজযোগিনীজনীৰ বক্তব্যৰ সমান্তৰালকৈ মই তৈয়াৰ কৰিব ধৰিলোঁ মোৰ বক্তৃতাৰ জুমুধিটো।

শুনা তোমালোকে— দৃষ্টি সলাবৰ সময় হৈছে। মুক্ত হোৱাৰ বাসনাত তোমালোকে জানো উঘালি পেলাবা যুগ যুগ অভিজ্ঞতাৰে গঢ়া চিন্তা-চেতনাক? গভীৰ সাধনাৰে উপলব্ধ সত্যক উপেক্ষা কৰিবা? আমাৰ চৌকাষে অনুভূত হৈ থকা শূন্যতাক জয় কৰি মানুহে জীয়াই থাকিবৰ বাবে কৰা সকলো সৃষ্টিশীল কৰ্ম, ভাবনা, মূল্যবোধে নিদিবনে তোমালোকক সম্পৰ্কিত জীয়াই থকাৰ প্ৰেৰণা?

বস্তুৰ সৈতে সম্পৰ্কিত নোহোৱাকৈ কেৱল ভাবনাৰে জীয়াই থকাটো সম্ভৱ নহয় সঁচা, কিন্তু বস্তুৰ দাসত্বই জানো দিব পাৰে পূৰ্ণ আনন্দ?

সন্মুখৰ দৰ্শকসকলৰ চকুত যেন ভাহি উঠিল সেই দুৰ্বোধ্য প্ৰশ্ন— সীমাহীন আশা-আকাংক্ষা, কামনা-বাসনা, আৱেগ-অনুভূতিৰে পূৰ্ণ, ইন্দ্ৰিয় সহিত, শৰীৰ ধাৰণকাৰী মানুহ নামৰ এই প্ৰপঞ্চটোৰ প্ৰকৃত পৰিচয় কি? লক্ষ্য কি? অনিৰ্ণেয় সেই উত্তৰ; কিন্তু অনিৰ্ণেয় নহয় মানুহৰ কৰ্ম, নিজৰ অন্তৰ্নিহিত জ্ঞান শক্তিৰ ওপৰত থকা বিশ্বাস। কিয় তেনেহ'লে আমি কিছুমান স্বাৰ্থপৰ, অবিবেচক, মানৱ বিদ্বেষী লোকৰ হাতত তুলি দিওঁ আমাৰ ভৱিষ্যৎ, আমাৰ জীৱনৰ মূল্য? মানুহে সংসাৰত থাকি কি কৰিব, কি নকৰিব, তাৰ নিৰ্দিষ্ট উত্তৰ ঈশ্বৰৰপৰা নাপালেও মানুহে মানুহৰ কি অন্যায় কৰিছে, অমংগল সাধন কৰিছে, তাৰ বিচাৰৰ কাৰণে জানো ঈশ্বৰৰ দ্বাৰস্থ হ'ব লাগিব? মানুহক জানো দিয়া নাই ঈশ্বৰে সেই বিচাৰৰ ভাৰ। কাৰণ ঈশ্বৰে যদি তেওঁৰ প্ৰতিৰূপত মানুহ সৃষ্টি কৰিছিল, তেওঁ নিশ্চয় মানৱ সত্তাত অন্তৰ্নিহিত কৰিছিল শুভবোধ, শুভদৃষ্টি, মংগলময় কৰ্ম, সৎ ভাবনা।

দৰ্শকসকল যেন ঔৎসুক্য হৈ উঠিল। সংশোধন হ'বনে সেই সকলো? চাবনে সদিচ্ছাৰে পৃথিৱীখনক? কৰিবনে সমাজক পুনৰ নিৰ্মাণ। আমাৰ কৰণীয় কি?

নিজক সোধা সেই উত্তৰ। আমাৰ আৱেগ-অনুভূতি, ইচ্ছাক লৈ বৰ্তমান বাহ্যিক কাৰকবোৰে যি ব্যাপাৰ আৰম্ভ কৰিছে, মানুহক প্ৰলোভিত কৰিবলৈ, আসক্তিৰে ডুবাই ৰাখিবলৈ, সেই বাহ্যিক কাৰকবোৰক নিয়ন্ত্ৰণ কৰাৰ শকতি আমাৰ জানো কেতিয়াও নহ'ব? এনেদৰেই আমি আমাৰ জীৱনবোৰ আনৰদ্বাৰা নিয়ন্ত্ৰিত, পৰিচালিত হ'বলৈ এৰি দি আপোন দায়বদ্ধতাৰপৰা মুক্ত হ'ব পাৰিম। মানৱ সত্তাৰ অন্ধকাৰময় চেতনাক পুনৰ উজ্জীৱিত কৰিবলৈ ৰচনা কৰা সকলো অনুকূল পথ অৱসান ঘটোৱাৰ সময় জানো হোৱা নাই? নহ'লে জগতত মানুহৰ এক সুকীয়া স্থান আৰু মূল্য সংৰক্ষিত কৰিবলৈ কৰা যুগ যুগৰ সকলো সাধনা, শ্ৰম, জ্ঞান, অপ্ৰাসংগিক হৈ পৰিব। অপ্ৰাসংগিক হৈ ৰ'ব মানুহৰ মুক্তিৰ সপোন। পূৰ্ণ হোৱাৰ বাসনা। পৰম্পৰা, নৈতিক, ধৰ্মীয় শৃংখলাৰপৰা মুক্ত হ'ব বিচাৰি মানুহ যদি বন্দী হয় লোভ, লালসা, বাসনা, সংস্কাৰৰ হাতত, তেনেহ'লে মানুহে জানো মুক্ত জীৱনৰ প্ৰকৃত সুখ-আনন্দ আহৰণ কৰিব?

আমাৰ ভাবনাত যতি পেলালে সভাঘৰটোত সৃষ্টি হোৱা এক মৃদু উত্তেজনাই। বক্তৃতা শুনি ক্লান্তিবোধ কৰা শ্ৰোতাসকলে যেন স্বস্তিৰে উশাহ সলালে। তেওঁলোকৰ মনোযোগ আকৰ্ষিত হ'ল বাহিৰত সংগঠিত হোৱা এক উথপ্‌থপ্ পৰিৱেশলৈ। অনুষ্ঠানটোৱে নিমন্ত্ৰণ কৰি অনা বিশিষ্ট মন্ত্ৰী মহোদয় উপস্থিত হৈছে সভাঘৰটোত। উদ্যোক্তাসকলৰ মাজত ব্যস্ততা আৰম্ভ হৈছে তেওঁক আদৰিবলৈ। ফুলাম গামোচা আৰু ফুলৰ থোপাৰে সম্ভাষণ জনাই তেওঁক মঞ্চত উপৱিষ্ট কৰোৱা হ'ল। মন্ত্ৰী মহোদয়ৰ কাষতেই আসন গ্ৰহণ কৰাই মঞ্চত বহিল চলচ্চিত্ৰৰ এগৰাকী জনপ্ৰিয় গ্লেমাৰ নায়ক। সকলোৰে উল্লাস ধাৱিত হ'ল সেইফালে। দৰ্শকসকলৰ মনোযোগ ধৰি ৰাখিবলৈ কৰা আমাৰ সকলো চেষ্টা অথলে গ'ল। এখন পৰিচিত জগতৰ পৰিচিত দৃশ্যপুঞ্জলৈ আহি দৰ্শকে যেন পৰম মুক্তি লাভ কৰিলে এনেভাৱে তেওঁলোকে ইজনে-সিজনৰ লগত আলাপ-আলোচনাত ব্যস্ত হ'ল। মোৰ বক্তৃতাৰ কাল্পনিক জুমুধিটো সাকাৰ কৰাৰ সময় কেতিয়া আহে তালৈ অপেক্ষা কৰি হাতৰ ঘড়ীটোলৈ দৃষ্টি নিক্ষেপ কৰিলোঁ। ■



# হত্যা এক এৰাব নোৱাৰা সাঁথৰ মাথোঁ

**কল্যাণী কলিতা মালী**

জীৱন এক মধুৰ অনুভূতি। জীৱন এক গতি। জীৱনৰ ব্যাখ্যা বৰ্ণনাতীত। ভাবি শেষ কৰিব নোৱাৰা অথচ ভাবি ভাল লগা জীৱন্তকালৰ ই এক যাত্ৰা মাথোঁ। ইয়াৰ আদি আৰু অন্ত বিধাতাৰ হাতত। সুখ-দুখ, আনন্দ-নিৰানন্দৰ মিশ্ৰণেই হ'ল জীৱন।

সঁচা অৰ্থত জীৱনক উপভোগ কৰিব শিকিলে ই হৈ পৰে অতি মধুৰ। অৱশ্যে নিজ কৰ্ম আৰু ধৰ্মইহে মানৱ জীৱনক আগুৱাই লৈ যায়।

কৰ্মহীন জীৱনে মানুহৰ গতিপথত হেঙাৰ হৈ পৰে। সেয়েহে আমি জীয়াই থাকিবৰ বাবে আমাৰ কৰ্মপথ বাছি লোৱা উচিত।

বৰ্তমান যুগ হিংসা-হত্যাৰ যুগ। ইয়াত অতীতৰ শান্তিময় পৰিৱেশ আমি হেজাৰ ইচ্ছা সত্ত্বেও বিচাৰি নাপাওঁ।

চাৰিওপিনে মৃত্যু, কেৱল মৃত্যু; কিন্তু এই মৃত্যু জানো স্বাভাৱিক মৃত্যু?

এই যিবোৰ মৃত্যুৰ কথা আমি নিতৌ দূৰদৰ্শন আৰু বাতৰি কাকতযোগে পাওঁ এইবোৰৰ সৰহভাগেই হত্যাৰদ্বাৰা হোৱা মৃত্যু।

ইয়াৰ মাজতে দুই-এটা মৃত্যু দুৰ্ঘটনাৰশতঃ হয়। মটৰ, বাইক আদিৰ দুৰ্ঘটনাৰ ফলত হোৱা মৃত্যুক আমি স্বাভাৱিক মৃত্যু হিচাপেই মানি ল'বলৈ বাধ্য; কিন্তু বুলেটৰ আঘাতত হোৱা মৃত্যুক আমি সদায় হত্যা বুলিয়েই আখ্যা দিওঁ।

এই মৃত্যুই মানুহক চিন্তিত কৰি তোলে। এই মৃত্যুই মানুহক মানসিকভাৱে ভাঙি হৃদয় খণ্ড-বিখণ্ড কৰি বিচলিত কৰি তোলে। তেনেদৰেই পাগলী সজাইছিল বিবাহৰ যোগ্য গাভৰু এগৰাকীক।

তাইক দেখি কিন্তু কোনেও ধাৰণা কৰিব নোৱাৰিছিল যে, তাই এজনী পাগলী। দেখাই-শুনাই বেচ সুন্দৰ চেহেৰাৰ শৰীৰ লৈ জন্ম লৈও তাইৰ কিয় এনে দশা হ'ল? এয়া এক ডাঙৰ প্ৰশ্ন। তাইৰ সেই প্ৰশ্নৰ উত্তৰ পাবলৈ হয়তো বেছি সময় নালাগিব, কাৰণ তাইৰ সৈতে বন্ধু হৈহে সাংবাদিক দত্তই কথা পাতিব বিচাৰিব। এনেকৈয়েই আৰম্ভ কৰিছিল সাংবাদিক সত্য দত্তই তেওঁৰ লগত অন্য এজন সাংবাদিকৰ আগত ঘটনাটোৰ বিষয়ে।

সেইদিনাখন আছিল মাহৰ দ্বিতীয় শনিবাৰ, বন্ধৰ দিন। নীতাই বাৰাণ্ডাৰ এমূৰত মূঢ়া এটাত বহি ৰ'দ পুৱাই আছিল।

নীতাই পদুলিমুখত কাৰোবাৰ মটৰচাইকেল ৰখোৱা শুনিবলৈ পালে। তথাপি তাই একান্তমনে বহি আছে মূৰৰ চুলিত আঙুলি বোলাই।

সত্য দত্তই এখোজ-দুখোজকৈ আগবাঢ়ি গৈ নীতাৰ কাষ পালে। দত্তই নীতাক নমস্কাৰ জনাই ক'লে যে, তেওঁ এগৰাকী সাংবাদিক। নীতায়ো প্ৰতি নমস্কাৰ দি দত্তক বহিবলৈ দিলে।

ঘৰৰ মানুহে কিন্তু নীতাক তেতিয়াও নজৰ বন্দী কৰি ৰাখিছিল। ঘৰৰ যি কোনো এজনে তাইক নজৰ দি থাকিছিল।

সাংবাদিক দত্তইঁতৰ প্ৰৱেশৰ সময়তো নীতাৰ ওপৰত নজৰ দি থকা মোমায়েকৰ ল'ৰা তপনে কোঠাৰ ভিতৰৰপৰাই খিৰিকীৰে জুমি চাই নীতাৰ ওপৰত নজৰ ৰাখি আছিল। নীতাই কেনে ব্যৱহাৰ কৰে তাকেই তপনে গোপনে লক্ষ্য কৰিছিল।

নীতাৰ মাক-দেউতাক ঢুকাবৰ ইতিমধ্যে ৬/৭ বছৰ পাৰ হৈ গৈছে। ঘৰত আছে মাথোঁ দাদাক আৰু বৌৱেক। দাদাক সুৰেণ আৰু বৌৱেক দীপা। দুয়ো বেংকৰ চাকৰিয়াল। সেয়ে নিজৰ কৰ্তব্যৰ বাবে দুয়োজনেই নিতৌ ঘৰৰপৰা ওলাই যাবলগা হয়।





সুৰেণৰ বিয়া হোৱাৰ মাত্ৰ ডেৰ বছৰ হৈছিল। বৌৱেক বৰ নিৰ্জু আৰু জ্ঞানী ছোৱালী। বৌৱেক দীপাই নীতাক বৰ মৰমৰ চকুৰে চাইছিল। ঘৰখনত নীতাক দুয়োজনেই কোনো বস্তুৰে অভাৱ অনুভৱ কৰিবলৈ নিদিয়ে। নীতায়ো বৌৱেকক পোৱাৰ পিচৰপৰা মাক-দেউতাকৰ নথকা অভাৱ কিছু হ'লেও পাহৰিছিল। কিন্তু যোৱা দুই সপ্তাহমানৰপৰা দাদাক-বৌৱেকে লক্ষ্য কৰিছে নীতাৰ এক অদ্ভুত ধৰণৰ আচৰণ আৰু মনৰ গতিৰ পৰিৱৰ্তন। ঘৰৰ কোনেও তাইৰ মনৰ খবৰ সঠিককৈ পাব পৰা নাই।

নীতা এখন কলেজৰ অধ্যাপিকা। সেয়েহে তাইৰ নিজৰো দায়িত্ব আছে; কিন্তু তথাপিও আজি দুসপ্তাহৰপৰা তাই দুৰ্ঘটনাৰ সৈতে জড়িত হৈ পৰিছে আৰু তাৰ বাবে নিজেই আঘাতপ্ৰাপ্ত হৈ মানসিক ভাৰসাম্য হেৰুৱাই পাগলীৰ দৰে ঘৰখনত বলিয়ালি কৰিব লৈছে।

নিজৰ আত্মীয়সকলে নানা বুজনি দিও তাইৰ মনৰ খবৰ জানিব পৰা নাই; কিন্তু সাহস কৰি আজি সাংবাদিক দত্তই নীতাক ব্যতিব্যস্ত কৰে ভিন্ ভিন্ প্ৰশ্নৰদ্বাৰা।

সাংবাদিক দত্তক নমস্কাৰ দি বহিব দিয়াৰ বাদে প্ৰায় আধাঘণ্টা তাইৰ মুখৰপৰা এটাও শব্দ বাহিৰ হোৱা নাই।

আধাঘণ্টা অতিক্ৰম হোৱাৰ পিচত দত্তই লক্ষ্য কৰিলে নীতাৰ দুচকুৰে দুধাৰি চকুলো বাগৰি যোৱা। দত্তই কিবা এটি উত্তৰ পাব বুলিয়েই আশা কৰিলে।

সাংবাদিক দত্তই তেওঁৰ মৰম স্বভাৱৰদ্বাৰা সুধিলে— 'বাইদেউ, আপুনি শিক্ষিত লোক, কলেজৰ অধ্যাপিকা, গতিকে কিয় ভয় কৰিছে?'

দত্তই লগতে মানুহে মনৰ কথা প্ৰকাশ কৰিলেহে দুখৰ বোজা আঁতৰি যায় বুলিও ক'লে। এইবাৰ নীতাই মনে মনে নাথাকিল। তাই উত্তৰ দিলে— 'আপুনি মোৰ মনৰ খবৰ শুনিব খুজিছে, তেন্তে শুনক—

সিহঁতে মোৰ মনৰ মানুহজনক হত্যা কৰিছিল। অত্যাচাৰী নৰখাদকহঁতে' বুলি কৈ উচুপি কান্দিব ধৰিলে।

দত্তয়ো পুনৰ সুধিলে— সিহঁত কোন? আৰু নীতাৰ মনৰ মানুহজন কোন? প্ৰায় পাঁচ মিনিট সময় উচুপি থাকিয়েই নীতাই কৈ গ'ল— সিহঁত হত্যাকাৰী, সিহঁতৰ কোনো দয়া-মৰম নাই।

নীতাই সিহঁত কোন তেতিয়ালৈকে নাজানে বুলি ক'লে। যিজনক হত্যা কৰিছিল, সেইজন আছিল তাইৰ প্ৰেমিক। তাই কৈ গৈছিল যে, তাইৰ গোপন প্ৰেমৰ প্ৰকাশ হ'ব বুলি ভাবিয়েই তাই মৌন হৈ পৰিছিল।

নীতাৰ সেইজনৰ লগতেই কোনো এটা মন্দিৰত গোপনে বিবাহ হৈছিল আৰু সেয়ে সেইজনেই স্বামী হিচাপে লৈ চুলিৰ মাজত সেন্দুৰ লৈ দিন কটাইছে। নীতাই দত্তক চুলিৰ মাজৰ সেন্দুৰ দেখুৱালে, যিটো তাইৰ দাদাক-বৌৱেকেও নাজানিছিল।

দত্তই কতাবোৰ মন কৰি গৈছিল আৰু ঘটনাটো মনত ৰাখিছিল।

নীতাই কৈ গৈছিল যে, গোপন প্ৰেমৰ প্ৰচাৰ নকৰাৰ আশাতেই আজি দুসপ্তাহেই মূকবধিৰ ভাও ধৰি তাই পাগলী নাম পাইছে; কিন্তু তাৰ বাবে বেছি ক্ষতি তাইৰ নিজৰেই হৈছে।

সাংবাদিক দত্তই মাজত মাত দি সুধিছিল তাইৰ মনৰ মানুহজন চাকৰিয়াল আছিল নে ব্যৱসায়ী? তেওঁৰ ঘৰ ক'ত? বয়স কিমান? ইত্যাদি প্ৰশ্ন।

কিছুসময় নীৰৱে থাকি নীতাই ক'লে— দত্ত, আপুনি বেছি কথা সুধি আছে।

দত্তয়ো অনুৰোধ কৰিব ধৰিলে বিতং খবৰৰ বাবে।

বাৰে বাৰে সোধা সত্ত্বেও তাই নক'লে তাইৰ প্ৰেমিক চাকৰিয়াল নে ব্যৱসায়ী।

তাই মাথোঁ ক'লে— তেওঁ মৃত হ'লেও তেওঁ মোৰ মনত সদায় জীৱিত। কাৰণ তেওঁৰ স্বাভাৱিক মৃত্যু হোৱা নাই। তেওঁক হত্যাহে কৰা হৈছে। এনে হত্যা গৰিহণাৰ যোগ্য, ইয়াৰ প্ৰতিবাদ লাগে আৰু নাৰীয়ে এই মৃত্যুক মৃত্যু বুলি ধৰি ল'ব নালাগে। এনেদৰে কৈ তাই পুনৰ হুকহুকাই কান্দি কান্দি মূৰ্ছা গ'ল।

তপনে দৌৰি আহি আৰু দত্তৰ লগত লগ লাগি ভিতৰত নীতাক বিছনাত শুৱাই দিলে।

দত্তই তপনৰ আগত মাফ খুজি ডাক্তৰ পঠিয়াই দিব বুলি কৈ গ'লগৈ।

ডাক্তৰ আহি বেজী এটা দিলে। তেতিয়া সময় আবেলি চাৰি বাজিছিল। অলপ পিচতেই নীতাৰ দাদাক-বৌৱেকো আহিল। তপনে সাংবাদিক আহি প্ৰশ্ন কৰোঁতে তেনে হোৱা বুলি জানিব দিলে।

ডাক্তৰে নীতাক কিছুদিন নিৰলকৈ ৰাখিবলৈ উপদেশ



দিলে আৰু লগতে ক'লে যে— যদি বেছিকৈ কথা সুধি আমনি কৰা হয়, তেন্তে মানসিকভাৱে ক্ষতিগ্ৰস্ত হ'ব পাৰে। গতিকে সুকীয়া জিৰণিৰ দৰকাৰ।

নীতাৰ দাদাকৰ মূৰত নানা চিন্তাই খেলা কৰিব ধৰিলে। কেনেদৰেনো গাভৰু ভনীজনী চকুৰ আগত লৈ এনেকৈ সময় নিয়াব সেই কথা ভাবিব ধৰিলে। ভাবিব ধৰিলে নীতাৰ ভৱিষ্যতৰ কথা।

মাক-দেউতাক ঢুকোৱাৰ পিচত নীতাই ঘৰখন সম্পূৰ্ণকৈ চলাই নি দাদাকৰ বিয়া পতাত আগভাগ লৈছিল। দাদাকেও নীতাৰ অনুৰোধৰ বাবেই তাইৰ ইচ্ছাতেই বিয়া পাতিছিলে। বৌৱেকৰ অহাৰ পিচতো ঘৰখন নীতাই সুন্দৰকৈ ৰাখিছিল দুয়োজনীয়ে লগ লাগি।

দাদাকৰ বিয়া পাতিলে সঁচা; কিন্তু নীতাৰ বিয়াৰ ক্ষেত্ৰত দাদাকে কোনো সমাধান উলিয়াব পৰা নাছিল। কাৰণ যি পাত্ৰই নীতাক বিয়াৰ প্ৰস্তাৱ দিয়ে, তাকেই তাই নাকচ কৰিছিল।

দাদাকে তাইক সুধিছিল তাই কোনোবাক ঠিক কৰি ৰাখিছে নেকি? নীতাই কোনো ইতিবাচক উত্তৰ নিদিছিল। সেয়েহে অভিভাৱক হিচাপে দাদাকে কোনো সিদ্ধান্ত ল'ব পৰা নাছিল। বৌৱেকৰ আগতো তাই কোনো মনৰ কথা প্ৰকাশ কৰা নাছিল। অৱশেষত গৈ তাইৰ মনৰ অৱস্থাৰ পৰিৱৰ্তন হৈছিল আৰু বলিয়ালি আৰম্ভ হৈ ঘটনাই অন্যৰূপ ধাৰণ কৰিছিল।

নীতাই তাইৰ সঁচা জীৱনৰ কাহিনীভাগ লুকুৱাই ৰাখিছিল। অন্য দহজনী ছোৱালীৰ দৰে তাইৰো সুখেৰে সংসাৰ গঢ়াৰ হাবিয়াস আছিল আৰু সেই উদ্দেশ্য আগত ৰাখিয়েই গোপনে আগবাঢ়িছিল; কিন্তু সেই গোপনীয়তা বেছিদিনলৈ গোপন হৈ নাথাকিল।

কালৰ শত্ৰুৱে নীতাৰ মনৰ স্বপ্ন ভাঙি চূৰমাৰ্ কৰি দিলে। তাইৰ কল্পনা লুইতৰ বুকুত বিলীন হৈ পৰিল। নীতা নামত থাকিলেও তাইৰ আত্মাৰ মৃত্যু হৈ যোৱা বুলি তাই স্থিৰ কৰিলে। সেয়েহে তাই দৈনন্দিন জীৱনৰপৰা আঁতৰি আহি মৌন ব্ৰত ল'লে। তাই ভাবী স্বামীৰ মৃত্যুৰ পিচত আত্মৰ সন্তুষ্টিৰ বাবেই মৌন ব্ৰত লৈ ঈশ্বৰক ভাবি থাকে। তাই কি দোষ কৰিছিল? যাৰ ফলত জীৱিততে মৃত্যুৰ দৰে থাকিবলগা হ'ল। এনেদৰেই দিনবোৰ গৈ আছে, আহি আছে, প্ৰকৃতিৰ ঋতুৰ পৰিৱৰ্তন হৈ আছে।

পৃথিৱীত যেন যৌৱন ভৰা হৈয়ো উদাসীনভাৱে বহি আছে অকলে সন্ধিয়াৰ আকাশৰ তৰা গণি নীতাই। দাদাকে মাতি থাকিলেও তাই উত্তৰ নিদিয়ে। বৌৱেকে দুখ আৰু বেজাৰত নীতাক কথা ক'বলৈকে এৰি দিছে। তাইৰ চাৱনি বৌৱেকে ভয় কৰা হৈছে। তাইৰ চাৱনিত তাইৰ হতাশাৰ উমান পোৱা যায়।

ঘৰৰ লোকে হাজাৰ চেষ্টা কৰিও নীতাৰ মনৰ কথাৰ বিষয়ে জানিব পৰা নাই; কিন্তু সাংবাদিক দত্তই আহি নীতাৰ মনৰ কথা কিছু হ'লেও প্ৰকাশ কৰিবলৈ বাধ্য কৰাইছে। দত্তৰ প্ৰশ্নৰ উত্তৰ বিচাৰি যেতিয়া নীতা মূৰ্ছা গ'ল, তেতিয়া দত্তই নিজকেই দোষী ভাবি নীতাৰৰ ওচৰৰপৰা বিদায় মাগিছিল।

২৭ বছৰীয়া নীতা সঁচাই ধুনীয়া, মৰমলগা আৰু আনক আকৰ্ষণ কৰিব পৰা ধীৰ-স্থিৰ চেহেৰাৰ ছোৱালী; কিন্তু এনে সুন্দৰ ছোৱালীজনীৰ কপালত বিধাতাই কি বিধি লিখিছে সেয়া তাইৰ বাবে ভাগ্যৰ লিখন বুলিয়েই ক'ব লাগিব।

সাংবাদিক দত্তই নীতাৰ মুখৰপৰা যিখিনি কথা গম পাইছিল, সেই কথাখিনি পিচদিনাখন 'দৈনিক বাতৰি' কাকতত হুবহু প্ৰকাশ কৰিছিল।

পিচদিনা খবৰ কাকতত 'যুৱতীৰ ৰহস্যজনক মৌনতা' শীৰ্ষক বাতৰিটো প্ৰকাশ হৈ ওলোৱাত সেই অঞ্চলৰ ভাৰপ্ৰাপ্ত পুলিচ বিষয়াও ব্যস্ত হৈ পৰিল উক্ত হত্যা সম্পৰ্কীয় ঘটনাটোক লৈ।

নীতাৰ দাদাকক পুলিচে মাতি নি সোধ-পোচ কৰে। সিহঁতৰ ঘৰলৈকে পুলিচৰ উচ্চ বিষয়াৰ আহ-যাহ চলিবলৈ ধৰে।

পুলিচৰ লোকে চেষ্টা কৰিয়ো নীতাৰ মুখৰপৰা এটাও শব্দ উলিয়াবলৈ সক্ষম নহ'ল। সেয়ে সাংবাদিক দত্তক পুলিচ বিষয়াই লগ পাই ক'বলৈ ধৰিলে— সিহঁতৰ ঘৰলৈ তিনি-চাৰিবাৰ গৈয়ো যুৱতীগৰাকীৰ মুখৰ মাত পোৱা নাই। দত্তইনো কেনেকৈ খবৰবোৰ জানিলে? পুনৰ দত্তক সুধিলে। তেওঁ তেওঁলোকৰ সম্পৰ্কীয় লোক হয় নেকি?

দত্তই উত্তৰ দিলে যে—তেওঁ বহু সময় অপেক্ষা কৰাৰ পিচতহে উত্তৰ পাবলৈ সক্ষম হৈছে। বিষয়াজনে তেতিয়া দত্তক লগত লৈ নীতাৰ ঘৰলৈ গ'লগৈ।





পুলিচ বিষয়াগৰাকীয়ে নীতাৰ পৰিৱৰ্তন দেখিলে। তেওঁ আচৰিত হ'ল— কেবাবাৰো আহি ফিৰি যোৱা মানুহজনক দত্তৰ সৈতে যোৱাত যুৱতীগৰাকীয়ে নিজেই বহিবলৈ দিলে।

নীতাহঁতৰ ঘৰ চহৰৰপৰা কিছু দূৰৈৰ এখনি সৰু গাঁৱত। সেই সময়ত ঘৰত দাদাক-বৌৱেক নাছিল। নীতা আৰু তপনেই বাৰাণ্ডাত বহি আছিল।

তপনে ছবি আঁকি ৰং কৰি আছিল আৰু নীতাই কিতাপ এখনত চকু ফুৰাই আছিল। মানুহ দুজন অহা দেখি নীতাই নিজেই বহাৰপৰা উঠি বাৰান্দাতে বহিবলৈ দি চকী আগবঢ়াই দিছিল। তাইৰ মনটো ফৰকাল হৈ আছিল। হয়তো নীতাই পুনৰ জীৱনৰ গতিপথত আগুৱাই যাবলৈ বিচাৰিছিল।

দুয়োজনে বহাৰ পিচত নীতাই নিজেই সুধিলে— তাইৰ কিবা ক'ব লগা আছে নেকি? দত্তই পুলিচ বিষয়াজনলৈ দেখুৱাই দি ক'লে— এখেতে কিবা জানিব বিচাৰিছে।

পুলিচ বিষয়াজনে হত্যা সম্পৰ্কৰ প্ৰশ্ন আৰম্ভ কৰিলে। ক'ত, কেনেকৈ, কেনে সময়ত হৈছিল ইত্যাদি ইত্যাদি।

নীতাই সম্পূৰ্ণ সুস্থভাৱেই উত্তৰ দি গৈছিল। তাই কৈছিল যে, সেইদিনা চহৰৰপৰা কলেজৰ ক্লাছ এক বজাৰ পিচত শেষ কৰি বাছ আস্থানত গাড়ীৰ অপেক্ষাত বৈ আছিল। তাতেই তাইৰ প্ৰেমিকজনে লগ পায়। দুয়ো কিছু দূৰলৈ খোজকাঢ়ি গৈ গছ এজোপাৰ তলত কথাপাতি থাকোঁতেই ঘটনাটো ঘটে। হত্যাকাৰীয়ে গুলীয়াই আঁতৰি যায়। প্ৰেমিকজনে নীতাক সেই ঠাই এৰি গুছি যাবলৈ কেবাবাৰো ক'লে। উপায়বিহীন হৈ নীতাই গোপন প্ৰেমৰ প্ৰকাশ হোৱাৰ ভয়ত তাৰপৰা আঁতৰি আহে।

সাংবাদিক দত্তৰ সৰু ভায়েক তৰুণ দত্ত আছিল নীতাৰ প্ৰেমিকৰ বন্ধু। নীতাই কথাটো জানিও পুলিচক একো জনোৱা নাছিল। সাংবাদিক সত্য দত্তও এই বিষয়ত একেবাৰে অজ্ঞ আছিল। সেইবাবেহে তেওঁ বাৰে বাৰে নীতাৰ ওচৰলৈ আহিবলৈ সংকোচ কৰা নাছিল।

সাংবাদিক দত্তৰ ভাতৃ তৰুণ দত্ত নীতাৰ প্ৰথম প্ৰেমিক আছিল। নীতাই তৰুণৰপৰা আঁতৰি গ'লেও তৰুণ দত্তক পাহৰি যোৱা নাছিল; কিন্তু মৃত্যু হোৱা প্ৰেমিকজনক নীতাই তৰুণতকৈয়ো অধিককৈ ভাল পাইছিল। কাৰণ তেওঁ আছিল ধীৰ-স্থিৰ স্বভাৱৰ। সেয়েহে গোপনে মন্দিৰলৈ গৈ দুয়ো বিয়াও হৈছিল আৰু মৃত প্ৰেমিকজনকেই মনৰ মানুহ বুলি বাছি লৈছিল।

আনহাতে তৰুণ দত্তক পুলিচৰ নজৰৰপৰা বচাবৰ বাবেই নীতাই তৰুণক মুকলিভাৱে কথা পতাৰ সুবিধা দিয়া নাছিল। পুলিচৰ আগত নীতাই হত্যাকাৰীয়ে মুখত ক'লা কাপোৰ বান্ধি ৰখা বুলি ক'লে আৰু সেয়েহে চিনি নোপোৱা বুলি ক'লে। নীতাই মুখত কাপোৰ বন্ধা দুজন ডেকাই বাইক লৈ অহা বুলি পুলিচ অফিচাৰজনক সাক্ষী দিছিল। নীতাৰ সাক্ষী লৈ পুলিচজন আৰু সাংবাদিক দত্ত উভতি যায়গৈ।

সময় এমাহ-দুমাহকৈ পাৰ হৈ গ'ল। মানুহেও ঘটনা সম্পৰ্কে পাহৰিব ধৰিলে। কাৰণ দুৰ্ঘটনাৰ পিচত মৃতদেহৰ লগত থকা ঠিকনা মতেই পুলিচে ঘৰত খবৰ দিয়ে।

ল'ৰাজন কলিকতাৰ বঙালী ল'ৰা, ব্যৱসায় কৰে। নাম বিপ্লৱ ভৌমিক। ঘৰৰপৰা দুদিন পিচত আহে আৰু অচিনাকি বন্দুধাৰীৰ গুলীত নিহত হয় বুলি মানি লৈ মৃতদেহৰ মেডিকেল পৰীক্ষা কৰা হোৱাৰ পিচত ঘৰলৈ মৃতদেহটো লৈ গৈ দাহন কৰে।

বিপ্লৱৰ মাক-দেউতাক নাছিল। সন্তান নথকা খুৰাক-খুৰীয়েকেই তাৰ মাক-দেউতাক হৈ পৰিছিল। তেওঁলোকৰ যত্নতেই পঢ়া-শুনা কৰি এম. এ. পাছ কৰিছিল আৰু খুৰাকৰ লগত ব্যৱসায়ত যোগদান কৰিছিল।

ব্যৱসায় সম্পৰ্কত চহৰলৈ অহা-যোৱা কৰোঁতেই বিপ্লৱৰ নীতাৰ সৈতে বাছ আস্থানতেই চিনাকি হয় আৰু দুয়ো দুয়োৰে প্ৰতি আকৰ্ষিত হয়। প্ৰায় এমাহ যোৱাৰ পিচতেই দুয়ো দুয়োৰো বহু বিষয়ত মিল থকাত ইজনে-আনজনৰ প্ৰেমত পৰে।

বিশেষকৈ দুয়োৰে মাক-দেউতাক নাই, দুয়ো এম. এ. পাছ। নীতা অধ্যাপিকা আৰু বিপ্লৱ ভাল ব্যৱসায়ী। সেয়েহে দুয়ো সঘনে লগালগি হ'বলৈ ধৰিছিল। শেষত দুয়ো গৈ ওচৰৰ মন্দিৰত গোপনে বিবাহ কৰিছিল। বিপ্লৱে নীতাক শিৰত সেন্দুৰ দিছিল। ইমানলৈ সিহঁতৰ গোপন প্ৰেম ঠিকেই আছিল; কিন্তু হৈ যোৱা হত্যাকাণ্ডটোৰ পিচতহে নীতাৰ ব্যৱহাৰে ইয়াৰ কিছু তথ্যৰ সন্ভেদ দিলে।

সময় বাগৰি যোৱাৰ লগে লগে মন ঠিক কৰি



নীতায়ো স্বাভাৱিক হ'বলৈ যত্ন কৰিলে। নীতাই পুনৰ দুমাহৰ বিৰতিৰ পিচত আগৰ দৰেই ক্লাছ ল'বলৈ ধৰিলে। এনেদৰেই এমাহ, দুমাহকৈ ছমাহ পাৰ হৈ গ'ল। তৰুণ দত্তই লাহে লাহে নীতাৰ কাষ চাপিবলৈ চেষ্টা কৰিছিল, কাৰণ তৰুণ আছিল নীতাৰ প্ৰথম প্ৰেমিক।

তৰুণে নীতাক এদিন লগ ধৰি বিয়াৰ বাবে প্ৰস্তাৱ আগবঢ়ালে। নীতাই সন্মতি নিদিলে। নীতাই তৰুণক সদায় সন্দেহৰ চকুৰে চাইছিল। তাৰ বিলাসী জীৱন তাই পচন্দ নকৰিছিল। নীতাই জানিছিল তৰুণে নীতাৰ শৰীৰৰ সৌন্দৰ্যকহে গুৰুত্ব দিয়ে, তাইৰ মনৰ লগত মানসিক চিন্তাধাৰাৰ মিল নাই। আনহাতে তৰুণে জুৱা খেলিছিলি আৰু মদ খাইছিলি, যিটো নীতাৰ একেবাৰে বিৰুদ্ধ কথা আছিল। শেষত তৰুণ তাইৰপৰা আঁতৰি গ'লগৈ।

এনেদৰেই নিজৰ মতত স্থিৰ হৈ থাকি ঘৰৰ আটাইৰে লগত মিলি-জুলি থাকি নীতাই আগৰ দৰে জীৱন-যাপন কৰিবলৈ ধৰিলে।

এনেকৈয়ে ১৪ মাহ পাৰ হৈ গ'ল। পুনৰ এদিন বাতৰি কাকতৰ শিৰোনামাত প্ৰকাশ পালে এক বাতৰি। এয়া কিন্তু হত্যাৰ বাতৰি নহয় 'নিখোজ হোৱাৰ বাতৰি। নীতা নামৰ অধ্যাপিকাগৰাকী কলেজলৈ যোৱাৰ পথত অচিনাকি লোকে জোৰ-জুলুমকৈ লৈ যায় গাড়ীত উঠাই কোনোবা অচিন দেশলৈ।

সেইদিনা নীতা উভতি নহাত ঘৰৰ মানুহে ৰাতি উজাগৰে কটাইছিল। সিহঁতে পিচদিনাখন পুলিচ চকীত এজাহাৰ দিছিল। নানা ঠাইত গৈ নীতাৰ দাদাক আৰু ঘৰৰ সম্পৰ্কীয় লোকে বিচাৰিছিল যদিও নীতাৰ কোনো খবৰ নাপালে।

এনেদৰেই এদিন, দুদিনকৈ সময় পাৰ হৈ সপ্তাহ, মাহ পাৰ হ'ল। নীতাৰ কোনো খবৰ পোৱা নগ'ল। আনকি পুলিচেও নীতাৰ কোনো সম্ভেদ দিব নোৱাৰিলে।

মাহৰ পিচত মাহ পাৰ হ'ল; কিন্তু নীতা নামৰ গাভৰু অধ্যাপিকাগৰাকীৰ কোনো শুং-সূত্ৰ পোৱা নগ'ল। কোনেও নাজানে নীতা জীৱিত নে মৃত? ই এক ৰহস্য হৈয়ে থাকিল। যদি এই ৰহস্য উদ্‌ঘাটন কৰিব পৰা গ'লহেঁতেন, তেন্তে হাজাৰজনী নীতাৰ দৰে গাভৰুৱে উচিত বিচাৰ পালেহেঁতেন ...। ■







# আমাৰ গাঁও

## এই শিতানটি সজাইছে—





# মিৰ্জা

(খণ্ডচিত্ৰ)


অনিল চন্দ্ৰ কলিতা


"মিৰ্জা" এক ঐতিহাসিক স্মৃতি বিজড়িত সোঁৱৰণী নাম, এক প্ৰসিদ্ধ ঠাইৰ নাম। কোনো এখন ঠাই বা অঞ্চলৰ উৎপত্তি বা নামকৰণ সম্পৰ্কত বিভিন্ন কাৰকে ক্ৰিয়া কৰে— সি মহৎ ব্যক্তিৰ প্ৰভাৱেই হওক বা বুৰঞ্জীপ্ৰসিদ্ধ ঘটনাই হওক অথবা ধৰ্মীয় চিন্তাধাৰাৰেই হওক...। আচলতে উৎপত্তি আৰু নামকৰণ ভিন্ন অৰ্থৰ দুটা সুকীয়া শব্দকোষ। উৎপত্তি প্ৰাকৃতিক বা ভৌতিক (মানৱসৃষ্ট) হ'ব পাৰে। দৰাচলতে ঠাই বা অঞ্চলৰ উৎপত্তি এটা জাগতিক পৰিৱৰ্তিত প্ৰাকৃতিক ঘটনা আৰু সেই ঠাই বা অঞ্চলক চিনাক্ত কৰাৰ বাবে এটি নাম দিয়া হয়। ঠাইখনৰ ভৌগোলিক স্থিতি, ইয়াৰ পৰিৱেশ অথবা কোনো পৰিঘটনাৰ ওপৰত ভিত্তি কৰি গ্ৰহণযোগ্য নাম এটি দিয়া হয়। কেতিয়াবা পিছে সময়ৰ সোঁতত বিভিন্ন পৰিস্থিতিত পৰি লুপ্ত হৈ পৰে আৰু নতুন নাম লৈ প্ৰভাৱ বিস্তাৰ কৰে। সময় সাপেক্ষে বিভিন্ন পটভূমিত এনে কাৰ্য সংঘটিত হয়। ইয়াৰ উদাহৰণ অনেক পোৱা যায়। আন নালাগে "মিৰ্জা" নাম নামকৰণ কৰাৰ আগেয়ে এই ঠাইখিনি "নতুন পলাশবাৰী"ৰূপে আত্মপ্ৰকাশ ঘটিছিল। মিৰ্জাত বসতি কৰা প্ৰায় ৮০-৮৫% লোকেই যিহেতু ১৯৫৪ চনৰপৰা ১৯৮৮ চনলৈ ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াত পতিত হোৱা ঐতিহ্যমণ্ডিত পলাশবাৰী চহৰৰ লোক, সেয়ে পলাশবাৰীৰ ঐতিহাসিক নামটো যুগমীয়া কৰি ৰখাৰ মানসেৰে এচাম পলাশবাৰীৰ সন্তানে নতুন পলাশবাৰী নাম ৰাখিছিল যদিও বিভিন্ন কাৰণত তথা পৰিৱেশত পৰি নতুন পলাশবাৰী নামৰ সলনি হ'ল আৰু মধ্যযুগৰ সময়ছোৱাৰ প্ৰবল প্ৰতাপী মোগল সম্ৰাটৰ কবি-সেনাপতি মিৰ্জা নাথনৰ ঐতিহাসিক বিক্ৰমক কেন্দ্ৰ কৰিয়েই "মিৰ্জা" নামেৰে প্ৰসিদ্ধ হ'ল।

মিৰ্জা সম্পৰ্কত বিভিন্ন দিশ বা কোণৰপৰা আলোকপাত কৰিলেও পলাশবাৰীৰ ঐতিহ্য বা ঐতিহাসিক কাৰণৰ কাৰণসমূহ, বিশেষকৈ ইয়াৰ ভৌগোলিক বিস্তৃতি, পৰিৱৰ্তিত পৰিস্থিতিৰ ৰূপ, জনগাঁথনি, ব্যৱসায়-বাণিজ্য, সামাজিক ব্যৱস্থা, কলা-সাহিত্য-সংস্কৃতিৰ দিশ আদি বিষয়সমূহ বিশ্লেষণ নকৰিলে ইয়াৰ (মিৰ্জা) আলোচনা আংশিক বা আধৰুৱা হৈ ৰয়। পিছে এই আলোচনাত সামগ্ৰিকভাৱে পলাশবাৰীৰ বৃত্তান্ত বৰ্ণনা কৰাৰপৰা বিৰত থকা হ'ল আৰু লোক-কথা আৰু বিভিন্নজনৰ লেখাৰ আলম লৈ মিৰ্জা সম্বন্ধে হাতত ঢুকি পোৱা দিশ কিছুমান সামৰি চুটি আলোচনা কৰা হ'ল। উল্লেখ কৰা সমীচীন হ'ব যে, কোনো বিষয়ৰ লেখ-জোখ বা পাৰিসাংখ্যিক তথ্য দাঙি ধৰা হয় যদিও সি ১০০% শুদ্ধ ৰূপত নোলায়। পৰিসংখ্যা সঠিক হ'ব লাগে যদিও সততে নিৰ্ভুল বুলি ক'ব পৰা নাযায়, ভ্ৰান্তি (Error) থাকিবই।

**মিৰ্জাৰ অৱস্থিতি আৰু নামৰ উৎপত্তি ঃ**

১৬৬২ খ্ৰীঃত মিৰজুমলাৰ অসম আক্ৰমণৰ সময়ৰ মুছলমান বুৰঞ্জীবিদ ছিহাবুদ্দিন চালেহৰ লিপিবদ্ধ অসম বিৱৰণী তথা ছাৰ এডৱাৰ্ড গেইটৰ A History of Assamত বৰ্ণিত তথ্যৰ ভিত্তিত ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰটিক নাককাটি ৰাণীৰ ৰাজ্যৰপৰা শদিয়াৰ গাঁৱলৈ বিস্তৃত ভূমিখণ্ড দখিণ কোল বা দক্ষিণ কূল হিচাপে পূৰ্বাপৰৰপৰাই পৰিচিত হৈ আহিছে (উনুকিওৱা ভাল হ'ব যে ১৮৫৪ চনত বৃটিছ চৰকাৰৰ বিষয়া A.J.M. Mill চাহাবে সৰ্বপ্ৰথমে দক্ষিণ কামৰূপ শব্দটো ব্যৱহাৰ কৰিছিল)। হ'লেও পৰৱৰ্তী বা বৰ্তমান সময়ত দক্ষিণ কোল পূবে জালুকবাৰীৰপৰা পশ্চিমে নগৰবেৰালৈ আৰু উত্তৰে ব্ৰহ্মপুত্ৰ নদীৰ পাৰৰপৰা দক্ষিণলৈ মেঘালয়ৰ প্ৰান্তীয় পাহাৰুৱা অঞ্চললৈ বিস্তৃত এলেকা বুলি থোৰতে



ধাৰণা কৰি লোৱা হয়। এই দখিণ কোলৰ বক্ষস্থলত উত্তৰৰপৰা দক্ষিণলৈ প্ৰায় ২ ১/২ কিঃ মিঃ জুৰি ব্যাপি থকা সুপ্ৰাচীন মালিয়াটা বা মাইলাটা পাহাৰৰ পশ্চিম দিশৰ নামনিৰ হেলনীয়া বৃহৎ তল (অঞ্চল) আৰু উত্তৰ-পূব বা পূবৰ কিছু ঠাই আগুৰি থকা অঞ্চলসমূহক লৈয়ে বৰ্তমান মিৰ্জাৰ স্থিতি বৈ আছে। মিৰ্জাৰ চাৰিসীমা ধৰিলে উত্তৰে প্ৰায় ৫ কিঃ মিঃ দূৰত্বত বৈ থকা বিশাল ব্ৰহ্মপুত্ৰ নৈ বা পলাশবাৰী অঞ্চল, পূবে মালিয়াটা পাহাৰ, নিজেশ্বৰী মন্দিৰ তথা সোণতলা গাঁও, দক্ষিণে পিতা-মাতা মান্দিৰ তথা মণিয়েৰী তিনিআলি আৰু পশ্চিমে ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ হৈ ১ ১/২ কিঃ মিঃ আঁতৰৰ পলাশবাৰী ৰাজহ চক্ৰৰ কাৰ্যালয় আৰু ইয়াৰ দাঁতিকাষৰত থকা কোছপাৰা, সৰপাৰা, বটিয়াপাৰা গাঁওসমূহ। মাটিকালি প্ৰায় ৪ বৰ্গ কিঃ মিঃ। মিৰ্জাৰ ভৌগোলিক অৱস্থান হৈছে ২৬°-৭′-০″ উত্তৰ অক্ষৰেখাৰপৰা ৯১°-৩০′-০″ পূব দ্ৰাঘিমা ৰেখালৈ।

মিৰ্জাৰ উৎপত্তি বা ইয়াৰ নাম সম্পৰ্কত ওপৰত ইতিমধ্যে থোৰতে উল্লেখ কৰা হৈছে। তথাপি জনশ্ৰুতি আৰু বুৰঞ্জীৰ আলমত কোৱা হয় যে, মোগল সেনাপতি মিৰ্জা নাথনে সৈন্য-সামন্ত লৈ হাজোৰপৰা ব্ৰহ্মপুত্ৰ পাৰ হৈ আহি বৰদুৱাৰ আৰু ৰাণীৰাজ্য আক্ৰমণ কৰাৰ লক্ষ্যৰে মালিয়াটা পাহাৰৰ দাঁতিকাষৰীয়া অঞ্চলবোৰত দীৰ্ঘদিন ধৰি বাহৰ পাতি সমৰসজ্জা গঢ়িছিল আৰু স্থানীয় ৰজাসকলৰ সৈতে যুদ্ধত লিপ্ত হৈছিল। মিৰ্জা নাথনৰ এই পৰাক্ৰমৰ কথা লোকমুখে বাগৰি বাগৰি এটা সময়ত মিৰ্জা নামটোৱে স্থায়ী ৰূপ লয়। মিৰ্জা এখন দ্ৰুত উন্নয়নশীল গাঁও যদিও ইয়াক ৰাজহ গাঁও কোছপাৰাৰ অন্তৰ্গত বুলি ধৰা হয় আৰু ই ১০৫ নং কোছপাৰা গাঁও পঞ্চায়তৰ এলেকাধীন।

**জনসংখ্যা আৰু ইয়াৰ গাঁথনি ঃ**

মিৰ্জাৰ জনসংখ্যাৰ সঠিক হিচাপ সংখ্যা বা শতাংশত দিব পৰা সহজসাধ্য নহয়। নহয় এটা কাৰণতে যে সোণতলা, কোছপাৰা, সৰপাৰাৰ অতি আংশিক ঠাই মিৰ্জা অঞ্চলতে সামৰি লোৱা হৈছে। তেনে দিশৰপৰা বিবেচনা কৰিয়ে বিভিন্ন তথ্যসমৃদ্ধ অনুষ্ঠান/প্ৰতিষ্ঠান, সমল ব্যক্তি আৰু চৰকাৰী গাঁওবুঢ়াৰপৰা লোৱা তথ্যৰ ভিত্তিত বৰ্তমান মুঠ পৰিয়ালৰ সংখ্যা ৩২০৯ ঘৰ আৰু গড় হিচাপত ৫ জনকৈ ধৰিলে ১৬,০৪৫ জন হ'ব বুলি ঠাৱৰ কৰাৰ থল আছে। সেইদৰে পুৰুষ আৰু মহিলাৰ সংখ্যাৰ অনুপাত ৩ঃ২। কোনো কোনো নিবন্ধকাৰে মিৰ্জাৰ জনসংখ্যা ৪০,০০০ৰো অধিক আৰু কোনোৱে পৰিয়ালৰ সংখ্যা ২,০০০ৰো বেছি বুলি উল্লেখ কৰা দেখা যায়। গতিকে তথ্যত বিভ্ৰাট লক্ষণীয়।

মিৰ্জাত বসতি কৰা লোকৰ অধিকাংশই হিন্দু ধৰ্মাৱলম্বী লোক। এই লোকসকলৰ বেছিভাগেই কলিতা আৰু কুমাৰ সম্প্ৰদায়ৰ হোৱাৰ উপৰিও ব্ৰাহ্মণ, কোচ-ৰাজবংশী, কেওট, সুৰী, নমঃশূদ্ৰ আৰু অতি কমসংখ্যক বড়ো-ৰাভা-গাৰো, নেপালী, বিহাৰী, বঙালী, মাৰোৱাৰী আদি সম্প্ৰদায়ৰ লোক। ইছলাম ধৰ্মৰ লোকৰ সংখ্যাও এক বুজন পৰিমাণৰ। খ্ৰীষ্টান আৰু বৌদ্ধ ধৰ্মৰ লোক অতি তাকৰীয়া। ইতিমধ্যে দেশজুৰি আৰম্ভ হোৱা ২০১১ লোকপিয়লৰ সমাপ্তিৰ পিছতহে হয়তো এটি তথ্যভিত্তিক পৰিসংখ্যা পোৱা যাব।

**জীৱিকা ঃ**

আগেয়েই উনুকিওৱা হৈছে যে, মিৰ্জাৰ প্ৰায় ৮০-৮৫% লোকেই ব্ৰহ্মপুত্ৰৰ খহনীয়াত পৰি পলাশবাৰীৰপৰা স্থানান্তৰিত হোৱা লোক। এই লোকসকলৰ বেছি অংশই বেপাৰ-বাণিজ্যৰ লগত জড়িত হৈ থকাৰ সূত্ৰে মিৰ্জাৰ এই লোকসকলে উপাৰ্জনৰ পথ হিচাপে ব্যৱসায়-বাণিজ্যকে বাছি লৈছে। অতি কমসংখ্যক লোকৰহে খেতি-বাতি আছে। মিৰ্জাত বিভিন্ন চৰকাৰী, অৰ্ধচৰকাৰী আৰু বেচৰকাৰী সংস্থাৰ অনুষ্ঠান-প্ৰতিষ্ঠান থকা হেতুকে এনে অনুষ্ঠান-প্ৰতিষ্ঠানসমূহত আৰু মিৰ্জাৰ বাহিৰত থকা চৰকাৰী-বেচৰকাৰী কাৰ্যালয়সমূহত প্ৰায় ১৫-২০% লোকে চাকৰিত মকৰল হৈ আছে। তাৰ লগে লগে একাংশ শিক্ষিত বা অৰ্ধশিক্ষিত নিবনুৱা যুৱকে জীৱিকাৰ তাড়নাত ঘূৰি ফুৰিবলগা হৈছে। অৱশ্যে সুখৰ খবৰ যে, পলাশবাৰী, মিৰ্জা তথা ইয়াৰ আশে-পাশে কেতবোৰ উদ্যোগ গঢ়ি উঠাৰ লগে লগে কিছুসংখ্যক লোকে কৰ্মসংস্থান পাবলৈ সক্ষম হৈছে। মিৰ্জাৰ দৈনিক বজাৰৰ উপৰিও প্ৰতি দেওবাৰে বহা হাট-বজাৰে ইয়াৰ অৰ্থনৈতিক দিশ টনকিয়াল কৰাত সহায় কৰিছে। ইয়াত থকা দোকানী-ব্যৱসায়ীসকলৰ নিজ নিজ সন্থা-সংঘ আছে, যাৰ জৰিয়তে গ্ৰাহকলৈ নিয়মিতভাৱে সেৱা আগবঢ়াব





পাৰিছে।

**শিক্ষানুষ্ঠান আৰু শিক্ষা ব্যৱস্থা ঃ**

শিক্ষাকেন্দ্ৰিক মিৰ্জাত বৰ্তমানে প্ৰাথমিক পৰ্যায়ৰপৰা মহাবিদ্যালয় পৰ্যন্ত চৰকাৰী আৰু বেচৰকাৰী শিক্ষানুষ্ঠানৰ সংখ্যা হ'ল প্ৰায় ২৫ খন। দঃ কাঃ মহাবিদ্যালয়, দঃ কাঃ ছোৱালী মহাবিদ্যালয় আৰু শিক্ষক প্ৰশিক্ষণ মহাবিদ্যালয়কে ধৰি মহাবিদ্যালয় ৩খন, পলাশবাৰী আৰ বি উঃ মাঃ আৰু বহুমুখী বিদ্যালয় আৰু মিৰ্জা ছোৱালী হাইস্কুলক লৈ মাধ্যমিক বিদ্যালয় ১০ খন, জুনিয়ৰ কলেজ ৫ খন, শিক্ষা আৰু প্ৰশিক্ষণ কেন্দ্ৰ (DIET) ১খন, উচ্চ কাৰিকৰী শিক্ষাৰ প্ৰতিষ্ঠান ১খন আৰু প্ৰাথমিক বিদ্যালয় ৫ খন। উল্লেখ্য যে, মিৰ্জাত অৰুণোদয় ইংলিছ মিডিয়াম হাইস্কুল, সৰস্বতী শিক্ষা নিকেতনক প্ৰমুখ্য কৰি কেইবাখনো ইংৰাজী মাধ্যমৰ স্কুল দ্ৰুত গতিত গঢ়ি উঠিছে। এইখিনিতে উনুকিয়াওঁ যে, চৰকাৰী শিক্ষানুষ্ঠানৰ সৰ্বশিক্ষা নীতিত থকা কেৰোণ বা অন্যান্য কাৰণতে হওক, প্ৰায়ভাগ ছাত্ৰ-ছাত্ৰী তথা অভিভাৱকৰে মোহভংগ হোৱাত ইংৰাজী মাধ্যমৰ বেচৰকাৰী শিক্ষানুষ্ঠানৰ প্ৰতি ধাৱমান হোৱা দেখা গৈছে, যিটো চৰকাৰী অনুষ্ঠান বা অসমীয়া মাধ্যমৰ শিক্ষানীতিৰ প্ৰতি প্ৰত্যাহ্বান তথা ভাবুকিস্বৰূপ। ইয়াৰ বাহিৰেও কাৰিকৰী শিক্ষা বা কম্পিউটাৰ শিক্ষা গ্ৰহণৰ বাবে NITS, NICT, C-DAC, PIOMAC, NICM, NIIT আদি প্ৰতিষ্ঠানসমূহ বিৰাজমান। দূৰণিবটীয়া ছাত্ৰ-ছাত্ৰীৰ সুবিধাৰ্থে দঃ কাঃ মহাবিদ্যালয়কে আদি কৰি ব্যক্তিগত খণ্ডৰ কেইবাটাও হোষ্টেল আছে। ইয়াক বাদেও ব্যক্তিগত খণ্ডৰ কাৰিকৰী (Vocational) শিক্ষাৰ প্ৰতিষ্ঠানো কিছুসংখ্যক আছে।

**ধৰ্মানুষ্ঠান আৰু ৰাজহুৱা অনুষ্ঠান ঃ**

মিৰ্জাত বসবাস কৰা হিন্দু ধৰ্মাৱলম্বী লোকৰ বাবে উপাসনা বা পূজা-পাতল কৰা স্থল হিচাপে সাতামপুৰুষীয়া পিতা-মাতা থান, নিজেশ্বৰী মন্দিৰ, বাঘেশ্বৰী পীঠ, ভাঙৰা গোসাঁইৰ থান, মিৰ্জা ৰাজহুৱা নামঘৰ, কালী মন্দিৰ, শনি মন্দিৰ, মিৰ্জা ৰাজহুৱা শ্মশানৰ সমীপত থকা শিৱ মন্দিৰ আদি প্ৰধান। ইয়াক বাদেও মিৰ্জা পূজা মণ্ডপ (য'ত ৰাস মহোৎসৱ, কালী পূজা, লক্ষ্মী পূজা, ৰঙালী বিহু উৎসৱ উদ্‌যাপিত হয়), মিৰ্জা আঞ্চলিক শংকৰী কৃষ্টি বিকাশ কেন্দ্ৰ আদি অন্যতম ভক্তি-অৰ্চনাৰ ঠাই। বিদেশী বহিষ্কাৰ আন্দোলনত প্ৰাণ আহুতি দিয়া বীৰ শ্বহীদৰ স্মৃতি ৰক্ষাৰ সাক্ষীস্বৰূপ কেন্দ্ৰীয় শ্বহীদবেদী আৰু শ্বহীদ ভৱন, অৱসৰপ্ৰাপ্ত কৰ্মচাৰীৰ অৱসৰ বিনোদন কেন্দ্ৰ, সাহিত্য চৰ্চাৰ প্ৰাণকেন্দ্ৰ, পলাশবাৰী সাহিত্য সভাৰ সাহিত্য ভৱন (১৯৫৮), মিৰ্জা সুঁৱৰী উৎসৱৰ সভাঘৰ, ক্ৰীড়া সন্থাসমূহ উল্লেখযোগ্য অনুষ্ঠান।

**চৰকাৰী আৰু বেচৰকাৰী কাৰ্যালয় ঃ**

মিৰ্জাত বৰ্তমানে থকা চৰকাৰী আৰু বেচৰকাৰী কাৰ্যালয়সমূহৰ ভিতৰত পূব কামৰূপ বন সংমণ্ডলৰ অধীনস্থ পলাশবাৰী আঞ্চলিক বন বিষয়াৰ কাৰ্যালয়, মিৰ্জা ডাকঘৰ, ষ্টেট বেংক আৰু চেণ্ট্ৰেল বেংক অব্ ইণ্ডিয়া, জীৱন বীমা নিগম, কেন্দ্ৰীয় চিল্ক বোৰ্ড, গড়কাপ্তানি, ই. এণ্ড ডি., অসম বিদ্যুৎ পৰিষদ, পলাশবাৰী ৰাজহ চক্ৰ, পলাশবাৰী আৰক্ষী থানা, কোছপাৰা গাঁও পঞ্চায়ত, জনস্বাস্থ্য কাৰিকৰী বিভাগ, ব্ৰহ্মপুত্ৰ বোৰ্ডৰ মিৰ্জা অনুসন্ধান বিভাগ, ছয়ানী মৌজাৰ মৌজাদাৰ, উঃ ছঃ গাঃ পঞ্চায়ত সঃ সমিতি লিঃ, গেছ্ বটলিং প্লাণ্ট, অংগনৱাড়ী কেন্দ্ৰসমূহৰ কাৰ্যালয়, খণ্ড প্ৰাথমিক শিক্ষা বিষয়া আৰু খণ্ড মিছন সমন্বয়কৰ কাৰ্যালয়, মিৰ্জা পৰিদৰ্শন বঙলা, ফায়াৰ ব্ৰিগেড, টেলিকম এক্সচেঞ্জ, অসম ৰাজ্যিক পৰিবহণ নিগম, সংহত শিশু উন্নয়ন প্ৰকল্প, বেচৰকাৰী সংস্থা হিউমেন ৰিচোৰ্ছ ডেভেলপমেণ্ট অব্ ছাউথ কামৰূপ, সাংবাদিক সন্থা, ছাত্ৰ সন্থা আদিৰ কাৰ্যালয়সমূহে প্ৰধান।

**চিকিৎসা সেৱা কেন্দ্ৰ আৰু চিকিৎসালয় ঃ**

স্বাস্থ্য আমাৰ পৰম ধন আৰু সুস্বাস্থ্য আমাৰ স্বাধিকাৰ। এই স্বাধিকাৰ সাকাৰ কৰাৰ বাবে মিৰ্জাত ৩০খন বিছনাযুক্ত গ্ৰাম্য চিকিৎসালয় গঢ় লৈ উঠিছে। ইয়াৰ উপৰিও শিশু আৰু মাতৃৰ কল্যাণৰ হকে ঠায়ে ঠায়ে কেইবাটাও উপস্বাস্থ্যকেন্দ্ৰ স্থাপিত হৈছে, য'ত ধাত্ৰী আৰু আয়াসকলে চিকিৎসাৰ প্ৰাথমিক সেৱা আগবঢ়ায়। ইয়াত ব্যক্তিগত তথা মালিকাধীন সৰু-বৰ চিকিৎসা কেন্দ্ৰ (চকু চিকিৎসা, দন্ত চিকিৎসাকে ধৰি) আৰু ফাৰ্মাচীও স্থাপিত হৈছে। হোমিওপেথী আৰু আয়ুৰ্বেদিক ফাৰ্মাচী তথা ক্লিনিকো দুই-এখন দেখা যায়। পশুধন চিকিৎসাৰ ক্ষেত্ৰত



কোঁচপাৰাত ৰাজ্যিক পশু চিকিৎসালয় এখন আছে। নাৰ্ছিং প্ৰশিক্ষণৰ বাবে নাৰ্ছিং চেণ্টাৰ দুখনে কেইবাগৰাকীকো জীৱন নিৰ্বাহৰ বাট মোকলাই দিছে আৰু ৰাইজলৈ সেৱা আগবঢ়াইছে।

**সাহিত্য-কলা-সংস্কৃতি ঃ**

সাহিত্য-সংস্কৃতিৰ দিশত মিৰ্জাত এটা অনকূল বাতাৱৰণৰ সৃষ্টি হৈ আহিছে ১৯৬০ চনত পলাশবাৰী আৰ. বি. হাইস্কুলৰ খেলপথাৰত অনুষ্ঠিত হৈ যোৱা অসম সাহিত্য সভাৰ অষ্টবিংশতিতম অধিৱেশনৰ সফল পৰিসমাপ্তিৰ পিচৰপৰা। এই অধিৱেশনৰ আগে আগে ১৯৫৮ চনত পলাশবাৰী সাহিত্য সভাৰ সাহিত্য ভৱনটো নিৰ্মাণ হয়। পলাশবাৰী সাহিত্য সভাই সোণালী জয়ন্তীত ভৰি দিয়া বিষয়টো বৌদ্ধিক দিশত উল্লেখযোগ্য আৰু উত্তৰণৰ দিশত মাইলৰ খুঁটিস্বৰূপ। পলাশবাৰী সাহিত্য সভাই প্ৰতি বছৰে ইয়াৰ নিজস্ব মুখপত্ৰ "দখিণ কোল" প্ৰকাশ কৰি অহাৰ লগে লগে সাহিত্য ৰচনাৰো এক সু-বাতাৱৰণ গঢ় লৈ উঠিছে, ন ন সাহিত্যৰ সৃষ্টি আৰু প্ৰকাশ ঘটিছে আৰু সাহিত্যকৰ্মীৰ জন্ম হৈছে। এইখিনিতে উনুকিয়াব খোজোঁ যে, পলাশবাৰী সাহিত্য সভাৰ যি নিজ পুথিভঁৰাল আছে, সি বৰ্তমানে পেৰাত ভৰাই ৰখাৰ লেখীয়া হৈছে; ইয়াক উপযুক্তভাৱে ব্যৱহাৰ কৰি পাঠক তথা পঢ়ুৱৈৰ সৃষ্টি কৰিব পাৰিলে অধিক ফলৱতী হ'ব। ইয়াৰ বাহিৰেও সাহিত্য সদন, সাহিত্য মঞ্চ আদি সাহিত্যসেৱী অনুষ্ঠানসমূহেও কিঞ্চিৎ হ'লেও সাহিত্য সৃষ্টিত বৰঙণি যোগাইছে। গল্প, উপন্যাস, প্ৰবন্ধ, ৰম্যৰচনা, সাধুকথা, কবিতা, ভ্ৰমণ কাহিনী, নাট্য-সাহিত্য সৃষ্টিয়ে নবীন-প্ৰবীণ লেখাৰুৱে সাহিত্যৰ ভঁৰাল চহকী কৰাটো এটা উল্লেখযোগ্য দিশ। অনুবাদ সাহিত্যকৰ্মৰ লগতে মাহেকীয়া, ছমহীয়া আৰু বিদ্যালয়সমূহৰপৰা প্ৰতি বছৰে প্ৰকাশিত বাৰ্ষিক মুখপত্ৰ বা আলোচনী আৰু স্মৃতিগ্ৰন্থসমূহেও সাহিত্য সাধনাৰ দিশটোৰে প্ৰতিফলন ঘটাইছে। সাহিত্য জগতত পৰোক্ষভাৱে হ'লেও ইন্ধন যোগোৱা আন এটা দিশ হ'ল ছপা মাধ্যম। আধুনিক যুগৰ এই মুদ্ৰণ যন্ত্ৰই সাহিত্য আৰু সাহিত্যিকৰ মাজৰ সম্পৰ্ক অতিকৈ গঢ় আৰু দৃঢ় কৰিছে। মিৰ্জাস্থিত উচ্চ মানবিশিষ্ট ছপাশাল— বিশেষকৈ অতি পুৰণি জনতা প্ৰেছ, জনতা প্ৰিণ্টিং প্ৰেছ, শ্ৰীবিষ্ণু অফছেট প্ৰেছ, মালিয়াটা প্ৰেছে সাহিত্য জগতত প্ৰভূত বৰঙণি যোগাইছে। দঃ কাঃ মহাবিদ্যালয়ৰ মুখপত্ৰ "দক্ষিণ পট", দঃ কাঃ ছোঃ মহাবিদ্যালয়ৰ মুখপত্ৰ 'সুদক্ষিণা', পলাশবাৰী আৰ. বি. উঃ মাঃ বঃ বিদ্যালয়ৰ মুখপত্ৰ "ঊষা", মিৰ্জা ছোঃ হাইস্কুলৰ মুখপত্ৰ "নিৰ্মালি" আদি উল্লেখযোগ্য বাৰ্ষিক পত্ৰিকা। সাহিত্যিক, কবি, নাট্যকাৰ, প্ৰবন্ধকাৰ, গল্পকাৰ, ঔপন্যাসিক আদিৰ নাম আৰু ইতিমধ্যে প্ৰকাশিত পুথি-ৰচনা আদিৰ নাম লেখনীৰ কলেৱৰ বৃদ্ধি হোৱাৰ আশংকা কৰিয়ে ইয়াত উল্লেখ কৰা নহ'ল।

সাংস্কৃতিক দিশতো তুলনামূলকভাৱে পিছপৰা নহয় মিৰ্জা অঞ্চল। ১৯৭৩ চনত স্থাপিত মিৰ্জা সংগীত বিদ্যালয় আৰু নৃত্য-গীতৰ অনুষ্ঠান নূপুৰ, শ্ৰুতি, ইউনিক ডেন্স ইনষ্টিটিউট আদি লেখত ল'বলগীয়া সংগীতানুষ্ঠান তথা নৃত্যানুষ্ঠান। নাট্য আন্দোলনৰ ক্ষেত্ৰত মিৰ্জা নাট্যগোষ্ঠী, শ্ৰীকৃষ্ণ যাত্ৰাপাৰ্টি প্ৰধান। ছাত্ৰ-ছাত্ৰীৰ বৌদ্ধিক তথা মানসিক উৎকৰ্ষ সাধনৰ নিমিত্তে ৪খন চিত্ৰকলা বিদ্যালয়ো গঢ় লৈ উঠিছে।

**ক্ৰীড়া আৰু খেলপথাৰ ঃ**

সুদক্ষ খেলুৱৈ দেশৰ সম্পদ, জাতিৰ গৌৰৱ হোৱা হেতুকে হ'বলা মিৰ্জাৰ জনসাধাৰণৰ বেছিভাগেই ক্ৰীড়ামোদী। মিৰ্জা স্প'ৰ্টছ ক্লাব, দক্ষিণ কামৰূপ ক্ৰীড়া সন্থা, মিৰ্জা ক্ৰিকেট ক্লাব আদি ক্ৰীড়া সংগঠনসমূহে ক্ৰীড়াৰ দিশত যথেষ্ট বৰঙণি যোগাইছে। দক্ষিণ কামৰূপ ক্ৰীড়া সন্থাই সময়ে সময়ে অনুষ্ঠিত কৰি অহা বৰদলৈ ট্ৰফী ফুটবল খেল, স্কুল টুৰ্ণামেণ্ট আদিয়ে ছাত্ৰ-ছাত্ৰীক বিশেষভাৱে ক্ৰীড়াৰ অনুৰাগী কৰি তোলাত সহায় কৰি আহিছে। খো-খো, কাবাডী, ফুটবল, ক্ৰিকেট খেল সমন্বিতে অন্যান্য খেলৰ মান আৰু অধিক বৃদ্ধি কৰিবৰ বাবে প্ৰশিক্ষণ-কৰ্মশালা অনুষ্ঠিত কৰিব পৰা যায়। খেলপথাৰসমূহৰ ভিতৰত দঃ কাঃ ক্ৰীড়া সন্থাৰ নিজস্ব খেলপথাৰ, পলাশবাৰী আৰ. বি. উঃ মাঃ বঃ বিদ্যালয় খেলপথাৰ, জামৰতল খেলপথাৰ আৰু দঃ কাঃ মহাবিদ্যালয়ৰ খেলপথাৰকেইখন উল্লেখনীয়।

**যাতায়তী পথ ঃ**

মিৰ্জাৰ যাতায়াত ব্যৱস্থা সুন্দৰ আৰু উন্নত মানৰ। ইয়াৰ পথ আৰু উপ-পথসমূহ আহল-বহল আৰু পকী





কৰা। এনে ব্যৱস্থা হোৱাৰ মূলতে হ'ল যে, ১৯৫৪ চনত যেতিয়া ব্ৰহ্মপুত্ৰৰ প্ৰবল গৰাখহনীয়াই পলাশবাৰীৰ অস্তিত্বকে শেষ কৰি পেলোৱাৰ উপক্ৰম হ'ল, সেই সময়তে ভাৰতৰ প্ৰধানমন্ত্ৰী প্ৰয়াত জৱাহৰলাল নেহৰুৱে পলাশবাৰীৰ বানবিধ্বস্ত অঞ্চল আৰু গৰাখহনীয়া পৰিদৰ্শন কৰি ইয়াৰ নাগৰিকসকলক পুনৰ সংস্থাপন কৰাৰ নিমিত্তে মিৰ্জাক Model Townলৈ ৰূপান্তৰ কৰাৰ পৰিকল্পনাৰে তাৰ যাৱতীয় ব্যৱস্থা গ্ৰহণৰ নিৰ্দেশ দিয়ে। কিন্তু ভূতৰ ওপৰত দানৰ পৰাদি অসম চৰকাৰৰ এগৰাকী প্ৰভাৱশালী মন্ত্ৰীয়ে কৌশলপূৰ্ণভাৱে তেওঁৰ নিজ গৃহজিলাৰ উন্নয়নমূলক কামত আঁচনিৰ ধনখিনি খৰচ কৰে, ফলত Model Townৰ স্বপ্ন স্বপ্ন হৈয়ে থাকিল। ইয়াৰ নলা-নৰ্দমাসমূহো সেই অনুপাতে নিৰ্মাণ কৰা হৈছিল যদিও মেৰামতিৰ অভাৱত জহি-খহি যোৱাৰ উপক্ৰম হৈছে। ইয়াৰ ৰাস্তাসমূহ উত্তৰে ৰাষ্ট্ৰীয় ঘাইপথ আৰু পূবে প্ৰধানকৈ ৰাষ্ট্ৰীয় ঘাইপথ— লোহাৰঘাট ৰাস্তাৰ সৈতে সংলগ্ন। দক্ষিণ আৰু পশ্চিম দিশ ১ নং ঘাইপথেৰে সৈতে সংযুক্ত।

**মিৰ্জাৰ কিছুমান উল্লেখনীয় ঠাই ঃ**

তাহানি পলাশবাৰী চহৰত বৰ্তমান মিৰ্জাৰ যিসকল লোকে বিভিন্ন চুবুৰি, পাৰা, চুক, নগৰ, পুৰ আদি পাতি জীৱন নিৰ্বাহ কৰিছিল, খহনীয়াৰ পিছতো তেওঁলোকে সেই সেই এলেকাৰ অস্তিত্ব ৰক্ষাৰ্থে সদাগৰপাৰা, লাচিতনগৰ, গোপালপুৰ, নাৰায়ণপুৰ আদি নাম দি একো একোটা সীমা নিৰ্ধাৰণেৰে বসবাস কৰি আহিছে। ইয়াৰ উপৰিও জ্যোতিনগৰ, কৃষ্ণনগৰ, বিষ্ণুপুৰ, নিউ কল'নী, শান্তিপুৰ, জোনাকীপুৰ, গণেশনগৰ, কুমাৰপাৰা, পিতা-মাতা, জামৰতল আদি প্ৰসিদ্ধ নামেৰে মিৰ্জা জাতিষ্কাৰ হৈ আছে।

আজিৰ মিৰ্জা বজাৰ অঞ্চলত কেইঘৰমান শিলভঙা বিহাৰী আৰু দুঘৰমান মাৰোৱাৰী মানুহ আছিল, যাক "বাঙাল বস্তি" নামেৰে জনা গৈছিল। বৰ্তমান দঃ কাঃ মহাবিদ্যালয়ৰ সন্মুখৰ ৰাস্তাৰ পশ্চিমফালে দীঘলীয়াকৈ এখন "দীঘেলী বাকাৰা" নামৰ ঠাই আছিল। কিন্তু আজি সেই নাম লুপ্তপ্ৰায়। তাহানিৰপৰা জামগছেৰে পৰিপূৰ্ণ হৈ থকা প্ৰসিদ্ধ জামৰতলৰ জামগছৰ অস্তিত্ব প্ৰায় শেষ হওঁ হওঁ। যোৱা ২৪ এপ্ৰিল, ২০১০ তাৰিখে হঠাতে আহি পৰা প্ৰচণ্ড ধুমুহাৰ তাণ্ডৱে মিৰ্জা জামৰতল খেলপথাৰত অনুষ্ঠিত মিৰ্জা সুঁৱৰী উৎসৱৰ সোণালী জয়ন্তী উৎসৱৰ পেণ্ডেল মহটিয়াই বিস্তৰ ক্ষতি কৰাৰ লগতে জামৰতলৰ স্মৃতি তথা সাক্ষীস্বৰূপ ১২০-১৫০ বছৰীয়া প্ৰকাণ্ড জামগছ ৩ডাল উভালি পেলায়। ই অঞ্চলটোৰ বাবে বেদনাদায়ক। অৱশ্যে প্ৰকৃতিপ্ৰেমী সচেতন ৰাইজে ইয়াৰ অস্তিত্ব ৰক্ষাৰ্থে ২৫ এপ্ৰিল, ২০১০ত পুনৰ জামগছৰ পুলি ৰোপণ কৰি এক আদৰ্শপূৰ্ণ নিৰ্দৰ্শন দাঙি ধৰিছে। ■

সহায়ক সমল ঃ শ্ৰীমায়াৰাম দাস, ড° গজেন্দ্ৰ অধিকাৰী, ইছাহক আলীৰ লেখনী।





# দক্ষিণ কামৰূপৰ অনগ্ৰসৰ বৰঝাৰ গাঁওখনৰ চমু ঐতিহাসিক ৰেঙণি

তাৰিণীকান্ত দাস

প্ৰাচীন তথ্যসম্বলিত কোনো এখন ঠাইৰ ওপৰতহে ঐতিহাসিক বিশ্লেষণ আগবঢ়োৱা সহজ কাম। কিন্তু প্ৰায়ে এনে তথ্যৰ অভাৱ দেখা যায়। যাৰ বাবে সময়ত তথ্য বিচাৰি হাবাথুৰি খাবলগা হয়। সত্য তথ্য অবিহনে ঠাইখনৰ পূৰ্ণাংগ ইতিহাসে ৰূপ ল'ব নোৱাৰে। তথাপি এনে ক্ষেত্ৰত কেতিয়াবা পৰম্পৰাত মুখ বাগৰি অহা কথা নাইবা জনশ্ৰুতিকে ইতিহাসৰ মূলাধাৰ হিচাপে গ্ৰহণ কৰা হয়। গতিকে এনেকুৱা পৰম্পৰাত মুখ বাগৰি অহা কথা, জনশ্ৰুতি, বয়োজ্যেষ্ঠসকলৰ ভাষ্য, দুই-এটা প্ৰাচীন তথ্য আৰু ব্যক্তিগত দৰ্শনক সম্বল হিচাপে লৈ দক্ষিণ কামৰূপৰ এচুকত অৱস্থিত অনগ্ৰসৰ বৰঝাৰ গাঁওখনৰ ওপৰত দৃষ্টিপাত কৰি ইয়াৰ চমু বৃত্তান্ত দাঙি ধৰা হ'ল।

গোপীনাথ বৰদলৈ আন্তৰ্জাতিক বিমান বন্দৰৰ পশ্চিমফালে গাটে লাগি আছে অনগ্ৰসৰ এই বৰঝাৰ গাঁওখন। এসময়ত এইখন গাঁৱৰ মাটিতেই 'বৰঝাৰ বিমান বন্দৰ' নামেৰে বৰ্তমানৰ বিমান বন্দৰখনে প্ৰতিষ্ঠা লাভ কৰিছিল। যাৰ বাবে ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ত গাঁওখনৰ নাম চাটি-ফুটি গ'ল। কিন্তু অতি দুখৰ বিষয় এনেহেন জগত বিখ্যাত গাঁওখনৰ দুৰৱস্থা দেখি চকু কপালত উঠে। গাঁওখনৰ উন্নয়নৰ চৌদিশে আজি পৰ্যন্ত স্থবিৰ। বৰ্তমান বৰঝাৰ গাঁওখনৰ অৱস্থিতি এনেধৰণৰ— উত্তৰে আগছিয়া-আমবড়ী গাঁও, দক্ষিণে কৈটাসিদ্ধি-বংগৰা-গড়েইবড়ী গাঁও, পূবে গোপীনাথ বৰদলৈ আন্তৰ্জাতিক বিমান বন্দৰ আৰু পশ্চিমে গুমেইবড়ী-পাল্লী গাঁও। জনশ্ৰুতিমতে এসময়ত এই ঠাইখণ্ড এখন অৰণ্যভূমি আৰু ইয়াত দিনে-নিশাই বনৰীয়া জীৱ-জন্তু, বাঘ-ভালুক আদিয়ে বিচৰণ কৰিছিল। এনেকুৱা হাবিয়নি ঠাইত গঢ় লৈ উঠাৰ কাৰণে এটা সময়ত 'বৰঝাৰ' হিচাপে চিনাকি হয় বুলি বহুজনে কয়। 'বৰঝাৰ' শব্দই 'বৰ' মানে বেছি আৰু 'ঝাৰ' মানে অৰণ্য বা হাবিক বুজায়। আকৌ এই জংঘলী গাঁওখন বনৌষধি গছ-গছনিৰে ভৰি আছিল। যাৰ বাবে এটা সময়ত বনদৰৱ আৰু বেজ-বেজালিত গাঁওখন বিখ্যাত হৈ পৰিছিল। বনদৰৱ আৰু বেজ-বেজালিত 'ঝাৰ' থকা কাৰণে সময়ত গাঁওখনৰ নাম 'বৰঝাৰ' হয় বুলি আন কিছুমানে মত পোষণ কৰিছে। উদাহৰণস্বৰূপে এই বিষয়ৰ স্বৰ্গীয় বেণুধৰ কাকতি আৰু স্বৰ্গীয় থানুৰাম মজুমদাৰৰ নাম উল্লেখ কৰিব পাৰোঁ। আদিতে গাঁৱখন বৰ্তমানৰ ৰাণীৰ ৰাজ্ঞী ৰাজ্যৰ অধীনত আছিল।

গাঁওখনৰ পূৰ্বপুৰুষসকল কৈৱৰ্ত (মাছমৰীয়া) সম্প্ৰদায়ৰ আছিল। আজিৰপৰা প্ৰায় সাতশমান বছৰৰ আগতে ব্ৰহ্মপুত্ৰ নদীৰ পাৰত বাস কৰা কৈৱৰ্ত সম্প্ৰদায়ৰ কোনো এটা ঠাল স্থানচ্যুত হৈ আহি হাবি-বন কাটি, এই অৰণ্যভূমিত বাস কৰিছিল বুলি জনশ্ৰুতি আছে। বনৰীয়া জীৱ-জন্তুৰ বাবে আদিতে এওঁলোকে একেলগে থুপ খাই বাস কৰিছিল। ইয়াৰ পিছত গাঁওখনলৈ ক্ৰমে হীৰা, কোচ, বৈশ্য আৰু শালৈ সম্প্ৰদায়ৰ লোকৰ সোঁত বৱলৈ ধৰে আৰু মূল সুতিৰ লগত লগলাগি সহযোগিতাৰে বাস কৰিবলৈ ললে। গাঁওখনৰ শেষ সম্প্ৰদায়ৰ লোক আছিল কলিতা সম্প্ৰদায়। এনেকৈ এসময়ৰ সংমিশ্ৰিত জনগাঁথনিয়ে বৰ্তমান গাঁওখনৰ জনবহুল ৰূপ ধাৰণ কৰিছে। পুৰণি বৰঝাৰ গাঁৱত কেইটামান আহল-বহল পুখুৰী আছিল। পুখুৰীকেইটাৰ নাম দৌলৰ পুখুৰী, কদালধুৱা পুখুৰী, মুৰঘুন্দা পুখুৰী, গাধোৱা পুখুৰী, কলীয়া পুখুৰী, ঝাৰুৱা পুখুৰী আৰু পীতখোৱা পুখুৰী। এই পুখুৰীকেইটাৰ দূৰত্বৰ ব্যৱধান প্ৰায় এক, ডেৰ কিলোমিটাৰ। পুখুৰীকেইটাৰ দূৰত্বৰ ব্যৱধানলৈ চাই পুৰণি বৰঝাৰ গাঁওখনৰ কলেৱৰ





বিস্তৃত আছিল। গাঁওখনৰ পূব আৰু দক্ষিণ দিশত এসময়ত কোছপাৰা, হীৰাপাৰা আৰু গোসাঁইবড়ী নামৰ তিনিখন গাঁও আছিল। তেতিয়া এই তিনিখন গাঁৱৰ লগতে কাঁহিকুছি আৰু ডেকাপাৰা গাঁৱৰ লগত বৰঝাৰবাসীৰ সুন্দৰ যাতায়াত আছিল। ১৯৬২ চনৰ কথা। বৰঝাৰ বিমান বন্দৰৰ বাবে মাটিৰ প্ৰয়োজন হোৱাত ভাৰত চৰকাৰে গাঁওখনৰ সিংহাংশ মাটি অধিগ্ৰহণ কৰি ল'লে। ফলত ইয়াত থকা প্ৰায় আঠচল্লিশ ঘৰমান লোকৰ ঘৰ-বাৰী উচ্ছেদ হ'ল আৰু ওচৰৰ গাঁওবোৰত সিঁচৰতি হৈ পৰিল। লগতে সীমামূৰীয়া কোছপাৰা, হীৰাপাৰা আৰু গোসাঁইবড়ী গাঁও তিনিখনো নিচ্ছিহ্ন হ'ল। একালত ফলে-ফুলে, ধানে-পাণে চহকী বৰঝাৰ গাঁওখন এনেকৈ সংকুচিত হৈ আজিৰ অৱস্থা ধাৰণ কৰিলে। বৰ্তমানৰ গাঁওখনৰ মাটি-কালি প্ৰায় এহেজাৰ পাঁচশ বিঘাৰ কম নহ'ব। পুৰুষ, মহিলা মিলি জনসংখ্যা প্ৰায় দুহেজাৰ হ'ব। প্ৰাচীন বৰঝাৰৰ শিক্ষা সম্বন্ধে আজিও ইতিহাস নিমাত। মধ্যভাগৰ শিক্ষা ব্যৱস্থাৰ বিষয়েহে মাত্ৰ কিছু কথা জ্ঞাত। এই সময়ছোৱাত কমসংখ্যক আঙুলিৰ মূৰত গণিব পৰা ছাত্ৰহে শিক্ষাৰ প্ৰতি আগ্ৰহী আছিল। এওঁলোকে উচ্চ শিক্ষাৰ বাবে পলাশবাৰী হাইস্কুললৈ গৈছিল। ছাত্ৰ কেইগৰাকী আছিল প্ৰয়াত ধনেশ্বৰ মজুমদাৰ, থানুৰাম মজুমদাৰ, গোবিন্দ দাস, দেৱেন্দ্ৰ বৰুৱা, চণ্ডীচৰণ কাকতি আৰু ভোলাৰাম কাকতি। এওঁলোকেই পুৰণি বৰঝাৰ গাঁৱৰ উচ্চ শিক্ষাৰ প্ৰথম ছাত্ৰ আৰু স্বৰ্গীয় গোবিন্দ দাস গাঁওখনৰ প্ৰথম প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ ছাত্ৰ। পিছত এখেতে গাঁৱৰ এজন আদৰ্শ কৃষক হিচাপে পৰিচয় দি গাঁওবাসীক উৎসাহিত কৰিছিল। এনেকৈ গাঁওখনত ক্ৰমে শিক্ষাৰ পৰিসৰ বৃদ্ধি হৈ পিছত বুজন সংখ্যক ছাত্ৰ-ছাত্ৰীয়ে বুল্লা এম্, ভি, স্কুল আৰু স্থানান্তৰিত পলাশবাৰী আৰ, বি, উচ্চ মাধ্যমিক বিদ্যালয়ত শিক্ষা লাভ কৰি কেইজনমানে হাইস্কুল শিক্ষান্ত পৰীক্ষাতো উত্তীৰ্ণ হয়। আলোচনাৰ পৰিধি চমু হোৱাত নামবোৰ প্ৰকাশ কৰা নহ'ল। শ্ৰীদেৱেশ্বৰ মদুমদাৰ এই সময়ৰ প্ৰথম স্নাতক ডিগ্ৰীৰ ছাত্ৰ আছিল। গাঁওখনৰ প্ৰথম স্নাতকোত্তৰ ডিগ্ৰী লোৱা ছাত্ৰ শ্ৰীখগেন দাসৰ নামো উল্লেখযোগ্য। ১৯৬৮ চনৰপৰা ১৯৮৫ চনৰ সময়ছোৱাত গাঁওখনৰ শিক্ষাৰ মানদণ্ড উচ্চস্তৰলৈ গতি কৰিলে আৰু লগতে ছাত্ৰ-ছাত্ৰীৰ মনত প্ৰতিযোগিতামূলক ভাবধাৰাই খোপনি ল'লে। ফলস্বৰূপে বহুকেইজন ছাত্ৰ-ছাত্ৰীয়ে হাইস্কুল শিক্ষান্ত পৰীক্ষাত সুখ্যাতি লাভ কৰাৰ লগতে দুই চাৰিজনে স্নাতকোত্তৰ ডিগ্ৰী লৈ গাঁওখনৰ গৌৰৱ বৃদ্ধিত অৰিহণা যোগায়। বিশেষ অসুবিধাত নামবোৰ উল্লেখ কৰা নহ'ল। এওঁলোকে গদেইবড়ী এম, ই, স্কুলৰপৰা আৰম্ভ কৰি পলাশবাৰী আঞ্চলিক হাইস্কুলত আৰু দুই-চাৰিজনে ৰামছৰাণী হাইস্কুলত উচ্চ শিক্ষা লাভ কৰিছিল। বৰ্তমান কিন্তু গাঁওখনৰ শিক্ষাৰ পৰিৱেশ দুখলগা বিধৰ। এতিয়া কিছুসংখ্যক ছাত্ৰ-ছাত্ৰীয়ে গুমেইবড়ী গাঁৱত প্ৰতিষ্ঠিত হাইস্কুলখনতে পঢ়াশুনা কৰি আছে।

অনুষ্ঠানৰ ভিতৰত গাঁওখনত প্ৰথমে ১৯০১ চনত ১০০ নম্বৰ বৰঝাৰ প্ৰাথমিক বিদ্যালয়খন প্ৰতিষ্ঠা হয়। স্বৰ্গীয় জিয়াৰাম মণ্ডল এই বিদ্যালয়ৰ প্ৰথম সভাপতি আছিল। এসময়ত এইখন বিদ্যালয়ৰ শিক্ষক তথা গাঁওখনৰ এজন আদৰ্শবান ব্যক্তি হিচাপে প্ৰয়াত কামিনী প্ৰসাদ ভূঞাদেৱৰ নাম উল্লেখ নকৰিলে ভুল কৰা হ'ব। আনটো উল্লেখনীয় অনুষ্ঠান হৈছে 'বৰঝাৰ জ্ঞানোদয় পুথিভঁৰাল'টি। ১৯৫০ চনৰ ২৬ ডিচেম্বৰ তাৰিখত এই পুথিভঁৰালটিৰ জন্ম হয়। ইয়ে পুৰণিকালৰপৰা বৰ্তমানলৈ গাঁওখনৰ কৃষ্টি-সংস্কৃতিৰ মুখ্য ভূমিকা বহন কৰি আছে। পঞ্জীয়নভুক্ত এই পুথিভঁৰালটিৰ প্ৰথম সভাপতি স্বৰ্গীয় শিৱচৰণ মজুমদাৰ, সম্পাদক স্বৰ্গীয় তীৰ্থনাথ শৰ্মা আৰু পুথিভঁৰালী স্বৰ্গীয় ৰবীন্দ্ৰ মজুমদাৰ আছিল। পুথিভঁৰালৰ লগতে গাঁওখনৰ উন্নয়নমূলক কামত আত্মনিয়োগ কৰি অহা প্ৰয়াত তীৰ্থনাথ শৰ্মাৰ নাম চিৰস্মৰণীয়। আগতে এই পুথিভঁৰালটিৰ সৌজন্যত স্থানীয় যুৱকৰ জৰিয়তে প্ৰতিবছৰে নাটক মঞ্চস্থ কৰাৰ নিয়ম আছিল। এতিয়া ইয়াৰ পৰিৱৰ্তে মাঘ মাহত ভোগালী বিহু উৎসৱ বহুলভাৱে উদ্‌যাপন কৰা হয়। পুৰণি বৰঝাৰ গাঁওখনত জানিবপৰা মতে যাত্ৰাভিনয় উৎসৱ পালন কৰি আহিছিল। এই উৎসৱক 'সভাদিয়া' পৰ্ব বুলি কৈছিল। এই সময়ত গড়গড়াবাসী স্বৰ্গীয় হৰিদেৱ গোস্বামীদেৱৰ ত্যাগ অতিকে প্ৰশংসনীয়। এটা সময়ত তেখেতৰ প্ৰচেষ্টাতেই গাঁওখনৰ এটা 'যাত্ৰাপাৰ্টি'ৰ দল গঠন হৈ চৌদিশে গাঁওখনৰ সুনাম প্ৰচাৰ হৈছিল। ইয়াৰ পিছত স্বৰ্গীয় চণ্ডীচৰণ কাকতিৰ পৰিচালনাত এটা 'বেণ্ডপাৰ্টি'ৰ দল আৰু স্বৰ্গীয় বগাৰাম দাসৰ



সভাপতিত্বত 'ঘোষানাম' দল গঠন হৈ সময়ৰ সোঁতত বিলুপ্ত হ'ল। বৰঝাৰ প্ৰাথমিক বিদ্যালয়ৰ উত্তৰ দিশত এখন আহল-বহল খেলপথাৰ আছিল। ইয়ো আজি মানুহৰ বাসস্থানত পৰিণত হৈছে। বৰ্তমানৰ স্থিতিলৈ লক্ষ্য কৰিলে দেখা যায় যে, পাৰাত বিভাজিত সৰু আগছিয়াত পুনৰ এখন প্ৰাথমিক বিদ্যালয়, বৰঝাৰত দুখন আৰু ঝাৰুপাৰাত এখন অংগনবাড়ী শিক্ষানুষ্ঠান স্থাপন হৈ শিক্ষাৰ পৰিসৰ বৃদ্ধি হৈছে। আকৌ এই বছৰত ডাক্তৰবিহীন স্বাস্থ্য উপকেন্দ্ৰ এখন প্ৰতিষ্ঠিত হৈ গাঁওখনৰ শিশু আৰু মহিলাসকলৰ স্বাস্থ্য বিষয়ত কিঞ্চিৎ পৰিমাণৰ উপকাৰ সাধন হৈছে। গাঁওখনত থকা এতিয়াৰ নামঘৰটোত প্ৰতি বছৰে এটা হোম দিয়া পৰ্ব চলে। এই পৰ্বতে বাৰগোপালৰ লগত সুঁৱৰী উৎসৱ পালন কৰি উৎসৱৰ পৰিসৰ গাঁওখনত বৃদ্ধি কৰা হৈছে। ঝাৰুপাৰা আৰু সৰু আগছিয়াতো অনুৰূপ অনুষ্ঠান উদ্‌যাপন কৰা প্ৰথা আছে। বৰঝাৰ গাঁওখনত থকা ৰাজহুৱা শ্মশানখন পুৰণি যদিও আজিলৈ অৱহেলিত অৱস্থাত ৰৈ আছে।

জীৱিকাৰ ক্ষেত্ৰত প্ৰাচীন বাসিন্দাসকলে মাছমৰা আৰু কৃষিকাৰ্যকে প্ৰাধান্য দিয়া ৰিণিৰিণিকৈ জানিব পৰা যায়। ইয়াৰ পিছত ক্ৰমে ফল-মূলৰ বৃক্ষৰোপণ আৰু ধানখেতিৰ উপৰিও মৰাপাট, মাহ, মচুৰ আদি বিভিন্ন খেতিত মনোনিৱেশ কৰে। মুঠতে কৃষিকাৰ্যই গাঁওবাসীৰ মুখ্য জীৱিকা আছিল। বহু বছৰলৈকে পুৰণি গাঁওখনত চাকৰিয়াল লোক নাছিল। পিছত স্বৰ্গীয় ধনেশ্বৰ মজুমদাৰেই ডি, এফ, ও, চাকৰি কৰি প্ৰথম স্থান দখল কৰে। স্বৰ্গীয় বিৰহু মজুমদাৰ সেই সময়ত গুৱাহাটী কোৰ্টৰ 'জুৰি'ৰ মেম্বাৰ আছিল। এই কাৰ্যত তেওঁ বাইশ বছৰ অতিক্ৰম কৰি গাঁওখনৰ বলিষ্ঠ পদক্ষেপ লৈছিল। তেতিয়াৰ বাসিন্দাসকলৰ পলাশবাৰীৰ 'হাৰাঘাট' নামৰ বজাৰখনেই প্ৰধান হাট-বজাৰৰ কেন্দ্ৰ আছিল বুলি জনা যায়। ইয়াৰ পিছত ঢোপৰতল (ধাৰাপুৰ) আৰু গধূলি বজাৰ (আজাৰা) বজাৰ দুখনলৈ গৈও বয়-বস্তু বেচা-কিনা কৰিছিল। বৰ্তমান কিন্তু গাঁওখনত শিক্ষককে ধৰি বিভিন্ন বিভাগত চাকৰিয়ালৰ সংখ্যা ক্ৰমে বৃদ্ধি পাই আহিছে। সৰু-ডাঙৰ ব্যৱসায়ীৰ সংখ্যাও কম বুলিব নোৱাৰি।

যাতায়তৰ ক্ষেত্ৰত গাঁওখনে এতিয়াও পিছপৰি আছে। ইয়াৰ ভিতৰভাগৰ বাট-পথ অতি দুৰ্বল। মুখ্য পথছোৱাৰ পকীকৰণৰ কাম আজি এবছৰ অতিক্ৰম কৰাৰ পিছতো সম্পূৰ্ণ হৈ উঠা নাই। শামুকীয়া গতিৰে পথছোৱাৰ কাম চলি থকাত গাঁওবাসীৰ মাজত হতাশাই দেখা দিছে।

সাহিত্য-সংস্কৃতি চৰ্চাৰ বিষয়ত ই সন্তোষজনক নহয়। এই বিষয়তো গাঁওখন সদ্যহতে এপাচি জালুকৰ মাজৰ এটি তিল সদৃশ।

পৰিশেষত, ইমান বিশাল বিষয় এটিৰ ওপৰত চমু পৰিধিৰ ভিতৰত সকলো কথাই পুংখানুপুংখকৈ আলোচনা কৰা অতি কঠিন কাম। সেয়েহে এই আলোচনাৰ মাজত জ্ঞাতে-অজ্ঞাতে বহুতো কথাই হয়তো ৰৈ গৈছে। তাৰ বাবে আটাইৰে ওচৰত ক্ষমা বিচাৰি ক্ষুদ্ৰ লেখনীৰ সামৰণি মাৰিলোঁ। ■





# আমাৰ গাঁও 'গড়ল'

উমেশ চন্দ্ৰ দাস

শুৱনি আমাৰ গাঁওখনি অতি
শুৱনি গছেৰে ভৰা
ডাল ভৰি ভৰি ফল-ফুল লাগে
ক'ত পাওঁ তলসৰা...

নামৰ উৎপত্তি আৰু অৱস্থিতি ঃ আমাৰ গাঁওখনৰ নাম গড়ল। কামৰূপ (মেট্ৰ') জিলাৰ গুৱাহাটী মহকুমাৰ অন্তৰ্গত ৰামছাৰানী মৌজা এলেকাত অৱস্থিত আমাৰ গাঁওখন দক্ষিণ কামৰূপৰ ভিতৰত এখন জনবহুল গাঁও। মহানগৰীখনৰ প্ৰায় পোন্ধৰ কিলোমিটাৰ পশ্চিম প্ৰান্তত আৰু অসমৰ আন্তৰ্জাতিক বিমান বন্দৰৰ সমীপত অৱস্থিত গাঁওখনৰ উত্তৰ দাঁতিয়েদি মহাবাহু ব্ৰহ্মপুত্ৰ বৈ গৈছে। আমাৰ গাঁওখনৰ নামটিৰ উৎপত্তি বুৰঞ্জীপ্ৰসিদ্ধ নহয় যদিও ইয়াৰ এটা সুকীয়া বৈশিষ্ট্য আছে। জনশ্ৰুতি মতে আমাৰ গাঁৱৰ পূব প্ৰান্তত এটা পুৰণিকলীয়া ঠেক কিন্তু খুউব দীঘলীয়া পুখুৰী আছে। এই পুখুৰীটোৰ ওচৰেৰে কটা-চিঙা বা আঘাতপ্ৰাপ্ত কোনো লোক যদি অহা-যোৱা কৰে বা পুখুৰীটো ইপাৰ-সিপাৰ হয়, তেনে লোকৰ আঘাতপ্ৰাপ্ত ঠাইখিনি ফুলি উঠে, বিষায় আৰু পকিবলৈ ধৰে। অৰ্থাৎ গৰল লাগে। এনে বিশ্বাসৰ ওপৰত ভিত্তি কৰিয়েই গাঁওখনৰ সৃষ্টিৰ কালৰেপৰা নাম 'গড়ল' হৈছে।

আনহাতে— প্ৰচলিত জনশ্ৰুতি অনুসৰি গাঁওখনৰ নামৰ উৎপত্তি আনধৰণে হোৱা বুলিও জনা যায়। অসমত আহোম ৰাজত্ব কালত আহোম ৰজাৰ নিৰ্দেশানুক্ৰমে আমাৰ গাঁৱৰ পূব প্ৰান্তৰপৰা ক্ৰমাগতভাৱে পশ্চিমলৈ ব্ৰহ্মপুত্ৰ নৈৰ দাঁতিয়েদি গুৱাহাটী অভিমুখে উজুৱাই অহা শত্ৰুপক্ষক বাধা দিবলৈ এটি গড়-খাৱৈ খন্দা হৈছিল। সেই গড়খাৱৈৰ নামটিৰপৰাই গাঁওখনৰ নাম 'গড়ল' হৈছে। অৱশ্যে এনে জনপ্ৰবচনটিৰো কোনো লিখিত তথ্য পোৱা নাযায়। যিয়েই নহওক আমাৰ গাঁওখনিৰ নামটিৰ তথ্যৰ বৈশিষ্ট্য আছে।

জনসংখ্যা ঃ আগতেই উল্লেখ কৰা হৈছে যে, আমাৰ গাঁওখন এখন জনবহুল গাঁও। গাঁওখন সাতটা চুবুৰী বা পাৰাৰ সমষ্টিৰে গঢ়ি উঠিছে। ইয়াত ভট্টাপাৰা, খেলিয়াপাৰা, বৰুৱাপাৰা, মিৰ্জাপুৰ, ডক্তোৰড়ী, লোহাৰ মিৰ্জাপুৰ, কুহঁবড়ী আৰু আমৰড়ী নামেৰে চুবুৰীকেইটা পোৱা যায়। প্ৰতিটো চুবুৰী বা পাৰায়েই একো একোটা লোকাৰণ্য চুবুৰী বা পাৰা। গাঁওখনত আনুমানিক দহ হাজাৰমান জনসমষ্টি থকাৰ উমান পোৱা যায়। ইয়াত পুৰুষ মহিলাৰ অনুপাত প্ৰায় ৫৫:৪৫ মান হ'ব।

শিক্ষা আৰু জীৱিকা ঃ আমাৰ গাঁওখন গুৱাহাটী বিশ্ববিদ্যালয়ৰ নিকটৱৰ্তী গাঁও হিচাপে শিক্ষা-দীক্ষাৰ ক্ষেত্ৰত লেখতল'বলগীয়া ধৰণে আগবঢ়া নহয়। অতীজৰেপৰা গাঁওবাসী কৃষিৰ ক্ষেত্ৰতহে আগৰণুৱা আছিল। তথাপিতো কমসংখ্যক সচেতন অভিভাৱকে নিজৰ ল'ৰা-ছোৱালীক শিক্ষা গ্ৰহণৰ সুযোগকণ দি আহিছিল। কিন্তু তাৰ কিছুকাল পিছত সম্পূৰ্ণ বিপৰীত দেখা যায়। গাঁওখনত এশ শতাংশই শিক্ষাগ্ৰহণৰ উদ্দেশ্যৰে বিদ্যালয়মুখী হৈছে। তাহানিতে কমসংখ্যক শিক্ষিত ব্যক্তিৰপৰাই বহুজনে অসম চৰকাৰৰ উচ্চ পদবীত অধিষ্ঠিত হ'বলৈ সক্ষম হৈছিল। আমাৰ গাঁৱৰেই সুযোগ্য সন্তান শ্ৰীযুত হৰেন্দ্ৰ নাথ দাস, ডাঃ ৰোহিনী কুমাৰ বৰুৱা প্ৰমুখ্যে বহুজনে অসমৰ মুখ্য সচিব, বিভিন্ন বিভাগৰ সচিব আদিৰ দৰে সন্মানসূচক পদত অধিষ্ঠিত হ'বলৈ সক্ষম হৈছিল। আনকি গড়লৰ সুযোগ্য সন্তান প্ৰয়াত ৰাধিকাৰাম দাসদেৱে অসম চৰকাৰৰ কেবিনেট পৰ্যায়ৰ ৰাজহ মন্ত্ৰীৰূপেও কাৰ্যনিৰ্বাহ কৰি গড়ললৈ সুনাম কঢ়িয়াই আনিছিল।

আমাৰ গাঁৱত বৰ্তমান চাৰিখন প্ৰাথমিক বিদ্যালয় আছে। গাঁওখনৰ কণ কণ শিশুহঁতে এই বিদ্যালয়কেইখনতে

শৈক্ষিক জীৱনৰ পাতনি মেলে। গাঁওখনত বৰ্তমানলৈ উচ্চ মাধ্যমিক বিদ্যালয় নাই যদিও গাঁওবাসীৰ নিঃস্বাৰ্থ ত্যাগ আৰু সহায়-সহযোগিতাত এম, ই, স্কুল স্থাপিত হৈছে। আমাৰ গাঁৱৰ শিশুহঁতে উচ্চ মাধ্যমিক পৰ্যায়ৰ শিক্ষা গ্ৰহণৰ বাবে গাঁওখনৰ পূব পশ্চিম প্ৰান্তত থকা পশ্চিম ৰামছাৰাণী উচ্চ মাধ্যমিক বিদ্যালয়, পলাশবাৰী আঞ্চলিক উচ্চ মাধ্যমিক বিদ্যালয়, ধাৰাপুৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়, চন্দ্ৰপ্ৰভা বড়া উচ্চ মাধ্যমিক আৰু ৰাজধৰ বড়া উচ্চতৰ মাধ্যমিক বিদ্যালয়লৈ ঢাপলি মেলিবলগীয়া হয়। অৱশ্যে এই বিদ্যালয়সমূহৰ উৎপত্তিৰ দিশতো আমাৰ গাঁওবাসীৰ অৰিহণা আছে। আমাৰ গাঁৱৰ ছাত্ৰ-ছাত্ৰীসমূহৰ উচ্চ শিক্ষাৰ ক্ষেত্ৰত গাঁওখনত মহাবিদ্যালয় নাই। তেওঁলোকে দক্ষিণ কামৰূপ মহাবিদ্যালয়, দক্ষিণ কামৰূপ ছোৱালী মহাবিদ্যালয়, পশ্চিম গুৱাহাটী মহাবিদ্যালয় আদিৰ উপৰিও গুৱাহাটীস্থ নানা মহাবিদ্যালয়ত নামভৰ্তি কৰি উচ্চ শিক্ষা গ্ৰহণ কৰি আহিছে। ওপৰত উল্লেখ কৰি অহা হৈছে যে, আমাৰ গাঁৱৰ বাসিন্দাসকলৰ ঘাই জীৱিকাৰ পথ কৃষি আছিল যদিও এতিয়া সৰহসংখ্যক লোকৰ জীৱিকা চাকৰি, ব্যৱসায় আদি। অৱশ্যে উল্লেখ কৰা উচিত হ'ব— আমাৰ গাঁৱৰ সৰহভাগেই যদিও চাকৰি বা ব্যৱসায়েৰে জীৱিকা অৰ্জন কৰে তেওঁলোকে ব্ৰহ্মপুত্ৰৰ চাপৰিত অৰ্থাৎ মঝলিত নানা ধৰণৰ শস্য শ্যামলাৰ খেতি-বাতিটো ব্যস্ত থকাৰ নজীৰ আছে। গাঁওখনৰ পৰাই চুবুৰী বজাৰসমূহৰ উপৰিও নগৰলৈও নানাধৰণৰ শাক-পাচলি আদি ৰপ্তানি কৰিবলৈ গাঁওবাসী সক্ষম হৈছে। বৰ্তমানো গাঁৱৰ বহুকেইজন লোক অসম চৰকাৰৰ উচ্চ পদৱীত কাৰ্যনিৰ্বাহ কৰি থকা দেখা যায়। আমাৰ গাঁৱৰ দৰে কৃষিপ্ৰধান গাঁৱৰপৰাই শিক্ষিত, উচ্চপদস্থ বিষয়াৰ আবিৰ্ভাৱ হোৱাতো এটা গৌৰৱৰ কথা।

গাঁওখনৰ জনগাঁথনি ঃ আমাৰ গাঁওখন ঘাইকৈ হিন্দু সম্প্ৰদায়প্ৰধান গাঁও। ইয়াৰ মুছলমান সম্প্ৰদায়ৰো লোক কিছু পৰিমাণে আছে। অতীজৰেপৰা দুয়ো সম্প্ৰদায়ৰ মানুহে 'আমি গড়লীয়া' ৰূপে মিলা-প্ৰীতিৰে বাস কৰি আহিছে। আমাৰ গাঁৱৰ হিন্দুসকলৰ মাজত নানা বৰ্ণৰ যেনে— ব্ৰাহ্মণ, বৈশ্য, শূদ্ৰ, কলিতা আদিৰ লোক আছে।

আমাৰ গাঁও গড়ল নানা ধৰ্মীয় অনুষ্ঠান-প্ৰতিষ্ঠানৰ গাঁও। কাৰণ ইয়াৰ জনসমষ্টি ধৰ্মৰ প্ৰতি বৰ আসক্ত। এইক্ষেত্ৰত গড়ল গাঁৱত প্ৰতিষ্ঠিত ধৰ্মানুষ্ঠানবোৰেই প্ৰমাণ দিয়ে। আমাৰ গাঁৱত সমুহীয়াভাৱে প্ৰতিষ্ঠিত মঠ-মন্দিৰবোৰ হ'ল— দুৰ্গা মন্দিৰ, মনসা মন্দিৰ, কৃষ্ণ মন্দিৰ, শনি মন্দিৰ, শিৱ মন্দিৰ ইত্যাদি। এনে ধৰ্মীয় অনুষ্ঠান-প্ৰতিষ্ঠানসমূহ গাঁওবাসীয়ে বাৰ্ষিকভাৱে যথাসময়ত ভক্তি-অঞ্জলিৰে পূজা-পাতল কৰি আহিছে। ইয়াৰ উপৰিও আমাৰ গাঁৱৰ ৰাইজে লক্ষ্মীপূজা, কালীপূজা, গণেশপূজা, নানা যাগ-যজ্ঞ, তিথি পালন আদিও উদ্‌যাপন কৰে। গড়লত ৰঙালী বিহু সন্মিলনী, সাংস্কৃতিক সন্ধিয়া আয়োজন, ভোগালী বিহু সান্মিলনী, সুঁৱৰি উৎসৱ, ফল্গু উৎসৱ আদিও পালন কৰা হয়।

উল্লেখযোগ্য যে গড়ল গাঁৱত ১৮৫৩ চন মানতে 'খুলীয়া পাৰ্টি'ৰ জন্ম হৈছিল। আমাৰ গাঁৱৰ যদিও স্থায়ীভাৱে সাংস্কৃতিক শিক্ষানুষ্ঠানৰ জন্ম হোৱা নাই তথাপিতো গাঁওবাসী অতীতৰেপৰা এইক্ষেত্ৰত পিছপৰি থকা নাই। আমাৰ গাঁৱত দুই তিনিটা নাগাৰা নামদল, বৰগীত দল, ঢুলীয়াৰ দল, ওজাপালিৰ দল, চৈতালি নামদল, বেশুপাৰ্টি আদি আছিল আৰু গাঁওখনলৈ সুনাম কঢ়িয়াই আনিছিল। অৱশ্যে বৰ্তমান গড়লত বহুকেইটা সংস্কৃতিসম্পন্ন দল নাইকিয়া হৈছে। উল্লেখ কৰা উচিত হ'ব যে, অসমৰ কলা-কৃষ্টিৰ পথাৰখনত গড়ল গাঁৱৰ 'যাত্ৰাদল'ৰ এটা সুকীয়া স্থান আছে। তাহানিতে জন্মগ্ৰহণ কৰা 'গড়ল যাত্ৰা দলে' ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰ, দক্ষিণপাৰত খলকনিৰ সৃষ্টি কৰি সুকীয়া স্থান দখল কৰিছিল। ইয়াৰ উপৰিও ৰামধেনু নাট্যদল, শ্ৰীমন্ত শংকৰদেৱ নাট্য পৰিষদ আদি নাট্য সমাজেও এইক্ষেত্ৰত পিছ পৰি থকা নাছিল। গড়লবাসীয়ে বহু অতীজৰেপৰা বছৰেকীয়াভাৱে দুৰ্গাপূজা, মনসাপূজা উপলক্ষে 'পূৰ্ণাংগ নাট' প্ৰদৰ্শন কৰিও কলা-সংস্কৃতিৰ ধাৰা গাঁওখনত অব্যাহত ৰাখিছিল।

সাহিত্যৰ ক্ষেত্ৰত গড়লবাসী অতীজৰেপৰা আগৰণুৱা নহয়। দুই-চাৰিজনে এইক্ষেত্ৰত অগ্ৰসৰ হ'বলৈ ইচ্ছা কৰে যদিও পিছ হুহকি আহিবলগীয়া হয়! তথাপিতো আমাৰ গাঁৱত গীতিকবি, উপন্যাস লেখক আদিৰ অভাৱ হোৱা নাই। দুই-চাৰিজন তেনে লেখকৰ লিখনি বাতৰিকাকত, কিতাপযোগে প্ৰকাশ হৈ আছে। মই ভাবো, উপযুক্ত সা-সুবিধা, উৎসাহ-উদ্দীপনা পালে আমাৰ গাঁৱত সাহিত্যসেৱী ভৱিষ্যতেও ওলোৱাৰ যথেষ্ট থল আছে। ■



# ইতিহাসে গৰকা বৰকুছি গাঁৱৰ অতীত আৰু বৰ্তমান

মধুৰাম দাস

*ওঁ নমো ভগৱতে তস্মৈ আদিত্যায় নমো নমঃ।*
*নমো বেদান্ত বেদ্যায় সৰ্ব্ব যজ্ঞ নমো নমঃ।।*

—আদিত্য হৃদয় স্তোত্ৰম্

সৃষ্টিতত্ত্বৰ ৰহস্যৰ অন্তৰালত এই দৃষ্টমান জগতৰ সকলোবোৰ সত্যৰপৰাই উৎপত্তি হয় আৰু ই সময়ৰ বুকুত এদিন সত্যতে বিলীন হয়। মাথোঁ শিলালিপি, ভগ্নাৱশেষ, জনশ্ৰুতি, লোক-প্ৰবাদ (Legend) আদিয়ে তাৰ মৌলিক সত্তাই এক ধূসৰ ইতিহাসৰ নীৰৱ সাক্ষীৰূপে থিয় দি থাকে। তেনে এক ধূসৰ ইতিহাসে গৰকা 'বৰকুছি গাঁও'ৰ উৎপত্তিগত ৰহস্যৰ আদি আৰু ইয়াৰ ধৰ্মতত্ত্বৰ সংযোগৰ সম্পৰ্ক বিচাৰি অসম তথা ভাৰতৰ প্ৰাচীন ইতিহাস আৰু সংস্কৃতিৰ দুৱাৰে দুৱাৰে ঘূৰি ফুৰিলে কিছু তথ্য পোৱা যায়। বৰকুছি গাঁৱৰ গাতে লাগি থকা আৰু বৰ্তমানলৈ পৰিচালিত জনগণৰ ধৰ্মীয় সংস্কৃতিৰ উৎস মা শ্ৰীশ্ৰীনিজেশ্বৰী থান আৰু শ্ৰীশ্ৰীবাঘ্ৰেশ্বৰী থানৰ সম্বন্ধ আদিতত্ত্ব আৰু দেৱীতত্ত্বৰ লগত জড়িত। দুয়োখন প্ৰাচীন মাতৃ তীৰ্থস্থান গাঁওখনৰ দক্ষিণে মাইলাটা (মালীয়াতা) পাহাৰত অৱস্থিত। পুৰাণৰ মতে দেৱীতত্ত্বৰ পৰমেশ্বৰীক (নাৰায়ণী) আৰ্য ঋষি-মুনিসকলে প্ৰথমতে 'ঐশী' শক্তিৰ প্ৰতীক নাৰী মূৰ্তিকে দেৱী বা মাতৃৰূপে উপাসনা কৰিবলৈ লৈছিল— 'অগ্ৰতো মাতৰঃ পূজ্য পিতৃনাং তদন্তৰম্' (মনুস্মৃতি)। সেয়ে দুয়োগৰাকী আদিদেৱীৰ প্ৰভাৱ গাঁওখনৰ জনগণৰ ধৰ্ম আৰু সংস্কৃতিৰ পৰম্পৰা হিচাপে গভীৰ ৰেখাপাত কৰি আহিছে। বৰকুছি গাঁৱৰ ইতিহাস সৃষ্টিত ইয়াৰ ভূমিকা নিশ্চিতভাৱে গুৰুত্বপূৰ্ণ। সেয়ে বিশ্ববিশ্ৰুত W. Vogelin এ কৈছে— ' A story presented as having actually occured in a previous age explaining the cosmological and supernatural traditions of a people, their Gods heroes, cultural traits, religious beliefs etc.' দেৱী নিজেশ্বৰী আৰু বাঘ্ৰেশ্বৰীৰ বুকুতে মা মনসা দেৱীৰ আবিৰ্ভাৱে বৰকুছি আঞ্চলিক জনজীৱনৰ ওপৰত শক্তিতত্ত্ব আৰু দেৱীতত্ত্বই এক নতুন ধৰ্মীয় সংস্কৃতিৰ প্ৰাণ সঞ্চাৰ কৰিছে। যিহেতু দুয়োখন মহান তীৰ্থভূমি পুৰাতীত কালৰেপৰাই ইয়াৰ জনজীৱনৰ লগত নিবিড়ভাৱে জড়িত, সেয়ে দুয়োগৰাকী দেৱীমাতৃৰ স্মৃতিৰ ৰূপৰেখা অতি চমুকৈ দাঙি ধৰাৰ প্ৰয়াস কৰিলোঁ।

সমগ্ৰ বিশ্বৰ ধৰ্মসূত্ৰত সন্তান সৃষ্টিৰ অসীম ৰহস্য বহন কৰা উৎপাদনৰ প্ৰতীক জগতৰ মূল কাৰণস্বৰূপ নাৰীতত্ত্বক প্ৰাধান্য দিয়া হৈছে— 'নাৰায়ণী বিষ্ণুমায়া পূৰ্ণব্ৰহ্ম স্বৰূপিনী'। তেওঁতেই জাগতিক সকলো শক্তি পঞ্জীভূত হৈ আছে— 'Thou art a billion in thyself'। শক্তি আৰু প্ৰকৃতি একে পৰ্যায়ৰ শব্দ— 'প্ৰধানং প্ৰকৃতিঃ শক্তিঃ' (শব্দ কল্পদ্ৰুম)। এই প্ৰকৃতি বা শক্তি গতিশীল হ'লে সৃষ্টিকাৰ্যৰ সূত্ৰপাত হয়। সেয়ে ঋগেদৰ প্ৰণৱতো সূৰ্যক গ্ৰহ-নক্ষত্ৰ আৰু প্ৰাণময় জগতৰ প্ৰসৱকাৰিণী মাতৃ 'সৱিতা (পূষা)' বোলা হৈছে— 'নমঃ সৱিত্ৰে দ্বাৰায়... ত্ৰয়ীধাসাত্মনে নমঃ।' অথৰ্ববেদত দেৱী পৃথিৱী সূক্তৰ 'মাতা পৃথিৱী মহীয়ং' বসুমতী আইৰ বৰ্ণনা চমৎকাৰ। উক্ত বিষয়ে ভগৱান শ্ৰীকৃষ্ণই ব্যাখ্যা দিছে এইদৰে— 'আদ্যা নাৰায়ণী শক্তি সৃষ্টিস্থিত্যন্তকাৰিণী কৰোমি চ ময়া সৃষ্টিং ব্ৰহ্মাদিদেৱতাঃ' (ব্ৰহ্মবৈৱৰ্ত পুৰাণ)। ঋগ্বেৰ শ্ৰীসূক্তত মহাশক্তি শ্ৰীদেৱী, ভাগৱতত (২।১১।২০) মহাশক্তি লক্ষ্মীদেৱী, মাৰ্কণ্ডেয় পুৰাণৰ প্ৰচণ্ডতাৰ প্ৰতীক চণ্ডিদেৱী, মহানিৰ্বাণতন্ত্ৰত প্ৰকৃতিদেৱী, বিষ্ণু পুৰাণত (১।৮।১৪) দুৰ্গাদেৱী আদি শক্তি সত্তাৰে পৰিচায়ক। সেইদৰে ৰূপ আৰু কাৰ্যভেদে বৈকুণ্ঠধামত মহালক্ষ্মী, গোলকত ৰাধিকা, শিৱলোকত ভৱানী, ব্ৰহ্মালোকত সৰস্বতী, বেদমাতা সাবিত্ৰী, দক্ষকন্যা সতী, পৰ্বত জীয়ৰী পাৰ্বতী আদি মূলতে এক শক্তিৰ

বিভিন্ন ৰূপ। এনেকৈয়ে চক্ৰৱৎ চলিছে জীৱন-মৃত্যু আৰু সৃষ্টি-লয়ৰ পৰমশক্তিৰে ৰহস্য। ভগৱান শ্ৰীকৃষ্ণ প্ৰথমতে দেৱীপূজা আৰম্ভ কৰে আৰু তাৰপৰাই মনুষ্যলোকলৈ প্ৰসাৰিত হ'ল— 'প্ৰথমে পূজিতা সাচ কৃষ্ণেণ পৰমাত্মনা' (ব্ৰঃ বৈঃ পুঃ)। সেইদৰে ত্ৰেতা যুগত ভগৱান ৰামচন্দ্ৰৰ দেৱীপূজা, দ্বাপৰত শ্ৰীকৃষ্ণওই পাবৰ বাবে ব্ৰজকুমাৰীসকলৰদ্বাৰা ভদ্ৰকাৰী দেৱী দুৰ্গাৰ পূজা 'ভদ্ৰকালী সমানচ ভুয়ান্দৰ সুতঃপতি, (ভাগৱত ১০। ২২। ৩-৫) কৰা হয়। ইয়াৰ পিছত শক্তিতথ্যমতে প্ৰথম মিথিলাৰপৰা বৈদিক শক্তিপূজা প্ৰাগজ্যোতিষপুৰলৈ আহে নৰকাসুৰৰ আগমনৰ লগে লগে আৰু মিথিলাৰপৰা ব্ৰাহ্মণ-পুৰোহিত আনি কামৰূপৰ মাতৃপীঠত প্ৰথম শক্তিপূজাৰ সমন্বয় কৰে নৰকে (কাত্যায়নী)।

ঋগ্বেদৰ মন্ত্ৰদ্ৰষ্টা বশিষ্ঠই (বশাবতাং বশিনাং শ্ৰেষ্ঠ ইতিঃ বশিষ্ঠঃ) কামৰূপৰ ধৰ্ম ইতিহাসত এক নতুন অধ্যায়ৰ সূচনা কৰিছে। ঋষি মেধাতিথি (বশিষ্ঠৰ শহুৰ), জীয়েক অৰুন্ধতী আৰু বশিষ্ঠ উজনিৰ কুণ্ডিলৰপৰা আহি দক্ষিণ কামৰূপত আশ্ৰয় আৰু বসবাস সম্পৰ্কে বশিষ্ঠৰ কামাখ্যা দৰ্শন আৰু বশিষ্ঠকৃত সংহিতা (৪) আৰু স্মৃতিগ্ৰন্থ (১)ত উল্লেখ পাওঁ (কৌশম্বী পুস্তকালয়, কাশী)। বশিষ্ঠই মেধাতিথিৰ আশ্ৰমত বহি বেদৰ ষড়াংগৰ শিক্ষা দিছিল। মহাভাৰতৰ আদিপৰ্বত বৰ্ণিত সূৰ্যকন্যা তপতীৰ বিবাহ প্ৰসংগত বশিষ্ঠই বিশ্বচৰাচৰত তেজ বা প্ৰাণশক্তিৰ আত্মাস্বৰূপ 'সূৰ্যা আত্মা জগতা স্তস্থূষশ্চ' (১০ মণ্ডল ১/১৬৪/৪৬ সূক্ত ঋগ্বেদ) সূৰ্য উপাসনাৰ উপদেশ হেনো এইখন (বাঘ্ৰেশ্বৰী) আশ্ৰমৰপৰাই বাৰ্তা প্ৰেৰণ কৰিছিল। উক্ত তথ্যমতে নিজেশ্বৰীৰ গাতে লাগি থকা দেৱী বাঘেশ্বৰী বা বাঘ্ৰেশ্বৰী (দেৱালয়খন ব্যাঘ্ৰসংকুল ঠাই হোৱা বাবে অধিষ্ঠাত্ৰী দেৱীৰ নাম বাঘেশ্বৰী— দেৱী দুৰ্গা) এসময়ত ঋষি মেধাতিথিৰ আশ্ৰম আছিল বুলি সাব্যস্ত কৰিব পাৰি। এইজনা ঋষি জ্যোতিৰ্বিজ্ঞান আৰু গাৰ্হস্থ্যবিজ্ঞানৰ অন্যতম পুৰোহিত আছিল (ন শ্ৰেয়ো নিয়মং বিনা)। বাঘেশ্বৰীৰ শৈলখণ্ডত থকা উঘা-যঁতৰ আদি বয়ন শিল্পৰ সঁজুলিবোৰে আজিও ইয়াৰ সাক্ষী বহন কৰি আহিছে— 'ছোৱালীবোৰে তাত হৈ শিপিনী হ'বলৈ বাঞ্ছা কৰি পূজা-পাতল কৰে আৰু সেইমতে শিপিনী হোৱাৰ প্ৰমাণো আছে' (পবিত্ৰ অসম, ড° মহেশ্বৰ নেওগ, পৃষ্ঠা ২৩)। সেইদৰে নিজৰাৰ পাৰত অৱস্থিত দেৱী নিজেশ্বৰীৰ থান। প্ৰাচীন তথ্যমতে সুৰভিৰ বাবে এই নিজৰা ঋষি মেধাতিথিৰ সৃষ্টি। বশিষ্ঠৰ সুৰভি নৰকৰ ভয়ত নিজেশ্বৰী আৰু ইয়াৰ আশে-পাশে আশ্ৰয় লৈ আছিল। নিজেশ্বৰীৰ এই তপোবন সদৃশ আশ্ৰমখন এসময়ত আধ্যাত্মিক চিন্তা-চৰ্চাৰ ঠাই আছিল— 'সমানং ব্ৰহ্মাচাৰ্যম' (আশ্বালয়ন সূত্ৰ)। বশিষ্ঠৰ কামাখ্যা দৰ্শনৰ সময়ত বিশ্বাসাৰতন্ত্ৰ গ্ৰন্থত এগৰাকী 'নিৰ্জনস্থা' দেৱীৰ কথা উল্লেখ পাওঁ। ইয়াৰপৰাও হয়তো 'নিজেশ্বৰী' (নিজেশ্বৰী— নিৰ্জা— মিৰ্জা) নামৰ চিন্তাৰ কথা ভাবিবৰ থল আছে। কৌটিল্যৰ অৰ্থশাস্ত্ৰত শ্বেতং স্নিগ্ধং দুকুলম্' (প্ৰকৰণ ১০২-৩০৫) এই অঞ্চল আৰু ইয়াৰ মিহি এৰী পাট কাপোৰৰ কথা পোৱা যায়।

প্ৰাচীন তন্ত্ৰাদি (তিব্বত আৰু চীনদেশীয়) শাস্ত্ৰত বহু উপপীঠৰ ব্যাখ্যা পোৱা যায়। এইবোৰ সমলমতে এই স্থানতে সতীৰ নাকটো বিষ্ণুৱে সুদৰ্শন চক্ৰেৰে পতিত কৰিছিল বাবে দেৱী নিজেশ্বৰীৰ আন এটা নাম নাককাটি গোসাঁনী। আদিদেৱী তত্ত্বমতে মূৰ্তিৰ নাকৰ জোঙা আগভাগটো ভঙা— এইগৰাকী আছিল অনাৰ্য দেৱী, পিছত আৰ্যসকলে ইয়াক হিন্দুধৰ্মৰ অন্তৰ্ভুক্ত কৰে। তাৰাতন্ত্ৰ, বৌদ্ধতন্ত্ৰ আদি তন্ত্ৰ বিষয়ক গ্ৰন্থমতে দেৱী নিজেশ্বৰীৰ প্ৰতিকৃতিৰ ওচৰত নিজৰাপাৰত এটা জলকুণ্ডলৰ কথা উল্লেখ পাওঁ। যোগিনীতন্ত্ৰৰ একাদশ পটলৰ ২৩, ২৪, ২৫, ২৬ শ্লোকত আছে— কামৰূপৰ তীৰ্থক্ষেত্ৰ যিমান পানী আছে এই সকলোবোৰ তীৰ্থস্থান। এইবোৰ বীথি-উপবীথি, পীঠ-উপপীঠ, সিদ্ধপীঠ, মহাপীঠ আদি বুলি খ্যাত। ইয়াত সমগ্ৰ কামৰূপকে 'দেৱীক্ষেত্ৰ' বুলি কোৱা হৈছে। 'কামৰূপং দেৱীক্ষেত্ৰং কুত্ৰাপি তৎসমং নচ...।' পদ্মব্ৰজৰ হে বজ্ৰতন্ত্ৰ, সচিত্ৰ কামাখ্যা তন্ত্ৰ আদিৰ মতে দীৰ্ঘেশ্বৰী, টুক্ৰেশ্বৰী, তাম্ৰেশ্বৰী, জয়ন্তেশ্বৰী, বাঘেশ্বৰী, নিজেশ্বৰী আদি দেৱীসমূহ কামেশ্বৰীৰ (কামাখ্যা) কাৰ্য আৰু গুণভেদে ভিন্ ভিন্ নাম। দেৱী ভাগৱত (৯-১-১৩৬)ৰ মতে সকলো গ্ৰাম্য দেৱী তেওঁৰে আংশিক প্ৰকাশ।

তন্ত্ৰৰ যুগত দক্ষিণ কামৰূপৰ ইতিহাসত (অসংগ আৰু বসুবন্ধু) গুহ্যপীঠ বা গুহ্যথানসমূহত গুহ্য সাধন (গোপনে সিদ্ধ), দেহ সাধন মাৰ্গ বা 'নাথ মাৰ্গীয়' শৈৱ ধৰ্মৰ যোগাচাৰ বা তন্ত্ৰাচাৰ চলিছিল। এই সময়ত এই অঞ্চলক মহাভাৰতৰ সভাপৰ্বত 'ম্লেছ আৰু অসুৰৰ দেশ' বুলি জনা যায়। নিজেশ্বৰী আৰু বাঘেশ্বৰীৰ সমীপত বৰকুছি, সোণতলা আৰু বগুৱা গাঁৱৰ যোগী বা নাথ সম্প্ৰদায়ৰ এটা সময়ৰ ইতিহাস দুয়োখন থানৰ সৈতে সন্নিহিত হৈ আছে। নিজেশ্বৰী-বাঘেশ্বৰীক লৈ মাইলাটা পাহাৰত বাইশখন গুহ্যপীঠ বা পুতস্থান আৰু দুখন বড়ো-কছাৰী সম্প্ৰদায়ৰ 'বাথৌ-ব্ৰাই' বা 'লাংকুৰী' (বুঢ়া শিৱ) থানৰ উল্লেখ তন্ত্ৰসাহিত্যত আছে। উক্ত বিষয়ত সমীক্ষা চলাই গুৱাহাটী বিশ্ববিদ্যালয়ে এইকেইটা কথা উল্লেখ কৰিছে। বৌদ্ধধৰ্মীয় তাৰাতন্ত্ৰ, ভৈৰৱতন্ত্ৰ আদিত এই অঞ্চলৰ গুহ্যথানসমূহত 'অষ্টাংগ-যোগাভ্যাসৰ' কথা উল্লেখ আছে। উক্ত নাথ সম্প্ৰদায়ৰ পুৰুষসকলে 'মহাকুণ্ডলিনী' যোগ সাধনৰদ্বাৰা মূলাধাৰ চক্ৰৰপৰা সাধন আৰম্ভ কৰা জনা যায়। যোগমাৰ্গৰ কুণ্ডলিনী যোগ হ'ল মানুহৰ নিজৰ শৰীৰত লুকাই থকা শক্তি বা ষড়চক্ৰ। ই ভুজংগৰ দৰে শক্তিকুণ্ডল পকাই হৈ সুপ্ত আছে আৰু সৃষ্টিৰ ৰহস্যও নিজৰ ভিতৰতে লুকাই আছে।

মধ্যযুগৰ পিছৰফালে মাইলাটা পাহাৰৰ নিজেশ্বৰী, বাঘেশ্বৰীকে আদি কৰি পুতস্থানসমূহ প্ৰকৃতিৰ কাৰণাদিত ধ্বংসলীলা চলিল, নিজৰাৰ তলত পোত গ'ল ইয়াৰ অতীত ঐতিহ্য। সময়ৰ বুকুত ইয়াৰ ইতিহাস লীন হ'ল— ধৰ্মাৰণ্য, বেদাৰণ্য প্ৰাগজ্যোতিষপুৰ, কামৰূপ তথা অসমৰ বুকুলৈ অন্ধকাৰ যুগ (Dark Age) নামি আহিল। মুছলমান, মোগল, আহোম, কোঁচ, মান, ইংৰাজ আদিৰ ৰাজত্ব চলিল। গোটেই অসমজুৰি শ্ৰীমন্ত শংকৰ-মাধৱদেৱৰ বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ আৰু প্ৰসাৰতাই পাহৰাই পেলালে শক্তিপূজা, যোগমাৰ্গ আৰু তন্ত্ৰাচাৰৰ কথা (ভাগৱতৰ মন্ত্ৰদ্ৰষ্টা দেৱৰ্ষি নাৰদৰ দৰে চৰিত্ৰক অসমীয়া বৈষ্ণৱ দৰ্শনত মৰ্ত্যলৈ নমাই অনা হ'ল)। বৈদিক পুৰাকীৰ্তিসমূহৰ লগত সাদৃশ্য থকা থান দুখনৰ খোদিত শিলসমূহ এটিকৈ এটিকৈ নাইকিয়া হ'ল। সাক্ষীস্বৰূপে ষ্টোন ব্ৰিক (Stone Brick) সমূহ নামঘৰৰ পদদলিত পুখুৰীৰ চিৰি আৰু দুই-এঘৰৰ পানীপোতাত এতিয়াও বিৰাজমান। অতীতৰ আধ্যাত্মিক চিন্তা-চৰ্চাৰ কেন্দ্ৰ নিজেশ্বৰী-বাঘেশ্বৰীৰ অতীত ইতিহাস কাহিনী (Ballad), কিংবদন্তি (Legend), সাধুকথা (Mythical Tale) 'নাককাটি'ত পৰিণত হ'ল। পূজা বা শক্তিধৰ্ম দৰ্শনৰ (যা দেৱী সৰ্বভূতেষু শক্তি ৰূপেন সংস্থিতা') গভীৰ বৈজ্ঞানিক বিশ্লেষণাত্মক ব্যাখ্যাৰ পৰিৱৰ্তে বৰ্তমানৰ মানসিকতাৰে এইবোৰ অলাগতিয়াল আৱৰ্জনা আৰু কুৎসা ৰটনাৰ ঠাইত পৰিণত হ'ল।

মিৰ্জা নাথনৰ (১৫৪০-৫৮) দিনৰপৰা মাইলাটা আৰু মিৰ্জা অঞ্চলৰ ইতিহাস কিছু পোহৰলৈ আহে। বাহাৰিস্থান-ই-ঘাইবী, বুৰঞ্জী বিবেক ৰত্ন, ৰাণী ৰাজবংশাৱলী, দেওধাই অসম বুৰঞ্জী, গেইট চাহাবৰ অসম বুৰঞ্জী, গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া আৰু সংস্কৃত ৰচিত সংগ্ৰহ, বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ, ড° বাণীকান্ত কাকতি, পণ্ডিত হেমচন্দ্ৰ গোস্বামী, ড° সূৰ্যকুমাৰ ভূঞা, ড° প্ৰতাপ চন্দ্ৰ চৌধুৰী আৰু দণ্ডিনাথ কলিতাৰ টোকা আৰু তথ্য-পাতি আদিৰপৰা এই অঞ্চলৰ গুৰুত্ব আৰু অৱস্থা সম্পৰ্কে জনা যায়। খ্ৰীষ্টীয় সপ্তদশ শতাব্দীত সংকলিত সাঁচিপতীয়া পুথি পণ্ডিত বেণুধৰ শৰ্মাই যুগুতোৱা আৰু ড° সূৰ্যকুমাৰ ভূঞাৰদ্বাৰা সম্পাদিত পাদশ্যাহ বুৰঞ্জীত— Making and unmaking history in North India on the cloud capped towers and Gorgeous Places...' মিৰ্জাৰ আশে-পাশে বহু তথ্য লুকাই আছে। বৰকুছি গাঁৱৰ বয়োবৃদ্ধ পূজাৰিণী, সৰুৰেপৰা দুয়োখন থানৰ লগত জড়িত স্বৰ্গীয়া সাৱিত্ৰীবালা কোঁচৰ (মোৰ খুৰীমা)পৰা গাঁও আৰু তীৰ্থ দুখনৰ বহু অতীতৰ সম্পৰ্কে জানিব পাৰিছোঁ। এইগৰাকী মাতৃস্বৰূপা পূজাৰিণীৰ ১৯৬০ চনৰ অসম সাহিত্য সভাৰ মিৰ্জা অধিবেশনৰ মুখপত্ৰ 'দখিণ কোল'ত বিশেষ অৰিহণা আছে। এখেতৰ পিতৃ স্বৰ্গীয় পূৰ্ণচন্দ্ৰ ভৌমিকৰ 'কামাখ্যাৰ ব্ৰহ্মশাপ মোচন' আৰু 'ভাগৱত' (অপ্ৰকাশ) দুখন তত্ত্বগধুৰ গ্ৰন্থ। দেৱী নিজেশ্বৰীৰ চোতালত মোৰ পিতৃদেৱতা স্বৰ্গীয় শম্ভুৰাম দাস আৰু মই (১৯৫৭-১৯৬৭) শিল ভাঙি থকা অৱস্থাত দুই-এটা অংকিত শিল বৰ্তমান মন্দিৰৰ পশ্চিমফালে নিজৰাৰ পাৰত শিল খান্দোতে দেখা মনত আছে।

'জননী জন্মভূমিশ্চ স্বৰ্গদপি গৰীয়সী' এইহেন পবিত্ৰ দেৱীথানৰ সমীপত আমাৰ গাঁও বৰকুছি। 'এইখন এখন অতি পুৰণি গাঁও, ইয়াৰ ইতিহাস দখিণ কোলত অতি প্ৰাচীন।' (A History of Assam– E.A. Gait)। বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ ড° জিতেন দাস ডাঙৰীয়াৰ মতে 'অসমৰ প্ৰথম সাংবাদিক দুজন বগুৰা-বৰকুছিৰ আছিল।' বৰকুছি গাঁৱৰ ঐতিহাসিক ইতিবৃত্ত জানিবলৈ হ'লে দেওধাই অসম বুৰঞ্জী, দৰং ৰাজবংশাৱলী, ৰাণী ৰাজবংশাৱলী আৰু কোঁচ ৰাজবংশাৱলীৰ তথ্যভিত্তিক বিশ্লেষণক সম্বল হিচাপে

ল'ব লাগিব। উক্ত তথ্য মতে কালাপাহাৰে কামাখ্যা মন্দিৰ ধ্বংস কৰাৰ পিছত বিশ্বসিংহৰ পুত্ৰ কোঁচৰজা নৰনাৰায়ণ আৰু ভাতৃ শুক্লধ্বজে ১৪৮৭ শকত মন্দিৰ পুনৰ নিৰ্মাণ কৰে। এই কামাখ্যা মন্দিৰ উদ্বোধন কৰোঁতে ৰজাই সাতকুৰি কোঁচ পাইক দেৱীৰ নামত উচৰ্গা কৰিছিল। এইজনা কোঁচবংশীয় আদিৰজাই শক্তিৰ উপাস্য দেৱী নিজেশ্বৰীৰ আশে-পাশে ৰাণীৰ ৰজাৰ হতুৱাই সাতঘৰ ৰাজবংশীয় বৰকোঁচ (ৰাজবংশী) স্থাপন কৰাৰ কথা উল্লেখ পাওঁ। এই বৰকোঁচসকলৰপৰাই গাঁওখনৰ নাম 'বৰকুছি' হয়। সম্ভৱতঃ এওঁলোকৰ বংশধৰ আছিল আমাৰ তিনিপুৰুষ আগৰ— (ক) স্বৰ্গীয় দেহীৰাম কোঁচ আৰু স্বৰ্গীয় দয়াৰাম সূতাৰ (কোঁচ), (খ) স্বৰ্গীয় মথুৰা কোঁচ (গাঁওবুঢ়া), (গ) স্বৰ্গীয় দুমুৰীমূৰা কোঁচ, (ঘ) স্বৰ্গীয় ঝুঝেনৰাম কোঁচ (পিতৃ স্বৰ্গীয় শম্ভুৰাম দাসৰ পিতা) আৰু স্বৰ্গীয় চেনীৰাম কোঁচ, (ঙ) স্বৰ্গীয় দেৱীৰাম কোঁচৰ পূৰ্বপুৰুষ (চ) স্বৰ্গীয় কাতিৰাম আৰু স্বৰ্গীয় তাৰিণী কোঁচৰ পূৰ্বপুৰুষ আৰু (ছ) স্বৰ্গীয় বেৰাভঙা কোঁচৰ পূৰ্বপুৰুষ। উক্ত সাতঘৰ বৰকোঁচৰ ঠাল-ঠেঙুলি বৰ্তমান বৰকুছি গাঁৱত বিৰাজমান। আন এটা কিংবদন্তিমতে গাঁৱৰ সোঁমাজত এজোপা প্ৰকাণ্ড বটগছ আছিল। এই বটগছজোপাৰ নামানুসাৰে গাঁওখনৰ নাম বৰকুছি বুলি ক'ব খোজে। এইখিনিতে এটা প্ৰশ্ন আহে— E.A. Gait চাহাবৰ বৰ্ণিত বৰকুছি কেইবাশ বছৰ আগৰ; কিন্তু বটগছজোপা সিমান পুৰণি নহয়, আমি দেখিছোঁ। সোতৰশ শতিকাৰ মাজভাগত ৰাণীৰ ৰজাই স্বৰ্গীয় বিষ্ণুদেৱ গোস্বামীক পাটবাউসী সত্ৰৰপৰা ৰাজসন্মানসহ দোলাৰে আনি বৰকুছিত সংস্থাপন কৰে। বংশধৰসকল বৰ্তমান বিৰাজমান। জনগাঁথনিৰ (Castwise) ভিতৰত আমাৰ গাঁৱত প্ৰধানকৈ কোঁচ, কলিতা, মালী, নাথ, গোস্বামী, শালৈ, সুৰী আদি সম্প্ৰদায় পুৰণি অধিবাসী। এওঁলোকৰ উৎপত্তিগত নিজা নিজা বুৰঞ্জী আছে। এওঁলোক বৰকুছিৰ জনজীৱনৰ এক মৌলিক সত্তা। ১৯৫৪-৫৫ ইং চনত পলাশবাৰী গৰাখহনীয়াৰ ফলস্বৰূপে তাৰপৰা নমঃশূদ্ৰ, কুমাৰ, কলিতা আদি সম্প্ৰদায়ৰ লোকসকল বৰকুছিৰ ৰিজাৰ্ভলৈ স্থানান্তৰিত হয় আৰু প্ৰায় ডেৰশ ঘৰ মানুহ বৰ্তমান বৰকুছি কল'নীৰ বাসিন্দা। এওঁলোকে সামাজিক আৰু ধৰ্মীয় সংস্কৃতিৰ এক মধুৰ মিলনভূমি কৰি তুলিছে। গাঁওখনৰ শিক্ষাৰ ভিতৰত শতকৰা ত্ৰিশজন স্নাতক আৰু বিশ্ববিদ্যালয়ৰ ডেওনা পাৰ হোৱা। শতকৰা প্ৰায় দহজন চৰকাৰী চাকৰিয়াল, শিক্ষক, কলেজ-স্কুলৰ কেৰাণী, পিয়ন আদি আৰু কমসংখ্যক ব্যক্তিয়ে কাঠমিস্ত্ৰি, ৰাজমিস্ত্ৰিৰ কাম কৰি জীৱনধাৰণ কৰি আছে। কল'নীৰ প্ৰায় লোকে মৎস্যজীৱী আৰু মৃৎ শিল্পজীৱীৰ ভিতৰত শ্ৰীযুত ৰামেশ্বৰ দাসৰ নাম ল'ব লাগিব। এওঁ শিল্পকৰ্মৰ বাবে ড° আম্বেদকাৰ বঁটা বিজেতা লোক। ইয়াৰ পিচতে শ্ৰীমান ভাস্কৰ দাস, শ্ৰীচন্দন দাস, শ্ৰীসুভাষ দাসৰ নাম অন্যতম। এই গাঁৱৰ বাকী প্ৰায়খিনি কৃষিজীৱী। জনসংখ্যা পুৰুষ আৰু মহিলা আনুমানিক পোন্ধৰশমান হ'ব। মুখ্য ৰাজহুৱা অনুষ্ঠানৰ ভিতৰত দুটা পুথিভঁৰাল, তিনিটা নামঘৰ আৰু তিনিখন প্ৰাইমাৰী স্কুল আছে। পুথিভঁৰালৰ সৌজন্যত বহাগী উৎসৱ, শিল্পী দিৱস, নাট মঞ্চস্থ আদি সামাজিক অনুষ্ঠান-প্ৰতিষ্ঠান আয়োজন কৰা হয়। মকৰ সংক্ৰান্তিত উৰুকাত মেজি সাজি ভোজভাত খোৱা আৰু শাওণ ভাদৰ মাহৰ পূজা বৰকুছিৰ দুটা উল্লেখযোগ্য সামাজিক আৰু ধৰ্মীয় অনুষ্ঠান।

বৰকুছি সাহিত্য সৃষ্টিৰ এক মনোৰম প্ৰাণকেন্দ্ৰস্বৰূপ। কিন্তু পৰিতাপৰ বিষয়, সাহিত্যসেৱীৰ সংখ্যা বৰ তাকৰ। অতি কমসংখ্যক ব্যক্তিহে পুথি অধ্যয়ন বা লেখা-মেলা কৰে। সাহিত্য সাধক স্বৰ্গীয় মহেন্দ্ৰ দাসৰ প্ৰকাশিত উপন্যাস 'সমাজৰ আঁৰত' আৰু 'পৃথিৱীৰ সপোন' ৰাইজৰ পৰিচিত। বন্ধুবৰ শ্ৰীবসন্ত কলিতাৰ প্ৰকাশিত কবিতাপুথি 'পূজাৰ কবিতা' (১৯৭০), 'গ্ৰীষ্মৰ গলিত সূৰ্যৰ উত্তাপ ঢাকি' (১৯৭৩), মধুৰাম দাসৰ (প্ৰবন্ধ লেখক) কবিতাৰ পুথি 'অনুৰাগৰ শৰাই' (২০০১), জ্যোতিষ বিষয়ক 'জীৱন জ্যোতিষৰ জুমুধি', শ্ৰীমান তপন কলিতাৰ কবিতাৰ পুথি 'শেৱালি কলিটি ফুলিছে', 'ৰঙৰ বতৰ বহাগ অ' বহাগ' আৰু শ্ৰীযুত প্ৰফুল্ল দাসৰ 'পলাশবাৰীৰ ধূসৰ ইতিহাস' গ্ৰন্থখনে সমাজত সমাদৰ লাভ কৰিছে। সম্পাদনা সাহিত্যৰ ক্ষেত্ৰত 'বৰকুছি আঞ্চলিক বহাগী উৎসৱৰ ৰূপালী জয়ন্তী সংখ্যা আৰু 'দখিণ কোল'ৰ দ্বাবিংশতিতম আৰু ত্ৰয়োবিংশতিতম সংখ্যাদুটা বৰকুছি গাঁৱৰ উদীয়মান সাহিত্যসেৱী শ্ৰীমান ডিম্বেশ্বৰ মালীৰ শলাগ ল'লোঁ। ইতিহাসে গৰকা বৰকুছিৰ বাকীখিনি 'দখিণ কোল'ৰ কোলাত থৈ শুভকামনাৰে সামৰিলোঁ।

"সমস্তাঃ লোকাঃ সুখিনো ভৱন্তুঃ'

'জয়তু দখিণ কোল'। ■



# দাপোণত বঙৰা

নাৰায়ণ তালুকদাৰ

উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰাণকেন্দ্ৰ গুৱাহাটী মহানগৰীৰ গাতে লাগি থকা আৰু সকলো দিশতে অৱহেলিত এখন বৃহৎ গাঁও, নাম বঙৰা। পশ্চিম গুৱাহাটী বিধানসভা সমষ্টিয়ে চুই যোৱা আৰু পলাশবাৰী বিধানসভা সমষ্টিৰ পূব দিশত অৱস্থিত এই সুবিশাল বৰঙা। অতীতৰেপৰা কোনো লিখিত বুৰঞ্জী নথকা হেতুকে উৎপত্তি সম্পৰ্কে ইয়াৰ সমল বিচাৰি উলিওৱা সহজ কাম নহয়। জনশ্ৰুতি মতে আৰু অসম বুৰঞ্জীৰ আঁত বিচাৰি যি অলপ সমল বিচাৰি পোৱা গৈছে, তাক তলত দেখুওৱা হ'ল—

আহোম ৰজা স্বৰ্গদেউ ৰুদ্ৰসিংহ শাক্ত ধৰ্মাৱলম্বী আছিল। তেওঁ বংগদেশৰ নদীয়া জিলাৰ শোণিত পুৰৰপৰা কৃষ্ণৰাম ভট্টাচাৰ্যীক নিমন্ত্ৰণ কৰি আনি তেওঁৰ ওচৰত শৰণ লয়। পিচে তেওঁৰ মৃত্যুৰ পিচত পিতৃবাক্য মতে শিৱসিংহই উক্ত কৃষ্ণৰাম ভট্টাচাৰ্যীৰ ওচৰত শৰণ লয় আৰু তেওঁক কামাখ্যা মন্দিৰ পৰিচালনাৰ দায়িত্ব দি নীলাচল পাহাৰত থাপিলে। ইয়াৰ পিচত আনুমানিক ১৭১৫-১৬ খ্ৰীষ্টাব্দত বংগদেশৰ নদীয়া জিলাৰপৰা আন কিছুমান ব্ৰাহ্মণ মতাই আনি নীলাচল পাহাৰত থাপিলে আৰু বঙৰা অঞ্চলত প্ৰচুৰ মাটি-বাৰী দান কৰিলে। জনশ্ৰুতিমতে বংগীয়া ব্ৰাহ্মণক মাটি-বাৰী দান কৰাৰপৰাই ইয়াৰ নাম বঙৰা (বঙ্গৰা) হয়। এতিয়াও এই অঞ্চলৰ সৰহভাগ মাটিয়েই ব্ৰহ্মোত্তৰ মাটি।

> বৃহত্তৰ বঙৰা অঞ্চল বিভিন্ন জনগাঁথনিৰে পৰিৱেষ্টিত হৈ আছে। তাৰ ভিতৰত কোঁচ-ৰাজবংশী, ব্ৰাহ্মণ, কলিতা, নাথ-যোগীৰ উপৰিও মুছলমান আৰু বড়ো সম্প্ৰদায়ৰ মানুহেও বসবাস কৰিছে। যদিও ইয়াত বিভিন্ন সম্প্ৰদায়ৰ মানুহ আছে তথাপি অতীতৰেপৰা ইজনে-সিজনৰ লগত মিলা-প্ৰীতিৰ বান্ধোনেৰে সাঙোৰ খাই আছে।

চাৰিখন ৰাজহ গাঁও সামৰি বঙৰা এটা বৃহৎ অঞ্চল। এই ৰাজহ গাঁওকেইখন হ'ল— বঙৰা, ৰাইবড়ী, সলেশালা আৰু পাছনীয়াপাৰা। পৰিসংখ্যা মতে ইয়াৰ মুঠ জনসংখ্যা ৮৭১০ জন। ইয়াৰে পুৰুষ ৪৩৬০ জন আৰু মহিলা ৪৩৫০ জনী।

পঞ্চাশৰ দশকত এই অঞ্চলৰ মানুহ শিক্ষা-দীক্ষাত একেবাৰে পিচপৰা আছিল যদিও সময়ৰ বোকোচাত উঠি এই অঞ্চলৰ মানুহবোৰেও ক্ৰমান্বয়ে শিক্ষা-দীক্ষাত আগুৱাই যাবলৈ সক্ষম হৈছে। এতিয়া বঙৰা অঞ্চলৰ ৬৫ শতাংশতকৈ অধিক শিক্ষিত হৈছে। কৃষিপ্ৰধান বঙৰাত এতিয়া প্ৰকৃত কৃষকৰ হাৰ ২০ শতাংশতকৈ তলত। চাকৰিজীৱীৰ সংখ্যা ৩০ শতাংশৰ কম নহয়। বাকী অংশই ব্যৱসায়-বাণিজ্য আৰু দিন মজুৰি কৰি জীৱিকা নিৰ্বাহ কৰে। শিক্ষিতৰ ভিতৰ ডাক্তৰ, অভিযন্তাৰপৰা চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰী আছে যদিও এতিয়াও বহুতো উচ্চ শিক্ষিত যুৱক নিবনুৱা হৈ আছে।

বৃহত্তৰ বঙৰা অঞ্চল বিভিন্ন জনগাঁথনিৰে পৰিৱেষ্টিত হৈ আছে। তাৰ ভিতৰত কোঁচ-ৰাজবংশী



ব্ৰাহ্মণ, কলিতা, নাথ-যোগীৰ উপৰিও মুছলমান আৰু বড়ো সম্প্ৰদায়ৰ মানুহেও বসবাস কৰিছে। যদিও ইয়াত বিভিন্ন সম্প্ৰদায়ৰ মানুহ আছে তথাপি অতীতৰেপৰা ইজনে-সিজনৰ লগত মিলা-প্ৰীতিৰ বান্ধোনেৰে সাঙোৰ খাই আছে।

বঙৰা অঞ্চল অতীত ইতিহাসেৰে সমৃদ্ধ। গৌড়ৰ নবাবে অসম আক্ৰমণৰ সময়ত তেওঁৰ সেনাপতি মিৰ্জা নাথনে মিৰ্জাত কোঠ মৰাৰ সময়ত এই অঞ্চল বংগীয়া সৈন্যৰ বিচৰণভূমি আছিল। পাৰ্শ্বৱৰ্তী ৰাণী ৰাজ্যৰ ৰজাৰ লীলাভূমি আছিল। ইয়াৰ উপৰিও চল্লিশৰ দশকৰ ঐতিহাসিক কমিউনিষ্ট আন্দোলনৰ সময়ত অসমৰ বাহিৰৰ নেতাৰ উপৰিও উজনি-নামনিৰ নেতাসকল ইয়াত লগ লাগি চাৰিদিনীয়াকৈ বৃহৎ সন্মিলন পাতিছিল।

মুখ্য ৰাজহুৱা অনুষ্ঠানৰ ভিতৰত প্ৰতিবছৰে অনুষ্ঠিত হৈ থকা বহাগী আদৰণী আৰু বহাগী বিদায় সম্পৰ্কে অনুষ্ঠিত হোৱা ৰাজহুৱা সভা আৰু সময়ে সময়ে শ্ৰীশংকৰদেৱ উচ্চ মাধ্যমিক বিদ্যালয় আৰু বঙৰা পাছনীয়াপাৰা মজলীয়া বিদ্যালয়ৰ উন্নতিকল্পে অনুষ্ঠিত হোৱা ৰাজহুৱা সভাসমূহৰ উপৰিও দুৰ্গাপূজা উপলক্ষে হোৱা সভাসমূহেই প্ৰধান ৰাজহুৱা সভা-সমিতি।

সাহিত্য-সংস্কৃতি চৰ্চাৰ কাৰণে এই অঞ্চলত যথেষ্ট থল আছে যদিও নিয়মীয়া প্ৰচাৰৰ অভাৱত এই অঞ্চলৰ মানুহ সাহিত্য সেৱাৰপৰা বঞ্চিত হৈ আছে। আজি কিছু বছৰ আগতে কেইজনমান উদীয়মান যুৱকৰ তৎপৰতাত মাহেকীয়া ‘মুকুল’ নামৰ আলোচনী এখন প্ৰকাশ হৈছিল যদিও ই কলিতে মৰহি গ’ল। প্ৰকাশৰ উপযুক্ত সুবিধা থকা হ’লে ইয়াৰ মানুহৰ প্ৰতিভাৰ অভাৱ নাই। একমাত্ৰ শ্ৰীশংকৰদেৱ উচ্চ মাধ্যমিক বিদ্যালয় ৰূপালী জয়ন্তী আৰু বঙৰা পাছনীয়াপাৰা মজলীয়া বিদ্যালয়ৰ সোণালী জয়ন্তী উপলক্ষে প্ৰকাশিত স্মৃতিগ্ৰন্থসমূহেই সাহিত্য সেৱাৰ একমাত্ৰ মাধ্যম হিচাপে বিবেচিত হৈ আছে।■







# ‘সন্তলা’ নামে ইটো গ্ৰাম বিশেষ

অনন্তৰাম নাথ

কোনো এখন ঠাইৰ ইতিহাস বা ইতিবৃত্ত অধ্যয়নৰদ্বাৰাই ঠাইখনৰ নামৰ উৎপত্তি, ঐতিহ্য ইত্যাদিৰ বিষয়ে বিতংকৈ জানিব পাৰি। ঠাই একোখনৰ নামৰ লগত সাধাৰণতে এক বা একাধিক লোকপ্ৰবাদ জড়িত হৈ থাকে। উদাহৰণস্বৰূপে আমাৰ দেশ ভাৰতবৰ্ষৰ কথাকে ক’ব পাৰি। বুৰঞ্জী প্ৰসিদ্ধ ‘ভৰত’ ৰজাৰ নাম অনুসৰি আমাৰ দেশৰ নাম ভাৰতবৰ্ষ হয়।

ঠিক তেনেদৰে বৰ্তমানৰ সোণতোলা গাঁৱৰ নাম অতীতত ‘সন্তলা’ আছিল। সন্ত শব্দৰ অৰ্থ সাধু, সৎ লোক। লা মানে এবিধ এঠা জাতীয় গছৰ এঠা (চন্দ্ৰকান্ত অভিধান)। সোণতোলা গাঁৱত বহুতো লা গছ আছিল। লা বা লাহা বিক্ৰি কৰি আমাৰ আইতাহঁতে নিজৰ হাতখৰছ উলিয়াইছিল। এই কথা আমাৰ স্মৃতিপটত জল্‌জল্ পট্‌পট্‌কৈ ভাহি আছে। স্বভাৱতে এই গাঁওখনৰ লোকসকল আছিল সৎ বা সাধু। সেয়েহে প্ৰথমে এই গাঁওখনৰ নাম আছিল সন্ত। যিহেতু লা ব্যৱসায় এই গাঁৱৰ লগত নিবিড়ভাৱে জড়িত আছিল, গাঁৱৰ নাম সন্ত + লা ব্যৱসায়ৰ নিবিড় সম্পৰ্ক ঘটি গাঁওখনৰ নাম ‘সন্তলা’ হয়।

১৯১১ ইং চনত (মোৰ ককা) স্বৰ্গীয় তিতাৰাম কাটনী সন্তলা গাঁৱৰ গাঁওবুঢ়া হিচাপে নিযুক্তি পাইছিল। সেই সময়ৰ ডেপুটি কমিছনাৰৰ স্বাক্ষৰ সম্বলিত নিযুক্তি পত্ৰতো আমাৰ গাঁৱৰ নাম সন্তলা বুলি উল্লেখ আছে। দ্বিমত থাকিলেও স্পষ্ট যে, এই গাঁওখনৰ নাম পূৰ্বতে সন্তলা আছিল।

পলাশবাৰী ৰাজহ চক্ৰৰ ছয়ানী মৌজাৰ অন্তৰ্গত সন্তলা ৰাজহ গাঁও হিচাপে চৰকাৰী কাগজ-পত্ৰবোৰতো আমাৰ গাঁৱৰ নাম সন্তলা বুলিয়েই বিদ্যমান; কিন্তু কেনেকৈ এই গাঁৱৰ নাম সোণতোলা হ’ল এইটো বিচাৰ্যৰ বিষয়।

(আমাৰ গাঁৱত অতীজৰ সন্তলা নামটোকেই বৰ্তমান ব্যৱহাৰ হৈ থাকিলে আমাৰ অতীজৰ স্মৃতিৰ ৰেঙণি নতুন চামে হৃদয়ভৰি চিন্তা কৰাৰ সুযোগ পাই থাকিব।)

আমাৰ গাঁৱৰ পূবে বাতেহী উপনৈ, পশ্চিমে মালিয়াটা পাহাৰ, উত্তৰে পাল্লী ৰাজহ গাঁৱৰ খেতিপথাৰ, দক্ষিণে মালিয়াটা পাহাৰৰ একাংশ আৰু ৰাজহ গাঁও মালিয়াটা গাঁৱৰ খেতিপথাৰ। গাঁওখন ১নং নাথপাৰা, ২নং নাথপাৰা, ১নং বড়োপাৰা, ২নং বড়োপাৰা, জ্যোতিপুৰ, মিলনপুৰ, বৰকুছি নাথপাৰা, বৰকুছি মালীপাৰা— এই আঠটা ভাগত বিভক্ত। অতীজৰ ‘সন্তলা’ গাঁৱত মাত্ৰ ছয়টা চুবাত প্ৰায় ষাঠি ঘৰমান পৰিয়াল আছিল। সেই সময়ত আমি মাত্ৰ তিনিটা জাতি মালী, নাথ বা যোগী সম্প্ৰদায়ৰ আৰু কেইঘৰমান বড়ো। অৱশ্যে পুৰণি কালত নাথসকলে কাটনী আৰু বড়োসকলে কছাৰী উপাধি লিখিছিল। বৰ্তমান আমাৰ গাঁৱত পাঁচশ ঘৰমান পৰিয়াল হ’ব আৰু প্ৰায় ২৫০০ জনসংখ্যাৰে সমৃদ্ধ। ইয়াৰে আধা অংশ বাহিৰৰপৰা মাটি লৈ আৰু মাটি কিনি উঠি অহা কলিতা, হীৰা, মালী, গোসাঁই, শৰ্মা, দাস আদি বিভিন্ন সম্প্ৰদায়ৰ লোক আমাৰ গাঁৱৰ বাসিন্দা। গাঁওবাসীৰ মাজত ভাতৃত্ববোধ আৰু পৰস্পৰ নিৰ্ভৰশীলতা অনুকৰণযোগ্য।

কৃষিয়েই সন্তলা গাঁৱৰ প্ৰধান জীৱিকা আছিল। অৱশ্যে নতুন চামৰ ভিতৰত চৰকাৰী চাকৰিজীৱী, ব্যৱসায়ী আছে। সন্তলাৰ শৈক্ষিক সচেতনতাৰ স্বাক্ষৰ বহন কৰিছে (ক) বৰকুছি প্ৰাথমিক বিদ্যালয়, (খ) সন্তলা প্ৰাথমিক বিদ্যালয় আৰু (গ) এখন বেচৰকাৰী মধ্য ইংৰাজী বিদ্যালয় আছে। আমাৰ গাঁৱৰ শিক্ষাৰ জয়যাত্ৰা অব্যাহত ৰাখি স্থানীয় শ্ৰীযুত যতীন মালী প্ৰথমে বিধায়ক, পিছলৈ শিক্ষামন্ত্ৰীৰ পদমৰ্যাদা লাভ কৰি আমাৰ গাঁৱলৈ গৌৰৱ কঢ়িয়াই আনিছে। ভৱিষ্যতৰ ধৰণীসকলেও উচ্চ শিক্ষাৰ সাফল্যৰ জয়যাত্ৰা অব্যাহত ৰাখিছে। বৰ্তমান আমাৰ গাঁৱত শিক্ষক-শিক্ষয়িত্ৰী, ভাৰত চৰকাৰৰ অধীনত

চাকৰি আৰু অসম চৰকাৰৰ পুলিচ, চাব ইন্সপে ৰ আদিৰ চাকৰি কৰা সক্ষমতা পাইছে।

সন্তলাত বসবাস কৰাসকলৰ ভিতৰত কলা-কৃষ্টি, থলুৱা মিশ্রিত সংস্কৃতিৰ অংগ। থিয়নাম, ঘোষানাম, দিহানাম, বড়োসকলৰ বড়ো নৃত্য, মদাল নৃত্য, ওজাপালি, নাট্যাভিনয় আদি উল্লেখযোগ্য। দৌল উৎসৱ, লক্ষ্মীপূজা, শিৱৰাত্রি পূজা আৰু সুঁৱৰিও আমাৰ গাঁৱত উলহ-মালহেৰে উদ্‌যাপন কৰা হয়। কলা-কৃষ্টি, জীৱন যাপনৰ পদ্ধতি সকলোতে অসমীয়া জাতিৰ জনক শ্ৰীমন্ত শংকৰদেৱৰ প্ৰভাৱ লক্ষণীয়।

অতীজত বড়ো সম্প্রদায়ৰ আইখোলা প্রথমতে বকুল গছৰ আৰু এডাল এডেলগে থকা বৃহৎ বটগছৰ তলতে আইপূজা হৈছিল। বৰ্তমান সেই ঠাইতে এটা টিনপাটৰ ঘৰ সজা হয়। তাতে পূজাস্থলী। আমাৰ গাঁৱৰ দাঁতি-কাষৰতে আছে আমাৰ গাঁৱৰ দক্ষিণ পশ্চিম কোণত মালিয়াটা পাহাৰত অতীজৰ শিলামূৰ্তি, গণেশ বাবা, ভগৱতীৰ প্রতিমূৰ্তি। তাত আমাৰ সন্তলাবাসীয়ে বহু কষ্টেৰে তিনিটা মন্দিৰ, সভাঘৰ আদি সজাই বছৰি মাৰৈপূজা কৰা হয়। ইয়াত হেনো আগতে বাঘৰ গঁৰাল আছিল। বাঘৰ বসতি অনুসাৰে এই ঠাইৰ নাম শ্ৰীশ্ৰীবাঘেশ্বৰী পীঠ হয়। ইয়াত বাঘ বৰ্তমান নাই। এইখনেই আমাৰ পুণ্যভূমি। বছৰি বনভোজ খোৱা আমাৰ অঞ্চলৰ প্ৰধান ঠাই। ইয়াত বছৰি অসংখ্য বনভোজ যাত্রী আহে।

আমাৰ গাঁৱত দীপালী পুথিভঁৰাল নামেৰে এটা গ্রন্থাগাৰ আছে। স্বৰ্গীয় মহেশ্বৰ বড়ো, স্বৰ্গীয় পদ্ম বড়ো আৰু কিছুমান বিশিষ্ট ব্যক্তিৰ চেষ্টাত পুথিভঁৰালটোৱে জন্মলাভ কৰিছিল। বৰ্তমান এই পুথিভঁৰালটোৰ সলনি 'দীপজ্যোতি সংঘ' এক বিশেষ অনুষ্ঠান। বৰ্তমান আমাৰ গাঁৱত এখন উপস্বাস্থ্যকেন্দ্ৰ হৈছে। তাত দুজনী নাৰ্ছ, কেইবাজনীও আশাকৰ্মী আছে। আগতে আমাৰ গাঁৱৰ মানুহে চিকিৎসাৰ বাবে পলাশবাৰী চৰকাৰী চিকিৎসালয়লৈ যাবলগীয়া হৈছিল। বজাৰ-সমাৰ কৰিবৰ বাবেও শনিবাৰ, মংগলবাৰে পলাশবাৰীলৈ যাব লাগিছিল। কিন্তু বৰ্তমান মিৰ্জা, গুৱাহাটী আদিলৈ গৈ (ৰাস্তা-ঘাট, যান-বাহনৰ সুবিধাৰ বাবে) চিকিৎসা গ্রহণ কৰিব পৰা হৈছে।

আগৰ দিনত এটুপি কেৰাচিনৰ অভাৱত ভোট-এবাৰ গুটিৰে পোহৰৰ ব্যৱস্থা কৰিছিলোঁ। তাৰ পৰিৱৰ্তে বৰ্তমান ঘৰে ঘৰে বিজুলীবাতিৰ ব্যৱস্থা হৈছে। বৰ্তমান আমাৰ ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথৰপৰা গাঁৱলৈ যোৱা দুটা ৰাস্তা পকী কৰা হৈছে। বিশ্বায়নৰ বাবে দূৰসংযোগ, কম্পিউটাৰ, ইণ্টাৰনেটৰ প্ৰভাৱ আমাৰ গাঁৱত নপৰা নহয়। আমাৰ গাঁৱৰ প্ৰতিটো চুবাতে একোটাকৈ নামঘৰ আছে।

ক্ৰমে মোৰ আজোককা জীউৰাম কাটনী, মোৰ ককা তিতাৰাম কাটনী, মোৰ পিতা নবীন চন্দ্ৰ নাথ আৰু বৰ্তমান মোৰ ডাঙৰ পুত্ৰ অৰুনী নাথে এই গাঁৱৰ গাঁওবুঢ়া পদ গ্ৰহণ কৰি ৰাইজৰ সেৱা আগবঢ়াই আছে। গাঁওবাসী আৰু ভগৱানৰ এয়া আশীৰ্বাদ।

সন্তলাৰ সৰ্বাংগীণ বিকাশত গাঁওবাসীয়ে কোনোদিনে চেষ্টাৰ ত্ৰুটি কৰা নাই। ভৱিষ্যতেও আমাৰ গাঁওখন বিশ্বসভাত এটি মূল্যৱান ৰত্নৰ দৰে জিলিকি থাকিব — তাৰেই কামনা কৰিলোঁ।

আমাৰ গাঁও সন্তলা  
শস্য-শ্যামলা  
সুজলা-সুফলা  
জ্ঞান-বিজ্ঞান  
আদৰ্শৰ যাত্ৰা অশেষ  
হিংসা-দ্বেষ নোহোৱা  
প্ৰাণে প্ৰাণে থকা  
'সন্তলা' নামে ইটো গ্ৰাম বিশেষ।

আমাৰ নিচেই ওচৰৰ পলাশবাৰী সাহিত্য সভাৰ সোণালী জয়ন্তী উৎসৱ তিনিদিনীয়া বৰ্ণাঢ্য কাৰ্যসূচীৰে উদ্‌যাপন কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰি এই ক্ষণত সমুজ্জ্বল কৰাৰ আঁচনি লৈ সভাৰ মুখপত্ৰ 'দখিণ কোল' প্ৰকাশ কৰাত দক্ষিণ কামৰূপৰ গাঁও-ভূইৰ শিতানেৰে নিৰ্দিষ্ট ঠাইৰ ইতিহাস আদি তথ্যৰ লেখক বিচাৰি মোলৈ পত্ৰ প্ৰেৰণ কৰিছে। তাৰবাবে পলাশবাৰী সাহিত্য সভাৰ দখিণ কোলৰ সম্পাদকলৈ মোৰ অশেষ ধন্যবাদৰ লগতে মোৰ দৰে এজন নগণ্যই লিখা ভুল-ত্ৰুটিৰ ক্ষমা বিচাৰি এইবেলি সোণালী জয়ন্তী উদ্‌যাপন কৰিব ওলোৱা অনুষ্ঠানৰ সাফল্যৰ বাবে ঈশ্বৰৰ চৰণত প্ৰণিপাত জনালোঁ।■





**এই শিতানটি সজাইছে—**



# গীতিকাৰ, সুৰকাৰ, গায়ক শুক্লেশ্বৰ মহন্ত

অকণ চৌধুৰী



*শংকৰ-মাধৱ নামৰে সাগৰ।*
*দিনে-ৰাতি ধৰে নাম নধৰে ভাগৰ।।*

একশৰণ নামধৰ্মৰ একান্ত সাধক, শংকৰী কলা-কৃষ্টিৰ প্ৰচাৰক, গীতিকাৰ, সুৰকাৰ, গায়ক, নৃত্য বিশাৰদ, সু-সাহিত্যিক শ্ৰীশুক্লেশ্বৰ মহন্তদেৱ ছয়গাঁও থানা এলেকাৰ অন্তৰ্গত ৩নং আমত'লা গাঁৱত ১৯৩৮ চনত জন্মগ্ৰহণ কৰে। পিচপৰা জাতিৰ পিচপৰা গাঁৱৰ আৰ্থিকভাৱে দুৰ্বল পিতৃ স্বৰ্গীয় জল্টিৰাম দাস আৰু মাতৃ স্বৰ্গীয়া যোগেবালা দাসৰ সন্তান শুক্লেশ্বৰ মহন্তদেৱে প্ৰাইমাৰী স্কুলতেই শিক্ষা জীৱন সামৰণি মাৰে। শিশুকালৰপৰাই শংকৰদেৱৰ মহিমা আৰু আদৰ্শৰ প্ৰতি আকৃষ্ঠ হৈ নাম-ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে জীৱন উৎসৰ্গা কৰি এসয়মত অসমৰ একশৰণ ভাগৱতী সমাজৰ মুখ্য প্ৰচাৰকৰ দায়িত্ব লোৱা ব্যক্তিজন হ'ল শুক্লেশ্বৰ মহন্তদেৱ। ভৰযৌৱন কালত ১৪-১৫ বছৰ বয়সত কিবা এটা পোৱাৰ, জনাৰ আকাংক্ষাই মানুহজনক মুক কৰি পেলায় আৰু সম্পূৰ্ণ তিনিবছৰ মৌনব্ৰত সাধনা কৰে। তাৰ পিচৰপৰা কিবা এক শক্তিয়ে তেখেতক সমাজমুখী হ'বলৈ প্ৰেৰণা যোগায় আৰু একনিষ্ঠভাৱে নাম-ধৰ্ম, নৃত্য-গীত আৰু সাহিত্য চৰ্চাত মনোনিৱেশ কৰে। সেই সময়তে সৌভাগ্যক্ৰমে তেখেতে একশৰণ ভাগৱতী সমাজৰ আচাৰ্য শংকৰদেৱ বঁটা বিজয়ী স্বৰ্গীয় ইলৰাম দাসৰ সান্নিধ্যলৈ আহে আৰু ১৯৬৮ চনত একশৰণ ভাগৱতী ধৰ্ম গ্ৰহণ কৰে। ১৯৭১ চনত দক্ষিণ কামৰূপৰ একশৰণ ভাগৱতী সমাজত প্ৰথমখন 'প্ৰাথমিক' কুকুৰমাৰা অঞ্চলত গঠন কৰি নামধৰ্ম প্ৰচাৰত লাগি পৰে। দক্ষিণ কামৰূপৰ প্ৰায়বোৰ গাঁৱতেই একাধিক নামঘৰৰ অৱস্থিতি লক্ষণীয় যদিও সেইবোৰত মহাপুৰুষদুজনাৰ তিথি পালনৰ বাহিৰে আনদিশ লক্ষ্য কৰা নাযায়। শিলপোটা হেৰামদো, ফুলগুৰি, ছমৰীয়া, আমত'লা সত্ৰ আদিয়ে স্বকীয় মৰ্যাদাৰে গুৰুদুজনাৰ নামধৰ্ম প্ৰচাৰ কৰিলেও সক্ৰিয় নাছিল। আনহাতে পূবৰ কামাখ্যাধাম আৰু মধ্যৰ চণ্ডিকা দেৱালয়ত শাক্ত ধৰ্মৰ শক্তি পূজা মহা ধূমধামেৰে অনুষ্ঠিত হৈছিল। মহন্তদেৱে এই অঞ্চলত বৈষ্ণৱ ধৰ্ম প্ৰচাৰত বাৰুকৈয়ে উজুতি খাবলগীয়া হৈছিল। তেখেতে বিভিন্ন গাঁওলৈ গৈ সভা-সমিতি পাতি ধৰ্মৰ প্ৰাণী প্ৰচাৰ কৰি ফুৰোঁতে বিভিন্ন মঞ্চত তেখেতৰ গালৈ শিলগুটি নিক্ষেপ কৰিছিল, কোনো গাঁৱত তেখেতক গোটেই নিশা আবদ্ধ কৰিও ৰাখিছিল। আনকি তেখেতৰ জীৱনলৈ মৃত্যু ভাবুকিও আহিছিল। মহন্তদেৱে জন্মগতভাৱে অনুসূচিত জাতিৰ হেতুকে দক্ষিণ কামৰূপৰ ২৭ খন অনুসূচিত জাতিৰ গাঁৱৰ সংগঠনে সেই গাঁওবোৰ তেখেতৰ প্ৰৱেশ নিষেধ কৰিছিল; কিন্তু এই আটাইবোৰ বাধা আওঁকাণ নকৰি তেখেতে একনিষ্ঠভাৱে একশৰণ নামধৰ্ম প্ৰচাৰত লাগি থাকি বৰ্তমানে দক্ষিণ কামৰূপৰ প্ৰায়বোৰ গাঁৱতে এক নৱ জাগৰণৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছে। নামধৰ্ম



প্ৰচাৰৰ মাধ্যম হিচাপে তেখেতে বাচি লয়— নৃত্য-গীত। সেই উদ্দেশ্যে গীত ৰচনাত মনোনিৱেশ কৰে। বৰ্তমানলৈ তেখেতৰ প্ৰকাশিত পুথি— শ্ৰীমন্ত শংকৰ বন্দনা, ৰামলীলা ৰহস্য, জয় আই অসম বন্দনা, পাল নামৰ মহিমা কীৰ্তন। অপ্ৰকাশিত অৱস্থাত থকা পুথি শ্ৰীগুৰুলীলা কীৰ্তন, গীতাত ভক্তিযোগ, গীতাৰ মাহাত্ম্য, অৱতাৰ স্তুতি, আচাৰ্য প্ৰণাম শ্ৰীকৃষ্ণ কীৰ্তন আদি। এই আটাইবোৰ পুথি অসমীয়া পদ্য ছন্দত ৰচিত। পুথিবোৰৰ ৰচনাশৈলী মন কৰিলে সেইবোৰ মহাবিদ্যালয় বা বিশ্ববিদ্যালয়ৰ শিক্ষাৰ অৰ্হতাবিহীন ব্যক্তিৰ যেন নালাগে যদিও তেখেতৰ শিক্ষা প্ৰাইমাৰী স্তৰৰহে। তেখেতৰ ৰচিত বহুবোৰ গীত কামৰূপী লোকগীতৰ সম্ৰাট ৰামেশ্বৰ পাঠক, ধনদা পাঠক, লোকগীত ওজা বংশীধৰ দাস, নৰেন দাস, ভুবনেশ্বৰ চৌধুৰী আদি শিল্পীয়ে অনাতাঁৰ আৰু দূৰদৰ্শন যোগে গাইছে। আনকি আন আন বহুতো শিল্পীয়ে গীতিকাৰৰ নাম নজনাকৈয়ে তেখেতৰ বহু গীত পৰিবেশন কৰিছে। বিশ্ব বৰেণ্য শিল্পী ড° ভূপেন হাজৰিকাৰ সাক্ষাৎ লাভ কৰি হাজৰিকাদেৱৰ জীৱন সংগ্ৰামৰ ওপৰত ৰচিত ছয়টা গীত তেখেতক প্ৰদান কৰে, যিকেইটা গীত হাজৰিকাদেৱে সাদৰেৰে গ্ৰহণ কৰিছে।

একশৰণ ভাগৱতী সমাজৰ অন্তৰ্গত কলা-কৃষ্টি কেন্দ্ৰৰ জৰিয়তে অসমৰ বিভিন্ন ঠাইত ধৰ্মমূলক নৃত্য-গীত পৰিবেশনেৰে ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে অসমৰ প্ৰায়বোৰ নগৰ-চহৰৰ মঞ্চতেই তেখেতে প্ৰৱেশ কৰিছে। তেখেতৰ পৰিকল্পিত আৰু পৰিচালিত দশাৱতাৰ নৃত্য, বিশ্বৰূপদৰ্শন, মোহিনী ৰূপ দৰ্শন আদি নৃত্য বিভিন্ন মঞ্চৰ উপৰিও দশাৱতাৰ নৃত্য দূৰদৰ্শন যোগেও প্ৰচাৰ হৈছে।

তেখেতৰ দশাৱতাৰ, বিশ্বৰূপ দৰ্শন, বিষ্ণু দৰ্শন, কৃষ্ণ জন্মাষ্টমী, আচাৰ্য প্ৰণাম আদি গীত-নৃত্য-নাট্য ধৰ্ম আদি বিভিন্ন ৰসেৰে প্ৰসাৰিত ছয়খন চি.ডি. কেছেট বজাৰ আৰু সমাজত ঠাই পাইছে।

বৰ্তমানে কুকুৰমাৰা অঞ্চলৰ কেইজনমান বিশিষ্ট ব্যক্তিয়ে সাজি দিয়া কৃষ্ণ মন্দিৰৰপৰাই বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ জৰিয়তে তেখেতে শংকৰী নামধৰ্ম প্ৰচাৰ কৰি আছে।

দক্ষিণ কামৰূপৰ বহুতো সংঘ, সন্থা, সমাজৰদ্বাৰা বিভিন্ন সভাত সম্বৰ্ধিত হোৱা অমায়িক মৃদুভাষী, নিৰহংকাৰী মহন্তদেৱৰ নাই অইন কোনো অইন ধৰ্মৰ প্ৰতি দ্বেষভাব। বৰ্তমানলৈ কোনো চৰকাৰী সাহায্যৰপৰা বঞ্চিত মহন্তদেৱৰ একান্ত ইচ্ছা মন্দিৰ প্ৰাংগণতে এটি সাংস্কৃতিক ভৱন নিৰ্মাণ কৰি উঠি অহা চামক কলা-কৃষ্টি চৰ্চা কৰোৱা। প্ৰায়বোৰ থলুৱা বাদ্যযন্ত্ৰ বজাব পৰা এই শিল্পীগৰাকী বৰ্তমানে ৭২ বছৰ বয়সতো ডেকাচামৰ বন্ধুসদৃশ আৰু কৰ্মক্ষেত্ৰত নিজেও যেন এজন সুঠাম ডেকা।

তেখেতৰ সৃষ্টিসমূহে প্ৰসাৰ লাভ কৰি অসমীয়া সাহিত্য-সংস্কৃতিৰ অংগ হওক আৰু তেখেতৰ সৃষ্টিশীল জীৱন দীৰ্ঘায়ু হওক আমি তাকেই কামনা কৰিলোঁ। ■

(পলাশবাৰী সাহিত্য সভাৰ সোণালী জয়ন্তী উৎসৱৰ সম্বৰ্ধিত শিল্পী)







# ভাস্কৰ্যশিল্পী গমলু দাস

**নৰেন দাস**



গমলু দাস ঃ ইং ১৯৬৯ চনত দক্ষিণ কামৰূপৰ গুইমাৰা গাঁৱত পিতৃ স্বৰ্গীয় মিহিৰ দাসৰ ঔৰসত আৰু মাতৃ স্বৰ্গীয়া লুবোবালা দাসৰ গৰ্ভত জন্মগ্ৰহণ কৰি বৰ্তমান মিৰ্জা কোঁচপাৰা নিবাসী হোৱা ভাস্কৰ্যশিল্পী শ্ৰীগমলু দাসৰ বৰ্তমান বয়স ৪০ বছৰ। অসমৰ বিভিন্ন ঠাইত বিভিন্ন দেৱ-দেৱীৰ মূৰ্তি আৰু তোৰণ নিৰ্মাণ কৰাত ছাঁৰ দৰে সহায় কৰি আহিছে শিল্পী জ্যেষ্ঠ ভাতৃদ্বয় ক্ৰমে শ্ৰীৰমেশ দাস আৰু শ্ৰীগণেশ দাসে। গমলু দাস হ'ল কনিষ্ঠ ভাতৃ।

**অখ্যাত গমলু দাসৰ প্ৰখ্যাত কৃতিত্বাৱলী ঃ** গমলু দাসক প্ৰায় ৩/৪ বছৰ বয়সতেই নহিৰা-গুইমাৰা সুঁৱৰী উৎসৱত ককায়েকে মাটিৰে কুমাৰে সজা হাতীৰ মূৰ্তি এটা কিনি দিয়ে আন আন সৰু ল'ৰাৰ দৰে; কিন্তু আন আন সৰু ল'ৰাতকৈ ব্যতিক্ৰমী শিশু গমলু দাসে সেই হাতী মূৰ্তিটোৰ মোহত পৰি তাক কেনেকৈ সাজিছিল, সেইকথা বাৰে বাৰে ককায়েকক সুধিছিল। ককায়েকৰপৰা উত্তৰ পোৱাৰ পিচত শিশু গমলু ব্যস্ত হৈ পৰে মাটিৰ মূৰ্তিৰে দেৱ-দেৱীৰ, মহাত্মা গান্ধীৰ, জীৱ-জন্তু আদিৰ মূৰ্তি বনোৱা কাৰ্যত। হাতত চুকি পোৱা কেঁচু মাটি, কুমাৰ মাটি আৰু কাঠ আদিকে সম্বল কৰি লয় মূৰ্তি সজা কাৰ্যত।

কেঁচুমাটি আৰু কুমাৰৰ মাটিৰপৰা আহি আহি গমলু দাসে এতিয়া বিখ্যাত মূৰ্তি সাজে চিমেণ্ট, পেৰিচ, শিল, কাঠ, মাৰ্বল, গ্ৰেণাইট আদি ধাতুৰে। শিল্পী ভাস্কৰ্যৰ উপৰিও ছবি আঁকাতো পাৰ্গত গমলু দাস। মূৰ্তি আদিৰ উপৰিও 'তোৰণ' নিৰ্মাণ কৰা আৰু চিমেণ্ট, গ্ৰেণাইট, মাৰ্বলেৰে আখৰা লিখাতো সিদ্ধহস্ত গমলু দাস এতিয়া অসমৰে নহয়, ভাৰতৰ বাহিৰেও আমেৰিকা পৰ্যন্ত নাম থকা এজন বিখ্যাত ভাস্কৰ্যশিল্পী। উদাহৰণস্বৰূপে গমলু দাসে চিমেণ্টেৰে নিৰ্মাণ কৰা দেৱশিশুৰ মূৰ্তি এটা বহুতো মূল্য দি আমেৰিকাৰ পৰ্যটক এজনে (৪৫০ টকাত) কিনি নিদিয়া উৎসাহজনক বাতৰিটো উল্লেখযোগ্য।

**বিভিন্ন ঠাইত নিৰ্মাণ কৰা ভাস্কৰ্যাৱলী ঃ** গমলু দাসে আজিৰ তাৰিখলৈ নিৰ্মাণ কৰা বিভিন্ন ভাস্কৰ্যাৱলী, মূৰ্তি আৰু তোৰণসমূহ হ'ল বিভিন্ন ঠাই বিশেষে এনে ধৰণৰ— উত্তৰ কামৰূপৰ বালিসত্ৰত ৰাজহুৱা গোপাল মন্দিৰ, তেজপুৰৰ এটা মহাদেৱৰ মূৰ্তি, এটা গণেশৰ মূৰ্তি, এটা কাৰ্তিকৰ মূৰ্তি, এটা লক্ষ্মীৰ মূৰ্তি আৰু এটা কৃষ্ণৰ মূৰ্তি। দক্ষিণ কামৰূপৰ সাতপখলী, মিৰ্জা, গুৱাহাটীৰ বিভিন্ন ঠাই, লংকেশ্বৰ, ৰাজাপুখুৰী, ৰাজাপাৰা, লোহাৰঘাট, ফুলগুৰি সত্ৰ, শিকাৰহাটী সত্ৰ, মাজকুছি গাঁও, কান্দুপুৰ, জজি, লেংটা, গোসাঁইহাট, গণকপাৰা, কামাৰগাঁও, কল্লাপাৰা, ৰঙামাটি দুধকুঁৱৰী থান আৰু ব্যক্তিগত ঠাই, সানপাৰা, হাৰোপাৰা, বাটৰহাট, বকো, বামুণীগাঁও, বামুণীগাঁও ফৰেষ্ট অফিচ ছয়গাঁও, বাংকাকাটা,



ৰামপুৰ, ভাগৰতীপাৰা, মির্জা দুর্গা পূজাৰ মূল তোৰণ আৰু ব্যক্তিগত, আজাৰা, মির্জা কোঁচপাৰা, ৰাণী পাটগাঁও, বজাৰাপাৰা আদি ঠাইত ৰাজহুৱা নামঘৰ, মন্দিৰ আৰু ব্যক্তিগত তথা ৰাজহুৱা ঠাইত তোৰণকে ধৰি চিমেণ্ট আৰু মাৰ্বল পাথৰেৰে বিষ্ণু, শিৱ, দুর্গা, কৃষ্ণ, পাৰ্বতী, কালী, বাসন্তী, জগদ্ধাত্রী, সন্তোষীমা, গণেশ, কার্তিক, লক্ষ্মী, সৰস্বতী, শংকৰদেৱ, মাধৱদেৱ আৰু শিষ্য-প্ৰশিষ্য, সিংহ, গৰু, সাপ, ময়ূৰ, শিৱলিংগ, শগুন, শনি, হনুমান, মহাত্মা গান্ধী, অসমৰ মেপ, ভাৰতৰ মেপ, শীতলা, শ্ৰীকৃষ্ণৰ দৌল মন্দিৰ, ভগৱানৰ দশাৱতাৰ মূৰ্তি, ৰাম-লক্ষ্মণৰ মূৰ্তি, মনসাৰ মূৰ্তি, চণ্ডিকা তোৰণ, মির্জাৰ দুর্গা পূজাৰ তোৰণ, শিলপোতা সত্ৰৰ তোৰণ, ফুলগুৰি আৰু শিকাৰহাটী সত্ৰৰ তোৰণ, কুকুৰমাৰা আৰু জীয়াকুৰত ৰাধা-কৃষ্ণৰ মূৰ্তি, কেঁচা কলপুলি, দখলা, বৰটাৰী, নহিৰা-গোধাপাৰা, দহালি, উপৰহালীৰ ভাঙৰা গোপাল মন্দিৰ আৰু নামঘৰ, বাটৰহাট, বিজয়নগৰত অনন্তশয্যা আদিকে ধৰি আৰু বহুতো। ইতিমধ্যে হাবিয়ানাকে ধৰি অ কৌ নতুন ঠাইত নতুন কামৰ বাবে শিল্পী গমলু দাস চুক্তিবদ্ধ হোৱা বুলি তেওঁ নিজে এই লিখকক জনাইছে। ইমানবোৰ কলা-কুশলী জ্ঞানৰ উপৰিও গমলু দাসে অভিনয় কৰি ভাল পায়। দখলাৰ শ্ৰীমাধৱ নাট্য পৰিষদত গমলু দাসে অভিনয় কৰি যাত্ৰাদললৈও ইতিমধ্যে অবিহণা আগবঢ়াইছে। একেৰাহে ৮-৯ বছৰ অসমৰ বিভিন্ন ঠাইত যাত্ৰাভিনয় কৰি যি খ্যাতি অৰ্জন কৰিলে, সেয়া গমলু দাসৰ এক কৃতিত্বৰ পৰিচয়। শিল্পীয়েই হৈছে সুন্দৰৰ সাধক। সুন্দৰেই শিৱ-সত্য-সনাতন পৰম ব্ৰহ্ম। এই পৰমব্ৰহ্ম গুণধাৰী গমলু দাস দক্ষিণ কামৰূপবাসী তথা অসমবাসীৰ বাবে হৈছে গৌৰৱৰ পাত্ৰ আৰু অমূল্য মানৱ সম্পদ। ভাস্কৰ্যশিল্পী গমলু দাসৰ দীৰ্ঘায়ু আৰু সু-স্বাস্থ্য কামনা কৰাৰ লগতে শিল্পীজনাৰদ্বাৰা আকৌ ন ন সৃষ্টিৰাজিৰ কামনা কৰি আজি পলাশবাৰী সাহিত্য সভাৰ সোণালী জয়ন্তী উৎসৱৰ শুভ মুহূৰ্তত একলম লিখি শিল্পীজনালৈ সন্মান যাচিবলৈ পাই লিখকে নিজেও ধন্য মানিছোঁ।■







এই শিতানটি সজাইছে—





# অসম সাহিত্য সভাৰ আজীৱন সদস্যসকল

## (পলাশবাৰী সাহিত্য সভাৰ জৰিয়তে)

সৰ্বশ্ৰী অমৰেন্দ্ৰ নাথ বৰুৱা, ধৰ্মেশ্বৰ বড়া, নীৰেন্দ্ৰ চন্দ্ৰ দাস, নন্দলাল জৈন, সমৰেন্দ্ৰ ভাৱাল, দীনেশ চন্দ্ৰ চৌধুৰী, যুগল কিশোৰ জৈন, ৰাম কুমাৰ দাস, যতীন মালী, দুলাল চন্দ্ৰ মেধি, দীনেশ চন্দ্ৰ কলিতা, মনোৰঞ্জন কলিতা, দয়ালাল পেটেল, যোগেন্দ্ৰ কুমাৰ, আনন্দ কুমাৰ, ৰত্নকান্ত দাস, অজিত কুমাৰ জৈন, যোগেশ চন্দ্ৰ পাল, পৰেশ দাস, বংশীধৰ দাস, ৰাজেন চন্দ্ৰ দাস, নৰেন বৈশ্য, সান্ত্বনা বৰুৱা, নৰেন্দ্ৰ চন্দ্ৰ কলিতা, হৰেন কুমাৰ দাস, ৰমেন কলিতা, মায়াৰাম দাস, ৰজত চন্দ্ৰ দাস, অজিত কুমাৰ জৈন, প্ৰণৱ কলিতা, প্ৰদীপ ঠাকুৰীয়া, ধনেশ্বৰ কলিতা, ৰমেশ চন্দ্ৰ কলিতা, বিনয় চন্দ্ৰ দাস, অমিয় কুমাৰ কলিতা, ৰবীন্দ্ৰ কুমাৰ দাস, ৰমনী কলিতা, ধীৰেশ্বৰ দাস, নিৰল শৰ্মা, পৰেশ কলিতা, তীৰ্থনাথ শৰ্মা, মহেশ ভূঞা, কমলেশ্বৰ দাস, অতুল কুমাৰ, ভূপেন শৰ্মা, কিৰণময়ী মজুমদাৰ,

অমৃতলাল কলিতা, বলেন কলিতা, তাৰিণী কুমাৰ দাস, যতীন্দ্ৰ নাথ কলিতা, ভূপেন চন্দ্ৰ দাস, পূৰ্ণ চন্দ্ৰ দাস, প্ৰদীপ বৰুৱা, ৰাজধৰ কলিতা, কমল বৰুৱা, যোগেশ চন্দ্ৰ তালুকদাৰ, পংকজ কুমাৰ দাস, অমূল্য কলিতা, ইনু দাস বড়া, মীৰাৰাণী কলিতা, বসুদেৱ কুমাৰ, নিৰঞ্জন কুমাৰ দাস, জয়ন্ত কুমাৰ দাস, ঘেৱৰ চান্দ জৈন, অৰবিন্দ নাথ শৰ্মা, নিৰঞ্জন কুমাৰ দাস, সুভাষ কুমাৰ মেধি, ধীৰেণ চন্দ্ৰ দাস, যাদৱ চন্দ্ৰ দাস, ড° গজেন্দ্ৰ অধিকাৰী, তৰুণ চন্দ্ৰ দাস, ধনেশ্বৰ কলিতা, ৰমেশ চন্দ্ৰ মহন্ত, গোপাল কলিতা, প্ৰদ্যুৎ কুমাৰ চৌধুৰী, থানেশ্বৰ কুমাৰ দাস, ৰাজেন চন্দ্ৰ ঠাকুৰীয়া, বিমল কুমাৰ (বাগৰা) জৈন, দয়াৰাম ৰাজবংশী, অমৃত চন্দ্ৰ কলিতা, গজেন চন্দ্ৰ দাস, প্ৰদীপ চৌধুৰী, সুৰেশ কলিতা, ৰোহিনী কুমাৰ, ভগৱান চন্দ্ৰ দাস, জ্যোতিষ চন্দ্ৰ কলিতা, অনিল চন্দ্ৰ কলিতা, ড° ভাৰত চন্দ্ৰ কলিতা, নৱ কুমাৰ দাস, অশ্বিনী কলিতা, নৰেন চন্দ্ৰ কলিতা, মেহবুব আলী, ডাঃ ৰাজেন চন্দ্ৰ কলিতা, কল্যাণী কলিতা মালী, কৰুণাকান্ত মালী, ড° নাৰায়ণ দাস, কুশল কুমাৰ, মালব্য মালী, হিতেশ চন্দ্ৰ কলিতা, নৱকান্ত অধিকাৰী, অশোক দেৱ গোস্বামী, নৰেন দাস, ড° জগন্নাথ বৰ্মন, মনোজ কলিতা, পদ্মেশ্বৰ ৰাজবংশী, ৰজত চন্দ্ৰ কলিতা, যোগেন চন্দ্ৰ কলিতা, নৰেন কলিতা, অনিল দাস, হেমলতা কলিতা, ভুবন কলিতা, বিমল কুমাৰ মেধি, জালাউদ্দিন আহমেদ, মধুৰাম দাস, গোবিন্দ কুমাৰ দাস, বীৰেণ কলিতা, এড্‌ৱাৰ্ড ষ্টেডী এন্. চাংমা, অৰবিন্দ নাথ ৰয়, অমৃত দেৱান, হৰেশ্বৰ ঠাকুৰীয়া, প্ৰফুল্ল দাস, প্ৰফুল্ল কুমাৰ দাস, যতীন চন্দ্ৰ তালুকদাৰ, উপেন কুমাৰ, বাণেশ্বৰ কলিতা, জীতেন চন্দ্ৰ কলিতা, মনোজ কুমাৰ দাস, মাধৱী চৌধুৰী, কমলাকান্ত তালুকদাৰ, মোহিনী দেৱী, নাৰায়ণ চৌধুৰী।

